

অসম সাহিত্য সভা

# আধুনিক অসমীয়া নাট্য সম্ভাৰ

সম্পাদক ঃ ড° জগদীশ পাটগিৰী

সহযোগী সম্পাদক ঃ সত্যকাম বৰঠাকুৰ

# আধুনিক অসমীয়া নাট্য সম্ভাৰ

সম্পাদক
ডক্টৰ জগদীশ পাটগিৰী
সহযোগী সম্পাদক
সত্যকাম বৰঠাকুৰ




অসম সাহিত্য সভা

**ADHUNIK ASAMIYA NATYA SAMBHAR** : A collection of Modern Assamese Plays edited by Dr. Jagadish Patgiri, Sr. Lecturer, Deptt. of Philosophy, Cotton College, Guwahati-1 & published by Dr. Jagadish Patgiri, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat-1. 17th. Feb. 2005. *Price*-Rs. 900.00 only

*(এই গ্ৰন্থখনি ভাৰতীয় তেল নিগম, দুলিয়াজানৰ অৰ্থ সাহায্যৰে ছপা কৰা হৈছে)*



প্ৰকাশক
ডক্টৰ জগদীশ পাটগিৰী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট - ৭৮৫০০১

প্ৰথম প্ৰকাশ
১৭ ফেব্ৰুৱাৰী, ২০০৫ খ্ৰীষ্টাব্দ

সম্পাদক
ডক্টৰ জগদীশ পাটগিৰী

সহযোগী সম্পাদক
শ্ৰীসত্যকাম বৰঠাকুৰ

মূল্য
৯০০.০০ (ন শ) টকা মাত্ৰ

বেটুপাত আৰু অলংকৰণ
চন্দন চুতীয়া

মুদ্ৰক
বাণীপ্ৰকাশ মুদ্ৰণী প্ৰাঃ লিঃ
উদ্যোগ পাম, বামুণীমৈদাম, গুৱাহাটী-২১

# প্ৰধান সম্পাদকৰ নিৱেদন

মহাপুৰষ শংকৰদেৱৰ চিহ্নযাত্ৰা নাটখনকেই প্ৰথম অসমীয়া নাটক বুলি কোৱা হয় যদিও দুৰ্ভাগ্যবশতঃ কেৱল গুৰু চৰিতসমূহৰ পাতত পোৱা বৰ্ণনা পঢ়িহে সেই নাটখন সম্পৰ্কে অনুমান কৰি ল'ব লগা হয়। মহাপুৰুষ দুজনাই জীৱদ্দশাত কেবাখনো নাটেৰে অসমীয়া নাট্য সাহিত্যৰ ভঁৰাল সমৃদ্ধ কৰি থৈ যায়। তেখেতসকলৰ পিছতো কিছুমান সত্ৰত নাট্য সাহিত্যৰ চৰ্চা চলি আহিছে।

আধুনিক অসমীয়া নাট্য সাহিত্যৰ জন্মদাতা বুলি গুণাভিৰাম বৰুৱাকেই কোৱা হয় যদিও নাটখন বঙলুৱা প্ৰভাৱৰ পৰা মুক্ত নাছিল। কলিকতাত উচ্চ শিক্ষা গ্ৰহণ কৰা সেইকালৰ অসমীয়া সাহিত্যৰ কৰ্ণধাৰসকলৰ প্ৰত্যেকেই পাশ্চাত্য সাহিত্যৰ দ্বাৰা প্ৰভাৱিত হৈছিল। তদুপৰি তেওঁলোকে অনুসৰণ কৰিছিল সেই সময়ৰ বাংলা সাহিত্য জগতত দপ দপাই থকা ব্যক্তিসকলক। স্বাভাৱিকতে কলিকতাত পঢ়া অসমীয়া ছাত্ৰৰ অপৰিপক্ক অভিজ্ঞতাত অজানিতে বঙলুৱা ছাপ পৰিছিল। ৰামনৱমীও তাৰ ব্যতিক্ৰম নাছিল।

জ্যোতিপ্ৰসাদ আগৰৱালাৰ শোণিতকুঁৱৰী আছিল সম্পূৰ্ণ অসমীয়া কাহিনীৰে, অসমীয়া সুৰেৰে পৰিৱেশিত প্ৰথম অসমীয়া আধুনিক নাটক। অপৈণত বয়সত লিখা হ'লেও জ্যোতিপ্ৰসাদৰ এই নাটখন অসমীয়া নাট্য সাহিত্যৰ মাইলৰ খুঁটি। জ্যোতিপ্ৰসাদৰ পৰৱৰ্তীকালত নাট্য সাহিত্যত সাহিত্যাচাৰ্য অতুল চন্দ্ৰ হাজৰিকাই উলেখযোগ্য অৱদান ৰাখি থৈ গৈছে। একেদৰে লক্ষ্যধৰ চৌধুৰীয়েও অসমীয়া নাট্য সাহিত্যৰ জগতখন সমৃদ্ধ কৰিছে। এই তালিকাখন পিছৰ কালত যথেষ্ট দীঘলীয়া।

অসমীয়া নাট্য সাহিত্যক সমৃদ্ধ কৰাত অনাতাঁৰ কেন্দ্ৰ, ভ্ৰাম্যমান থিয়েটাৰ, বিভিন্ন ঠাইত অনুষ্ঠিত হোৱা নাট-প্ৰতিযোগিতা আৰু এমেচাৰ নাট্য গোষ্ঠীৰ অৰিহণা অপৰিসীম। অনাতাঁৰ নাটসমমূহৰ এখন সংকলন ইতিমধ্যে অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰিছে। পৰিৱেশ্য কলা হোৱা বাবেই হয়তো নাটক পঠন সামগ্ৰী বুলি বহুতেই ভাবিবলৈ টান পায়। সেয়ে সাহিত্যৰ আন দিশৰ তুলনাত নাটকৰ প্ৰকাশিত কিতাপ যথেষ্ট কম। এগৰাকী নাট্যকৰ্মী হিচাপে অসমৰ বিভিন্ন ঠাইত ঘূৰি ফুৰোতে সহকৰ্মীসকলে এখন আধুনিক অসমীয়া নাট্য সংকলনৰ অভাৱৰ কথা কৈ আহিছিল। আমিও নিজে এখন নাট্যসংকলন যুগুত কৰাৰ কথা বহুদিনৰে পৰা অন্তৰত পুহি ৰাখিছিলোঁ। সভাৰ প্ৰধান সম্পাদক হিচাপে আমি নিৰ্বাচিত হোৱাৰ লগে লগে ৰাজ্যখনৰ অনেক নাট্যানুৰাগী বিশেষভাৱে নাট্যশিল্পীসকলে আৰু সাংবাদিক বন্ধুসকলে আমাৰ পৰা অসম সাহিত্য সভাৰ জৰিয়তে নাট্য সাহিত্যৰ উত্তৰণৰ বাবে বহু আশা কৰিছিল। এগৰাকী নাট্যকৰ্মী হিচাপে অসম সাহিত্য সভাই নাটকৰ ওপৰত বিশেষভাৱে গুৰুত্ব আৰোপ কৰি এই বিশিষ্ট কলাৰ উন্নতিৰ বাবে এটি প্ৰকল্প হাতত ল'ব লাগে বুলি আমিও বিচাৰি আছিলো। সকলো কলাৰ ভিতৰত উৎকৃষ্ট নাট্যকলাৰ উত্তৰণৰ বাবে সভাৰ সুকুমাৰ উপ -সমিতিৰ জৰিয়তে 'মহাবীৰ লাচিত' নাটকখন মঞ্চস্থ কৰি নাট্যকৰ্মীসকলক উৎসাহিত কৰিবলৈ যত্ন কৰিছিলোঁ।

আধুনিক অসমীয়া নাটকৰ জন্মলগ্নৰ পৰা এতিয়ালৈ বহু গুৰুত্বপূৰ্ণ সাহিত্যিক গুণসম্পন্ন নাটকৰ সৃষ্টি হৈছে। তৎস্বত্বেও এই নাটসমূহৰ উপযুক্ত প্ৰকাশৰ অভাৱত সঠিক মুল্যায়ন নোহোৱাত আমাৰ শ্ৰদ্ধেয় নাট্যকাৰসকল বিভিন্ন দিশত উপেক্ষিত হৈ আহিছে। আনকি সাহিত্য একাডেমীৰ দৰে বঁটাও হয়তো অসমীয়া নাট্যসাহিত্যৰ সঠিক মূল্যায়ন নোহোৱাৰ বাবেই বঞ্চিত হ'বলগীয়া হৈছে।

অসম সাহিত্য স ভাৰ প্ৰধান সম্পাদকৰ দায়িত্বভাৰ গ্ৰহণ কৰি এনে দিশবোৰ বিবেচনা কৰি আমাৰ সেই আঁচনি প্ৰকাশন উপ সমিতিত উত্থাপন কৰিছিলোঁ আৰু তাৰেই ফলশ্ৰুতিত সভাই আধুনিক বাছকবনীয়া অসমীয়া নাট্যসাহিত্যৰ এটি সংকলন প্ৰকাশৰ সিদ্ধান্ত গ্ৰহণ কৰি আমাৰ ওপৰত সম্পাদনাৰ গুৰু দায়িত্ব অৰ্পণ কৰে। আমিও আমাৰ একালৰ ছাত্ৰ শ্ৰীমান সত্যকাম বৰঠাকুৰৰ সহযোগত এই বৃহদাকাৰ গ্ৰন্থখন সংকলন আৰু

সম্পাদনা কৰি উলিয়াও । দুলীয়াজানৰ অইল ইণ্ডিয়া লিমিটিডে আৰ্থিক অনুদান আগ নবঢ়োৱাহেঁতেন হয়তো গ্ৰন্থখন উলিয়াব পৰা সম্ভৱ নহ'লহেঁতেন । আমি এই চেগতে এই মহান অনুষ্ঠানটোৰ কৰ্মকৰ্তাসকল আৰু শ্ৰীমান বৰঠাকুৰৰ শলাগ জ্ঞাপন কৰিলোঁ।

গ্ৰন্থখন প্ৰকাশৰ ক্ষেত্ৰত বিভিন্ন দিশত দিহা-পৰামৰ্শৰে সহায় কৰা বাবে সভাৰ মাননীয় সভাপতি ড° বীৰেন্দ্ৰ নাথ দত্তদেৱলৈ আমাৰ কৃতজ্ঞতা জনালোঁ।

লগতে পাণ্ডুলিপি প্ৰস্তুতিৰ পৰা ছপাশাল গৰকি ওলাই অহালৈ বিভিন্ন দিশত আমাক সহায় কৰা বাবে সভাৰ গুৱাহাটী কাৰ্যালয়ৰ সহকাৰী সম্পাদক শ্ৰীকমল কলিতা, জাতীয় ন্যাস পুঁজিৰ আহ্বায়ক শ্ৰীজয়ন্ত বৰুৱা, চৰ-চাপৰি উপ সমিতিৰ আহ্বায়ক ডাঃ ছাহিদুল ইছলাম, সুকুমাৰ উপ-সমিতিৰ আহ্বায়িকা শ্ৰীগীতাদেৱী গগৈ, ন্যাস পুঁজিৰ কোষাধ্যক্ষ শ্ৰীসোণাৰাম সাউদ, কাৰ্যনিৰ্বাহক সদস্য শ্ৰীগোপাল কাকতী, শ্ৰীৰণজিত বৰ্মন আৰু সভাৰ সকলো কামতে আমাক বিশেষভাৱে সহায় কৰি অহা শ্ৰীভৱেশ দাসলৈ শলাগ জ্ঞাপন কৰিলোঁ।

শেষত বাণীপ্ৰকাশ মুদ্ৰণীৰ স্বত্বাধিকাৰী শ্ৰীজ্যোতিপদ দেৱ চৌধুৰী বেটুপাত আৰু ভিতৰৰ ৰেখাংকণৰ শিল্পী শ্ৰীচন্দন চুতীয়া, আৰ্হিকাকত চাই দিওঁতা শ্ৰীতপন ডেকা আটাইলৈ শলাগ জ্ঞাপন কৰিলোঁ । আশাকৰো পাঠক, নাট্যকৰ্মী আটায়ে গ্ৰন্থখন আদৰি ল'ব।

৪ ফেব্ৰুৱাৰী, ২০০৫
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট ৭৮৫০০১

(ড° জগদীশ পাটগিৰী)
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# ভূমিকা

পোন্ধৰ শতিকাৰ শেষৰফালে মহাপুৰুষ শংকৰদেৱৰ নেতৃত্বত যদিও অসমীয়া নাট্যকলাই ঠন ধৰি উঠিছিল আৰু সত্ৰ, নামঘৰ, ধৰ্মীয় মন্দিৰ তথা অন্যান্য সামাজিক-সাংস্কৃতিক অনুষ্ঠানসমূহৰ জৰিয়তে মহাপুৰুষ শংকৰদেৱ প্ৰৱৰ্তিত অংকীয়া নাটে জনপ্ৰিয়তা আৰু বিস্তৃতি লাভ কৰি বহু বছৰ জনজীৱন আন্দোলিত কৰিছিল, তথাপি অষ্টাদশ শতিকাৰ শেষৰফালে দেশৰ ৰাজনৈতিক অস্থিৰতা, সামাজিক জীৱনৰ দুৰ্যোগ আৰু ভাৰসাম্যহীন অৱস্থাৰ হেতু শক্তিশালী এটা নাট্য পৰম্পৰা ব্যাহত হয়। ছশ বছৰীয়া আহোম ৰাজত্বৰ শেষৰফালে যুদ্ধ-বিগ্ৰহ, আত্ম-কন্দল, গৃহযুদ্ধ, বিষয়া, ডা-ডাঙৰীয়াসকলৰ মাজত ক্ষমতাৰ বাবে চলা অৰিয়াঅৰি ইত্যাদি এশ এটা দুৰ্যোগৰ ধুমুহাই সামাজিক জীৱন দুৰ্বিসহ কৰি তুলিছিল। মোৱামৰীয়াসকলৰ বিদ্ৰোহ (১৭৬৯), দন্দুৱা দ্ৰোহ (১৮১০) আৰু তিনিবাৰ ধৰি হোৱা বৰ্বৰোচিত মানৰ আক্ৰমণেও দেশৰ সাংস্কৃতিক জীৱন অস্থিৰ কৰি তুলিছিল। ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধি অনুসৰি অসম ব্ৰিটিছৰ অধীন হোৱাৰ পিছত অসমৰ সাংস্কৃতিক জীৱনত পুনৰ আন এটা অভাৱনীয় অৱস্থাৰ সৃষ্টি হয়। অৱশ্যে ব্ৰিটিছে ইয়াণ্ডাবুৰ চৰ্তানুসাৰে অসম দেশ অধিগ্ৰহণ কৰাৰ সময়ৰেপৰা আধুনিক যুগৰো সূচনা হয়। কিয়নো, এই সময়ছোৱাৰ পৰাই অসমে পাশ্চাত্য সভ্যতা-সংস্কৃতি আৰু আধুনিক ধ্যান-ধাৰণাৰ স'তে পৰিচিত হয়। আধুনিক অসমীয়া সাহিত্যৰ ভেটি নিৰ্মাণত জোনাকী, অৰুণোদয়, বিজুলী, বাঁহী, ঊষা, আলোচনী, চেতনা, আসাম বন্ধু , আসাম নিউজ, আসাম বিলাসিনি, মৌ, অসম তৰা, ল'ৰা বন্ধু, অসম বন্তি, টাইমছ অৱ আছাম, আৱাহন আদি আলোচনীসমূহেও আগ-ভাগ লৈছিল। এই আলোচনীসমূহৰ জৰিয়তে সেই সময়ৰ স্বদেশপ্ৰেমত উদ্দীপ্ত ডেকা অসমীয়া লেখকসকলে আধুনিক অসমীয়া সাহিত্যৰ জঁকা নিৰ্মাণ কৰিছিল। আধুনিক অসমীয়া সাহিত্য পাশ্চাত্য প্ৰভাৱতেই মূলতঃ গঢ় লৈ উঠে আৰু বাংলা সাহিত্যই আধুনিক অসমীয়া সাহিত্যৰ বিকাশ আৰু প্ৰগতিত বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। লম্বোদৰ বৰা, সত্যনাথ বৰা, লক্ষ্মীনাথ বেজবৰুৱা আদি আধুনিক অসমীয়া সাহিত্যৰ অগ্ৰণী সিংহপুৰুষসকলে বাংলা ভাষাতেই স্কুলীয়া শিক্ষা গ্ৰহণ কৰিছিল। কলিকতাত থকা সেই সময়ৰ ছাত্ৰসকলে সেই বাবেই বংগৰ প্ৰখ্যাত নাট্যকাৰ দ্বিজেন্দ্ৰলাল আৰু অন্যান্য লেখকসকলৰ সাহিত্য কৃতিৰ স'তে যুক্ত হৈ পুলক অনুভৱ কৰিছিল। কলিকতাত থাকিয়েই এই ছাত্ৰ-লেখকসকলে পাশ্চাত্য সংস্কৃতিৰ প্ৰভাৱত বাংলা সাহিত্যৰ লগত ওতপ্ৰোত সম্পৰ্ক স্থাপন কৰি আধুনিক ধ্যান-ধাৰণাসমূহ অসমীয়া সাহিত্যলৈ আমদানি কৰাৰ বাবে ব্ৰতী হৈ পৰিছিল।

'সমকালীন' অসমীয়া সাহিত্য বাক্যাংশ কিছু পৰিমাণে দ্ব্যৰ্থপূৰ্ণ। সমকালীন শব্দ Modern আধুনিক, সমসাময়িক,বৰ্তমান, এতিয়াৰ ইত্যাদিৰ- প্ৰায় সমাৰ্থক হিচাপেই ব্যৱহাৰ হয়। এই দৃষ্টিভংগীৰ ফালৰ পৰা 'সমকালীন' শব্দটো গতিশীল বুলি বিবেচনা কৰিব পাৰি। Oxford Advanced Learner's Dictionary ত 'সমকালীন' শব্দটো বৰ্তমান বা আধুনিক শব্দটোৰ সৈতে সমাৰ্থক বুলি উল্লেখ কৰিছে। শব্দ ব্যৱহাৰৰ ক্ষেত্ৰত বিভিন্ন চিন্তাবিদৰ ভিন ভিন দৃষ্টিভংগী থাকিলেও এইটো স্পষ্ট যে 'সমকালীন' সাহিত্য বুলিলে বৰ্তমান সময়ৰ আধুনিক সাহিত্যৰ বিভিন্ন শাখা-প্ৰশাখাকে সাঙুৰি লয়।

অসমত ১৮৫৭ চনত গুণাভিৰাম বৰুৱাৰ 'ৰামনৱমী' নামৰ সামাজিক নাটকখনৰ জৰিয়তেই আধুনিক নাটৰ শুভ-উদ্বোধন হয়। উল্লেখযোগ্য যে গুণাভিৰাম বৰুৱাৰ 'ৰামনৱমী' কোনো বিশেষ মহত্ব আগত ৰাখি ৰচনা কৰা হোৱা নাছিল। গুণাভিৰাম বৰুৱাৰ উপৰি হেমচন্দ্ৰ বৰুৱা, ৰুদ্ৰৰাম বৰদলৈ আদিয়ে আধুনিক অসমীয়া নাটৰ আৰম্ভণি পৰ্বত নাট লিখি বৰঙণি যোগাইছিল। আধুনিক অসমীয়া নাটকৰ দ্বিতীয় পৰ্যায়ত পৌৰাণিক নাটকে গজালি মেলি উঠে। চন্দ্ৰধৰ বৰুৱা, পদ্মনাথ গোহাঞিঃ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা আদিয়ে আদিপৰ্বত পৌৰাণিক নাটক লিখি অসমীয়া নাট্য সাহিত্যৰ ভেটি টনকিয়াল কৰি তুলিছিল। পৌৰাণিক নাটকৰ পাছতেই ঐতিহাসিক বিষয়বস্তুক ভিত্তি কৰি গঢ়ি উঠা বুৰঞ্জীমূলক নাটকৰ ধাৰাটোৱেও আধুনিক অসমীয়া নাট্য সাহিত্যৰ ভেটি নিৰ্মাণত প্ৰচুৰ অৰিহণা যোগাইছিল। পদ্মনাথ গোহাঞি বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱাৰ দান এইক্ষেত্ৰত বিশেষভাৱে মন কৰিবলগীয়া।

আধুনিক অসমীয়া নাট্য সাহিত্যৰ বিকাশত জ্যোতিপ্ৰসাদ আগৰৱালা আৰু অতুলচন্দ্ৰ হাজৰিকাৰ দান যথেষ্ট। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা যথাৰ্থতে আধুনিক অসমীয়া নাটকৰ নিৰ্মাতা। জ্যোতিপ্ৰসাদে পাশ্চাত্য আৰ্হিত থলুৱা আদৰ্শেৰে ৰূপালীম, লভিতা, কাৰেঙৰ লিগিৰী, শোণিতকুঁৱৰী, খনিকৰ আদি নাটেৰে অসমীয়া নাট্য সাহিত্যলৈ যুগান্তৰ আনে। জ্যোতিপ্ৰসাদে থলুৱা অসমীয়া লোকগীত, বিহুগীত, আইনাম, বিয়াগীত আদিত পাশ্চাত্য ধ্যান-ধাৰণাৰ লগত সুন্দৰভাৱে মিলাই আধুনিক অসমীয়া নাট্য সাহিত্যলৈ এটা নতুনত্ব আনি নৱশিল্পবোধৰ সৃষ্টি কৰে। জ্যোতিপ্ৰসাদেই অসমীয়া নাট্য সাহিত্যলৈ পাশ্চাত্য সাহিত্যত গঢ়ি উঠা বাস্তৱবাদ, অতিবাস্তৱবাদ, প্ৰতীকবাদ আদি নব্য ধাৰাসমূহ তেওঁৰ নাট্যাৱলীৰ জৰিয়তে আমদানি কৰে। অসমীয়া সমাজৰ মৰ্মৰ প্ৰান্তত সোমাই যোৱা জ্যোতিপ্ৰসাদেই আধুনিক অসমৰ প্ৰথমগৰাকী নাট্যকাৰ। অতুল চন্দ্ৰ হাজৰিকাই মূলতঃ পৌৰাণিক আখ্যানক ভিত্তি কৰি নাটক ৰচনা কৰিলেও তেখেতে বুৰঞ্জীমূলক নাটক লিখিও আধুনিক অসমীয়া নাট্য কলাৰ উন্নতি সাধন কৰিছিল। দ্বিতীয় মহাসমৰৰ পূৰ্বে আধুনিক অসমীয়া নাটকৰ এটা ভেটি নিৰ্মাণ হৈছিল যদিও যুদ্ধৰ সময়ছোৱাত অসমীয়া নাট্যমঞ্চৰ লাইটবোৰ নুমাই যায়। তাৰ পাছত ক্ৰমে ভাৰতৰ স্বাধীনতা আন্দোলন আহে । নাট্য-কলাও স্তিমিত হয়।

স্বাধীনতাৰ পৰৱৰ্তী যুগত অসমীয়া জনজীৱনলৈ বহুতো পৰিৱৰ্তন আহে। এফালে হৈ যোৱা দুখনকৈ বিশ্বযুদ্ধ আৰু আনফালে স্বাধীনতা প্ৰাপ্তি। কলা, সাহিত্য, বিজ্ঞান সকলোতে এই সময়ছোৱাত পৰিৱৰ্তনৰ বতাহ ব'বলৈ ধৰে। নতুন উৎসাহেৰে অসমীয়া নাট্যমঞ্চৰ আলোক বাতি জ্বলি উঠে। এই সময়ছোৱাতেই জ্যোতিপ্ৰসাদৰ লভিতা, খনিকৰ নগাঁও নাট্য সমিতিৰ পিয়লি ফুকন, প্ৰবীণ ফুকনৰ মণিৰাম দেৱান, লাচিত বৰফুকন, অতুলচন্দ্ৰ হাজৰিকাৰ টিকেন্দ্ৰজিৎ, যুগল দাসৰ ১৮৫৭ আদি উল্লেখযোগ্য নাটৰ সৃষ্টি হয়। নটসূৰ্য ফণী শৰ্মাৰ ভোগজৰা, উত্তম বৰুৱাৰ বৰ মানুহৰ দোলা, বৰৰজা ফুলেশ্বৰী আদি বুৰঞ্জী আশ্ৰিত নাটকত বুৰঞ্জীৰো নতুন ব্যাখ্যা দিবলৈ চেষ্টা কৰা হ'ল। কথাশিল্পী চৈয়দ আব্দুল মালিকে 'ৰাজদ্ৰোহী' নাটকেৰে বহুতো গুৰুত্বপূৰ্ণ প্ৰশ্ন উত্থাপন কৰিলে।

পঞ্চাশ, ষাঠী আৰু সত্তৰৰ দশকত অসমীয়া নাট্যমঞ্চলৈ বহুতো পৰিৱৰ্তনৰ ধল আহে। জ্যোতিপ্ৰসাদৰ পিছত কাৰিকৰী দিশত পৰিৱৰ্তন অনা নাট্যকাৰসকলৰ ভিতৰত সত্যপ্ৰসাদ বৰুৱা, সাৰদা কান্ত বৰদলৈ, গিৰীশ চৌধুৰী, ফণী তালুকদাৰ, অৰুণ শৰ্মা, মহেন্দ্ৰ বৰঠাকুৰ, ভবেন্দ্ৰনাথ শইকীয়া আদি উল্লেখযোগ্য। অতি আধুনিক নাট্যকাৰসকলৰ ভিতৰত অখিল চক্ৰৱৰ্তী, আলি হাইদৰ, প্ৰফুল্ল বৰা, মুনীন ভূঞা , ড° জগদীশ পাটগিৰী, ৰাজীৱ ফুকন আদি উল্লেখযোগ্য।

দেশে স্বাধীনতা লাভ কৰাৰ পিছত ১৯৫৯ চনত দিল্লীত National School of Drama. প্ৰতিষ্ঠা হোৱাৰ লগে লগে আব্ৰাহিম আল্‌কাজি প্ৰমুখ্যে নাট্য পৰিচালকসকলে ভাৰতীয় থিয়েটাৰৰ সন্ধানত ব্ৰতী হয়। ব্ৰেখ্‌টীয় নাট্য পদ্ধতি, এব্‌চাৰ্ড, অস্তিত্ববাদ , Stream of consciousness, social realism (সামাজিক বাস্তৱবাদ) আদি পাশ্চাত্যত চলা নতুন নতুন মতবাদ তথা পৰীক্ষা-নিৰীক্ষাসমূহ অসমলৈও আমদানি হয়। ব্ৰেখ্‌টীয় পদ্ধতি ভাৰতত সমাদৃত হোৱাৰ লগে লগে লোক-নাট্যৰ গুৰুত্ব বাঢ়ি যায়। ফলত লোক-নাট্যৰ বৰ্ণনামূলক পদ্ধতি (Narative technique of the folk theatre) সূত্ৰধাৰী নৃত্য-গীত অৰ্থপূৰ্ণভাৱে আমাৰ নাট্যমঞ্চত প্ৰৱেশ কৰে। এইক্ষেত্ৰত আল্‌কাজিয়ে দিল্লীৰ ফিৰোজচাহ কোটলাত মুক্তাংগন মঞ্চত পৰিচালনা কৰা 'ধৰ্মবীৰ'ভাৰতীৰ অন্ধযুগ' সবাতোকৈ গুৰুত্বপূৰ্ণ। পশ্চিমবঙ্গত শম্ভু মিত্ৰই ৰবীন্দ্ৰনাথ ঠাকুৰৰ নাটকসমূহ নতুন পদ্ধতিৰে প্ৰযোজনা কৰি প্ৰকৃত ভাৰতীয় থিয়েটাৰৰ প্ৰতি দৰ্শকৰ মন আকৃষ্ট কৰে। কেৰালাত কে এন পান্নিকৰে কুট্টিয়তম লোকশৈলীৰে নাট মঞ্চস্থ কৰি প্ৰকৃত ভাৰতীয় থিয়েটাৰৰ প্ৰতি দৰ্শকক আকৃষ্ট কৰে। সেইদৰে গিৰীশ কাৰ্ণাৰ্ডৰ হয়বদন, বিজয় তেণ্ডুলকাৰৰ ঘাচিৰাম কটোৱাল, চন্দ্ৰশেখৰ কনকৰৰ জো কুমাৰ স্বামী, সন্ধ্যাবলয় কেতন মেহতাৰ ভবানী ভৱাই, ৰতন থিয়ামৰ চক্ৰব্যূহ, হবিব তনবীৰৰ চৰণদাস চোৰ আদি নাটকেৰে লোক-সংস্কৃতিৰ প্ৰতি জনগণক আকৃষ্ট কৰি তোলে।

ভাৰতীয় নাটকৰ লেখীয়া অসমীয়া নাটকেও বিশেষকৈ ষাঠীৰ দশকৰ শেষৰ পৰা বিভিন্ন পৰীক্ষা-নিৰীক্ষাৰ মাজেৰে আগবাঢ়িছে। এইসকলৰ ভিতৰত সত্যপ্ৰসাদ বৰুৱাৰ জবালা (১৯৭৬), নায়িকা নাট্যকাৰ মৃণাল মাহী (১৯৭৭), অৰুণ শৰ্মাৰ আহাৰ, চিঞৰ, শ্ৰীনিবাৰণ ভট্টাচাৰ্য, পুৰুষ, বুৰঞ্জীপাঠ, বসন্ত শইকীয়াৰ মৃগতৃষ্ণা (১৯৭২), মানুহ, অসুৰ, ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ ৰামধেনু, গহ্বৰ, সমুদ্ৰ মন্থন, পৰমানন্দ, স্বৰ্ণজয়ন্তী, মহেন্দ্ৰ বৰঠাকুৰৰ জন্ম, আজান, পিতামহৰ শৰশয্যা, মুখ্যমন্ত্ৰী প্ৰফুল্ল বৰাৰ সময়, বান, তেজীমলা, হিমেন্দ্ৰ বৰঠাকুৰৰ বাঘ, মমৰ ঘৰ, আব্দুল মজিদৰ চোৰ, আনন্দ মোহন ভাগৱতীৰ দুঃশাসন, জতুগৃহ, যোগেন বায়নৰ ৰামধেনু, বসন্ত ভট্টাচাৰ্যৰ জীৱন-কল্লোল, ভবেন বৰুৱাৰ কনকলতা, অচ্যুত লহকৰৰ এৰিণা, অখিল চক্ৰৱৰ্তীৰ উত্তৰ পুৰুষ, পূজনীয় দেউতা, সতীশ ভট্টৰ মহাৰাজা, যুগল দাসৰ বায়নৰ খোল, ড° জগদীশ পাটগিৰীৰ অজগৰ, অভিযাত্ৰা, শ্ৰীকৃষ্ণ অৰ্জুন আৰু গাণ্ডীৱ, দ্ৰৌপদী, অগস্তিযাত্ৰা, শিলালিপি, তৰালীৰ আকাশ, চিহ্নযাত্ৰা, নৰকুণ্ড, মহাবীৰ লাচিত আদি, আলি হায়দৰৰ ধুমুহা পখীৰ নীড়, কৰুণা ডেকাৰ লুইত কন্যা, প্ৰমোদ দাসৰ হনুমান সাগৰ বান্ধা চাওঁ, ফণী তালুকদাৰৰ অগ্নিপৰীক্ষা, কৰুণা ডেকাৰ চং ৰফিকুল হুছেইনৰ কৌৰৱ পাণ্ডৱ, ৰাজীৱ ফুকনৰ ঐ ঐ বনামী, মুনীন ভূঞাৰ হাতী আৰু ফান্দী আদি। উল্লিখিত নাট্যকাৰসকলৰ উপৰি অজিত বৰঠাকুৰ, জয়ন্ত ৰাজগুৰু (লাজ নিলাজ আৰু বিষণ্ণ লাজ), পংকজজ্যোতি ভূঞা, হৰেন বৰঠাকুৰ, অৰূপ বৰঠাকুৰ, ভূপেন গোস্বামী (কুশল কোঁৱৰ, ক্ৰান্তি কালৰ গদ্য) আদি ভালেমান নবীন-প্ৰবীণ নাট্যকাৰে সমকালীন নাট্য-সাহিত্যৰ ভঁড়াললৈ মৌলিক অৱদান আগবঢ়াইছে।

বৰ্তমান আধুনিক অসমীয়া নাট্য-কলা দুটা দিশেৰে আগবাঢ়িছে। এটা হ'ল অপেছাদাৰী নাট্যগোষ্ঠীবোৰে নিবেদন কৰা নাট্যধাৰা আৰু আনটো হ'ল ভ্ৰাম্যমাণ নাট্যধাৰা। ১৯৫৯ চনত সদা লহকৰ আৰু অচ্যুত লহকৰ ভাতৃদ্বয়ৰ প্ৰচেষ্টাত পূৰ্ণাংগ আধুনিক ৰূপত গঢ়ি উঠা ভ্ৰাম্যমাণ থিয়েটাৰে সম্প্ৰতি এটা বেলেগ স্তৰত উপনীত হৈ প্ৰায় সম্ভাৱনাপূৰ্ণ এটা আন্দোলন সৃষ্টি কৰাৰ লক্ষ্যৰে ধাৱমান হৈছে। এমেচাৰ আৰু ভ্ৰাম্যমাণ থিয়েটাৰৰ যুটীয়া প্ৰচেষ্টাত হয়তো প্ৰচণ্ড ইলেকট্ৰ'নিক মাধ্যমৰ প্ৰভাৱ অতিক্ৰমী অসমত এটা নাট্য আন্দোলন গঢ়াৰ বাবে মৌলিক নাটকৰ সৃষ্টি হোৱাটো মূল কথা। বিদেশী নাটকৰ অনুবাদ অথবা অভিযোজনা, হিন্দী চিনেমাৰ

আদৰ্শৰে অথবা বঙলা নাটকৰ সম্পূৰ্ণ প্ৰভাৱেৰে কাহিনী, ষ্টাইল আদি হুবহু নকল কৰি অসমীয়া ভাষাত প্ৰযোজনা কৰি চমৎকাৰ সৃষ্টি বা হয়তো ধনৰ মোনাখন শকত কৰি নাট্য-সংস্কৃতিৰ বেদীত জীৱন আহুতি দিয়া বুলি ফোঁপযহী মাৰিব পাৰি, কিন্তু তাৰ দ্বাৰা নিজস্ব থিয়েটাৰৰ 'টোটেল' উন্নতি কেতিয়াও নহয়। নাট্য-কলাৰ উৎকৰ্ষ নিৰ্ভৰ কৰে মঞ্চৰ উন্নতিৰ ওপৰত। আমাৰ ৰাজ্যত মঞ্চৰ উন্নতিৰ বাবে কোনো বাস্তৱিক আৰু বিজ্ঞানসন্মত ব্যৱস্থাই লোৱা হোৱা নাই বুলি ক'ব পাৰি। আন্দোলন হ'ব কেনেকৈ? থিয়েটাৰৰ স্বপ্ন, বাস্তৱ আৰু দৰ্শন এতিয়াও আমাৰ ৰাজ্যত ভালভাৱে হৃদয়ংগম হোৱাই নাই। ভাল নাটকক সাহিত্যৰ পৰম সম্পদ বুলি মানি লোৱাৰ বৃত্তিও আমাৰ বহুতো সমালোচকৰে নাই। অথচ নাট্য-কলাতেই থাকে সকলো কলাৰ মহত্তম সাৰ আৰু ফচলবোৰ। অসমীয়া নাটকে তেজ আহৰণ কৰিব লাগিব দেশৰ বায়ু-পানী, শস্য-পথাৰ, বিশ্বাস-অবিশ্বাস, কৃষ্টি-সংস্কৃতিৰ সাতামপুৰুষীয়া পৰম্পৰাৰ পৰাই। সমকালীন অসমীয়া নাট্য-আন্দোলন তথা নাট্য-কলাই গজালি মেলিব পাৰিব উল্লিখিত কাৰকসমূহৰ পৰাহে, বাহিৰৰ কৃত্ৰিম হেঁচাত নহয়।

অসমীয়া ভাষা-সাহিত্যৰ বিস্তাৰত নাটকে গুৰুত্বপূৰ্ণ ভূমিকা লৈ আহিছে যদিও সাহিত্যৰ অন্যান্য বিভাগসমূহৰ দৰে নাট্য সাহিত্যক প্ৰাপ্য মৰ্যাদা দিয়া হোৱা নাই। প্ৰকাশন প্ৰতিষ্ঠান সমূহেও নাটকৰ বিক্ৰী কম বুলি নাটক ছপোৱা কাৰ্যৰ প্ৰতি অনীহা প্ৰকাশ কৰি আহিছে। এনেকুৱা অৱস্থাৰ পৰিপ্ৰেক্ষিতত বহু গুৰুত্বপূৰ্ণ অসমীয়া নাটক পাণ্ডুলিপি অৱস্থাতে নিঃশেষ হোৱাৰ পথত। অসম সাহিত্য সভাৰ দৰে এটি অতি মৰ্যাদাপূৰ্ণ জাতীয় অনুষ্ঠানৰ কাৰ্যনিৰ্বাহক সমিতিয়ে আমাক 'আধুনিক অসমীয়া নাটকৰ এটি সংকলন' সম্পাদনাৰ বাবে দায়িত্ব দিয়াত আমি আগ্ৰহেৰে সেই দায়িত্ব মূৰ পাতি লওঁ। ইতিমধ্যে অসম প্ৰকাশন পৰিষদে অনাতাঁৰ নাট্যাৱলীৰ দুটি খণ্ড প্ৰকাশ কৰিছে। সাহিত্য একাডেমিও ২৫ খন অসমীয়া একাংক নাট সংকলন নামেৰে এটি খণ্ড প্ৰকাশ কৰিছে। ব্যক্তিগত প্ৰকাশন-প্ৰতিষ্ঠান আৰু কোনো কোনো নাট্যকাৰে নিজা প্ৰচেষ্টাত কিছুসংখ্যক নাট প্ৰকাশ কৰিছে। প্ৰকাশিত এই সংকলন সমূহে আধুনিক অসমীয়া নাটকৰ এখন স্পষ্ট ছবি প্ৰতিফলিত কৰিব পৰা নাই। নাট্য শিল্পৰ এগৰাকী বনুৱা হিচাপে আধুনিক অসমীয়া বিভিন্ন ধাৰাৰ গুৰুত্বপূৰ্ণ নাটসমূহৰ সংগ্ৰহ আৰু অধ্যয়নৰ কাম আমি বহুবছৰ পূৰ্বেই আৰম্ভ কৰিছিলোঁ আৰু কেইবছৰমান পূৰ্বে অসম প্ৰকাশন পৰিষদক এই বিষয়ক এটি আঁচনি দাখিল কৰিছিলো যদিও কোনো কামেই আগ নাবাঢ়িল। পলমকৈ হ'লেও মনতে পুহি ৰখা সেই আঁচনি এতিয়া ৰূপায়িত কৰাৰ সুযোগ পোৱাত তাৰ সৎব্যৱহাৰ কৰাৰ বাবে চেষ্টা চলোৱা হ'ল। এই সংকলনত নানা কাৰণত ভালেমান কৃতি নাট্যকাৰৰ নাট অন্তৰ্ভূক্ত কৰিব পৰা হোৱা নাই। পৰৱৰ্তী সময়ত অন্তৰ্ভুক্ত কৰাৰ বাবে চেষ্টা চলোৱা হ'ব। এই সংকলনত অন্তৰ্ভুক্ত হোৱা নাটসমূহ মূলত অপেচাদাৰী মঞ্চত নিবেদিত আৰু পৰীক্ষামূলক পূৰ্ণাংগ চুটি নাট তথা ১৯৬০ ৰ পাছত ৰচিত নাটসমূহৰ পৰা নিৰ্বাচনৰ মাপকাঠি হিচাপে লোৱা হৈছে। সংকলিত নাটকসমূহৰ বিষয়ে বিশদ বিশ্লেষণ কৰা হোৱা নাই। কেৱল নাটকসমূহৰ বিষয়বস্তুৰ সামান্য আভাসহে দিয়া হৈছে। নাট্য ৰসিক, পাঠক, সমালোচক সকলে নিজে নিজে অধ্যয়ন কৰি অথবা মঞ্চাভিনয় দেখি নাটক সমূহৰ মান যাতে নিৰ্ণয় কৰিব পাৰে, তাৰে বাবেই আমি এই কাৰ্যৰ পৰা বিৰত আছোঁ। আশা ৰাখিছোঁ এই সংকলনত অন্তৰ্ভুক্ত নাট সমূহৰ যথাযথ বিচাৰ বিশ্লেষণ হ'লে আধুনিক অসমীয়া নাট্য-সাহিত্যৰ এক নৱমূল্যায়ণ হ'ব আৰু তাৰ পৰা আমাৰ তৰুণ প্ৰজন্মই নতুন মঞ্চৰ আলোকবাতিৰে মঞ্চদিগন্তৰ প্ৰসাৰ কৰি নাট্য-সাহিত্যৰ ভেটি অধিক মজবুত কৰিব পাৰিব।

'আধুনিক অসমীয়া নাট্যসম্ভাৰ' যুগুতাই উলিৱাওঁতে আমাৰ মৰমৰ ছাত্ৰ বৰ্তমান দুলিয়াজান মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰবক্তা শ্ৰীমান সত্যকাম বৰঠাকুৰে অনেক সহায় কৰাত এই কাৰ্য সুকলমে সমাপন হোৱাটো সম্ভৱ হৈছে। সংকলনত অন্তৰ্ভুক্তিৰ বাবে শ্ৰদ্ধেয় নবীন-প্ৰবীণ নাট্যকাৰ সকলে তেখেত সকলৰ নাটক সমূহ অতি সহজতে অনুমতি দিয়াত তেখেতসকললৈ আৰু এই কাৰ্যত জড়িত সকলো ব্যক্তিলৈ শ্ৰদ্ধা আৰু কৃতজ্ঞতা যাঁচিছো।

জয় হ'ব পোহৰৰ
জয় হ'ব অসমৰ

(ডক্টৰ জগদীশ পাটগিৰী)

১ ফেব্ৰুৱাৰী ২০০৫ খ্ৰীষ্টাব্দ
জীৱন কৃষ্ণ পথ ,হেঙেৰাবাৰী
গুৱাহাটী - ৭৮১০৩৬

# নাটকসমূহৰ বিষয়বস্তু

**অনৰ্থম ঃ** শচীন দাসৰ 'অনৰ্থম'ক নাট্যকাৰে স্ত্ৰী চৰিত্ৰ বৰ্জিত পূৰ্ণাঙ্গ নাট বুলি অভিহিত কৰিছে। ইয়াৰ কেউটা চৰিত্ৰই পুৰুষ চৰিত্ৰ। এটা নাৰী চৰিত্ৰক কেন্দ্ৰ কৰি নাটখনি পৰিসমাপ্তিৰ পিনে আগবাঢ়িছে যদিও এই চৰিত্ৰটোৱে মঞ্চত ভুমুকি মৰা নাই। নাটখনিৰ বিষয়বস্তু ব্যঙ্গাত্মক। এগৰাকী ভণ্ড বাবাজীৰ অৰ্থলোভী চৰিত্ৰৰ বাবেই তেওঁৰ জীৱনলৈ নামি অহা অনৰ্থৰ আধাৰত মূল কাহিনীটো নিৰ্মাণ কৰা হৈছে। ইয়াৰ মাজতে সমাজৰ বিভিন্ন স্তৰৰ মানুহে সন্মুখীন হোৱা বিভিন্ন সমস্যাৱলীৰ বিষয়েও উল্লেখ কৰা হৈছে।

**অমৃত গৰল আৰু অন্যান্য ঃ** 'অমৃত গৰল আৰু অন্যান্য' নাটখনিৰ নাট্যকাৰ গিয়াছুউদ্দিন আহমেদ। ইয়াত প্ৰচলিত পৰম্পৰাৰ প্ৰতি তীব্ৰ শ্লেষ ধ্বনিত হৈছে। নবীন পণ্ডিত নামৰ অৱসৰপ্ৰাপ্ত শিক্ষক এগৰাকীৰ দুগৰাকী কন্যা মৰমী আৰু বৰ্ণালী। সমাজৰ এচকুৱা স্বৰূপৰ বাবেই মৰমী ৩৫ বছৰ বয়সলৈকে বিয়া নোহোৱাকৈ আছে। সিপিনে ধনীৰ দুলাল অনন্তই বৰ্ণালীৰ সৰ্বনাশ কৰি এৰি দিয়াত তাই ৪৫ বছৰীয়া ড্ৰাইভাৰ মহেশ্বৰৰ লগত পলাই যাবলগীয়া হৈছে। আনহাতে নিজৰ যৌৱনকালত বীৰেশ্বৰ নাথৰ সহপাঠীৰ লগত সম্পৰ্ক স্থাপন কৰি বদনামী হৈ পৰা মৰমীয়ে নিজৰ অতীত স্মৃতি বহন কৰি অবিবাহিত জীৱন সাৱটি লৈছে। ইয়াৰ মাজতে মৰমী আৰু বৰ্ণালীৰ পিতৃ নবীনে সমাজ পৰিৱৰ্তনৰ বাবে জনতাৰ ওপৰত আস্থা স্থাপন কৰিছে। এফালেদি পৰম্পৰাগত সামাজিক দৃষ্টিকোণ আৰু ভণ্ডামী, আনপিনে পুৰুষতন্ত্ৰত নাৰীৰ ওপৰত হোৱা অত্যাচাৰ— এই সমূহেই হ'ল নাটকখনিৰ প্ৰধান উপজীব্য। এখন সামাজিক নাট হিচাপে নাটখনিৰ বিষয়বস্তু গুৰুত্বপূৰ্ণ।

আজি ঃ অৰুণ গোস্বামীৰ দ্বাৰা ৰচিত নাট 'আজি'ত বৰ্তমানৰ এক বাস্তৱ পৰিস্থিতি চিত্ৰণ কৰা হৈছে। নাটকীয় কৌশলৰ দিশৰপৰা নাটখনিত নতুনত্ব আছে। একেখন মঞ্চতে ভিন্ন বিষয়ক একেকেইটা চৰিত্ৰৰ যোগেদিয়ে উপস্থাপন কৰি মূল নাটকীয় কথাবস্তু উপস্থাপনৰ ক্ষেত্ৰত নাট্যকাৰে অভিনৱত্ব প্ৰদৰ্শন কৰিছে। ইয়াত থকা চাৰিটা চৰিত্ৰই বিভিন্ন সময়ত বিভিন্ন ৰূপ ধাৰণ কৰি বিচ্ছিন্ন বিষয় দাঙি ধৰিছে। নাটকখনৰ উপস্থাপন ৰীতিৰ স'তে ব্ৰেখ্‌টীয় শৈলীৰ সাদৃশ্য লক্ষ্য কৰা যায়।

আশ্ৰয় ঃ 'আশ্ৰয়' ডাঃ দিলীপ কুমাৰ বৰুৱাই সাম্প্ৰতিক পৰিস্থিতিৰ ওপৰত ৰচনা কৰা এখন নাটক। ইয়াত এটা 'ৰবটক' আশ্ৰয় কৰি মানুহৰ মাজৰ দুৰ্বল চিন্তা-চেতনাবোৰৰ প্ৰতি শ্লেষাত্মক বক্তব্য নিক্ষেপ কৰা হৈছে। নাটখনিৰ প্ৰতিটো চৰিত্ৰই কম বেছি পৰিমাণে সাম্প্ৰতিক পৰিস্থিতিৰ লগত জড়িত। সেয়েহে সমাজৰ বিভিন্ন ৰূপ ইয়াত যথাযথ ৰূপত ফুটি ওলাইছে। নাটকীয় কৌশলৰ ক্ষেত্ৰতো নাট্যকাৰে কুশলতাৰ পৰিচয় দিছে।

**এজন ৰজা আছিল ঃ** অখিল চক্ৰৱৰ্তীৰ 'এজন ৰজা আছিল' ত প্ৰাচীন অংকীয়া নাট আৰু সংস্কৃত নাটৰ শৈলীৰে নতুন দিনৰ বিষয়সমূহ সাৱলীলভাৱে উপস্থাপন কৰা হৈছে। প্ৰকৃততে ইয়াত কেইগৰাকীমান পুৰণি ব্যক্তিৰ কথোপকথনেৰে বৰ্ত্তমানৰ সমস্যাসমূহ তুলি ধৰিবলৈ চেষ্টা কৰা হৈছে। আধুনিক নাটকত সংগী আৰু সূত্ৰধাৰ চৰিত্ৰ নাই। প্ৰাচীন সংস্কৃত সাহিত্যৰ আলমত নাটখনিতো এই চৰিত্ৰ দুটা উপস্থাপন কৰা হৈছে। বিষয়বস্তু, টেক্‌নিক আদিৰ ক্ষেত্ৰত নাটখনিত নাট্যকাৰে প্ৰতিভাৰ পৰিচয় দিবলৈ সক্ষম হৈছে।

**এজাক জোনাকীৰ জিলমিল ঃ** 'এজাক জোনাকীৰ জিলমিল' ড' ভবেন্দ্ৰনাথ শইকীয়াই বৰ্তমানৰ পৰিস্থিতিৰ ওপৰত ভিত্তি কৰি ৰচনা কৰা নাটক। কেইগৰাকীমান গণবিচ্ছিন্ন বিদ্ৰোহী ব্যক্তিৰ প্ৰসংগৰে নাটখনি ৰচনা কৰা হৈছে। প্ৰেম, বিচ্ছেদ আৰু আস্থাই হ'ল এই নাটখনিৰ প্ৰধান বিষয়। বৰ্তমান চৌদিশে গা-কৰি উঠা সশস্ত্ৰ সংগ্ৰামৰ বিপৰীতে সমাজৰ হৃদয়বান মানুহৰ পুনৰুত্থান কৰি এখন নতুন সমাজ সৃষ্টিৰ প্ৰৱণতা নাটখনিত বিদ্যমান।

**এটা চোলাৰ কাহিনী ঃ** আলি হাইদৰৰ 'এটা চোলাৰ কাহিনী'ত এগৰাকী ক্ৰমশঃ শকত হৈ অহা এজন মানুহক প্ৰতীক হিচাপে লৈ ইয়াত সমাজৰ শক্তিশালী শ্ৰেণীটোৰ আগ্ৰাসী মনোবৃত্তি আৰু দুৰ্বল শ্ৰেণীটোৰ দুৰ্দশাক ফুটাই তোলা হৈছে। নাটখনিত শকত মানুহজন, গ্ৰাহকগৰাকী শক্তিশালী শ্ৰেণীটোৰ প্ৰতীক; তেওঁৰ বাবে চিলোৱা ডাঙৰ চোলাটোৰে শক্তিশালী শ্ৰেণীৰ আগ্ৰাসনক সূচাইছে আৰু দৰ্জী আৰু তেওঁৰ পৰিয়ালটোৰে দুৰ্বল শ্ৰেণীৰ দুৰ্দশাক প্ৰতিনিধিত্ব কৰিছে। ইয়াৰ মাজতে থকা দৰ্জী আৰু তেওঁৰ যুৱক পুত্ৰই নতুন দিনৰ সূচনা ঘটোৱাৰ প্ৰতিশ্ৰুতি বহন কৰিছে।

**১৮৯৪ ঃ** ১৮৯৪ চনৰ ২৮ জানুৱাৰীত দৰং জিলাৰ 'পথৰুঘাট নামে ঠাইত অসমৰ কৃষকসকলে বৰ্ধিত খাজনা আদায় নিদিয়াৰ সংকল্পৰে কৃষকসকলে ব্ৰিটিছৰ বিৰুদ্ধে এক বিপ্লৱৰ সূচনা কৰিছিল। 'পথৰুঘাটৰ ৰণ' নামেৰে প্ৰখ্যাত এই ৰণত ব্ৰিটিছৰ গুলী চালনাত শতাধিক অসমীয়া কৃষক ছহিদ হৈছিল। দেবেশ শৰ্মাই এই ঐতিহাসিক ঘটনাটোৰ আলমতে '১৮৯৪ ' শীৰ্ষক নাটখনি ৰচনা কৰিছে। নতুন পুৰুষ আৰু দেওধনীৰ চৰিত্ৰ দুটাক সূত্ৰধাৰী ভূমিকাত অৱতীৰ্ণ কৰোৱা সত্ত্বেও নাটখন বাস্তৱতে এখন ঐতিহাসিক নাটক। ইতিহাস প্ৰসিদ্ধ কাহিনীটোক সাৰ্থকভাৱে তুলি ধৰি নাট্যকাৰে নতুন প্ৰজন্মৰ মাজত দেশপ্ৰেমৰ ভাৱ জগাই তুলিবলৈ চেষ্টা কৰিছে।

**কল্যাণ-খৰমান ঃ** 'দুৰ্যোধন আৰু অশ্বত্থামা' চৰিত্ৰ দুটাক লৈ সপোনজ্যোতি বৰঠাকুৰে 'কল্যাণ খৰমান' নাটখন ৰচনা কৰিছে। কুৰুক্ষেত্ৰৰ যুদ্ধৰ আলম লৈ নাটখনিত যুদ্ধৰ ঋণাত্মক দিশসমূহ বিশ্লেষণ কৰা হৈছে। নাটকীয় কাহিনী নিৰ্বাচন প্ৰশংসনীয়। অন্তিম শয্যাত শয়নৰত দুৰ্যোধনৰ মনত উদ্ভৱ হোৱা বিভিন্ন চিন্তাৰ আলম লৈ ইয়াত যুদ্ধৰ ভয়াবহতাৰ কথা বৰ্ণনা কৰা হৈছে। নাটখনিত অশ্বত্থামাৰ দ্বাৰা দ্ৰৌপদীৰ পঞ্চপুত্ৰ নিধন আৰু তাৰ পৰিণতিত দুৰ্যোধনৰ মনলৈ নামি অহা চিৰপৰাজয়ৰ আশংকাক নাট্যৰূপ দিয়া হৈছে। প্ৰথম অৱস্থাত আধুনিক নাটকৰ ৰীতি বিৰুদ্ধভাৱে দীঘলীয়া সংলাপ দিয়া হৈছে যদিও ই নাটখনিৰ গহীন বিষয়বস্তু উপস্থাপনৰ ক্ষেত্ৰত এক সাৰ্থক কৌশলৰূপে ব্যৱহৃত হৈছে। অৱশ্যে এইখন নাটৰ মঞ্চ-সাৰ্থকতা নিৰ্ভৰ কৰিব একান্তই পৰিচালক আৰু অভিনেতাৰ দক্ষতাৰ ওপৰত।

**কুলধৰ চেতিয়া বুঢ়া হ'ল ঃ** হেমন্ত বৰপাত্ৰগোঁহাইৰ 'কুলধৰ চেতিয়া বুঢ়া হ'ল' নাটখনিত নতুন প্ৰজন্ম আৰু পুৰণি প্ৰজন্মৰ মাজৰ দৃষ্টিভংগীজাত পাৰ্থক্যৰ কথা উনুকিওৱা হৈছে। বৃদ্ধত্বৰ নিঃসংগতাই পীড়ন কৰা চেতিয়াৰ মনত মৃত্যু-চেতনা গা-কৰি উঠিছে। এনে সময়তে নাট্যকাৰে মৃত্যু-চেতনাক একাষৰীয়া কৰি থৈ এক নতুন জীৱনৰ সন্ধান কৰিছে। নাটখনিৰ বিষয়বস্তুত অভিনৱত্ব আছে। সমাজত প্ৰবীণ প্ৰজন্মৰ প্ৰতি প্ৰদৰ্শন কৰা অৱজ্ঞাসূচক মনোভাৱ আৰু ইয়াক কেন্দ্ৰ কৰি বৃদ্ধ বয়সৰ মনস্তত্ত্বক বিশ্লেষণ কৰা হৈছে। শেষত মৃত্যু-চেতনাই মানুহৰ মনত জীৱনৰ সৌন্দৰ্যক কেনেদৰে প্ৰতিভাত কৰে তাকে প্ৰতিপন্ন কৰা হৈছে।

**ক্ৰান্তিকালৰ গদ্য ঃ** ভূপেন গোস্বামীৰ 'ক্ৰান্তিকালৰ গদ্য' এখন সাম্প্ৰতিক পৰিস্থিতিৰ ওপৰত ৰচনা কৰা নাটক। দুৰ্নীতি, অনিয়মেৰে গঢ়ি উঠা শাসন ব্যৱস্থা আৰু মাজতে সৃষ্টি হোৱা এচাম হতাশাগ্ৰস্ত যুৱকৰ সশস্ত্ৰ সংগ্ৰাম — এয়াই হৈছে নাটখনিৰ মূল বিষয়বস্তু। তাৰ মাজতে সমাজৰ নানা অনীতি-অনিয়মবোৰৰ প্ৰসংগও উনুকিওৱা হৈছে। নাটৰ শেষত এটা নতুন প্ৰজন্ম সৃষ্টিৰ সম্ভাৱনাৰে আশাৰ বতৰা কঢ়িয়াই অনা হৈছে । বিষয় উপস্থাপনৰ ক্ষেত্ৰত নাট্যকাৰে সাহস আৰু কুশলতাৰ পৰিচয় দিছে।

**গোমধৰ কোঁৱৰ ঃ** সুৰেণ ভাগৱতীৰ 'গোমধৰ কোঁৱৰ' এখন ঐতিহাসিক নাটক। স্বাধীনতা আন্দোলনৰ ছহীদ গোমধৰকোঁৱৰৰ জীৱনৰ অৱলম্বনত ৰচনা কৰা নাটখনিত ঐতিহাসিক ব্যক্তি গৰাকীৰ জীৱন পৰিক্ৰমাক সাৰ্থক ৰূপত তুলি ধৰা হৈছে। গোমধৰৰ বিদ্ৰোহৰ পৰা আৰম্ভ কৰি নিৰ্বাসনত শেষ হোৱা নাট খনিত ঐতিহাসিক বিষয়বস্তু উত্থাপন কৰিবলৈ যাওঁতে নাট্যকাৰে আপোচ কৰা নাই। আনকি মণিৰাম দেৱানৰ প্ৰথম অৱস্থাৰ ব্ৰিটিছ অনুৰাগকো নাটখনিত স্পষ্ট ৰূপত দেখুৱাৰ প্ৰয়াস কৰিছে।

**চোঁ ঃ** দিলীপ কুমাৰ শৰ্মাৰ 'চোঁ' নাটকত অসমীয়া সমাজৰ বিভিন্ন লোক-সাংস্কৃতিৰ সমলসমূহক যথাযথ ৰূপত ব্যৱহাৰ কৰি তাৰ আলমতে মূল বিষয় ফুটাই তোলা হৈছে। নাটখনিত কোনোধৰণৰ দৃশ্যসজ্জা ব্যৱস্থা নাই। এপিক ড্ৰামাৰ কৌশলৰ দৰেই এইখন নাটতো একেকেইটাই চৰিত্ৰই বিভিন্ন সমস্যাক মঞ্চত উত্থাপন কৰিছে। এক নৈতিক আদৰ্শ প্ৰচাৰৰ বাবে ৰচনা কৰা নাটখনিত নাট্যকাৰৰ মৌলিক চিন্তাৰ পৰিচয় পোৱা যায়।

**ছাহজাদী ঃ** ডাঃ দীনেশ শৰ্মাই ঔৰংজেবৰ মোগল সাম্ৰাজ্যৰ ৰাজমহলৰ ভিতৰ চ'ৰাৰ এক গোপন কাহিনী 'ছাহজাদী' নাটত বৰ্ণনা কৰিছে। প্ৰেম আৰু বিষাদৰ এক অপূৰ্ব পটভূমিত ৰচিত এই নাটত মোগল ছাহজাদী জিন্নৎউন্নিছাৰ সৰগীয় প্ৰেমৰ মাহাত্ম্য প্ৰকাশ কৰা হৈছে। মোগল হেৰেমৰ গোপন ব্যভিচাৰৰ এটা সৰু ঘটনাৰ নায়িকা হ'ল ঔৰংজেবৰ ভনীয়েক ৰৌশনাৰা। ৰৌশনাৰাই নিজৰ কামনা চৰিতাৰ্থ কৰিবৰ বাবে বন্দী কৰে কেইগৰাকীমান যুৱকক। তাৰে এগৰাকী আনোৱাৰ। এই আনোৱাৰৰ স'তে জিন্নতৰ প্ৰণয়ৰ সূত্ৰপাত হয়। পৰৱৰ্তী সময়ত ৰৌশনাৰাই সকলো খবৰ পাই আনোৱাৰক নিৰ্মম অত্যাচাৰ কৰি পোতাশালত বন্দী কৰে। এই খবৰ পোৱাত জিন্নতে অতি সাহসেৰে পোতাশালত প্ৰৱেশ কৰি আনোৱাৰৰ মুক্তিৰ কোনো উপায় নেদেখি তাক সহজ মৃত্যু প্ৰদান কৰি মুক্তি প্ৰদান কৰে। মাথো সিমানেই নহয়, ঔৰংজেবৰ বুদ্ধিৰে ৰৌশনাৰাকো বিষ পান কৰোৱাই মৰা হয়। নাটখনিত নায়িকা জিন্নৎউন্নিছাৰ অসীম সাহস আৰু বুদ্ধিমত্তাৰ পৰিচয় পোৱা যায়। তাই ধুমুহাৰ গতিৰে নিজৰ প্ৰতিটো পদক্ষেপ গ্ৰহণ কৰিছে। তাৰ বিপৰীতে হৃদয় জগতত ঔৰংজেবৰ অসহায়তাৰ কথাও প্ৰকাশিত হৈছে। এটা প্ৰখ্যাত কাহিনীতকৈ ইতিহাসৰ এক অখ্যাত অথচ মৰ্মন্তুদ বিষয়ক বাছি লৈ নাট্যকাৰে কুশলতাৰ পৰিচয় দিছে।

**জন্ম ঃ** নাট্যকাৰ মহেন্দ্ৰ বৰঠাকুৰে সমাজ বাস্তৱৰ ওপৰত ভিত্তি কৰি 'জন্ম' নামৰ নাটখনি ৰচনা কৰিছে। নতুন প্ৰজন্মক প্ৰতিনিধিত্ব কৰা অজয় আৰু অবিনাশ নামৰ চৰিত্ৰ দুটাক কেন্দ্ৰ কৰি নাটকখনৰ কাহিনীভাগ আগবাঢ়িছে। নাটখনিত এডাল পুৰণি হাড়ক অৱলম্বন কৰি ঐতিহ্য বিচাৰি চোৱাৰ প্ৰৱণতা এটা যিদৰে স্পষ্ট হৈ আছে, সেইদৰেই মাটিত পোত গৈ থকা বন্দুক এটাক চাফ-চিকুণ কৰি জাতীয় জড়তা ভাঙিবৰ বাবে এক নতুন সংগ্ৰামৰ পাতনি মেলাৰো পোষকতা কৰা হৈছে। নাটখনিত চাতুৰ্যপূৰ্ণ সংলাপ আৰু মঞ্চসজ্জাৰ যোগেদি সমাজৰ কলুষ-কালিমাময় দিশসমূহলৈ আঙুলিয়াই দেখুৱা হৈছে। প্ৰেম, দাম্পত্য, জীৱিকা আদি সকলো ক্ষেত্ৰতে বস্তুবাদী সভ্যতাৰ হাতোৰা কিদৰে সম্প্ৰসাৰিত হৈছে— সেয়া নাটখনিত অতি সাৱলীলভাৱে উপস্থাপন কৰা হৈছে।

**জৰৌৰৌৱা পৰজা ঃ** নাট্যকাৰ মুনীন ভূঞাৰ 'জৰৌৰৌৱা পৰজা' অসমৰ বুৰঞ্জী প্ৰসিদ্ধ মোৱামৰীয়া বিদ্ৰোহৰ আলমত ৰচিত এখন ঐতিহাসিক নাটক। নাটখনিত কীৰ্তিচন্দ্ৰৰ মইমতালী, লক্ষ্মী সিংহৰ দুৰ্বলতা,

বাঘ, ৰুক্মিণী আদি প্ৰসংগবোৰৰ উপস্থাপন অতি সাৱলীল আৰু ইতিহাস সম্মত। শোষিত, লাঞ্চিত মোৱামৰীয়াৰ বিদ্ৰোহ মাত্ৰ এক ঐতিহাসিক ঘটনা নহয়, ই অত্যাচাৰী শাসকৰ বিৰুদ্ধে প্ৰজাৰ ক্ষোভৰ এক বিস্ফোৰণ। মোৱামৰীয়া বিদ্ৰোহৰ আলমত ৰচনা কৰা এই নাটখনিৰ প্ৰাসংগিকতা আছে।

**জীৱন কল্লোল ঃ** ড° বসন্ত কুমাৰ ভট্টাচাৰ্যই 'জীৱন কল্লোল' নামৰ নাটখনিত নতুন কৌশল প্ৰয়োগ কৰাৰ চেষ্টা কৰিছে। বাস্তৱধৰ্মী বিষয়ৰ ওপৰত ৰচিত এইখন নাটতো ব্ৰেখ্‌টীয় কৌশল প্ৰয়োগৰ খীণ প্ৰয়াস আছে। নাটখনিত একেকেইটা চৰিত্ৰই বিভিন্ন বিষয় উপস্থাপন কৰাৰ উপৰি সূত্ৰধাৰী ভংগীত নাটৰ আৰম্ভণি আৰু সামৰণিও ঘটাইছে। কাহিনী বুলিবলৈ ইয়াত কোনো সুনিৰ্দিষ্ট কাহিনী নাই। বৰং ইয়াত এক নৈতিক আদৰ্শ প্ৰচাৰৰ যোগেদি নতুন পুৰুষক সংগঠিত কৰাৰহে প্ৰয়াস আছে। নাটখনিৰ সফলতা সম্পূৰ্ণৰূপে পৰিচালক আৰু অভিনেতাৰ পাৰদৰ্শিতাৰ ওপৰত নিৰ্ভৰশীল ।

**ত্যাগ ঃ** খগেন্দ্ৰ নাথ বৰাৰ 'ত্যাগ' অসম আন্দোলন আৰু ১৯৮৩ চনৰ বিতৰ্কিত নিৰ্বাচনৰ পটভূমিত ৰচিত এখন নাট। অসমৰ শেহতীয়া ইতিহাসক চিত্ৰিত কৰা বাবে এইখনক এখন ঐতিহাসিক নাট বুলিব পাৰি। নাটখনিত অসমত সংঘটিত ছবছৰীয়া বিদেশী বিতাড়ন আন্দোলন আৰু এই আন্দোলনৰ মাজতে অসমীয়া ৰাইজৰ ইচ্ছাৰ বিৰুদ্ধে গৈ চৰকাৰৰ দ্বাৰা আৰোপ কৰা নিৰ্বাচনক পটভূমিৰূপে লৈ কাহিনীভাগ আগবঢ়াই নিয়া হৈছে। সাধাৰণতে অন্যান্য ঐতিহাসিক নাটত দেশপ্ৰেমৰ ভাৱধাৰাক ফুটাই তোলাৰ দৰেই এইখন নাটকতো দেশপ্ৰেমৰ চেতনাক শক্তিশালীৰূপত তুলি ধৰা হৈছে। লক্ষণীয় যে , মাত্ৰ এটা ঐতিহাসিক ঘটনাৰ আলমত বিষয়বস্তুক তুলি ধৰাতে নাট্যকাৰ সীমাবদ্ধ থকা নাই। তাৰ বিপৰীতে ৰৰবৰী গাঁৱৰ মুছলমান ৰাইজ, মিচিং আৰু দেউৰী গাঁও, কৈৱৰ্ত গাঁও আৰু টেঙাখাতৰ বিভিন্ন সম্প্ৰদায়ৰ মানুহক একেই প্ৰতিবাদী মঞ্চত থিয় কৰাই তেওঁ নাটখনিৰ যোগেদি সম্প্ৰীতিৰ বাণী প্ৰচাৰ কৰিব বিচাৰিছে।

**ধোঁৱা ঃ** ৰফিকুল হোছেইনৰ 'ধোঁৱা' অসমৰ সশস্ত্ৰ সংগ্ৰামৰ পটভূমিত ৰচনা কৰা হৈছে যদিও এই সংগ্ৰামৰ কোনো ৰাজনৈতিক বিশ্লেষণ নাটখনিত নাই। তাৰ বিপৰীতে অস্ত্ৰ আৰু হৃদয়ৰ মাজৰ পাৰস্পৰিক দ্বন্দাত্মক স্থিতিৰ বিষয়েহে নাটখনিত বৰ্ণনা কৰা হৈছে। নাটখনিত সশস্ত্ৰ সংগ্ৰামৰ প্ৰেক্ষাপটত মানুহৰ আন্তৰিক জগতৰ অনুভূতিসমূহৰ দোদুল্যমান স্থিতিক তুলি ধৰা হৈছে। একেদৰেই মধ্যবিত্ত মানুহৰ চৰিত্ৰকো নাটখনিত অতি সাৱলীলৰূপত তুলি ধৰা হৈছে। এটা সশস্ত্ৰ সংগঠনৰ দ্বাৰা এগৰাকী গাভৰু অপহৰণৰ প্ৰসংগই হৈছে নাটখনিৰ মূল বিষয়বস্তু। কিন্তু এই বিষয়বস্তুতকৈ নাটখনিৰ প্ৰতিটো চৰিত্ৰৰে চিন্তা-চেতনাইহে বিশেষ প্ৰাধান্য লাভ কৰিছে। বিশেষকৈ মানুহৰ প্ৰেম, বিষাদ, সংগ্ৰাম আদিয়েই হৈছে নাটখনিৰ প্ৰধান প্ৰতিপাদ্য বিষয়।

**নতুন দিগন্ত ঃ** এটা প্ৰেম কাহিনীৰ অৱলম্বনত নতুন দিনৰ পাতনি মেলাৰ প্ৰয়াস স্পষ্ট হৈ পৰিছে ড° যোগেন বায়নৰ 'নতুন দিগন্ত' নাটখনিত। ৰংমন আৰু ৰঙিলীৰ প্ৰেম কাহিনী এটাৰ আঁত ধৰি নাটখনিত নতুন প্ৰজন্মই কৰ্ম-সংস্কৃতিক আদৰি লোৱাৰ কথা কোৱা হৈছে। কৰ্ম-সংস্কৃতিক উচ্চ আসন প্ৰদান কৰিবৰ বাবেই নাটখনিত গ্ৰেজুৱেট ৰঙিলীৰ স'তে কৃষক ৰংমনৰ প্ৰেমৰ সাৰ্থকতা প্ৰকাশ কৰা হৈছে। তাৰ সমান্তৰালভাৱে ৰংমনৰ কৰ্মবিমুখ ককায়েক বৌৱেকৰ সংশোধন ঘটাই সমাজৰ পৰা এনে মানসিকতাক মচি দিয়াৰ প্ৰয়াস কৰা হৈছে।

**নায়িকা নাট্যকাৰ ঃ** 'নায়িকা নাট্যকাৰ' সত্যপ্ৰসাদ বৰুৱাই অসমীয়া নাট্য-সাহিত্যলৈ আগবঢ়োৱা এক উল্লেখযোগ্য অৱদান। নাটকীয় বিষয়বস্তুৰ অভিনৱত্ব আৰু নাটকীয় কৌশলৰ নতুনত্বই নাটখনিক আকৰ্ষণীয় কৰি তুলিছে। চিৰায়ত প্ৰেম আৰু জীৱন বিষয়ক ধাৰণাক নতুন ধৰণেৰে বিশ্লেষণ কৰি নাটখনিত নায়িকা, অৰ্থাৎ নাট্যকাৰগৰাকীয়ে নিজস্ব শিল্পক পৃথিৱীত প্ৰতিষ্ঠা কৰিবৰ বাবে উন্মাদৰ দৰে কাম কৰি গৈছে। কিন্তু আধুনিক বস্তুবাদী সভ্যতাত এনে শিল্পৰ কোনো মৰ্যাদা নাই। বৰ্তমানৰ পৃথিৱীৰ এনে নিৰ্মম সত্যক উন্মোচিত কৰি মানুহৰ মাজত মানুহ বিষয়ক চিন্তাৰ বিস্তৃতি ঘটোৱাটোৱেই নাটখনিৰ উদ্দেশ্য।

**শ্ৰীকৃষ্ণ অৰ্জুন আৰু গাণ্ডীৱ ঃ** "মহাভাৰতৰ যুগ কাহানিবাই সমাপ্ত হ'ল।
কুৰুক্ষেত্ৰৰ জুই আজিও অনিৰ্বাপিত।
তাহানিতে সূচনা হোৱা ধৃতৰাষ্ট্ৰৰ অন্ধযুগ আজিও চলিছে।
আজিও দপদপাই জ্বলে মহাভাৰতৰ জুই।"

মহাকাব্যৰ যুগমীয়া শিক্ষা, আদৰ্শ আৰু তত্বই যুগে যুগে নৰনাৰীক আকৰ্ষণ কৰি আহিছে। মহাগ্ৰন্থ মহাকাব্য 'মহাভাৰত'ৰ আধাৰত সাম্প্ৰতিক ভাৰতবৰ্ষৰ ক্ষমতাকেন্দ্ৰিক ৰাজনৈতিক নেতৃবৃন্দই কেনেদৰে নিজৰ শাসনৰ বাঘজৰীডাল কটকটীয়া কৰিবলৈ মনুষ্যত্বহীন নীচৰো নীচ পন্থা অৱলম্বন কৰে, তেওঁলোকে সৃষ্টি কৰা প্ৰবল চক্ৰবেহুৰ মাজত কেনেদৰে আজিৰ অভিমন্যুহঁতে তিলে তিলে শেষ হৈ দুখুনী নাৰী জেৰিনাহঁতৰ কোমল বুকুৰ তন্ত্ৰীবোৰ ভাগি টুকুৰা টুকুৰ কৰি থৈ যায়, তেওঁলোকৰ উন্মত্ত বাঘনখৰ হাতত কেনেদৰে লাঞ্ছিতা হয় দুৰ্মদ প্ৰতিবাদী অনন্যা যৌৱনসম্ভাৰ পূৰ্ণা কাঞ্চনহঁত ...... কেনেদৰে আজিৰ এই অসুৰবোৰৰ হাতত যুগৰ বিবেক মনোৰঞ্জন চৌধুৰী সৰ্বস্বান্ত হয়, কেনেদৰে আজিৰ অৰ্জুনৰূপী নবীনহঁতে অন্যায়, অত্যাচাৰ, উৎপীড়ন সহি সহি বৰ্তমান মহাসংকটৰ ৰণাংগনত মোহগ্ৰস্ত হৈ পৰে — তাৰে বিচাৰ-বিশ্লেষণ কৰিবলৈ মানুহৰ লগত আলাপ কৰাৰ বিনম্ৰ প্ৰচেষ্টা ড° জগদীশ পাটগিৰীৰ 'শ্ৰীকৃষ্ণ অৰ্জুন আৰু গাণ্ডীৱ'। শ্ৰীকৃষ্ণ অৰ্জুন আৰু গাণ্ডীৱ বৰ্তমান নীতিবহিৰ্ভূত ভাৰতবৰ্ষৰ পংগু তথা পঁচা ৰাজনৈতিক অৱস্থাই জন্ম দিয়া এখন সামাজিক-ৰাজনৈতিক নাটক। ইয়াত আছে চূড়ান্ত ৰাজনৈতিক আৰু সামাজিক অধঃপতন, অবক্ষয় আৰু মূল্যবোধৰ গৰাখহনীয়াৰ ভয়ংকৰ ৰাক্ষসী আৰ্তনাদ, আতংক আৰু বিভীষিকা নাশৰ বৈপ্লৱিক সাধন মাৰ্গ আৰু কবিতা কবিতা লগা সংলাপ, শিল্প চেতনা আৰু জীৱন জিজ্ঞাসা।

# সূচীপত্ৰ

# অনৰ্থম্



## চৰিত্ৰাৱলী

বাবাজী. পাণৱালা. হৰেন কেৰাণী. মহৰী. কলা. পুৰোহিত দেউ ডাক্তৰ.
পাণ দোকাণী. মাষ্টৰ মৌজাদাৰ. দাৰোগা. ৰিপোৰ্টাৰ

**শচীন দাস**

## প্ৰথম দৃশ্য

*(পট লাহে লাহে উঠে। পট উঠাৰ আগৰ পৰাই এটি গীত শুনা যায় সমবেত কণ্ঠৰ গীত --*

*গ'ল কুঁজী গ'ল চন্দন পিন্ধাবলৈ গ'ল।*

*কৃষ্ণক লগ পাই, কুঁজী ধেমেলী বাই*

*ষোল বছৰীয়া হ'ল, গ'ল কুঁজী গ'ল ..........................*

*ষ্টেজত পোহৰ হয়। বাছষ্টেণ্ডৰ ওচৰৰ পাণ দোকান এখনৰ একাংশ দেখা যায়। আঁতৰত বাছ অহা-যোৱা আৰু হৰ্ণৰ শব্দ। দিছপুৰ, গণেশগুৰি, গুৱাহাটী আদি শব্দ শুনা যায়। দুই এজন মানুহ, ল'ৰা-ছোৱালী অহা-যোৱা কৰি থাকে। দুই এজনে বৈ অলপ কথা শুনি গাড়ীৰ শব্দ শুনিলেই বেগা-বেগিকৈ আঁতৰি যায়। পাণৱালা ল'ৰা এটাই ডিঙিত বাকচ এটা ওলোমাই তাৰপৰা পাণ, তামোল, বিড়ি, চিগাৰেট ইত্যাদি বিক্ৰী কৰি থাকে। বাবাজীয়ে ইফালে সিফালে চাই কয়)*

বাবাজী : এই পোৱালি, কি অহা-যোৱা কৰি আছ?

পাণৱালা : দেখা নাই? পাণ, বিড়ি, চিগাৰেট -- তামোল-পাণ

বাবাজী : মোক এটা বিড়ি দে।

পাণৱালা : পইচা?

বাবাজী : ইহ বাবাজীক পইচা খোজ? শাপ দি ভস্ম কৰিম চিনা নাই।

পাণৱালা : কৰকচোন চাওঁ। (বাবাজীয়ে ইতিমধ্যে পাণ দোকানৰ বেঞ্চত বহে)

বাবাজী : (ত্ৰিশূল দাঙি) দেখিছ এইডাল?

পাণৱালা : দেখিছোঁ। কি হ'ল?

বাবাজী : (কোমল সুৰেৰে) বিড়ি এটা দে বাচা - তোৰ সোনকালে বিয়া হ'ব।

পাণৱালা : এনেকৈ মিহি সুৰেৰে ক'লে দিম বাৰু। (বিড়ি এটা দিয়ে) পিচে বাবা হাতখন চাই দিয়কচোন -- টকাপইচা হ'বনে? বিয়া নহ'লেও হ'ব বাৰু।

বাবাজী : তই দেখোন বৰ ভাল ল'ৰা অ'। দেচোন দিয়া চলাইটো দে। (বাবাই দাঢ়িখিনি সাৱধানে আঁতৰাই বিড়িটো জ্বলায়।) ওঁ.....ওঁ......হাতখন...ওঁ (পাণৱালাৰ হাতখন ধৰি লৈ ভাবি-চিন্তি চাই লাহে লাহে ক'বলৈ ধৰে আৰু পাণৱালাৰ মুখৰ ভাৱ-ভঙ্গী লক্ষ্য কৰে।) অ' তোৰ বাপেৰ .......

পাণৱালা : নাই। ক'ৰবালৈ গুচি গৈছে।

বাবাজী : ওঁ ঠিক ধৰিছোঁ। মাৰো দেখোন ------

পাণৱালা : মৰিছে।



বাবাজী : ওঁ .........এইটো মাতৃৰেখা। কাটা চিনটো দেখিছ ..........হোঁ ..........তাৰমানে তই আনৰ লগত .................

পাণৱালা : ওঁ খুৰা-খুৰীৰ লগত থাকোঁ।

বাবাজী : ওঁ, ঠিক ধৰিছোঁ। সিহঁতে তোক মৰম নকৰে, নিজৰ ল'ৰা-ছোৱালী কেইটাক হ'লে ----

পাণৱালা : সিহঁতক স্কুলত দিছে।

বাবাজী : আৰু তোক পাণ; বিড়ি, চিগাৰেট বিক্ৰী কৰিবলৈ লগাই দিছে?

পাণৱালা : হয় বাবা।

বাবাজী : (দূৰলৈ চাই) অ' হৰেণ বোপা -- হে'---ৰা -----

হৰেণ : (ওচৰলৈ আহি) এই (পাণৱালাৰ প্ৰতি) তামোল এখন দে। বাবাকো দে এখন। (পাণৱালাই দুয়োকে তামোল দিয়ে।) বাবাৰ ভাল নে ?

বাবাজী : ভোলানাথে ৰাখিছে আৰু একৰকমে। আমাৰ নো ভাল বেয়া কি? সংসাৰ যাৰ নাই।

হৰেণ : বাবাই সংসাৰ নকৰিলে কিয়?

বাবাজী : এহ্ সংসাৰ! (সুৰেৰে) পুত্ৰ, পৰিবাৰ,সবহি অসাৰ কাহেৰি কৰবো সাৰ। ........মিছা বোপা মিছা, সকলো অসাৰ।

হৰেণ : (পাণৱালাৰ প্ৰতি) অকণমন চূণ --। (পাণৱালাই চূণ দিয়ে) ওঁ জৰ্দা আছে নে?

পাণৱালা : নাই। বাবা, পাছত হাতখন চাই দিব, যাওঁ। পাণ.....বিড়ি .....চিগাৰেট..তামোল ......পাণ....। (যায়)

হৰেণ : ময়ো যাওঁ বাবা।

বাবাজী : ওঁ, যোৱা বোপা যোৱা, চাকৰিলৈ হে --- (হৰেণ যায়গৈ, বাবাই সেই ফাললৈ চাই থাকে। হৰেণ আকৌ উলটি আহে।) এস্ আকৌ দেখোন আহিলা ঘূৰি?

হৰেণ : বাবাৰ হাতত দুটকা আছে নে?

বাবাজী : কিয় হে? তোমাৰ ভাৰাৰ পইচা কমিল নেকি?

হৰেণ : নহয়, নহয়, দিয়কচোন দুটকা।

বাবাজী : (খোচোনাৰ পৰা লাহে ধীৰে দুটকাৰ নোট এখন উলিয়াই দিয়ে।) লোৱা। আজি কালিৰ দুটকাবোৰ পচি গৈছে হে'। কিনো কৰিবা?

হৰেণ : (টকা লৈ) কৰিম ৰ'ব। আপোনাৰ নাম?

বাবাজী : নাম কিয় লাগে?

হৰেণ : আপোনাক লটাৰীৰ টিকট এটা দিম। নাম লাগে। (লিখে)

বাবাজী : এই বুলি জানিলে মই টকা নিদিলোঁহেঁতেন।

হৰেণ : মই ঠিকনা মোৰ মাৰফৎ লিখিলোঁৱেই। নামটো কওক। (বাবাই উঠি হৰেণৰ কাণে কাণে নামটো কয়। হৰেণে লিখি টিকট এটা বাবাক দিয়ে।) এইখন ভালদৰে ৰাখিব। প্ৰথম পুৰস্কাৰ এক কোটি টকা। জিকিলে পাবই। দ্বিতীয় পুৰস্কাৰ চল্লিশ লাখ আৰু দহ লাখৰ তৃতীয় পুৰস্কাৰ, পাঁচ লাখৰ দহটা চতুৰ্থ পুৰস্কাৰ। কিবা এটাত লাগি গ'লেই, বাবাক আৰু কোনে পায়?

বাবাজী : হে ভোলানাথ (টিকটটো লৈ খোচনাত সাৱধানে ভৰাই থয়।) আমাক টকা পইচা কেলেই

লাগে হে? ঘৰ-সংসাৰেই যাৰ নাই, তাক আকৌ লাখ লাখ টকা! ছেঃ আগতে ক'লে টকা দুটা নিদিলেঁহেঁতেন।

হৰেণ : অ' বাবা। এটা টিকট বাকী আছিল। অফিছাৰে বহীখন বেচিবলৈ দিছে --এইটো last ticket, মোৰ last ticket ৰ lucky যোৱাবাৰ এজনে পাঁচ লাখ পাই এতিয়া গাড়ী দৌৰাই ফুৰিছে। বাবাই পালে গাড়ী চলাই ফুৰিব।

বাবাজী : ওঁ গাড়ী চলাই ভিক্ষা খুজি ফুৰিম। সেঃ অৰ্থই অনৰ্থৰ মূল।

হৰেণ : অহ্ টকা পালে কোনোবা অনুষ্ঠানত দান কৰি দিব, আপোনাৰ নাম ৰৈ থাকিব। .......যাওঁ বাবা অফিচলৈ পলম হ'ব। কেৰাণীৰ চাকৰি বাবা। অলপ পলম হ'লেই ৰঙা দাগৰ উপৰিও গালি! (যায়)

*(বাবাজীয়ে অলপ সময় ইফালে সিফালে চাই ত্ৰিশূলডালৰ পৰা ৰঙা কাপোৰখন সোলোকাই কপালত বান্ধি লয়।)*

মহৰী : (প্ৰৱেশ কৰি) প্ৰণাম বাবা। কপালত দেখোন ৰঙা পট্টি! একেবাৰে মহাভৈৰৱ!

বাবাজী : তেনেকৈ নাপায় ক'ব। মহাভৈৰৱৰ আমি দাসানুদাস! বম্ বম্ ভোলানাথ। (ডম্বৰু বজায়) বম্ বম্।

মহৰী : এইটো বজালেই যেতিয়া, লওক! (এটা আধলি উলিয়াই দিয়ে।)

বাবাজী : (মুদ্ৰাটো কপালত লগাই খোচেঁ নাতে ভৰাই থয়।) দিলা যেতিয়াই -- ভোলানথে তোমাৰ মংগল কৰক।

মহৰী : মৌজাদাৰৰ মহৰী মই। মোৰ নো আৰু কি ভাল হ'ব? এইদৰেই হিচাপ মতে দিন যাব।

বাবাজী : ভোলানাথে তোমাক অৱশ্যে মৌজাদাৰ নকৰে তথাপি মনৰ শান্তি, ঘৰুৱা শান্তি দিব নহয়।

মহৰী : সেইটো আপোনাৰ ভোলানাথেহে জানে। মোৰ দৰমহা কম। হিচাপ মতেহে চলিব লাগে। টকা পইচা কম হ'লেই ঘৰুৱা অশান্তি।

বাবাজী : চকু মুদি থকিবাহে। দেখিবা ভোলানাথে চলাই লৈ গৈছে। ভোলানাথ!

মহৰী : বাবাই সংসাৰ নকৰি ভালেই কৰিলে। আমি কেলেই যে মৰিলোঁ বিয়া কৰাই হে'ৰা -- (ডাঙৰকৈ) হে'ৰা কলা কাই, ক'লৈ যোৱা?

কলা : অ' কল, কল পকা নাই। (বাবাজীয়ে হাঁহে)

মহৰী : (বিৰক্ত হৈ) হেঃ কলৰ কথা সোধা নাই, যোৱা ক'লৈ?

কলা : অ' ক'লা দমৰাটো। ওহো নেবেচোঁ।

মহৰী : বাজনা বজালেও বোধহয় নুশুনা --বাজনা ---

কলা : অ' খাজনা ? -- দিম দিয়া তোমাৰ খাজনা নিদি পাৰিমনে?

মহৰী : (বিৰক্ত হৈ) উঃ মহৰী হ'লোঁ বুলি বাটে-পথে খাজনা বিচাৰি ফুৰিম নে? যোৱা যোৱা য'ৰ মানুহ ত'লৈ যোৱা। কেলেই নো সুধি মাৰিছিলোঁ!

কলা : এই সপ্তাহতে দিম দিয়া খাজনাখিনি।

মহৰী : (বৰ ডাঙৰকৈ চিঞৰি) এতিয়া যোৱা।

কলা : ৰঁ - ৰঁ (যায়গৈ)

মহৰী : যোৱা যোৱা। একেবাৰে ধূম কলা। ইনো কেনেকৈ চলিছে? ঘৰো আছে, সংসাৰো আছে -- ল'ৰা আছে, ছোৱালী আছে, ঘৈণীয়েক, বোৱাৰীয়েক, জোঁৱায়েক--হিচাপ মতে চব আছে, কিন্তু ই চলিছে কেনেকৈ।



বাবাজী : চলাইছে, চলাইছে (ওপৰলৈ দেখুৱাই) সেইজনাই। তুমি মিছাকৈয়ে চিন্তা কৰি থাকা। সংসাৰ অসাৰ, চিন্তা কৰি লাভ নাই। হে ভোলানাথ!

মহৰী : আপোনাৰ কোনো নাই কাৰণেহে এনেকৈ ক'বলৈ পাৰিছে। তি ৰোতা থাকিলে, খুৱাব নোৱাৰিলে গালি খালেহেঁতেন, ল'ৰা থাকিলে তৰ্ক কৰিলেহেঁতেন, ছোৱালী থাকিলে, হিচাপ মতে ....

বাবাজী : সেই কাৰণেটো মই সুখী।

মহৰী : আপুনি হিচাপ মতে সঁচাকৈয়ে সুখী নে বাবা?

বাবাজী : মহা সুখী। আকালো নাই, ভঁৰালো নাই। য'তে ৰাতি ত'তে কাটি। ভোলানাথ -- হে ভোলানাথ, বম্ --- বম্

মহৰী : সেইয়া বাপুদেউ আহিছে। ক'ৰবাৰ দূৰলৈ যাব নেকি? একেবাৰে হিচাপ মতে সাজি- কাচি -- (ইতিমধ্যে পুৰোহিতৰ প্ৰৱেশ)

বাবাজী : বাপুদেউ! একেবাৰে তেল-টেঙা ঘঁহি দেখোন? দূৰৈৰ ক'ৰবাত?

বাপুদেউ : ওঁ গুৱাহাটীলৈ যাওঁ। বেলতলাত কেইঘৰ মান যজমান আছে। সিহঁতে মোক নেৰেই। ল'ৰা এটাৰ বিয়া। নগ'লে জানো উপায় আছে?

বাবাজী : যাওক যাওক, কেইখনমান শ টকীয়া পকেট মাৰি আনক গৈ। আপোনাৰ টকাই টকা, ফাংফুঙৰ টকা!

দেউ : (খঙেৰে) পকেট মাৰো, ফাংফুঙৰ টকা! নিজে কি কৰিছে? ভাঙৰ চিলিম আৰু বম্ বম্ ভোলানাথ মাৰি -----

বাবাজী : (খঙেৰে) ভোলানাথক নধৰিবি দেই, খবৰদাৰ --

মহৰী : ছিঃ ছিঃ, নাপায় নহয় আপোনালোকে ছিঃ --

দেউ : (খং কৰি) কি কৰিবি ভণ্ড বাবাজী!

বাবাজী : এইডাল দেখিছ? (ত্ৰিশূল দাঙি ধৰে) গোটেইডাল বহুৱাই দিম বাপ্পেকে।

মহৰী : (ত্ৰিশূলত ধৰি) নাপায় নহয় ছিঃ ছিঃ।

বাবাজী : মোৰ ভোলানাথক ধৰে! ইয়াক খুন কৰিম! ইয়াক --

দেউ : (ফেপেৰি পাতি) কৰ, খুন কৰ, মই ভয় নকৰো। ব্ৰহ্মহত্যা কৰি জেলত সোমাব খুজিছ?

মহৰী : হে দেউ, সেইয়া বাছ আহিছে -- আপুনি যাওকগৈ আপুনি জনা-বুজা মানুহ হিচাপ মতে চলিব লাগে।

দেউ : এহ্ বৰ বাবাজী ওলাইছে -- ভণ্ড তপস্বী! (কৈ কৈ পাছলৈ চাই গুচি যায়।)

মহৰী : অস্ যাওক গৈ আপুনি!

বাবাজী : তুমি ধৰিলা কেলেই? মই তাক ---

মহৰী : আপোনাৰ যিটো খং উঠিছিল -- ত্ৰিশূল সোমাই গ'লে ব্ৰহ্মহত্যা হ'লহেঁতেন! হিচাপমতে চলিব লাগে।

বাবাজী : ধেৎ তেৰি! মই তাক ভয়হে খুৱাইছিলোঁ। বোলো কাপোৰে-কানিয়ে যায় যদি যাওক! হেঃ (হাঁহে)

মহৰী : অৱশ্যে তেওঁ বৰ ভয়াতুৰ হিচাপ মতে।

বাবাজী : সংস্কৃত নাজানেই, এনেয়ে ফুং ফাং মাৰি ----

মহৰী : মন্ত্ৰবোৰ দেখোন মাতে হিচাপ মতে।

বাবাজী : এহ্ মাতে! অনুস্বৰ বিসৰ্গ বহুৱাই দিলেই হৈ গ'ল মন্ত্ৰ।

মহৰী : সেইটো হ'ব পাৰে। মন্ত্ৰবোৰ গুণগুণাই মাতে। ফুল দিয়া, অৰ্ঘ দিয়া, দক্ষিণা দিয়া এইবোৰহে ডাঙৰকৈ কয় হিচাপ মতে। অ' সৌৱা ডাক্তৰ বাবুই দেখোন স্কুটাৰ ঠেলি ঠেলি মাষ্টৰৰ লগত আহি আছে হিচাপ মতে।

বাবাজী : অ' কিবা বেয়া হ'ল নেকি? হে ভোলানাথ

*(ডাক্তৰে স্কুটাৰ ঠেলি আৰু মাষ্টৰে কাষে কাষে আহি প্ৰৱেশ কৰে।)*

ডাক্তৰ : কিবা বেমাৰ লাগিল। যা -- তা --কাৰবাৰ।

বাবাজী : ডাক্তৰৰ গাঁড়ীত বেমাৰ! সেঃ সেঃ (হাঁহে) ঔষধ খুৱাই দিলেই ভাল হ'ব।

ডাক্তৰ : ঔষধে কাম নকৰে। ডাক্তৰ লাগিব -- ডাক্তৰ। ৰামবিলাসৰ গেৰেজত অপাৰেচন কৰিলেহে ভাল হ'ব। যা - তা - বস্তু এইবোৰ। চাইকেলেই ভাল।

বাবাজী : মাষ্টৰো দেখোন ডাক্তৰৰ লগত। ডাক্তৰক কিবা টিউচন কৰিছা নেকি?

মাষ্টৰ : টিউচন! আজিকালি ডাক্তৰেহে মাষ্টৰক টিউচন কৰে, বুজা নাই?

মহৰী : বুজা নাই। সেইটো আকৌ কেনেধৰণৰ টিউচন!

মাষ্টৰ : তাকো নাজানে নে? ব্লাডপ্ৰেচাৰ হৈছে -- নিমখ নাখাব, পিত্ত হৈছেমছলানাখাব। কাঁহ পানীলগা হৈছে দৈ নাখাব। বুজা নাই? ডাক্তৰ হোৱাই ভাল। মাষ্টৰৰ উপদেশ কোনেও নুশুনে আজিকলি। ডাক্তৰ হোৱাই ভাল। টকাই টকা!

ডাক্তৰ : টকাই -- টকা। ডাক্তৰৰ জীৱন যা - তা - আৰু। ৰাতি মাজনিশা ভাত ঘুমটিৰ পৰা যেতিয়া উঠাই লৈ যাব, তেতিয়াহে বুজিব। সময় অসময় নাই যা তা আৰু। কেতিয়াবা দিনটো অনাহাৰে যায়, কেতিয়াবা দুপৰীয়াৰ ভাত চাৰি বজাত --মাষ্টৰে মহা ফষ্টিৰে শুই থাকে -- ৰাতি মাতে সাধ্য কাৰ? ক্লাছত পঢ়ুৱা মানে নো কি? অই গৰু তই অমুকটো কৰ, অমুকখিনি পঢ়িবি, কাইলৈ ধৰিম, নোৱাৰিলে পিটিম। কাম শেষ। বেল পৰিল, ওলাই আহিল। কোনোবা পাছ হ'ল -- কোনোবা ফেইল। কিন্তু ৰোগী মৰিলে ডাক্তৰক যা তা ব্যৱহাৰ। মাষ্টৰেৰেই ভাল।

মাষ্টৰ : ওঁ ভাল। কিমান ভাল আমিহে জানো, মাহটোৰ কেইদিন যায়। ছমাহ-পোন্ধৰ মাহৰ পিচত দৰমহা। বুজা নাই?

ডাক্তৰ : যাওঁ বাবা, মহৰী!

মহৰী : ময়ো যাব লাগে হিচা প মতে -- বাবা যাওঁ।

বাবাজী : যাওঁক -- চব যাওক -- ভোলানাথ, বম্ বম্। তুমি কিন্তু মোক এৰি নাযাবা। *(মূৰ দোৱায়)*

পট পৰে

## দ্বিতীয় দৃশ্য

*(দৃশ্যপট প্ৰথম দৃশ্যৰ দৰেই কিন্তু পাণ দোকানখন ভালদৰে দেখা যায় আৰু দোকানীয়ে কোৱা কথাও স্পষ্টকৈ শুনি। পাণ দোকানৰ পৰা গ্ৰাহকে বস্তু-বেহানি লৈ যায়। সিহঁতৰ অংগী-ভংগী দেখা যায় যদিও কথা -বতৰা শুনা নাযায়। পাণ দোকানৰ আগত দুখন বেঞ্চ দেখা যায় আৰু এখনত বাবাজী বহি থাকে।)*



বাবাজী : বম্ বম্ ভোলানাথ (ডম্বৰু বজাবলৈ ধৰে)

পাণদোকানী : পইচা দেখোন দিছোই, আকৌ সেইডাল বজাই কাণ ঘোলা কৰিছে কেলেই? ইমান বেয়া শুনি।

বাবাজী : হেই মহাপাপী, ডম্বৰুৰ মাত শুনিলেই পাপ কটা যায় জাননে? মোৰ মনলৈ ভোলানাথৰ ভাব আহিলেই ডম্বৰুটো বজাওঁ, পইচাৰ কাৰণে নহয় অ'।

দোকানী : জানো কিহৰ কাৰণে বজায়! আপুনি সেইডাল ভাল পাব পাৰে আমি নাপাওঁ।

বাবাজী : (প্ৰথমে সৰুকৈ পিচত ডাঙৰকৈ মাতে) হেৰা হৰেণ বোপা -- অ হৰে -ণ বো-পা!! -- হে--ৰা

হৰেণ : অ' আপুনি ইয়াত? মই আপোনাকেই বিচাৰি ফুৰিছোঁ ৰ'ব।

বাবাজী : ইঃ কথা কৈছে, মোকেই বিচাৰি ফুৰিছে! মোক দেখিলেই লুকাই ফুৰা। লটাৰীৰ খবৰ কি হ'ল? এমাহমান হ'লেই দেখোন। টকা দুটা খালা আৰু। খোৱা। কিমান খবৰ ল'ম, সুধিলেই হ'ব হ'ব বুলি কোৱা।

হৰেণ : (ইতিমধ্যে পকেটৰ পৰা কাগজ এখন উলিয়াই) আপুনি দ্বিতীয় পুৰস্কাৰ পাইছে। আপোনাৰ হাতত টিকটটো আছে নে? সেইটো জমা দিলেই চল্লিশ লাখ টকা পাই যাব।

বাবাজী : হেঁ, (উত্তেজিত হৈ হৰেণৰ চকুলৈ একেথৰে চাই থাকে, অলপ পৰ পিচত কয়) হয়নে? চল্লি শ -লা-খ !! (মাতটো থোকাথুকি হয়)

হৰেণ : আমাৰ agent মানে, অফিচাৰৰ ঘৈণীয়েকে পাব চাৰি লাখ মানে টেন পাৰ্চেন্ট। লটাৰীৰ নিয়ম মতে প্ৰথম, দ্বিতীয়, তৃতীয় পুৰস্কাৰ পাওঁতাই নিজে হাজিৰ হৈ চেক্ আনিব লাগিব। ফটোও উঠাব। এইখন চিঠিৰে আপোনাক মাতিছে ২০ মে'ত। ধৰক আৰু কিছু দিন পিচত। (হৰেণে বাবাজীক কাগজ এখন দিয়ে)

বাবাজী : হে ভোলানাথ! হে ভোলানাথ! কেতিয়া ক'লৈ যাব লাগিব? (কাগজখন লয়) মই কেনেকৈ যাম? তুমিয়েই লৈ যাবা মোক, হৰেণ বোপা।

হৰেণ : মই লৈ গ'লে মোক এহেজাৰ টকা দিব লাগিব।

বাবাজী : ৰ'বা হে' এহেজাৰ টকা লাগে! আগতে টকাখিনি পাওঁৱেইছোঁন।

হৰেণ : টকা পাবই বাবা। কাগজখন আৰু টিকটটো সাৱধানে ৰাখিব। হেৰালে নহ'ব আৰু। মই যাওঁ বাবা, অফিচলৈ দেৰী হ'ব।

বাবাজী : ৰ'বা, অ' হৰেণ বোপা; (হাতত ধৰি) তোমাক এই এমাহে বহু ককৰ্থনা কৰিছোঁ। বেয়া নাপাবা দেই। উস বুকুখন ঢপ্‌ঢপাই আছে!

হৰেণ : ৰ'ব ঢপ্ নঢপাব। হাৰ্ট ফেইল কৰিলে এনেই যাব। এটকা দুটকা নহয়, লাখ টকা। লাখ মানে একেবাৰে চল্লিছ্‌শ লাখ। অ' বাবা --- আপুনি আমাৰ মৌজাদাৰ, গণেশ দোকানী, ৰমেশ ঠিকাদাৰ হঁততকৈও ধনী হৈ গ'ল! অ' বাবা -- মই যাও দেৰী হ'ল। (যায়)

বাবাজী : ওঁ যোৱা বোপা, উস্। (বুকুত হাত দি হেঁচা মাৰি ধৰে।)

দোকানী : মই সব শুনি আছোঁ বাবা। মোকো দহহেজাৰ মান দিব। দোকানখন ডাঙৰ কৰি গেলামালৰ দোকান কৰিম।

বাবাজী : চুপ। এহেজাৰ দুহেজাৰ নহয়, একেবাৰে দহহাজাৰ তোক লাগিলেই। চুপ্।

দোকানী : অ' বাবা, বহুত দিন বিড়ি তামোল বিনা পইচাই খাইছে। এতিয়া টকা পাই বাবাৰ বাহাদুৰী হ'লেই। মোক লাগিবই বাবা দহ হেজাৰ। অত বস্তু খালে কেতিয়াবা এক পইচা দিছে নে?

বাবাজী ঃ কিয় দিম? মই যে বাবাজী। অইনে মোক বিনা পইচাতে দিয়ে, তেন্তে তোক পইচা দিম কিয়?

দোকানী ঃ এতিয়াতো আপুনি এক পইচা নোহোৱা বাবাজী নহয়। এতিয়া লাখ পতি, এক লাখ দুই লাখ নহয়, একেবাৰে চল্লিশ লাখৰ মালিক।

বাবাজী ঃ ঐ চুপ্। কাগজহে পাইছোঁ। টকাটো পোৱা নাই। টকা পালে তোৰ পৰা পইচা দি খাম।

দেকানী ঃ পইচা নিদিলেও হ'ব। দহ হাজাৰ টকা মোক দিব। পাণবিড়ি যি খায় খাই থাকিব। ধাৰলৈহে খুজিছোঁ।

বাবাজী ঃ ধাৰলৈ খুজি পিচত নিদিলে কি কৰিম? নিদিওঁ যা কি কৰিবি? (ডাঙৰকৈ চিএঃৰি) হে'ৰা মাষ্টৰ, অ' মাষ্টৰ (থিয় হৈ) অ'ৰা ....অলপ এইফালে আহাছোঁন।

মাষ্টৰ ঃ (সোমাই আহে) প্ৰণাম বাবা। কেলেই মাতিছে?

বাবাজী ঃ (খোচোনাত কাগজ বিচাৰি) এঃ -- অ' পাইছোঁ। এই কাগজখনৰ অৰ্থটো কৈ দিব লাগেহে মাষ্টৰ বোপা।

মাষ্টৰ ঃ (কাগজখন পঢ়ি) My Dear Shri Sankar Das Saikia congratulation, I have the pleasure to inform you that .... (মনে মনে পঢ়ে) ওঁ......ওঁ.........ওঁ...........মানে (বাবাজীলৈ চাই কয়) মানে কোনোবা শংকৰ দাস শইকীয়াক Global lottery ৰ চেয়াৰমেনে অভিনন্দন জনাই কৈছে যে তেওঁলোকৰ Lucky Draw ত তেওঁ দ্বিতীয় পুৰস্কাৰ চল্লিশ লাখ টকা পাইছে। বুজা নাই? অহা বিশ মে'ত তেওঁ চেকখন নিজে গৈ আনিব লাগিব। অইন মানুহ পঠালে নহ'ব। ফটো লোৱা হ'ব। বুজা নাই ? পিচে বাবা, ক'ত পালে এইখন কাগজ? শংকৰ দাস শইকীয়া কোননো?

বাবাজী ঃ আছে দিয়া।

মাষ্টৰ ঃ ক'ৰ নো?

বাবাজী ঃ (হাঁহি মাৰি) আছে দিয়া।

মাষ্টৰ ঃ আছে দিয়া মানে? ক'ৰ মানুহ , কোন?

দোকানী ঃ অ' মাষ্টৰ বাবু, বাবাই পাইছে চল্লিছ লাখ টকা। (দোকানীয়ে দোকান বন্ধ কৰিবলৈ ধৰিছে।)

মাষ্টৰ ঃ হেঁা, বাবাই পাইছে চল্লিশ লা-খ। চ-ল্লি-ছ - লা-খ!! সঁচা। ওঁ সঁচাইতো --এইখন চিঠি। চিঠিখন কোনে দিলে? বাবা ?

বাবাজী ঃ কোনে দিব? হৰেণ কেৰাণীয়ে, টিকটটো তেৱেঁই দিছিল।

মাষ্টৰ ঃ তাৰমানে আপোনাৰ নাম --শঙ্কৰ দাস শইকীয়া?

বাবাজী ঃ ওঁ আছিল। এতিয়া কোনেও নাজানে। চবে বাবাজী বুলিয়েই মাতে।

মাষ্টৰ ঃ ওঁ ....ওঁ....(অলপ ৰৈ) অ' বাবা মই আপোনাৰ ভৰিত ধৰিছোঁ (ভৰিত ধৰে) মোক ৰক্ষা কৰক। বুজা নাই?

বাবাজী ঃ (মাষ্টৰক উঠাই দিয়ে) কি কৰা হে'। একো বুজা নাই। কি হ'ল তোমাৰ, হে ভোলানাথ!

মাষ্টৰ ঃ কি হ'ব বাবা? আজি ছমাহেই হ'ল দৰমহা নাই। ধাৰ-ঋণ কৰি চলি আছিলোঁ। এতিয়া দোকানীয়েও নিদিয়া হৈছে। অ' বাবা, ল'ৰা-ছোৱালী ভোকতে শুকাই আছে বুজা নাই? মোক ......মোক......দহ হাজাৰ মান টকা দিব, এনেয়ে নহয়, ধাৰলৈ, বুজা নাই?



বাবাজী ঃ বুজিছোঁ ৰ'বা হে। টকা হাতত পৰাই নাই। ইয়াকো লাগে দহ হাজাৰ, তাকো লাগে দহ হাজাৰ। হেৰা মই কিবা টকাৰ গছ নেকি যে জোকাৰিলেই পকা আম সৰাদি টপ টপ্কৈ সৰিব?

মাষ্টৰ ঃ নহয় বাবা। ল'ৰা-ছোৱালী কেইটাৰ শপত, মই মিছা কথা কোৱা নাই। আজি দুদিনে কিবা কিবি খাই আছোঁ, ভাত নাই। কোনো ধৰকমেহে আছো, বুজা নাই? অ' বাবা ল'ৰা-ছোৱালী কেইটাৰ মুখলৈ চাই এইখিনি উপকাৰ কৰক বাবা। ল'ৰা-ছোৱালী ...

বাবাজী ঃ এঃ ল'ৰা-ছোৱালী! যদি ল'ৰা-ছোৱালী পুহিবই নোৱাৰা ঘৰ-সংসাৰ কৰিলা কেলেই? মোৰ দৰে আবিয়ৈ হৈ নাথাকিলা কেলেই?

মাষ্টৰ ঃ আপোনাৰ ল'ৰা-ছোৱালী, পুত্ৰ-পৰিবাৰ কোনো নাই। আপোনাক নো টকা পইচা লাগিছে কেলেই? -- বুজা নাই?

বাবাজী ঃ বুজিছোঁ ৰ'বা। তোমালোকে বিয়া কৰাবা, ল'ৰা-ছোৱালী তুলিবা আৰু খুৱাব লাগে মই টকা ধাৰলৈ দি? হেঁা, নামাতা দেখোন? নোৱাৰোঁ যোৱা, কাকো মই টকা নিদিওঁ।

মাষ্টৰ ঃ বাবা আপুনি বুজা নাই।

বাবাজী ঃ চব বুজিছোঁ ৰ'বা। চব বুজিছোঁ। পিচে মোৰ এক কথা,-- মই কাকো টকা নিদিওঁ।

মাষ্টৰ ঃ অতবিলাক টকা! আপুনি এদিন টকাবোৰ বুকুত লৈ মৰি থাকিব। সেই টকা কোনে নিয়ে ঠিক নাই, বুজা নাই?

বাবাজী ঃ মোক বুজাব নালাগে দিয়া? মৰিলে মৰিম। ইহ্ টকা লাগে? — নিদিওঁ, মৰিলেও নিদিওঁ।

মাষ্টৰ ঃ নিদিয়ে নাই। লাগিলে নাখায়েই মৰিম তথাপি কৃপণৰ ধন আমাক নালাগে, বুজা নাই? *(উচাট মাৰি যায়গৈ ।)*

বাবাজী ঃ লাগিলেও নিদিওঁ। যোৱা, যোৱা। ইস্ বিয়া কৰোৱাৰ সময়ত ল'ৰা-ছোৱালী তোলাৰ সময়ত মোক সুধিছিলা নেকি? *(ডাক্তৰৰ প্ৰৱেশ)*

ডাক্তৰ ঃ বাবা দেখোন, কি বলকি আছে যা - তা?

বাবাজী ঃ এহ্ নক'বা ডাক্তৰ বোপা। ........স্কুটাৰখন ভাল হোৱা নাই নেকি? খোজকাঢ়িহে দেখোন ----

ডাক্তৰ ঃ সোঁহ স্কুটাৰখন ভাল হ'ব কেনেকৈ? মেকানিকৰেই যোৱা থোৱা। তাক চিকিৎসা কৰি ভাল কৰিব পাৰিলেহে স্কুটাৰত হাত দিব পাৰিব। যা -তা হৈছে আৰু।

বাবাজী ঃ কি হৈছে নো তাৰ?

ডাক্তৰ ঃ কি হ'বনো আৰু gastic-- পেটৰ বেমাৰ মানে পিত্ত, পিত্তৰ অসুখ।

বাবাজী ঃ ভাল হ'বনে?

ডাক্তৰ ঃ হ'ব যদিহে যা-তা নাখায়। খোৱাৰ একো নীতি-নিয়ম নাই, সময় নাই, অসময় নাই পালে মাৰি দিয়ে , নাপালে নাই। তাৰ উপৰিও সেয়া খায়, খুব খায়।

বাবাজী ঃ সেয়া খায় মানে? (ডাক্তৰে ইংগিতেৰে বটলৰ পৰা মদ খোৱা দেখুৱায়। ওহোঁ বুজা নাই।

ডাক্তৰ ঃ বুজা নাই? বটল খায় .........বটল ----

বাবাজী ঃ মানে মদ।

ডাক্তৰ ঃ ওঁ, বাৰু বাবা বহক। মই আহোঁ। (যাবলৈ খোজে।)

বাবাজী ঃ অ' ডাক্তৰ চাওঁ .. অলপ ——

ডাক্তৰ ঃ কি হ'ল? কিবা বেমাৰ হৈছে নেকি?

বাবাজী : (খোচোনাৰ পৰা কাগজখন উলিয়াই ডাক্তৰক দিয়ে।) এই কাগজখনত কি লিখা আছে বাৰু? অৰ্থটো কৈ দিলে ভাল পাম। (কাগজখন দিয়ে।)

ডাক্তৰ : (ডাঙৰকৈ প্ৰথমতে পঢ়ি পাচত মনে মনে পঢ়ে) My Dear Sankar Das Saikia, Congratu lation, I have the pleasure to inform you that in our Lucky Draw held on 1st April, 1999 you have been fortunate enough ........ওঁ......ওঁ......অই বাপ........ Rs. 40 Lacs !

বাবাজী : কি? মানে কিনো?

ডাক্তৰ : এই শংকৰ দাস শইকীয়া কোন?

পাণদোকানী : বাবাৰেই নাম, ----- বাবাই চল্লিশ লাখ টকা লটাৰীত পাইছে।

*(দোকানী যায়গৈ)*

বাবাজী : চুপ্ তোক কোনে মাতিছে?

ডাক্তৰ : (বাবাৰ হাতত দুয়োখন হাতেৰে ধৰি ) হয়, বাবা, হয়নে?

বাবাজী : টকা পোৱাটো হয় নে নহয়?

ডাক্তৰ : কাগজখনৰ মতেতো হয়েই। কাগজ মানে, এই চিঠিখন ক'ত পালে? টিকটটো কোনে দিলে?

বাবাজী : হৰেণ কেৰাণীয়ে।

ডাক্তৰ : অ' বাবা, খুব ভাল পাইছোঁ। পিচে এই বয়সত ইমান সোপা টকাৰে আপুনি কি কৰিব? যা-তা খৰচ কৰি ---

বাবাজী : কিবা এটা কৰিব লাগিব আৰু। আহকচোন টকখিনি হাতলৈ, কি কৰোঁ পাচে-পৰেও ভাবিব পাৰিম।

ডাক্তৰ : টকা পাবই। Global লটাৰী -- আমি জানো ভাৰতৰ ভিতৰতে আটাইতকৈ ডাঙৰ Lottery Company . এতিয়াই --ভাবক। মে' মাহৰ বিশ তাৰিখে চেক্ দিবই, আপোনাকে মাতিছে। সিহঁতে নগদ টকা নিদিয়ে চেক্ দিব। বেঙ্কত একাউণ্ট খুলি চেক্ ভাঙিব পাৰিব। সিহঁতে যা - তা কাম নকৰে নহয়।

বাবাজী : মইতো সেইবোৰ একো নাজানো।

ডাক্তৰ : অস্। আমি কেলেই আছোঁ? দিম নহয় দিহা লগাই। পিছে বাবা, অত সোপা টকা, যা-তা কৈ খৰছ নকৰিব। মোক পাঁচ লাখ মান দিব, ক্লিনিক এটা খুলিম?

বাবাজী : তোমাকো টকা লাগে? তোমাৰ দেখোন ট কাই টকা।

ডাক্তৰ : টকা ! টকা থাকিলে দেখোন গাড়ীয়েই ললোঁহেতেন-- নাই বাবা। কোনোৰকমে যা তাকৈ চলি আছোঁ। ক্লিনিক এখন খুলিলে আমাৰ ৰাইজৰেই সুবিধা হ'ব। বাবাৰো নাম থাকি যাব। আপুনি চিন্তা নকৰিব। টকাখিনি পোৱাৰ ব্যৱস্থা কৰি দিম, মাত্ৰ আপুনি টকা --

বাবাজী : মই টকা কাকো নিদিওঁ।

ডাক্তৰ : কাকো নিদিওঁ মানে? আপুনি এই বয়সত ইমান গাল টকা লৈ কি কৰিব? --মূৰ গৰমহে হ'ব। যা-তা কথা কয় কেলেই?

বাবাজী : মই মুঠতে, মানে টকা কাকো নিদিওঁ।

ডাক্তৰ : কি যা-তা কথা কয়? টকা হাতত পৰা নাইয়েই, মূৰ গৰম হ'লেই -- যা-তা কাণ্ড!



বাবাজী : হওঁক, মই টকা নিদিও বুলিছোঁ নিদিওঁ।

ডাক্তৰ : নালাগে -- নালাগে আপোনাৰ টকা! অকণমান যা-তা হ'লেই ডাক্তৰক লগে। সোহ্ সৰু মনৰ মানুহ। এগাল টকা পাই চব পাহৰি গ'ল। যা-তা কাৰবাৰ। বাৰু বাৰু কেতিয়াবা অসুখ হ'লে দেখা যাব। (মুখ ভেঙুচাই গুচি যায়।)

*(মহৰীৰ প্ৰৱেশ)*

বাবাজী : দেখিবা যোৱা। বম্ ভোলানাথ, অ' মহৰী দেখোন, বোলো ক'লৈ?

মহৰী : আপোনাকেই বিচাৰি আহিছোঁ বাবা। বিহুৰ পিচতেই ছোৱালীজনীৰ বিয়া পাতিছোঁ ৰ'ব। (ইতিমধ্যে পুৰোহিতৰ প্ৰৱেশ, হাতত ডাঙৰ টোপোলা।) তাকেই......

পুৰোহিত : বৰ ভাল কথা ।

বাবাজী : ভালতো হ'বই পইচাৰ মুখ দেখিছে যেতিয়া।

পুৰোহিত : অস্ সদায় সদায় .......

মহৰী : দেউ, হিচাপ মতে গুৱাহাটীৰ পৰা আহিল হ'বলা? সিদিনাই গৈছিল যে, আজিহে ----

পুৰোহিত : নহয়, নহয়। সেয়া দেখোন এমাহ মান আগৰ কথা। সেইখন আছিল বেলতলাৰ ল'ৰাৰ বিয়া। এইখন আকৌ চান্দমাৰীৰ ছোৱালীৰহে বিয়া।

মহৰী : বৰ ডাঙৰ টোপোলা দেখোন। কাপোৰ-কানিৰ বাদেও হিচাপ মতে চাৰি পাঁচশ মান প্ৰণামীৰ টকাও আহিছে চাগেই?

বাবাজী : ফাং ফুঙৰ টকা!

পুৰোহিত : চুপ্।

বাবাজী : এই খবৰদাৰ!

মহৰী : ছিঃ ছিঃ। আপোনালোক হিচাবমতে ওপৰ শ্ৰেণীৰ মানুহ। অইনে আপোনালোকক ভয় ভক্তি কৰে, হিচাপ মতে সন্মান কৰে। আপোনালোকে বাটে -পথে এনেদৰে কাজিয়া কৰিলে মানুহবোৰে হিচাপমতে আপোনালোকক ভয়-ভক্তি নকৰা হ'ব। মানুহে সহায় নকৰিলে আপোনালোক চলিব্ কেনেকৈ হিচাপমতে?

পুৰোহিত : মহৰী বোপা। তুমিতো দেখিছাই মইতো আগে আগে লগা নাই।

বাবাজী : ময়ো ধেমালিহে কৰিছোঁ, তেওঁনো ইমান খং খাব লাগে কেলেই?

*(এডাল মাৰিত কেই আখিমান কল লৈ কলাৰ প্ৰৱেশ)*

মহৰী : কল লৈ দেখোন কলা আহিল। হে'ৰা কলা কাই কাল বেচিবা নেকি? *(কলাই নুশুনে)* হেস্ কিয় বা সুধিলোঁ। এতিয়াবা কি কয়?

কলা : অ' বেমাৰ হৈ মৰিল।

বাবাজী : কোন মৰিল?

কলা : অ' বাৰীৰে কল। অশৌচীয়া ঘৰলৈ আনিছোঁ। মৰা অশৌচতো।

পুৰোহিত : কোন মৰিল? (ডাঙৰকৈ) অ' কোন মৰিল?

বাবাজী : সোধক, সোধক দুপইচা আহিব তো।

কলা : ছোৱালী নাই! দুটা ল'ৰা।

পুৰোহিত : *(কলাৰ কাণত চিএঁৰি কয়)* কোন মৰিল?

কলা : অ! এই সিখন গাঁৱৰ ৰমা মণ্ডল। আইৰ মোমায়েকৰ পুতেকৰ ল'ৰা। ডেকাই আছিল!

বাবাজী : ওঁ যোৱা যোৱা।

কলা : নাই একো খোৱা নাই। তাৰ পৰা আহিছে খাম।

*(এফালে পুৰোহিত আৰু আনফালে কলা যায়।)*

বাবাজী : অ -মোক কিয় বিচাৰি আহিছিলা মহৰী? ল'ৰা ক'ৰ?

মহৰী : ল'ৰা, হিচাপ মতে এতিয়া গুৱাহাটীৰেই, আগতে নলবাৰীত ঘৰ আছিল। পিচে বাবা, -- মোক কিন্তু সহায় কৰিব লাগিব।

বাবাজী : সহায় ? মইনো কি সহায় কৰিম বোপা? ময়েই দেখোন লোকৰ সহায় বিচাৰি ফুৰোঁ।

মহৰী : অ' বাবা -- এতিয়াৰ বাবা আৰু আগৰ বাবাৰ মাজত হিচাপ মতে স্বৰ্গ-মৰ্ত্যৰ তফাৎ। অ' বাবা, মোক টকা কুৰি হাজাৰ লাগিবই। দৰাক বোলে ইচকুটাৰ এখন লাগে। মোৰ চব যোগাৰ-পাতি হৈ গ'ল। এতিয়া ধৰিছে ইচকুটাৰ লাগে, নহ'লে বোলে বিয়া নকৰায়। মাষ্টৰে ক'লে বোলে বাবাই লটাৰীত হিচাপমতে চল্লিশ লাখ টকা পাইছে। মোক কুৰি হাজাৰ দি দিব বাবা। -- অ' বাবা -- একো নকয় দেখোন।

বাবাজী : টকা কুৰি হাজাৰ নিদিলে কি হ'ব?

মহৰী : কি হ'ব মনে? হিচাপ মতে বিয়াখন ভাঙি যাব।

বাবাজী : দৰা ঘৰৰ অৱস্থা কেনেকুৱা?

মহৰী : বেয়া নহয় -- হিচাপমতে খুব ভালো নহয়।

বাবাজী : কি কাম কৰে দৰাই?

মহৰী : মহৰী। মোৰ দৰে মৌজাদাৰৰ মহৰী নহয়। পি. ডব্লিউ.ডি.ৰ মহৰী হিচাপমতে।

বাবাজী : তুমি অইন ঠাইত টকা যোগাৰ কৰিব নোৱাৰিলা নেকি?

মহৰী : নাই বাবা। মৌজাদাৰকে প্ৰথমতে ধৰিলোঁ। নোৱাৰিম বুলি ক'লে হিচাবমতে। ৰমেশ ঠিকাদাৰৰ তালৈ গ'লোঁ -- মাটি বন্ধকত দিম বুলিও কলোঁ -- তেওঁৰো বোলে টকা নাই। ডাক্তৰক ক'লো, ডাক্তৰেও দিব নোৱাৰে। মাষ্টৰে শুনি ক'লে বাবাৰ কথা। চল্লিশ লাখ টকা লটাৰীত পোৱা বুলি হিচাপ মতে। মোৰ উশাহ আহিল -- অতবোৰ টকা বাবাই নো কি কৰিব? তেওঁৰ কোনো নাই হিচাপল মতে। বাবা, মোক কুৰি হাজাৰ দিব হিচাপমতে যেনে তেনে।

বাবাজী : বিয়া ভাঙি দিয়া। বিয়া হ'ব নোৱাৰে।

মহৰী : কিয়?

বাবাজী : কাৰণ মই এক পইচাও নিদিওঁ।

মহৰী : মাষ্টৰেতো ক'লে বাবাই দিব।

বাবাজী : (ভেকাহি মাৰি) ওঁহু, বাবাই দিব। নিদিওঁ, নিদিওঁ। মই এশবাৰ কৈছোঁ- ম-ই-এ-ট-কা-ও নি-দি-ওঁ।

মহৰী : বাবা, মই তিনি বিঘা মাটি দিম হিচাপ মতে।

বাবাজী : সেঃ, মাটি দিব হিচাপমতে!! মাটিৰে মই কি কৰিম? নিদিওঁ বুলিছোঁ টকা,--নিদিওঁ।

মহৰী : (হতাশ হৈ) সঁচাকৈয়ে নিদিয়ে নেকি বাবা?

বাবাজী : সঁচা মিছা কি, নিদিওঁ বুলি কৈছো নিদিওঁ, খাটাং কথা।



মহৰী : (বেছি হতাশ হৈ) মই, মই -- এতিয়া কি কৰিম। হিচাপ মতে বিয়াখন ভাঙিয়েই যাব আৰু। (দুৰ্বল খোজেৰে প্ৰস্থান।)

বাবাজী : ভাঙিলে ভাঙক। মই কি কৰিম? মোক সুধি বিয়া পাতিছিল নেকি? নে মই বিয়া ভাঙিলোঁ? (বাবাজীয়ে গালে-মুখে হাত দি অলপ সময় থাকে। তাৰ পিচত মিচিকিয়াই হাঁহি ত্ৰিশূলডাল তুলি যাবলৈ ওলায়, এনেতে কান্ধত কেমেৰা আৰু পকেটত নোট বুক লৈ ৰিপোৰ্টাৰৰ প্ৰৱেশ)

ৰিপোৰ্টাৰ : প্ৰণাম বাবা, প্ৰণাম। আপোনাকেই বিচাৰি ফুৰিছোঁ।

বাবাজী : আপোনাকো টকা লগা হ'ল নেকি?

ৰিপোৰ্টাৰ : কি টকাৰ কথা কৈছে? মোক চিনি নাপায় নেকি?

বাবাজী : কেলেই চিনি নাপাম? আপুনি খবৰৰ কাগজত খবৰ দিয়া শৰ্মা নহয় জানো?

ৰিপোৰ্টাৰ : হয় News reporter প্ৰমোদ শৰ্মা। আপুনি Global Lottery ত second prize পাইছে বোলে?

বাবাজী : সেয়েহে সুধিছোঁ -- আপোনাকো টকা লগা হ'ল নেকি?

ৰিপোৰ্টাৰ : নহয়, ডাক্তৰেহে ক'লে কথাই কথাই, আপুনি লটাৰীত চল্লিশ লাখ টকা পাইছে বোলে?

বাবাজী : আপোনাক কিয় লাগে? মই পাইছোঁ নাপাইছোঁ মোৰ কথা। আপোনাৰ কি দৰ্কাৰ?

ৰিপোৰ্টাৰ : বাবা অসন্তোষ কৰে কেলেই? চল্লিশ লাখ টকা পাই আপুনি এতিয়া news হ'ল। মই আপোনাৰ ফটো এটা বাতৰি কাগজত দিম -- সকলোৱে গম পাই যাব। চাওঁ বাবা, সেই বেঞ্চখনতে বহকচোঁন মই এটা snape লওঁ।

বাবাজী : ফটো তুলিব খুজিছে তোলক। মই কিন্তু টকা সিকা দিব নোৱাৰোঁ, কাকো নিদিওঁ। (ৰিপোৰ্টাৰে বাবাজীৰ কথাত কাণ নিদি, কেমেৰাটোৰে চাই বাবাজীক ঠিক্ ঠাক্ কৰি দি ত্ৰিশূল ধৰি থাকিবলৈ দি পিচুৱাই আহি ফটো তুলিবলৈ লয়।)

ৰিপোৰ্টাৰ : ওঁ -- ওঁ -- লৰচৰ নকৰিব দেই। ও (snape লয়) Thank you! (নোটবুক উলিয়ায়) Lottery ৰ কাগজখন আছে নেকি বাবা?

বাবাজী : আছে।

ৰিপোৰ্টাৰ : চাওঁ অলপমান দিয়কচোন (বাবাজীয়ে কাগজখন দিয়ে। ৰিপোৰ্টাৰে পঢ়ি চায়।) আপোনাৰ নাম তেন্তে শঙ্কৰ দাস শইকীয়া? --ওঁ চল্লিশ লাখ টকা। ইমান টকাৰে কি কৰিব বাবা? আপোনাৰতো কোনো নাই? -- নে আছে?

বাবাজী : মোৰ কোনোবা আছে নে নাই--- মোৰ টকাৰে কি কৰিম, সেইবোৰ মোৰ কথা। সোধাৰ আৱশ্যক নাই।

ৰিপোৰ্টাৰ : নহয়, কোনোবা অনুষ্ঠানত দান দিয়ে যদি কাগজত উঠাই দিম ---- আপোনাৰ নাম হৈ যাব।

বাবাজী : নালাগে নাম হ'ব। মোৰ টকা কাকো নিদিওঁ।

ৰিপোৰ্টাৰ : ঠিক আছে বাবা। Thank you -- মই আহোঁ। (ৰিপোৰ্টাৰ গুচি যায়। বাবাই সেইফাললৈ চাই থাকে।)

বাবাজী : বম্ বম্ বাবা ভোলানাথ।

**পট পৰে**

# তৃতীয় দৃশ্য

*( মহৰীৰ ঘৰ। মাষ্টৰ, মহৰী আৰু ডাক্তৰে তিনিখন চেয়াৰত বহি কথা-বতৰা পাতি আছে। দুখন চেয়াৰ খালী হৈ আছে।)*

মাষ্টৰ : দুঃখ নকৰিবা মহৰীকাই। কিবা এটা হ'ব দিয়া পিচত। এই বছৰত নহ'ল নাই, -- অহা বছৰ বা তাৰ পিচততো হ'ব, বুজা নাই? তাইৰনো কি বয়স হৈছে। নাই নাই, চিন্তা কৰিব নালাগে বুজা নাই? যি হৈছে ভালেই হৈছে নহয় ডাক্তৰ। ইমান টকা খকুৱা মানুহক ছোৱালী দিলে, যৌতুকত এইটো অনা নাই, সেইটো অনা নাই বুলি পুৰি মৰিব। বুজা নাই? খবৰ কাগজত পঢ়িয়েই থাকোঁ নহয় এনেকুৱা খবৰবোৰ।

ডাক্তৰ : ওঁ, আজিকালি মানুবোৰ যা - তা - হৈ গৈছে -- কেৱল টকাৰ খক্। আমাৰ বাবাজীক নাচায় কেলেই; সংসাৰ ত্যাগী মানুহ। থিক টকাৰ খক্। যা-তা হৈছে। মাষ্টৰে ঠিকেই কৈছে। যা - তা মানুহক ছোৱালী দিব নালাগে। ভগৱানে যি কৰিছে, ভালেই কৰিছে।

মহৰী : চোৱাচোন বাৰু -- হোৱা বিয়াখন -- যোগাৰপাতি চব হৈ গ'ল হিচাপ মতে, নিমন্ত্ৰণ কৰিবলৈহে বাকী - ছিঃ ছিঃ ছিঃ।

মাষ্টৰ : নহয় মহৰী কাই। সেইবোৰ একো ভাবিব নালাগে। যাৰ কন্যা তাৰ বিবাহ। বুজা নাই? একো চিন্তা নকৰিবা। আত্মীয়-স্বজন আছে, আমি আছোঁ, চাৰিওফালে খবৰা খবৰি কৰোঁ- ল'ৰা পাই যাম, বুজা নাই? একো চিন্তা নকৰিবা।

ডাক্তৰ : ময়ো তাকেই কওঁ। আমি আছোঁ নহয়, আনিম ক'ৰবাৰ পৰা ল'ৰা এটা ধৰি। কিজানি একে তাৰিখতে যা -তাকৈ বিয়াখন পাতি দিবই পৰা যায়।

মহৰী : নহয়, -- মানে মিতিৰ কুটুম সকলোৱে শুনিছে হিচাব মতে বিয়াখন হ'বই। এতিয়া বিয়াখন ভাঙি গ'লে ছোৱালীৰ বদনাম হ'ব নহয়।

মাষ্টৰ : ইহ বদনাম -- কি বদনাম --কোনে বদনাম কৰিব? কত বিয়া ভাঙি যায়, কত বিয়া হৈ যায়! বুজা নাই? চিন্তা কৰি হতাশ হোৱাৰ দৰ্কাৰ নাই।

ডাক্তৰ : সেইটোৱেইটো কথা। কেলেই হতাশ হ'ব লাগে? বাপেকটো যা-তা কৰিলে ছোৱালীজনী দেখোন ভাঙি পৰিব। নাই নাই একো হোৱা নাই।

মাষ্টৰ : মন বান্ধিব লাগিব মহৰীকাই, বুজা নাই?

মৌজাদাৰ : (বাহিৰৰ পৰা) অ' মহৰী আছা নে? অ' মহৰী?

মহৰী : মৌজাদাৰ দেউতা! অ' আছোঁ আছোঁ। (বাহিৰলৈ গৈ মৌজাদাৰক লৈ পুনৰ সোমাই আহে ডাক্তৰ আৰু মাষ্টৰে বহাৰ পৰা উঠি সন্মান জনায় ।)

মৌজাদাৰ : (ডাক্তৰ আৰু মাষ্টৰৰ প্ৰতি) অ' --বহা --বহা। (সকলো বহে ) পিছে মহৰী, এই বিয়াখন ভাঙিল বোলে?

মহৰী : হয় দেউতা। কি কৰিম আৰু। দৰাক ইচকুটাৰ দিবলৈ কুৰি হাজাৰ টকাৰ যোগাৰ নহ'লেই। আপুনি জানেই। কাৰো পৰা নাপালোঁ হিচাপ মতে। মাটি তিনি বিঘাও বেচিবলৈ ওলাইছিলোঁ, কিনোতাই নোলাল। কি কৰিম? হিচাবমতে বিয়াখন ভাঙি গ'ল।



মৌজাদাৰ : বৰ বেয়া কথা। বৰ বেয়া কথা । এই মুহূৰ্‌মুহূ সময়ত বিয়া ভাঙিলে ছোৱালীজনী গ'ৰীয়া পৰি যাব নহয়। বেয়া কথা, খুব বেয়া কথা । নহয়নে ডাক্তৰ?

ডাক্তৰ : মহৰীয়ে কি কৰিব কওক। টকা যোগাৰ কৰিব নোৱাৰিলে যেতিয়াই যা তা হ'বই।

মৌজাদাৰ : নহয়, নহয় মই মহৰীৰ গাত দোষ দিয়া নাই। মই ভাবিছোঁ ছোৱালীজনীৰ কথা। তাৰিখ মতে বিয়া নহ'লে মানুহে নানানটা কথা উলিয়াব নহয়। তাকেইতো কৈছোঁ ছোৱালীজনীয়ে মিছাতে বদনাম ভুগিব লাগিব, নহয়নে মাষ্টৰ?

মাষ্টৰ : ছোৱালীজনীৰ বদনাম আকৌ কেলেই হ'ব? তাইৰতো একো দোষ নাই । দৰা ঘৰৰহে বদনাম হ'ব টকা খকুৱা বুলি। বুজা নাই?

মৌজাদাৰ : থোৱাহে মাষ্টৰ, মোক বুজাব নালাগে। গাঁৱৰ মানুহৰ কথা তুমি নাজানা নেকি? ইয়ে ই ক'ব, সিয়ে সি ক'ব। তাতকৈ এটা কাম কৰিলে কেনেকুৱা হয় বাৰু?

মাষ্টৰ : কি কৰিলে?

মৌজাদাৰ : সেই তাৰিখতে ছোৱালীজনী বিয়া পাতি দিলে কেনে হয় বাৰু ডাক্তৰ?

ডাক্তৰ : ভালতো হয়েই। ক'ত এতিয়া আকৌ যা তাঁকে ready made দৰা এটা পাব?

মৌজাদাৰ : পাম নহয়।

ডাক্তৰ : পালেতো ভালেই হয়।

মাষ্টৰ : মহৰী কাই উদ্ধাৰ হৈ যায়।

মৌজাদাৰ : পিচে এতিয়া মহৰীৰহে কথা। দৰা মই দিম। ভাল ঘৰৰ ল'ৰা, উচ্চ বংশ, টকা ,পইচাৰে মোৰ সমকক্ষ।

মহৰী : এনে ল'ৰা হিচাপমতে ক'ত পাম বাৰু?

ডাক্তৰ : মই আগতেই কৈ আছোঁ নহয়, আশা হেৰুৱাব নালাগে। মৌজাদাৰে কৈছে যেতিয়াই, problem solved, যা-তা চিন্তা কৰিব নালাগে।

মহৰী : ল'ৰা কোননো দেউতা?

মৌজাদাৰ : দৰা মানে আমাৰ ৰমেনৰ কথা কৈছোঁ ।

ডাক্তৰ : কোন ৰমেন?

মৌজাদাৰ : মোৰেই খুলশালী ল'ৰা। অলপ বয়স হৈছে আৰু। ঘৈণীয়েকজনী মৰিল। বছৰেক হৈ গ'ল। কত ই ছোৱালী যাঁচি আছে, সিহে মন কৰা নাই। এইবাৰ মই হেঁচা দি ধৰিম --

মহৰী : নাই নাই দেউতা। মোতকৈ ৬/৭ বছৰ মানৰহে সৰু হ'ব। হিচাপ মতে। ইমান মদ খায়।

মৌজাদাৰ : অস্ ধনী মানুহ। মদ নাখাই পানী খাবনে?

মাষ্টৰ : আমি শুনিছোঁ মদৰ জালত বোলে ঘৈণীয়েকজনীক কোবাই কোবাই মাৰিলে। বুজা নাই?

মৌজাদাৰ : অস্ এইবোৰ মানুহে উলিওৱা কথা। মইতো জানো তাৰ স্বভাৱ চৰিত্ৰ ভাল। স্বাস্থ্যও ভাল। ধনী মানুহ। বংশ মৰ্যদাও আছে তদুপৰি --

মহৰী : নহয় দেউতা --

মৌজাদাৰ : কিয় নহ'বহে? তোমাৰ দৰে লোকৰ ছোৱালী, মোৰ শহুৰৰ ঘৰলৈ যে নিব ওলাইছোঁ, কম কথানে? তাইক জানো কাৰণেহে। বুইচা মহৰী, তাই সুখী হ'ব --ৰাজৰাণীৰ দৰে আৰামত থাকিব।

মাষ্টৰ : যদি আগৰজনীৰ দৰে মদ খাই কোবাই নামাৰে, বুজা নাই?

মৌজাদাৰ : হে'ৰা মাষ্টৰ, তুমি বৰ বাঢ়ি গৈছা হে। তেওঁৰ ছোৱালী তেওঁ দিব খুজিছে, তুমি মাজতে টেপ্ টেপকৈ আছা কিয়? কোৱা মহৰী আগৰ তাৰিখতেই হ'ব নহয় জানো?

মহৰী : মই ......মানে ......মই হিচাপমতে ....মই

মৌজাদাৰ : কি যেঁহাই থাকাহে --, মই তেন্তে সিহঁতক কৈ দিম ছোৱালী ঠিক হোৱা বুলি। মোৰ মত থাকিলে সিহঁতে না নকৰে, তুমিও নকৰা বুলি জানো। তেন্তে হৈ গ'ল?

মহৰী : নহয়, নহয় দেউতা, ছোৱালীজনীক হিচাপ মতে এবাৰ সুধিব লাগিব।

মৌজাদাৰ : অস্ তোমাৰ মত আছে নে নাই, তাকেই কোৱা।

মাষ্টৰ : মহৰী কাইৰ মত থাকিব কেনেকৈ? এবাৰ এজনীক কোবাই মাৰিছে যেতিয়াই, বুজা নাই।

মৌজাদাৰ : (বিৰক্ত হৈ) অস্-স । তোমাক কোনে সুধিছে হে? তুমি কিয় পেক্-পেকাই আছা?

ডাক্তৰ : এটা কথা কওঁ --- এইবোৰ যা-তাকৈ কৰা কাম নহয়, তাইকো সুধিব লাগিব। মহৰীৰ আত্মীয়-স্বজন, বন্ধু-বান্ধৱ, জ্ঞাতি-কুতুম্ব আছে, তেওঁলোককো সুধিব লাগিব।

মৌজাদাৰ : কাক কিমান সোধাহে? এইবোৰ যুক্তি নহয়। মহৰী তুমি কি কোৱা?

মহৰী : মই মানে .....ডাক্তৰে যি কৈছে, ঠিকেই কৈছে। মোক দুদিনমান সময় দিয়ক হিচাপমতে।

মৌজাদাৰ : কি হিচাপমতে হিচাপ মতে কৰি থাকাহে? তুমি চৰুক সুধি চাউল বহাবা নেকি? মই আহোঁ, কাইলৈকে মোক জনাই দিবা মহৰী । মই তোমাৰ মান-সন্মানৰ কথা ভাবি আৰু ছোৱালীজনীৰ বিলাই -বিপত্তি দেখিহে এইটো ভাল হ'ব বুলি ভাবিছোঁ --মোৰ নো কি স্বাৰ্থ আছে? মই উঠোঁ।

মহৰী : নহয় দেউতা, চাহ - তাহ --

মৌজাদাৰ : বাদ দিয়াহে তোমাৰ চাহ। ওঁ কালিতেই মোক জনাই দিবা। মুঠতে হোৱাটো কৰিবা। মই আহোঁ, (মৌজাদাৰ যায়, পিছে পিছে মহৰীত ওলাই যায়। মাষ্টৰ আৰু ডাক্তৰে চেয়াৰৰ পৰা উঠিও মৌজাদাৰ যোৱাৰ পিচত বহে।)

মাষ্টৰ : মৌজাদাৰৰ কাণ্ডটো দেখিলে ডাক্তৰ! টকা-পইচাৰ জোৰত জেলত নোযোৱাকৈ সাৰি গ'ল বুলিয়েই তেওঁৰ খুলশালীয়েক এতিয়া একেবাৰে ধোৱা তুলসীৰ পাত হ'ল হে। সেঃ বুজা নাই?

ডাক্তৰ : মানুহবোৰ বৰ যা-তা হ'ল হে। মহৰী মৰিছে চিন্তাত, মৌজাদাৰে আকৌ এটা চিন্তা সুমুৱাই দিলে, মৌজাদাৰৰ তলতে চাকৰি কৰে। এফালে ঋষিৰ শাপ, আনফালে ধানৰ ভাপ। যা-তা হৈছে আৰু।

*(মহৰী সোমাই আহে)*

মাষ্টৰ : মহৰী কাই। মৌজাদাৰৰ চলাহি কথাত ভোল নাযাবা দেই। ছোৱালীজনী সিহঁতে মাৰি পেলাব। বুজা নাই? ............তাই মোৰ ছাত্ৰী বৰ ভাল ছোৱালী। ইস!

*(বাবাজী সোমাই আহে। আগৰ দৰে দাঢ়ি, চুলি নাই! চুলি সুন্দৰকৈ কটা। দাঢ়ি নিমজকৈ খুৰোৱা। ধুতি আৰু পাঞ্জাবী পিন্ধি আহে।)*

মাষ্টৰ : কোন?

বাবাজী : মই শংকৰ দাস শইকীয়া।

ডাক্তৰ : হেঁ মাতটো শুনিছোঁ যেন ....অ' বাবাজী! দাঢ়ি , চুলি কাটি একেবাৰে ..

বাবাজী : এতিয়া বাবাজী নহয়। সেই বৃত্তি এৰি পেলাইছোঁ।



মাষ্টৰ : টকাবোৰ আনিলেনে বাবা?

বাবাজী : নাই অনা। মই এতিয়া বাবা নহয়, শইকীয়াহে, শংকৰ দাস শইকীয়া। বাবা বুলিলে মই বেয়া পাওঁ।

ডাক্তৰ : টকাই বাবাৰ নামেই নহয়, একেবাৰে চেহেৰাই বদলি কৰিলে।

বাবাজী : চেহেৰাই নহয়। মই এতিয়া সংসাৰ কৰিম। বিয়া কৰাম। মহৰী, আপোনাৰ ছোৱালীৰ বিয়া বোলে ভাঙিল?

মহৰী : হয় বাবা, আপুনি হিচাপ মতে টকা নিদিলে আৰু ।

বাবাজী : মই টকা নিদিয়াৰ কাৰণ আছে।

মাষ্টৰ : কি কাৰণ?

মহৰী : বাবা, আপুনি ......

বাবাজী : এঃ মহৰীয়ে মোক এতিয়া আপুনি বুলিব নালাগে। মই আপুনি বুলিম।

মহৰী : কিয়?

বাবাজী : হেঃ হেঃ এতিয়া মই ......আপোনাৰ ছোৱালী জনীক বিয়া কৰাব খোজোঁ।

ডাক্তৰ : এই বুঢ়া বয়সত? কি যে যা-তা কাণ্ড।

বাবাজী : কি বুঢ়া হৈছোঁ। মতা মানুহৰ ষাঠি সত্তৰ বছৰ একো বয়স নহয়। চাহাববোৰে হেনো আশী নব্বৈ বছৰতো বিয়া পাতে।

ডাক্তৰ : ওঁ -- চল্লিছ লাখ টকা পাই আপুনি বাবাজীৰ পৰা শঙ্কৰ দাস শইকীয়া হ'ল, তিনি কুৰি বছৰ বয়সত বিয়া কৰাব পৰা হ'ল। যা --- তা হৈছে আৰু। একেবাৰে ডেকা হ'ল।

বাবাজী : হ'মতো। টকা হ'লে চব হয়। পিচে মহৰী, মই কোৱা কথাটো?

মাষ্টৰ : মহৰীয়ে ক'ব নালাগে। আমিয়েই কৈছোঁ। বুঢ়া বাবাজী এটালৈ আমাৰ গাভৰু ছোৱালী এজনী বিয়া নিদিওঁ। বুজা নাই?

বাবাজী : বুজিছোঁ বাবাহে । কেৱল বুজা নাই, বুজা নাই। মই তোমাৰ ছাত্ৰ নহওঁ। মহৰী আপুনি কি কয়? তাৰিখটো আগৰ বিয়াৰ তাৰিখতে হৈ যাব। মই প্ৰস্তুত।

ডাক্তৰ : একেবাৰে তাৰিখ চাৰিখ চব ঠিক কৰি আহিছে। মুনিবৰ, আপোনাৰ মতিভ্ৰম হৈ যা - তা ক'বলৈ ধৰিছে।

বাবাজী : একো ভ্ৰম হোৱা নাই। মহৰীৰ ছোৱালী মহৰীয়ে বিয়া দিব । তেওঁৰ ছোৱালী বহু লাখ টকাৰ মালিকনী হ'ব। মহৰী মনে মনে থাকিলে নহ'ব। মোক উত্তৰ লাগে।

মহৰী : মোৰ ছোৱালী লাগিলে হিচাপমতে আবিয়ৈ হৈ থাকিব, তথাপি ভণ্ড তপস্বীলৈ বিয়া নিদিওঁ।

*(প্ৰথমতে ডাক্তৰে আৰু তেওঁক দেখি মাষ্টৰেও হাত চাপৰি বজায়।)*

মাষ্টৰ : উচিত কথা।

ডাক্তৰ : ঠিক উত্তৰ। টকা পাই, একেবাৰে বিয়া পাগল হৈ যা-তা হৈছে।

বাবাজী : চুপ। মহৰী, এবাৰ ভাবি চাওক । মোৰ টকা আছে। বহুত ঠাইত ছোৱালী পাম। কিন্তু আপোনাৰ উপকাৰ হওক বুলিয়েই --

মহৰী : নালাগে মোক উপকাৰ কৰিবলৈ। বাহিৰ হৈ যাওক।

বাবাজী : কি? বাহিৰ কৰি দিলা। কিন্তু পাচত পস্তাবা।

মহৰী : *(খণ্ডতে ডাঙৰকৈ চিঞৰি)* মোৰ ঘৰৰ পৰা ওলাই যা। পাযণ্ড! নহ'লে --*(বাবাজীলৈ খেদি যায়, মাষ্টৰে আৰু ডাক্তৰে ধৰে)* বাহিৰ হৈ যা --- বাহিৰ হৈ যা ---

ডাক্তৰ : অ বাবাজী, অহ্ অহ্ নহয়, শংকৰ দাস শইকীয়া সোনকালে ফুট্। নহলে যা-তা হৈ যাব, দেখা নাই?

মহৰী : বাহিৰ হৈ যা -- বাহিৰ হৈ যা ---

ডাক্তৰ : ওঁহ্ ওঁহ্ *(হাতত ধৰি বাবাজীক বাহিৰলৈ নিব খোজে, বাবাজীয়ে আঙুলি জোকাৰি জোকাৰি কয়।)*

বাবাজী : ঠিক আছে। মই যদি বাবা-- মানে শঙ্কৰ দাস শইকীয়া হওঁ তেন্তে ইয়াৰ হেৰ হুৰ তুলিহে এৰিম। *(এনেতে পাণৱালা ল'ৰাটো সোমাই আহে।)*

পাণৱালা : (বাহিৰলৈ চাই কয়) আছে ছাৰ। ইয়াতে আছে। মই কৈছোঁ নহয়। আহক ছাৰ। *(দাৰোগাৰ প্ৰৱেশ)*

ডাক্তৰ : দাৰোগা চাহাব দেখোন। হঠাৎ

মাষ্টৰ : কিয়বা আহিল?

মহৰী : তই বাহিৰ হ ---বাহিৰ -- হ।

দাৰোগা : মই Duty ত আহিছোঁ, কেলেই বাহিৰ হ'ম হেৰি। এনেকৈ ক'লে ধৰি লৈ যাব পাৰোঁ জনা নাই?

মহৰী : অস্ আপোনাক কোৱা নাই নহয়।

মাষ্টৰ : হয় আপোনাক কোৱা নাই।

ডাক্তৰ : আপোনাক কোনে তেনেকৈ ক'ব পাৰে?

দাৰোগা : তেন্তে কাক কৈছে?

মাষ্টৰ : এওঁক কৈছে? পিচে কিয় বা আহিল? বহক বহক। *(দাৰোগা বহে।)*

দাৰোগা : মই বাবাজীক বিচাৰি ফুৰিছোঁ। এই পাণৱালা ল'ৰাটোক সোধোতে ইয়েই ক'লে।

মাষ্টৰ : এওঁৱেই দেখোন বাবাজী।

দাৰোগা : এখেতক মই চিনি নাপাওঁ। মই বম্ বম্ ভোলানাথ বাবাজীক হে বিচাৰি আহিছোঁ।

ডাক্তৰ : এওঁৱেই।

পাণৱালা : হয় ছাৰ, এওঁৱেই।

দাৰোগা : এওঁ কেনেকৈ হ'ব? সেই জঁটা, সেই দাড়ি, গেৰুৱা কাপোৰ -- ত্ৰিশূল ডম্বৰু একোৱেই নাই দেখোন।

পাণৱালা : চুলি কাটিছে ছাৰ। সেই দিনা চেলুনত চুলিকটা মই নিজে দেখিছোঁ।

মাষ্টৰ : হয় হয়। চুলি কটি, দাড়ি খুৰাই বিয়া কৰাবলৈ ছোৱালী বিচাৰি আহিছে।

দাৰোগা : হয় নে? -- এই বুঢ়া বয়সত -- তুমি বম্ বম্ ভোলানথ বাবাজী হয় নে?

বাবাজী : মই শংকৰ দাস শইকীয়া।

দাৰোগা : *(দাবি দি)* বাবাজী হয়নে নহয়?

বাবাজী : আছিলোঁ, আগতে। এতিয়া নহয়।

দাৰোগা : মই তোমাকেই বিচাৰি আহিছোঁ। হৰেণ কেৰাণীয়ে এখন কাগজ দিছিল নে? লটাৰীৰ কাগজ?



বাবাজী : হয় দিছিল। কেলেই?

দাৰোগা : কাগজখন ক'ত আছে?

বাবাজী : মোৰ লগতে আছে। কেলেই?

দাৰোগা : মোক লাগে।

বাবাজী : (পকেটৰ পৰা কাগজখন উলিয়াই কয়।) এই খন।

দাৰোগা : *(পঢ়ি চায়। অলপ সময় পাৰ হয়।)* হুঁ ........বদমাইছ !

ডাক্তৰ : কি কথা দাৰোগা চাহাব? কোন বদমাইছ?

দাৰোগা : কোন হ'ব আৰু -- এই হৰেণ কেৰাণী। তাক থানাত থৈ আহিছোঁ। এওঁক বিচাৰি নিজেই আহিছোঁ।

মাষ্টৰ : কথাটো নো কি?

দাৰোগা : এঃ কি হ'ব? 420, cheating case ! এই বাবাজীয়ে এখন মিছা কাগজ দেখুৱাই দোকানে দোকানে বাকী কৰি খাই ফুৰিছে। চাহ দোকান, হোটেল চবতে বাকী কৰি খাই ফুৰিছে। চল্লিশ লাখ টকা লটাৰীত পোৱা বুলি শুনি চবে বাকী দিছে।

ডাক্তৰ : লটাৰীৰ কাগজখন মই নিজেই চাইছোঁ। চল্লিশ লাখ টকা পোৱাটো হয়।

দাৰোগা : ইঃ হয়? বাতৰি কাগজত এওঁৰ ফটো আৰু পুৰস্কাৰ পোৱাৰ কথাটো ওলোৱাত Global Company ৰ মানুহে কথাটো মিছা বুলি আমাক enquiry কৰিবলৈ application দিছে। --এজাহাৰ দিছে।

মাষ্টৰ : কথাটো মিছা নেকি ? কাগজখন ময়োতো দেখিছোঁ। Global Company ৰ নিজা পেডত লেখা চিঠি।

দাৰোগা : ওপৰৰ অংশটো চাওক -- এয়া photostat কৰা। তলত নিজে office অত type কৰি দিছে।

ডাক্তৰ : হৰেণে এই কামটো কৰিলে কিয়?

দাৰোগা : শুনক। সি এটা টিকট বাবাজীক বিক্ৰী কৰিছিল। Global Company ৰ লটাৰীৰ টিকট।

ডাক্তৰ : হয়

মাষ্টৰ :

দাৰোগা : পিছে সি জনা নাছিল সি কি গছৰ গুটি খাইছে। সেঃ হেঃ হেঃ, (হাঁহে) বাবাজীয়ে য'তে তাক দেখে তাতে lottery ৰ result ৰ কথা সুধি দিগদাৰ কৰি থাকে। সি নাই পোৱা বুলি কলেও বিশ্বাস নকৰি সদায় সদায় বাটে-ঘাটে তাক result ৰ কথা সোধে।

মহৰী : ওঁ পিচত?

দাৰোগা : পিচত আৰু কি হ'ব? বাবাজীৰ হাতৰ পৰা সাৰিবলৈ সি এই বুদ্ধিটো কৰিলে। সি ফলাফল কি হ'ব সেইটো ভবা নাছিল। ঘটনাটো জটিল হৈ পৰিল।

ডাক্তৰ : সঃ সঃ সঃ হঃ হঃ (হাঁহে)

মাষ্টৰ : টকা পোৱা বুলি শুনি বাবাজীৰ মূৰ গৰম হৈ গ'ল। বিয়া কৰাব লাগে--সংসাৰ কৰিব লাগে -। -

-বুজা নাই? মহৰীৰ তালৈ আহিছে --মহৰীৰ জীয়েকক এতিয়া বিয়া কৰায়েই। মহৰীয়ে খং কৰি উলিয়াই দিব ধৰোঁতেই আপুনি আহি পাইছে।

পাণৱালা ঃ হিঃ হিঃ হিঃ হিঃ (হাঁহে)

দাৰোগা ঃ ইঃ বিয়া কৰায় --বিয়া কৰায়। লাজ নাই? তলমূৰ কৰি থাকিলে নহ'ব। ব'ল থানালৈ ব'ল।

বাবাজী ঃ মই..............মই .........। মোৰ গাত কি দোষ? হৰেণ কেৰাণীয়ে যে এনেকৈ বুকুত কামোৰ মাৰিব -- মই কেনেকৈ জানিম। হে ভোলানাথ --

দাৰোগা ঃ ইঃ ভোলানাথ! নজনা নুশুনাকৈ কাম কৰিলেইতো মানুহ জেললৈ যায়। তাতে শিক্ষা পায়। জেল মানে শহুৰৰ ঘৰ। শহুৰ বাড়ী মচাই শহুৰ বাড়ী! ব'ল ...........ব'ল...........

ডাক্তৰ ঃ Bye Bye

মাষ্টৰ ঃ Ta - Ta

*(দাৰোগা বাবাজীৰ সৈতে বাহিৰ হৈ যায়।)*

ডাক্তৰ ঃ যা - তা কাৰবাৰ

পাণৱালা ঃ গ'ল বাবা গ'ল .......

পটপৰে

(আঁতৰৰ পৰা নিম্নোক্ত গীতটো শুনা যায়)

গ'ল বাবা গ'ল
বিয়া কৰাবলৈ গ'ল,
লাখ লাখ টকা পাই
আমাৰ বাবাজী ভাই,
কুৰি বছৰীয়া হ'ল।
গ'ল বাবা গ'ল,
বিয়া কৰাবলৈ গ'ল।
দাৰোগাই লগ পাই
আদৰি লৈ যায়
জেলতে থ'ব ভৰাই
গ'ল বাবা গ'ল
বিয়া কৰাবলৈ গ'ল।

সমাপ্ত



# অমৃত, গৰল আৰু অন্যান্য

## গিয়াছউদ্দিন আহমেদ



**চৰিত্ৰাৱলী**

নবীন পণ্ডিত. সোণেশ্বৰী. মৰমী. বৰ্ণালী. দীনেশ. অনন্ত. মহেশ্বৰ. প্ৰণৱ. মালিক.

*(নবীনৰ ঘৰত নবীন। সময় গধূলি)*

নবীন ঃ নমস্কাৰ। মই নবীন পণ্ডিত। আচলতে মোৰ সম্পূৰ্ণ নাম শ্ৰীনবীন চন্দ্ৰ বৈশ্য। কিন্তু পাঠশালাৰ পণ্ডিতৰ কামত সোমাই ৩০ বছৰ চাকৰি কৰি সেই কামৰ পৰা অৱসৰ লোৱা হেতুকে গাঁৱৰ ৰাইজে মোক পণ্ডিত বুলিয়েই মাতে। সেয়েহে মই নবীন পণ্ডিত।

আজিৰ পৰা ৫ বছৰ আগতে মই অৱসৰ ললোঁ। অৱসৰ লবৰ দিনা মোৰ সন্মানাৰ্থে এখনি বিদায় সভা পাতিছিল। সিদিনা এজন সহকৰ্মীয়ে মোক অনুৰোধ কৰিছিল--"ছাৰ, আপোনাৰ হাতখন ভাল, জীৱন আৰু জগত সম্পৰ্কে আপোনাৰ সুন্দৰ দৃষ্টিভংগী আছে। আপুনি লেখিব।"

মোৰ প্ৰিয় বন্ধু মালিক--পুৰণি পৃথিৱী ভাঙি নতুন পৃথিৱী গঢ়াৰ স্বপ্নত যিজন সদা সংগ্ৰামৰত--সেই মালিকেও মোক সদায় কৈ আছে, আমাৰ এই সৰু চহৰখনিৰ মঞ্চত অভিনয়ৰ বাবে মই এখনি নাটক লিখিব লাগে। মই উপলব্ধি কৰিছোঁ--সঁচা, ইচ্ছা কৰিলে মই ভালদৰে লিখিব পাৰোঁ। মানুহ আৰু পৃথিৱী সম্পৰ্কে মোৰ এক নিজা দৃষ্টিভংগী আছে। লিখিবলৈ মোৰ জীৱনটোতে বহুত সমল আছে। গতিকে মই লেখা উচিত। কিন্তু মই লিখিব নোৱাৰো। লিখিবলৈ কলম ধৰিলেই এখন নদীৰ দুয়োপাৰ সংযোগ কৰা বাঁহৰ সাঁকোখনিৰ দৰে হাতখনি মোৰ থৰ্থৰ্ কৈ কঁপে। মই স্তব্ধ হৈ যাওঁ। বহুপৰ একেথৰে কলমটো আৰু হাতখনিলৈ চাই থাকি ভাবো ঃ মই কি সচায়ে অথৰ্ব, পংগু হৈ গ'লোঁ। ক'ব নোৱাৰাকৈয়ে মোৰ চকুৰপৰা পানী ওলাই আহি লিখিম বুলি লোৱা উকা কাগজখনত পৰে।

সোণেশ্বৰী ঃ এই মাঘমহীয়া ঠাণ্ডাত এনেদৰে অকলে বহি থাকি মানুহজনে বা কি ভাবি থাকে--ভগৱানেহে জানে। ইমান ঠাণ্ডা বতাহ--কাঁহ হৈ পৰি নাথাকিলেই ৰক্ষা।

নবীন ঃ এইজনী মোৰ পৰিবাৰ--সোণেশ্বৰী বৈশ্য। বিয়াৰ আগতে সোণেশ্বৰী দাস আছিল। হোমৰ জুইক সাক্ষী কৰি যিদিনাই নিজৰ কৰি ললোঁ সিদিনাই দাস গুচি বৈশ্য হ'ল। আমাৰ যুগ্মজীৱনত মোৰ প্ৰতিটো মুহূৰ্তৰ সুখ-দুখক তেওঁ নিজৰ সুখ-দুখ বুলি বুকু পাতি লৈছে। প্ৰায়ে মই ভাবোঁ-- তেওঁ সঁচায়ে সোণেশ্বৰী নামৰ যোগ্য। সোণৰ ঈশ্বৰী মোৰ। এতিয়া তেওঁ অস্তমিত সূৰ্য। অথচ চিন্তা কৰে মাঘমহীয়া হাড়কঁপোৱা ঠাণ্ডাত এনেদৰে বহি থাকিলে মোৰ অসুখ হৈ যাব।

মৰমী ঃ দেউতা, তুমি এনেদৰে বহি থাকিব নালাগে নহয়। মা, তুমিও হয় শুই থাকা নহয় অঙঠাৰ জুইৰ তাপ লৈ বহি থাকা--একো ভাবিব নালাগে। আজি কোন আহে চাই লম নহয়।



নবীন ঃ মোৰ ডাঙৰ ছোৱালী--মৰমী। আজিৰ পৰা ৩৫ বছৰ আগতে তাই এই পৃথিৱীলৈ আহিছিল। কেঁচুৱা অৱস্থাত মাকৰ কোলাত প্ৰথম দেখাৰ দিনাৰে পৰা ছোৱালীজনীক মোৰ ইমান মৰম লাগিছিল যে, হেঁপাহতে মই তাইক মৰমী বুলি মাতিছিলোঁ। পিচত সঁচাসঁচিকৈয়ে তাইৰ নাম মৰমী হৈ গ'ল। ছোৱালীজনীক উলিয়াই দিব পৰা নাই। ঘৰতে আছে। মোৰ মাজে মাজে অনুভৱ হয় ঃ আমি মাক-বাপেক দুটা তাইৰ অভিভাৱক নে তাই আমাৰ অভিভাৱক! যোৱা দুটা গধূলি আমাৰ ঘৰটোত কোনোবাই শিলগুটি দলিয়াই আছে। দুৱাৰ বন্ধ কৰি ঘৰত সোমাই থাকি আমি নীৰৱে সহ্য কৰি আছোঁ। আজিও কিজানি কোনোবাই শিলগুটি মাৰিবলৈ আহে, সেই দুঃচিন্তাত মই বহি আছোঁ। কিন্তু মৰমীয়ে ভাবে সমস্যাটোৰ সন্মুখীন মই হ'ব নালাগে, তাই এই প্ৰত্যাহ্বান গ্ৰহণ কৰিব।

বৰ্ণালী ঃ (এটা Spot অত দেখা যায়--এটি গুণগুণনি-- যেন কাৰোবাক অপেক্ষা কৰি আছে)

নবীন ঃ মোৰ সৰু ছোৱালী--বৰ্ণালী। এই পৃথিৱীৰ জটিলতা বুজি নোপোৱা, কম বুজা, এজনী অতি সাধাৰণ ছোৱালী। বৰ্ণালীৰ কথা যেতিয়াই ভাবোঁ, তেতিয়াই মোৰ অনুভৱ হয়--ছোৱালীজনীয়ে কাৰোবাৰ প্ৰতি যেন অন্তহীন প্ৰতীক্ষা কৰি আছে।

বৰ্ণালী এতিয়া মোৰ সংসাৰত নাই। তাই গুচি যোৱাৰ পিছত মই, সোণেশ্বৰী আৰু মৰমী--আমি তিনিজনেৰে সৈতে এখন সৰু সংসাৰ। আচলতে সৰু সংসাৰখনিত কোনো দুখ থাকিব নালাগিছিল, থকা উচিত নহয়। কিন্তু এই ঘৰখনিৰ চাৰিবেৰৰ মাজত কিছুমান দুখ আছে--ডাঙৰ সমস্যা আছে।--ইতিমধ্যে মই আপোনালোকক কৈছোঁ, ৩৫ বছৰ আগতে মৰমী নামৰ ছোৱালীজনী এইখন পৃথিৱীলৈ আহিছিল। ৩৫ বছৰ হৈ যোৱাৰ পিচতো এজনী ছোৱালী দেউতাকৰ ঘৰত কিয় থাকিবলগীয়া হৈছে, এই থাকিবলগীয়া হোৱা বাবে কেনেকৈ আছে, বৰ্ণালী নামৰ আজলী ছোৱালীজনী কিয় মোৰ ঘৰত নাই,--যোৱা দুদিন ধৰি গধূলি সময়ত মোৰ ঘৰত কোনে, কিয় শিলগুটি মাৰি আছে--এইবোৰ যন্ত্ৰণাৰ বিষয়ে লিখিব নোৱাৰিলেও মই আপোনালোকক কোৱা উচিত। সেয়েহে মোৰ আজি এয়া আন্তৰিক আৰু বিনম্ৰ প্ৰয়াস।

দীনেশ ঃ চোৱা মৰমী--তুমি বুজিবলৈ ইচ্ছা কৰা উচিত। তুমি Interview দিবলৈ যাব লাগিছিল। তুমি জানা তোমাৰ চাকৰিটোৰ কিমান প্ৰয়োজন।

মৰমী ঃ নিশ্চয়--মোৰ চাকৰি এটাৰ অতি প্ৰয়োজন। কিন্তু সেই বুলি চাকৰিটোৰ বাবে মই যাৰে-তাৰে ওচৰলৈ যাম, সকলোৰে ওচৰত শিৰ নত কৰিম, সেইটো হ'ব নোৱাৰে।

দীনেশ ঃ কিন্তু বৰ্তমান সেয়াইতো বাস্তৱ। ক্ষমতাশালী আৰু প্ৰতিষ্ঠিত শক্তিসমূহে দেশৰ সম্পদ, উন্নতিৰ চাবিকাঠি--সকলো নিজৰ হাতৰ মুঠিত ৰাখিছে। তুমি সিহঁতৰ ওচৰত মূৰ দোঁৱাবই লাগিব।

মৰমী ঃ মই মূৰ দোঁৱাব নোৱাৰোঁ দীনেশ। মোৰ শিক্ষা আছে, যোগ্যতা আছে ; আৰু আমাৰ

পৰিয়ালটোত চাকৰি এটাৰ প্ৰয়োজন আছে। পোনপটীয়া ৰাস্তা এটাৰে গৈ মই কামটো কিয় পাব নোৱাৰোঁ।

দীনেশ : তথাপিও তুমি আজি Interview দিবলৈ যাব লাগিছিল।

মৰমী : চোৱা দীনেশ, তুমিও ভালকৈ জানা যে আজি যিটো ইণ্টাৰভিউ পাতিছে, সেয়া মাত্ৰ মানুহক দেখুৱাবলৈহে। চাকৰি দিব এম.এল. এ. দীনবন্ধু কলিতাই, আৰু দীনবন্ধু কলিতাৰ ভতিজাক প্ৰণৱ কলিতাৰ বিষয়ে তুমি ভাদলদৰে জানা!

*(নবীন আহে)*

নবীন : অ' বোপা দীনেশ, চাহ--তাহ খালানে?

দীনেশ : খাইছোঁ। চাওক খুড়া, আমাৰ হাইস্কুলখনৰ Asstt. Teacher পদটোৰ বাবে Interview হৈ গ'ল। যি বোৰ Candidate এ apply কৰিছিল, তাৰ ভিতৰত আটাইতকৈ ভাল Result মৰমীৰ। অথচ এওঁ আজি ইণ্টাৰভিউ দিবলৈ নগ'ল।

নবীন : অ'--ময়ো তাকে কৈছোঁ। মা--এম. এল.এ. ই জড়িত হওক বা মন্ত্ৰীয়ে জড়িত হওক, সেইবোৰ পিচৰ কথা। তই অন্ততঃ তোৰ কৰ্তব্য কৰিব লাগিছিল।

মৰমী : দেউতা, তোমালোকে এনেদৰে বেছি Pressure দি থাকিলে, মোৰ কিন্তু খং উঠিব। তুমি জানা, পৰীক্ষাৰ ৰিজাল্ট যিমানেই ভাল নহওক, ইণ্টাৰভিউ যিমানেই উৎকৃষ্ট নহওঁক, চাকৰিটো পোৱাৰ বাবে সেইবোৰ মাপকাঠি নহয়। দীনবন্ধু কলিতাৰ ভতিজাক প্ৰণৱ কলিতাই যাক ভাল পায়--সিয়েই চাকৰি পাব।

নবীন : কিন্তু আমাৰ হাতত আন কি উপায় আছে? এইবোৰৰ প্ৰতিবাদ কৰি কি লাভ হ'ব?

মৰমী : দেউতা, স্পষ্টবাদী হৈ থাকিবলৈ আমি তোমাৰ পৰাই শিকিছোঁ। শৈশৱৰ পৰা আজিলৈকে--প্ৰতিটো পল, প্ৰতিটো দিনতে তুমি আমাক শিক্ষা দিছা কেনেদৰে মেৰুদণ্ড পোন কৰি থিয় হৈ থাকিব লাগে। আজি, আজি হঠাতে তোমাৰ--

নবীন : আমাৰ কল্পনাৰ পৃথিৱীখন, সপোনৰ দেশখন লাহে লহে অস্পষ্ট হৈ আহিছে অ'. মা।

দীনেশ : বাৰু যি হৈ গ'ল হ'ল। (মৰমীক) কিন্তু শুনা, হতাশ হৈ হাত সাৱটি বহি থাকিলে নহ'ব। মই ক'ৰবাত ক'ৰবাত খবৰ কৰিম--তুমিও খবৰ ৰাখিবা। অলপ কষ্ট কৰিলে হৈ যাব চাকৰি এটাৰ যোগাৰ। বাৰু খুড়া, মই এতিয়া আহোঁ। মৰমী যাওঁ দিয়া।

*(দীনেশ যায়)*

নবীন : বাৰু মা'--বনু ক'লৈ গৈছে অ'--ঘৰত নাই দেখোন?

মৰমী : অ'--সিহঁতে বোলে কিবা এখন নাটক কৰিব। ৰিহাৰ্চেললৈ গৈছে।

নবীন : আৰে--বনুৱে নাটক কৰিব, অথচ তহঁত কোনোৱে মোক কথাটো কোৱা নাই। তাই কাৰ লগত ঘৰলৈ আহিব?

মৰমী : থৈ যাব সিহঁতৰ লগৰ কোনোবাই।



নবীন : কোনোবাই মানে? কোনে? এই কোনোবাজন এজন মানুহ হ'ব। কিন্তু সেইজন কোন হয় আমি জনা উচিত। এজনী গাভৰু ছোৱালী গধূলি ঘৰৰ পৰা ওলাই যাব, ৰাতি ঘৰত সোমাব--কাৰ লগত যায়, কাৰ লগত আহে-- সেইটো আমাৰ বাবে প্ৰয়োজনীয় কথা।

মৰমী : মাক এৰি থৈ মই তাইৰ লগত যাব নোৱাৰোঁ। সংঘৰ ল'ৰাকেইটাক মই কৈছিলোঁ অসুবিধা হ'ব বুলি। কিন্তু সিহঁতে নেৰে, বনুৱেও ইচ্ছা কৰিলে।

নবীন : ইচ্ছা কৰিলেই হ'বনে? আৰু এই নাটক থিয়েটাৰ কৰি লাভ কি আছে! আমাৰ দেশত শিল্পীৰ অৱস্থা কি শোচনীয় তহঁতে কি বুজিবি? এই মালিকলৈ নাচাৰ কিয়, এজন সৎ ৰাজনীতিবিদ, এজন ভাল অভিনেতা, কিন্তু কি স্বীকৃতি পাইছে সমাজৰ পৰা? (বাহিৰত মালিকৰ কণ্ঠ : ঘৰত আছা নে নবীন?)

নবীন : (মালিকৰ প্ৰৱেশ) আহা--আহা--মালিক, তুমি বহুদিন জীয়াই থাকিবা বুজিছা--আমি মানে তোমাৰ কথাই পাতি আছিলোঁ।

মালিক : হাঃ--হাঃ--হাঃ-- হয় নেকি বঢ়িয়া.........বঢ়িয়া। পিছে মা মৰমী, এওঁ পণ্ডিতে তোমাৰ আগত মোক গালি পাৰি আছিল নহয়?

মৰমী : নাই--নাই--খুড়া--কিয় গালি পাৰিব? আপোনাৰ ভালহে কৈ আছে।

মালিক : মা'--অ'--মৰমী। পিছে মই কৈ যোৱা--মানে মোক প্ৰতিশ্ৰুতি দিয়া কামটো এওঁ কৰিছে নে নাই?

মৰমী : সেইটো আপুনি দেউতাক সোধাই ভাল হ'ব খুড়া। আপোনাৰ আগত লিখিম বুলি কয়-আপুনি পিচে দিলেই সকলো শেষ।

মালিক : নবীন, তুমি আৰম্ভ কৰা নাই লিখিবলৈ?

নবীন : লিখিছোঁ......লিখিছোঁ.......মৰমীহঁতে কেনেকৈ গম পাব। ৰাতি যেতিয়া সকলো টোপনিত পৰে, তেতিয়া মই মনে মনে লিখোঁ।

মালিক : সঁচা! সঁচায়ে কৈছানে তুমি? *(মৰমীয়ে হাঁহে। হাঁহি হাঁহি মৰমীৰ প্ৰস্থান)*

নবীন : বাৰু মালিক, বেয়া নোপোৱা যদি এটা কথা কওঁ। তোমাৰ নিৰ্দেশ অমান্য কৰিব নোৱাৰোঁ বাবেই, মই হয়তো নাটকখন লিখিবলৈ চেষ্টা এটা চলাব পাৰোঁ। কিন্তু, কি লাভ হ'ব কোৱা--এইবোৰ কৰি কি লাভ?

মালিক : মানুহৰ চেতনাক জাগ্ৰত কৰিবলৈ সাহিত্য, সংস্কৃতি, সংগীত, নাটক লাগিব। (আগবাঢ়ি) মোৰ চকুৰ আগত তোমাৰ নাটকখনৰ অভিনয় ভাঁহি থাকে। তুমি এখন নাটক লিখিবা। সকলো হেৰুওৱাৰ পিছত.........এজন লৌহ পুৰুষৰ সংগ্ৰাম আৰু দুখৰ ঘটনাৰে পুষ্ট এটা সুন্দৰ কাহিনী--চৰিত্ৰবোৰৰ মসৃণ বিকাশ--সংঘাতৰ তীব্ৰতা--সুসংহত সংলাপ--আৰু তাৰ পিছত 'ক্লাইমেক্স'--কাঁহ পৰি জীণ যাব দৰ্শকেৰে ভৰা প্ৰেক্ষাগৃহ--মঞ্চৰ নেপথ্যত বহি মই লক্ষ্য কৰিম মানুহবোৰৰ মুখৰ প্ৰতিক্ৰিয়া--তেওঁলোকৰ চিন্তাৰ জগতত উঠা-নমা কৰা জোঁৱাৰ-ভাটাৰ ঢৌবোৰ--আৰু মোৰ

নিজৰ মনত আঁকি লম ভৱিষ্যৎ কাৰ্য পন্থাৰ এখনি স্পষ্ট চিত্ৰ। কোৱা..........কোৱা নবীন, তুমি লিখিবা নাটকখন?

নবীন : হ'ব......হ'ব........তোমাক কথা দিছোঁ--লিখিম। কিন্তু কেতিয়া লিখি শেষ কৰিম, সেই বিষয়ে নুসুধিবা। বাৰু এতিয়া মিটিঙৰ খবৰ কোৱা। পৰহিলৈ হ'ব জানো সভাখন?

মালিক : কিয় নহ'ব--জৰুৰ হ'ব।

নবীন : কিন্তু সভালৈ যে মানুহ আহিব সন্দেহ আছে। প্ৰণৱহঁতে মানুহক ভয় খুৱাইছে, সভালৈ যাতে কোনো নাহে তাৰবাবে চাৰিওফালে সন্ত্ৰাসৰ সৃষ্টি কৰি ফুৰিছে। এনেক্ষেত্ৰত--!

মালিক : জানো--জানো--সকলো খবৰ মই জানো। কিন্তু চাবা আমাৰ সভালৈ মানুহ আহিবই। মানুহে সদায় কাকো ভয় কৰি নাথাকে।

নবীন : কিন্তু পাৰিবা--পাৰিবা জানো মালিক ইহঁতৰ লগত যুঁজিবলৈ?

মালিক : কাঁইটীয়া বাটেদি, হাজাৰ ধুমুহাৰ নিশা পাৰ হৈ যাব নোৱাৰিলে, তুমি প্ৰভাত বন্দনা শুনিব নোৱাৰা নবীন.........! শুনা, এতিয়া প্ৰত্যেক মানুহৰে সন্মুখত দুটা পথেই মাত্ৰ খোলা আছে--হয়,--দিনে দিনে গেলি-পচি যাব ধৰা সমাজৰ কদৰ্য ৰূপটো নীৰৱে চাই থাকিবা--নহয় অসুৰ শক্তিৰ লগত সাহসেৰে সন্মুখ সংঘৰ্ষত লিপ্ত হ'বা। মাত্ৰ এই দুটা পথ।

*(বৰ্ণালী আহে)*

বৰ্ণালী : অ' খুড়া--ভালে আছে?--বাৰু খুড়া, আমাৰ নাট্য সন্ধিয়া উদ্বোধন কৰিবলৈ আপোনাক যে মাতিছে, আপুনি যাব কিন্তু।

মালিক : হেই এইজনী চোৱাচোন। বাৰু তোমালোকে মোক কিয় মাতিছা? মইনো কিহৰ উপযুক্ত?

বৰ্ণালী : ইস্--খুড়াৰো যে কথা। চাৰিআলিৰ চ'কত ডাঙৰ আঁহতজোপাৰ তলত মানুহ গোটাই লৈ মাজে মাজে আপুনি বক্তৃতা দিয়া--অফিচ, পুলিচ থানাৰ সন্মুখত শ্ল'গান দিয়া--আমাৰ কলেজৰ আগেৰে 'প্ৰচেছন' উলিয়াই লৈ যোৱা কোনে নাজানে?

মালিক : অপূৰ্ব! অপূৰ্ব!! পঢ়া-শুনাৰ মাজতো এইবিলাকৰ ওপৰত চকু দিবলৈ যে তোমালোক চেষ্টা কৰিছা--তাকে ভাবি মোৰ ভাল লাগিছে।

বৰ্ণালী : খুড়া, মই এদিন মনে মনে আপোনাৰ বক্তৃতা শুনিছোঁ। সেই যে মে' দিৱসৰ দিনা--আপুনি আঁহতৰ তলত যে বক্তৃতা দিছিল, আপুনি যে কৈছিল ঃ পৃথিৱীত হিন্দু--মুছলমান, দেশী--বিদেশী কোনো শ্ৰেণী নাই ; পৃথিৱীত দুটা শ্ৰেণী আছে--ধনী আৰু দুখীয়া। সেই যে সিদিনা..................।

মালিক : শুনিলা নবীন, বুজিলা এতিয়া। মই কিয় হতাশ হোৱা নাই? মানুহৰ প্ৰজন্মই কেনেকৈ ইতিহাসৰ গতিক জীয়াই ৰাখে দেখিছা?



নবীন : মা' বৰ্ণালী--এই মালিকৰ বিষয়ে দেখিছোঁ তহঁতে বহুত জান।

বৰ্ণালী : দেউতা, এদিন কলেজত আমাৰ অসমীয়াৰ ক্লাছ চলি আছিল--"জীৱনৰ আদৰ্শবাদ"। ভীষণ গৰম, বাহিৰত প্ৰখৰ ৰ'দ। ঠিক সেই সময়তে ৰাস্তাৰে খুড়াই খোজকাঢ়ি গৈ আছিল। আমাৰ ছাৰে খিড়িকীৰে বাহিৰলৈ এখেতক দেখুৱাই কি কৈছিল--জানা দেউতা--? কৈছিল ঃ তোমালোকে এইজন মানুহলৈ চোৱা। প্ৰাক্তন এম.এল এ এজন হৈও মানুহজনে কেনেদৰে ৰ'দ-বৰষুণ মূৰত লৈ খোজ কাঢ়ি ফুৰে তোমালোকে দেখিছানে? এয়াই জীৱনৰ আদৰ্শবাদ।"

মালিক+নবীনঃ হাঃ...........হাঃ............হাঃ!

*(হাতত এটা মলম লৈ মহেশ্বৰৰ প্ৰবেশ)*

মালিক : কিহে মহেশ্বৰ ভালে আছা?

মহেশ্বৰ : আছোঁ খুড়া।

মালিক : পিচে আজি গাড়ী চলোৱা নাই নেকি?

মহেশ্বৰ : চলাইছোঁ খুড়া। আজি বেছি কাম নাছিল। মাত্ৰ এঠাইত বালি পেলালো।

মালিক : আজি তেন্তে বাটত তোমাৰ গাড়ীত উঠা সৌভাগ্য মোৰ নহ'ব? বুজিছা নবীন, এওঁ মোক বহুদিন বিপদত সহায় কৰিছে। কেতিয়াবা পাৰ্টিৰ অফিচৰ পৰা ঘৰলৈ বুলি উভতিছোঁ--ৰাতি বাৰ বাজিছে--অকলে খোজ কাঢ়ি গৈ আছোঁ--হঠাতে দেখিছোঁ কাষতে ৰৈ গৈছে এওঁৰ ট্ৰাকখনি--মোক উঠাই লৈ গৈছে। কেতিয়াবা আকৌ ধুমুহা-বৰষুণ আহোঁ আহোঁ হৈছে--প্ৰায় দৌৰাৰ দৰেকৈ খোজ কাঢ়িছোঁ--সিফালৰ পৰা দেখিছোঁ আহিছে এওঁৰ গাড়ীখন। বহুত উঠিলো দিয়া এওঁৰ গাড়ীত। পিছে, এওঁ বদৰ মহাজনক অলপ ভয় কৰে। মহাজনে দেখিব বুলি ভয়তে মোক গাড়ীৰ পৰা কিছু আগতে নমাই দিয়ে।

নবীন : ভয় নকৰিব নে? যিহে চেপেটা বদৰ মহাজন। তোমাক গাড়ীত বিনা পইচাই উঠোৱা বুলি গম পালে এওঁৰ দৰমহাৰ পইচা কাটিব।

*(আটাইকেইটাই হাঁহে। মহেশ্বৰে বৰ্ণালীৰ হাতত কিবা এটা দিব খোজে।)*

মালিক : কি আনিছাহে মহেশ্বৰ?

মহেশ্বৰ : খুড়ীদেউৰ বোলে কঁকালখন বিষাই আছে। এয়া লৈ আহিছোঁ--এটা ভাল মলম--বিষ নোহোৱা হৈ যাব।

বৰ্ণালী : কি কৈছা--তুমি তেনেদৰে ক'ব পাৰিছা? মোৰে শপত, তেনেকৈ নক'বা। তুমি তেনেদৰে ক'লে ধুমুহা আহিব, বজ্ৰ পৰিব, আগ্নেয়গিৰিৰ উদ্গীৰণ হ'ব। ...........তুমি জানা বসন্ত দা,মোৰ দুচকুত অলেখ সপোনৰ লুকা-ভাকু। আমি দুয়ো লগলাগি এখন সংসাৰ গঢ়ি তুলিম। আমাৰ ঘৰ হ'ব--শান্তিৰ পঁজা। ঘৰৰ কাষতে এটি মৰম লগা পুখুৰী থাকিব--পুখুৰীৰ পাৰত বিবিধ ফলৰ গছ। আমি গছৰ তলত বহিম, সুৱদি সুৰত গছৰ ডালৰ চৰায়ে গীত গাব--আকাশেদি উৰি যাব জাক জাক বগলী--অলেখ নীড়মুখী পখী--।

........(চিঞৰি)--নাই, অসম্ভৱ ই হ'ব নোৱাৰে...........! ..........প্ৰৱঞ্চক, লম্পট,

কাপুৰুষ। আঁতৰি যোৱা মোৰ সন্মুখৰ পৰা। (নীৰৱতা)

.....মা—দেউতাই মোৰ নাম নিজৰা ৰাখিছিল। তেওঁলোকে ভাবে যে নিজৰাৰ দৰেই মই স্বচ্ছ, নিৰ্মল আৰু পৱিত্ৰ। নিতৌ মোক লৈ তেওঁলোকে নতুন সপোন দেখে, আশাৰ ৰহঘৰা সাজে। ..........গধূলি দেউতাই ভাগৱত পাঠ কৰে, মাই তুলসীৰ তলত চাকি জ্বলায়। কিন্তু যেতিয়া তেওঁলোকে গম পাব যে, তেওঁলোকৰ আশা-আকাংক্ষাৰ কেন্দ্ৰবিন্দু নিজৰা অবৈধ সন্তানৰ মা হ'বলৈ ওলাইছে, তেতিয়া (কান্দি) সন্তানহাৰা হৰিণীৰ দৰে কান্দি কান্দি মোৰ আজলী মা' তুলসীৰ তলতে মূৰ্চ্ছা যাব ; সহজ সৰল দেউতাই ভাগৱতৰ পাতত মূৰ থৈ কান্দি কান্দি ভাগৱতৰ পাত তিয়াই দিব।

(বৰ্ণালীৰ উচুপনিত চাই থকা মৰমীও আবেগিক হৈ যায়।)

মৰমী : বৰ্ণালী, বৰ্ণালী কি কৈছ--কি কৈছ এয়া ;

বৰ্ণালী : অ' মৰমী বা--কবিৰ খোজা নাটকখনৰ সংলাপ আওৰাইছিলোঁ।

মৰমী : নাটক--ঠিকেই নাটক--কিন্তু এনেকুৱা ধৰণৰ নাটকৰ সংলাপে মোৰ বুকুখন কঁপাই তোলে বনু। মোৰ ভয় হয়, মঞ্চৰ নাটক যদি অজানিতে কেতিয়াবা বাস্তৱ হৈ উঠে--।

বৰ্ণালী : হেই--চব কথাতে তই বৰ বেছি আবেগিক অ' মৰমী বা। নাটক নাটকেই।

*(নবীন আহে)*

নবীন : দুয়োজনীয়েই দেখোন খুব গহীন হৈ আছ? কিবা হ'ল নেকি?

মৰমী : নাই নাই--দেউতা--একো হোৱা নাই।

নবীন : বাৰু--এটা কথা নহয় অ' মৰমী। বাটতে হৰিহৰক লগ পাইছিলোঁ। তেওঁৰ ছোৱালীজনী তোৰ লগত যে পঢ়িছিল কি আছিল নামটো?

মৰমী : পদুমী...........।

নবীন : এৰা পদুমী........। M.A.ত Admission লবলৈ পদুমী বোলে গুৱাহাটীলৈ গ'ল। পিছে তই কি কৰিম বুলি ভাবিছ?

মৰমী : দেউতা, মই কৈছোঁ নহয়--মই এম. এ. নপঢ়োঁ।

নবীন : চা মা তই এম. এত Admission লোৱাটো ভাল। আমাৰ ঘৰত সমস্যা আছে, অভাৱ আছে ঠিকেই। কিন্তু এদিন হলেও পেঞ্চনটো পামেই। এতিয়া দুটা টিউচন কৰোঁ। আৱশ্যক হ'লে আৰু এটা টিউচন লম।

বৰ্ণালী : দেউতাই ঠিকেই কৈছে বাইদেউ। তই পঢ়িব লাগিব। তই পঢ়িলে আমি গৌৰৱ কৰিব পাৰিম। লগৰ ছোৱালীবোৰৰ আগত মই অহংকাৰ কৰি ক'ব পাৰিম যে মোৰ বাইদেৱে গুৱাহাটীত এম. এ. পঢ়ে।

মৰমী : বনু--এইবোৰ একো গৌৰৱ কৰিবলগীয়া কথা নহয়। চা--আমাৰ মা দিনে দিনে



দুৰ্বল হৈ আহিছে। মাক ৰান্ধনীঘৰত সোমাব দিয়াতো উচিত নহয়। অহা বছৰ তই বি. এ. ফাইনেল দিবি। মই যদি ঘৰৰ কাম বন কৰোঁ, তই পঢ়া-শুনাত মন দিব পাৰিবি।

বৰ্ণালী : তই সেইবিলাক ইমান ভাবিব নালাগে নহয়। ভাত ৰান্ধি, কাপোৰ ধুয়েতো সকলোৱে বি. এ. পাছ কৰিছে। মই নোৱাৰিম কিয়?

মৰমী : তই বহুত কথা নুবুজ। মই বিশ্ববিদ্যালয়ত পঢ়াৰ বাবে গুৱাহাটীলৈ যাব নোৱাৰোঁ।

নবীন : মই ভাবিছিলোঁ, আৱশ্যক হ'লে কিছু কষ্ট মূৰ পাতি ল'ম। কিন্তু তই এম. এ টো পঢ়িব লাগিছিল।

মৰমী : এজনী ছোৱালী গুৱাহাটীত থাকি এম. এ পঢ়িব লাগিলে বহু খৰচ। মই জানো, মোক পঢ়া খৰচ দিব লাগিলে তোমালোকে ঘৰত লঘোণে মৰিবা। মোৰ স্পষ্ট কথা মই নপঢ়োঁ।

**(প্ৰণৱ আৰু সোণেশ্বৰী)**

প্ৰণৱ : চাওক খুড়ী, আপুনি জানেই যে হাইস্কুলৰ মাষ্টৰণী চাকৰিটোৰ বাবে ইণ্টাৰভিউ দিব যাবলৈ মৰমীক মই বাবে বাৰে কৈ গৈছিলোঁ, কিন্তু তেওঁ নগ'ল। মই খুব বেয়া পাইছোঁ।

সোণেশ্বৰী : কি কৰিম বোপা? আমিও তাইক বকি আছোঁ। হাতত পোৱা ইমান ধুনীয়া সুবিধাটো এৰি দিব নালাগিছিল। সৰুৰে পৰাই তাইৰ স্বভাৱটো তেনেকুৱা--বৰ জেদী।

প্ৰণৱ : বুজিছে খুড়ী। ৰাতিপুৱা ৬ বজাৰ পৰা মোৰ ঘৰত চাকৰি বিচৰা মানুহৰ লাইন। মই কিন্তু চাই-চিন্তিহে মানুহক সহায় কৰেং। আপোনালোকৰ ঘৰখনৰ প্ৰতি কিবা এটা কৰাটো মোৰ কৰ্তব্য বুলি মই ভাবো।

সোণেশ্বৰী : তোমাকনো মই কি লাজ কৰিম। জানাই--ঘৰখনত কিমান অভাৱ। মানুহজনে চাকৰি এৰিবৰ ৫ বছৰ হ'ল--আজিলৈ পেঞ্চনটো নহ'ল। ইপিনে মোৰ শৰীৰৰ পৰা বেমাৰে নুগুচা হ'ল। মৰমীৰ এটা চাকৰি হ'লে ঘৰ খন বাচি যায়।

প্ৰণৱ : জানো--আপোনালোকৰ ঘৰৰ আটাইবোৰ কথাই মই জানো। কিন্তু মৰমী ইমান আঁকোৰ গোজ হ'লে কেনেকৈ হ'ব খুড়ীদেউ। তেওঁতো জানে--চাকৰি বিচাৰি হাবাথুৰি খাই অফিচৰ দুৱাৰে দুৱাৰে মূৰ খুন্দিয়াই মৰিব ধৰিছে হাজাৰ হাজাৰ ল'ৰা-ছোৱালী। ত্ৰিশ হাজাৰৰ পৰা ৫ লাখ টকালৈকে ভেটি চলিছে চাকৰিৰ বাবে। অথচ এক পইচাও নোহোৱাকৈ পাব লগা এই চাকৰিটো.......................।

সোণেশ্বৰী : তাইক অলপ বুজোৱাচোন বোপা *(ভিতৰলৈ)* মৰমী।--মা মৰমী *(যায়) (মৰমী আহে)*

মৰমী : অ' আপুনি?

প্ৰণৱ : তুমি আজি ইণ্টাৰভিউ দিবলৈ নগ'লা?

মৰমী : এইটো চাকৰি কৰিবলৈ মোৰ ইচ্ছা নাই।

প্ৰণৱ : তুমি ভুল কৰিছা।

মৰমী : ভুল-শুদ্ধৰ সঠিক বিচাৰ কৰিব পৰা ক্ষমতা মোৰ আছে বুলিয়েই মই ভাবোঁ।

প্ৰণৱ : *(চিগাৰেট জ্বলাই, গহীন হৈ)* দেউতাৰাই লগ পালেই মোক তোমাৰ চাকৰিৰ বিষয়ে অনুৰোধ কৰে। আজি মা'ৰাইও ক'লে। তোমাৰ বাবে এটা চাকৰিৰ ব্যৱস্থা কৰা হ'ব। কিন্তু তাৰ আগতে, মই তোমাক দিয়া প্ৰস্তাৱটোৰ সম্পৰ্কত মোক এটা খাটাং উত্তৰ লাগে।

*( মৰমী নিমাত)*

প্ৰণৱ : বিয়াৰ পিছতো তুমি চাকৰি কৰি থাকিবা। দৰমহাৰ কিছু পইচা এইখন ঘৰক দি সহায় কৰি থাকিবা।

মৰমী : আপোনাৰ ওচৰত মোৰ এটা প্ৰস্তাৱ আছে।

প্ৰণৱ : প্ৰস্তাৱ। ইমান সময় কোৱা নাই কিয়? কোৱা--কোৱা।

মৰমী : চাকৰি আৰু বিয়া--বস্তু দুটাক পৃথক কৰি চাব নোৱাৰিনে?

প্ৰণৱ : মানে?

মৰমী : মানে ধৰক--এনেকুৱা কৰিব নোৱাৰিনে যে, মোক আপুনি চাকৰি নিদিয়ে--কিন্তু ভাল লাগিছে বাবে বিয়া কৰাব খুজিছে। অথবা, এনেকুৱা কৰিব নোৱাৰিনে, যে কোনো স্বাৰ্থ নোহোৱাকৈ, বিয়াৰ প্ৰস্তাৱ নিদিয়াকৈ মোৰ দৰে এজনী অসহায় ছোৱালীক এটি চাকৰি দি আপুনি সহায় কৰিব বিচাৰিছে।

প্ৰণৱ : কিন্তু মই তেনেদৰে ভাবিব খোজা নাই। খুড়া ক্ষমতাত থাকোঁতেই মই মোৰ ভৱিষ্যত সুৰক্ষিত কৰিব বিচাৰোঁ।

মৰমী : কথাবোৰ মই অলপ দূৰলৈ ভাবি চাব বিচাৰিছোঁ মিঃ কলিতা। এদিন হয়তো এনেকুৱা লাগিব পাৰে যে, এটি নিৰ্বাক জন্তুৰ দৰে মই আপোনাৰ ওচৰত বিক্ৰী গ'লোঁ।

প্ৰণৱ : তোমাৰ পৰা পোনপটীয়া উত্তৰ পালে মই ভাল পাম।

মৰমী : আপুনি এতিয়া বিদায় ল'লে মই আনন্দিত হ'ম।

প্ৰণৱ : What!

মৰমী : হয়--এজন সুবিধাবাদী যুৱকক ওলাই যাবলৈ কৈছোঁ।

প্ৰণৱ : আশা কৰোঁ--মোৰ পৰিচয় তুমি পাহৰি যোৱা নাই।

মৰমী : সুখ আৰু সুবিধাৰ সন্ধানত থকা সকলে আপোনাৰ পৰিচয়ক ভয় কৰিব পাৰে। কিন্তু অনাহাৰে আৰু কষ্টত দিন কটোৱা আমাৰ দৰে মানুহে আপোনাৰ পৰিচয়ক অকল পুতৌৰে নকৰে, ঘিণো কৰে।

প্ৰণৱ : Mind Your Language অহংকাৰী ছোৱালী। যি কলংকই ফেঁটীসাপৰ দৰে তোমাৰ সৰ্বশৰীৰ গ্ৰাস কৰি আছে--ভাবিছা বোধহয় কোনোৱে নাজানে বুলি। তোমাৰ অহংকাৰ প্ৰণৱ কলিতাই এদিন ধূলিস্যাৎ কৰি দিব।



(গাড়ীত প্ৰণৱ যায়। Music......বাহিৰৰ পৰা কথা কৈ কৈ মালিক আৰু নবীন সোমাই আহে।

নবীন : এনেকৈ নহ'ব বুজিছা-- এইবোৰ আৰু সহ্য কৰিব নোৱাৰি। অ' মা--মৰমী--এই যে গাড়ী এখন গুচি গ'ল--কোন আহিছিল?

মৰমী : প্ৰণৱ কলিতা আহিছিল, দেউতা।

মালিক : প্ৰণৱ কলিতা? সি কিয় আহে ইয়ালৈ?

নবীন : কিয় আহে মানে....মা' খুব সম্ভৱ হাইস্কুলৰ চাকৰিটোৰ সংক্ৰান্তত আহিছিল নহয়.........?

(ভিতৰৰ পৰা সোণেশ্বৰী আহে)

মৰমী : দেউতা, তোমাক মোৰ কথা এটা ক'বলগীয়া আছে। চাকৰি এটা মোৰ অত্যন্ত প্ৰয়োজন। কিন্তু তাৰ অৰ্থ এইটো নহয় যে মান-সন্মান, বিসৰ্জন দি সকলোৰে ওচৰত আমি আত্মসমৰ্পণ কৰিম! গতিকে, এইবোৰ ক্ষেত্ৰত তুমি সকলোকে খাটনি ধৰি নাথাকিবা।

নবীন : কিয় কিবা হ'ল নেকি?

মৰমী : নাই একো হোৱা নাই। কিন্তু কিছুমান কথাত আমি প্ৰথমৰে পৰা সাৱধান হ'ব লাগিব। প্ৰণৱ কলিতাহঁতে মানুহক এনেয়ে সহায় কৰিব নিবিচাৰে।

মালিক : ভীষণ বেয়া এই মানুহটো। তাৰ পৰা সাৱধানে থাকিবা নবীন। আমাৰ ঠাইখিনি জ্বলা--কলা কৰি পেলাইছে। সিয়েতো গুণ্ডা লগাই মোক আক্ৰমণ কৰালে।

সোণেশ্বৰী : ঘটনাতো শুনি মই অত্যন্ত দুখ পাইছোঁ। আমাৰ এখেতে বোলে আকৌ আপোনাক ভালকৈ সুধিবলৈ সুযোগেই পোৱা নাই। কি হ'লনো ঘটনাটো?

মালিক : সেই যে, ছোৱালী হইস্কুলৰ পৰা কলেজলৈ যোৱা ৰাস্তাটো--সি ঠিকাত লৈছে। বান্ধিব লাগে পোন্ধৰ ফুট বহলকৈ, বান্ধিছে দহ ফুটকৈ। তাকে লৈ মোৰ লগত তৰ্ক লাগিল। মই ক'লোঁ, হেৰা বোলো ৰাস্তাৰ জোখ মই জানো নহয়, পোন্ধৰ ফুট হ'ব লাগে। সি বোলে, হয়, পোন্ধৰ ফুট হ'ব লাগে--কিন্তু নাবান্ধো মই ইমান বহলকৈ--দহ ফুটকৈ বান্ধিম, কোনে কি কৰিব? তাৰ দম্ভ দেখি মোৰ মূৰ গৰম হৈ গ'ল বুজিছা। দিলো চৈধ্য পুৰুষ উজাৰি গালি।

(আৱেগিক হৈ) কিন্তু আচৰিত-- তাতে উপস্থিত থকা কোনোৱে মোৰ ফলীয়া হৈ এষাৰো মাত নামাতিলে। তাৰ বিৰুদ্ধে কথা ক'বলৈ কাৰো কলিজা নহ'ল।

সোণেশ্বৰী : কিন্তু, আপোনাৰ ওপৰত যে আক্ৰমণ হ'ল.................?

মালিক : পৰহি গধূলি বুজিছা...........। মই ঘৰলৈ উভতিছোঁ--সেই যে ভোলাৰ দোকান--সেইখিনি পাৰ হৈ কেঁকুৰিটো পাইছোঁ মাত্ৰ। তিনি চাৰিজন ডেকা ল'ৰাই আগুৰি ধৰি 'ঐ বুঢ়া, প্ৰণৱৰ বিৰুদ্ধে যদি ভৱিষ্যতে কিবা কৰ, তেন্তে মাৰ্দাৰ কৰি দিম বুজিছ, সাৱধানে চলিবি আজিৰ পৰা' বুলি কৈ মোক জোৰেৰে গতা মাৰি দিলে।

ৰাস্তাতে মই উবুৰি খাই পৰিলোঁ। বৰ দুখ পালোঁ বুজিছা, ল'ৰা-ছোৱালীয়ে গাত মালিচ দিহে ভাল কৰিলে।

মৰমী : ইমান নিৰ্দয়, ইমান নিষ্ঠুৰ এই মানুহবোৰ?

নবীন : ইয়াৰ প্ৰতিবাদ হ'ব লাগিব মালিক। কোনো নাথাকিলেও মই তোমাৰ লগত থাকিম। পেটত গাঠি দি হ'লেও যুঁজিম।

মালিক : (আগুৱাই আহি *Spot*) ভাবোঁ তোমাৰ বিষয়ে, তোমাৰ ঘৰখনৰ বিষয়ে অতি আন্তৰিকতাৰে মই প্ৰায়ে ভাবোঁ। উৱলি যাবলৈ ধৰা, এখন সংসাৰক ৰক্ষা কৰাৰ তীব্ৰ তাড়নাত মই ছট্‌ফটাই থাকোঁ। তোমাৰ পেঞ্চনটো নহ'লে, মৰমীৰ ক'তো একো নহয়। সহজ সৰল অথচ উচ্চাকাংক্ষী বৰ্ণালীৰ সামগ্ৰিক জীৱনটোৰ ওপৰত দাৰিদ্ৰ্যৰ কৰুণ প্ৰভাৱ। ঔষধৰ অভাৱত তোমাৰ সহধৰ্মিনীৰ অসুখ ক্ৰমাৎ বেছি হৈ যাবলৈ ধৰিছে.................এই সকলোবোৰ জানিও মই একো কৰিব নোৱাৰোঁ নবীন..........পাখি কটা জটায়ুৰ দৰে ছট্‌ফটাব পাৰোঁ। (*Spot*)

*(গধূলি। সোণেশ্বৰীয়ে জীয়েক দুজনীৰ প্ৰতীক্ষাত ছট্‌ফটাইছে। কান্ধত কিতাপৰ মোনা লৈ মৰমীৰ প্ৰৱেশ)*

সোণেশ্বৰী : টিউচনৰ পিচত আৰু ক'ৰবালৈ গৈছিলি নেকি তই?

মৰমী : নাই....মা'.....ক'তো যোৱা নাই? পোষ্টমাষ্টৰৰ ল'ৰা-ছোৱালী দুটাৰ পৰহিৰ পৰা পৰীক্ষা। সিহঁত দুটাক অলপ বেছিকৈ পঢ়ুৱালোঁ; সেয়েহে পলম হ'ল। উস্..........বৰ ভাগৰ লাগিছে।...............*(বহি পৰে)*

সোণেশ্বৰী : বনুজনীও এতিয়ালৈ আহি পোৱা নাই। বাটত দেখিছ নেকি ক'ৰবাত?

মৰমী : নাই--ক'তো দেখা নাই।

সোণেশ্বৰী : ইমান ৰাতিলৈ তাই বাহিৰত ক'ত কি কৰি থাকে অ'। এতিয়াতো ক'তো নাটক-তাটক নাই। এনেদৰে সদায় ৰাতি ৰাতিকৈ ঘৰত সোমালে মানুহে কি ক'ব? দেউতাৰৰতো এইবোৰ খবৰ ল'বলৈ সময়েই নাই। মইহে দুঃচিন্তাত দিন কটাব লাগে। এনেয়ে মানুহে আমাক ঠাই নিদিয়ে। ক'ৰবাত কিবা বেয়াকৈ ওলালে আমি জীয়াই থকাই টান হ'ব। আহকচোন তাই! আজি নিশ্চয় কিবা এটা কৰিব লাগিব।

মৰমী : তুমি একো নক'বা তাইক..........যি ক'ব লাগে মই ক'ম।

*(বাহিৰত মটৰ ৰোৱাৰ শব্দ)*

*(সোণেশ্বৰীৰ প্ৰস্থান ঃ বৰ্ণালীৰ প্ৰৱেশ)*

মৰমী : ক'লৈ গৈছিলি বনু?

বৰ্ণালী : উৰ্বশীহঁতৰ ঘৰলৈ।

মৰমী : কাৰ লগত আহিলি?

বৰ্ণালী : অনন্তই থৈ গ'ল। *(যাব খোজে)*



মৰমী : বনু, তোক মই এটা কথা সোধোঁ। এই যে সদায় সদায় তই দেৰিলৈকে বাহিৰত থাক, অনন্তই যে তোক থৈ যায়.....এইটো ভাল হৈছেনে?

বৰ্ণালী : তই কি ক'ব বিচাৰিছ?

মৰমী : তই ক'ত থাক আমি একো নাজানো। একো নজনাকৈয়ে মানুহবিলাকে কিবা কিবি কয়। টিউচন কৰি ঘৰলৈ আহোঁতে সেই কথাবোৰৰ দুই এটা ভয়ানক শব্দ মোৰ কাণতো পৰে।

বৰ্ণালী : পৰচৰ্চা কৰাৰ বাহিৰে আন কি কাম আছে এই মানুহবোৰৰ?

মৰমী : কিন্তু পৰচৰ্চা কৰাৰ বাবে আমি যদি সিহঁতক সুবিধা নিদিওঁ?

বৰ্ণালী : সেইবোৰ অৰ্থহীন। অনন্তই দিয়া পইচাৰে মই বি. এ পৰীক্ষাৰ 'ফিজ' দিছোঁ। দুবছৰ একেলগে পিন্ধাৰ পিছত ফাটি যোৱা কাপোৰযোৰ পিন্ধি বাহিৰলৈ যেতিয়া ওলাব নোৱাৰা হৈছিলোঁ, অনন্তই তেতিয়া মোক এই শাড়ীখন দিছিল...............

মৰমী : এযোৰ কাপোৰত কৈ এজনী ছোৱালীৰ জীৱন বা এখন ঘৰৰ সন্মান বেছি দৰকাৰী বনু।

বৰ্ণালী : মানুহ জীয়াই থকাটোও দৰকাৰী বাইদেউ।

মৰমী : কিন্তু জীয়াই থকাৰ প্ৰস্তুতি চলাওঁতেই যদি মানুহ মৰিব লাগে......তেতিয়া....।

বৰ্ণালী : *(Mood Change)* অনন্ত ভাল ল'ৰা। কেইটামান টকা বা এযোৰ কাপোৰে তেওঁ মোৰ ভালপোৱা জুখিব নোৱাৰে। তেওঁক মই মোৰ সৰ্বস্ব হিয়া উজাৰি দিছোঁ।

মৰমী : তই মোৰ পৰা কথা লুকুৱালে অন্যায় কৰা হ'ব।

বৰ্ণালী : নাই......নাই, কিয় লুকুৱাম। অনন্তদা ধনী ঘৰৰ ল'ৰা। 'বিজনেছ' কৰে। ঘৰৰ কোনো সমস্যাই নাই। অতি সোনকালে বিয়া পাতিব। (ৰৈ) বাইদেউ, অনন্তদাই মোক কথা দিছে।

মৰমী : আৰু তই বিশ্বাস কৰিছ?

বৰ্ণালী : কিয়..............? তেওঁক কিয় বিশ্বাস কৰিব নোৱাৰি?

মৰমী : বিশ্বাস? .........হয়......., কিয় বিশ্বাস কৰিব নোৱাৰিবি?.......মোৰ হয়তো বিশ্বাসৰ পৃথিৱীখন ভাঙি চূৰ্ণবিচূৰ্ণ হৈ গৈছে..........। কিন্তু তোৰ......তোৰ কিয় যাব?.........তথাপিও কৈছোঁ বনু, অলপ সাৱধানে আগবাঢ়িবি। সময় বৰ নিষ্ঠুৰ। সুখী হ'ম বুলিয়ে, ভালদৰে জীয়াই থাকিম বুলিয়ে মানুহে সকলো কাম কৰে। এদিন কিন্তু চব ওলট--পালট হৈ যায়। চকুপানীৰ মাজত জীৱনৰ অৰ্থ বিচাৰি মানুহে হাঁহাকাৰ কৰে। পৃথিৱীৰ হাঁহাকাৰৰ মাজত তোক মই হেৰাই যাবলৈ দিব নোৱাৰোঁ বনু................।

বৰ্ণালী : বাইদেউ.........তই অলপ বেছি ভাবিছ নেকি?

মৰমী : মই ঠিকেই ভাবিছোঁ। বনু--তই মোৰ কথা শুনিবি।

বৰ্ণালী : বাইদেউ!

মৰমী : অনন্তৰ লগত তই খোলাখুলি আলোচনা কৰ। অতি সোনকালে তহঁতৰ বিয়াখন হ'ব লাগে। কিছুমান কাম সময়মতে নহ'লে পিচলৈ বহুত অসুবিধা হয়।

*(অলপ সময় মৌনতা)*

বৰ্ণালী : কিন্তু? তোৰ বিষয়ে তই কি ভাবিছ?

মৰমী : মোৰ...........মোৰ আৰু কি?

বৰ্ণালী : কি? তোৰ আৰু কি? এদিন আগত হলেও তোৰ বিয়া হ'ব লাগিব। তাৰ পিচতহে মোৰ।

মৰমী : এইবোৰ পুৰণি কথা--সংস্কাৰ! আমাৰ জীৱনত এনেবোৰ ধ্যান-ধাৰণাৰ কোনো অৰ্থ নাই। আৰু, আচল কথা ক'বলৈ গ'লে বনু মোৰ এতিয়া বিয়াৰ প্ৰয়োজনো নাই.....................।

বৰ্ণালী : তই তেনেদৰে নকবি.....মই কিন্তু কান্দি দিম। কিয়, কিয় তোৰ বিয়াৰ আৱশ্যক নাই?

মৰমী : (কঠোৰ হৈ) সেইবোৰ তই কিয় জানিব লাগে? (Mood Change) বনু, ধৰ গধূলিৰ আকাশত দুটি নীড়মুখী পক্ষী পশ্চিম আকাশৰ ফালে উৰি গৈ আছে। হঠাতে এজাক ধুমুহা আহিল। ধুমুহাৰ কোবত আগে আগে গৈ থকা চৰাইজনীৰ ডেউকা ভাগি গ'ল, তাই গৈ থাকিব নোৱাৰা হ'ল। তেতিয়া পিচৰ পক্ষীটোৱে আগৰজনীক এৰি থৈ গুচি যাবই লাগিব।

বৰ্ণালী : কিন্তু বাইদেউ........তই বৈ যাবি, মই গুচি যাম?

মৰমী : গণ্ডগোল নকৰিবি.......অবুজ নহবি। (মৰমেৰে) ভাবি চা, কেনেদৰে আমাৰ দিনবোৰ গৈ আছে। মা আৰু দেউতাই মোৰ চিন্তাত কেনেদৰে আঁৰে আঁৰে কান্দি থাকে দেখিছ। অনন্তই প্ৰতিশ্ৰুতি দিছে, তই বিয়া হৈ গুচি যা। শুন, এতিয়া মা-দেউতাই অকলে মোৰ বাবে কান্দিছে। তই যদি বিয়াত সন্মতি নিদিয়, এনেকুৱা দিন আহিব পাৰে, তেওঁলোকে আমাৰ দুয়োৰে বাবে কান্দিব লাগিব।

*(মহেশ্বৰ আহে)*

মৰমী : অ' মহেশ্বৰ

*(বৰ্ণালী যাব খোজে)*

মহেশ্বৰ : বৰ্ণালী *(মহেশ্বৰ বহি যায়। মৌনতা)*

বৰ্ণালী : কি হ'ল.........নক'ৰ কিয়? কি ক'ব খুজিছ?

মহেশ্বৰ : *(উত্তেজিত হৈ)* ৰাতি এপৰলৈ ক'ত ঘূৰি ফুৰ........অনন্তৰ লগত ক'ত ঘূৰি ফুৰ তই? সি মদ খাই খুব জোৰে গাড়ী চলায়--ভাল লাগে নহয়, গাড়ীত তাৰ কাষত বহি উৰি ফুৰিবলৈ?...*(হঠাতে কৰুণ হৈ)* সৌ চাৰিআলিৰ চ'কত মানুহবোৰে কোৱা-কুই কৰিছে (মৰমীৰ ফালে চাই) বুজিছা মৰমী, মোৰ মূৰটো গৰম হৈ যায়। মানুহবোৰে কি কৈছে জানা, মানুহবোৰে কৈছে, অনন্তই হেনো বৰ্ণালীক.........অনন্তই হেনো বৰ্ণালীক................*(Spot)*



**(মৰমী আৰু দীনেশ)**

মৰমী : কোৱা গুৰুত্বপূৰ্ণ কথা এটি ক'ম বুলি কৈ মনে মনে থাকিলা যে! মোকো কিবা ক'বলৈ তোমাৰ দ্বিধা লাগেনে?

দীনেশ : মানে, মোৰ ভয় হয়, তুমি কিজানি মোক বেয়া পোৱা। ভয় হয় কিজানি.....

মৰমী : একো ভয় নাই। কোৱা, খোলাখুলি কোৱা।

দীনেশ : তুমিতো জানা মোৰ দেউতা বেমাৰী ; কেতিয়া কি হয় ঠিক নাই। দেউতাৰ ইচ্ছা--এই মাহতে মোৰ বিয়াখন হ'ব লাগে।

মৰমী : বৰ ভালকথা। এজনী ছোৱালী চাই বিয়াখন পাতি পেলোৱা।

দীনেশ : মৰমী! মই ভাবিছিলোঁ.......মোক বুজি পোৱা ছোৱালী এজনী যদি বিয়া কৰাব পাৰিলোহেঁতেন!--যদি মই, যদি মই তোমাক বিয়া কৰাব খোজো মৰমী?

মৰমী : আমাৰ এতিয়া কিমান বয়স জানা দীনেশ--৩৫ বছৰ। ৩৫ বছৰত বছৰত ল'ৰাই সংসাৰ আৰম্ভ কৰে, কিন্তু ছোৱালীয়ে সংসাৰ সামৰিব ধৰে। কোনো সংকোচ নোহোৱাকৈ মই তোমাক এটা কথা ক'ব খোজোঁ। আজি দুবছৰ আগলৈকে বিয়াৰ বজাৰত মোৰ যি দাম আছিল, সেয়া এতিয়া নাই। যোৱা দুটা বছৰৰ ভিতৰত মোক চাবলৈ মাত্ৰ এজন আদহীয়া মানুহ আহিছিল। (বৈ) মই যেতিয়া লাহে লাহে অস্তগামী সূৰুয, হ'বলৈ ওলাইছোঁ, হঠাতে তুমি এইবোৰ.......।

দীনেশ : এদিন তুমিয়েতো কৈছিলা--বয়স, সময়--এইবোৰ প্ৰশ্ন আমাৰ জীৱনত অৰ্থহীন।

মৰমী : আমাৰ জীৱনত নহয় দীনেশ ; মোৰ জীৱনত। তোমাৰ জীৱনত নহয়। তুমি কিয় মোৰ দৰে হ'বা? ভাল ঘৰৰ ভাল ল'ৰা, কোনো সমস্যা নাই। এজনী সৰু, মৰম লগা ছোৱালী চাবা, ধুম-ধাম্‌কৈ বিয়া পাতিবা।

দীনেশ : কিন্তু মই গোটেই ঘটনাবোৰ আন ধৰণে চাব বিচাৰোঁ মৰমী। [Mood change] আমিতো বৈ থকা নাই, গৈ আছোঁ। চলন্ত ৰেলগাড়ীৰ দৰে আমাৰ জীৱনৰ গতিপথ। আমি গৈ থাকোঁ--বুকুত লৈ বহুতো দুখ-বেদনা, হা-হুমুনিয়াহ, আমি গৈ থাকোঁ, কেৱল গৈ থাকোঁ।

মৰমী : কিন্তু এয়া যে মই গৈ আছোঁ--ইয়াকে কি গৈ থকা বুলি কয়? বৰষুণৰ টোপাল পৰি ক্ৰমান্বয়ে ক্ষয় হৈ থকা এটুকুৰা নিৰ্জীৱ শিলৰ দৰে এটা অনাদৃতা জীৱন মোৰ। ইয়াকে জানো জীৱন বোলে?

দীনেশ : (Please) মৰমী, অকণমান Practical হ'বলৈ যত্ন কৰা।

মৰমী : তুমি ভবাতকৈ মই বহু বেছি Practical দীনেশ।

দীনেশ : Practical নহয়। তুমি স্বাৰ্থপৰ, অহংকাৰী। কেৱল নিজে যিটো শুদ্ধ বুলি ভাবা, তাকে খামোচ মাৰি ধৰি থাকা। তোমাৰ আঁকোৰগোজ সিদ্ধান্তৰ ওপৰত যে আন কাৰোবাৰ সুখ-দুখ নিৰ্ভৰ কৰিব পাৰে, তাক নাভাবা।

মৰমী : আশা কৰোঁ--তুমি মোক আঘাত দিবলৈ যত্ন নকৰিবা।

দীনেশ : কিন্তু তোমাৰ বাবে কিমানে যে আঘাত পাইছে--তাক জানো জানা?

মৰমী : মোৰ বাবে--? মোৰ বাবে কোনে আঘাত পাইছে?

দীনেশ : তোমাৰ মা-দেউতাই, বৰ্ণালীয়ে। তুমি টিউচন কৰি ঘৰখন পুহিছা, পাকঘৰৰ জুই ধোঁৱাৰ মাজত সোমাই ত্যাগ কৰিছা--চব ঠিকে আছে। কিন্তু তুমি জনা উচিত, অকল ভাতমুঠি খাই জীয়াই থকাটোকে জীৱন নোবোলে। তুমি যে এনেদৰে ঘৰতে আছা, তাৰ বাবে তোমাৰ মা-দেউতাই কিমান কষ্ট পাইছে তুমি জানানে? তোমাৰ বাবে যে বৰ্ণালীৰ বিয়াখনো বন্ধ হৈ আছে কেতিয়াবা ভাবি চাইছানে?

মৰমী : তেন্তে শুনাৰ যদি ধৈৰ্য আছে, তুমিও শুনা উচিত। মই কিয় কাৰো লগত বিয়াত বহিব নোখোজোঁ। তুমি জানা, জানানে মোৰ অতীত?

দীনেশ : জানো...........। মই সকলো জানো.................।

মৰমী : *(বিস্ময়ত হতবাক হৈ)* জানা....কি জানা তুমি?

দীনেশ : তোমাৰ জীৱনৰ গোপান অতীত অধ্যায় মই জানো। কলেজৰ ছাত্ৰী হৈ থাকোঁতে ভালপোৱাৰ উন্মাদনাত সহপাঠী বীৰেশ্বৰৰ ওচৰত তুমি নিজকে আত্মসমৰ্পণ কৰিছিলা। এটি অসতৰ্ক মুহূৰ্তত কুমাৰী জীৱনৰ মূল্যৱান সম্পদ তুমি আহুতি দিছিলা বীৰেশ্বৰৰ বাসনাৰ জুইত।

মৰমী : *(চিঞৰি)*--দীনেশ।

দীনেশ : আৰু সেই ঘটনাৰ এমাহৰ পিচতে তোমাক ত্যাগ কৰি বীৰেশ্বৰে সম্পৰ্ক স্থাপন কৰিছিল প্ৰণৱ কলিতাৰ ভনীয়েকৰ লগত।

মৰমী : কেনেদৰে জানা--কেনেদৰে জানা তুমি এইবোৰ?

দীনেশ : বীৰেশ্বৰৰ পৰা প্ৰণৱে আৰু প্ৰণৱৰ পৰা চহৰখনৰ বহুতেই তোমাৰ অতীতৰ কথা জানে মৰমী।

মৰমী : দীনেশ.....ইমানদিনে তুমি মোক কিয় একো সোধা নাছিলা?

দীনেশ : মোৰ বাবে এইবোৰ কথা অৰ্থহীন! গৰল পান কৰি নীলকণ্ঠ হ'ব নোৱাৰিলে সমুদ্ৰৰ গৰ্ভত থকা অমৃতৰ সন্ধান পাব নোৱাৰি।

মৰমী : কিন্তু মোৰ এই অপৱিত্ৰ জীৱনটোৰ কলুষ-কালিমাৰে আন এজন পুৰুষৰ জীৱন বিযাক্ত কৰি তুলিব নিবিচাৰোঁ। মই তোমাক অনুৰোধ কৰিছো ঃ তুমি এই সম্পৰ্কত মোক আৰু একো নক'বা।

দীনেশ : কিন্তু, তুমি এনেদৰে বৈ যাবা--মই গুচি যাম।



মৰমী : নিশ্চয়। সেইটোৱে বাস্তৱ। তদুপৰি তোমাৰ আৰু মোৰ মাজত থকা গভীৰ বন্ধুত্বৰ বাহিৰে আমাৰতো আন কোনো সম্পৰ্ক নাছিল যে দুয়ো একেলগে বৈ থাকিম বা একেলগে গৈ থাকিম।

*(ক্ষন্তেক নীৰৱতা)*

ধৰা দীনেশ, আমি দুয়ো পথাৰৰ মাজৰ এটা ৰাস্তাৰে গৈ আছোঁ। হঠাতে এজাক ডবা--পিটা বৰষুণ আহিল। তোমাৰ লগত এটা সৰু ছাতি আছে--মোৰ লগত নাই। তোমাৰ ছাতিটোৰ তলত মাত্ৰ এজন মানুহহে যাব পাৰি। যদি ছাতিটোৰ তলত দুয়োজন যাওঁ--দুয়ো তিতিম। সেইটোৰ কি প্ৰয়োজন? মোৰ ছাতি নাই, মই তিতি থাকিম। তুমি--তুমি গুচি যোৱা।

*(নবীনে হাত, মুখ ধুই গামোচাৰে মচে। সোণেশ্বৰী কাষত)*

সোণেশ্বৰী : ক'ৰাবাত কিবা খবৰ পালেনে? গাঁও বুঢ়াই যে কোনোবা এজন ল'ৰাৰ কথা কৈছিল।

নবীন : এস্ নহ'ব বুজিছা ; গাঁওবুঢ়াই যিজন ল'ৰাৰ খবৰ দিছিল--বেকাৰ, চাকৰি-বাকৰি নাই। গতিকে ছোৱালী দিয়াৰ লগতে জীৱিকাৰ পথো দিব লাগিব। বাদ দিয়া--এইবোৰ বাদ দিয়া মৰমীৰ মাক।

সোণেশ্বৰী : *(উচুপি)* আমাৰ ফুটা কপালত এইহে লিখা আছিল নে? একুৰা জ্বলা জুই আগত লৈ কেনেদৰে জীয়াই আছোঁ, ভগৱানেহে জানে, আৰু বাপেকটো হৈ আপোনাৰ কোনো চিন্তা নাই। কেৱল বাদ দিয়া। চকুৰ আগতে ছোৱালীজনী বুঢ়ী হ'ব ধৰিছে আৰু মই বাদ দি চলিব পাৰোঁ। ক'তো একো যত্ন নকৰে আপুনি--

নবীন : *(খঙত)* কি ক'লা, কি ক'লা তুমি? মই একো যত্ন নকৰোঁ? সেই ৰাতিপুৱাৰ পৰা গধূলিলৈকে ৰ'দ-বৰষুণ পিঠিত লৈ, টলৌটলৌকৈ পাগলৰ দৰে ঘূৰি ফুৰিছো কাৰ বাবে? ....তোমালোকৰ দৰে চকুত পানী নোলাই এই নবীন বৈশ্যৰ। অহৰহ বুকুত জ্বলি থকা ৰাৱণৰ চিতা জুইকুৰাত কেনেদৰে জ্বলি পুৰি মৰিছোঁ, তাক মই জানো--কেৱল মই জানো।......মই কি চেষ্টা কৰা নাই? এতিয়া ঢোল-ডগৰ বজাই চাৰিওফালে চিঞৰি ফুৰিম নেকি যে, মোৰ এজনী ছোৱালী আছে, দৰাৰ অভাৱত তাই ঘৰতে বুঢ়ী হ'ব ধৰিছে। আহা--দয়া কৰি কোনোবাই ছোৱালীজনীক বিয়া কৰাই মোক উদ্ধাৰ কৰা।

ঃ চাকৰি? ক'ত পাবা চাকৰি? চাকৰিৰ বজাৰ জানা তুমি? পিয়ন-চকীদাৰৰ চাকৰি এটাৰ বাবে ৩০ হাজাৰ টকা ভেটি দিব লাগে। চাকৰিৰ বাবে মানুহে ঘৰ, মাটি, গৰু, ঘোঁৰা, মনুষ্যত্ব, বিবেক সকলো বিক্ৰী কৰিব ধৰিছে। গাভৰু ছোৱালীয়ে সতীত্ব বিসৰ্জন দিব লগাত পৰিছে। আজৰ দুনিয়া এইখন--আজৰ দুনিয়া! *(আগবাঢ়ি)* গেলি-পচি নিঃশেষ হৈ গৈছে এইখন সমাজ। মালিকহঁতে বিপ্লৱৰ কথা কয়। কিন্তু কি বিপ্লৱ হ'ব এইখন দেশত? একো নহয়। যদি কাৰোবাৰ শক্তি আছে জ্বলাই দিব লাগে এই সমাজ ব্যৱস্থাক। *(Mood Change)* সোণেশ্বৰী ! তোমাৰ যন্ত্ৰণা আৰু মোৰ যন্ত্ৰণাৰ স্বৰূপ একে। অথচ, তুমি মোক তেনেদৰে কিয় কোৱা? ৰাতি

মোৰ টোপনি নাহে। তোমাৰ টোপনি নাহে। মনে মনে আমি দুয়োটাই কান্দো। কিন্তু কি কৰিব পাৰোঁ আমি একো কৰিব নোৱাৰোঁ। সঁচা অৰ্থত আমি একোটা অথৰ্ব, পঙ্গু মানুহ।

সোণেশ্বৰী : আপুনি খং নকৰিব। এইবোৰ চিন্তাত মোৰ মনটো বেয়া হৈ থাকে। আৰু গালি পাৰিবৰ বাবে, অভিমান কৰিবৰ কাৰণে আপোনাৰ বাহিৰে মোৰ আছে বা কোন? *(বাহিৰত প্ৰণৱৰ কণ্ঠ ঃ ঘৰত সোমাব পাৰোঁনে?), (সোণেশ্বৰীৰ প্ৰস্থান)*

নবীন : কোন?

প্ৰণৱ : *(সোমাই আহি)*....মই প্ৰণৱ–প্ৰণৱ কলিতা। ভালে আছেনে মাষ্টৰ?

নবীন : কিয় আহিছা তুমি মোৰ ঘৰলৈ? কি লাগে তোমাক?

প্ৰণৱ : আস্তে-আস্তে মাষ্টৰ। মানুহে আলহীক এনেকুৱা ব্যৱহাৰ নকৰে। মানে কথাতে আছে নহয়, শত্ৰুও যদি ঘৰলৈ আলহী হৈ আহে তেওঁৰ আতিথ্যত কৃপণালি কৰিব নালাগে। মই এতিয়া আপোনাৰ আলহী মাষ্টৰ।

নবীন : কোনো পাতনিৰ তৰতাৰণা নকৰাকৈ আগমনৰ উদ্দেশ্য ব্যক্ত কৰিলে ভাল পাম।

প্ৰণৱ : নিশ্চয় নিশ্চয়। শুভস্য শীঘ্ৰম। আপুনি নিশ্চয় জানিব পাৰিছে আৰু তিনি মাহৰ পিছত আমাৰ দেশত সাধাৰণ নিৰ্বাচন অনুষ্ঠিত হ'ব।

নবীন : সেইবোৰ কথাৰ লগত মোৰ কোনো সম্পৰ্ক নাই।

প্ৰণৱ : আছে......। মানে আপুনি সম্পৰ্ক ৰাখিছে।

নবীন : মোৰ ব্যক্তিগত কথাৰ ওপৰত মাত মাতিবলৈ তুমি কোন?

প্ৰণৱ : এইবোৰ ব্যক্তিগত নহয়--ৰাজনৈতিক কথা আৰু ৰাজনৈতিক কথা বাবেই আপোনাৰ ওচৰলৈ আহিব লগীয়া হ'ল। বাৰু আচল কথালৈ আহোঁ। অহা নিৰ্বাচনত মোৰ খুড়াই প্ৰতিদ্বন্দ্বিতা কৰিব। তেওঁৰ মুখ্য প্ৰতিদ্বন্দ্বী হ'ব মালিক--মানে আপোনাৰ বন্ধু মালিক।

নবীন : তাৰ পিচত?

প্ৰণৱ : খুড়াৰ জয়ৰ পথ প্ৰশস্ত কৰাৰ বাবে আপুনি সহায় কৰিব লাগে। বিনিময়ত আমি আপোনাক ভালকৈ সহায় কৰিম।
*(নীৰৱতা)*

প্ৰণৱ : খোজকাঢ়ি খোজকাঢ়ি ভোট বিচৰা এই মালিক নামৰ মানুহজনে ভৱিষ্যত কোনোদিনে ইলেক্চনত জয়ী হ'ব নোৱাৰে। তাৰ লগত থাকি আপুনি জীৱনটো শেষ কৰাৰ কোনো প্ৰয়োজন নাই। তদুপৰি ৰাজনীতিত নিজৰ জাতি, ধৰ্ম বুলি কথা এটাও আছে। মালিক আমাৰ ধৰ্মৰ মানুহ নহয়। গতিকে..........................।

নবীন : গতিকে, মই একে ধৰ্মৰে দীনবন্ধু কলিতাক সহায় কৰিব লাগে নহয়?
শুনা, মালিক মোৰ বন্ধু নহয়--মোৰ ভাই--নিজৰ ভাই।

প্ৰণৱ : আপোনাৰ সিদ্ধান্তৰ পৰিণতি ভয়াবহ হ'ব।



নবীন : দস্তুৰমত এই মুহূৰ্তত তুমি মোৰ ঘৰত আছা। তোমাক গতিয়াই উলিয়াই দিব পৰা শক্তি মোৰ এতিয়াও আছে।

প্ৰণৱ : মৰমী নামৰ ছোৱালীজনীৰ এটা কলংকিত গোপন অতীত আছে--যিটো বহুতে নাজানে। কাইলৈৰ পৰা সকলোৱে সেইটো জানিব। 'টিউচন' কৰি ছোৱালীজনী গধূলি হোৱাৰ পিচত ঘৰলৈ উভতি আহে--এই কথাটোও মনত ৰাখিব। আপোনাৰ সৰু ছোৱালী বৰ্ণালী--অনন্ত বৰুৱাৰ হাতৰ মুঠিত--আৰু অনন্ত বৰুৱা নামৰ ল'ৰাজন মোৰ হাতৰ মুঠিত। এই সকলোবোৰ মনত ৰাখি আপুনি আগবাঢ়িলে ভাল হ'ব, নহলে--হাঁ.............হাঁ...............হাঁ....।

**(নবীনৰ ঘৰ ঃ অনন্ত আৰু বৰ্ণালী)**

বৰ্ণালী : *(উচুপি)* তুমি ইমান স্বৰ্থপৰ হ'ব নোৱাৰা অনন্ত। মই জানো মোক এনেদৰে বিপদত পেলাই তুমি কাপুৰুষৰ দৰে পলায়ন নকৰা।

অনন্ত : কিন্তু এই ঘটনাত মোৰ অকলেতো দোষ নাই। ইয়াত আমি দুয়ো জড়িত।

বৰ্ণালী : নিশ্চয়--। গতিকে তাৰ ফলাফলো আমি দুয়োজনে মূৰ পাতি ল'ব লাগিব। কোৱা, এই পৰিস্থিতিত বিয়াৰ বাহিৰে আন কি উপায় আছে?
*(খিড়িকীৰ মুখত মৰমীক দেখা যাব)*

অনন্ত : আস্--সা তুমি নুবুজা কিয়? তোমাাক মই বুজাই কৈছোঁৱে যে অনন্ত ঃ দুবছৰ মই বিয়া পাতিব নোৱাৰোঁ।

বৰ্ণালী : তেন্তে মই কি মাতৃ কুন্তীৰ দৰে অন্য এক সুতপুত্ৰ কৰ্ণৰ জন্ম দিম?

অনন্ত : কিয় জন্ম দিবা তুমি? আজি কালি এইবোৰ সাধাৰণ ঘটনা। তুমি--তুমি।

বৰ্ণালী : *(চিএৰি)* অনন্ত.........।

অনন্ত : যিমান টকা লাগে মই দিম। ডঃ ভট্টাচাৰ্যৰ লগত মই কথা হ'ম। তুমি কেৱল সন্মতি দিয়া।

বৰ্ণালী : তাৰ পিচত তুমি অনন্ত বৰুৱা--সমাজৰ চকুত ডাঙৰ মানুহ হৈয়ে থাকিবা। আৰু মই? এটা কলংকক বুকুৰ মাজত লৈ বিবেক দংশনত জ্বলি জ্বলি গোটেই জীৱন কটাই দিব লাগিব নহয়?

অনন্ত : তুমি--তুমি বহুত কথা নুবুজা। সমাজত মোৰ এটা পৰিচয় আছে। সেইটোক মই নষ্ট হ'বলৈ দিব নোখোজোঁ।

বৰ্ণালী : স্পষ্টকৈ কোৱা তুমি মোক গ্ৰহণ কৰিবা নে নকৰা? প্ৰয়োজন হলে মই তোমাক অপেক্ষা কৰিম--দুবছৰ কিয় দহ বছৰ অপেক্ষা কৰিম।

অনন্ত : কেইবাৰ ক'ব লাগে তোমাক। মা-দেউতাই অৰ্থাৎ আমাৰ পৰিয়ালে তোমাক বোৱাৰী হিচাপে নিবিচাৰে।

বৰ্ণালী : আৰু.....................তুমি?

অনন্ত : পৰিয়ালৰ বিৰুদ্ধে মই যাব নোৱাৰোঁ।

বৰ্ণালী : *(চিঞৰি)* প্ৰবঞ্চক.....! লম্পট !! আজি মই.............মই.............

অনন্ত : কি কৰিবা...............? মনত ৰাখিবা--ওপৰলৈ থু পেলালে, নিজৰ গাতে পৰে।

*(যাব খোজে, মৰমী আহে)*

মৰমী : ৰ'বা অনন্ত।

অনন্ত : অ'--আপুনি?

মৰমী : তোমাৰ সিদ্ধান্ত শুনিলোঁ। আজিৰ যুগৰ এজন বুধিয়ক ল'ৰাই যিদৰে নিজক বচায়, তুমিও তেনেদৰে নিজক বচাইছা। তোমাৰ লগত ময়ো স্বীকাৰ কৰোঁ যে, তোমাক আমি একো কৰিব নোৱাৰোঁ। কিন্তু তোমাক নিশ্চয় এটা কথা সুধিব পাৰোঁ?

অনন্ত : সোধক।

মৰমী : এই যে সময় অসময় নোহোৱাকৈ, যেতিয়াই মন যায় তেতিয়াই, মহেশ্বৰ বোলা ড্ৰাইভাৰজন আমাৰ ঘৰলৈ আহে--সেই মহেশ্বৰৰ পৰা আৰম্ভ কৰি কলেজৰ প্ৰিন্সিপালজনলৈকে--সকলোৱে চাৰি আলিৰ চ'কত মানুহে কোৱা-কুই কৰা শুনিছে যে তুমি বৰ্ণালীক ঠগাবা

অনন্ত : মানুহৰ কথাক মই গুৰুত্ব নিদিওঁ।

মৰমী : কিন্তু গুৰুত্ব দিবলগীয়া যিটো কথা মানুহৰ মুখে মুখে--সেয়া হ'ল ঃ দীনবন্ধু কলিতাৰ ভতিজা প্ৰণৱ কলিতাৰ তুমি নলে-গলে লগা বন্ধু--- আৰু প্ৰণৱ কলিতাৰ নিৰ্দেশমতেই তুমি বৰ্ণালীৰ সৰ্বনাশ কৰিছা।

অনন্ত : *(বিদ্ৰূপৰ হাঁহি)* আপোনালোকে বেছ সকলো খবৰ ৰাখিছে।...........বাৰু এতিয়া মই যাব পাৰোনে?

মৰমী : যাবা.....কিন্তু তোমাৰ জানিবলৈ মন নাযায়নে প্ৰণৱ কলিতাই কিয় আমাৰ সৰ্বনাশ হোৱাটো বিচাৰে?

অনন্ত : এইবোৰ জনাৰ কোনো প্ৰয়োজন নাই। প্ৰণৱৰ অনুগ্ৰহৰ বাবেই মই আজি নামজ্বলা ঠিকাদাৰ। গতিকে তেওঁৰ মতে মই চলিবই লাগিব।

মৰমী : আৰু তেওঁৰ মতে চলিব নুখুজিলোঁ বাবেই আজি আমাৰ এই অৱস্থা। এটি চাকৰিৰ প্ৰলোভন দি তোমাৰ দৰে তেৱোঁ মোক দ্বিতীয়জনী বৰ্ণালী সজাব খুজিছিল।

অনন্ত : হ'ব--মোৰ আৰু এইবোৰ শুনাৰ ধৈৰ্য নাই। আহিলোঁ।

মৰমী : মাত্ৰ এক মিনিট। অকণমান ধৈৰ্য ধৰি তুমি মোৰ আৰু এটা প্ৰশ্নৰ উত্তৰ দি যাব লাগিব। এই যে বৰ্ণালীক তুমি ক'লা তোমাৰ পৰিয়ালে বৰ্ণালীক বোৱাৰী কৰিব নোখোজে--কিয় তোমাৰ পৰিয়ালৰ আপত্তি ক'ত?

অনন্ত : অ' তাৰমানে সৌ চাৰিআলিৰ চ'কত মানুহবোৰে যিবোৰ আলোচনা কৰে সেই সকলোবোৰ আপোনালোকৰ কাণত নপৰে। যদি বেয়া নাপায় আজিৰ পৰা অলপ মন দি শুনিবচোন, মানুহবোৰে কি কয়......! মানুহবোৰে কিয় কয় যে একো উপাৰ্জন নহলেও নবীন মাষ্টৰৰ ঘৰখন ছোৱালী দুজনীৰ ওপৰত বৰ ভালকৈয়ে চলিছে দিয়া। এজনীটো অনন্তৰ ওপৰতে চলে আৰু আনজনীয়ে টিউচন কৰাৰ নামত মানুহৰ ঘৰে ঘৰে...............

মৰমী : হ'ব--ওলাই যোৱা--ওলাই যোৱা তুমি।

*(অনন্ত ওলাই যায়। বৰ্ণালীয়ে হুক্ হুককৈ কান্দি মৰমীক সাৱটি ধৰে)*

মৰমী : বনু, একো চিন্তা নকৰিবি--মই জীয়াই থকালৈকে তোৰ ভয় নাই--সময়ত চব ঠিক হৈ যাব--আহ ভিতৰলৈ আহ।

*(মৰমী ভিতৰলৈ যায়। কান্দি কান্দি বৰ্ণালী খিড়িকীৰ মুখত থিয় হৈ থাকে। মহেশ্বৰ আহে।)*

মহেশ্বৰ : *(বৰ্ণালীৰ মূৰ পিছি)* বৰ্ণালী--।

*(নাটকৰ আৰম্ভণিৰ Spot অত নবীনৰ ঘৰত নবীন। সময় ঃ গধূলি)*

নবীন : মহেশ্বৰক মই মাজে মাজে ঠাট্টা কৰি সুধিছিলোঁ--তুমি যে বিয়া বাৰু নকৰোৱা, বাবাজী হ'বা নেকি? সি কৈছিল--দদাই, মোৰ এতিয়া বয়স ৪৫ বছৰ ; এই বুঢ়ালৈ কোনে ছোৱালী দিব? বিয়াৰ বাবে মই তাক উৎসাহ দিছিলোঁ ; কিন্তু মনতে ভাবিছিলোঁ--সি ঠিকেই কৈছে, এই বয়সত কোন ছোৱালী তাৰ লগত আহিব? *(হুমুনিয়াহ)* শেষত মোৰ চিন্তা মিছা বুলি প্ৰমাণিত হ'ল। আজিৰ পৰা তিনি দিন আগতে কাহিলি পুৱাতে বৰ্ণালী ঘৰৰ পৰা নোহোৱা হ'ল। আমালৈ এখন চিঠিত লিখি থৈ গৈছে ঃ মহেশ্বৰৰ লগত তাই অন্য এক জীৱনৰ সন্ধানত যাত্ৰা আৰম্ভ কৰিছে। যাত্ৰা পথত তাই আমাৰ আশীৰ্বাদ বিচাৰিছে।--সিদিনা দোকমোকালিতে বৰ্ণালী ওলাই গ'ল। গধূলি প্ৰণৱৰ নিৰ্দেশত আমাৰ ঘৰত শিলগুটি পৰিল। অঞ্চলটোৰ মানুহবোৰে দেখিলে মৰমী আৰু বৰ্ণালীৰ সম্পৰ্কে অশ্লীল কথা লিখা বহুতো ভিন্নৰঙী পোষ্টাৰেৰে ঠাইখন ভৰি পৰিছে। কালি গধূলি আকৌ শিলগুটি, টিটকাৰি, সুহুৰি--

*(এনেতে ঘৰৰ টিঙত শিলগুটি পৰে। লগে লগে টিটকাৰি, সুহুৰি আকৌ শিলগুটি)*

নবীন : *(চিঞৰি)* ঐ কাপুৰুষহঁত..কোনে শিলগুটি মাৰিছ? যদি সাহস আছে আগলৈ নাহ কিয়? ৰবি মই গৈছোঁ---আজি হয় ইপাৰ নহয় সিপাৰ। *(উধাতু খাই সোণেশ্বৰী আৰু মৰমী ওলাই আহে)*

মৰমী : দেউতা--তুমি বাহিৰলৈ নাযাবা। যদি যাব লাগে মই যাম।

সোণেশ্বৰী : কাবৌ কৰিছোঁ--ভিতৰলৈ আহক--ভিতৰলৈ আহক--

নবীন : যি বিপদ হয় হ'ব। মই সিহঁতৰ প্ৰত্যাহ্বান গ্ৰহণ কৰিম। এনেদৰে সদায় সদায় অত্যাচাৰ চলি থাকিলে কোনে সহ্য কৰিব?

মৰমী : কোনোৱে সহ্য নকৰে। কেৱল তোমালোকে সহ্য কৰি আছা--তোমালোকে।

সোণেশ্বৰী : কিন্তু সহ্য নকৰি কি কৰিম? আমাৰ হাতত কি উপায় আছে?

মৰমী : কি উপায় নাই? দেশত আইন আছে, পুলিচ আছে।

নবীন : আইনে কি কৰিব? পুলিচে আমাক সদায় ৰক্ষা কৰি থাকিব নেকি?

মৰমী : আইনে কি কৰিব বা পুলিচে আমাক ৰক্ষা কৰিব পাৰে নে নোৱাৰে সেয়া বেলেগ প্ৰশ্ন। কিন্তু, অসহায় পৰিয়াল এটিৰ ওপৰত যদি এনেদৰে সামাজিক নিৰ্যাতন চলি থাকে, তেন্তে মানুহ হিচাপে তাত কাৰোবাৰ কিবা কৰিবলগীয়া আছে নে নাই সেইটো মূল প্ৰশ্ন আৰু সেই মূল প্ৰশ্নটোকে লৈ অলপ হাঁহাকাৰ কৰাৰ তাগিদাত মই পুলিচত গোচৰ দিম--মই থানালৈ যাম।

সোণেশ্বৰী : নাযাবি অ' মা। এই মানুহবোৰলৈ মোৰ বৰ ভয় লাগে। এতিয়া গধূলি সময়ত গাভৰু ছোৱালীজনী যদি অকলে অকলে থানালৈ যাব, ক'ৰবাত কিবা বিপদ ঘটিব।

মৰমী : মা, মানুহৰূপী কিছুমান হিংস্ৰ জানোৱাৰে ইতিমধ্যে আমাক কামুৰিছে--ইতিমধ্যে আমাৰ তেজ শুহি খাইছে। তোমালোকে ভালদৰে জানা মা, আমাৰ আৰু হেৰুৱাবলৈ একো বাকী নাই। সকলোবোৰ হেৰুৱাই পেলোৱাৰ পিচত আমি এতিয়া মৰিব নোৱাৰোঁ--আমি জীয়াই থাকিব লাগিব। সেয়েহে মই এতিয়াই থানালৈ যাম। *(যাব খোজে)*

নবীন : *(বাধা দি)* তই কিয় যাবি। মই যাম--হয় মই যাম। কিন্তু থানালৈ নহয়। সিহঁতৰ আগলৈ যাম। চকুত চকু থৈ মই সিহঁতক প্ৰশ্ন কৰিম--ক, কি দোষ কৰিছোঁ আমি। মই যাম, মই যাম *(উইংচৰ ভিতৰলৈ যায়)*

মৰমী : দেউতা.........নাযাবা--তুমি বাহিৰলৈ নাযাবা--দেউতা কি কৰিছা, কি কৰিছা তুমি, নুখুলিবা, দুৱাৰখন নুখুলিবা।

নবীন : *(গৰ্জি)* হেৰ কাপুৰুষৰ দল, কুলাঙ্গাৰহঁত *(হঠাতে বিকট চিঞৰ মাৰি মাটিত বহি পৰে)* আস্--*(মূৰত শিল পৰে, তেজ ওলায়)*

*(উধাতু খাই মালিকৰ প্ৰৱেশ)*

মালিক : নবীন--নবীন। মা' মৰমী, পাৰ্টিৰ অফিচত কিবা এটা কৰি আছিলোঁ। হঠাতে শুনিলোঁ তোমালোকৰ ঘৰত বোলে কোনোবাই শিলগুটি মাৰিছে--। কি, নবীনে মূৰত আঘাত পালে?

নবীন, নবীন ভাই--বৰ দুখ পালি নেকি? ইচ্ তেজ বন্ধই হোৱা নাই। মই তৎক্ষণাৎ ডাঃ ভট্টাচাৰ্যক লৈ আহোঁ।

*(যাব খোজে, নবীনে যাবলৈ বাধা কৰে।)*

নবীন : মালিক, মই জানো তুমি আহিবা--কাৰণ ধুমুহা আহিলেই তুমি আহা। মোৰ বন্ধু, মোৰ সুহৃদ, মোৰ গুৰু, মোৰ ভাই,--

মালিক : নবীন, মনে মনে থাকা। মই আহিছোঁ--কোনো চিন্তা নকৰিবা।

নবীন : কিন্তু তুমি কেতিয়াবা চিন্তা কৰিছানে ভাই-- বি.এ. পাছ কৰা ২৫ বছৰীয়া ছোৱালী এজনী ৪৫ বছৰীয়া ড্ৰাইভাৰ এজনৰ লগত কিয় পলাই যাবলগীয়া হ'ল? মোৰ বুকুৰ মাজত দেও দি নাচি থকা বৰ্ণালী নামৰ অকণমানি, মৰমলগা সুগৰি হৰিণাজনী--মহেশ্বৰ ড্ৰাইভাৰৰ লগত কিয় পলাই গ'ল জানানে তুমি?



মৰমী : দেউতা............................

নবীন : মা'--চাওঁ--ইয়াতে যে এখন কাগজ আছিল--বগা কাগজ।

মৰমী : কি কৰিবা? কি কৰিবা কাগজ তুমি?

*(নবীনে বিচাৰি এখন কাগজ উলিয়াই)*

*(কাগজখন কপালত হেঁচি ধৰে--বগা কাগজত ৰঙা তেজৰ দাগ)*

নবীন : মালিক, মোৰ নাটকখন লিখা আজি সম্পূৰ্ণ হ'ল।

মালিক : নাটক?

নবীন : ওঁ--তুমি যে মোক তাগিদা দি আছিলা, মই এখন নাটক লিখিব লাগে, এখন হৃদয়স্পৰ্শী নাটক, জীৱনৰ দুখ-যন্ত্ৰণাৰে ভৰা, অথচ বিবেক জোকাৰি যাব পৰাকৈ এটি শক্তিশালী Message থাকিব। মানুহৰ চিন্তা-চেতনাক আলোড়িত কৰা নাটক। মোৰ নাটক সম্পূৰ্ণ হৈছে, এয়া অন্তিম দৃশ্য......................

মৰমী : দেউতা--কি হৈছে তোমাৰ? *(উচুপে)*

সোণেশ্বৰী : মোৰে শপত, আপুনি বহক *(উচুপে)*

নবীন : মৰমী--মা, হিমালয়ৰ শৈল শিখৰত আৰোহণ কৰা তইতো মোৰ প্ৰাণৰ বনহংস--তই বিচলিত হ'লে নহ'ব-- তই উৰিব লাগিব--ওপৰলৈ আৰু বহু ওপৰলৈ উৰি যাব লাগিব। সোণেশ্বৰী, তুমি কান্দিব নোৱাৰা, তুমি জগদ্ধাত্ৰী, মহামায়া, দেৱী দুৰ্গা--তোমাৰ চকুৰ মণিত যুগে যুগে উদ্ভাসিত হৈ আহিছে উত্তৰণৰ পথ *(কাহে)।*

মালিক : *(জড়তা ভৰা কণ্ঠেৰে)* নবীন, বলিয়ালি বাদ দিয়া ভাই--হ'ব চব ঠিক হৈ যাব। আহা--বহা--অলপ জিৰণি লোৱা।

নবীন : তুমি--তুমি তেনেদৰে ক'ব নোৱাৰা মালিক । আমাৰ দৰে কোটি কোটি মানুহৰ বাবে তুমি কেতিয়াবা সূৰ্য,কেতিয়াবা সমুদ্ৰ। তুমিয়েতো কৈছিলা ঃ অন্তহীন মানুহৰ জয়যাত্ৰাৰ গতিপথ। গতিকে বহিবলৈ, জিৰণি লবলৈ সময় ক'ত? ইতিমধ্যে বহুত পলম হৈ গৈছে--আৰু ৰৈ থাকিব নোৱাৰি। তোমাৰ নিৰ্দেশ মতেই আমি সন্মুখ সংঘৰ্ষৰ ক্ষেত্ৰ প্ৰস্তুত কৰিছোঁ--এয়া তাৰেই আখৰা আৰম্ভ কৰিছোঁ--আন্তৰিকতা আৰু নিষ্ঠাৰে আমি আখৰা কৰিম--তাৰ পিচত--তাৰ পিচত--*(কাহি কাহি অৱশ হৈ পৰে--মুখেৰে তেজ আহে)*

মৰমী : *(কান্দি)* দেউতা--তুমি মনে মনে থাকা। এয়া তোমাৰ মুখেৰে তেজ ওলাইছে--তুমি ভিতৰলৈ ব'লা দেউতা..............

সোণেশ্বৰী : *(উচুপে)* কাবৌ কৰিছোঁ--আপুনি এনেকুৱাখন নকৰিব।

নবীন : মালিক, সোণেশ্বৰী, মৰমী, মই লিখা নাটকখনিৰ শেষ দৃশ্যটো অলপমান কৰি দেখুৱাম। নাটককনিৰ মুখ্য চৰিত্ৰত থাকিম মই।

মোৰ নাম কি হ'ব, নিবাৰণ ভট্টাচাৰ্য নে নবীন--নবীন বৈশ্যই হ'ব মোৰ নাম--চাৰিটা মূল চৰিত্ৰত আমি চাৰিওজনে অভিনয় কৰিম-- আমাৰ নাম, বেশ-ভূষা, ৰূপসজ্জা একো সলনি নহয়--প্ৰয়োজন হ'লে মুখবোৰৰ ওপৰত পিন্ধি লম একোখনি মুখা অথবা সানি লম অকণমান ৰং অথবা কেন্‌ভাছ--*(কাহে)*..............

*(মঞ্চ ক্ৰমাৎ আন্ধাৰ হৈ আহে, অথবা পোহৰ ক্ষীণ হৈ আহে। মঞ্চৰ আগলৈ অজানিতে ওলাই আহে নবীন। এটা Spot অত নবীন--নবীনৰ মুখত সংলাপ।)*

ঃ এজন বৃদ্ধ, পৃথিৱী আৰু মানুহক ভালপোৱা, সদায় আকাশৰ পিনে মুখ কৰি থকা এজন মানুহ--তিনিকুৰি পাঁচটা বসন্ত যুঁজি যুঁজি পাৰ হৈ আহি এখন তৰুণ নদী হ'ব বিচৰা এটি অবোধ শিশু--যাৰ মনৰ ভিতৰত দিনে-ৰাতি জ্বলি থাকে এটি সূৰ্য, উদ্ভাসিত হয় একোখনি আকাশ, নাচি থাকে একোখনি আশাৰ সমুদ্ৰ--সেইজন মানুহ নাম যাৰ নবীন বৈশ্য--। হে মোৰ মৰমৰ দৰ্শকবৃন্দ--*(কাহে)*

ঃ হে সুধীবৃন্দ, মইতো অকলশৰীয়া নহয়। মঞ্চত মোৰ লগত মালিক, সোণেশ্বৰী, মৰমী আছে। সৌৱা দূৰত বৰ্ণালী, মহেশ্বৰী, দীনেশ, সময়ত সিহঁতো আহিব-- আৰু সন্মুখত এয়া তোমালোক--ইতিহাসৰ ৰচক, ইতিহাসৰ প্ৰবক্তা।

ঃ হে মোৰ সহযাত্ৰী বৃন্দ--মোৰ কপালৰ তেজ আৰু অন্তৰত জ্বলি থকা সূৰ্যৰ উত্তাপেৰে মই আন্ধাৰৰ লগত যুঁজিব বিচাৰোঁ--এয়া চোৱা মই উঠিছোঁ--দৌৰিবলৈ সাজু হৈছোঁ। তোমালোকৰ দেহলৈ, তোমলোকৰ চিন্তা-চেতনাৰ প্ৰবাহলৈ এয়া মই মোৰ চিন্তাৰ, মোৰ উত্তৰণৰ পোহৰ আৰু উত্তাপ সিঁচি দিছোঁ--*(কাঁহে)*

ঃ উঠা, উঠা মোৰ দেশৰ মানুহ--। মোৰ কপালৰ তেজ আৰু বুকুৰ তেজ লগ লাগি যেতিয়া একাকাৰ হ'ব তেতিয়া মই নাটকৰ অন্তিম সংলাপটো তোমালোকক শুনাম।

ঃ মই দৌৰি থাকিম। চিঞৰি থাকিম। মোৰ চিন্তাত সূৰ্য--দুচকুত আকাশ--বুকুত সমুদ্ৰ। কপালৰ তেজ, চকুৰ পানী আৰু বুকুৰ তেজে মোৰ উদ্ভাসিত মুখমণ্ডলত আঁকি দিব পৃথিৱীৰ শ্ৰেষ্ঠতম ভাস্কৰ্য। চিঞৰি চিঞৰি মই সংলাপ মাতিম। জীৱনজোৰা অভিনয়ৰ শেষ সংলাপ। প্ৰেক্ষাগৃহৰ সৌৱা গেলাৰীৰ পৰা তোমালোকে হাতবোৰ ওপৰলৈ কৰি চিঞৰিবা--নবীন বৈশ্য--অপূৰ্ব--অপূৰ্ব।

মই হাত জোকাৰি জোকাৰি কম ঃ শুভৰাত্ৰি, শুভৰাত্ৰি।।

**সমাপ্ত**



# আজি

## অৰুণ গোস্বামী



### চৰিত্ৰাৱলী

সুজিত. অভি. আবুল নীতা

*(আঁৰকাপোৰ উঠিব। চাৰিওটাই হাতত চৰিত্ৰৰ নাম, অভিনেতাৰ নাম থকা পোষ্টাৰ লৈ দৰ্শকৰ ফালে পিঠি দি থাকিব। দহ ছেকেণ্ডমানৰ পাচত তেওঁলোকে দৰ্শকৰ ফালে ঘূৰি চাব। চাৰিওটাই চকুৰে চকুৰে চাই পোষ্টাৰ মঞ্চৰ চুকত থব। আটাই কেইটাই বেঞ্চত বহিব। সুজিত থিয় হ'ব আৰু ক'ব)*

সুজিত : এই উঠ। *( আটাইকেইটাই উঠিব। সুজিতে আঙুলি টোৱাই ক'ব)* এই খিনিলৈ আহ। *(আটাইকেইজন আহিব। সুজিতে আগবাঢ়ি ক'ব)* কেৱল নাটক চাই ঘৰলৈ ঘূৰি যোৱা দৰ্শকবৃন্দ। আমি আজি যি নাটক কৰিব খুজিছোঁ, সেই নাটক চাই আপোনালোকে ভাবি বই লাগিব। আমি কৰি দেখুৱাম 'আজি'। *(সুজিতে দৰ্শকৰ ফালে পিঠি দি দুই হাত জোকাৰি থাকিব। ভিতৰত সংগীত আৰু আঙুলিৰ ঠাৰত আটাইকেইটাই নাচিব। লাহে লাহে দৰ্শকৰ ফালে মুখ কৰিব আৰু বাকী কেইটাই পিঠি দিব। এবাৰ আটাইকেইটা ৰৈ যাব আৰু দৰ্শকৰ ফালে আগুৱাই আহিব।)*

সুজিত : দৰ্শকবৃন্দ, এনেদৰেই আজি আমি সকলোৱে কাৰোবাৰ আঙুলিৰ ঠাৰত নাচিব লাগিছোঁ। কোনোবাই আঙুলি জোকাৰিছে।

অভি : আৰু আমি সকলোৱে নাচিছোঁ।

আবুল : ও, আপোনালোকে ভাবিছে চাগে আমিহে মঞ্চৰ ওপৰত নাচিছোঁ আৰু আপোনালোকে আৰামত বহি আছে।

অভি : হাঃ হাঃ হাঃ

নীতা : আৰু আপোনালোক আইসকল, বাইদেউ সকল আৰু বান্ধৱীসকল, আজিৰ অৱস্থাৰ পৰা কিন্তু আপোনালোকো সাৰি যাব পৰা নাই। নাৰী প্ৰগতিৰ যুগ বুলি জহাই থকা এই যুগত আপোনাসকলে কেনেকৈ নাচিছে তাক আমি দেখুৱাই দিম এই নাটকৰ মাজতে।

সুজিত : আপোনালেকেও নাচিছে। অহৰহ আপোনালোকেও নাচি আছে। (ডাঙৰ মাতত) কেনোবাই বুকু ফিন্দাই কব পাৰিবনে নাই নচা বুলি? নোৱাৰে, আৰু যদি কোনোবাই ক'ব খোজে ----

আবুল : তেতিয়া আমি তেওঁৰ গোপন কথাখিনি এই মঞ্চত প্ৰচাৰ কৰি দি ক'ম যে তেৱোঁ নাচি আছে।

নীতা : নাৰী স্বাধীনতাৰে বৰ্তমান ৰূপ কি সেই কথা উদঙাই দিয়াৰ লগে লগে সমগ্ৰ নাৰী জাতিয়ে চিঞৰি উঠিব যে, হয় আমিও নাচি আছোঁ।

সুজিত : কাৰোবাৰ আঙুলিৰ ঠাৰত আপোনালোকে নাচি আছে (সংগীত) [ সুজিতে আঙুলি জোকাৰে বাকীসকলে নাচে। সুজিত ভিতৰত সোমায়। নীতাই পাচৰ বেঞ্চত বহে। অভি আৰু আবুলে আৰম্ভ কৰিব ]

অভি/আবুল : ইন্‌কিলাব জিন্দাবাদ। নিবনুৱা সমস্যা দূৰ কৰক । খাদ্যৰ চৰা দাম ৰোধ কৰক। মাটিহীনক মাটি দিয়ক। মূল্যবৃদ্ধি ৰোধ কৰক। ইন্‌কিলাব জিন্দাবাদ। *(অভিজিতে হঠাতে আবুলক টানি আনি মাইক্ৰ'ফ'ন ৰূপে ব্যৱহাৰ কৰিব। আবুলে ভেবা লাগি চাই থাকিব।)*



অভি : শ্ৰদ্ধেয় ৰাইজ, আমি শিক্ষিত নিবনুৱা, আমি B.A . পাছ কৰি চাকৰি বিচাৰি ফুৰিব লগা হৈছে কিয়?

আবুল : আৰু মই M.A. পাছ কৰি ইয়াত মাইক্ৰ'ফোনৰ কাম কৰিব লগা হৈছে কিয়? *(আগৰ পজ লয়)*

অভি : দেশত ইমানবোৰ চাকৰি ওলাইছে অথচ আমাৰ কাৰণে চাকৰি নাই। চাকৰিৰ কাৰণে দুআষাৰ কথা ক'লেই বা ৰাজহুৱা সভা পাতিলেই আমাক নক্সালাইট বুলি জেলত ভৰাই থয়। এতিয়াও হাজাৰ হাজাৰ ডেকা-গাভৰু জেলত পচি আছে।

নীতা : (উঠি আহি) ৰ'ব ৰ'ব দাদা ......................আপোনাৰ বক্তৃতা শুনি দৰ্শকবৃন্দ টোপনি গৈছে। *(তিনিওটাই হাত চাপৰি বজায়)*

অভি : সাৰ নাপায়?

নীতা : নাপায় দাদা নাপায়, সাৰ নাপায়।

আবুল : তেনেহলে আপোনালোকে শুই থাকক আমি যাওঁ। ইন্‌কিলাব জিন্দাবাদ, নিবনুৱা সমস্যা দূৰ কৰক, খাদ্যৰ সমস্যা ৰোধ কৰক।

নীতা : এনেকুৱা গণ্ডগোলত আকৌ কেতিয়াবা কেতিয়াবা নেতাও ওলায়হি। আহিছে নেকি আকৌ? নীতা সোমাই যায়। ঘূৰি ফুৰোতে এবাৰ বাহিৰলৈ চকু দি আবুলে জিভা কামুৰি এখন পোষ্টাৰ *(নেতা আহিছে ভাষণ শুনক)* লৈ মঞ্চৰ চুকলৈ যায়। নেতা হৈ সুজিত সোমায়। মঞ্চৰ মাজত আভিজিত আৰু নেতাৰ পৰিচৰ্যত ব্যস্ত হয়।

সুজিত : কিহৰ গোলমালহে ডেকা ল'ৰা? এইবোৰ কিহৰ গোলমাল হৈছে।

অভি : *(বাহিৰলৈ চায়)* হেৰা কিহৰ গোলমাল কৰিছা? কিহৰ গোলমাল কৰিছা?

আবুল : হো- কিহৰ গোলমাল হৈছে? কিহৰ গোলমাল কৰিছা? ছাৰ, এইবোৰ গুণ্ডা। ইহঁতে পৰীক্ষাত নকল কৰি পাছ কৰিব, আৰু এতিয়া ছাৰ চাকৰি নাপায় হাল্লা কৰিছে।

অভি : ছাৰ, অপুনি এটা বহুমূলীয়া ভাষণ দিয়ক ছাৰ।

সুজিত : মই ভাষণ দিম, চাওঁ মাইকটো আনা।

অভি : *(আবুলক মাইক কৰি নেতাৰ আগত দিয়ে)*

সুজিত : শ্ৰদ্ধেয় ৰাইজ, মোৰ সেৱা গ্ৰহণ কৰিব।

অভি : *(জোৰেৰে হাঁহি)* ছাৰে কৈছে, ছাৰৰ সেৱা গ্ৰহণ কৰিব কিন্তু ইপিনে আকৌ ইলেক্‌চনৰ সময় হোৱাই নাই, ছাৰে ভুলতে সেৱা আগবঢ়ালে। নিৰ্বাচনৰ সময় হোৱাই নাই।

আবুল : *(হাঁহে)*

সুজিত : ৰাইজ , মোৰ নমস্কাৰ গ্ৰহণ কৰিব। *(অভিজিতে বিচি দিয়ে)* ৰাইজ, আমাৰ দেশখন বৃটিছে খাইয়ে গ'ল। এই কাৰণে আমাৰ দেশত নিবনুৱা সমস্যা, খাদ্য সমস্যা থাকিবই। গতিকে যোৱাতো চৰকাৰে আমাৰ দেশত একো এটা কৰিব নোৱাৰিলে আমি কি কৰিম কওক । কিন্তু কৰিম। আমাক মাথোঁ তিনি হাজাৰ ছশ পঞ্চাশ দিন সময় দিয়ক। এই তিনি হাজাৰ ছশ পঞ্চাশ দিনৰ ভিতৰত আমি দেশৰ পৰা নিবনুৱা সমস্যা খাদ্য সমস্যা, আশা সমস্যা, ভাষা সমস্যা প্ৰেমৰ সমস্যা, সকলো সমস্যা, দূৰ কৰি দিম।

আবুল : (ঘূৰি খুব জোৰত চাপৰি বজায়) বৰ বঢ়িয়া কথা কৈছে ছাৰ, বৰ ভাল কথা কৈছে ছাৰ, বৰ ৰাইট কথা কৈছে।

অভি : গাঁওৰ ভাওনাত এনেকুৱা ভাল কথা ওলালে ৰাইজৰ মাজৰ পৰা এজনে চিঞৰে।

আবুল : (জোৰেৰে) একচেলেণ্ট, ভাল কথা ওলাইছে ৰাইজ কেলেপ দিয়ক, কেলেপ দিয়ক। (দুয়োটাই হাত চাপৰি বজায়। নেতাই হাত দাঙি ৰখায়।)

সুজিত : এই তিনি হাজাৰ ছশ পঞ্চাশ দিনৰ ভিতৰত ক'ৰবাত চেম্প্‌ল হিচাপে দেখুৱাবলৈও এটা নিবনুৱা নাথাকিব।

অভি : নিবনুৱা পোৱালি এটা ঔষধত দিবলৈও নাথাকিব। হিঃ হিঃ হিঃ

আবুল : ছাৰে বৰ ভাল কথা কৈছে দেই।

সুজিত : আমি লাহে লাহে সকলোকে ধনী কৰাৰ চেষ্টা কৰি আছোঁ। একেলগে কিবা বোলেনে আজিকালি কমিউনিষ্টৰ ভাষাত 'শ্ৰেণীক' সকলো শ্ৰেণীকে সমানে ধনী কৰিব নোৱাৰি। গতিকে যোৱা দহ বছৰত আঠজন শিল্পপতিৰ কিমান উন্নতি হৈছে চাওক। হেৰা ডেকাল'ৰা, এই কাগজখন লৈ তুমিয়েই পঢ়ি দিয়াচোন।

আবুল : দিয়ক ছাৰ, দিয়ক দিয়ক। (কাগজ লয়)
এক নম্বৰ বিৰলা ১৯৬৬ চনত আছিল ৪৫৮ কোটি টকা আৰু ১৯৭৫-৭৬ চনত হ'ল ১০৫৫ কোটি টকা।

অভি : অ' কিমান টকা? কিমান?

আবুল : হেৰ, ১০৫৫ কোটি টকা।

অভি : ১০৫৫ কোটি টকা।

আবুল : দুই নম্বৰ টাটা -- ১৯৬৬ চনত ৫৩৫ কোটি টকা আৰু ১৯৭৫-৭৬ চনত ৯৭৫ কোটি টকা।

অভি : অ' কিমান টকা? কিমান -- কিমান?

আবুল : হেৰ ৯৭৫ কোটি টকা।

অভি : ৯৭৫ কোটি টকা।

আবুল : তিনি নম্বৰ মফতলাল -- ১৯৬৬ চনত ৯০ কোটি টকা আৰু ১৯৭৫ চনত ২৮০ কোটি টকা।

অভি : অ কিমান কিমান?

আবুল : হেৰ ২৮০ কোটি টকা অ'।

অভি : ২৮০ কোটি টকা।

আবুল : চাৰি নম্বৰ সিংহানিয়া -- ১৯৬৫ চনত ৬৭ কোটি টকা আৰু ১৯৭৫ চনত ২২৪ কোটি টকা।

অভি : কিমান ? কিমান? কিমান বুলিলি?

আবুল : ২২৪ কোটি টকা অ'।

অভি : কিন্তু ১৯৬০-৬১ চনত দেশত দৰিদ্ৰ সীমাৰেখাৰ তলত মানুহৰ সংখ্যা হ'ল শতকৰা ৪৭ জন।

আবুল : আৰু ১৯৭১-৭২ চনত দেশত দৰিদ্ৰ সীমাৰেখাৰ তলত মানুহৰ সংখ্যা হ'ল শতকৰা ৭৪ জন। (দুয়োজনে হাঁচিয়াবলৈ ধৰে)

সুজিত : কি হ'ল কি হ'ল? হাঁচিয়াইছা কেলেই? ৰাইজৰ অসুবিধা হৈছে নহয়।

আবুল : ছাৰ কথাৰ মূৰত হাঁচি আহিলে কথাটো সঁচা বুলি পতিয়ন যায় ছাৰ।



অভি : দিয়ক ছাৰ, ভাষণ দিয়ক ছাৰ, ৰ'ল কিয়? বক্তৃতা দিয়া বন্ধ কৰিলে, ভাষণ দিয়া বন্ধ কৰিলে জনতাই চিঞৰ বাখৰ আৰম্ভ কৰি দিব। বক্তৃতাৰ বাহিৰে আজিকালি জনতাই একো ভাল নাপায় ছাৰ। ভাষণ দিয়ক -- ভাষণ দিয়ক।

সুজিত : (গল খেকাৰি মাৰি) ইমান দিন ধৈৰ্য ধৰিলে যেতিয়া আৰু মাত্ৰ দহোটা বছৰ আইমিন তিনি হেজাৰ ছয়শ পঞ্চাশ দিন ধৈৰ্য ধৰক। সকলো শেষ হ'ব।

আবুল : ছাৰ থলুৱা নিবনুৱা লোকক চাকৰিত নিয়োগ কৰাৰ সম্পৰ্কত কিবা ক'ব নেকি ছাৰ?

সুজিত : ঠিকেই, মোৰ দেশৰ নিবনুৱা লৰাই চাকৰি পাব লাগিব। এই সাৰ কাৰখানা, নিবনুৱা শিক্ষিত ডেকাক অনুগ্ৰহ কৰি চাকৰি দিবাই দিবা। ঐ অয়েল কোম্পানী, ঐ ৰেলৱে, ঐ বেংক, ঐ চাহবাগিছা থলুৱা নিবনুৱাক অনুগ্ৰহ কৰি চাকৰি দিবাই দিবা।

নীতা : (হঠাৎ সোমাই আহি) ছাৰ ছাৰ চাকৰিৰ ক্ষেত্ৰত নাৰীৰ অধিকাৰৰ ওপৰত কিবা কওক ছাৰ।

সুজিত : ঠিকেই আমাৰ দেশৰ সংবিধান মতে সকলো ক্ষেত্ৰতে নাৰী আৰু পুৰুষৰ সমান অধিকাৰ থাকিব। নাৰীয়ে পুৰুষৰ লগত সমান অধিকাৰ ভোগ কৰিব।

অভি : ছাৰ সেই সমবায়ৰ অবৈতনিক সভাপতি হৈ থাকোঁতে যে মাহেকত ছশ টকা অনাৰেৰিয়াম লৈ ছবছৰত বত্ৰিশ হেজাৰ টকা মাৰি দিলে কেচটো কি হ'লগৈ ছাৰ?

আবুল : ৰাইজ, দেখিছে -- দেখিছে, অকণো informative নহয় এনেকুৱা ল'ৰাই ক'ত চাকৰি পাব। যুৱক কংগ্ৰেছৰ মেম্বাৰ হৈ ছাৰে চাকৰি ল'লে। যুৱক জনতা হৈ টকা মাৰিলে, তাৰ পাচত কমিউনিষ্ট হৈ চাকৰি ত্যাগ কৰি দেশৰ কামত লগিল। তাৰ পাচত অন্য প্ৰদেশত যিটো পাৰ্টি জিকিছে সেই পাৰ্টিত সোমাই ছাৰে নেতা হৈ গ'ল। এতিয়া আমাৰ ছাৰ নেতা। ছাৰ, বহুমূলীয়া ভাষণ দিয়ক।

সুজিত : ৰাইজ, অৰ্থাৎ নিবনুৱা ডেকামখাই চেষ্টা কৰিলে বুদ্ধিৰ বলত জীৱিকা নিৰ্বাহ কৰিব পাৰে। আৰু খাব জানিলে, অৰ্থাৎ খাব জানিলে ----

অভি : (তিনিওটাই সুৰ লগাই হুঁচৰি গোৱাৰ দৰে ঘূৰি ঘূৰি গাব। গীতৰ মাজত প্ৰয়োজনীয় ঠাইত নেতাই আবুল অঙ্গী-ভঙ্গী কৰি থাকিব যেনে --- গীতৰ কথাৰ লগত তাল মিলাই কেতিয়াবা ভৰিটো ৰাইজৰ নীতা ফালে আগুৱাই দিব ইত্যাদি)
বহিব জানিলে মাটিয়ে পীৰা -- খাব জানিলে চাউলে চিৰাহে বোলো ৰাম ৰাম ৰাম ৰাম গোবিন্দাই ৰাম।
এ-ভাত যদি নোপোৱা কচুকেই খাবা, বোলো চাউল যদি নোপাবা গছ-বন খাবা অথচ লঘোণে কোনোৱেই নাইহে গোবিন্দাই ৰাম।
মানুহৰ বমিকে মানুহে খায় ২ অথচ কোনোৰে লঘোণে নাই (২) বোলো জয় জয় জয় দেশৰ জয়। গান্ধীৰ কৰচ পিন্ধি নেতা হৈ লোৱা, (২) ভিকহুৰ তেজ পি গণতন্ত্ৰ কোৱা (২) বোলো জয় জয় জয় জয় গান্ধীৰ জয়। ওঁ বোলে হিন্দু তেওঁ মুছলমান (২) -সেইজন আহোম বামুণ কাজিয়াৰহে স্থান (২) বোলো চবকো সুমতি দে ভগৱান। শিয়ালবোৰে চুৱাপাতনিত চুৱাপাত খায় (২) দেশ সেৱা কৰে নেতাই দল সলাই (২), বোলো জয় জয় জয় জয়, নেতাৰ জয়। ভোটৰ সময়ত নেতাসবে ৰাইজক সেৱা কৰে, ভোট গলেই ৰাইজে নেতাৰ চৰণতহে ধৰে। বোলো জয় জয় জয় জয়, গণতন্ত্ৰৰ জয়।

অভি : ( বাহিৰলৈ চাই) বৰ ইন্‌কিলাব জিন্দাবাদ, এতিয়া তাপ মাৰিলা কিয় ? কিয় তাপ মাৰিলা ?
আবুল : ছাৰৰ বহুমূলীয়া ভাষণ শুনি তাপ মাৰিলা দেখোন ?
সুজিত : (আগলৈ আহি) এনেকৈয়ে দৰ্শকবৃন্দ আজি আমি কাৰোবাৰ আঙুলিৰ ঠাৱত নাচিছোঁ। (আঙুলিৰ ঠাৰ দিয়ে বাকীকেইজনে নাচে। অভি + নীতা ভিতৰলৈ যায়। আবুলে বিক্সা চলোৱাৰ ভাও ধৰে, সুজিতে বিক্সাত উঠি আহে। বিক্সাৰ পৰা নামি -- )
সুজিত : এয়া ল, পইচা ল।
আবুল : কিমান দিলে বাবু, আঠ অনাহে দিলে দেখোন ?
সুজিত : আৰু কিমান লাগে ? দুমাইল বাটত কিমান পইচা লাগে ? চালা তহঁত বিদেশীবোৰে আহি অসমক শোষণ কৰিছ। আৰু কিমান ভাড়া লাগে ?
আবুল : বাবু, দুই টকা ভাড়া হয়, আপুনি কম চে কম ডেৰ টকা দিয়ক বাবু।
সুজিত : ভাগ, ডেৰ টকা লাগে। চালা ভাড়া বেছি লব আহিছ ?
আবুল : নাই বাবু ডেৰ টকা লাগিবই। আৰু এক টকা দিয়ক বাবু।
সুজিত : কাণতলীয়া চৰ চিনি পাব ? ভাগ ইহাচে।
আবুল : নাই বাবু, ডেৰটকা লাগিবই। নাই হলে এই আঠ অনাভি লৈ যাওক।
সুজিত : বাপেৰক চিনি পোৱা নাই। Insult কৰিবলৈ আহিছ ? চালা ননচেঞ্চ, কুকুৰৰ পোৱালি। ( চুলিত ধৰি চৰিয়াবলৈ ধৰে, অভিজিতে হাতত ডাঠ পোষ্টাৰ " মই গান্ধীবাদী" - এখন কিতাপ লোৱাদি লৈ ওলাই আহিব। মাৰপিত দেখি এখন হাতেৰে পোষ্টাৰখনেৰে চকুত আঁৰকৰি ধৰিব। আৰু এখন হাতেৰে কাণত হাত দিব। আবুল এইবাৰ পাণ দোকানী হ'ব।)
সুজিত : ( পাণ দোকানীক) এই, তামোল এখ ন দে। (তামোল দিয়ে) এটা চুৰট দিবি -- ফিল্টাৰ উইলচ্। (আবুলে দিয়ে সুজিতে চূণ সানিব খোজে)
আবুল : তাত চূণ নেসানিব বাবু। দেখিবলৈ বেয়া হ'ব।
সুজিত : ইয়াত চূণ নেসানি তোৰ বাপেৰৰ মূৰত সানিম নে ? দে তোৰ মূৰটো, তাতে চূণ সানিম। আৰু পইচা লিখি থবি।
আবুল : নাই, বাবু, বাকী নাই। সদায় (২) বাকী কৰোতে বহুত বাকী হ'ল। মোৰ দোকানটো কিমান ডাঙৰ বাবু । আপোনালোকে যদি সদায় বাকী কৰে মই কেনেকৈ চলিম বাবু।
সুজিত : চালা তামোলৰ দাম বঢ়াবি। খনে দহ পইচা হয় নেকি ? আৰু কি মই ঠগিম বুলি ভাবিছ নেকি ?
আবুল : আজি একবছৰে বাবুৱে বাকী কৰিছে। এনেকৈ চবেই বাকী কৰিলে মই চলিম কেনেকৈ বাবু ?
সুজিত : তামোলৰ খনে দহ পইচা হয় নেকি ?
আবুল : চব বস্তুৰে দাম বাঢ়িছে বাবু।
সুজিত : আও চব বস্তুৰে দাম বাঢ়িছে বুলি তামোলৰ দামো বাঢ়িব নেকি ? আজিৰ পৰা তামোল খনে পাঁচ পইচাকৈ বেচিবি ।
আবুল : সব বস্তুৰে দাম কমাই দিয়ক বাবু।
সুজিত : তই দেখোন মুখে মুখে উত্তৰ দিছ। কোনটো বাপেৰৰ লগত মুখ পাতি ধৰিছ ?
আবুল : সঁচা কথা ক'লে এনে হয়েই বাবু।



সুজিত : সচাঁ কথা ক'বলৈ আহিছ। চালা হাৰামজাদা, কুকুৰৰ পোৱালি।
*(চুলিত ধৰি থাপৰ মাৰে।) Change*
সুজিত : (আবুল কাপোৰৰ দোকানী হয় , হাঁহি) বাবু এই কাপোৰযোৰৰ কমপ্লিট চাৰ্জ কিমান হ'ব ?
আবুল : দুইশ ত্ৰিশ পৰিব বাবু।
সুজিত : বহুত দাম হৈছে বাবুজী। অলপ কমাই চমাই ল'ক।
আবুল : নাই বাবু fixed price, কমতি নহব।
সুজিত : ঠিক আছে দিয়ক।
আবুল : *( ভিতৰলৈ চাই)* ঐ বাবুৰ লংপেন্টৰ জোখ ল ! (change)
সুজিত : ছাৰ, ছাৰ-
অভি : (কালৈকো নোচোৱাকৈ ) কোন ?
সুজিত : আমি, আপোনাৰ ছাত্ৰ।
অভি : অ' সুজিত, তোমালোক নতুন পুৰুষ।
সুজিত : চাব, আপুনি চকু ঢাকি কাণত ঠিলা মাৰি আছে কিয় ছাৰ ?
অভি : হেঃ হেঃ হেঃ মই গান্ধীবাদী বেয়া কথা নক'বা, বেয়া কাম নাচাবা, বেয়া কথা নুশুনিবা।
আবুল : ছাৰ আমাৰ কলেজত পৰীক্ষা কেতিয়াকৈ হ'ব চাৰ ?
সুজিত : হয় ছাৰ, ৰাজহুৱা কামত লাগি থাকোঁতে পঢ়িবলৈ সময় একদম নাপালোঁ। আপোনাৰ Subject ত পাচ কৰাই দিব ছাৰ
অভি : হ'ব হ'ব তোমালোকে পৰীক্ষাটো দিয়াচোন।
আবুল : পৰীক্ষাটো দিমেই ছাৰ, কিন্তু এইবাৰ ৰাখিলে বৰ ভাল কথা নহ'ব।
সুজিত : হয় ছাৰ, বাৰেপতি ইংৰাজীতে ৰওঁ।
Scene change, আবুল আৰু সুজিতে পৰীক্ষা দিয়ে। অভিজিতে গাৰ্ড দিয়ে। সুজিত আৰু আবুলে কথা পাতে, বহী সলনি কৰে, জেপৰ পৰা টুকুৰা কাগজ উলিয়ায়।)
অভি : Don't talk, Don't talk ( সুজিতৰ ওচৰলৈ গৈ) জেপত কি ভৰালা ? জেপত কি আছে ? তোমাৰ কি আছে ? তোমাৰ জেপত কি আছে?
সুজিত : মোক সুধিছে ছাৰ ? মোৰ এখন চোকা ছুৰি আছে।
অভি : চোকা ছুৰি হয়নে। (ভয়ত সেপগিলি) Sit down sit down বহ, লিখি যোৱা ........তোমাৰ জেপত কি আছে হয়নে ?
আবুল : মোৰ জেপত নাই, কঁকালত আছে।
অভি : কঁকালত আছে, কি আছে কঁকালত হয়নে ? কি আছে?
আবুল : ছাৰ চাব নেকি ?
অভি : নাই নাই নাচাওঁ। ক'লেই হ'ব কি আছে।
আবুল : এখন নতুন ডেগাৰ আছে। আঠ ইঞ্চি দীঘল।
অভি : হয়নে আঠ ইঞ্চি দীঘল। নতুন পুৰুষৰ হাতত নতুন ডেগাৰ আছে। থাকিবই। Please write down (অভিজিত সোমাই যায় দুয়োটাই নকল কৰি লিখি থাকি কিছু সময় পাচত

বহী দি থিয় হৈ চাধা মোহাবে -- অভিজিতে পেটত খামোচ মাৰি ধৰি মুখ বেকা কৰি সোমাই আহে।)

অভি : আস, আস

সুজিত : কি হ'ল, কি হ'ল?

আবুল : তোৰ কি হ'ল অ'?

অভি : বাবুসকল ; মোৰ বৰ ভোক লাগিছে , কেবাদিনো খোৱা নাই। বাবুসকল, হাল বাই থাকোঁতেই পেটটো খামোচ মাৰি ধৰিলে। তিতা পানী বমি কৰিলোঁ অ' দেউতাসকল।

সুজিত : নোখোৱা নোবোৱাকৈ হাল বাবি ; তিতা পানী বমি নকৰি মৌ বমি কৰিবি?

আবুল : তই নোখোৱা-নোবোৱাকৈ আছ কিয়? তোক ঘৰত খাবলৈ নিদিয়ে নেকি?

অভি : ঘৰতো কোনেও একো খোৱা নাই বাবু। আমি কামহে কৰোঁ , খাবলৈ নাপাওঁ।

সুজিত : খাবলৈ নাপাৱ, আমি কি কৰিব লাগে? তোৰ মাটি-বাৰী আছিলনে নাই?

অভি : আছিল বাবুসকল, কালিলৈকে মোৰ নামত পাঁচপুৰা মাটি আছিল। আজি থকা ভেটিটোহে আছে। তাকো যাওঁ যাওঁ।

সুজিত : তোৰ মাটিবোৰ কি হ'ল? কি হ'ল তোৰ মাটিবাৰী?

অভি : গেলা শত শগুণ, কাউৰী পৰা দি মোৰ মাটিত সেই তেওঁলোকে উবুৰি খাই পৰিল, বিক্ৰী কৰিলোঁ, বন্ধকত দিলোঁ। এতিয়া লোকৰ মাটিত হাল বাওঁ বা বু। উস্ উস্ মোৰ আকৌ বমি হয় বাবুসকল (উকালি আহে)

সুজিত : ৰবি, এটা গান গাওঁ, তহঁতক লৈ লিখা গান -- (গান গায়) তোমাৰ মুখনি শাৰদীয়া পূৰ্ণিমাৰ জোন তাত কুলু কুলু নিজৰা বয় --তোমাৰ দুচকুত কাজল সানিলা মন ভুলালা তাত জ্বলি মই মৰোঁ। (আবুলে আঁঠুৰ ওপৰত তবলা বজাব। মুখেৰে শব্দ কৰিব। নীতা সোমাই আহে।)

নীতা : দাদা, আৰু এটা গাওক দাদা, আৰু এটা।

সুজিত : ভাল পাইছা?

নীতা : আই ঔ, আপোনাৰ গান শুনিলে একেবাৰে মৰ্টন চোপা দি চুপি চু পি খাবৰ মন যায় অ', এক মিনিট দাদা -- অটগ্ৰাফ (শূন্যতে দিয়ে আৰু লয়)।

সুজিত : কি দিম, কি লিখিম, কি নাম?

নীতা : নীতা , নীতা চৌধুৰী। আপোনাৰ প্ৰগ্ৰেম থাকিলে আমাৰ মায়ে ভাতেই নাৰান্ধে, ৰেডিঅ'ৰ ওচৰতে বহি থাকে।

সুজিত : মোৰ গীত কিন্তু প্ৰতিক্ৰিয়াশীল বুলি এচামে কয়।

নীতা : ইচ্ সেইবোৰ চব ঈৰ্ষা, ইস হয় আপুনি আমাৰ গৌৰৱ। দেশৰ কিমান নাটঘৰে হাজাৰ হাজাৰ জনতাৰ আগত আপুনি লিখা গীত গাইছে। দাদা আপোনালৈ চিঠি দিম, উত্তৰ দিবনে?

সুজিত : দিম, দিম!

নীতা : দাদা আমাৰ ঘৰলৈ যাব? বলকনা এবাৰ আমাৰ ঘৰলৈ।

সুজিত : নাই এইবাৰ নাযাওঁ, বেয়া নাপাবা। ইয়াৰ পাচৰবাৰ আহিলে নিশ্চয় যাম। তোমালোকৰ নিচিনা সৰু সৰু গোলাপৰ কলিৰ নিচিনা ১৭/১৮ বছৰীয়া ছোৱালীবোৰক মই বৰ ভাল পাওঁ জানা।



নীতা : ইস দাদা সঁচানে?

সুজিত : সঁচাই বৰ ভাল পাওঁ।

নীতা : সেই সপোনতে দেখাটো গাওকনা দাদা। মোৰ যে ইমান ভাল লাগে। একদম ৰেডিঅ'ত কাণখনলগাই থাকো জানে? গাওকনা দাদা ।

সুজিত : (হাঁহি) শ্ৰদ্ধেয় শ্ৰোতামণ্ডলী, একেৰাহে আজি চাৰি নিশা মই গান গাইছোঁ। আপোনালোকৰ মৰম স্নেহ এৰাব নোৱাৰি মই বুকু উজাৰি দিছোঁ, শূন্যতে মদৰ গিলাচ লৈ , সপোনতে আহি দেখা দিলা দিঠকত এবাৰো ওলাই নামাতিলা, দিঠকত গ'লেও সপোনত খেদিয়েই ফুৰিম তোমাৰ গোলাপ কলিৰ মুখ। (অভিজিতে কান্দে)

আবুল : চোৱা, চোৱা, এইখন দেশত কি সংগীত কলাৰ সাধনা কৰিবাহে? আমি সংগীত চৰ্চা কৰিছোঁ দৰ্শক শ্ৰোতাৰ মনোৰঞ্জনৰ কাৰণে, এই বেৰসিকটোৱে মাজতে ফেকুৰি ফেকুৰি কান্দিছে।

সুজিত : অ' মই ভাবিছিলোঁ, জনতাৰ কাৰণে দেশৰ অগণন ক্ষুধাতুৰৰ প্ৰতিনিধি এওঁ চিঞৰি উঠিব- বাবু আৰু এটা, আৰু এটা। নাই, এওঁ আকৌ ফেকুৰি কান্দিছে।

নীতা : Oh what rubbish, so nasty people থুই। (যায়)

অভি : বৰ ভোক লাগিছে বাবু। আমাৰ গাঁওত অনাহাৰত বহুত মানুহ মৰিছে বাবু, ময়ো মৰিম বাবু।

সুজিত : ঐ আবুল, এওঁক কিবা এটা কৰ। এওঁক খাদ্য-আন্দোলন কৰিবলৈ লগাই দে। লগা লগা খাদ্য-আন্দোলন কৰ। খাদ্য-আন্দোলন কৰ।

আবুল : ইন্‌কিলাব জিন্দাবাদ। আমাৰ দাবী মানিবই লাগিব। খাদ্য অনাটন দূৰ কৰক। খাদ্যত ভেজাল বন্ধ কৰক (দুয়োটাই চিঞৰি থাকোতে মাজতে এবাৰ সুজিত ভিতৰলৈ সোমাই যাব। পুনৰ ওলাই আহি নেতাৰ ভংগীৰে ।)

সুজিত : চিঞৰি বাখৰি দেশৰ শন্তি ভঙ্গ কৰিছাহক কিয়? তোমালোকৰ কি হ'ল?

আবুল : আমাক খাদ্য লাগে ছাৰ। দেশত খাদ্য অনাটন বন্ধ কৰিম, কৰিবই লাগিব।

অভি : হাজাৰ হাজাৰ লাখ লাখ মানুহ অনাহাৰত ভুগিছে। খাদ্যৰ কৃত্ৰিম অনাটন হৈছে। খাদ্যৰ ভেজাল হৈছে। দেশৰ পৰা খাদ্য অনাটন দূৰ কৰিবই লাগিব।

আবুল : অথচ আমাৰ দেশত, যিখন দেশত ল'ৰা-ছোৱালীয়ে পেটৰ ভোকত চুৰাপাতনিয়ে চুৰাপাতনিয়ে ঘূৰি ফুৰিছে, এইখন দেশৰ ধনী মানুহৰ কুকুৰ মেকুৰীয়ে দিনে আধাকিলোকৈ মাংস খায়।

অভি : আমাৰ দেশতে মানুহে পেটৰ ভোকত অন্য মানুহে কৰা বমিবোৰকে খাইছে। মানুহৰ মঙহৰ ব্যৱসায় কৰিছে। গাভৰু ছোৱালীয়ে নিজৰ দেহ দুটা টকাৰ বাবে লম্পটৰ হাতত তুলি দিছে।

সুজিত : ছিঃ ছিঃ ছিঃ এইবোৰ কথা মোৰ দেশত হৈছেনে? এইখন বুদ্ধ, কৃষ্ণ, গান্ধী,নেহৰুৰ দেশত এইবোৰ হৈছেনে? ইস্ ইস্ , ইমান পাপ ইমান পাপ। (চিঞৰি) ব্ৰহ্মা আদি ক ৰি জীৱ যত ৰাম ৰাম ৰাম ৰাম ৰাম, মায়া শয্যা মাজে আছয় ঘুমটি যায়।

আবুল : ছাৰ আপুনি এইবোৰ কি গাইছে?

অভি : ছাৰ .খাদ্য আন্দোলনৰ মাজত যে আপুনি ঘোষা গালে?

সুজিত : ইস্ ইস্ ইস্ শ্ৰীবিষ্ণু শ্ৰীবিষ্ণু তোমালেকে ইমান পাপকথা.শুনালা। মই ঈশ্বৰক প্ৰাৰ্থনা নকৰিলে পাপবোৰ ক'ত থম? ৰৌ ৰৌ নৰকত পচি মৰিব নালাগিবনে? "মুক্তিত নিস্পৃহ যিটো, সেহি ভকতক নমো, ৰসময় মাগোহো ভকতি।"

আবুল : ছাৰ , ৰ'ব, আপুনি এতিয়া ঘোষা গাই পলালে নহ'ব। ঐ কঁকাই, আমি এখেতৰ সন্মুখতে বিদ্ৰোহ, মানে আন্দোলন আৰম্ভ কৰি দিওঁ।

অভি : আৰম্ভ মানে কৰোঁৱেই। ইনকিলাব জিন্দাবাদ, খাদ্যৰ অনাটন দূৰ কৰক। অনাহাৰত হোৱা মৃত্যুৰ তদন্ত লাগে। ইন্‌কিলাব জিন্দাবাদ (ঘূৰি ফুৰে)।

সুজিত : (আঙুলিৰ ঠাৰেৰে আবুলক একাষৰীয়াকৈ মাতি নিয়ে। অভিজিতৰ মাত দুৰ্বল হৈ শেষত হাত দাঙি দাঙি মঞ্চত আন্দোলন কৰাৰ ভংগীত ঘূৰি ফুৰিব।) যোৱা এই এহেজাৰ টকা লোৱা। যাক য'ত দিব লাগে তুমিয়েই দি দিবা আৰু দুমাহৰ পিচতেই তোমাৰ চাকৰি ঠিক হৈ যাব। এতিয়া কাম আৰম্ভ কৰা। (সুজিতে আগবাঢ়ি গৈ অভিজিতক Charge কৰে। অভি লাহে লাহে বেঁকা হৈ পূৰ্বৰ ভোকাতুৰ মানুহৰ দৰে হৈ পৰে।)

আবুল : তই কিয় চিঞৰ-বাখৰ কৰি দেশৰ শান্তি ভঙ্গ কৰিছ?

অভি : মোৰ ভোক লাগিছে।

আবুল : ভোক লাগিছে নাখাৰ কেলেই?

অভি : ঘৰত খুদ-চাউল এটাও নাই।

আবুল : ঘৰত খুদ-চাউল এটাও নাই আমি কি কৰিব লাগে? কিবা খাবলৈ খাদ্য নোহোৱা হৈছেনে? ছাৰ, ছাৰ ...........

সুজিত : কোৱাচোন ---

আবুল : ছাৰ, এইবাৰ দেশত খাদ্যবস্তুৰ কিমান উৎপাদন হৈছে?

সুজিত : যোৱা বছৰতকৈ এইবাৰ দেশত দহলাখতকৈ বেছি উৎপাদন হৈছে। অধিক উৎপাদনৰ কাৰণে এইবাৰ আমাৰ দেশে পৃথিৱীৰ চকুত চমক লগাইছে। সমগ্ৰ পৃথিৱীৰ চকু আমাৰ দেশৰ ওপৰত থব হৈছে।

আবুল : আগৰ বছৰতকৈ আমাৰ দেশত দহলাখ টন অধিক উৎপাদন হওতে ই আকৌ কৈছে ঘৰত খুদ-চাউল এটাও নাই। কবিনে? কবিনে? (মৰিয়াবলৈ ধৰে। যন্ত্ৰণাত অভিয়ে কেঁকায়)

সুজিত : লগাই দিয়া, লগাই দিয়া, খা-খৰচ যি হয় মই ভৰিম। লগাই দিয়া লগাই দিয়া, বেটাৰ মুখ ভাঙি-গুড়ি কৰি দিয়া।

অভি : আস্, মোক নামাৰিবা, আস্, মোক নামাৰিবা মই পেটৰ ভোকতে মৰিম। মোক মৰিয়াই মাৰিব নালাগে। মই মোৰ ল'ৰা-ছোৱালী কেইটাৰ দৰে পেটৰ ভোকতে মৰিম ঐ দেউতাসকল। মোক মৰিয়াই মাৰিব নালাগে।

আবুল : ক, দেশত খাদ্য অনাটন হৈছে নেকি?

অভি : হৈছে হৈছে। পেটৰ ভোকত মানুহ মৰিছে। ময়ো মৰিম।

আবুল : ছালা কুকুৰ। (মৰিয়াবলৈ ধৰে)

সুজিত : প্ৰতিক্ৰিয়াশীল, প্ৰতিক্ৰিয়াশীল। একে বছৰতে দহলাখ টনতকৈও বেছি খাদ্যবস্তু উৎপাদন হওতেও সি কৈছে খাদ্যৰ অনাটন হৈছে। প্ৰতিক্ৰিয়াশীল (২)। লগাই দিয়া, লগাই দিয়া।

আবুল : (মৰিয়াই) ক' দেশত খাদ্য অনাটন হৈছেনে নাই?

অভি : (কেঁকাই, মূৰ দাঙি) নাই হোৱা ---- নাই হোৱা ।

আবুল : ছাৰ, ই দেশত খাদ্য অনাটন নাই হোৱা বুলি স্বীকাৰ কৰিছে।



সুজিত : সি আৰু প্ৰতিক্ৰিয়াশীল মানুহৰ উচটনিত আন্দোলন কৰিবনে নাই বা দেশৰ প্ৰগতিৰ পথত আগবাঢ়িছেনে নাই সোধা। আৰু এহেজাৰ লোৱা। অহা মাহত তোমাৰ চাকৰি হৈ যাব। (মূৰৰ গান্ধী টুপীৰ পৰা টকা উলিওৱাৰ ভঙ্গী দিয়ে)।

আবুল : ক' দেশত খাদ্য অনাটন হৈছে নেকি?

অভি : নাই হোৱা, নাই হোৱা।

আবুল : দেশ প্ৰগতিৰ পথত আগবাঢ়িছেনে নাই?

অভি : দেশ প্ৰগতিৰ পথত Express গাড়ী যোৱাদি গৈছে।

আবুল : দেশ খাদ্যত স্বাৱলম্বী হৈছেনে?

অভি : হৈছে , হৈছে ---- এবছৰত দহলাখ টন বেছি খাদ্য বস্তু উৎপাদন হৈছে।

সুজিত : (অভিজিতৰ প্ৰতিটো উত্তৰতে সুজিতে হাঁহি থাকিব) দেশত আৰু খাদ্য আন্দোলন কৰিবিনে?

অভি : নাই, আৰু নকৰোঁ। আমি মৰিয়ে থাকিম। আকৌ আন্দোলন কোনে কৰিব?

সুজিত : অনাহাৰত মানুহ মৰিছেনে?

অভি : নাই মৰা, নাই মৰা।

সুজিত : (বাহিৰলৈ চাই) সৌটো সৌটো গ'ল গ'ল, সৌটো গ'ল।

আবুল : ঐ কুকুৰৰ পোৱালি চালা ননচেঞ্চ। (দৰ্শকৰ ফালে চাই) কাক গালি পাৰিলোঁ? এটা লেখকক।

অভি : কিয়নো, এই শ্ৰেণীৰ লেখকৰ গল্প, উপন্যাসৰ যোগেদি দেশৰ স্কুল, কলেজ, বিশ্ববিদ্যালয়ৰ হাজাৰ হাজাৰ Student আৰু ডেকা-গাভৰুক মুক্তিবাদী আৰু প্ৰগতিবাদী কৰি তুলিছে। ইহঁতৰ লেখা পঢ়ি ছাত্ৰ-ছাত্ৰীবোৰে শোষক, শোষিত বিপ্লৱৰ কথা ক'বলৈ ধৰিছে।

আবুল : আৰু আমাৰ ছাৰে এই শ্ৰেণীৰ লেখকবোৰক আটাইতকৈ বেছি ভয় কৰে। ইহঁতলৈ ছাৰে যিমান ভয় কৰে বাঘলৈকো ছাৰে সিমান ভয় নকৰে।

সুজিত : আৰু ইহঁতে কালৈকো ভয় নকৰে। চীন দেশত ৰৌশ্যাক ফাঁচী দিয়া হৈছে। লুচুনক তিল্‌তিলকৈ হত্যা কৰা হৈছে। চিলিত পাবলো নেৰুদাক হত্যা কৰা হৈছে। ভিয়েটনামত শ শ প্ৰগতিশীল লেখক শিল্পীক নিৰ্যাতন দিয়া হৈছে। অথচ ইহঁতে কেৰেপকে নকৰে। ইহঁতৰ মৰিবলৈ ভয় নাই।

আবুল : ছাৰ, সৰ্বহাৰাৰ কৃষক সন্মিলনৰ সম্পাদক হৈ থাকোঁতে কিমান টকা মাৰিলে?

সুজিত : কিমান টকা মাৰিম ডেকাল'ৰা। আজিকালি চকু চৰহা বহুত হ'ল নহয়। মাত্ৰ ৫০ হেজাৰ টকাহে পালোঁ।

অভি : হিঃ হিঃ হিঃ (ডাঙৰকৈ) হিঃ হিঃ হিঃ ।

আবুল : কি হ'ল? হাঁহিলি যে?

অভি : মাত্ৰ ৫০ পইচাৰ ডাক টিকট লগাব নোৱাৰাৰ কাৰণে কালি মই ১১০ নম্বৰী চাকৰিটোৰ বাবে দৰ্খাস্তখন দিব নোৱাৰিলোঁ। এই ছাৰে কৈছে সৰ্বহাৰাৰ কৃষক সন্মিলনৰ সম্পাদক হৈ থাকোঁতে ৫০ হেজাৰ টকাহে মাৰিলো হিঃ হিঃ হিঃ ।

আবুল : হিঃ হিঃ হিঃ (ডাঙৰকৈ হাঁহে) (সুজিতে আঙুলিৰ ঠাৰ দিয়ে। বাকী দুয়োটাই নাচে। নচা বন্ধ হ'ল । সুজিতে বিচাৰকৰ ভঙ্গীৰে বহে । আবুলে "উচ্চ ন্যায়ালয়ৰ বিচাৰ চলিছে" পোষ্টাৰ মঞ্চৰ সন্মুখলৈ লৈ আহে থয়। আৰু ভিতৰলৈ গৈ অভিজিতক ব্যৱসায়ীৰ ৰূপত ধৰি আনে।)

সুজিত : আপুনি ধৰ্ম পুথিত হাত থৈ শপত খাওক।

অভি : মই এই দেশৰ প্ৰথম শ্ৰেণীৰ ব্যৱসায়ী শ্ৰীক, খ, গই শপত খাই কৈছোঁ যে ন্যায়ালয়ত, ধৰ্মাৱতাৰৰ আগত যি কম সঁচা কম।

সুজিত : বিচাৰ আৰম্ভ কৰা হওক।

আবুল : প্ৰথম শ্ৰেণীৰ খাদ্য ব্যৱসায়ী ডাঙৰীয়া। (লেহেৰীয়াই) দেশত যেতিয়া চাউলৰ অনাটন হৈছিল তেতিয়া আপোনাৰ under ground godown চাৰিটাত পুলিচে হেনো দহ হাজাৰ কুইন্টল চাউল পাইছিল? সঁচানে?

অভি : হয় ধৰ্মাৱতাৰ। দহ হাজাৰ কুইন্টল নহয়, ১৫ হাজাৰ কুইন্টল চাউল মোৰ under ground godown ত পাইছিল।

সুজিত : দেশত যেতিয়া চাউলৰ প্ৰতিকিলোৰ দাম ৫ হৈছিল আপুনি তেতিয়া চাউল কিয় মজুত কৰি ৰাখিছিল?

অভি : ধৰ্মাৱতাৰ দেশত আৰু অনাটন হ'লে, অৰ্থাৎ প্ৰতিকিলোৰ দাম দহ টকা হওতেও ৰাইজে চাউল বিচাৰি নোপোৱা অৱস্থাত অনাটনগ্ৰস্ত ৰাইজৰ সেৱাৰ কাৰণে বজাৰত মুকলি কৰি দিবলৈ মই চাউল মজুত কৰিছিলোঁ হুজুৰ? ধৰ্মাৱতাৰ।

সুজিত : তেতিয়া আপুনি বজাৰত প্ৰতিকিলো চাউলৰ দাম কিমান কৰিলেহেঁতেন?

অভি : প্ৰতিকিলোত বাৰ টকামান হ'লহেঁতেন ধৰ্মৱতাৰ।

সুজিত : ধন্য, ধন্য, অনাটনগ্ৰস্ত ৰাইজৰ সেৱাৰ কাৰণে আপুনি চাউল লুকাই থৈছিল। সেই মানৱ সেৱাৰ বাবে আপোনাক পদ্মশ্ৰী উপাধি দিব লাগে।

আবুল : হয়, ছাৰ, তেখেতক মানৱ দৰদী উপাধি "পদ্মশ্ৰী, পদ্মভূষণ" দিব লাগে। যোৱাবাৰ নিৰ্বাচনত এখেতে দহলাখ টকা দিছে হুজুৰ। নিৰ্বাচনত সহায় কৰিছে।

সুজিত : ধন্য ধন্য ধন্য। সুস্থ নিৰ্বাচনত পৰিচালনাৰ কাৰণে আপোনাৰ এই বৰঙণি চন্দ্ৰ দিবাকৰ থাকে মানে জিলিকি থাকিব। বাৰু, ব্যৱসায়ী ডাঙৰীয়া, মোৰ নতুন ঘৰটোৰ কাৰণে ---

আবুল : ছাৰ —

সুজিত : হোঁ —

আবুল : ছাৰ এইখন ন্যায়ালয়হে, ছাৰ, মই আনো ৰব, আপুনি খন্তেক বিশ্ৰাম লওক। ৰাইজ, ন্যায়ালয়ৰ (আগবাঢ়ি) গধূৰ দায়িত্ব চলাবলগীয়া হোৱাত বিচাৰপতি ধৰ্মাৱতাৰে কিছু বিশ্ৰাম লৈছে। হেঃ হেঃ। প্ৰথম শ্ৰেণীৰ খাদ্য ব্যৱসায়ী ডাঙৰীয়া, ছাৰৰ নতুন ঘৰটো সাজিবৰ কাৰণে আপুনি কিমান টকা বৰঙণি দিব?

অভি : মই ৫০ হাজাৰ চেক এখন কাটি লগতেই ৰাখিছোঁ।

আবুল : দিয়ক, দিয়ক। আৰু মোৰ বৰ ছোৱালী জনীৰ বিয়াৰ বাবদ কিমান উপহাৰ দিব?

অভি : দহ হাজাৰ, দহ হাজাৰ।

আবুল : হয়নে, দিয়ক দিয়ক দিয়ক।

সুজিত : (টোপনিৰ পৰা খকামকাকৈ) পেচ্কাৰ, ক'ৰ্ট ছুটী হ'লেই নেকি?

আবুল : নাই হোৱা, বিচাৰ চলি আছে ধৰ্মাৱতাৰ।



সুজিত : আপোনাৰ অন্য এটা গুদামত ৫০০ বস্তা চাউলৰ দৰে মিহি শিলগুটি পোৱা গৈছে। সেয়া কিহৰ বাবদ ৰাখিছিল?

অভি : সেয়া মোৰ নতুন ঘৰটোৰ মজিয়া মোজাইক কৰিবলৈ ৰাখিছিলোঁ ধৰ্মাৱতাৰ।

সুজিত : হয়নে? আৰু তিনিশ টিন পোৱা মবিল পোৱা গৈছিল। সেয়া কিহৰ কাৰণে ৰাখিছিল?

অভি : মোৰ ঘৰৰ আগৰ ৰাস্তাৰ ধূলি মাৰিবৰ বাবে হুজুৰ।

সুজিত : (বহাৰ পৰা উঠি) চাওক, চাওক দেশৰ ৰাইজ চওক, এই প্ৰথম শ্ৰেণীৰ ব্যৱসায়ী ডাঙৰীয়াই ১৫ হাজাৰ কুইন্টল চাউল মজুত কৰিছিল।

আবুল : (মুখত ধৰি) অনাটনগ্ৰস্ত ৰাইজক প্ৰতিকিলোত বাৰ টকাকৈ বেচি সহায় কৰিবলৈ --

সুজিত : পাঁচশ বস্তা চাউলৰ দৰে মিহি শিলগুটি ৰাখিছিল।

আবুল : তেখেতৰ নতুন ঘৰৰ মজিয়া মোজাইক কৰিবলৈ।

সুজিত : তিনিশ টিন পোৱা মবিল ৰাখিছিল।

আবুল : তেখেতৰ ঘৰৰ আগৰ ৰাস্তাৰ ধূলি মাৰিবৰ কাৰণে।

সুজিত : অথচ, দেশৰ প্ৰতিক্ৰিয়াশীলবোৰে কৈছে, আৰু এখেতক পুলিচৰ হাতত ধৰাই লাঞ্চিত আৰু অপমানিত কৰি কৈছে, এখেতে বোলে চাউল ব্ৰেক কৰিছে, চাউলত মিহি শিলগুটি মিহলাইছে। পেচ্কাৰ -----

আবুল : ছাৰ ---

সুজিত : আচামী খালাচ, আচামী নিৰ্দোষী। আচামীক মিছাতে অপবাদ দিয়াৰ কাৰণে, মিছাতে কলঙ্কিত কৰাৰ কাৰণে তেখেতৰ ব্যৱসায়ত ক্ষতি কৰাৰ কাৰণে, ক্ষতিপূৰণ হিচাপে দুইলাখ বাৰহাজাৰ পাঁচশ সত্তৰ টকা বিৰাশী পইচা দিবলৈ আদেশ কৰা হওক। আচামী মুক্ত। খালাচ।

অভি : হুজুৰ, যিবোৰে মোক অপদস্ত কৰিলে?

সুজিত : যি বোৰে এই মহান দেশপ্ৰাণক কলঙ্কিত কৰিলে তেওঁলোকক দহ বছৰকৈ সশ্ৰম কাৰাদণ্ড আৰু দহ হাজাৰ টকাকৈ জৰিমনা কৰা হ'ল। অনাদায়ে পাঁচ বছৰকৈ সশ্ৰম কাৰাদণ্ডৰ হুকুম কৰা হ'ল।

*(আটাইকেইটাই দৰ্শকৰ ফালে Back দি পিছ হুহকি গৈ ঘূৰি চকুৰে চকুৰে চাই Start। সুজিতে ইন্টাৰভিউ লয়, অভিজিত সোমাই আহে।)*

*(পোষ্টাৰ "ইন্টাৰভিউৰ প্ৰহসন" মঞ্চৰ সন্মুখত থব লাগিব)*

অভি : May I get in sir ?

সুজিত : Yes, কি নাম তোমাৰ?

অভি : অভিজিত কুমাৰ গগৈ।

সুজিত : Qualification ?

অভি : এম. এ. ছাৰ।

সুজিত : চাকৰিৰ কি অভিজ্ঞতা আছে তোমাৰ।

অভি : আজিলৈকে এশ এঘাৰটা চাকৰিৰ Interview দিলোঁ ছাৰ?

সুজিত : What a fool, আমাক অভিজ্ঞতা থকা মানুহ লাগে।

অভি : কিয় ছাৰ? চাকৰিৰ ইন্টাৰভিউটো জানো এটা অভিজ্ঞতা নহয়?

সুজিত : I say, you may go, অ' হেৰা, তোমাৰ নামটো কি ক'লা?

অভি : অভিজিত কুমাৰ গগৈ।

সুজিত : You are coming froma backward commuunity ?

অভি : Yes sir.

সুজিত : Why your caste is so backward ?

অভি : Because my caste is not forward sir.

সুজিত : You may go. (অভিজিত যায়)

আবুল : May I come in sir ?

সুজিত : কি নাম ?

আবুল : আবুল ইছলাম।

সুজিত : Qualification ?

আবুল : এম. এ. দিছিলোঁ?

সুজিত : প্ৰধান মন্ত্ৰীৰ কোন চনত বিয়া হৈছিল? (আবুল নিমাত) প্ৰধান মন্ত্ৰীয়ে দিনে কেইগিলাচ গাখীৰ খায়? বিদেশলৈ যাওঁতে এবাৰ প্ৰধান মন্ত্ৰীৰ পুতেকে ডিনাৰ খাওতে মাংসৰ হাড় ডিঙিত লাগিছিল ক'ত? (নিমাত) মুখ্যমন্ত্ৰীৰ পুতেকে দুগৰাকীক বিয়া কৰাইছিল প্ৰথম গৰাকী ক'ৰ? দেশ প্ৰগতিৰ পথত বৰ্তমান দেশত কিমান মদৰ মহল আছে? আটাইতকৈ দামী মদৰ বটলটোৰ দাম কিমান? কিমান দাম ? Oh, what a dull head. You may go out.

আবুল : ছাৰ —

সুজিত : Oh no, I say you may go out . (আবুল যায়)

নীতা : সোমাব পাৰোঁনে ছাৰ ? (লেনিয়াই)

সুজিত : Sure, sure, why not ?

নীতা : মোৰ ভিনদেউৱে এখন চিঠি দি পঠাইছে ছাৰ।

সুজিত : দিয়া দিয়া (সুজিত অসভ্যৰ দৰে নীতাৰ শৰীৰটো চাই থাকিব।)

সুজিত : হৈ যাব, হৈ যাব, মই এইমাত্ৰ ফোন কৰি দিম।

নীতা : মন্ত্ৰী ৰবীন বৰুৱা আমাৰ ভিনদেউৰ খুউব ভাল ফ্ৰেণ্ড। মন্ত্ৰী ছাৰে সদায় টেলিফোন কৰিয়েই থাকে ভিনদেউলৈ জানে ছাৰ।

সুজিত : জানো জানো।

নীতা : কি চাইছে ছাৰ?

সুজিত : তুমি বৰ ধুনীয়া ছোৱালী।

নীতা : ইচ্ একেবাৰে লাজ লাগি যায়। মোক চবেই ধুনীয়া বুলি কয়, জানে ছাৰ? কলেজত পঢ়াৰ পৰা সেই একেটা কথাকে শুনি লাজতে মৰিছোঁ। বয়েজ হোষ্টেলৰ আগেদি যাব নোৱাৰোঁ হেমামালিনী বুলি জোকায়। এদিনতো মই Principal ছাৰক report কৰিবলৈ যাওঁতেই জানে?

সুজিত : পিছে আজি ক'ত যাবা?

নীতা : ইয়াত মোৰ এজন ফ্ৰেণ্ড আছে। Supply ত কাম কৰে।



সুজিত : হৰেণ বুজৰ বৰুৱাৰ খুলশালী যেতিয়া তুমি মোৰো খুলশালী। Oh sure , তুমি আজি আমাৰ ঘৰতে থাকিবা।

নীতা : নাই নেলাগে ছাৰ। আপোনাক দিগদাৰ নিদিওঁ।

সুজিত : দিগদাৰ নহয়। আজি ঘৰত বাইদেৱেৰা নাই। প্ৰকাণ্ড ঘৰটোত মই অকলেহে আছোঁ।

নীতা : আপোনাৰ অসুবিধা নহয়তো ?

সুজিত : নাই নাই নহয়।

নীতা : চিনেমাও চাম কিন্তু।

সুজিত : Oh sure.

নীতা : Sir, appointment letter খন?

সুজিত : অ' কাইলৈ তোমাক হাতে হাতে চহী কৰি দিম।

(Change)

নীতা : দৰ্শকবৃন্দ, বৰ্তমান আমাৰ সমাজত নাৰী জাতিৰ মৰ্যদা কিমান তাক আপোনালোকে দেখিলে।

সুজিত : নাৰীক বজাৰৰ পণ্য সামগ্ৰীৰূপে ব্যৱহাৰ কৰা হৈছে। ভাৰতীয় নাৰীৰ সহনশীলতাৰ দোহাই দি নাৰীক যুগে যুগে কৰি অহা হৈছে শোষণ।

নীতা : বীণা ডেকাৰ দৰে হাজাৰ হাজাৰ ফুল কুমলীয়া ছোৱালী পুৰুষৰ কামনাৰ বলি হৈছে — তাক কি আমাৰ বান্ধৱী, বাইদেউ আৰু আইসকলে দেখা নাই?

*(নীতা আৰু সুজিতে দৰ্শকৰ ফালে Back দিব আৰু আগবাঢ়ি গৈ নীতা সোমাই যাব। আবুল + অভি ওলাই আহি হাতত ভোটৰ পোষ্টাৰ লৈ চিঞৰিব।)*

সুজিত :

অভি : ভোট দিয়ক, ভোট দিয়ক, হেমকান্ত ৰাজকুমাৰক ভোট দিয়ক। (সুজিতে শূন্যতে মাইক্ৰ'ফ'ন

আবুল : এটা লৈ বক্তৃতা দিব।)

সুজিত : শ্ৰদ্ধেয় ৰাইজ ! মোৰ সেৱাৰ থলী ৰাইজ। মই আপোনালোকক কৰযোৰে সেৱা জনাইছোঁ। আমাৰ দেশত নিৰ্বাচন আহিব লাগিছে। নিৰ্বাচনেই আমাৰ ৭০ কোটি মানুহৰ ভাগ্য নিৰ্ণয় কৰিব। স্বাধীনতা লাভৰ পাচতো যোৱা বত্ৰিছটা বছৰে দেশৰ কি উন্নতি হৈছে আপোনালোকেই নিজ চকুৰে দেখিছেই।

*(অভিজিতে শূন্যতে মাইক্ৰ'ফ'ন আনি বক্তৃতা দিবলৈ লয়। তেতিয়া সুজিতে মুক অভিনয় কৰি থাকিব — বক্তৃতা দিয়াৰ দৰে।)*

অভি : মোৰ অতি মৰমৰ বুকুৰ কুটুম ৰাইজ, সেইটো দলে আমাৰ দেশখন ধ্বংস কৰিলে। আজি দেশ গঢ়াৰ কাম আপোনালোকৰ। আপোনালোকেই দেশ গঢ়িব লাগিব। আজি আমাৰ দেশত কিমান মানুহ অনাহাৰত মৰিছে? মই প্ৰশ্ন কৰোঁ কিমান মানুহ অনাহাৰত মৰিছে? কিমান ডেকাই চাকৰি বিচাৰি নাপাই চেৰেলা কুকুৰৰ দৰে ৰাস্তাই ৰাস্তাই অনাই বনাই ঘূৰি ফুৰিছে?

*(আবুলে জোৰেৰে হাত চাপৰি বজাব। নীতা ওলাই আহি আবুলৰ লগে লগে মুক অভিনয় কৰিব।)*

আবুল ঃ বৰ ভাল কথা ওলাইছে ৰাইজ। গণ্ডগোল নকৰিব। হাত চাপৰি বজাওক। (আবুল + নীতা হাত চাপৰি বজাব।)

অভি ঃ মোৰ হৃদয় কান্দি উঠে। স্বাধীনতা লাভৰ পাচতো আজি আমাৰ দেশৰ এই অবস্থা। মোৰ হৃদয়, মোৰ বুকু মৰমৰকৈ ভাগি গ'ল। উস্ উস্ উস্ (কান্দে)

সুজিত ঃ *(কথা ক'বলৈ আৰম্ভ কৰিব। অভিজিতে মুক অভিনয় কৰিব। আবুল + নীতা ভেবালাগি শুনিব)* আমাৰ দলে দেশত ইমান লাখ লাখ প্ৰগতি অৰ্জন কৰিছে -- তাৰ বাবে গৌৰবান্বিত কোন? আমাৰ দলটো নহয়নে? তাৰ বাবে গৌৰৱান্বিত আপোনালোক ৰাইজ। ৰাইজেই আমাক দেশৰ সেৱা কৰিবলৈ সুযোগ দিছে। আমাৰ জয়েই ৰাইজৰ জয়। আমাৰ লগত আপোনালোকেও গৌৰৱ কৰক। হাঁহক, আনন্দ কৰক। *(হাঁহিবলৈ ধৰে। আবুলেও বুকু ফিন্দাই ঢেক ঢেক্কৈ হাঁহে।)*

আবুল ঃ ৰাইজ হাঁহক, হিঃ হিঃ হিঃ।

অভি ঃ মই সুধিব খোজোঁ ইয়াৰ বাবে দায়ী কোন? ইয়াৰ বাবে জগৰীয়া কোন? কাৰ দোষত আমাৰ দেশত কোটি কোটি মানুহৰ এই অৱস্থা হৈছে। কাৰ দোষত আমাৰ ডেকা-গাভৰু নিবনুৱা হৈছে। *(আবুলে হাত চাপৰি বজায়)*

সুজিত ঃ (অভিজিতে মুক অভিনয় কৰিব) ৰাইজ প্ৰতিক্ৰিয়াশীলসকলৰ কথালৈ কাণ নিদিব। আপোনালোকে কাণত ঠিলা দিয়ক। চকুত হাত দি বন্ধ কৰক -- মুখ বন্ধ কৰক। আপোনালোকে নাচাব, নুশুনিব, নামাতিব। আমাৰ দলক ভোট দি জয়যুক্ত কৰক।

অভি ঃ ৰাইজ, যদি বাচিব খুজিছে আমাৰ দলক ভোট দি জয়যুক্ত কৰক। আমাৰ দল জয়ী হলে ৰাইজৰ অভাৱ অভিযোগ নিৰ্মূল হ'ব। নিবনুৱা সমস্যা দূৰ হ'ব। খাদ্য সমস্যা দূৰ হ'ব। *( অভি + সুজিত মুখামুখি হৈ কাজিয়া কৰাৰ দৰে চিএঞৰি চিএঞৰি)*

সুজিত ঃ আমাৰ দলক ভোট দি জয়যুক্ত কৰিলে, কলা বেপাৰী, ভেজাল ব্যৱসায়ীক আমি গুলীয়াই মাৰিম।

অভি ঃ নিবনুৱা সমস্যা দূৰ হ'ব। সকলোৱে নিয়োগৰ সুবিধা পাব। দেশ প্ৰগতিৰ পথত আগবাঢ়িব। আমি আপোনালোকক সকলো দিম।

*(অভি + সুজিতে কাৰো কথা কোনেও নুশুনাকৈ হাত দাঙি টেটুফালি বক্তৃতা দি যাব। আবুলে লৰালৰিকৈ এখন পোষ্টাৰ -- "সুস্থ নিৰ্বাচন উপভোগ কৰক" --- আনি দুয়োৰে মাজত দাঙি ধৰিব। হঠাৎ চাৰিওটাই বৈ দৰ্শকৰ ফালে back দি গুচি গৈ উভতি আহিব।)*

সুজিত ঃ শ্ৰদ্ধেয় দৰ্শকমণ্ডলী, আমি আজি আপোলোকৰ আগত " আজি " নাটকৰ জৰিয়তে আজিৰ অৱস্থা দাঙি ধৰিলোঁ। হাজাৰ হাজাৰ ছাত্ৰ-ছাত্ৰীয়ে অসৎ উপায় অৱলম্বন কৰি পৰীক্ষাত নকল কৰিছে, আপোনালোক সকলোৱে দেখি আছে। ইয়াৰ বাবে দায়ী কোন ? ছাত্ৰ-ছাত্ৰীয়েই দায়ীনে? ছাত্ৰ-ছাত্ৰীয়েতো জন্মতে নকল কৰিবলৈ শিকি নাহে। তেন্তে ইয়াৰ বাবে দায়ী কোন?

আবুল ঃ

অভি ঃ সমাজ ব্যৱস্থা, সমাজ ব্যৱস্থা।

নীতা ঃ



সুজিত ঃ নীচ্ ৰাজনৈতিক স্বাৰ্থ পূৰণৰ বাবে আজি যুৱক শক্তিক সমাজত এচাম লোকে হাতিয়াৰ স্বৰূপে ব্যৱহাৰ কৰিছে। সেয়া কোনে দেখা নাই?

অভি ঃ

আবুল ঃ কোনে দেখা নাই? কোনে দেখা নাই?

নীতা ঃ

সুজিত ঃ আমাৰ বীৰত্ব, আমাৰ সাহস -- ৰিক্সাৱালা, পাণদোকানী, থেলাৱালা, হোটেল বয়ৰ ওপৰত আমি দেখুৱাই আহিছোঁ।

অভি ঃ কিন্তু ডাঙৰ ডাঙৰ ব্যৱসায়ীৰ ওচৰত আমি পানীত ভিজা মেকুৰী।

আবুল ঃ ডাঙৰ ডাঙৰ ব্যৱসায়ীৰ ওচৰত আমি ভদ্ৰ মানুহ।

সুজিত ঃ ৰাজহুৱা টকা আত্মসাৎ কৰা, ঘোচখোৱা, দুৰ্নীতিত লিপ্ত থকা লম্পট মানুহক আমি আদৰ কৰোঁ -- সমাজত আগস্থান দিওঁ। তেওঁলোকে দুৰ্নীতি কৰি যিমানেই গাড়ী বাৰী নাৰী অপহৰণ কৰিব সিমানেই আজিৰ সমাজত ধনী মানুহ হয়, মানী মানুহ হয়। তেনেহলে আমি এইবোৰ দেখি থকা নাইনে? আজি ৰাজনীতি, ন্যায়ালয় সকলোতে চলিছে এক বিৰাট প্ৰহসন। অপ-সংস্কৃতিয়ে দেশ ঢাকি পেলাইছে। ইয়াৰ বাবে দায়ী কোন?

আবুল ঃ

নীতা ঃ সমাজ ব্যৱস্থা, সমাজ ব্যৱস্থা।

অভি ঃ

সুজিত ঃ দৰ্শকবৃন্দ

অভি ঃ আপোনালোকক কেৱল আমোদ দিবৰ বাবে আমি এই নাটক কৰা নাই -- কৰিছোঁ ঘাইকৈ বক্তব্য প্ৰচাৰৰ বাবে।

আবুল ঃ আৰু যদি আমালৈ কিবা গঠনমূলক পৰামৰ্শ আগবঢ়াব খোজে তেন্তে আমাৰ সম্পাদকৰ লগত যোগাযোগ কৰিব।

সুজিত ঃ আপোনালোকে আজি আমাৰ নাটক চাই এনেয়ে গুচি গ'লে নহ'ব। আজি আমাৰ নাটক চাই আপোনোলেকে ভাবিবলৈ লওক আৰু ভাবি ভাবি আজিৰ এই অৱস্থাৰ পৰিৱৰ্তনৰ বাবে এটা বিজ্ঞানসন্মত শুদ্ধ পথ নিৰ্বাচন কৰক।

*(সুজিতে আঙুলিৰ ঠাৱ দিয়ে-- চাৰিওটাই নাচে। দৰ্শকৰ ফালে মুখ কৰি সুৰ মিলাই বলিষ্ঠ কণ্ঠেৰে গাব ধৰে)*

সুজিত ঃ আমি -- আজি -- সকলোৱে ---কাৰোবাৰ --আঙুলিৰ -- ঠাৰত ---নাচিব ---লাগিছোঁ।

অভি ঃ আমি -- আজি -- সকলোৱে ---কাৰোবাৰ --আঙুলিৰ -- ঠাৰত ---নাচিব ---লাগিছোঁ।

আবুল ঃ (নচা বন্ধ কৰি মিলিত কণ্ঠেৰে)

নীতা ঃ কিন্তু কলিলৈ বিজ্ঞানসন্মত যুক্তি, আৰু মুষ্টিবদ্ধ বাহুৰ, শক্তিৰে আমি সিহঁতৰ সমাধি গঢ়িম। *(দুবাৰ ক'ব) (হঠাৎ ঘূৰি পিছফালে কাপোৰখনৰ ওচৰত ৰ'বগৈ)*

**সমাপ্ত**

# আশ্ৰয়

## ডাঃ দিলীপ কুমাৰ বৰুৱা



### চৰিত্ৰাৱলী

দলপতি. বড়ো. শইকীয়া. বৰুৱা . টেৰণ. অবিনাশ. সহযোগী. মালবিকা. প্ৰকাশ. লিচা. প্ৰীতম. মগনীয়া. সকলো.



**দলপতিৰ কক্ষ**

*( অন্ধকাৰ মঞ্চ প্ৰেক্ষাগৃহ। নেপথ্যৰ পৰা বিপুল ভোটত বিজয়ী, সদ্য নিৰ্বাচিত শাসক দলৰ নেতা অনিৰ্বান চৌধুৰীক ওলগ জনাই সমৰ্থকসকলে উল্লাসিত হৈ হৰ্ষধ্বনি কৰিছে। "অনিৰ্বান চৌধুৰী জিন্দাবাদ" ধৰণৰ শ্লগান, মানুহৰ ঠেলা-হেঁচা, চিঞৰ-বাখৰ আদি বিশৃংখলতাৰ শব্দ শুনা গৈছে। ইতিমধ্যে পৰ্দা উন্মোচন হৈছে। পোহৰত দেখা গৈছে - মানুহৰ ঠেলা-হেঁচা হেতা ওপৰাৰ ভিৰ ঠেলি মঞ্চলৈ সোমাই আহিছে , দলপতি চৌধুৰী আৰু তেওঁৰ সমৰ্থক সদস্য টেৰণ, বৰুৱা, শইকীয়া আৰু বড়ো)*

দলপতি : *( ডিঙিৰ মালা, গামোচা আদি গুচাইছে। ঘাম মচিচে)* বাপৰে বাপ। দেখিছানে কাণ্ড। মানুহ মাৰিব ইহঁতে। হৰি হৰি - হৰি হৰি।

বড়ো : কিয় মাৰিব ছাৰ? কেতিয়াও নমৰে। এইবোৰ সাধাৰণ কথা।

শইকীয়া : ইমান বিপুল ভোটত জিকিছে। এইবোৰ হ'বই। নে কি কয়?

বৰুৱা : ঠিক কথা কৈছে শইকীয়া। আমাৰ ছাৰ কিন্তু বৰ সাংঘাতিক বস্তু দেই। মানিব লাগিব। *(হাঁহে)*

দলপতি : কিয়? কি কৰিলোঁ মই?

বৰুৱা : কি কৰিলোঁ মানে? কি অদ্ভুত আপোনাৰ অভিনয়!

দলপতি : অভিনয়?

বৰুৱা : অ। দৰিদ্ৰ জনতাৰ দুখত যেন কান্দিয়েই দিব। *(হাঁহি)*

দলপতি : হেৰা নেকান্দিলে কেনেকৈ হ'ব? ভোট পাবা জানো?

বড়ো : সেইটো কথা হয়। মোৰ বোধেৰে কিন্তু ছাৰে মানুহৰ দুখ দেখি কন্দা নাই।

শইকীয়া : অ। ময়ো মন কৰিছোঁ। ছাৰ ব'ৰ হৈহে কান্দিছে *( গিৰ্জনি হাঁহি)*

বড়ো : যা হওক। এতিয়া অলপ "চিৰিয়াচ" কথা পাতো ছাৰ।

দলপতি : "চিৰিয়াচ" কথা?

বড়ো : হয় ছাৰ।

দলপতি : *( চিন্তিত)* কোৱাচোন কি চিৰিয়াছ কথা ক'ব খুজিছা?

বড়ো : যোৱাটো "টাৰ্মত" কিন্তু বিস্তৰ খেলি-মেলি হ'ল ছাৰ। বেয়া নাপাব ছাৰ। frankly কৈছোঁ।

দলপতি : মই বুজিছোঁ তুমি কি ক'ব খুজিছা। কিন্তু যোৱাটো টাৰ্মত কথাটো সুকীয়া। যোৱাটো টাৰ্মত সেই অঞ্চলৰ ফেকশ্যন কেইটা আছিল মোক কোৱাচোন?

বৰুৱা : এটা ছাৰ।

দলপতি : মাত্ৰ এটা। এইবাৰ কেইটা হ'ল ?

শইকীয়া ঃ দেখ দেখকৈ পাঁচটা --- ।

টেৰণ ঃ আৰু বন্দুক-বাৰুদ লৈ হাবিত সোমাই হওঁ হওকৈ আছে আৰু দুটা ছাৰ।

দলপতি ঃ তেন্তে ? এইবাৰৰ 'ষ্ট্ৰেটেজিও' নিশ্চয় সলনি হ'ব লাগিব। লাগিবনে নেলাগে?

টেৰণ ঃ সেইটো হয় ছাৰ। কিন্তু আৰু কিছুমান দৰকাৰী কথা আছে।

দলপতি ঃ কোৱাচোন কি কথা?

টেৰণ ঃ যোৱাটো নিৰ্বাচনত কিমান দুই নম্বৰী ফাং ফুং কৰি ভোট কিনিছোঁ একমাত্ৰ ভগৱানে জানে ছাৰ

শইকীয়া ঃ ভগৱানে নেলাগে। আমিও কিছু কিছু জানো ছাৰ। কাৰণ দুই নম্বৰী ফাং ফুং ছাৰ আমিও কম কৰা নাই। নে কি কয় বৰুৱা?

টেৰণ ঃ কি ডাল কৰিছেহে আপুনি?

বৰুৱা ঃ কি ডাল কৰিছে মানে? কি কৰা নাই সোধক?

টেৰণ ঃ বেছি কথা নক'ব। আপোনাৰ ভাগত মাত্ৰ তিনিখন গাঁও।

বড়ো ঃ অ। তাকো তিনিখনৰ গাঁৱৰ তিনিশ ঘৰ খাচ অসমীয়া মানুহৰ ভোট। কোনো প্ৰ'বলেমেই নাই ছাৰ?

শইকীয়া ঃ কি ক'লে কোনো প্ৰ'বলেমেই নাই?

বৰুৱা ঃ মই যদি কৈ দিওঁ, তাত এঘৰো অসমীয়া মানুহ নাই? (*আটাইবোৰ আচৰিত হৈছে*)

দলপতি ঃ কি ক'লে? এঘৰো অসমীয়া মানুহ নাই?

বৰুৱা ঃ এঘৰো অসমীয়া মানুহ নাই ছাৰ।

শইকীয়া ঃ তাত কি আছে জানে। ব্ৰাহ্মণ, গোসাঁই, কোচ, কৈৱৰ্ত ,কছাৰী, আহোম, দেউৰী , চাহ বনুৱা আৰু পমুৱা মুছলমান।

বৰুৱা ঃ তাত অসমীয়া থাকিল ক'ত আপুনিয়েই কওক ছাৰ?

দলপতি ঃ (*উল্লাসিত*) বঢ়িয়া !! ভোটৰ চেন্সাচ সদায় এনেকুৱা হ'ব লাগে।

টেৰণ ঃ (*গহীন*) সেইবোৰ হৈ থাকিব ছাৰ। এতিয়া আমি আচল দৰকাৰী কথাটোলৈ আহিব লাগে। নে কি কয় বড়ো?

বৰুৱা ঃ আচল দৰকাৰী কথা ছাৰে পাতিবই নহয়।

টেৰণ ঃ মই আপোনাক সোধা নাই (*খং*)

দলপতি ঃ (*গহীন*) ময়ে কৈছোঁ। শুনা। প্ৰতিটো দৰকাৰী কথা আলোচনা কৰাৰ একোটা নিৰ্দিষ্ট সময় থাকে।

শইকীয়া ঃ একেবাৰে উচিত কথা কৈছে ছাৰে।

দলপতি ঃ (*ভাষণ দিয়াৰ ভংগীত*) তোমালোকে জানা যে যোৱা খন চৰকাৰে যি বিত্তীয় সংকটৰ সৃষ্টি কৰি গ'ল সেই সংকটৰ ফলত ----

টেৰণ ঃ (*অধৈৰ্য*) ছাৰ ।।

দলপতি ঃ (*বিৰক্তি*) কি হ'ল।

টেৰণ ঃ এইবোৰ কথা আমাৰ আগৰখন চৰকাৰেও কৈ গৈছিল --

বড়ো ঃ আৰু পিচৰখনেও সেইবোৰকে ক'ব ছাৰ।



দলপতি ঃ (*খং*) আপোনালোকৰ প্ৰ'বলেমটো কওক।

টেৰণ ঃ মই আগতেও বহুবাৰ কৈছোঁ ছাৰ। যোৱাখন মিনিষ্ট্ৰীত মোক যিটো পৰ্টফলিয়অ' দিলে -- মই অকণো 'হেপী' নাছিলোঁ ছাৰ।

বড়ো ঃ (*ব্যংগ কৰি*) কি পালে 'হেপী' হ'লহেঁতেন টেৰণ চাহাব।

টেৰণ ঃ (*গম্ভীৰ*) 'ফৰেষ্ট' --। (*আটাইবোৰৰে তীব্ৰ বিৰোপ প্ৰতিক্ৰিয়া*)

বড়ো ঃ কি যুক্তিত ফৰেষ্ট পাব আপুনি?.(*গৰ্জন*)

টেৰণ ঃ জংঘলি অঞ্চলৰ ভূমি পুত্ৰ মই।

শইকীয়া ঃ এঃ। ল'ৰা-ছোৱালী দাৰ্জিলিং, চিমলাত পঢ়াই ভূমি পুত্ৰ হ'বলৈ আহিছে।

টেৰণ ঃ চাওক। মোৰ ল'ৰা-ছোৱালী যতেই নপঢ়াওঁ That is not your business.

বড়ো ঃ সেইবিলাক কথা মই নেজানো। মোৰ কথা হ'ল ফৰেষ্ট মিনিষ্ট্ৰী মোৰ বাহিৰে কোনেও পাব নোৱাৰে।

টেৰণ ঃ (*ধমকি*) কিয় নোৱাৰিব?

বড়ো ঃ কাৰণ জংঘলত জন্ম মোৰ। জংঘলত ডাঙৰ হৈছোঁ মই।

টেৰণ ঃ অদ্ভুত কথা ক'লে। জংঘলত জন্ম হ'লেই ফৰেষ্ট মিনিষ্ট্ৰী পায় নেকি?

বৰুৱা ঃ পায় যদি মাতক। জংঘলৰ মলুৱা বান্দৰ কেইটাক মাতক। মিনিষ্টাৰ হওক -- (*হাঁহি*)

বড়ো ঃ (*খং*) কি ক'লে? ছাৰ --। ই মোক বান্দৰ বুলি কৈছে। ইনচাল্ট কৰিছে ছাৰ। মই --

বৰুৱা ঃ নাই কৰা ছাৰ - ।

শইকীয়া ঃ ইয়াক বান্দৰ বুলি ক'লে -- আচলতে বান্দৰ কেইটাইহে অপমান পাব ছাৰ।

বড়ো ঃ (*গৰ্জন*) Shut up (*চোঁচা মাৰে। বাকী বোৰে বাধা দিছে*) চাওক I must get forest

টেৰণ ঃ No। ফৰেষ্ট মিনিষ্ট্ৰী পাব লাগিব মই।

বড়ো ঃ পাব লাগিব বুলি ক'লেই হ'ল নেকি? ছাৰ, ই নিজ অঞ্চলৰ জংঘলৰ কাঠবোৰ কাটি শেষ কৰিলে। জংঘল কটা টকাৰে দিল্লী, মুম্বাইত প্ৰপাৰটি কিনিছে।

টেৰণ ঃ বেছি ওস্তাদি নেমাৰিবি। চব কেলেংকাৰি গোমৰ ফাঁক কৰি দিম।

বড়ো ঃ কি গোমৰ ফাঁক কৰি দিবি (*প্ৰত্যাহ্বান*)

বৰুৱা ঃ শুনক ছাৰ। আটাইতকৈ দৰকাৰী কথাটো হ'ল -- সেইটো এটা "মেজৰ" পৰ্টফলিঅ'। শতকৰা৩৭ ভাগ ৰেভিনিউ আহে তাৰ পৰাই। সেইটো নিয়ম মতে মই পাব লাগে ছাৰ।

টেৰণ ঃ সেই চব নহ'ব। forty percent forest belt মোৰ সমষ্টিত পৰে। সেইটো মই পাব লাগিব। নেপালে কি কৰিম জানে?

বৰুৱা ঃ (*খং*) কি কৰিবি?

টেৰণ ঃ সুকীয়া ৰাজ্যৰ দাবীত ১০০ ঘণ্টীয়া বন্ধ ঘোষণা কৰি দিব পাৰোঁ মই।

বড়ো ঃ এশ ঘণ্টীয়া বন্ধৰ বাহাদুৰী নামাৰিবহে। এহেজাৰ ঘণ্টীয়া বন্ধ ঘোষণা কৰি দি দেশ "পেৰেলাইজদ" কৰি দিব পাৰোঁ মই। (*সৰুকৈ উত্তেজিতভাৱে*) আৰু যদি দৰকাৰ পৰে ৰেল বগৰাই (*আটাইবোৰে চিঃ চিঃ কৰে*)

দলপতি ঃ (*গৰ্জন*) Shut up !! পগলা হৈছা তুমি। যি কৰা কৰি থাকা। চিঞৰি ফুৰা কিয়?

বড়ো ঃ Sorry Sir.

বৰুৱা : নেপায়। নেপায়। ইমানলৈ যাব নেপাই। তাতকৈ এটা কাম নকৰে কিয়। (*আঁতৰলৈ নি সৰুকৈ*) ভেটেনাৰিটোকে লৈ লওক।

বড়ো : (*খং*) কি ক'লে?

বৰুৱা : ঠিকেই কৈছোঁ। গৰু-ছাগলী-গাহৰি এইবোৰে মুখ ফুটাই কথাও ক'ব নোৱাৰে। যি মন যায় কৰি থাকক। চাওতা নাই। মাল আছে চেৰ।

বড়ো : জ্বলা জুইত জাপ দি, মৰিব খুজিছে আপুনি মবক।

বৰুৱা : চেঃ। ভাল কথা ক'লেও বেয়া শুনে মানুহটোৱে। ঠিকেই আছে। ভেটেৰনেৰীটো বেয়া পাইছে যদি বসাল চাই কৰপ'ৰেশ্যন এটাকে লওক। লগতে শ্ৰীৰামপুৰ গেটখনো দি দিওঁ।

বড়ো : কলটো খাই বাকলিটো নিদিব বৰুৱা চাহাব। কথা বেয়া হৈ যাব।

শইকীয়া : উস বাম। টিঙিচকৈ উঠিলেই নহয় মানুহটো। শুনক যোৱাটো "টাৰ্মট" চেয়াৰমেন কেইজনৰ টকা-পইচা,সা-সম্পত্তিৰ তালিকা শুনিলে মূৰ গৰম হৈ যাব আপোনাৰ। (*বড়োৱে চিন্তা কৰে*)

দলপতি : গতিকে চেঁচা মগজেৰে কথাটো ভাবি চোৱা। (*বড়ো চিন্তিত*)

টেৰণ : মোৰ কথাটো আগতে ফয়চলা কৰি লওক ছাৰ।

দলপতি : (*চিন্তিত*) মই আচলতে তোমাৰ কথাই ভাবি আছোঁ। চাওঁ এইফালে আহাচোন। (*কিছু নিলগলৈ নি লাভজনক ভাব এটা দিয়াৰ আশা দি ফুচ্‌ফুচাই কথা পাতে। টেৰণৰ মুখত আশা আৰু আনন্দৰ অভিব্যক্তি, বাকীবোৰ মুখত অসন্তুষ্টি*)

দলপতি : হ'ব?

টেৰণ : (*আনন্দ*) হ'ব ছাৰ।

দলপতি : হেপ্পী ?

টেৰণ : very much Sir ! You are great Sir !

টেৰণ : (*বড়োক*) চাওঁ তুমি এইপিনে আহা। (*নিলগলৈ নি বড়োৰ লগত ফুচ্‌ফুচাই আলোচনা কৰি প্ৰলোভিত কৰে। বাকী দুজনৰ সন্দেহ আৰু অসন্তুষ্টি প্ৰকাশ পাইছে।*)

দলপতি : হ'ব?

বড়ো : (*উল্লাসিত*) কিয় নহ'ব ছাৰ? (*বড়ো আৰু টেৰণে উভয়ে উভয়ক ওলগ জনাইছে। শইকীয়া আৰু বৰুৱাই মুখ চোৰা-চুই কৰি মনৰ শংকা প্ৰকাশ কৰিছে।*)

শইকীয়া : আমাৰ কথা কি চিন্তা কৰিলে ছাৰ ?

দলপতি : মই তোমালোকৰ কথাকে আটাইতকৈ বেছি চিন্তা কৰি আছোঁ --।

শইকীয়া/বৰুৱাঃ Thank you Sir ! (*ভক্তিত গদ গদ*)

শইকীয়া : মই জানো ছাৰ আমাৰ কথা ভাবিবই। (*তোষমোদ*)

দলপতি : তোমালোকে দুয়োজনে ভোটৰ সময়ত যি নিঃস্বাৰ্থ সেৱা আগবঢ়ালা -- সেই কথা মই কেতিয়াও নেপাহৰোঁ।



বৰুৱা : Thank you Sir ,

দলপতি : তোমালোকৰ নিচিনা " চিনচিয়েৰ " কৰ্মীৰ বাবেই আমাৰ দলটো তিষ্ঠি আছে --। (*দুয়ো নম্ৰতা প্ৰকাশ কৰিছে*) সেই কাৰণে মই ভাবিছোঁ --।

বৰুৱা/শইকীয়াঃ (*বিনয়ী*) হ'ব ছাৰ।

দলপতি/বৰুৱাঃ তোমালোক দুয়োজন ---।

শইকীয়া : আপুনি যি কয় ছাৰ --।

দলপতি : পাৰ্টিৰ সংগঠনত থাকা --।

বৰুৱা : হ'ব ছাৰ --।

শইকীয়া : কি ক'লে? No ---। কেতিয়াও নহ'ব।

বৰুৱা : অ। সেইটো কেনেকৈ হ'ব? (*খং*)

শইকীয়া : কিয় থাকিম সংগঠনত? (*খং*)

বৰুৱা : পাৰ্টিৰ কাম অকলে আমি কিয় কৰিম? (*খং*)

শইকীয়া : আমি পাৰ্টিৰ গিৰমিটীয়া কুলি নেকি?

বৰুৱা : মলাইটো অন্যই খাব আৰু আমি গেবাৰি খাটি মৰিম। কি ভাবিছে আমাক? এঃ --।

বড়ো : চাওক বৰুৱা চাহাব। এই কামটো কোনোবাই অন্ততঃ কৰিব লাগিব।

বৰুৱা : (*গৰ্জন*) কথা নক'ব। আমি কাৰো ধাৰ খাই থোৱা নাই।

শইকীয়া : দৰকাৰ পৰিলে আন্দোলন কৰি দিম?

বৰুৱা : দল ত্যাগ কৰি দিম। কি ভাবিছে আমাক।

শইকীয়া : অনশন কৰি দিম --।

বৰুৱা : দৰকাৰ পৰিলে জনতা ভৱনৰ সন্মুখত গাত কেৰাচিন তেল ঢালি জুইশলা কাঠি মাৰি ---।

শইকীয়া : (*সৰুকৈ*) চুপ। বাজে কথা নক'বা।

বৰুৱা : হ'ব। তাতকৈ আমি পাৰ্টি ভাঙি দিম।

শইকীয়া : দল সলাই লণ্ড-ভণ্ড কৰি দিম।

বড়ো : (*খং*) কি ক'লে? পাৰ্টি ভাঙে (*প্ৰত্যাহ্বান*)।

টেৰণ : চাওচোন কোন কুত্তাই পাৰ্টি ভাঙে --।

শইকীয়া : খবৰদাৰ দাদাগিৰি নেদেখুৱাবি।

টেৰণ : কি কৰিবি?

বড়ো : কি কৰিব পাৰোঁ চাব নেকি?

বৰুৱা : ৰঙা চকু নেদেখুৱাবি --।

বড়ো : কি কলি? (*প্ৰতিজনে চকী দাঙি ইজনে সিজনক আক্ৰমণ কৰাৰ ভংগিত স্থিৰ হৈছে। নেপথ্যৰ পৰা এজাক খঙাল কুকুৰৰ কাজিয়া কৰাৰ গেঙনি ভুক্ ভুকনীৰ শব্দ ভাঁহি আহিছে।*)

দলপতি : Shut up! (*সকলো সংযত আৰু শান্ত হৈছে*) কি ভাবিছা এইখন? বজাৰ বিহুতলি নে পাৰ্লিয়ামেণ্ট, নে এছেম্বলি?

আটাইবোৰ : Sorry Sir,

দলপতি ঃ কি দিয়া নাই মই তোমালোকক ? এওঁক (*বড়ো*) যদি মন্ত্রীত্ব দিছোঁ (*টেৰণক*) এওঁক লাভজনক ক্ষমতা দিছোঁ। চেক্ গেট দিছোঁ --। তোমালোকক (*শইকীয়া, বৰুৱা*) যদি দেখ দেখকৈ একো দিয়া নাই লাইচেন্স দিছোঁ, পাৰমিট দিছোঁ, চাকৰি দি ঘোচ খোৱাব সুবিধা দিছোঁ। একাংশ বিদেশীক নিগাজীকৈ বহিবৰ বাবে I.M.D.T. দিছোঁ--। কাকোতো মই বঞ্চিত কৰা নাই। তথাপিও ইমান খক কিয় তোমোলোকৰ ?

(*আটাইবোৰৰ অপৰাধী উপলব্ধিৰ অভিব্যক্তি*)

দলপতি ঃ তোমোলোকে ভাবি চোৱা নাই গাঁও পঞ্চায়তৰ পৰা আৰম্ভ কৰি আন্তৰ্জাতিক সমস্যালৈকে গৰকি যোৱা ৰাজ্য এখনত আমি চৰকাৰ গঠন কৰিব খুজিছোঁ -। এটা উদ্‌গীৰণ হ'বলগীয়া আগ্নেয়গিৰি ভৰিৰ তলত ৰাখি থৈছোঁ আমি। ভাবি চোৱা নাই, কিমান অনিশ্চিত আমাৰ ভৱিষ্যত *ৰাজনীতিৰ সুখৰ মুহূৰ্তবোৰ কিমান ক্ষণস্থায়ী তোমালোকে সেই কথাও ভাবি চোৱা নাই। এইটো মাত্ৰ একমাত্ৰ সুখৰ মুহূৰ্ত য'ত সাম্ভাব্য কোনো সমস্যাৰ আমি মুখা-মুখি হোৱা নাই। অন্ততঃ এইটো মুহূৰ্ত শান্তিৰে উপভোগ কৰা। (দলপতিয়ে হাত চাপৰি বজাইছে। বেহেৰাই এখন ট্ৰেত ড্ৰিংকচ আনিছে। টেবুলত থৈছে। দলপতিয়ে সকলোকে লবলৈ নিৰ্দেশ দিছে। লও নলও কৰি লাজ লাজ কৈ সকলোৰে গিলাচ হাতত লৈছে।)*

দলপতি ঃ (*গিলাচ ওপৰলৈ দাঙি*) Hail

সকলো ঃ Hail

দলপতি ঃ Drink for the health of the party

সকলো ঃ (গিলাচ দাঙে) Cheers - - -.

*(তৎক্ষণাত নেপথ্যৰ পৰা জাজ সংগীতৰ ধ্বনি শুনা গৈছে। লগে লগে অন্ধকাৰ নামিছে। সংগীত চলি আছে।)*

## দৃশ্য - ২

### দলপতিৰ কক্ষ

*(মঞ্চত কম শক্তিৰ ৰঙচুৱা পোহৰ দেখা গৈছে জাজ সংগীতৰ তালে তালে দলপতি, বৰুৱা, শইকীয়া, টেৰণ, বড়ো নিচাগ্ৰস্থ হৈ ঢলং পলং কৈ নাচিবলৈ চেষ্টা কৰিছে। বেছিকৈ নিচগ্ৰস্থ হৈ পৰা দলপতি এখন চকীত বহিছে ---। তেওঁৰ টোপনী আহিছে। সংগীতৰ শব্দ বেছি হৈছে। এগাল কুকুৰৰ ভুক-ভুকনি, ভাঁহি আহিছে হঠাৎ আকস্মিকভাবে তেওঁৰ নিচা ভংগ হৈছে।)*

দলপতি ঃ (চিএৰিছে) No

*(সংগীত বন্ধ হৈছে। চৰিত্ৰ কেইজনে দলপতিৰ ফালে চাই ঃ টুংক্ৰ হৈছে)*

No man is reliable!! Frailty thy name is human. যিয়েই বত্নকাৰ - সিয়েই বাল্মিকী --।।

সকলো ঃ (আচৰিত হৈছে) ছাৰ ।।

(দলপতিৰ মুখত ৰহস্যময়ী অভিব্যক্তি)

দলপতি ঃ কোনো ভৰষা নাই মানুহৰ। য'তেই মানুহ ত'তেই অবিশ্বাস। (অন্ধকাৰ নামে)



## দৃশ্য - ৩

### দলপতিৰ কক্ষ

*(২ নং দৃশ্য শেষ হোৱাৰ প্ৰায় লগে লগেই শূন্য মঞ্চত পোহৰ পৰিছে। দেখা গৈছে এজন বেহেৰাই খিৰিকীত এখন ৰঙীণ পৰ্দা লগাইছে। এখন শৰাই আৰু এটা ফুলাম জাপি আনি যথা স্থানত থৈছে। আন এজনে মহাত্মা গান্ধীৰ ফটো এখন বেৰত আঁৰিছে । এওঁবিলাকে কামবোৰ কৰি থাকোতেই খৰ খোজেৰে সোমাই আহিছে দলপতিৰ (ইতিমধ্যে প্ৰধান মন্ত্ৰী ) চেক্ৰেটাৰী প্ৰকাশ বৰা আৰু প্ৰতিৰক্ষা বিজ্ঞানী অবিনাশ বৰুৱা। অবিনাশক মঞ্চত এৰি খৰ ধৰকৈ চেক্ৰেটাৰী ভিতৰ সোমাই গৈছে। ক্ষন্তেক পিচতে ৰঙীণ পাঞ্জাবী এটা আধা পিন্ধা অৱস্থাত হুৰ-মূৰকৈ ব্যস্তভাৱে সোমাই আহিছে দলপতি। কাম শেষ কৰি বেহেৰা কেইজন ওলাই গৈছে।]*

অবিনাশ ঃ Good morning Sir,

দলপতি ঃ Good morning। আহক। বহক। (*দুয়ো বহে*)

অবিনাশ ঃ বৰ হুৰ-মূৰকৈ মাতি পঠিয়ালে , ছাৰ?

দলপতি ঃ এৰা, বৰ বিমোৰত পৰিহে মই আপোনাক লৰা-লৰিকৈ মাতি পঠিয়ালোঁ মিঃ বৰুৱা। (*চিন্তিত*)

অবিনাশ ঃ গুৰুত্বপূৰ্ণ সমস্যাই হ'ব নিশ্চয়?

দলপতি ঃ Peculiar situation ত পৰিছোঁ মই মিঃ বৰুৱা।

অবিনাশ ঃ ব্যক্তিগত সমস্যা?

দলপতি ঃ ক'ব পাৰে ব্যক্তিগত বুলি। কিন্তু আচলতে বস্তুটো State Problem হে মিঃ বৰুৱা।

অবিনাশ ঃ Serious হ'ব নিশ্চয়।

দলপতি ঃ Very crucial, very serious মিঃ বৰুৱা (*কিছু সময় চিন্তিত দুয়ো*)

অবিনাশ ঃ বোধকৰো, আপোনাৰ সমস্যাটো মই বুজিছোঁ ছাৰ।

দলপতি ঃ (*আচৰিত*) বুজিছে? ইমান সোনকালে বুজি পালে?

অবিনাশ ঃ আপুনি ৰাজনীতিৰ ক্ৰিয়া প্ৰতিক্ৰিয়াত মানৱীয় eliment খিনি যথা-যথভাবে ৰাখি কাম চলাব খুজিছে। কিন্তু পৰা নাই। right?

দলপতি ঃ মানে?

অবিনাশ ঃ মানে এফালে মানৱ সম্পদটোৰ ওপৰত অত্যধিক গুৰুত্ব দিছে। আনফালে মানৱতাৰ ভৰযাহীনতাৰ কথাও অস্বীকাৰ কৰিব পৰা নাই-আপুনি।

দলপতি ঃ আপুনি মোৰ এই পেটৰ কথাটো কেনেকৈ জানিলে মিঃ বৰুৱা?

অবিনাশ ঃ "টেলিপেথি" বুলিও ক'ব পাৰে ছাৰ। আচলতে কথাটো হ'ল -- অৰ্ধ শতিকা ধৰি চলি অহা এইখন গণতান্ত্ৰিক ব্যৱস্থাৰ মই প্ৰতিৰক্ষাৰ বিজ্ঞানী ছাৰ। অভিজ্ঞতাই মোক শিকাইছে আচল বুনিয়াদী সমস্যা হৈছে -- মানুহ।

দলপতি ঃ মানুহ?

অবিনাশ : মানুহ ছাৰ।
দলপতি : কিন্তু মানুহক লৈয়েইতো আমাৰ প্ৰশাসন, আমাৰ ৰাজনীতি, ক্ৰিয়া-প্ৰক্ৰিয়া সকলো, -- মিঃ বৰুৱা।
অবিনাশ : হ'লেও মূল সমস্যাক আওকাণ কৰিব নোৱাৰি ছাৰ।
দলপতি : ঠিক কথা কৈছে আপুনি। সেই কথাটোকেই আচলতে ক'ব খুজিছিলোঁ মই। এনেকুৱা এটা মানুহ পোৱা নাই যাক স্থায়ীভাৱে বিশ্বাস কৰিব পাৰি। ভৰষাত ল'ব পাৰি মিঃ বৰুৱা।
অবিনাশ : নোৱাৰি। সেই বাবেইটো কওঁ ভৰষাত ল'ব পৰা কিবা এটা প্ৰশাসনক লাগে ছাৰ।
দলপতি : কিবা এটা — ?
অবিনাশ : অ। Just something ছাৰ। *(দলপতি চিন্তিত)*
দলপতি : *(হঠাৎ মনত পৰে)* তেনেকুৱা প্ৰসংগৰ কথা আহিলেতো চীন দেশৰ ৰেড গাৰ্ডৰ কথাও ক'ব পাৰি মিঃ বৰুৱা ?
অবিনাশ : পাৰি, হ'লেও সেইটো মানুহৰেই শৃংখলা ছাৰ —।
দলপতি : হিটলাৰৰ "গেষ্টেপো" ?
অবিনাশ : একেই যুক্তি। তাদুপৰি Hitler never thrived - sir,
দলপতি : এৰা । No Hitler ever thrives সঁচা কথা।
অবিনাশ : সেই কাৰণেই কৈছো ছাৰ। অৰ্থহীন এই Obssession on humanity । আচলতে মানুহ মানেইটো হৃদয় —।
দলপতি : হৃদয় ? *(আচৰিত হৈছে)*
অবিনাশ : অ' হৃদয় মানেইতো আবেগ !!
দলপতি : আৰু আবেগ মানেইতো সংঘাত !!
অবিনাশ : সংঘাত মানেইতো পক্ষ, বিপক্ষ, প্ৰতিপক্ষ --।
দলপতি : এৰা। মানুহ মানেই বাদী। মানুহেই বিবাদী।
অবিনাশ : মানুহ মানেই প্ৰেম, মানুহৰ বাবেইতো ঘৃণা।
দলপতি : হিংসা-অহিংসাৰ দৰে অনুভূতিওতো মানুহৰেই ধৰ্ম।
অবিনাশ : আচল কথা হ'ল -- মানুহৰ দেহৰ পিঞ্জৰাত সোমাই থকা মানুহৰ মন বোলা সেই বস্তুটো --
দলপতি : ঠিক কথা। মানুহ আৰু মানুহৰ মন —।
অবিনাশ : আৰু মন মানেইতো সীমাহীন আৰণ্যক অন্ধকাৰ।
দলপতি : কি অদ্ভুত অবিশ্বাস্য যুক্তি।
অবিনাশ : আৰু সেই দুৰ্বোধতাৰ শেষ উপলব্ধিৰ বাবেই জুলিয়াছ চিজাৰেও হয়তো কৈছিল — ছাৰ Thou too Brutas.
দলপতি : Oh my God. It is possible এয়াইতো ৰাজনীতি।
অবিনাশ : সঁচা কথা ছাৰ। কিন্তু এইটোৱো সঁচা কথা। হৃদয় পৰশি যোৱা যুগান্তকাৰী এই সংলাপত কিন্তু নাছিল চীজাৰৰ কোনো অভিযোগ ?
দলপতি : *(আচৰিত)* কি কয় আপুনি ?
অবিনাশ : সেয়াই আছিল - স্বপ্ন, মোহ ভংগ মানৱতাৰ সকৰুণ আৰ্তনাদ ছাৰ।



দলপতি : কি ক'লে ?
অবিনাশ : This is the truth only and the whole and ultimate truth Sir,
দলপতি : Oh God, কিন্তু মোৰ সমস্যা কি জানে মিঃ বৰুৱা ---- ক্লাচিকৰ গভীৰতালৈ মই কাহানিও যাব পৰা নাই।
অবিনাশ : নোৱাৰিলেও আপুনিয়েইতো চিজাৰ। আপুনিয়েতো আলেকজেণ্ডাৰ, ছাৰ।
দলপতি : *(দুখ)* বংগ কৰিছে মোক ?
অবিনাশ : নাই কৰা ছাৰ। আপোনাৰ দৰেই চৰিত্ৰইতো classic কৰ আধাৰ। ভাবি চাওক — ছাৰ, আপোনাৰ কেউফালে মানুহ -। ক'ব পাৰিবনে আপোনাৰ পৰম বিশ্বাসভাজন যি কোনো এটা যি কোনো মুহূৰ্তত ব্ৰুটাচ হৈ নেযাব। Universal Brutus, --- a dissident ? সেই কাৰণেই কৈছোঁ ছাৰ স্থিতিহীন এই মানুহ —।
দলপতি : এৰা। যিয়েই ৰত্নাকৰ সিয়েই বাল্মিকী।
অবিনাশ : গতিকে ৰাজনীতিত মানুহ নেলাগে ছাৰ।
দলপতি : মানুহ নালাগে ?
অবিনাশ : লাগে মানুহৰ substitute
দলপতি : মানুহৰ substitute? Oh God.
অবিনাশ : বিজ্ঞানক প্ৰযুক্তিৰ হাতুৰিৰে কোবাই কোবাই থেতালি পেলোৱা হওক - ছাৰ।
দলপতি : *(অবাক)* তাৰ পিচত ?
অবিনাশ : তাত থকা হৃদয় মান ৱতাৰ আৰকখিনি চেপি উলিয়াই দলিয়াই পেলাই দিয়া হওক —।
দলপতি : তাৰ পিচত ?
অবিনাশ : তাৰ পিচত থাকি গ'ল --- নিষ্প্ৰাণ, স্বাদ গন্ধহীন সিটাখিনি আৰু সেইখিনিয়েই হ'ব -- উপাদান। যাব ভিত্তিত নিৰ্মিত হ'ব হৃদয়বিহীন, বিবেকবিহীন যুক্তিসৰ্বস্ব অমোঘ শক্তিশালী প্ৰশাসনৰ যন্ত্ৰ শৃংখলা --। *(যান্ত্ৰিক উশৃংখলতাৰ ব্যঞ্জনাসূচক--হুলস্থুলীয়া আবহ সংগীত ভাঁহি আহিছে। অন্ধকাৰ নামি আহিছে। লগে লগে আবহ সংগীতত computerised এটা বিজ্ঞানাগাৰৰ কাম-কাজ চলি থকা যান্ত্ৰিক শব্দ ভাহি আহিছে।)*

## দৃশ্য - ৪

### (ক)

### বিজ্ঞানাগাৰৰ একাংশৰ আভাষ

*(আগৰ দৃশ্য শেষ হোৱাৰ লগে লগেই বিজ্ঞানাগাৰৰ ক্ৰিয়া-প্ৰক্ৰিয়াৰ ইংগিতসূচক computerised শব্দ ধ্বনি শুনা গৈছে। মঞ্চৰ এমূৰে দেখা গৈছে এটা অৰ্দ্ধ নিৰ্মিত যন্ত্ৰ মানৱ। এজন সহযোগী বিজ্ঞানীয়ে যন্ত্ৰ মানৱটোৰ গাত স্ক্ৰুলগাই এখন হাত সংস্থাপন কৰিছে আৰু কম্পিউটাৰৰ প্ৰগ্ৰেমিং কৰি আছে। খৰ ধৰকৈ এটা এপ্ৰন পিন্ধি সোমাই আহিছে অবিনাশ। অবিনাশক দেখি সহযোগীয়ে file এটা দিছে। file টো চাই অবিনাশে কম্পিউটাৰত বহিছে। যন্ত্ৰমানৰ নিৰ্মাণৰ এই প্ৰক্ৰিয়া - ১৫ চেকেণ্ড চলিছে। তাৰ পিছত অন্ধকাৰ নামিছে।)*

### (খ)

দলপতিৰ কক্ষ

*(খৰতকীয়াকৈ প্ৰায় লগে লগে নিজৰ বৈঠকখানাৰ এটা আলোক বৃত্তত দেখা গৈছে পৰম উৎকণ্ঠিত দলপতি। পাইচাৰি কৰিছে। কাষতে ৰৈ আছে চেক্ৰেটৰী দুয়ো মুখ চোৰা-চুই কৰি উৎকণ্ঠা প্ৰকাশ কৰিছে। একে শব্দ ধ্বনি চলিছে এই দৃশ্য চলি আছে ১০ চেকেণ্ড। তাৰ পিচত অন্ধকাৰ নামিছে।)*

বিঃ দ্ৰঃ (ক) (খ) উভয় দৃশ্য দুবাৰমান alternately দেখুৱাব পৰা যায়।

(গ)

বিজ্ঞানাগাৰৰ একাংশৰ আভাস

*(গৱেষণাগাৰত পোহৰ পৰিছে। যন্ত্ৰমানৰ নিৰ্মাণ কাম শেষ হৈছে। শব্দ ধ্বনিৰ গতি খৰ হৈছে। যন্ত্ৰমানৰে প্ৰাণ পাইছে। হাত-ভৰি লৰচৰ কৰিছে। সহযোগী আৰু অবিনাশ আনন্দিত হৈছে।)*

সহযোগী : *(উল্লাসিত)* cheers !!

অবিনাশ : *(উল্লাসিত)* cheers !!

সহযোগী : *(যন্ত্ৰ মানৰক)* Move ....
*(যন্ত্ৰই এখোজ আগবাঢ়িছে)*

অবিনাশ : *(আজ্ঞা)* One, two, three
যন্ত্ৰ মানৰ attention হৈছে
Go ---------- !!
*(যন্ত্ৰ মানৰ খোজ আগবঢ়াইছে। অন্ধকাৰ নামিছে)*

## দৃশ্য - ৫

দলপতিৰ কক্ষ

*(লগে লগেই দলপতিৰ কোঠাত পোহৰ। পোহৰ দেখা গৈছে। যন্ত্ৰ মানৰৰ আগমনৰ অপেক্ষাত উৎকণ্ঠিত হৈ অহাৰ বাটৰ ফালে জুম পাতি ৰৈ চাই আছে দলপতি, শইকীয়া, বৰুৱা, বড়ো,টেৰণ আৰু মালবিকা। দূৰৈত যন্ত্ৰমানৰ দেখি আটাইবোৰ উত্তেজিত হৈছে)*

মালবিকা : *(ভয়, উত্তেজনা)* সৌৱা --। *(দেখুৱাই)*
*(সোমাই আহিছে অবিনাশ, তেওঁৰ সহযোগী আৰু যন্ত্ৰমানৰ। যন্ত্ৰমানৰৰ খোজ থৰক বৰক। খোজৰভাৰসাম্য ৰক্ষা এতিয়াও কৰিব পৰা নাই। যন্ত্ৰমানৰটো দেখি আটাইবোৰ বিস্ময়ত হতবাক। যন্ত্ৰমানৰ আগবঢ়া দেখি - দলটো কিছু সচকিত হৈ পিচুৱাই গৈছে।)*

অবিনাশ : *(যন্ত্ৰমানৰ)* Go ----!! Salute your boss.
*(যন্ত্ৰমানৰে তৎক্ষণাত অবিনাশক চেলুট মাৰিছে)*



অবিনাশ : *(যন্ত্ৰমানৰক)* মোক নহয়। *(দলপতিক)* Sorry Sir ই সৃষ্টিকৰ্তা আৰু প্ৰভুৰ মাজৰ সূক্ষ্ম পাৰ্থক্যটো ধৰিব পৰা নাই। কোনো কথা নাই। এক মিনিট। মই ঠিক কৰি দিছোঁ।
*(সহযোগীয়ে আগবঢ়াই দি স্ক্ৰুড্ৰাইভাৰেৰে যন্ত্ৰমানৰক নিয়ন্ত্ৰিত কৰে)*

অবিনাশ : Now, Look at your boss and hail.
*(যন্ত্ৰমানৰে থৰক বৰকৈ আগবাঢ়ি দলটোৰ মাজৰ দলপতিক বাচি উলিয়াই সামৰিক কায়দাৰে চেলুট মাৰিছে। দলটোৰ বাকীবোৰে আমোদ পাই গিৰ্জনি হাঁহি মাৰিছে।)*

দলপতি : কি অদ্ভুত innovation হে বড়ো।

বড়ো : এৰা। চকুকেই বিশ্বাস কৰিব পৰা নাই ছাৰ। নে কি কয় বৰুৱা?

বৰুৱা : একেবাৰে সঁচা কথা। Facts are stranger than fiction বুলি মানুহে এনেয়ে নকয় ছাৰ।

শইকীয়া : Too good to be true ছাৰ। নে কি কয় টেৰণ চাহাব।

টেৰণ : এৰা। এইটো দেখি অনুমান হৈছে শাসন ব্যৱস্থাত মানুহ অতি সোনকালে অদৰকাৰী বস্তু হৈ পৰিব।

দলপতি : আচ্ছা - । ই কাম-কাজ কেনেকৈ কৰে মিঃ বৰুৱা?

অবিনাশ : *(হাতত থকা মনিটৰটো দেখুৱাই)* এইটো চাওক ছাৰ *(সকলো আগ্ৰহেৰে কাষ চাপে)* এইটো "ৰিমট কণ্ট্ৰ'ল" " ডিভাইচ"। এইটো আপোনাৰ হাতৰ মুঠিত থকালৈকে সমস্ত ক্ষমতাৰ বাঘজৰীডাল আপোনাৰ হাতৰ মুঠিত থাকিব ছাৰ।
*(দলপতিৰ আনন্দ। বাকীবোৰৰ বিস্ময়)*

দলপতি : *(আনন্দ)* মোৰ হাতৰ মুঠিত?

অবিনাশ : নিজে এবাৰ চেষ্টা কৰি চাওক ছাৰ।

দলপতি : *(ভয় খাইছে)* মই কেনেকৈ কৰিম? ভয় লাগে মোৰ — ।। জীৱনত কৰি পোৱা নাই।

অবিনাশ : ভয় কৰি লাভ নাই ছাৰ। জীৱনত প্ৰথমবাৰ বুলি কথা এটা আছেই ছাৰ লওক।
*(লও নলও কৈ "মনিটৰটো" লৈ সংকোচিত হৈ ৰৈ আছে দলপতি। তাৰ পিছত সাহস গোটাই বটন "টিপি" দিছে। লগে লগে যন্ত্ৰ মানৰটোৱে অস্থিৰভাৱে জঁপিয়াবলৈ আৰম্ভ কৰিছে। ভয় খাই আটাইবোৰ ফৰিং ছিটিকা দি পলাই চকী মেজবোৰৰ আঁৰত লুকাইছে। অবিনাশে ক্ষিপ্ৰতাৰে যন্ত্ৰমানৰক নিয়ন্ত্ৰণ কৰি শান্ত কৰিছে।)*

দলপতি : *(খং)* কি হৈছে এইবোৰ?
*(আটাইবোৰ লাহে লাহে ভয়ে ভয়ে ওলাই আহিছে)*

অবিনাশ : Pick up টো অলপ বেছি হ'ল ছাৰ।

দলপতি : ইমান বেছি pick up ৰ কি দৰকাৰ আছিল কওকচোন?

মালবিকা : একেবাৰে দৰকাৰ নাছিল ছাৰ। সংযত নহ'লে কেনেকৈ হ'ব ছাৰ। কওকচোন? ভদ্ৰলোকৰ সমাজ।

বৰুৱা : যন্ত্ৰ হ'লেই যে অভং জবৰজং হ'ব লাগিব তেনে কথা আছে নেকি কওকচোন। মানুহে কি বুলিব।

টেৰণ : মানুহ এৰিটো আমি থাকিব নোৱাৰোঁ --- নে কি কয় বড়ো।

বড়ো : ঠিক কথা। পেটত যিমানেই বদমাচি মতলব নেথাকক মুখততো কমচে কম হাঁহি এটা লাগে।

অবিনাশ : হ'ব।

*(যন্ত্রটো adjust কৰিছে। বাকীবোৰে পৰম উৎকণ্ঠাৰে লক্ষ্য কৰিছেঁ)*

অবিনাশ : এতিয়া কোনো চিন্তা নাই। ছাৰ আকৌ এবাৰ চেষ্টা কৰক ছাৰ।

দলপতি : ৰ'বচোন। তাৰ আগতে এটা কাম কৰিলে কেনে হয় মিঃ বৰুৱা।

অবিনাশ : কি কাম ছাৰ?

দলপতি : লাইফ ডেমষ্ট্ৰেশনৰ ব্যৱস্থা কৰিব পাৰি নেকি?

*(সকলোৰে তীব্ৰ প্ৰতিক্ৰিয়া)*

সকলো : *(সমস্বৰে)* কি? Life demostration ?

দলপতি : *(গম্ভীৰ)* Yes Life demostration !!

অবিনাশ : *(আপত্তি)* - কিন্তু ছাৰ - *(কিবা ক'ব খোজে)*

দলপতি : *(বাধা দি)* কিয়? কি হ'ল? কিহৰ আপত্তি তোমালোকৰ।

অবিনাশ : *(হতাশ)* হ'ব ছাৰ। মই ব্যৱস্থা কৰি দিছো ।

*(অবিনাশে -- সহযোগীক ইংগিত দিছে। সহযোগী ওলাই গৈ খীন -মিন মানুহ এটা ধৰি সুমুৱাই আনিছে। মানুহটো ভয়ত পেপুৱা লাগিছে। অবিনাশে "বটন" টিপিছে।)*

অবিনাশ : Kill him !!

*(যন্ত্ৰমানৰে নিমিষতে ডিঙি মুচৰি মানুহটোক হত্যা কৰিছে। দলপতিৰ বাহিৰে আটাইবোৰ ভীতি আৰু বিস্ময়ত হতবাক হৈ থৰ লাগিছে। দলপতিয়েও বিস্ময়ত হতবাক হৈ লাহে লাহে মৃত দেহৰ কায চাপি কুঁজা হৈ নাড়ী পৰীক্ষা কৰিছে)*

দলপতি : *(আনন্দ, উত্তেজনা)* "He is dead " ঘাঃ। কি অদ্ভুত। মৃত্যু ইমান সহজ --।।

*(দলপতিয়ে সগোত্ৰী সকলৈলে চাই আনন্দ প্ৰকাশ কৰিছে। বাকীবোৰে অসহযোগী মনবোৰ লৈ কিছু দূৰৈত থুপ পাতিছে।)*

দলপতি : কি হ'ল তোমালোকৰ?

শইকীয়া : *(ৰূঢ়)* একো হোৱা নাই ছাৰ।

মালবিকা : এই কাম কিয় কৰিলে ছাৰ?

বৰুৱা : এনেকুৱা আসুৰিক শক্তি এটা হঠাতে আপোনালোকক কিয় লগা হ'ল। কওক

বড়ো : আপোনাৰ মতলব কি ছাৰ?

টেৰণ : আপুনি আমাক ত্যাগ কৰিব খুজিছে নেকি ছাৰ? স্পষ্ট কথা কওক --।

দলপতি : ত্যাগ? তোমালোকক ত্যাগ কেনেকৈ কৰিম? মানুহক লৈয়েইতো মোৰ ৰাজনীতি। তোমালোক মোৰ অলংকাৰ।

*(ইতিমধ্যে মৃত দেহটো লৈ যোৱা হৈছে)*

দলপতি : এইবোৰ চিন্তা বাদ দিয়া।

*(আটাইবোৰৰ দোধোৰ মোধোৰ মানসিক অৱস্থা)*

দলপতি : Cheer up boys.



অবিনাশ : ৰাজনীতিত এইবোৰ আছেই।

দলপতি : Every thing is possible.

অবিনাশ : মই ভাবো ব্যৱস্থাটোৰ লগত চিনা পৰিচয় হৈ লওক। কামত লাগিব। নে কি কয় ছাৰ ।

দলপতি : শইকীয়া -। জলকা লাগি আছে কিয়? এইবোৰ হ'বই। হয়েই থাকিব? Come on ! চিনাকি হৈ লওক।

*(বাকীবোৰে শইকীয়াক - যাওক কোনো ভয় নাই আদি কথা কৈ উৎসাহিত কৰিছে। শইকীয়াই ভয়ে ভয়ে আগবাঢ়িছে)*

শইকীয়া : Hallow Mr. ----- ।। *(ৰৈ যায়)* কি বুলি মাতিম?

মালবিকা : মিষ্টাৰ বুলি কেনেকৈ জানিলে? মিছ বা মিছেচোতো হ'ব পাৰে।

বড়ো : হ'ব। মাতক কিবা এটা বুলি --।

শইকীয়া : মিঃ ৰবট? হ'ব? *(বাকীবোৰে সমৰ্থন কৰে)* Hallow Mr. Robot. *(হাত আগবঢ়াই)*। মই R.B. Saikia । আপোনাক লগ পাই --- ভা --- *(ভাল পালো বুলি ক'ব খোজে ৰবটে হাতত খামোচ মাৰি ধৰিছে। যন্ত্ৰণাত শইকীয়াই --'মৰিলোঁ' বুলি আটাহ পাৰিছে। বাকীবোৰে কিংকৰ্তব্যবিমূঢ় হৈছে। শইকীয়াক ঘেৰি ধৰিছে।)*

শইকীয়া : *(চিঞৰে)* চাওক ছাৰ। হাতখন চাওক। কি কৰি পেলালে নিধক কুকুৰটোৱে। কি কৰিলে চাওক ছাৰ। নিজে চাওক ছাৰ।

*(আটাইবোৰ "চিঃ চিঃ" এস এস ধৰণৰ কথা কৈ সমবেদনা দিছে)* মই ছাৰ ৰবট চবট নেজানো ছাৰ। ৰাজনীতি ফাজনীতি যি হয় হৈ থাকিব। মই ছাৰ ইয়াক চাই লম।

বৰুৱা : ইয়াক এৰিব নেপাই -- ছাৰ। মহা ক্ৰুকেট ই ছাৰ।

বড়ো : মান হানি মোকৰ্দমা কৰিব লাগিব ইয়াৰ ওপৰত ছাৰ।

মালবিকা : হিউমেন ৰাইটচ ভায়লেট কৰিছে ছাৰ ।

অবিনাশ : I am sorry Mr. Saikia

দলপতি : I demand an explantion.

অবিনাশ : আচলতে কি কথা জানে ছাৰ। এই ৰবট বস্তুটো বৰ frank। যি কৰিবলৈ কোৱা হয় ঠিক তাকেই কৰি পেলায়। তাৰ গাত কোনো দোষ নাই ছাৰ।

দলপতি : কি ক'লে? তাৰ মানে মই তাক মোৰ লগৰে এজনক torture কৰিবলৈ উচটাই দিছোঁ? এই কথাকে ক'ব খুজিছে আপুনি?

অবিনাশ : নহয় ছাৰ। আচল কথা হ'ল ই মানুহৰ পেটত থকা কথাবোৰ বুজি পায় আৰু সেই মতেই react কৰে ছাৰ। *(আটাইবোৰৰে তীব্ৰ প্ৰতিক্ৰিয়া)*

সকলো : কি ক'লে -----?

শইকীয়া : *(খং)* মিছা কথা ছাৰ। মোৰ পেট ত কোনো বেয়া ভাব নাই ছাৰ। ই ছাৰ আপোনাৰ লগত মোক বেয়া কৰিব খুজিছে ছাৰ।

অবিনাশ : যন্ত্ৰই মিছা কথা ক'ব নেজানে ছাৰ।

শইকীয়া : মিছা কথা কৈছে তোমাৰ যন্ত্ৰই ----।

বড়ো : ই ছাৰ আচলতে যন্ত্ৰ নহয়।

বৰুৱা : ঠিক কথা। ই I.S.I ৰ agent হ'ব লাগিব ছাৰ।

টেৰণ : মৌলবাদী অল কায়দা, ছাৰ কোনো সন্দেহ নাই ছাৰ।

মালবিকা : ইয়াক বেছি পাত্তা নিদিব ছাৰ।

দলপতি : উত্তেজিত নহ'ব। চাওক পেটত একোটা গোপন মতলব পুহি ৰখাটো মানুহৰ জন্মগত অধিককাৰ।

শইকীয়া : মোৰ পেটত আপোনাৰ প্ৰতি কোনো বেয়া মতলব নাই ছাৰ। বিশ্বাস কৰক ছাৰ ---।

দলপতি : মই সেইবোৰ একো জানিব নোখোজোঁ।

শইকীয়া : (*দুখ*) কি ক'লে ছাৰ?

দলপতি : মই জানিব নোখোজোঁ যোৱাখন মন্ত্ৰী সভাত এওক (*শইকীয়াৰ*) "হ'ম পৰ্টফলিঅ" টো নিদি সমবায়টো দিয়া বাবে তেওঁ মোক্ কিমান ঘিণ কৰিছিল ---।

শইকীয়া : চিঃ চিঃ চিঃ চিঃ কোন কুকুৰে এইবোৰ বদনাম লগাই চাওকচোন বাৰু।

দলপতি : বা -- ফৰেষ্টটো এওঁক (*বড়োক*) নিদি এওঁৰ "ৰাইভেল" জনক দিয়াৰ বাবে তেওঁ মোক কিমান বেয়া পাইছিল --। বা যোৱাটো term ত এওঁক (*মালবিকাক*) টিকট নিদিয়া বাবে পেটে পেটে কিমান খং কৰিছিল -। (*মালবিকা আৰু বড়োৰ তীব্ৰ প্ৰতিক্ৰিয়া*) মোক লাগে -- তেওঁক এই মুহূৰ্তত মোৰ বাবে কোন কিমান দৰকাৰী!!

মালবিকা : একেবাৰে সঁচা কথা।

বৰুৱা : কাৰ পেটত কি আছে আমাক কিয় লাগে?

টেৰণ : আৰু সকলোৰে পেটৰ কথাবোৰ জানিলে চলাই টান হ'ব দেখোন।

দলপতি : (*অবিনাশ*) গতিকে এটা কাম কৰক --।

অবিনাশ : কওক ছাৰ।

দলপতি : যন্ত্ৰটো train up কৰক। চাব যাতে ই ৰাজনীতিত কোনো মানুহৰ পেট ৰ গোপন মতলববোৰ জানিবৰ চেষ্টা নকৰে আৰু এজনৰ পেট ৰ কথা আন এজনক লগাই বদনাম কৰিবলৈ চেষ্টা নকৰে --। হ'ব?

সকলো : (*স্বস্তিৰ নিশ্বাস*) বঢ়িয়া।

অবিনাশ : হ'ব। এইবাৰ আপোনালোকে formally যন্ত্ৰটোৰ লগত চিনাকি হৈ লওক --।

*(সকালোৰে "নেলাগে নেলাগে " বুলি পিচ হুহকিছে। নেপথ্যৰ পৰা প্ৰতিবাদী শ্ল' গান শুনা গৈছে। যেনে --- "অনিৰ্বান চৌধৰী মুৰ্দাবাদ' শাসক গোষ্ঠী ভ্ৰষ্টাচাৰ ইত্যাদি। দলপতিৰ মুখত খং। বাকীবোৰ খং, ভয় শংকাৰ মিশ্ৰিত প্ৰতিক্ৰিয়া। অবিনাশৰ মুখত দুৰ্বোধ্য ৰহস্যময়ী হাঁহি। আটাইবোৰ সেই স্থিতিত স্থিৰ হৈছে। অন্ধকাৰ নামিছে।)*



## দৃশ্য - ৬

### দলপতিৰ কক্ষ

*(পোহৰত দেখা গৈছে আগৰ দৃশ্যত দেখাৰ দৰেই চৰিত্ৰবোৰ নিজ নিজ স্থিতিত ৰৈ আছে। বাহিৰলৈ চাই চাই উত্তেজিতভাৱে সোমাই আহিছে প্ৰকাশ বৰা, তেওঁ ম'বাইল ফোনত কথা কৈ আহিছে।)*

দলপতি : (খং) কি হৈছে এইবিলাক ?

প্ৰকাশ : ধৰ্ণা দিছে ছাৰ। প্ৰকাণ্ড ধৰ্ণা ছাৰ।

বড়ো : কিহৰ ধৰ্ণা?

প্ৰকাশ : দহদফীয়া দাবীৰ বাবে হুলস্থূল কৰিছে।

বৰুৱা : কি দহদফীয়া দাবী ডাল দেখুৱাবলৈ আহিছে হে?

শইকীয়া : একো action লোৱা নাই কিয় ইমান পৰে?

প্ৰকাশ : সমস্যা আছে ছাৰ।

মালবিকা : কিহৰ সমস্যা?

প্ৰকাশ : মানুহ আমি ভবাতকৈ বহুত বেছি মেডাম।

টেৰণ : তেন্তে কি কৰিব? ছাৰে লাখুটি লৈ মানুহ control কৰিব নেকি?

দলপতি : লাঠি চাৰ্জ কৰি নিদিয়া কিয়?

প্ৰকাশ : তাতো অসুবিধা আছে ছাৰ।

বৰুৱা : কিহৰ অসুবিধাৰ কথা কৈছে।

প্ৰকাশ : সমদলটোৰ আগত মাইকী মানুহ আৰু কেঁচুৱা এগাল আগবঢ়াই দিছে সিহঁতে --? চাওকছোন কাণ্ড --।

বড়ো : পিচে কি হ'ল?

দলপতি : মতা-মাইকী বাচ-বিচাৰ কৰিবলৈ কোনে কৈছে তোমাক? crash কৰি নিদিয়া কিয়?

প্ৰকাশ : crash কৰিবলৈ গ'লে আমি নিজেও crushed হ'ব লাগিব ছাৰ।

শইকীয়া : কি বাজে কথা কৈছা?

প্ৰকাশ : বাজে কথা নহয় ছাৰ। Press, publicity, human right. Oppsition, এইবোৰ কোনে চম্ভালিব। (*আটাইবোৰৰে চিন্তা*) তাতকৈ এটা কাম কৰিলে কেনে হয় ছাৰ।

বৰুৱা : কি কাম?

প্ৰকাশ : অলপ আলোচনা-চালোচনাৰ কথা ভাবিব পাৰি নেকি?

বড়ো : নাই। কোনো আলোচনা হ'ব নোৱাৰে।

মালবিকা : সেইবোৰ কৰিবলৈ গ'লে চল পাব সিহঁতে ---।

প্ৰকাশ : আচলতে ক'বলৈ গ'লে ছাৰ, এইটো পুলিচৰ সমস্যা নহয়। এইটো ৰাজনৈতিক সমস্যা মেডাম।

শইকীয়া : তুমি বেছি কথা কৈছা।

বৰুৱা : তুমি ছাৰৰ চেক্ৰেটৰী হয়নে নহয়?

প্ৰকাশ : হয় ছাৰ।

দলপতি ঃ তেন্তে জার্নেলিষ্টৰ দৰে কথা কৈছা কিয়?
প্ৰকাশ ঃ মই ছাৰ হক কথাই কৈছোঁ।
দলপতি ঃ হক কথা ক'বলৈ তেমাক ৰাখিছোঁ নেকি?
টেৰণ ঃ যাওঁক ১৪৪ ধাৰা দি দিয়ক।
প্ৰকাশ ঃ দিয়া আছে। যোৱা ৫০ বছৰ ধৰি সেইটো চলিয়েই আছে ছাৰ।
দলপতি ঃ তেন্তে যোৱা কাৰফিউ দিয়াগৈ। যি হ'ব হ'ব। নে কি কোৱা? (আটাইবোৰে সমৰ্থন কৰে)
প্ৰকাশ ঃ তাৰ বাবেও adequate force নাই ছাৰ। তদুপৰি ----
বৰুৱা ঃ তদুপৰি কি?
প্ৰকাশ ঃ পুলিচবোৰৰো বিশ্বাস নাই ছাৰ।
বড়ো ঃ কি ক'লা? কি ভয়ানক কথা কৈছা?
প্ৰকাশ ঃ সিহঁতে ভাবিবলৈ আৰম্ভ কৰিছে সিহঁতো হেনো মানুহ ---।
দলপতি ঃ (আচৰিত) সিহঁতো মানুহ? Oh God !! কি অদ্ভুত কথা কৈছে সিহঁতে।
প্ৰকাশ ঃ গণতান্ত্ৰিক আন্দোলন আসুৰিক শক্তিৰে দমাই ৰখাৰ কথাটো সিহঁতে ভাল বুলি ভবা নাই ছাৰ।
শইকীয়া ঃ ভবা নাই? এই ভবা-চিন্তা কৰা ধৰণৰ কামবোৰ কৰিবলৈ সিহঁতে সাহস কেনেকৈ পালে?

*(অবিনাশে হাঁহিছে। আটাইবোৰ আচৰিত হৈছে। বাহিৰত প্ৰতিবাদী শ্ল'গান বেছি হৈছে। ধুমুহাৰ সোঁ সোৱনি শব্দ)*

অবিনাশ ঃ সময়ে দিছে সেই সাহস।। ধুমুহা আহিবই। সময়ৰ চকৰি অনিবাৰ্য দিশত ঘূৰিবই ছাৰ। এই পৰিস্থিতিত এয়েই অনিবাৰ্য ছাৰ --।

*[remote control device (R.C.D.) আগবঢ়াইছে আটাইবোৰ আচৰিত হৈছে। দলপতি R.C.D. হাতত লৈছে। মুখত হিংস্ৰতা। বাহিৰত শ্ল'গান বেছি হৈছে।]*

*(দলপতিয়ে যন্ত্ৰমানৱলৈ চাই salute মাৰিছে। পিচলৈ ঘূৰি সামৰিক কায়দাত ওলাই গৈছে। অন্ধকাৰ নামিছে। আন্ধাৰৰ মাজত শ্ল'গান বেছি হৈছে। যন্ত্ৰমানৱে মাৰ-ধৰ কৰিছে। হত্যা লুণ্ঠন চলাইছে। জনতাৰ মাজত - মৰিলোঁ, খালে, পলোৱা -- ইত্যাদি চিঞৰ -বাখৰ শুনা গৈছে।)*

## দৃশ্য - ৭
### ৰাজ পথ

*(মানুহৰ ভয়াৰ্ত, খঙাল চিঞৰ-বাখৰ চলি আছে। যন্ত্ৰমানৱে (ৰবটে) প্ৰতিবাদী দলৰ নায়কজনক ডিঙিত ধৰি মঞ্চলৈ আনিছে। নায়কে বাচিবলৈ আপ্ৰাণ চেষ্টা কৰিছে। যন্ত্ৰমানৱে তেওঁক নিমিষতে হত্যা কৰিছে ---। কৰুণ পৰিৱেশ সৃষ্টি হৈছে। V.I.P. গাড়ীৰ চাইৰেণ বাজিছে। ক্ষন্তেক পিচতে উত্তেজিত হৈ সোমাই আহিছে দলপতি, অবিনাশ, শইকীয়া, বড়ো, বৰুৱা, টেৰণ, মালবিকা আৰু প্ৰকাশ। যন্ত্ৰ মানৱটোৱে মৃত দেহটো ভৰিৰে আঁতৰাই নিৰ্বিকাৰভাৱে অন্য চিকাৰৰ সন্ধানত ওলাই গৈছে। দলপতি কিছু নিলগত। বাকীবোৰে মৃতদেহটো ওচৰৰ পৰা নিৰীক্ষণ কৰিছে।)*



অবিনাশ ঃ দলটোৰ নেতৃত্ব দিছিল এওঁ। *(মৃতকৰ প্ৰতি)*
মালবিকা ঃ গোটেই মানুহখিনিৰ মাজত ৰবটে এওঁক কেনেকৈ চিনি পালে? আচৰিত নেলাগেনে।
অবিনাশ ঃ এওঁৰ দৈহিক মানসিক বায়দাটা সকলো যন্ত্ৰৰ মেমৰিত সুমুৱাই থোৱা হৈছে মেডাম।
দলপতি ঃ বঢ়িয়া। মই আপোনাৰ কাম-কাজত সন্তুষ্ট মিঃ বৰুৱা।
শইকীয়া ঃ এখেতৰ নামটো পদ্মশ্ৰীৰ বাবে অনুমোদন কৰিব পাৰি ছাৰ।
প্ৰকাশ ঃ কেতিয়াও নোৱাৰি ছাৰ -- । *(সকলো আচৰিত হৈছে)*
অবিনাশ ঃ কিন্তু কিয়? কিয় নোৱাৰি?
প্ৰকাশ ঃ সন্তুষ্টি প্ৰকাশ কৰিবলগীয়া একো ভাল কাম হোৱা নাই ছাৰ।
অবিনাশ ঃ কি কৈছে আপুনি?
প্ৰকাশ ঃ *(দলপতিক)* মানুহজন চাওক ছাৰ। ভালকৈ চাওক। *(মুখখন দেখুৱাইছে। দলপতি স্তম্ভিত হৈছে)*
দলপতি ঃ *(বিস্মিত)* Oh God । কি হৈ গ'ল? *(আটাইবোৰ নিৰ্বাক বিস্মিত)*
অবিনাশ ঃ কিবা ভুল হৈ গ'ল নেকি ছাৰ।
প্ৰকাশ ঃ আমাৰ দলৰ এজন অতি বিশ্বস্ত কৰ্মী আছিল এওঁ। ছাৰৰ অন্তৰংগ বন্ধু -- এজনক আপোনাৰ বুৰ্বক ৰবটটোৱে হত্যা কৰি পেলালে।
অবিনাশ ঃ *(মৃত দেহটো চাই)* দলৰ বিশ্বস্ত কৰ্মী? কি অদ্ভুত কথা কৈছে আপুনি। যদি সঁচাকৈয়ে বিশ্বাসী বন্ধু, তেন্তে দলৰ বিপক্ষে আন্দোলনৰ গুৰি ধৰিছিল কিয়?
প্ৰকাশ ঃ শুনক। কথা লুকুৱাই লাভ নাই। আমাৰ পৰম বন্ধু হিচাপে বিৰোধী দলত সোমাই থাকি চেবটেজ কৰিছিল তেখেতে --।।
অবিনাশ ঃ কি আচৰিত কথা ----। কিন্তু এইবোৰ ৰাজনীতিৰ পাকচক্ৰ ----human reasoning যন্ত্ৰৰ মেমৰিত ফিট কৰা নেযায় ছাৰ।
দলপতি ঃ ৰাজনীতিৰ দুমুখীয়া খেলত আপোনাৰ যন্ত্ৰ অভ্যস্ত হোৱা নাই। সেই কথা স্পষ্ট হৈ পৰিছে (খং)
প্ৰকাশ ঃ আপোনাৰ যন্ত্ৰই বুজা নাই ৰাজনীতিত বন্ধুৰ মুখাত শত্ৰু আৰু শত্ৰুৰ মুখাৰ আঁৰত থাকিব পাৰে পৰম বন্ধু ।
অবিনাশ ঃ কিন্তু এইবোৰ কথা মইতো ........।
দলপতি ঃ কোনো কথা নাই। তাক tune কৰক। উচিত- অনুচিতৰ সংজ্ঞাৰে সূক্ষ্ম পাৰ্থক্যবোৰ সি বুজি পাব লাগিব। এক নিষ্ঠুৰ হৃদয়হীন মস্তিষ্কৰ সৰ্বস্ব যন্ত্ৰমানৱ হিচাপে ৰাজনীতিত সি স্বীকৃতি পাব লাগিব। যাওক ।

*(দলপতি দ্ৰুত গতিত দলে বলে প্ৰস্থান কৰিছে। বিজ্ঞানীৰ মুখত খং, হতাশা, -- ক্লান্তি)* *(অন্ধকাৰ নামি আহিছে। নেপথ্যত বিজ্ঞানাগাৰৰ দ্ৰুত ক্ৰিয়া-প্ৰক্ৰিয়াৰ ইংগিত সূচক শব্দ ধ্বনি প্ৰকট হৈছে।)*

# দৃশ্য - ৮
## দলপতিৰ কোঠা

*( পোহৰত দেখা গৈছে - দলপতিয়ে অকলে বৈঠকখানাত Phone কৰি আছে)*

দলপতি : হ'ল? Good কিন্তু চাওক এটা কথা নেপাহৰিব। মোক কি প্ৰয়োজন সেই বিষয়ে মই এটা এটাকৈ আপোনাক কৈ যাব নোৱাৰিম। কিন্তু by trial and error আপুনি তাক improvise কৰি যাব লাগিব।
*( ফোনটো থয়। সোমাই আহিছে দলপতিৰ জীয়েক লিচা। তাই বাপেকক প্ৰায় উপেক্ষা কৰাৰ দৰেই ব্যস্ত হৈ বাহিৰলৈ যাবৰ বাবে প্ৰস্তুত হৈ আহিছে।)*

দলপতি : কেনি যাব লিচা?

লিচা : *( অৱহেলা )* অলপ কাম আছে মোৰ

দলপতি : কি কাম?

লিচা : ব্যক্তিগত কাম ডেডি।

দলপতি : সদায় তোৰ বাহিৰত কি কাম থাকে লিচা মই বুজি পোৱা নাই।

লিচা : কত ধৰণৰ কাম থাকিব পাৰে। আপুনি কি বুজিব?

দলপতি : কিন্তু এনেকৈ ঘূৰি ফুৰাটো ভাল হৈছে জানো? তয়েই কছোন।

লিচা : ক'ত ঘূৰি ফুৰা দেখিলে? *(বিৰক্ত)*

দলপতি : নহয় । চা সকলোৱে তোক জানে। চিনি পায় লিচা তই যে মোৰ একমাত্ৰ ছোৱালী।

লিচা : সেই কথাটো মই পোছাকত মাৰি মানুহক দেখুৱাই ফুৰিম নেকি? কওকচোন? সেইটো সম্ভৱ জানো?

দলপতি : তই কথাটো গুৰুত্ব দিয়া নাই লিচা।

লিচা : গুৰুত্ব দিয়েই কৈছোঁ মই ডেডি।

দলপতি : চা, মোৰ এটা সন্মান আছে। ইমেজ আছে। তই নুবুজ কিয়?

লিচা : মই বুজোঁ ডেডি।

দলপতি : এই সন্মান, এই প্ৰতিপত্তি এইবোৰৰ লগত মানিব লগীয়া কিছুমান "প্ৰটকল" ও আছে। সেই কথাটো তই জান।

লিচা : জানা ডেডি, কিন্তু তাত মোৰ কৰিব নলগা কিবা বিশেষ আছে বুলি মই নেভাবো ডেডি।

দলপতি : আছে লিচা। সেইবোৰ ৰক্ষা কৰাটো তোৰো দায়িত্ব আছে।

লিচা : কথাবোৰ আপুনি আওপকীয়াকৈ কিয় কৈ আছে ডেডি?

দলপতি : তই কাক লগ পাবলৈ যাৱ মোক কছোঁন?

লিচা : কিয় লাগে আপোনাক? সেইটো কথা কওক .............?

দলপতি : I am your father লিচা



লিচা : মইতো আপোনাৰ private জীৱনৰ কথা কেতিয়াও সোধা নাই। কোন "অপজিশ্যন"ৰ নেতাক কেনেকৈ ৰাতি ৰাতি ড্ৰইংৰুমত বহুৱাই কিহৰ গোপন কথা পাতে এইবিলাক কথাতো ................

দলপতি : *( ধমকি)* লিচা। কথা ক বলৈ শিকিবি। পাহৰি নেযাবি মই তোৰ গাৰ্জেন। মই জানো কাক লগ পাবলৈ যাৱ তই?

লিচা : যদি জানে সুধিছে কিয়?

দলপতি : তই প্ৰীতমক লগ ধৰিবলৈ যাৱ। কিন্তু তই তাৰ background জাননে? সি কোন?

লিচা : আপোনাৰ ৰাজনৈতিক শত্ৰু অজিত বৰুৱাৰ ল'ৰা প্ৰীতম। মই জানো ডেডি।

দলপতি : আৰু এই কথা জনাৰ পিছতো তই ............ ?

লিচা : চাওক মই ৰাজনীতি নকৰোঁ ডেডি।

দলপতি : কিন্তু তহঁতৰ এইবোৰ কথা কাগজত ওলাব।

লিচা : ভয় কৰিবলৈ মোৰ কি আছে কওক। মইতো একো বেয়া কাম কৰা নাই।

দলপতি : অপজিশ্যনে গম পালে কি হ'ব? সেইটো কথা ক মোক।

লিচা : সেইটো মোৰ সমস্যা নহয় ডেডি।

দলপতি : চা মোৰ এটা "পলিটিকেল" কেৰিয়াৰ আছে লিচা।

লিচা : আপোনাৰ "কেৰিয়াৰ" আপুনি নিজে বাচি লৈছিল ডেডি। সিদ্ধান্তটো লোৱাৰ আগতে অন্ততঃ এবাৰ চাইছিল নে কিমান সুন্দৰ আছিল আপোনাৰ একাডেমিক কেৰিয়াৰ। কিমান সুখী আছিল আপুনি সেইবোৰ দিনত? এখন কলেজৰ সন্মানীয় শিক্ষক আছিল আপুনি।

দলপতি : *(দুখ)* সেইবোৰ দিন উকলি গ'ল লিচা।

লিচা : কিমান "জেনুইনলি" মানুহে আপোনাক শ্ৰদ্ধা কৰিছিল। ভাল পাইছিল। এজন কলেজৰ নাম জ্বলা শিক্ষকৰ ছোৱালী বুলি কিমান গৌৰৱ অনুভৱ কৰিছিলোঁ মই ---।

দলপতি : এতিয়া সেইবোৰ কথা কৈ একো লাভ নাই লিচা। অতীতত কি হ'ল নহ'ল সেইবোৰ কথা বাদ দে। বৰ্তমানৰ কথা ক।

লিচা : বৰ্তমানৰ কথা ক বলৈ আছে কি --। কি ভাল কাম কৰিছে আপুনি। আপোনাৰ বাবে আমাৰ অপমান হৈছে।

দলপতি : *( ধমক)* লিচা।

লিচা : সঁচা কথা কৈছোঁ মই --। ভীষণ অপমান হৈছে।

দলপতি : বেছি কথা কৈছ তই। প্ৰীতমৰ লগত মিলামিছা বন্ধ কৰিব লাগিব তই।

লিচা : যদি নকৰোঁ?

দলপতি : সময়ত মই কিমান কঠোৰ হ'ব পাৰোঁ তই বুজি পোৱা নাই। তই যদি এই মিলামিছা বন্ধ নকৰ।

লিচা : কি কৰিব? *( দলপতিয়ে খং উত্তেজনাত ফোঁপাইছে। সোমাই আহিছে প্ৰীতম।)*

প্ৰীতম : হায় -- লিচা --।।

লিচা : *( অভিমান, ঘড়ী চাইছে )* ইমান দেৰি কৰিলা তুমি।

প্ৰীতম : *( ঘড়ী চাই হাঁহিছে)* একো দেৰি হোৱা নাই -- ব'লা। *( লিচাই প্ৰীতমৰ হাতত ধৰিছে। প্ৰস্থান কৰিব খুজিছে)*

প্ৰীতম : (হাঁহি) Bye dead । (দলপতিলৈ হাত জোকাৰি প্ৰস্থান) Bye (সোমাই আহিছে -- বৰুৱা, শইকীয়া,বড়ো, টেৰণ, প্ৰকাশ আৰু মালবিকা। আটাইবোৰৰ মুখত বিস্ময়। দলপতিৰ মুখত অসহায় অভিব্যক্তি। অন্ধকাৰ নামিছে। নেপথ্যত উত্তেজিত জনতাৰ শ্ল'গান ,চিঞৰ-বাখৰ।)

## দৃশ্য - ৯

### ৰাজ পথ

*(মঞ্চৰ পোহৰত দেখা গৈছে -- চঞ্চল খোজ-কাটলেৰে সোমাই আহিছে যন্ত্ৰমানৱ। তাৰ অংগ সঞ্চালনৰ চিকাৰ সন্ধানী সতৰ্কতা। নেপথ্যত চিঞৰ বাখৰ, শ্ল'গান বেছি হৈছে। যন্ত্ৰমানৱক জনতাই প্ৰত্যাহবান জনাই নেপথ্যৰ পৰা হাতত‌ে পোৱা বস্তু দলিয়াইছে। যন্ত্ৰ মানৱে সিহঁতক খেদি গৈছে। জনতা পৃষ্ঠভংগ দিছে। নেপথ্যৰ পৰা যন্ত্ৰমানৱে জনতাক নিৰ্যাতন কৰিছে। মৰণ কাতৰ চিঞৰ -বাখৰ কান্দোন শুনা গৈছে। জনতাৰ চিঞৰ -বাখৰ লাহে লাহে নুশুনা হৈছে। সোমাই আহিছে লিচা আৰু প্ৰীতম)*

লিচা : কথাবোৰ মোৰ একেবাৰেই ভাল লগা নাই প্ৰীতম।

প্ৰীতম : কোনবোৰ কথা?

লিচা : এইবোৰ,যিবোৰ ঘটি আছে। চোৱা প্ৰীতম পৃথিৱীত মই আটাইতকৈ বেছি শ্ৰদ্ধা কৰা মানুহ জনেই হ'ল । it is myself অথচ মই আটাইতকৈ বেছি ঘিণ কৰা কামটোৱেই তেওঁ কৰি আছে। কিমান দিন ক'লোঁ - এইবোৰ কাম বাদ দিয়ক ডেডি আপুনি নিজৰ " অৱিজিনেয়েল" কামলৈ নাহে কিয়।

প্ৰীতম : নাহে । They are at the point of no return এয়াই ৰাজনীতি। সস্তীয়া মদৰ দৰে তাৰ efffect । সকলো addit । তোমাৰ দেউতা, মোৰ দেউতা। তেওঁলোক নিজেই একোটা বেলেগ জাতিৰ প্ৰাণী।

লিচা : খুব দুখ লাগে মোৰ।

প্ৰীতম : কি কৰিবা লিচা। এইবোৰ হ'বই।

লিচা : মোৰ ডেডি যদি সঁচাকৈয়ে বেয়া মানুহ হ'লহেঁতেন তেন্তে মই দুখ নকৰিলোঁহেতেন প্ৰীতম।

প্ৰীতম : এইবোৰ কথা মই জানো লিচা, দুখ কৰি একো লাভ নাই মই জানো এতিয়া সেইবোৰ বাদ দিয়া। আজিলৈ আহোঁ। বহুত দেৰি হ'ল।

লিচা : আকৌ কেতিয়া লগ পাম প্ৰীতম? আপুনি......

প্ৰীতম : যেতিয়াই মাতা। (*মৰম কৰে*)

*(দুয়ো আবেগিকভাৱে বিদায় লৈছে। লিচা ঘূৰি গৈছে। প্ৰীতমে কিছু সময় চাই আছে। লিচা নেদেখা হ'লত তেওঁ ঘূৰি যাব খুজিছে। এনেতে দেখিছে দূৰৈত যন্ত্ৰমানৱ । যন্ত্ৰমানৱটো প্ৰীতমৰ ফালে আগবাঢ়িছে। প্ৰীতম অপ্ৰস্তুত হৈ কিংকৰ্তব্যবিমূঢ় হৈ ৰৈ আছে। পিচত যন্ত্ৰমানৱৰ উদ্দেশ্য মাৰাত্মক বুলি গম পাই পলাব খুজিছে। যন্ত্ৰমানৱে থাপ মাৰি ধৰিছে। প্ৰীতমে ছটফট কৰিছে।*



*যন্ত্ৰমানৱে তেওঁক হত্যা কৰিছে। সেই মুহূৰ্তত প্ৰীতমৰ আৰ্তনাদ শুনি লিচা দৌৰি সোমাই আহি থৰ লাগিছে - 'প্ৰীতম' বুলি চিঞৰিছে। যন্ত্ৰমানৱ কিছুসময় ৰৈ লাহে লাহে আঁতৰিব খুজিছে। লিচাই খঙত বাঘিনীৰ নিচিনা হৈ যন্ত্ৰমানৱক আগভেটি ধৰিছে।)*

লিচা : (*চিঞৰিছে কান্দিছে*) You are a bitch
I hate you - I hate you -
*(যন্ত্ৰমানৱক ভুকুৱাইছে। যন্ত্ৰমানৱে লিচাক হাতেৰে আঁতৰাইছে। লিচা পৰি গৈছে। সি নিৰ্বিকাৰভাৱে আঁতৰি গৈছে। দৌৰ মাৰি সোমাই আহিছে দলপতি, প্ৰকাশ, অবিনাশ আৰু বাকীবোৰ। অচেতন হৈ পৰা লিচাক সাৱটি ধৰিছে দলপতিয়ে। কৰুণ পৰিৱেশ)*

প্ৰকাশ : (*অবিনাশক*) কি কৰিলে আপুনি?

অবিনাশ : মই কি কৰিলোঁ?

প্ৰকাশ : কিমান মাৰাত্মক জঘন্য ভুল কৰি পেলালে সি ভাবি চাইছেনে?

অবিনাশ : ভুল কৰিলোঁ ? কি ভুল কৰিলোঁ? শত্ৰুৰ পুত্ৰক শত্ৰু হিচাপেই গণ্য কৰা হয়। ইয়াত ভুলৰ কথা আহিল কেনেকৈ?

প্ৰকাশ : প্ৰীতম শত্ৰুৰ পুত্ৰই নহয়। অন্য পৰিচয়ো আছে তাৰ।

অবিনাশ : অন্য পৰিচয়?

প্ৰকাশ : অ। ছাৰৰ একমাত্ৰ ছোৱালীৰ হ'বলগীয়া জোঁৱাই আছিল সি-

অবিনাশ : (*আচৰিত*) হ'ব লগীয়া জোঁৱাই? কিন্তু সেইটোৰ দৰে ইমান সূক্ষ্ম "হিউমেন ৰিজনিং" যন্ত্ৰৰ "মেমৰিত" মই কেনেকৈ ফিড কৰিম কওক?

প্ৰকাশ : কেনেকৈ কৰে সেইটো আপোনাৰ সমস্যা মিঃ বৰুৱা।
*(দলপতিয়ে আলফুলকৈ লিচাক তুলি লৈ গৈছে। বাকীবোৰো গৈছে। ৰৈ আছে অবিনাশ আৰু প্ৰকাশ।)*

প্ৰকাশ : চাওক কি মাৰাত্মক ভুল কৰি পেলাইছে আপোনাৰ যন্ত্ৰই।

অবিনাশ : মই কি কৰিম কওক।

প্ৰকাশ : Improve কৰক। উন্নতি কৰক । তাক সূক্ষ্মভাৱে তৈয়াৰ কৰক। পৃথিৱীৰ প্ৰান্তে প্ৰান্তে খবৰ লৈ বিদেশত নিৰ্মিত প্ৰযুক্তিৰ শেহতীয়া পাৰ্টচবোৰ গোটাই তাক নতুনকৈ নিৰ্মাণ কৰক।

অবিনাশ : কিন্তু ইতিমধ্যে অনেক কৰা হৈছে ছাৰ।

প্ৰকাশ : ইতিমধ্যে ব্যৱহাৰ কৰা ভাৰতীয় মা-মছলাৰে তৈয়াৰী সকলো পাৰ্টচ দলিয়াই পেলাই দিয়ক।

অবিনাশ : কিন্তু !

প্ৰকাশ : তৰ্ক নকৰিব।

অবিনাশ : আৰু কিমান কৰিম। সকলোৰে এটা সীমা আছে।

প্ৰকাশ : কোনো সীমা নাই। মানুহৰ আশাৰ, সপোনৰ, লোভৰ কোনো সীমা নেথাকে মিঃ বৰুৱা।
*(অন্ধকাৰ নামি আহিছে)*

## দৃশ্য - ১০
### (বিজ্ঞানাগাৰ)

*( বিজ্ঞানাগাৰত ক্ৰিয়া-প্ৰক্ৰিয়াৰ শব্দ। পোহৰত দেখা গৈছে--অবিনাশ আৰু সহযোগীয়ে যন্ত্ৰমানৰক উন্নিত কৰিবলৈ বিভিন্ন "মেমৰী" শক্তিশালী কৰিছে।)*

অবিনাশ : *( যন্ত্ৰমানৰক)* যোৱা। তুমি দোপতদোপে উন্নতিৰ জখলাৰে ওপৰলৈ গৈ আছা। গৈ আছা, গৈয়েই আছা - ।। মানুহৰ আশা তোমাৰ দিব পৰা ক্ষমতাৰ ভাবসাম্যতা ৰক্ষা কৰি তুমি এনেকৈ আৰু আগবাঢ়ি যাব লাগিব। এইয়া মই তোমাক আগবঢ়াই দিলোঁ -প্ৰযুক্তিৰ বিজ্ঞান পথ তুমি নিজেই চিহ্নিত কৰা। যোৱা -। যোৱা -। আগবাঢ়া।
*( যন্ত্ৰমানৰে প্ৰস্থান কৰিছে। অন্ধকাৰ নামিছে)*

## দৃশ্য - ১১
### ৰাজ পথ

*( নেপথ্যত দেহ বিচাৰৰ গীতৰ সুৰৰ তালে তালে এজন কণা মগনীয়া লাখুটি ত ভৰ দি আহি আছে। হঠাত যন্ত্ৰমানৰৰ ওচৰত দেখা দিছে। সি মগনীয়াৰ মুখা মুখি হৈছে। সুৰ বন্ধ হৈছে। অন্য কোণেদি মঞ্চলৈ প্ৰৱেশ কৰি কিছু দূৰৈত ৰৈ গৈ নিৰীক্ষণ কৰিছে দলপতি, অবিনাশ আৰু প্ৰকাশে। দুটা সুকীয়া পোহৰ বৃত্তৰ বৃত্তত দুটা দৃশ্য দেখুৱাব পাৰি। মগনীয়া ভয়ত বিব্ৰত হৈছে। উৎকণ্ঠা উত্তেজনাৰে দলপতিয়ে চাই আছে। )*

দলপতি : *( চিঞঁৰিছে)* Kill him, kill him.

*( আটাইবোৰে উত্তেজিতভাৱে চিঞৰিছে। হত্যা কৰিবলৈ উচটাইছে। মগনীয়াৰ লাখুটি পৰি গৈছে। তাৰ পিচত আঁঠু কাঢ়ি কঁপি কঁপি প্ৰাণ ভিক্ষা কৰিছে। )*

মগনীয়া : মই একো অপৰাধ কৰা নাই দেউতা ঈশ্বৰ। মোক *( কথা ক'ব নোৱাৰা হৈছে। যন্ত্ৰমানৰে কুঁজা হৈ মগনীয়াক থিয় কৰাই লাখুটি ডাল দিছে। এই কাম কৰি যন্ত্ৰমানৰ গুচি গৈছে। দলটো মগনীয়াৰ কাষ চাপিছে।)*

মগনীয়া : মোক নেমাৰিবা, মই জানি-শুনি একো অপৰাধ কৰা নাই দেউতা ঈশ্বৰ (কান্দে)

দলপতি : *( খং)* কি হৈছে এইবোৰ?

অবিনাশ : মই একো বুজি পোৱা নাই ছাৰ।

দলপতি : *( খং)* কিয় বুজি নেপাব? বুজি পাবলৈ আছে কি? যন্ত্ৰই মানৱীয় আচৰণ কৰিছে। মোৰ প্ৰশাসনৰ নীতিক প্ৰত্যাহ্বান কৰিছে সি মিঃ বৰুৱা।

প্ৰকাশ : ইয়াৰ সমুচিত উত্তৰ আপুনি দিব লাগিব।
*( দুয়ো খং মনেৰে অবিনাশলৈ চাইছে। অবিনাশ বিব্ৰত হৈছে। মঞ্চ অন্ধকাৰ হৈছে। )*



## দৃশ্য - ১২
### (দলপতিৰ কোঠা)

*( বৈঠকখানালৈ সোমাই আহিছে শইকীয়া, বড়ো, টেৰণ, বৰুৱা আৰু মালবিকা। তেওঁলোকৰ হাতে হাতে মদৰ গিলাচ। কিছু দূৰৈত ৰৈ আছে যন্ত্ৰমানৰ। তেওঁলোকে নিচাগ্ৰস্তভাৱে যন্ত্ৰমানৰটোক ঘূৰি ঘূৰি চাইছে। যন্ত্ৰমানৰে লৰচৰ কৰিলেই ভয় খাই সতৰ্ক হৈছে।)*

শইকীয়া : *( সকলোকে অভয়দান কৰিছে )* ভয় নাই।
বাড়ো : কোনো ভয় নাই। take it easy
বৰুৱা : ঠিক আছে। মই কথা এটা জানিব খুজিছোঁ।
টেৰণ : কি কথা?
বৰুৱা : ই মতা? নে মাইকী? *( আটাইবোৰৰে চিন্তা )*
টেৰণ : কাম-কাজ দেখিলে মতা যেনেইতো লাগে। কিন্তু
শইকীয়া : মতা-মাইকী যিয়েই নহওক He is our friend.
সকলো : *( সমৰ্থন)* He is our friend.
মালবিকা : friend নহয়। আমাৰ সহকৰ্মী।
শইকীয়া : কিবা difference আছে নেকি?
মালবিকা : আছে। সহকৰ্মী বন্ধু নহ'বও পাৰে। বন্ধুৱো সহকৰ্মীও নহ'ব পাৰে।
সকলো : বাঃ। বঢ়িয়া। *( ইত্যাদিৰে কথাটো সমৰ্থন জনাইছে)*
শইকীয়া : মোক এটা কথা কওকচোন। ই ইমান গোৱাৰ কিয় বড়ো চাহাব?
বড়ো : এৰা। তাকেই মই ভাবিছোঁ। মুখত এটা তাৰ অন্ততঃ হাঁহি থাকিব লাগিছিল নে কি কয় টেৰণ চাহাব?
টেৰণ : মই কি ভাবিছো জানে? সি হাঁহিব নজনা গোৱাৰ হাৰামী যিয়েই নহওক সি আমাক 'বচ' ৰ বন্ধু। হয় নে নহয় বৰুৱা কওকচোন?
বৰুৱা : একেবাৰে ঠিক কথা। 'বচ' ৰ পিয়াৰৰ মানুহ যেতিয়া সি আমাৰ বন্ধু হ'বই লাগিব।
সকলো : হ'বই লাগিব।
শইকীয়া : ঠিক আছে। তেন্তে মানি ল'লো he is our ----
সকলো : freind । ।
বড়ো : তেন্তে হাত মিলাওঁ, নে কি কয় বৰুৱা দা? যাওক মিলাওক না। আপুনিতো চিনিয়ৰ মানুহ।
বৰুৱা : (ভয়) নাই। শইকীয়া দা আপুনি মোতকৈ বেছি "চিনিয়ৰ" যাওক না। please আৰম্ভ কৰক
সকলো : *( শইকীয়াক)* যাওক না।
শইকীয়া : ভয় লাগে নহয়হে। এবাৰ "চোটোকা পাই থৈছোঁ"।
সকলো : একো নহয় যাওক।
শইকীয়া : নাই। অকলে নহ'ব। সকলোৰে মিলি একেলগে hand shake কৰোঁ আহা -
*( আটাইবোৰে শইকীয়াৰ হাতত খামুচি একেলগে হাত মিলাই দ্বিধাগ্ৰস্তভাৱে ভয়ে ভয়ে যন্ত্ৰমানৰৰ*

*দেহৰপৰা তীব্ৰ বিদ্যুৎ প্ৰবাহৰ দৰে শক্তিৰ বিকিৰণ ঘটিছে। ফলত আটাইবোৰ ছিটিকি পৰিছে। আটাইবোৰে কেকাইছে।)*

মালবিকা ঃ *(আটাইবোৰকে পৰিচৰ্যা কৰিছে)* হে ভগবান। কি হ'ল এইবিলাক।

বড়ো ঃ যন্ত্ৰ নহয় জানোৱাৰ ই। ভয়ানক Killer। গুপ্তঘাতক ই।

বৰুৱা ঃ অভদ্ৰ জানোৱাৰ --।

শইকীয়া ঃ দেখিলেতো। ভদ্ৰতা বস্তুটো প্ৰশাসনৰ পৰা কেনেকৈ নাইকিয়া হৈ গৈছে। *(আটাইবোৰে কেকাইছে।)*

টেৰণ ঃ নাই। এনেকৈ হ'লে পাৰ্টি চাৰ্টি ভাগি যাব।

বড়ো ঃ পাৰ্টিত ই থাকিব নাই আমি থাকিম।

বৰুৱা ঃ পাৰ্টিৰ মিটিঙত it must be in the agenda.

শইকীয়া ঃ ঠিক কৈছে। ইয়াক শিক্ষা দিব লাগিব।

টেৰণ ঃ যদি বচে ইয়াক expel নকৰে তেন্তে --

বড়ো ঃ তেন্তে no confidence motion তেখেতে ফেচ কৰিব লাগিব।

বৰুৱা ঃ আমি কোনো নেথাকো পাৰ্টিত। প্ৰমিজ?

সকলো ঃ প্ৰমিজ।

*(ইতিমধ্যে মালবিকাই কিছু দূৰত আইনা চাই লিপষ্টিক লগাইছে।)*

টেৰণ ঃ *(মালবিকাক)* আপুনি একো নক'লে মিচ বৰদলৈ?

মালবিকা ঃ মোক কিবা কৈছে?

*(এনেতে যন্ত্ৰমানৱটোৱে মালবিকাৰ ফালে আগবাঢ়িছে। আটাইবোৰে ভয় খাই হৈ হাল্লা লগাই বাধা দিবৰ চেষ্টা কৰিছে। সি মালবিকাৰ হাতত ধৰিছে। মালবিকাই ভয়ত চিঞৰিছে। সি মালবিকাক সন্মুখৰ ফালে আনি কাষতে পোৱা ফুলদানী এটা পাই সেইটো ভাঙি তাত থকা ফুল এপাহ মালবিকাক দি আঁঠু কাঢ়িছে। আটাইবোৰ হতবাক হৈছে। মালবিকাৰ মুখত এটা অদ্ভুত তৃপ্তিৰ হাঁহি। সোমাই আহিছে দলপতি, অবিনাশ আৰু প্ৰকাশ। সামান্য সময়ৰ বাবে সকলো স্থিৰ হৈছে। সময়ৰ ব্যৱধান দেখুৱাবৰ বাবে সামান্য পোহৰ কমিছে। লগে লগেই পোহৰত দেখা গৈছে আটাইবোৰ আগৰ স্থিতিত।)*

দলপতি ঃ এইবিলাক কি হৈছে। *(অবিনাশক খং মনে।)*

অবিনাশ ঃ মই একো বুজি পোৱা নাই ছাৰ।

প্ৰকাশ ঃ (খং) বুজি পাবলৈ কি আছে। আপোনাৰ যন্ত্ৰই দেখদেখকৈ যান্ত্ৰিক নীতিক উলংঘা কৰিছে মিঃ বৰুৱা।

অবিনাশ ঃ কেতিয়াবা এনেকুৱা হয় ছাৰ --।

দলপতি ঃ কিন্তু কিয় হ'ব এনেকুৱা --

অবিনাশ ঃ মানুহৰ লগত সুদীৰ্ঘ কাল সংঘাতত লিপ্ত থাকিলে যন্ত্ৰৰ দেহলৈকো মানৱীয় উপাদান সংক্ৰামিত হ'ব পাৰে ছাৰ।

দলপতি ঃ সেই কথা আগতে কোৱা নাছিল আপুনি কিয়?

অবিনাশ ঃ আটাইবোৰ কথা ক'ব নোৱাৰি ছাৰ!



প্ৰকাশ ঃ কিয় নোৱাৰি?

অবিনাশ ঃ যন্ত্ৰ মানুহতকৈ ডাঙৰ হ'ব নোৱাৰে ছাৰ। উন্নতিৰ শীৰ্ষ বিন্দু অতিক্ৰম কৰাৰ পিচত সি মানুহ আৰু মানৱতাক চেৰাই যাব নোৱাৰে, ছাৰ?

প্ৰকাশ ঃ এইবিলাক বাজে কথা।

দলপতি ঃ এই যন্ত্ৰৰ যান্ত্ৰিকতাৰ ওপৰত নিৰ্ভৰ কৰি মই প্ৰশাসনিক, ৰাজনৈতিক আঁচনি তৈয়াৰ কৰিছিলোঁ মিঃ বৰুৱা।

প্ৰকাশ ঃ সি ছাৰৰ একমাত্ৰ ভৰষা।

দলপতি ঃ একাগ্ৰী হ'ব লাগিব সি। গাণ্ডীৱধাৰী - - তৃতীয় পাণ্ডৱৰ দৃষ্টি আৰু একাগ্ৰতাৰে সি মাত্ৰ লক্ষ্য পখীৰ চকুটোত দৃষ্টি আবদ্ধ ৰাখিব লাগিব --

প্ৰকাশ ঃ গছ-গছনি, ডাল-পাত, ককাই-ভাই, আবেগ-অনুভূতিৰ ব্যাপকতাত সি নিৰন্ত হ'ব নোৱাৰিব মিঃ বৰুৱা।

দলপতি ঃ Is that clear.

অবিনাশ ঃ মইতো চেষ্টা কৰিয়েই আছো ছাৰ।

দলপতি ঃ একো কৰা নাই।

অবিনাশ ঃ প্ৰযুক্তিৰ ক্ষমতাৰ একোটা saturation point থাকে ছাৰ।

দলপতি ঃ মই সেইবোৰ জানিব নোখোজো। উন্নীত কৰক।

অবিনাশ ঃ কিমান কৰিম ছাৰ।

দলপতি ঃ To the infinity ব'লা --। (সকলোৱে প্ৰস্থান। মঞ্চত অকলে অবিনাশ আৰু যন্ত্ৰমানৱ। যন্ত্ৰমানৱে অবিনাশৰ ফালে মুখ কৰে। অবিনাশে যন্ত্ৰমানৱটোলে একেথৰে অলপ সময় চাই থাকে। তাৰ পিচত দলপতিক উদ্দেশ্য কৰি চিঞৰে।)

অবিনাশ ঃ You scoundrels !! You inhuman brutes.কি ভাবিছ তহঁতে নিজকে? বিজ্ঞান মানেই প্ৰযুক্তি বুলি ভাবিছ? বিজ্ঞান মানে মস্তিষ্কই নহয়। বিজ্ঞানৰ অংকুৰ মানুহৰ মগজুৰ নহয়। হৃদয়তেই জন্ম। হৃদয়তেই পৰিসৰ যাৰ *(কন্দনামুৱা হয়)* সেয়েই বিজ্ঞান। *(অন্ধকাৰ নামিছে।)*

## দৃশ্য - ১৩

**(গৱেষণাগাৰ)**

*(গৱেষণাগাৰত চলি থকা ক্ৰিয়া-প্ৰক্ৰিয়াৰ যান্ত্ৰিক শব্দ শুনা গৈছে। একাষে থিয় হৈ আছে যন্ত্ৰমানৱ। কাষতে থিয় হৈ এখন "মেনুৱেল" অধ্যয়ন কৰি আছে অবিনাশে। সহযোগীয়ে এগাল পেকেটৰ পৰা এটা বিশেষ পেকেট বিচাৰি আছে। তাৰে এটা তুলি লৈছে।)*

অবিনাশ ঃ পালা?

সহযোগী ঃ পালোঁ ছাৰ। *(পেকেটটো আগবঢ়াই দিছে। তাত লিখা আছে Made in Koria)*

অবিনাশ ঃ No। *(দলিয়াই দিছে)* এইটো নেলাগে।

*( তাৰ পিচত সহযোগীয়ে এটাৰ পিচত এটাকৈ Made in U.S.A., U.K. Japan, S.Africa. U.A.R. Australia আদি লেবেল মৰা কাৰ্টুন আগবঢ়াই দিছে । প্ৰতিটোকে "No" বুলি দলিয়াই দিছে অবিনাশে। বাকচ শেষ হৈছে।)*

সহযোগী : আৰু নাই ছাৰ।

অবিনাশ : কিয় নেথাকিব? ( খং)

*( খঙত গোটেই বাকচবোৰ গুৰিয়াই লঠিয়াইছে। এনেতে এচুকত চকুত নপৰাকৈ পৰি থকা এটা কাৰ্টুনৰ ওপৰত হঠাতে দৃষ্টি পৰিছে। দুয়ো কুঁজা হৈ বস্তুটো ওচৰৰ পৰা নিৰীক্ষণ কৰিছে। অবিনাশে আলফুলকৈ কাৰ্টুনটো হাতত লৈছে। লগে লগে ব্যঞ্জনাময় সংগীতৰ ধ্বনি শুনা গৈছে। অবিনাশে বিশেষ কাৰ্টুনটোৰ ঢাকনি খুলিছে, লগে লগে সংগীতৰ মূৰ্ছনাৰ লয়ৰ সৈতে সংহতি ৰাখি নেপথ্যৰ পৰা সংস্কৃতৰ শ্লোক উচ্চাৰিত হৈছে। অবিনাশে এখন এখনকৈ সাঁচিপতীয়া পুথি পাত উলিয়াই পঢ়িছে আৰু এখন এখনকৈ সহযোগীৰ হাতত দিছে। পুথিখনৰ লিখকে যন্ত্ৰমানৱক অধিক মানৱীয়তা দান কৰাৰ সংকেত হিচাপে তাৰ ওপৰত নীলা পোহৰ পৰিছে। শ্লোকৰ লগত পিচত শংখ ঘণ্টা ধ্বনি হৈছে। যন্ত্ৰমানৱে অবিনাশৰ কাষত আঁঠু কাঢ়িছে। অন্ধকাৰ নামি আহিছে । নেপথ্যত উত্তেজিত জনতাৰ চিঞৰ-বাখৰ, খেদা খেদি, পুলিচৰ গাড়ীৰ চাইৰেণ, গুলীৰ শব্দ, ধৰ ধৰ "মাৰ মাৰ", মৰিলোঁ ঔ অবিনাশ চৌধুৰী মুৰ্দাবাদ, ইত্যাদি শব্দৰ কোলাহল শুনা গৈছে। অন্ধকাৰ নামি আহিছে। )*

## দৃশ্য - ১৪

**(দলপতিৰ কক্ষ)**

*( পোহৰত দেখা গৈছে দলপতি সহ দলীয় কৰ্মীসকল ভয়, দুঃচিন্তা, উত্তেজনা লৈ পাইচাৰী কৰি আছে। আটাইবোৰে উত্তেজিত জনতাৰ চিঞৰ বাখৰবোৰ অহাৰ ফালে চাই প্ৰমাদ গণিছে। সোমাই আহিছে প্ৰকাশ। আটাইবোৰে অৰ্থপূৰ্ণভাৱে তেওঁলৈ চাইছে।)*

প্ৰকাশ : সৰ্বনাশ ছাৰ। নিয়ন্ত্ৰণৰ বাহিৰ হৈ গৈছে ছাৰ।

দলপতি : বুজিলোঁ। কিন্তু এতিয়া কি হ'ব সেইটো কথা কোৱা মোক।

প্ৰকাশ : পুলিচ- মিলিটাৰীয়ে যি পাৰে কৰিছে ছাৰ।

মালবিকা : যদি কৰিছেই তেন্তে control কৰিব পৰা নাই কিয়?

প্ৰকাশ : এটা দুটা নহয়। মানুহৰ সাগৰ মেডাম। ইমান বিলাক মানুহ জীৱনত আগতে দেখা নাই ছাৰ।

শইকীয়া : কিন্তু ইমানখিনি মানুহৰ সমাগম ঘটিবলৈ পালে কেনেকৈ?

বৰুৱা : পাৰ্টিৰ মানুহবোৰে কি কৰি আছে?

বড়ো : সিহঁতে Grass root level লৈ যাব পৰা নাই কিয়?

টেৰণ : সেইটো level লৈ যাব নোৱাৰিলে পাৰ্টিৰ কাম কেনেকৈ কৰিব?

প্ৰকাশ : নেজানো ছাৰ। কিন্তু উত্তেজিত মানুহে security প্ৰতিবন্ধক ভাঙি থান-বান কৰি পেলাইছে। *( আটাইবোৰৰে তীব্ৰ প্ৰতিক্ৰিয়া)*



দলপতি : হয়? ? *( ভয় খাইছে । ম'বাইলত লাইন লগাইছে)* Hallow *( উত্তেজিত)* পুলিচ কণ্ট্ৰল ৰুম?

প্ৰকাশ : লাভ নাই ছাৰ।

সকলো : *( ভয়)* কিয়?

প্ৰকাশ : সেইটো ইতিমধ্যে জনতাৰ দখললৈ গুচি গৈছে ছাৰ।

দলপতি : ইমান সাহস কেনেকৈ পালে সিহঁতে?

প্ৰকাশ : নেজানো ছাৰ।

দলপতি : কি লাগে সিহঁতক?

শইকীয়া : ছাৰেতো যি পাৰে দিছেই। নাই দিয়া জানো?

বড়ো : গৰিবী হ্‌তাও শ্ল'গানতো দিয়েই আছে।

বৰুৱা : Health for 2000 কথাটো কাগজে-পত্ৰই ফাটা-ফাটি লগায়েই আছে।

টেৰণ : মেলেৰীয়াক খেদি দিম বুলি কৈছেই।

দলপতি : এক লাখ নিবনুৱাক কাম দিয়াৰ কথা চিন্তাটো কৰিচ। নাই কৰা জানো?

শইকীয়া : কৰিছে। কিয় নাই কৰা। বন্দুক লোৱাবোৰক হাবিৰ পৰা উলিয়াই আনি আলোচনা কৰাৰ কথাও চিন্তা কৰিছোঁ।

বড়ো : I.M.D.T. কৰি বিদেশীক সন্তুষ্ট কৰিবৰ বাবে দেশখন পৰ্যন্ত ত্যাগ কৰিবলৈকো জানো আগবঢ়া নাই।

সকলো : বাঢ়িছেতো।।

দলপতি : তেন্তে ইমানখিনি কৰাৰ পিছতো আৰু কি লাগে সিহঁতক?

প্ৰকাশ : কিয় নেলাগিব।

দলপতি : পগলা হৈছে সিহঁত।

প্ৰকাশ : সিহঁতে ইতিহাসৰ চকৰি নিজৰ দিশত ঘূৰাব খোজে ছাৰ। *( আটাইবোৰ নিৰ্বাক)*

দলপতি : কিয়?

টেৰণ : যুগ যুগ ধৰি এই কাম প্ৰশাসনে কৰি আহিছে ছাৰ।

দলপতি : ইতিহাস ৰচনা সিহঁতৰ কাম নহয় - সেই কথা সিহঁতে নাজানে কিয়।

প্ৰকাশ : সিহঁতে নেজানে ছাৰ।

দলপতি : কিয় ( খং) কিয় নেজানিব?

প্ৰকাশ : নেজানো ছাৰ। *( দলপতিয়ে জেপৰ পৰা remote control device টো উলিয়াই নেপথ্যৰ সংলগ্ন কোঠাত সোমাই TV Screen ত যন্ত্ৰমানৱৰ কাম-কাজ চাইছে। আটাইবোৰ ব্যগ্ৰ হৈ চাই থাকে। খন্তেক পিচতে দলপতি সোমাই আহিছে।)*

দলপতি : কি হৈছে এইবোৰ? *( সকলো ভয়ত চাপি-কুছি আহিছে)* যন্ত্ৰমানৱে নিৰ্দেশ মনা নাই কিয়। *( সকলোৰে ভয়াৰ্ত প্ৰতিক্ৰিয়া)*

সকলো : কি? *( বাহিৰৰ চিঞৰ বাখৰ বেছি হৈছে)*

শইকীয়া : কিয়? কিয় মানা নাই নিৰ্দেশ?

প্ৰকাশ : নেজানো। system টোত কিবা খেলি-মেলি লাগি গৈছে ছাৰ।

দলপতি : *( গৰ্জন)* কিয় খেলি মেলি লাগিব? where is the scientist? তাক যেনে-তেনে ধৰি আনা। ক'ত আছে সি?

প্ৰকাশ : নেজানো ছাৰ ক'ত আছে?
বৰুৱা : কিয় নেজানিবা ( *গৰ্জন*)
প্ৰকাশ : শুনিছোঁ সি সাংঘাতিক কাম কৰি পেলাইছে ছাৰ।
বড়ো : কি কাম? কি সাংঘাতিক কাম কৰিলে?
প্ৰকাশ : যন্ত্ৰমানৱৰ দেহাত এটা অদ্ভুত বস্তু -- অদ্ভুত শৃংখলা সংযোজন কৰি পেলাইছে ছাৰ।
সকলো : কি?
দলপতি : ক'ত পালে সেই অধিকাৰ? ( *খং*)
টেৰণ : কোনে দিলে সেই অধিকাৰ? ( *খং*)
প্ৰকাশ : নেজানো ছাৰ। উন্নীত কৰণৰ ক্ৰিয়া-প্ৰক্ৰিয়াত ভাৰতীয় দৰ্শনে সৃষ্টি কৰি যোৱা এটা নহয় দুটা উপাদান।
সকলো : ( *পৰম আগ্ৰহ*) কি?
প্ৰকাশ : কোটিকলীয়া অথচ বৰ্তমান মানুহে পাহৰি যোৱা দুটা উপাদান বিবেক আৰু হৃদয়।
সকলো : কি?
দলপতি : বিবেক আৰু হৃদয়। যন্ত্ৰমানৱত? Oh God.
প্ৰকাশ : অ। বিবেক আৰু হৃদয়।
দলপতি : হ'বই নোৱাৰে।
শইকীয়া : যন্ত্ৰমানৱৰ যান্ত্ৰিকতাত হৃদয় বিবেক এইবোৰ ভাবিব নোৱাৰা কথা।
বৰুৱা : অবান্তৰ কথা। হ'বই নোৱাৰে।
দলপতি : ( *চিঞৰ*) call him । এতিয়াই মাতা তাক।
প্ৰকাশ : সম্ভৱ নহয় ছাৰ।
বড়ো : ( *খং*) কিয়?
টেৰণ : এৰেষ্ট কৰি আনা তাক।
শইকীয়া : ৰৈ আছা কিয়? POTA, TADA সকলো প্ৰয়োগ কৰা।
প্ৰকাশ : যন্ত্ৰটোক গণমুখী কৰি জন অৰণ্যত লুকাই পৰিছে সি।
দলপতি : লুকাই পৰিছে?
প্ৰকাশ : জনতাৰ আশা-আকাংক্ষাৰ লগত একাত্ম হৈ হেৰাই পৰিছে বিজ্ঞানী।
দলপতি : ( *খং, ভয়* ) তেন্তে। এতিয়া কি হ'ব। আমাৰ কি হ'ব।
শইকীয়া : ৰবটটো ক'ত?
প্ৰকাশ : আহি আছে ছাৰ। ( *আটাইবোৰৰে ভয়* )
দলপতি : ( *ভয়*) আহি আছে? কেনি আহি আছে।
প্ৰকাশ : আমাৰ ফালে --
বৰুৱা : আমাৰ ফালে? কিন্তু কিয়? কিয় আহি আছে?
প্ৰকাশ : এইবাৰ লক্ষ্য আমি ছাৰ। ( *সকলোৰে ভয়*)
বড়ো : শুনিলে ছাৰ। বন্ধ কৰক ছাৰ। সি পগলা হৈছে। সি আমাক মাৰ্দাৰ কৰিব ছাৰ।
টেৰণ : যন্ত্ৰ পগলা হ'লে সাংঘাতিক কথা হয় ছাৰ।
শইকীয়া : গুৰু গোসাঁই একো নমনা হয় ছাৰ।
দলপতি : কিয় নেমানিব? সি ভৃত্য মোৰ। কৃত দাস মোৰ।



প্ৰকাশ : সি পাহৰি গৈছে সেই কথা ছাৰ।
দলপতি : কি লাগে তাক?
বৰুৱা : দি দিয়া কি লাগে তাক?
প্ৰকাশ : একো নালাগে তাক। তাক হেনো লাগে আমাৰ ধ্বংস।
সকলো : কি?
বড়ো : আমাৰ ধ্বংস। ছাৰ শুনিলেতো।
দলপতি : কিয় ধ্বংস কৰিব আমাক?
প্ৰকাশ : এইটো প্ৰজন্মৰ ধ্বংসৰ অবিহনে হেনো নতুন প্ৰজন্মৰ জন্ম হ'বই নোৱাৰে ছাৰ।
দলপতি : মিছা কথা।
প্ৰকাশ : এতিয়া আত্মৰক্ষাৰ চেষ্টা কৰক ছাৰ।
দলপতি : মই তেন্তে -- ( *দলপতি পলাব খোজে আটাইবোৰে আগচি ধৰে*)
শইকীয়া : No নোৱাৰিব। আপুনি অকলে পলাব নোৱাৰিব।
বৰুৱা : আমি একে লগে আছোঁ।
বড়ো : একে লগেই থাকিম? একে লগেই মৰিম।
দলপতি : ঠিক আছে। গাড়ীবোৰ ready কৰা।
প্ৰকাশ : কেউপিনে road block ছাৰ।
সকলো : কি? ( *ভয়*)
দলপতি : Army ৰ হেলিকপ্টাৰ কেইখন ready কৰা। যোৱা quick
প্ৰকাশ : আকাশ মাৰ্গত সিহঁতৰেই আধিপত্য ছাৰ।
দলপতি : তেন্তে? (ভয়ত পেপুৱা লাগিছে সকলোৰে কাও মাও কৰিছে।) চোৱা। বহুত সপোন আছে মোৰ। মই মৰিব নোখোজোঁ। মোক এটা উপায় দিয়া। বাচিবলৈ এটা উপায়। মোক একো নালাগে। I want to live.
প্ৰকাশ : camoflaged হ'ব লাগিব ছাৰ।
দলপতি : camoflaged ?
প্ৰকাশ : জীয়াই থকাৰ একমাত্ৰ পথ ছাৰ জনতাৰ লগত একাকাৰ হৈ জনতাৰ স্বাৰ্থত বিলীন হৈ পৰিব লাগিব ছাৰ।
সকলো : কি? ( *সকলোৰে বাহিৰলৈ চাইছে ভিতৰৰ পৰা "কদম কদম বঢ়ায়ে যা" নামৰ বিখ্যাত গীতটোৰ সুৰৰ তালে তালে সোমাই আহিছে যন্ত্ৰমানৱৰ হাতত তাৰ এখন শান্তি প্ৰগতিৰ প্ৰতীক ধৰ্মী পতাকা। তাৰ পিচে পিচে আহিছে দহ-বাৰজন মান জনতাৰ দল। দলপতি আৰু তেওঁৰ দলীয় কৰ্মী-সকল লুকাই পৰিছে আৰু সুবিধা বুজি খুব সন্তৰ্পণে কোনেও মন নকৰাকৈ সমদলত সোমাই পৰিছে। সমদলটো মঞ্চৰ পৰা দৰ্শকৰ মাজলৈ নামি আহিছে। গীতটোৰ সুৰ, তাল আৰু লয়ৰ লগত সংগতি ৰাখি লাহে লাহে পৰ্দা পৰিছে।* )

**সমাপ্ত**

# এজন ৰজা আছিল

অখিল চক্রবর্তী



## চৰিত্ৰাৱলী

মহাবাহু. সূর্য মন্ত্রী. অনুনয়. বিনয়. সেনাপতি. ব্যৱস্থাপক. আয়োজক. গুৰু. ৰত্ন. কৃষ্ণ.
কংস . চানুৰ . মুষ্টিক . বায়ন . সূত্রধাৰী. সংগী. সূত্রধাৰী. কাণী.
নাৰী. ৰাণী. শেৱালী. নেৱালি. কৰবী . শান্তি.
লগতে নৃত্যাংশৰ সংগীসকল আৰু শিশুসকল



*(আঁৰ কাপোৰ উঠাৰ পিছত ইতিমধ্যে বাজি থকা খোলৰ শব্দত সূত্রধাৰীয়ে নৃত্য আৰম্ভ কৰিছে। নৃত্যৰ শেষত সূত্রধাৰীয়ে দর্শকক প্রণিপাত জনাই সংলাপ আৰম্ভ কৰিব।)*

সূত্র : হে মাননীয় দর্শক মণ্ডলী! সর্বপ্রথমে সকলোৰে আমাৰ সাদৰ প্ৰণাম গ্ৰহণ কৰক। আজি প্রদর্শন কৰিবলৈ লোৱা নাটকৰ নাম " এজন ৰজা আছিল'। নাটখনি আজি প্রযোজনা কৰিছে.................। এজন ৰজা আছিল। আৰম্ভ কৰাৰ পূর্বে আমি দুহেজাৰ বছৰৰ আগতে ভৰতৰ পঞ্চমবেদ নাট্যশাস্ত্র ৰচনা কৰি যোৱা ঋষি শ্রেষ্ঠ ভৰত মুনিলৈ সকলোৰে প্রণাম জনাওঁ আহক। শোকার্ত দৰিদ্র, শ্রমকাতৰসকলৰ জিৰণিৰ থল স্বৰূপ নাট্যশাস্ত্রৰ মহত্ব প্রকাশক শ্লোক এটিৰেই ভৰতমুনিৰ ওচৰত আমি প্রণিপাত জনাওঁ।

*( ডবা, শংখ কাঁহ, উৰুলীৰ ধ্বনি। লগে লগে নাট্যশাস্ত্রৰ তলৰ শ্লোক কেইশাৰী স্পষ্ট শব্দত সুৰীয়াকৈ গাব। সূত্রধাৰী আৰু সংগীসকল কোনো নৃত্য ভংগীমাত ৰৈ যাব পাৰে শ্লোক গাই থাকোতে পোন্ধৰটিমান শিশু হাতত কাঁহৰ কাহীত মাটিৰ চাকি জ্বলাই লৈ খুব ধীৰ গতিৰে মঞ্চইদি পাৰ হৈ যাব।)*

দুখার্তানাং শ্রমার্তানা শোকার্তানাং তপস্বিনাম্
বিশ্যামজননং লোকে নাট্যমেতদ্ভৱিষ্যতি।।
ধর্য্যং যশস্যময়ূষ্যং হিতং বুদ্ধিৱিৱৰ্ধনম্।
লোকোপদেজননং নাট্যমেতদ্ভৱিষ্যতি।।
ন তজজ্ঞানং ন তাচ্ছিল্পং ন সা বিদ্যা ন সা কলা।
ন স যোগো ন তৎকর্ম নাট্যোহস্মিন যন্ন দৃশ্যতে।।

সূত্র : হে সংগী ঋষি শ্রেষ্ঠ ভৰত মুনিলৈ প্রণিপাত জনোৱাৰ পাচতেই আমাৰ বাৰু কালৈ মনত পৰে।

সংগী : শ্ৰীমন্ত শংকৰদেৱলৈ।

সূত্র : কিয়?

সংগী : তেখেত আমাৰ পিতৃস্বৰূপ। তেখেত আমাৰ নাটকৰ জনক।

সূত্র : একমাত্র সেয়েনে?

সংগী : নহয় নৃত্যবৰ। আজিৰ নাট্যভিনয়ত তেখেতৰ পদ্ধতিকে সন্মান জনোৱা হ'ব।

সূত্র : তেনেহ'লে আহা সংগীসকল। আমি শ্ৰীমন্ত শংকৰ গুৰুক সন্মান জনাই বন্দনা কৰোঁ--

শ্ৰীমন্ত শংকৰ হৰি ভকতৰ
জানা যেন কল্পতৰু
তাহান্ত বিনায় নাই নাই নাই
আমাৰ পৰম গুৰু।

*(সূত্ৰধাৰী আৰু সংগীসকলে নৃত্যসহ উক্ত বন্দনা কৰিব। ক্ৰমে কথাৰ গতি দ্ৰুত হ'ব আৰু সামৰণি মাৰিব। প্ৰধান সংগী আৰু সূত্ৰই সেৰা জনাই আৰম্ভ কৰিব। )*

সূত্ৰ : হে সংগী নাটৰ আৰম্ভণিতে এই মঞ্চত কোনে প্ৰৱেশ কৰিব?

সংগী : আমাৰ সুন্দৰাচলৰ নৃপতি মহাৰাজ মহাবাহুৱে।

সূত্ৰ : তেখেতৰ লগত কোন থাকিব?

সংগী : মন্ত্ৰীবৰ।

সূত্ৰ : আজি ৰাজ্যৰ কোনো শুভদিন নেকি?

সংগী : হয় নৃত্যবৰ। আজি মহাৰাজ মহাবাহুৰ ৰাজ-অভিষেকৰ দিন।

সূত্ৰ : তাৰ বাবে কোনো আয়োজন?

সংগী : আজি এফালে চলিছে স্ত্ৰী-ভোজন, আনফালে শিশুভোজন। দেশৰ অলেখ স্ত্ৰী, অলেখ শিশুক আজি ভোজন কৰোৱা হৈছে।

সূত্ৰ : কিয়?

সংগী : মহাৰাণী আৰু ৰাজপুত্ৰ সকলৰ কুশলাৰ্থে।

সূত্ৰ : মহাৰাজৰ কুশলাৰ্থে কাকো ভোজন কৰোৱা হোৱা নাই?

সংগী : মহাৰাজৰ কুশল অৰ্থে দেশৰ ৰাইজ আৰু অমাত্যসকলে প্ৰাৰ্থনা কৰিছে, শুভদিনৰ বাবে উপহাৰ (ঢোলৰ শব্দ) পঠাইছে।

সূত্ৰ : সেইয়া কিহৰ শব্দ?

সংগী : ৰাজ্যত আজি ঢোল কোবাই শুনাই দিয়া হৈছে।

শব্দ : শুনক ৰাইজ, শুনক ৰাইজ আজি সুন্দৰাচলৰ নৃপতি মহাবাহুৰ ৰাজ্যাভিষেকৰ দিন ( ঢোলৰ শব্দ) মহাৰাণীৰ কুশলৰ অৰ্থে স্ত্ৰীসকলক আৰু ৰাজপুত্ৰ সবৰ কুশলাৰ্থে শিশুসকলক ৰাজসভাৰ পূবে আৰু পশ্চিমে ভোজন কৰোৱা হৈছে। ( ঢোলৰ শব্দ) উদৰপূৰাই খাব পাৰিব, কিন্তু কোনেও এঁকো ঘৰলৈ নিব নোৱাৰিব। (ঢোলৰ শব্দা) শুনক ৰাইজ, শুনক ৰাইজ আজি সুন্দৰাচলৰ নৃপতি মহাবাহুৰ ৰাজ-অভিষেকৰ দিন।

*(ঢোলৰ মাত খোলৰ মাতলৈ ৰূপান্তৰ হ'ব ওপৰৰ কথা কৈ থাকোতেই মঞ্চৰ পিচফালে থকা বগা আঁৰকাপোৰ আঁতৰি যাব। ৰাজকাৰেঙৰ এটা বিশেষ কোঠা ওলাব।)*

সূত্ৰ : সংগী কি বাদ্য বাজিছে?

সংগী : নৃত্যবৰ প্ৰৱেশ বাদ্য বাজিছে।



সূত্ৰ : হে দৰ্শকসকল, চাওক এয়া মহামন্ত্ৰী সহ মহাবাহু নৃপতি মঞ্চত প্ৰৱেশ কৰিছে।

*(খোলৰ শব্দত ৰজা আৰু মন্ত্ৰীৰ প্ৰৱেশ। প্ৰৱেশৰ পাচত তেওঁলোক ৰৈ যাব। কেইটামান সৰু ল'ৰা-ছোৱালীয়ে তলৰ দিহা নাম সুৰীয়া গীত গাব।)*

আমাৰ দেশৰ মহাৰজা অতি বলবান
জিলিকি জিলিকি থাকক তেওঁৰেহে নাম।
জোন জিলিকিলে জ্বলে মৰতৰে ফুল,
জিলিকে ৰজাৰ কাষত পূৰ্ণিমাৰ জোন।
সুন্দৰাচলৰ আমি সৰু সৰু তৰা,
আমাৰ পোহৰ লাগি আজি জিলিকিছে ধৰা।
ৰজা মন্ত্ৰী সকলোকে জনালোঁ প্ৰণাম,
জিলিকি উঠক এহি ৰাজ্যৰ সুনাম।

*(নামৰ অন্তত এজনী সৰু ছোৱালীয়ে ৰজাৰ ডিঙিত মালা পিন্ধাই দিব পাৰে।)*

মন্ত্ৰী : সুন্দৰ ! তোমালোকৰ কুশল হওঁক। এতিয়া যোৱা -- কাৰেঙত শিশু ভোজনৰ আয়োজন হৈছে। খোৱা বোৱা কৰাগৈ । আয়োজক! *( আয়োজকৰ প্ৰৱেশ)।*

আয়োজক : প্ৰণাম মন্ত্ৰী মহোদয়।

মন্ত্ৰী : ৰাজ্যৰ কৰ্ণধাৰসকলৰ শিশুহঁতক চিনি পাইছা?

আয়োজক : পাইছোঁ মন্ত্ৰী মহোদয়।

মন্ত্ৰী : এতিয়া শুনা-- ৰাজ হাউলীৰ বিশেষ স্থানত এওঁলোকৰ বাবে বিশেষ খোৱা বোৱাৰ ব্যৱস্থা কৰাগৈ।

আয়োজক : ভাল মহোদয়।

এটি শিশু : মহাৰাজৰ জয় হওঁক।

সকলো : মহাৰাজৰ জয় হওঁক।

এটি শিশু : মহামন্ত্ৰীৰ জয় হওঁক।

সকলো : মহামন্ত্ৰীৰ জয় হওঁক।

এটি শিশু : মহাৰাজৰ জয় হওঁক।

সকলো : মহাৰাজৰ জয় হওঁক।

আয়োজক : আহা, সকলো আহা।

(আয়োজকৰ পাচে পাচে সকলো শিশু সোমাই যাব।)

মহাবাহু : মন্ত্ৰীবৰ ---

মন্ত্ৰী : মহাৰাজ!

মহাবাহু ঃ স্ত্ৰী ভোজনৰ আয়োজন কেনে হৈছে?

মন্ত্ৰী ঃ মহাৰাজ, হাজাৰ হাজাৰ দৰিদ্ৰ মানুহে একেৰাহে ভোজন কৰিছে। ৰাজ্যত এতিয়াও জনাই থকা হৈছে ঃ সন্ধ্যাৰ সূৰ্যই নদীৰ সিপাৰে জিৰণি নোলোৱালৈকে ভোজন কাৰ্য অব্যাহত থাকিব।

মহাবাহু ঃ সকলোৱে উদৰ পূৰাই খাবলৈ পাইছেনে?

মন্ত্ৰী ঃ বিলনীয়াসকলক দৃষ্টি ৰাখিবলৈ দায়িত্ব দিয়া হৈছে।

*(ব্যৱস্থাপকৰ প্ৰৱেশ)*

ব্যৱস্থাপক ঃ মহাৰাজ!

মহাবাহু ঃ খবৰ বেকত কৰা ব্যৱস্থাপক।

ব্যৱস্থাপক ঃ মহাৰাজৰ আদেশ এজনী ভিক্ষাৰী নাৰীয়ে উলংঘা কৰিছে।

মহাবাহু ঃ কি কলা?

ব্যৱস্থাপক ঃ হয় মহাৰাজ। এজনী মাইকী মানুহে কাপোৰৰ তলত খোৱাবস্তু বান্ধি লৈছিল।

মন্ত্ৰী ঃ তেওঁলোকক জনোৱা হৈছে নে নাই--- যিমান ইচ্ছা খাব পাৰিব, কিন্তু ঘৰলৈ নিব নোৱাৰিব?

ব্যৱস্থাপক ঃ হৈছিল মন্ত্ৰী মহোদয়।

মহাবাহু ঃ তাইক কি কৰা হ'ল?

ব্যৱস্থাপক ঃ আদেশ পালে তাইক মহাৰাজ সন্মুখত হাজিৰ কৰোৱা হ'ব। ইতিমধ্যে তাইক কঠোৰ শাস্তি বিহা হৈছে।

মহাবাহু ঃ তাইক লৈ অহা । *(ব্যৱস্থাপকৰ প্ৰস্থান)*

মন্ত্ৰী ঃ এজনী ভিক্ষাৰীৰ ইমান সাহ!

মহাবাহু ঃ এৰা ইহঁতৰ সাহ বাঢ়িছে।

মন্ত্ৰী ঃ তাইক কি কৰা হ'ব মহাৰাজ?

*(ব্যৱস্থাপকৰ প্ৰস্থানৰ বিপৰীত ফালৰ পৰা আয়োজকৰ প্ৰৱেশ)*

আয়োজক ঃ প্ৰণাম গ্ৰহণ কৰক মহাৰাজ।

মহাবাহু ঃ শিশু ভোজনৰ আয়োজন কেনে চলিছে আয়োজক?

আয়োজক ঃ সকলো ঠিকেই আছিল মহাৰাজ। কিন্তু.......

মহাবাহু ঃ কিন্তু কি ?

আয়োজক ঃ এটা ভীকহু শিশুৱে ৰাজ আজ্ঞা উলংঘা কৰি ঘৰলৈ নিবলৈ চোলাৰ তলত খাদ্য লৈছিল।

মহাবাহু ঃ তাৰমানে দেশত ৰজাৰ আদেশ উলংঘা কৰাৰ উজান উঠিছে। তাক কঠোৰ শাস্তি বিহা আৰু মোৰ সন্মুখত হাজিৰ কৰোৱা, যোৱা।

আয়োজক ঃ মহাৰাজৰ আদেশ শিৰোধাৰ্য (প্ৰস্থান)

*( ব্যৱস্থাপকে নাৰীক মঞ্চলৈ গতা মাৰি দি নিজেও মঞ্চলৈ আহে।)*



ব্যৱস্থাপক ঃ ভীকহু নাৰী, 'তই ৰাজ আজ্ঞা উলংঘা কৰিছ' জান, ইয়াৰ শাস্তি কি?

নাৰী ঃ মই আজ্ঞা উলংঘা কৰা নাই মহাৰাজ। মই সম্পূৰ্ণ একো খোৱা নাই। নিজৰ ভাগটো মাত্ৰ পোণাহঁতলৈ--

মহাবাহু ঃ চুপ!! আদেশ শুনা নাছিলি!! আজি ভোজন কৰিব পাৰ, নিব নোৱাৰ?

নাৰী ঃ ভোজন কৰো বোলা হলে তাতকৈ বেছি খাদ্য মই নিজে খাব পাৰিলোহেঁতেন মহাৰাজ।

মহাবাহু ঃ খোৱাত আপত্তি নাছিল।

নাৰী ঃ কিন্তু নিজৰ ভোকাতুৰ ল'ৰা-ছোৱালী দুটা ঘৰত অনাহাৰে এৰি---

মহাবাহু ঃ কোনো কিন্তু নাই ব্যৱস্থাপক!!

ব্যৱস্থাপক ঃ মহাৰাজ।

মহাবাহু ঃ শীঘ্ৰে এইক কঠোৰ শাস্তি বিহা।

ব্যৱস্থাপক ঃ মহাৰাজ *(শাস্তি দিবলৈ হাত তোলে)*

নাৰী ঃ মহাৰাজ ভুল নকৰিব। একমাত্ৰ মাকেহে বুজি পায় সন্তানৰ ভোকত এমুঠি অন্ন দিব নোৱাৰিলে কি দুখ হয়। আপুনি স্বৰ্গ সুখত আছে মহাৰাজ।

ব্যৱস্থাপক ঃ চুপ!! *( চুলিত ধৰে)* মুখ বন্ধ কৰ। তোৰ চুৰি খাদ্য উলিয়াই দে।

নাৰী ঃ কিন্তু এয়া মোক খাবলৈ দিয়া হৈছে।

ব্যৱস্থাপক ঃ নিবলৈ দিয়া হোৱা নাছিল। উলিয়া উলিয়া, উলিয়া।

মহাবাহু ঃ এই খাদ্য তাইৰ সন্মুখতে কুকুৰক দি দে।

*(ব্যৱস্থাপকে খাদ্য তুলি লয়)*

নাৰী ঃ মোৰ ল'ৰা-ছোৱালী দুটা বৰ ভোকত আছে। (চাই থাকে)

মহাবাহু ঃ এইক লৈ যা। অনাহাৰে তিনি দিন কাৰাগাৰত বন্দী কৰি ৰাখি মেলি দিবি। তাই বুজিব ৰাজ আজ্ঞা উলংঘা কৰাৰ শাস্তি কিমান।

নাৰী ঃ মোক বন্দী নকৰিব। ল'ৰা-ছোৱালী দুটা অকলশৰে আছে সিহঁতে ৰাতি কাৰ সৈতে থাকিব। মোক যি লাগে কৰক, কিন্তু বন্দী নকৰিব মহাৰাজ!

ব্যৱস্থাপক ঃ ব'ল-- *(চুলিত ধৰি লৈ যাব। ৰত্ন আহে, পিচতে আয়োজক )*

ৰত্ন ঃ মোক নামাৰিবা। নামাৰিবা। মই ইমান দোষ কৰা নাই। মই নাখাও, মই একো নাখাও।

আয়োজক ঃ চুপ!! আৰু লাগে। মহাৰাজক সেৱা কৰ।

ৰত্ন ঃ মহাৰাজ! মহাৰাজ ক'ত?

আয়োজক ঃ তোৰ সন্মুখত সেয়া দেখা নাই

ৰত্ন ঃ অ' মহাৰাজ' মই সেৱা কৰিছোঁ। মোৰ একো দোষ নাই। এয়া চাওক মহাৰাজ! মোক ইহঁতে ইমান মাৰিছে মোৰ পিঠি।

আয়োজক ঃ চুপ!

ৰত্ন ঃ মহাৰাজ মোক ৰাখক মহাৰাজ মই মৰি যাম।

মন্ত্ৰী ঃ তই খাদ্য চুৰকৈ বান্ধি লৈছিলি?

ৰত্ন ঃ চুৰকৈ? চুৰকৈ নহয় মহাৰাজ, ইমান পৰ্বত সমান খাদ্য মোৰ আইলৈ মই অকণমান বান্ধি লৈছিলোঁ। ভনীজনী বেমাৰত পৰি আছে।

আয়োজক ঃ কিন্তু মহাৰাজৰ হুকুম। তই খাব পাৰ নিব নোৱাৰ।

ৰত্ন ঃ মোৰ ভুল হ'ল। এয়া মহাৰাজ মই ঘূৰাই দিছোঁ। ইমানবোৰ খাদ্য! মহাৰাজৰ ইমানবোৰ বস্তু আছে তাৰ পৰা এইকণ লোৱাৰ বাবে মোক যদি ইমান শাস্তি দিয়ে।

আয়োজক ঃ তোক এইবোৰ সোধা হোৱা নাই।

ৰত্ন ঃ মহাৰাজ! মোৰ আয়ে মোক এৰি একো নাখায়। আমাক খাবলৈ দি কিমান সাঁজ নিজে অনাহাৰে থাকে। মই বাৰু আইলৈ।

আয়োজক ঃ বন্ধ কৰ। ৰাজ আজ্ঞা উলংঘা কৰিলে শাস্তি হয়।

মহাবাহু ঃ হয়। শুন। ইয়াক লৈ যা। যিহেতু ই শিশু , ইয়াক বেতেৰে পাঁচ কোব দি মেলি দে।

ৰত্ন ঃ মোক আকৌ নামাৰিব মহাৰাজ। মই ৰাজসভাত আৰু একো খাবলৈ নাহোঁ। কেতিয়াও নাহোঁ। আকৌ মাৰিলে মই মৰি থাকিম মহাৰাজ।

আয়োজক ঃ চুপ।

মহাবাহু ঃ মন্ত্ৰীবৰ ( আয়োজকে ৰত্নক টানি লৈ যায়।)

মন্ত্ৰী ঃ মহাৰাজ!

মহাবাহু ঃ মোৰ ভাল লগা নাই মন্ত্ৰীবৰ।

মন্ত্ৰী ঃ সামান্য দুটা সাধাৰণ ঘটনাতে।

মহাবাহু ঃ সামান্য নহয় মন্ত্ৰী-বৰ। দেশত দৰিদ্ৰতা বাঢ়ি গৈছে। নহলে সাধাৰণ এজনী নাৰী আৰু এটা ভীকহু ল'ৰাই ৰাজ আজ্ঞা উলংঘা কৰাৰ সাহস নাপালেহেঁতেন।

মন্ত্ৰী ঃ এইটোৱেই সকলোতকৈ শুভ লক্ষণ মহাৰাজ! আজি এনে দিনত এটা সুন্দৰ সুবিধা আহিছে। আমাৰ ৰাজপাট দীৰ্ঘ দিনলৈ নিষ্কন্টক হব।

মহাবাহু ঃ আপুনি কি কৈছে মন্ত্ৰীবৰ?

মন্ত্ৰী ঃ হয় মহাৰাজ। আজিৰে পৰা আমাৰ প্ৰচাৰৰ মূল কথা হ'ব "আমি দৰিদ্ৰতা ধ্বংস কৰিবৰ বাবে যুঁজ দিবলৈ ওলাইছোঁ। ৰাইজে আমাক সহায় কৰক।

মহাবাহু ঃ তাৰ পৰা কি লাভ হ'ব?

মন্ত্ৰী ঃ ৰাজ্যত বয় বস্তুৰ মূল্য বাঢ়িছে। শান্তি ৰক্ষকসকলৰ অত্যাচাৰত প্ৰজাৰ সুখ শান্তি নোহোৱা হৈছে। এনে সময়ত আমি প্ৰচাৰ কৰোঁ মহাৰাজ।

মহাবাহু ঃ কি প্ৰচাৰ?



মন্ত্ৰী ঃ মানে প্ৰচাৰ কৰোঁ-- " আহক ৰাইজ, ৰজাঘৰ আৰু প্ৰজাঘৰ একেলগ হৈ আমি দৰিদ্ৰসকলক ৰক্ষা কৰোঁ। দৰিদ্ৰতা ধ্বংস কৰোঁ।

মহাবাহু ঃ এই প্ৰচাৰে আমাক কি দিব?

মন্ত্ৰী ঃ দৰিদ্ৰ অলেখ মানুহ আমাৰ লগ হ'ব।

মহাবাহু ঃ কিন্তু দৰিদ্ৰতা ধ্বংস হ'ব জানো?

মন্ত্ৰী ঃ কিয় হব? এই দৰিদ্ৰতাক মহাৰাজে জীয়াই ৰাখিব লাগিব। আৰু তেওঁলোকৰ বাবে কাম কৰিছোঁ বুলি আমি ৰাজপাট ৰক্ষা কৰিব লাগিব।

মহাবাহু ঃ মই এতিয়াও নিশ্চিত হ'ব পৰা নাই। মন্ত্ৰীবৰ।

মন্ত্ৰী ঃ বৰ্তমান আপোনাৰ বিশ্ৰামৰ প্ৰয়োজন। বলক মহাৰাজ।

মহাবাহু ঃ এৰা, ব'লক মন্ত্ৰীবৰ।

(ৰজা মন্ত্ৰী ওলাই যাব । প্ৰথম বৰগীত সুৰীয়াকৈ তলত দিয়া গীত গাই গাই নৃত্য ভংগীমাত সূত্ৰধাৰী ওলাই আহিব। পিচতে সকলো সংগীয়ে ওজাপালি সুৰত শুনা শুনা সভাসদ গাই নাচি নাচি মঞ্চত প্ৰৱেশ কৰিব। নৃত্য পৰিবেশনৰ কৰি অন্য সংগী ওলাই যাব প্ৰধান সংগী আৰু সূত্ৰ শেষত মঞ্চত থাকিব। )

সুত্ৰৰ গীতঃ হে সংগী-- মহাৰাজ বিশ্ৰামত মগ্ন ভৈল হে--

কোঁৱৰ টোলত অন্য কিনো ঘটে হে--

সংগীৰ গীতঃ শুনা শুনা সভাসদ আমাৰ বচন,

আমাৰ বচন ইটো কোঁৱৰ কথন।

নৃপবৰ মহাবাহু আছে তিনি পুত্ৰ

কণিষ্ঠ পুত্ৰৰ সৈতে কন্দল উপস্থিত।

সৰু পুত্ৰে ক'লে বোলে এহি মই যাওঁ,

পিতৃ দেৱতাৰ কাৰ্য কদাপি নাচাওঁ।।

সংগী ঃ পাচে নৃত্যবৰ, সৰু পুত্ৰ বা কোন?

সূত্ৰ ঃ কিয় মহাবাহু মহাৰাজৰ তিনি পুত্ৰ। তাৰে সৰুজন সূৰ্যশিখা।

সংগী ঃ সূৰ্যশিখা -- নামে কিন্তু ভাল কয়--

সূত্ৰ ঃ কামে বা কি কয়-- হয় সৌৱা --

আগে আগে সূৰ্যশিখা পাচত অনুনয়,--

বিনয়ো আহিছে ওলাই জানো কিবা কয়।

(সূত্ৰ আৰু সংগীৰ প্ৰস্থান)

অনুনয় ঃ তুমি যাব নোৱাৰা। দেউতা আমাৰ একমাত্ৰ দেউতাই নহয়। তেওঁ এই দেশৰ ৰজা। গতিকে তেওঁৰ ভাল বেয়া বিচাৰ কৰাৰ আমাৰ অধিকাৰ নাই।

সূত্ৰ : তোমাৰ কথা সঁচা। কিন্তু দেউতাৰ কামবোৰ মই ভাল পোৱা নাই। মই সেইবাবেহে গুচি যাব খুজিছোঁ।

বিনয় : কিন্তু তুমি যাবা ক'লৈ? ৰজাৰ ল'ৰা কাৰেং এৰি ক'ত থাকিবা।

সূৰ্য : ক'ৰবাত থাকিম। নহলে আজিয়ে ৰাজসভাত শাস্তি দিছিল, সেই ল'ৰাটোৰ ঘৰলৈকে গুচি যাম।

*(শেৰালি, নেৰালি আৰু কৰবী আহে)*

শেৰালি : বাঃ বাঃ সৰুকোঁৱৰ এই নগৰ এৰি ক'ত যাব শুনা-- *( তিনিওজনীয়ে হাঁহিব)*

মিছা কথা মিছা কথা কনিষ্ঠ কোঁৱৰ

তুমি যে আলাসৰ লাৰু ৰাজ প্ৰসাদৰ।

শেৰালি : ৰজাৰ কাৰেং এৰি ক'তে কিয় যাবা।

মিছাতে কিয়নো বাৰু দুখ কষ্ট খাবা।

কৰবী : তুমি নাথাকিলে পিতৃ উচুপি কান্দিব

কথা নুশুনিলে ৰজাই বন্দী কৰি থব। (মন্ত্ৰী আহে)

মন্ত্ৰী : সেই বাবেই কৈছোঁ কোঁৱৰ, ভাতৃদ্বয় আৰু বন্ধু- বান্ধৱীৰ লগত খেলাত নিমগ্ন হোৱা।

সূৰ্য : মই নেখেলো।

মন্ত্ৰী : খেলা নেখেলা পিচৰ কথা; কিন্তু তুমি ক'তো যাব নোৱাৰা।? মিছা চেষ্টা নকৰিবা।

শেৰলি : খং উঠিলে মহাৰাজলৈ যে আমাৰ ইমান ভয় লাগে।

নেৰালি : বাপৰে একেবাৰে খাও খাও যেন।

কৰবী : হয় দেই, মইয়ে কঁপি যাও। তুমিনো বাৰু কি সাহসত এইবোৰ কৰা?

শেৰালি : আৰু কাৰেঙ এৰি তুমি যাবই বা লাগে কিয়?

মন্ত্ৰী : যাব খুজিলেই কোঁৱৰ যাব নোৱাৰে। যোৱা সকলোৱে খেলাত ধৰাগৈ।

অনুনয় : আহা, আমি যাওঁ।

বিনয় : শেৰালি, নেৰালি খেলোগৈ আহা।

শেৰালি : সৰু কোঁৱৰ ব'লা।

সূৰ্য : তোমালোকে খেলাগৈ। মই আজি নেখেলো। ইয়াতে থাকিম। আপুনিও যাওক মন্ত্ৰীবৰ।

মন্ত্ৰী : কোঁৱৰ দীৰ্ঘায়ু হওক। তোমালোক আহা! সৰু কোঁৱৰ অকলে থাকিব খুজিছে।

*(মন্ত্ৰী যায়)*

শেৰালি : সৰু কোঁৱৰে নেখেলে। আহা আমি নাওঁ খেলি যাওঁ। আহা সকলো আহা

নেৰালি : মই কিন্তু আজি নাৱৰ টিঙ হ'ম।

কৰবী : মইও।

বিনয় : নহ'ব, আমি টিঙ হম।



অনুনয় : হয়! আমি হ'ম।

নেৰালি : নহ'ব, আমি টিঙ হলোৱেই। তোমালোক আজি নাৱৰীয়া হোৱা।

বিনয় : ৰজাৰ ল'ৰা নাৱৰীয়া হোৱা ক'ত দেখিছা?

অনুনয় : সঁচা কথা, কত দেখিছা?

নেৰালি : খেলত কিহৰ ৰজা প্ৰজা আছে? খেল খেলেই।

বিনয় : তোমালোক টিঙ হলে আমি নেখেলো।

অনুনয় : আমি যাওঁ।

শেৰালি : ৰ'বা, নাযাবা। (নোৱালিহঁতক) শুনা নাৱৰ টিঙ সদায় ওখ হ'ব লাগে। গতিকে তেওঁলোকেই টিঙ হওঁক।

নেৰালি : তুমি সদায় আমাক নাৱৰীয়া পাতা।

শেৰালি : টিঙ যে সদায় ওখ হ'ব লাগে।

নেৰালি : ঠিক কৈছা। কাইলৈ আমি টিঙ হ'ম। পিচে তুমি আজি কি হ'বা?

শেৰালি : কিয় মই যাত্ৰী হোৱা।

সকলো : তুমি সদায় যাত্ৰী হোৱা।

শেৰালি : তেন্তে তামালোকে কথা কোৱাহি আহা।

নেৰালি : কথা ক'বলৈ আমাৰ মুখস্থই নাই। তুমিয়েই যাত্ৰী হোৱা। আমি নাৱৰীয়া হ'লোৱেই।

শেৰালি : তেন্তে খেলা আৰম্ভ কৰোঁ। চোৱা, তুমি অলপ বেকা হোৱা। তুমি মাজলৈ আহা। বচ্ এতিয়া সাজু?

সকলো : সাজু! ( নাও চলাৰ অভিনয় কৰিব এই সময়তে পিচফালৰ দৃশ্যৰ ঠাইত এখন বগা আঁৰকাপোৰ নমাই দিব। এই আঁৰকাপোৰত নীলা পানী দেখুৱাব পাৰে। এতিয়া পিচৰ দৃশ্য সজ্জাও সলনি কৰি থাকিবৰ সুবিধা হ'ব যাতে পিচৰ দৃশ্য সময় খৰছ নোহোৱাকৈ উলিয়াব পাৰি।)

শেৰালি : এইখন কাৰ নাও?

সকলো : ৰজাৰ নাও

শেৰালি : এই ঘাটত চপাম নে?

সকলো : নচপাবা।

শেৰালি : কিয়?

সকলো : এইটো প্ৰজাৰ ঘাট।

শেৰালি : সেই ঘাটত চপাম নে?

সকলো : নচপাবা।

শেৰালি : কিয়?

সকলো : সেইটোও প্ৰজাৰ ঘাট।

শেৰালি : ভাল তেন্তে। (নাও চলাব। পোহৰে সহায় কৰিব)
শেৰালি : এইখন কাৰ নাও?
সকলো : প্ৰজাৰ নাও।
শেৰালি : এই ঘাটত চপাম নে?
সকলো : নচপাবা।
শেৰালি : কিয়?
সকলো : এইটো ৰজাৰ ঘাট
শেৰালি : সেই ঘাটত চপামনে?
সকলো : নচপাবা।
শেৰালি : কিয়?
সকলো : সেইটোও ৰজাৰ ঘাট।
শেৰালি : এইটো বাৰু কি কথা হ'ল।
সকলো : প্ৰজাৰ ঘাটত ৰজাৰ নাও নাচাপে, ৰজাৰ ঘাটত প্ৰজাৰ নাও নাচাপে।
শেৰালি : তেনেহলে নাওবোৰ সাগৰৰ মাজতে থাকিব নেকি?
সকলো : নাথাকে।
শেৰালি : তেন্তে কি হ'ব?
সকলো : প্ৰজাৰ ঘাটত ৰজাৰ নাও ডুব যাব, ৰজাৰ ঘাটত প্ৰজাৰ নাও ডুব যাব।
শেৰালি : নাও ডুব গ'ল------ ( দীঘলকৈ)
সকলো : গ'ল ---- গ'ল----গ'ল।
শোৰালি : নাও ডুব গ'ল।
সকলো : গ'ল-- গ'ল-- গ'ল-- বচোৱা বচোৱা

( সকলো নাও ডুবাৰ দৰে ওলায় যায়, সূৰ্যই একেথৰে সেই ফালে চাই থাকে। খীণ শব্দত যেন শুনি থাকে নাওডুব গ'ল- গ'ল গ'ল- গ'ল। কাণী আহে।)

কাণী : (কিছু সময় কোঁৱৰলৈ পিচৰ পৰা চাই থাকে) আমাৰ সৰু কোঁৱৰে বোলে অকলে থাকিবলৈ বিচাৰিছে।
সূৰ্য : বিচাৰিমতো। তোমালোক কাকো মোৰ দৰকাৰ নাই।
কাণী : মোকো নে?
সূৰ্য : তোমাকো। তোমালোকে বহু কথাই কোৱা। কিন্তু কাম এটাও নকৰা।
কাণী : কি কামনো নকৰিলোঁ?
সূৰ্য : কিনো কৰিলা? তুমি কৈছিলা তুমি আইক আনি দিবা। আনি দিয়াটো বাদে এদিনলৈকে বিচাৰিও নগ'লা।



কাণী : মই কিবা আনি নিদিও বুলি কৈছোনে? এতিয়াও কৈছোঁ- তোমাৰ আইক তোমাৰ সন্মুখত থিয় কৰাই তোমাৰ দুগালত দুটা চুমা খুৱাব নোৱাৰিলে মোৰ নাম কাণী বাইয়েই নহয়।
সূৰ্য : কিন্তু কেতিয়া আনিবা? মোৰ মন ভাল নলগা হৈছে। এদিন তোমালোক সকলোকে এৰি মই গুছি যাম।
কাণী : ঔ আহ! কলৈ যাবা? গ'লেও ঘৰৰ মইনা ঘৰলৈ ঘূৰি আহিবই লাগিব। আৰু শুনা, এতিয়া তোমাৰ আইক লৈ আনিলে ৰজাই হাতীৰে গছকাই মাৰি পেলাব।
সূৰ্য : তুমি কলেই হ'বনে? আইক কোনেও মাৰিব নোৱাৰে।
কাণী : কিন্তু মহাবাহু মহাৰাজৰ কি বিশ্বাস? নহলেনো সেই হেন মানুহজনীক বাঘ, সিংহৰ মাজত মেলি থৈ আহেগৈনে? বাৰু আইক পালেনো কি কৰিবা মোকে কোৱাচোন।
সূৰ্য : আইক পালে মই সুধিম দেউতাৰ উৎপাতবোৰ কেনেকৈ নোহোৱা কৰিব পাৰি আৰু আইক লৈ মই সেই লৰাটোৰ ওচৰলৈ গলোহেঁতেন।
কাণী : এইবোৰ কথা ইমান ডাঙৰকৈ ক'ব নাপায়। দেউতাই শুনিলে।
সূৰ্য : শুনক। তোমাক যে মোৰ কথা ক'বৰ মন নোযোৱা হৈছে। যোৱা বাই, তুমিও ইয়াৰ পৰা গুছি যোৱা। তুমি মোক একো কৰিব নিদিলা।
কাণী : খং নকৰিবা সৰু কোঁৱৰ! তুমিও খং কৰিলে মইনো বাৰু কাৰ বাবে জীয়াই থাকিম? আইক ক'ব খোজা কথাবোৰ এতিয়ালৈ মোকেই কবা। বাৰু ল'ৰাটোৰ ওচৰলৈ তোমাক যদি ময়েই লৈ যাওঁ তুমিনো তাত কি কৰিবা গৈ।
সূৰ্য : ৰত্নৰ আয়েকক মোৰ খুব চাবৰ মন গৈছে বাই। ৰত্নই তেওঁক ইমান ভাল পায় কিয়? মোৰ আই কিন্তু বৰ নিষ্ঠুৰ। তেওঁৰ মোক এবাৰো চাবৰ মন নাযায় নহয়!!
কাণী : তুমি তেনেকৈ নকবা সৰু কোঁৱৰ। মাকবোৰ সদায় মৰমীয়াল। তোমাৰ ওচৰলৈ আহিব নোৱাৰি তোমাৰ আয়ে কেনেকৈ লুকাই লুকাই কান্দি থাকে মইহে দেখিছোঁ। তুমি আৰু অলপ ডাঙৰ হোৱা, ৰজাৰ হাতৰ পৰা আইক বচাব পৰা হোৱা, আই তোমাৰ কাষ পাবহি। শুনা-কালিলৈ তোমাক মই খুব গোপনে সেই ল'ৰাটোৰ ওচৰলৈ লৈ যাম, কিন্তু কোনেও জানিব নোৱাৰিব।
সূৰ্য : সঁচাই নিবা?
কাণী : ক'লো নহয়। অ'-- সৌৱা শোৱালিহঁত আকৌ আহিছে। তোমালোকে খেলা ( কাণী যায়)
শেৰালি : এইফালে কোন যায়? ( চকু মুদি)
নে+কা : কাণীবাই যায়
শেৰালি : এইফালে কোন যায়?
নে+কা : ৰাজকোঁৱৰ যায়।
শেৰালি : শেৰালি, নেৱালিহঁতে কিবা গম পায়?
নে+কা : পায়, পায়, পায়, কিয় বা নাপায়?
শেৰালি : কাণীবাই গুচি যায় কোঁৱৰৰ লগ নাই।

নে+কা ঃ খঙতে হ'ব পায়, আছে মুখ ওন্দোলাই।

সূৰ্য ঃ যিকোনো সময়তে ধেমালি নকৰিবা। মোৰ ভাল নালাগে।

শেৰালি ঃ নকৰোঁ বাৰু, পিচে কোৱাচোন তোমাৰনো আজি কালি কিয় ইমান খং?

সূৰ্য ঃ মোৰ কাৰেণ্ডত মোৰ ভাল নলগা হৈছে ইয়াৰ পৰা গুচি যাবৰ মন গৈছে।

শেৰালি ঃ তুমি নাথাকিলে আমিও ইয়াত নাথাকো।

নেৰালি ঃ নাথাকোতো। মা দেউতাক ইমান দূৰত এৰি ইয়াত আছোহি--

নে+কা ঃ আহা - খেলোগৈ আহা

শেৰালি ঃ এই ফালে কোন যায়?

নে+কা ঃ সৰু কোঁৱৰ যায়।

শেৰালি ঃ সেইফালে কোন যায়।

নে+কা ঃ সৰু কোঁৱৰ যায়।

শেৰালি ঃ হায়! হায়! হায়!

নে+কা ঃ আমাৰ কোঁৱৰ কান্দি আছে মাকক নাপাই।

(সকলো ওলায় যাব। সূত্ৰধাৰ আৰু সংগীসকল তলৰ ওজাপালি সুৰীয়া গীত গায় আৰু নৃত্য কৰি ওলাই আহিব।)

কোনো নাই কোনো নাই
এই গৃহে কোনো নাই,
দুই শিশু আছে বাট চাই।।
ৰজাৰ ঘৰৰ কথা এহিমানে থাওক,
এহিবাৰ প্ৰজাৰ কাষলৈ বাৰু যাওঁক।।
গাঁওৰ ভীকহু লৰা ৰত্ন হেনো নাম
দৰিদ্ৰ ভিক্ষাৰী তাক ঘৰতেহে পাম।
ৰজাৰ বেতত তাৰ পিঠি হ'ল ৰঙা
উচুপি কান্দিলে শান্তি বিধি কি কৰিলা।।
তিনি ৰাতি আই নাই কেনিবা হেৰাল
অনাহাৰে আছে দুয়ো কিনোবা কপাল।।

(প্ৰধান সংগী আৰু সূত্ৰধাৰী মঞ্চত থাকিব আৰু অন্যসকল নৃত্য কৰি কৰি ওলায় যাব।)

সংগী ঃ এইবাৰ যে সূত্ৰ ডাঙৰীয়া ওজা যেন হ'ল।

সূত্ৰ ঃ এইবাৰ যে আমাৰ ৰজা ঘৰ এৰিবৰ হ'ল।

সংগী ঃ নুবুজিলোঁ।



সূত্ৰ ঃ নুবুজিবা।

সংগী ঃ বুজাই কব নোৱাৰি জানো?

সূত্ৰ ঃ কিয় নোৱাৰি?

সংগী ঃ তেনেহঁলে কোৱা হওক।

সূত্ৰ ঃ কোৱা হৈছে। ৰজাঘৰ সূত্ৰধাৰে শুৱনি কৰে। এইবাৰ পাচে নাটকত প্ৰজাঘৰেহে ওলাব।

সংগী ঃ বুজিলোঁ দিয়ক।

সূত্ৰ ঃ কি বুজিলা?

সংগী ঃ গাঁওৰ ভিক্ষাৰী ল'ৰা ৰত্ন হেনো নাম,

সূত্ৰ+স ঃ দৰিদ্ৰ ভিক্ষাৰী তাক ঘৰতেহে পাম।

সূত্ৰ ঃ গতিকে গাঁওলৈ ওজা হৈ ওলালো দিয়া।

সংগী ঃ পিচে তাৰ ঘৰত আৰু বা কোন ওলাব? (হাঁহি)

সূত্ৰ ঃ তোমালোকে নাহাঁহিবা। হাঁহিলে দুখীয়াৰ মনত আঘাত বেছি হয়।

সংগী ঃ তাৰ আঘাতৰ কাৰণ বা কি?

সূত্ৰ ঃ ৰজাৰ বেত্ৰাঘাত। ভনীয়েক শান্তিয়ে তাৰ পিঠিৰ কোববোৰত হাত ফুৰাই দিছে।

সংগী ঃ দুখৰ কথা।

সূত্ৰ ঃ এৰা দুখৰ কথা। আমাৰ বাবে খোৱা বস্তু বান্ধি আনি ককাইদেউহঁতে যদি কৰবাত মাৰ খাই আহে।

সংগী ঃ তেনেকৈ নক'ব। আত্মাই দুখ পায়।

সূত্ৰ ঃ দুখ নকৰিবা নাটৰ গীত আৰম্ভ কৰা

সংগী ঃ আমি গীত নধৰো বুলিছোঁ।

সূত্ৰ ঃ কেনে কথা আকৌ।

সংগী ঃ আমি দৰ্শকৰ লগতে ল'ৰাটো চাব খুজিছোঁ। আইঐ দেহী

( উচ্চ মঞ্চৰ বগা আঁৰ কাপোৰ আঁতৰি মুহূৰ্ততে ৰত্নহঁতৰ ঘৰৰ দৃশ্য ওলাব শান্তিয়ে ৰত্নৰ পিঠিত তেল সানি দিছে। )

ৰত্ন ঃ শান্তি।

শান্তি ঃ ককাইদেউ।

ৰত্ন ঃ আই যদি নাহে!! তেওঁৰ যদি ক'ৰবাত কিবা হৈছে।

শান্তি ঃ নাই হোৱা অ'। তেওঁ আহিবই। আমাক এৰি তেওঁ ক'লৈ যাব?

ৰত্ন ঃ হলেও আজি তিনিৰাতি তেওঁ নাই। আগতে আমাক এৰি তেওঁ ক'তো কাহানিও থকা নাই, তেওঁৰ কিজানি।

শান্তি ঃ ভিক্ষা বিচাৰি গৈ তেওঁ বাট হেৰুৱাইছে। তেওঁ নহ'লে নাথাকে।

ৰত্ন ঃ আই আহিলেই প্ৰশ্নটো সুধিম।

শান্তি ঃ সুধিবি। আয়েও মই কোৱাটোৱেই ক'ব চাবি।

ৰত্ন ঃ নক'বও পাৰে; মোৰ হলে বিশ্বাস হোৱা নাই।

শান্তি ঃ বিশ্বাস নহ'লে কি হ'ব? ৰজাৰ বিচাৰ ঈশ্বৰৰ বাহিৰে কোনে কৰিব?

ৰত্ন ঃ তিনিদিন মই শুব পৰা নাই জান? আমাৰ দোষৰ বিচাৰ বাৰু ৰজাই কৰে। ৰজাৰ দোষৰ বিচাৰ কোনে কৰিব?

শান্তি ঃ মই নিজে জনাটোহে কৈছোঁ। ঈশ্বৰৰ বাহিৰে ৰজাক কোনে শাস্তি দিব পাৰে! আৰু ৰজাই জানো দোষ কৰে?

ৰত্ন ঃ কিয় নকৰে? মোক ইমান শাস্তি দিয়া ৰজাৰ কি দোষ হোৱা নাই? আস্ সেইফালে নুচুবি বৰ বিষাই আছে।

শান্তি ঃ বৰকৈ ৰজাৰ কথা কৈ নাথাকিবি।

ৰত্ন ঃ কি হ'ব?

শান্তি ঃ ৰজাৰ মানুহে শুনিব।

ৰত্ন ঃ শুনক

শান্তি ঃ নিচিয়ৰিবি; আইও ঘৰত নাই, কিমানযে ভোক লাগিছে। *(কাণী সোমাই আহে)*

কাণী ঃ এইটো বাৰু ৰত্ন নামৰ ল'ৰা এজনৰ ঘৰ হয়নে?

ৰত্ন ঃ হয়। মইয়ে ৰত্ন। আহক। বহক।

কাণী ঃ ইস, তোমালোকৰ ঘৰ বিচাৰি বিচাৰি হায়ৰান হৈ গলো।

ৰত্ন ঃ আমাৰ ঘৰ?

কাণী ঃ হয়তো। তোমালৈ এজন বন্ধু লৈ আহিছোঁ। তেওঁ আকৌ তোমাক খুব ভাল পায়।

ৰত্ন ঃ কোন বাৰু?

কাণী ঃ সৌৱা তুমি মাতি আনা যোৱা।

সূৰ্য ঃ *(বাহিৰৰ পৰা)* নালাগে মই নিজেই গৈছোঁ। *(সোমাই আহে)* তোমাক মই চিনি পাওঁ।

ৰত্ন ঃ মোক? কিন্তু মই তোমাক চিনি নাপাও।

সূৰ্য ঃ মোক নাপাবও পাৰা। তোমাক মই পৰহি দেখিছিলোঁ। ৰজাৰ ঘৰত।

ৰত্ন ঃ অ' মোক ৰজাৰ মানুহে মাৰিছিল। তেতিয়া বহুত ল'ৰা-ছোৱালীয়ে চাই আছিল।

সূৰ্য ঃ মইও চাই আছিলোঁ।

ৰত্ন ঃ তেন্তে তোমালোকে মোক নামাৰিবলৈ নকলা কিয়?

সূৰ্য ঃ মই ক'ব খুজিছিলোঁ। কিন্তু মোক ক'বলৈ নিদিলে।



ৰত্ন ঃ তোমাকো মাৰিলে নেকি?

সূৰ্য ঃ নাই মৰা। তোমাক মাৰোতেই মই কান্দি দিছিলোঁ। তোমাৰ এজনী ভণ্টী আৰু মা আছে বুলি ৰজাক যে কৈছিলা। মোৰ তেওঁলোকক খুব চাবৰ মন গৈছে।

ৰত্ন ঃ মোৰ ভণ্টী এইজনী। নামটো শান্তি। তাইৰ সেইদিনা জ্বৰ হৈছিল। মই সেইবাবে—

সূৰ্য ঃ তোমালোকলৈ মই কিবা খোৱা বস্তু আনিছোঁ। খাবানে?

শান্তি ঃ খোৱা বস্তু? কিয় নাখাম? যোৱা তিনিদিন আমি ভালকৈ খাবলৈ পোৱা নাই।

সূৰ্য ঃ বাই তুমি বাহিৰলৈ কি চাই আছা? খোৱা বস্তু দিয়া।

কাণী ঃ এয়া এয়া। আহা। কিমান খোৱা খাব পাৰা।

শান্তি ঃ ইমান ধুনীয়া বস্তু। এইবোৰ খায় নেকি?

ৰত্ন ঃ মোহন মহাজনৰ দোকানৰ মিঠাই বোৰতকৈও ধুনীয়া।

কাণী ঃ তোমালোকে খোৱা এতিয়া। *(ৰত্ন আৰু শান্তিয়ে দুটা মিঠাই তুলি লয়। ইটোৱে সিটোক চায়। থৈ দিয়ে)*

সূৰ্য ঃ কি হ'ল? নাখালা যে?

ৰত্ন ঃ পিচত খাম।

সূৰ্য ঃ তুমি?

শান্তি ঃ ময়ো পিচত খাম।

কাণী ঃ কিয়?

শান্তি ঃ *(বৈ)* আই নাই নহয়। তেওঁ আহিলে খাম।

সূৰ্য ঃ তেওঁ ক'লৈ গ'ল? মোৰ তোমালোকৰ আইক চাবলৈ খুব মন আছে। ৰত্নৰ যে আইলৈ ইমান মৰম। তোমাৰ আই বৰ ধুনীয়া নহয়?

ৰত্ন ঃ আইক আমি বৰ ভাল পাওঁ। তেওঁ যে আমাৰ বাবে কিমান কষ্ট কৰে। ভিক্ষা মাগিবলৈ যায়, লোকৰ চুৰা ধোৱে। তেওঁ নিজে নাখাই আমাক খুৱায়।

সূৰ্য ঃ সেইদৰে নকবা। মোৰ কান্দি দিবৰ মন যায়। মোৰ আই বৰ নিষ্ঠুৰ। তেওঁ এদিন মোক এৰি গুচি গ'ল। এদিনলৈকে মোক চাবলৈ অহা নাই। কোনোবাই কয় তেওঁ আত্মহত্যা কৰিলে।

শান্তি ঃ আত্মহত্যা কিনো?

সূৰ্য ঃ নিজে নিজে ক'ৰবাত মৰি থাকিল।

শান্তি ঃ ইস, তেওঁ চাগে বৰ কষ্ট পাইছে। আমাৰ আই আজি তিনিদিন নাই।

সূৰ্য ঃ নাই? কেনি গ'ল?

ৰত্ন ঃ আমি নাজানো। মোক শাস্তি দিয়াৰ দিনা পুৱাতে তেওঁ নগৰৰ ফালে ওলাই গৈছিল। তাৰ পিচত আৰু ঘূৰি অহা নাই।

সূৰ্য ঃ ৰজা ঘৰৰ নাৰী-ভোজনলৈ বাৰু তোমালোকৰ আই গৈছিল নেকি?

ৰত্ন ঃ সেই দিনা ৰজাই মাইকী মানুহকো খুৱাইছিল নেকি?

সূৰ্য : খুৱাইছিল। আয়ে তাৰলৈ যাম বুলি কৈছিল নহয়?

শান্তি : একো কোৱা নাছিল।

সূৰ্য : তোমালোৰ আই বাৰু কেনেকুৱা?

শান্তি : এখন লেতেৰা চাদৰ পিন্ধিছিল। হাতত এটা মোনা লৈ গৈছিল।

সূৰ্য : সেই দিনা ৰজাঘৰত এজনী মাইকী মানুহকো শাস্তি দিছিল।

ৰত্ন : কিয়?

সূৰ্য : তোমাৰ দৰেই ল'ৰা-ছোৱালীলৈ তেওঁ খোৱা বস্তু বান্ধি লৈছিল।

ৰত্ন : সেয়া তেন্তে আইয়েই হয়। তেওঁ আমাক এৰি ক'তো একো নাখায়।

শান্তি : তেওঁ ক'লৈ গ'ল?

ৰত্ন : ৰজাই তেওঁক মাৰি পেলালে নহয়?

শান্তি : তুমি জানানে, কোৱাচোন তেওঁ ক'লৈ গ'ল?

সূৰ্য : ৰবা তেওঁ আছে।

ৰত্ন : আছে, ক'ত আছে?

শন্তি : তুমি তেওঁক লগ পাইছিলা?

ৰত্ন : তেওঁ কেতিয়া আহিব?

সূৰ্য : তেওঁ যদি তোমালোকৰ আই হয় তেন্তে এতিয়াই আহিব।

শান্তি : তুমি কেনেকৈ জানিলা?

সূৰ্য : তেওঁক খাবলৈ নিদিয়াকৈ তিনিদিন বন্দী কৰি থোৱা আছিল। আজি পুৱাই তেওঁক এৰি দিছে।

শান্তি : তিনি দিন নাই খোৱা যদি আই মৰি থাকিব।

ৰত্ন : আই আহিলে সকলো বস্তু আইক খাবলৈ দিম।

শান্তি : ভাগ্যে আমি খাই নেপেলালো।

ৰত্ন : সেয়া যদি আই নহয়।

শান্তি : হয়, আইয়েই হয়। এইবাৰ আহিলে আইক আৰু কলৈকো যাবলৈ নিদিওঁ।

ৰত্ন : আই নগলে খাবি কি? সৌৱা আই আহিলেই। তুমি ঠিক কৈছিলা। আই!

শান্তি : আই! *(ওলাই যায়। ক্ষন্তেক পাচতে তিনিওটা আহে)*

ৰত্ন : আই আমি গম পাইছোঁ, ৰজাই তোমাক খুব শাস্তি দিলে।

শান্তি : তুমি তিনি দিন একো খোৱা নাই নহয়।

ৰত্ন : কোৱা আই, তুমি কথা কোৱা।

নাৰী : তহঁত ভালে আছ?

ৰত্ন : আছো আই। তোমালৈ বহুত খোৱা বস্তু আছে, আহা খোৱা।



নাৰী : খোৱা বস্তু? ক'ত পালি? চাও *(ক্ষন্তেক ৰৈ)* তহঁতে জানো খালি?.

ৰত্ন : আমি খাম বাৰু। তুমি খোৱাচোন।

নাৰী : আহ, তহঁতেও খা। *(চিন্তা কৰে)* ইমান ধুনীয়া মিঠাই! ক'ত পালি?

ৰত্ন : এয়া মোৰ বন্ধু। মোক চিনি পায়।

ৰত্ন : এনেকুৱা খোৱাবস্তু জীৱনত ক'তো দেখা নাই, এয়া, এয়া জানো খাব পাৰি?

সূৰ্য : পাৰি খাওক।

নাৰী : কিন্তু তুমি? *(সন্দেহ প্ৰকাশ)*

সূৰ্য : মই ৰত্নক ভাল পাওঁ।

নাৰী : তুমি?

সূৰ্য : মই আপোনাক দেখিছোঁ।

ৰত্ন : তেওঁ মোক লগ পাবলৈ আহিছে।

নাৰী : তেওঁ কোন?

শান্তি : *(ভয়েৰে চায়)*

নাৰী : তুমি কোন?

সূৰ্য : মই আপোনাক ভাল পাওঁ। মোৰ আই নাই নহয়।

নাৰী : তুমি, তুমি? মই ঠিক চিনি পাইছোঁ!! তুমি ৰজাৰ ল'ৰা!! তুমি শত্ৰু। এইবোৰ বিহ আনিছা।বিহ!

ৰত্ন : কি? তুমি ৰজাৰ ল'ৰা? তুমি ৰজা হ'বা?

সূৰ্য : নহ'ও, মই ৰজা নহ'ও।

নাৰী : বিশ্বাস নাই। ৰজাৰ ল'ৰা ৰজা হয়। মই তিনিদিন অনাহাৰে আছোঁ।

সূৰ্য : আই।

নাৰী : মই আই নহয়। তুমি ৰজা। তুমি নিষ্ঠুৰ!! লৈ যোৱা!! লৈ যোৱা এইবোৰ!!

ৰত্ন : ৰজা নিষ্ঠুৰ, ৰজাৰ ঘৰৰ বস্তু খালে মোক মাৰি পেলাব। মই নাখাও! নাখাও!! নাখাও!!

শান্তি : তুমি যোৱা, এইবোৰ লৈ যোৱা, লৈ যোৱা।

সূৰ্য : শান্তি!!

নাৰী : এইবোৰ লৈ যোৱা , ৰজা আহিলে আমাক জ্বলাই দিব। তুমি যোৱা।

সূৰ্য : আই!!

ৰত্ন : তুমি যোৱাগৈ।

সূৰ্য : আই!!

ৰত্ন : তুমি যোৱাগৈ।

সূৰ্য : আই!!

*(নাৰী ৰত্ন আৰু শান্তি মঞ্চৰ এঠাইত বৈ যাব। কাণী খৰকৈ সোমাই আহিব)*

কাণী : তোমালোকে তেওঁক একো নকৰিবা। তোমালোকে (সূৰ্যক সাৱতি ক্ষন্তেক বৈ) তোমাক মই কোৱা নাছিলোঁ; ৰজাৰ ল'ৰা এনেকৈ আহিব নাপায়। *(বৈ)* যাওগৈ ব'লা।

সূৰ্য : ৰ'বা যাম।

নাৰী : আপুনি কোন বাৰু?

কাণী : মই কোঁৱৰক লৈ আনিছিলো।

নাৰী : তেনেহ'লে মই আপোনাক অনুৰোধ কৰিছোঁ, তেওঁক সোনকালে লৈ যাওক। ৰজাই জানিলে মোৰ ছোৱালী দুয়োটাকে মাৰি পেলাব।

সূৰ্য : দেউতাই আমি অহা জানিব নোৱাৰে। মই ৰত্নক বিচাৰি আহিছিলোঁ।

নাৰী : ৰত্নক? কিন্তু কিয়? তুমি ৰত্নক কেনেকৈ চিনি পোৱা?

কাণী : সেইদিনা ৰজাঘৰৰ শিশু ভোজনত আপোনাৰ দৰেই ৰত্নই আপোনালোকলৈ খোৱা বস্তু বান্ধি লৈছিল।

নাৰী : পিচে কি হ'ল? *(আশ্চৰ্য আৰু ভয়েৰে)*

ৰত্ন : মোকো খুব শাস্তি দিলে আই।

শান্তি : তুমি তাৰ পিঠিখন চোৱাচোন। তেজেৰে ৰঙা হৈ আহিছিল।

নাৰী : ৰত্ন!!

ৰত্ন : ৰ'বা আই। মই তোমাৰ বাবেই বৈ আছোঁ। মোক কোৱাচোন আমি দোষ কৰিলে ৰজাই শাস্তি দিয়ে, কিন্তু ৰজাই দোষ কৰিলে কোনে শাস্তি দিব?

নাৰী : *(বৈ থাকে)*

ৰত্ন : তুমি কোৱা!

শান্তি : তুমি কোৱা আই। অহাৰ দিনৰে পৰা সি মোক একেটা কথাকে সুধি আছে।

নাৰী : শান্তি!!

কাণী : বাচাহঁত। আয়ে নালাগে। মই কও শুনা। আমাৰ সকলোৰে ওপৰত এজন ঈশ্বৰ আছে। সেই ঈশ্বৰৰ নানা ৰূপ। কোনোবাই কৃষ্ণ, কোনোবাই ঈশ্বৰ, কোনোবাই আল্লা বুলি তেওঁক পূজা কৰে। তেওঁৱেই সকলোৰে বিচাৰ কৰে।

সূৰ্য : তুমি মোক এই কথা আজিলৈকে কোৱা নাছিলা কিয়?

ৰত্ন : কওক চোন। সেই ঈশ্বৰক আমি ক'ত পাম?

*(খোলৰ শব্দ স্পষ্ট হ'ব)*

সূৰ্য : সেয়া কিহৰ শব্দ?



শান্তি : খোলৰ শব্দ। গাঁওত ভাওনা হ'ব।

সূৰ্য : ভাওনা? ভাওনাত কি হয়?

শান্তি : ভাওনাত যুদ্ধ হয়। কংস ওলায়, কৃষ্ণ ওলায়। কেতিয়াবা কৌৰৱ, কেতিয়াবা পাণ্ডৱ। তোমাৰ চাব মন যায়নে?

সূৰ্য : ভাওনা কেতিয়া হ'ব?

শান্তি : অহা পূৰ্ণিমাত। ৰাতি হ'ব। আহিবা?

সূৰ্য : আহিম, সঁচাই আহিম।

শান্তি : তুমি আহিলে বৰ ভাল লাগিব। বহুত দেৰি হ'ল। এতিয়া যোৱাগৈ।

সূৰ্য : যাওঁ। বাই আহা।

কাণী : আপোনালোক থাকিব। আমি কেতিয়াবা আকৌ আহিম।

নাৰী : আহিব।

সূৰ্য : থাকা দেই। *(কাণী আৰু সূৰ্যৰ লগতে শান্তি ওলাই যাব)*

ৰত্ন : খোলৰ শব্দ ভাল লাগিছে আই।

নাৰী : সেয়া কৃষ্ণৰ প্ৰৱেশৰ চেও।

ৰত্ন : তাৰমানে এতিয়া কৃষ্ণ ওলাব?

নাৰী : এই চেওতে কৃষ্ণই প্ৰৱেশ কৰিব।

ৰত্ন : মই ভাওনালৈ যাম আই।

নাৰী : যাবি

ৰত্ন : ভাওনা চাই যুদ্ধখন শিকি লম।

নাৰী : যুদ্ধ শিকিনো কি কৰিবি?

ৰত্ন : কৃষ্ণৰ চক্ৰ এনেকৈ হাতত লৈ *(মাতি মিঠাই দেখি চাই বৈ যায়। ক্ষন্তেক বৈ মিঠাই এটা তুলি লয়।)* আই!!

নাৰী : কি হ'ল?

ৰত্ন : তুমি খাবানে?

*(নাৰীয়ে হাতপাতি লয়। শান্তি সোমাই আহে)*

শান্তি : আই!! *(মাকৰ হাতত ধৰে। মাক আৰু ৰত্নৰ চকুলৈ চায়। যেন "আই"শব্দটোৱে খোৱাত বাধা দিয়াৰ অৰ্থহে প্ৰকাশ কৰিছে)*

## দৃশ্যান্তৰ

*( ৰাজ উদ্যানৰ দৃশ্য। অনুনয় আৰু বিনয়ে গুৰুৰ পৰা ধনুবিদ্যা শিকিছে। অলপ আঁতৰত সূৰ্যশিখা এখন ধনুলৈ বৈ আছে। আৰু ধনু এখন অনুনয় বিনয়ৰ সন্মুখত সজাই থোৱা আছে।)*

গুৰু : দুটা মাত্ৰ আখৰৰ এটা অমূল্য শব্দ, লক্ষ্য। স্থিৰ লক্ষ্য আগত ৰাখি আগবাঢ়িলে জীৱনত অকৃতকাৰ্য

হোৱা প্ৰশ্ন নুঠে। সেইবাবেই ঋষি-মুনিসকলে যুগ যুগ ধৰি জীৱনৰ লক্ষ্যক জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰি আহিছে। এতিয়া আমাৰ লক্ষ্য সেই লক্ষ্যৰ পৰা বেলেগ এক অচিনাকি বস্তু নহয়। আমাৰ এতিয়া লক্ষ্য হ'ব লাগিব---লক্ষ্যভেদ কৰা। তোমালোক দুয়ো ওপৰলৈ চোৱা।

অঃ+বিঃ : চাইছোঁ গুৰুদেৱ।

গুৰু : কি দেখিছা?

অঃ+বিঃ : এজোপা গছ, তাত এটা পুতলা চৰাই।

গুৰু : এজোপা গছ আৰু এটা পুতলা চৰাই। এটা পুতলা চৰাই আৰু এজোপা গছ। শুনা, তোমালোকৰ লক্ষ্য হ'ব তাৰে এটা। মানে সেই পুতলা চৰাইটো। তোমালোকে এডাল মাত্ৰ কাঁড় নিক্ষেপ কৰি সেই চৰাইটো মাটিলৈ নমাব লাগিব। পাৰিবা?

অনু : পাৰিম গুৰুদেৱ।

গুৰু : তেন্তে লক্ষ্য স্থিৰ কৰা।

অনু : *(ধনু তুলি লয়)* কৰিছোঁ গুৰুদেৱ।

গুৰু : তুমি কি দেখিছা?

অনুনয় : গছজোপা আৰু তাত চৰাইটো।

গুৰু : কিন্তু তোমাৰ লক্ষ্য হোৱা উচিত একমাত্ৰ চৰাইটো। গছজোপা তুমি চাব নোৱাৰা।

অনুনয় : গছজোপা মইতো দেখিমেই গুৰুদেৱ।

গুৰু : নহয়। গছজোপা দেখিলে তোমাৰ লক্ষ্য ভেদ নহয়।

অনুনয় : কিয় নহ'ব? আপুনি কওক গুৰুদেৱ। মই লক্ষ্য ভেদ কৰোঁ।

গুৰু : তোমাৰ দৃষ্টি সম্পূৰ্ণ হৈছে বুলি যদি ভাবিছা তেন্তে কাঁড় নিক্ষেপ কৰা।

অনুনয় : চাওক গুৰুদেৱ, মই লক্ষ্য ভেদ কৰিলোঁ। *(কাঁড় এৰে)*

গুৰু : তোমাৰ আজিও নহ'ল। চাওঁ-আহা, বিনয় তুমি আহা।

বিনয় : মই আৰু নোৱাৰিম গুৰুদেৱ। পাঁচ দিন ব্যৰ্থ হোৱাৰ পিচত মই পুনৰ আৰু লক্ষ্যভেদ কৰাৰচেষ্টা নকৰোঁ।

গুৰু : চেষ্টাৰ অসাধ্য একো নাই বিনয়। আমি কোনো কথাতে হতাশ হ'ব নাপায়।

বিনয় : দিয়ক তেন্তে শেষ চেষ্টা কৰোঁ।

গুৰু : লোৱা, ধনু লোৱা। তুমি পুনৰ লক্ষ্য স্থিৰ কৰা।

বিনয় : কৰিছোঁ গুৰুদেৱ।

গুৰু : লক্ষ্য যদি স্থিৰ বুলি ভাবিছা তেন্তে কাঁড় এৰা।

বিনয় : এৰিলো গুৰুদেৱ। নাই নহ'ল। মই বৰ লজ্জিত গুৰুদেৱ। *(সূৰ্য বহাৰ পৰা উঠি)*

সূৰ্য : গুৰুদেৱ ৰজা জানো মোৰো পিতৃ নহয়।



গুৰু : কিয় নহ'ব?

সূৰ্য : তেন্তে তেওঁ মোক কিয় ধনুবিদ্যা লাভ কৰাৰ পৰা বঞ্চিত কৰিছে? মোক আপুনি কিয় শিক্ষা দান কৰা নাই?

গুৰু : তোমাৰ কাৰ্যবোৰত পিতৃদেৱ অসন্তুষ্ট হৈছে।

সূৰ্য : মইনো কি বেয়া কাম কৰিছোঁ?

গুৰু : ৰজাৰ ল'ৰাহৈ তুমি ৰজাৰ দৰে আচৰণ কৰা নাই। অপৰিপক্ক মগজুৰে ৰাজ কাৰ্যৰ প্ৰতিবাদকৰিছা।

সূৰ্য : সেইবাবেই আপুনি মোক শিক্ষা দিয়া নাই?

গুৰু : ৰজাৰ আজ্ঞা মই পালন কৰিব লাগিব কোঁৱৰ।

সূৰ্য : পিতৃদেৱে ভুল কৰিছে। কাৰণ তেওঁ মোক নিজৰ পুত্ৰৰ দৰে ব্যৱহাৰ কৰা নাই। কিন্তু গুৰুদেৱ মোক আপুনি যি কিঞ্চিত শিক্ষা পূৰ্বতে দিছিলে সেই শিক্ষাৰেই মই সাধনা কৰি আছোঁ।

গুৰু : তুমি দীৰ্ঘায়ু হোৱা।

সূৰ্য : গুৰুদেৱ। মই কাৰেঙৰ ধনু হাতেৰে নোচোওঁ। এইখন সামান্য ধনুৰে মই এবাৰ লক্ষ্য ভেদ কৰাৰ চেষ্টা কৰোনে?

গুৰু : কৰা। কিয় নকৰিবা।

সূৰ্য : গুৰুদেৱলৈ সেৱা জনালোঁ। *(ধনু লৈ স্থিৰ কৰে। ক্ষন্তেক বৈ নিক্ষেপ কৰে)*

গুৰু : কোঁৱৰ!! *(আনন্দৰে ওচৰ চাপি)*

বিনয় : গুৰুদেৱ। আপুনি পিতৃৰ আজ্ঞা উলঙ্ঘা কৰিছে।

গুৰু : কেনেকৈ?

অনুনয় : আপুনি সূৰ্যক আশীৰ্বাদ কৰিছে।

সূৰ্য : পিচে কি হ'ল?

বিনয় : তোমাক দেউতাই ত্যাগ কৰিবৰ বাবে ঠিক কৰিছে। তোমাক আজি বা কাইলৈ ৰাজকাৰেঙৰ পৰা খেদাই দিব।

সূৰ্য : দিয়ক। পিচে কি হ'ল? মই গুচি যাম।।

অনুনয় : কিন্তু গুৰুদেৱে তোমাক আশীৰ্বাদ দিব কিয়? পিতৃদেৱক আমি এতিয়াই লগামগৈ।

সূৰ্য : কি লগাবা?

বিনয় : তোমাক লক্ষ্যভেদ কৰিবলৈ দিয়াৰ কথা। তোমাক আশীৰ্বাদ দিয়াৰ কথা! তাৰ পিচত গুৰুদেৱকো তোমাৰ লগতে কাইলৈ কাৰেঙৰ পৰা বাহিৰ কৰি দিব।

সূৰ্য : শুনা ককাদেউ। মোৰ কথা তোমালোকে পিতৃদেৱক যি কোৱা কোৱাগৈ। কিন্তু গুৰুদেৱৰ কথা একো নকবা। যদি কোৱা মই তোমালোকক সুদাই নেৰোঁ।

বিনয় : থৈ দিয়া তোমাৰ গুৰুদেৱ!! আয়ে কৈছে আমাক আজিলৈকে লক্ষ্যভেদ কৰিবলৈ শিকাব নোৱাৰা এনে গুৰুক ৰাজ কাৰেঙৰ পৰা উলিয়াই দিব লাগে।

সূৰ্য : ককাইদেউ। গুৰুৰ বিপক্ষে এনে কথা কোৱাব বাবে--*(বিনয়ব ডিঙিত ধৰিবলৈ লয়)*

গুৰু : সৰু কোঁৱৰ! *(ৰাণী আহে)*

ৰাণী : সূৰ্য!

গুৰু : হাত নমাই আনা।

ৰাণী : তোৰ উদণ্ডতাই সীমা চেৰাই গৈছে। জেষ্ঠজনলৈ হাত তোলা অপৰাধ।

সূৰ্য : কিন্তু ৰাণী আই। বিনয়ে গুৰুদেৱক--

ৰাণী : মই জানিব পাৰোনে, আপোনাৰ উপস্থিতিত সূৰ্যৰ ইমান সাহ কেনেকৈ বাঢ়িছে?

গুৰু : মহাৰাণী।

ৰাণী : আপোনাৰ লাই পাই পাই সি শিখৰত উঠিছে। ভালৰ সন্তান ভাল হয়। ভিক্ষাৰিণীৰ সন্তান সৎ হ'ব কেনেকৈ?

সূৰ্য : ৰাণী আই! ভিক্ষাৰিণী বুলি আপুনি মোৰ আইক অপমান কৰিছে।

ৰাণী : আৰুনো কি? তোৰ মাৰ গাঁওৰ ভিকহু আছিল, তাইৰে সন্তান তই।

সূৰ্য : ৰাণীআই মোৰ সেৱা জনাইছোঁ। আইক অসন্মান নকৰিব। ভিকহু হলেও মোৰ আয়ে মোক জন্ম দিছে।

ৰাণী : মুখ বন্ধ কৰ। তোৰ বিপদ চমু চাপি আহিছে। মাৰৰ একে শাৰীলৈ তোকো পঠাই দিয়াৰ ব্যৱস্থা মই কৰিম ৰ'বি। আহ অনুনয়, আহ বিনয় তহঁত ভিতৰলৈ আহ। *(তিনিও যায়গৈ)*

গুৰু : বলা যাও--

সূৰ্য : মই নাযাও গুৰুদেৱ।

গুৰু : কিয়?

সূৰ্য : এনেয়ে।

গুৰু : ব'লা, একো নহয়।

সূৰ্য : মই নাযাও গুৰুদেৱ! মই ভাওনা চাবলৈ যাম।

গুৰু : গাঁৱলৈ আৰু যাব নালাগে সৰু কোঁৱৰ।

সূৰ্য : কিয়? মোক দেখোন সকলোৱে বেয়া পোৱা হৈছে।

গুৰু : সেইবোৰ হ'ব। এতিয়া ব'লা।

সূৰ্য : মই ভাওনালৈ যাম গুৰুদেৱ। তাত ঈশ্বৰ ওলাব, কৃষ্ণ ওলাব, ৰজা কংসও ওলাব।

গুৰু : পিতৃদেৱে শুনিলে ভয়ানক কথা হ'ব। ব'লা কোঁৱৰ। তুমি ভাওনালৈ যাব নোৱাৰা। তুমি গ'লে ৰজাই কাৰেং চলাথ কৰিব। তোমাক নাপাই নিজে গৈ ভাওনাৰ থলীত উপস্থিত হ'ব। ৰাইজখনক শাস্তি বিহিব। তোমাক শাস্তি বিহিব। হয়তো মোকো।

সূৰ্য : তেনেহলে মই বাৰু কেনেকৈ যাম?



গুৰু : তাকেই ভাবিছোঁ। কেনেকৈ যাবা। ঠিক আছে। অগত্যা তুমি যদি যাব খুজিছা তেন্তে সকলো নিদ্ৰা গ'লে মইয়ে তোমাক লৈ যোৱাৰ ব্যৱস্থা কৰিম।

সূৰ্য : আপুনি কেনেকৈ কৰিব?

কাণী : গুৰুদেৱে নকৰে। মই কৰিম।

সূৰ্য : তেনেহ'লে মোৰ দেখোন চিন্তাই নাই।

কাণী : কিন্তু মই যদি কওঁ, মইও নাযাওঁ, তুমিও যাব নালাগে।

সূৰ্য : তুমি কিয় ক'বা? তুমিয়েই কৈছিলা, এদিন ঈশ্বৰে সকলো কৰি দিব। আইক আনি দিব। দেউতাৰ মতি গতি সলনি কৰিব।

কাণী : কৰিব, নকৰিব বুলি কৈছোঁ জাছো?

সূৰ্য : কিন্তু বহি থাকিলে ঈশ্বৰ নিজে নিজে আমাৰ ওচৰলৈ নাহে।

কাণী : তেন্তে থিয় হৈ থাকা।

সূৰ্য : আকৌ ধেমালি নকৰিবা বাই। ভাওনাত মই ৰত্ন, শান্তি সকলোকে লগ পাম। ৰত্নৰ মাকক কিন্তু মই আই বুলি মাতিম।

কাণী : আৰু মোক

সূৰ্য : তোমাক আই নোবোলো। তুমি কাণী। তোমাৰ এটা চকু কণা। মোৰ আই কেতিয়াও কাণী হ'ব নোৱাৰে। মোৰ আই কেনেকুৱা হ'ব জানা?

কাণী : মই যদি কওঁ, তোমাৰ আই। মোৰে নিচিনা।

সূৰ্য : তুমি তেনেকৈ নক'বা। তুমিয়েই কৈছিলা মোৰ আই ধুনীয়া আছিল। ৰজাই ধুনীয়া দেখিয়ে আইক আনি বিয়া কৰাইছিল।

কাণী : কৈছিলোঁ। কিন্তু মানুহ সদায় জানো ধুনীয়া হৈ থাকে? কেতিয়াবা বেমাৰ হৈ খীণাই যায়। কেতিয়াবা দুখ পাই কণা হয়। কেতিয়াবা মনৰ দুখত......................

কাণী : হলেও মোৰ আই তোমাৰ দৰে হ'ব নোৱাৰে।

কাণী : নহয় বাৰু। পিচে সৰু কোঁৱৰ, মোৰ হ'লে ভাওনালৈ যাবলৈ ভয় লাগিছে। এবাৰ গাঁওলৈ গৈ কথমপি সাৰিছোঁ। এইবাৰ ধৰা পৰিলে মোক মহাৰাজে কাৰেঙৰ পৰা খেদি দিব।

সূৰ্য : তোমাক খেদি দিলেময়ো কাৰেঙ পৰা লগে লগে গুচি যাম।

কাণী : কোঁৱৰ !! *(আবেগত)*

সূৰ্য : সঁচা বাই। তোমালৈ মোৰ বৰ মৰম লাগে। আইক বাৰু তোমাৰ দৰেই মৰম লাগিলহেতেননেকি?

কাণী : জানো। মোৰ কিন্তু তোমাক মোৰ ল'ৰাৰ দৰেই মৰম লাগে।

সূৰ্য : তোমাৰ জানো ল'ৰা আছে?

কাণী : আছে। এটা ল'ৰা আছে। তোমাৰ দৰেই সুন্দৰ, সাহসী।

সূৰ্য : তাক ইয়ালৈ লৈ নানা কিয়। মই তাৰ লগত খুউব খেলিম।

কাণী : কেতিয়াবা আনিম।

সূৰ্য : ভাওনাত তাক লগ পামনে?

কাণী : নোপোৱা তাক ক'তো নোপোৱা।

সূৰ্য : কিয়? তাকনো কেতিয়া পাম?

কাণী : যিদিনা তুমি আইক পাবা সেইদিনা তাকো পাবা।

সূৰ্য : বাঃ! সেইদিনা যে কি ভাল লাগিব। তুমি কিন্তু আমাৰ লগত থাকিবা দেই।

কাণী : কাণী বাইক তুমি সেদিনা লগত ৰাখানে নাৰাখা কোনে জানে?

*(কাণী, সূৰ্য, আন্ধাৰত ওলাই যাব। গীত গাই সূত্ৰ, সংগী সকলৰ সৈতে মঞ্চলৈ আহিব। তেওঁলোকে নিম্ন মঞ্চত স্থান ল'ব। এখন আঁকাপোৰে লাহে লাহে আহি পূৰ্বৰ মঞ্চ সজ্জা লুকাই দিব পাৰে। যাতে পিচৰ দৃশ্য সজ্জাৰ সুবিধা হয়।)*

গীত : কোনে জানে কোনে জানে বিধিৰ বিধান
কোঁৰৰ সঙ্গে কাণী যাব হ'বই অগ্নিস্নান
আজি ৰাতি হ'ব অগ্নিস্নান।।
মাজৰাতি কোঁৱৰ যাব গুৰু যাব আৰু
কাণীবাই কোন সতে এৰে তাংক বাৰু
আজি ৰাতি হ'ব অগ্নিস্নান।।
কোঁৰক ৰক্ষা কৰা প্ৰভু কৰা দয়া
নাজানো কিয়নো প্ৰভু তাক লাগে মায়া
আজি ৰাতি হ'ব অগ্নিস্নন।।
গৃহে আছে ৰত্ন শান্তি নাৰী আছে আৰু
মহাৰাজে সাৰ পালে বিঘ্নি হ'ব বাৰু
আজি ৰাতি হ'ব অগ্নিস্নান।।

*(ৰজা আৰু ৰাণী মঞ্চলৈ আহিব। সংগীসকল ওলাই যাব)*

মহা : কলৈ যাব? সি ক'লৈ যাব? এই মাজৰাতি সি যাব ক'লৈ?

ৰাণী : ক'লৈ যায় যাওক। ভালেহে। এটা কুলাংগাৰ নোহোৱা হ'ল। সিয়েই দেখোন এটা সমস্যা হৈ পৰিছে।

মহা : কিহৰ সমস্যা?

ৰাণী : কিয়? মাকজনী থকা হলে দেখোন তাকেই ৰজা পাতিব লাগিলহেঁতেন।

মহা : লাগিলহেঁতেন। কাৰণ মই তেওঁক কথা দি বিয়া কৰাইছিলোঁ।

ৰাণী : এতিয়া পাচে কি কৰিব?



মহা : একেটা কথাকে তুমি বাৰে বাৰে সুধি থাকা কিয়। মই কাৰেঙৰ পৰা উলিয়াই দি হিংসুক বাঘ সিংহৰ মাজত মেলি দি আহিছোঁ। তেওঁ যেতিয়া নাই, সূৰ্য ৰজা হোৱাৰ কাৰণ নাই। তাতে অনুনয়, বিনয় দুয়োটাই সূৰ্যতকৈ ডাঙৰ।

কাণী : মাকৰ লগতে বুঢ়া মন্ত্ৰী থকা হলেও বিপদ আছিল। তেওঁও আপোনাৰ প্ৰতিজ্ঞা শুনিছিল।

মহা : সেই কাৰণেই তেওঁকো নিৰ্বাসন দিয়া হ'ল। তোমাৰ ইচ্ছা পূৰণৰ বাবেই।

ৰাণী : তেনেহ'লে মোৰ আৰু এটা ইচ্ছা পূৰণ কৰক।

মহা : কোৱা কি কৰিব লাগে?

ৰাণী : সি যে এই মাজৰাতি ওলাই গৈছে সেই বাবেই তাক ত্যাজ্য পুত্ৰ কৰা হওক। নহ'লে মোৰ বৰ ভয় লাগি আছে। তাৰ বুদ্ধি বৃত্তি বৰ তীক্ষ্ণ। অনুনয় আৰু বিনয়ক সি বেচি খাব পাৰে।

মহা : তাক ত্যাজ্য পুত্ৰ কৰাটো সহজ কথা। কিন্তু সি এই মাজ ৰাতি গৈছে ক'লৈ? *( মন্ত্ৰী আহে)*

মন্ত্ৰী : মহাৰাজ। কাণী আৰু শিক্ষাগুৰুও প্ৰাসাদত নাই।

মহা : কি? মই বুজিছোঁ। এই মানুহজনীৰ চক্ৰান্ত। তাইক মই আজিলৈকে দেখা নাই। শুনি আছো তাইৰ বোলে কোঁৱৰহঁতৰ ওপৰত অসীম প্ৰভাৱ। মন্ত্ৰীবৰ!!

মন্ত্ৰী : কওক মহাৰাজ।

মহা : সকলোকে সাজু হ'বলৈ কওক। গা ৰক্ষীহঁতক সাজু কৰক। আৰু বলক, আমি সিহঁতক বিচাৰি যাওঁ।

মন্ত্ৰী : কিন্তু কোনফালে যোৱা হ'ব মহাৰাজ?

মহা : প্ৰথমতে সেই ভিকহুৰ ঘৰলৈ। যদি তাত নাপাও তেন্তে ভাওনাৰ থলীলৈ। আজি প্ৰজাৰ সন্মুখত শাস্তি দি সিহঁতক ত্যাগ কৰিম। এই পুত্ৰৰ লগত মোৰ কোনো সম্পৰ্ক নাৰাখো।

মন্ত্ৰী : মহাৰাজ এতিয়া ৰাতি হ'ল। সাধাৰণ প্ৰজাৰ ভাওনা থলীলৈ দেশৰ ৰজা এনেকৈ যোৱা বিপদ জনক কথা।

মহা : কিহৰ বিপদ। মই ৰজা। বাৰু, সেনাপতিক লগত ৰাখিব।

মন্ত্ৰী : মহাৰাজ নগৈ চোৰাংচোৱাৰ হতুৱাই প্ৰথম খবৰ আনিব পাৰে দেখোন।

মহা : প্ৰয়োজন নাই। সি ক'লৈ যাব পাৰে মোৰ অনুমান হৈছে। সি সেই ভিকহু হালৰ লগত লগলাগিছে। আজি প্ৰথমে সেই কেইটাক মৃত্যুদণ্ড দিব লাগিব। যাওক।

মন্ত্ৰী : ভাল মহাৰাজ। *(প্ৰস্থান)*

ৰাণী : আপুনি নগ'লে যদি হয় কিয়নো যাব লাগিছে?

মহা : মই ৰাইজৰ সন্মুখতে মোৰ নিৰ্দোষ প্ৰমাণ কৰি আহিব লাগিব। নহ'লে প্ৰজাই শেষত মোকেই দোষ দিব। ব'লা যাওঁ। তুমি শয়নকক্ষলৈ যোৱা।

ৰাণী : মোৰ দেখোন ভয় লাগিছে। কিবা যেন এক অমঙ্গল।

মহা : অমঙ্গল!! হাঃ হাঃ হাঃ তুমি হঁহুৱালা। এই দুই হাতেৰে চেপি ধৰি বহুবোৰ জীৱন্ত অমংগল শ্মশানৰ

শ কৰি দিলোঁ। প্ৰজাৰ কিমান বিদ্ৰোহ তেজৰ নদীত উটুৱাই দিলোঁ, এতিয়া আকৌ অমংগল হাঃ হাঃ হাঃ হাঃ হাঃ

*( হাঁহি হাঁহি মহাবাহুৱে ৰাণীৰ মুখলৈ চাই আগবাঢ়ি যাব। ৰাণী ভয়াৰ্ত দৃষ্টি ৰে পিচলৈ গৈ থাকিব তেওঁলোকৰ লগে লগে বগা আঁৰকাপোৰ আঁতৰি যাব। ৰত্নহঁতৰ ঘৰৰ দৃশ্য ওলাব। ঘৰৰ সন্মুখত ৰত্ন, শান্তি আৰু সূৰ্যই কথা পাতি আছে।)*

ৰত্ন : আয়ে কৈছে; আমাক এখন ভাওনা কৰাব।

সূৰ্য : কি ভাওনা ?

ৰত্ন : কৈছে তাত সঁচা ৰজা ওলাব। সঁচা কংস ওলাব।

সূৰ্য : বাঃ বৰ ভাল হ'ব দেই। মোৰ যে ভাওনা কৰিবলৈ বৰ মন গৈছে।

শান্তি : কৰিবা আকৌ।

সূৰ্য : মোৰতো আই নাই, মোক লৈ কোনে ভাওনা কৰাব ?

শান্তি : আমাৰ আয়ে কৰালে তাতে তুমিও থাকিবা।

ৰত্ন : হয় খুব ভাল হ'ব। তুমি কৃষ্ণ হ'বা, ঈশ্বৰ হ'বা।

সূৰ্য : মই কৃষ্ণ হ'ম তুমি কি হ'বা ?

ৰত্ন : মই কিবা এটা হ'ম আৰু।

সূৰ্য : নালাগে। তুমিয়েই কৃষ্ণ হ'বা। তোমাক কৃষ্ণ হ'লে খুব ভাল দেখিব।

শান্তি : তুমি হলেহে বেচি ভাল দেখিব। *(খোলৰ শব্দ)* সেয়া গায়ন-বায়ন ওলালেই। আইহঁতে যে কি কথা পাতি আছে।

ৰত্ন : *(ভিতৰলৈ)* আই আহা । পলম হ'ব।

সূৰ্য : বাই কি কৰিছানো ?

কাণী : *(ভিতৰৰ পৰা)* গৈছোঁ।

ৰত্ন : সেয়া কৃষ্ণৰ প্ৰৱেশৰ চেও। তুমি জানা ! ঈশ্বৰৰ হাত চাৰিখন।

সূৰ্য : চাৰিখন ?

ৰত্ন : চাৰিখন হাত চাৰিটা বস্তু থাকে।

সূৰ্য : কি থাকে ?

ৰত্ন : শংখ, চক্ৰ, গদা, পদ্ম।

সূৰ্য : বৰ ভাল বস্তু দেই।

ৰত্ন : বৰ ভাল বস্তু। আয়ে কৈছে চক্ৰ মানে গৈ থকা বুজায়। ঈশ্বৰৰ হেনো জিৰণিয়েই নাই। গৈয়ে থাকে।

সূৰ্য : গদাৰে তাৰমানে দুষ্টক মৰিয়াই মাৰে নহয় ?

শান্তি : হয় হয়। দুষ্টক মাৰিবলৈকে গদা লাগে।



সূৰ্য : পদ্ম ? পদ্মেৰে কি কৰে ?

ৰত্ন : পদুম ফুল সুন্দৰ। ঈশ্বৰে সুন্দৰ ভাল পায়।

শান্তি : আৰু আয়ে কয় শংখ হেনো মংগল। সকলো ভাল কামতে শংখ বজায়।

সূৰ্য : মোৰ আই যেতিয়া আহিব সকলো সুধি লম। *(গুৰু, নাৰী, কাণী আহে)*

গুৰু : বাৰু আই আহিলে সকলো সুধি ল'বা। এতিয়া আমি যাও ব'লা।

সকলো : ব'লক।

গুৰু : লগতে এটা কথা শুনা। ভাওনাত সকলো একেলগে থাকিব। সময় মতে আমি ওলাই আহিব লাগিব। মাজৰাতি পাৰ হওতেই আমি কাৰেঙ সোমাবগৈ লাগিব। মহাৰাজে সাৰ পালে সকলো শেষ হ'ব।

সূৰ্য : আপুনি মিছাকৈয়ে ভয় খাইছে গুৰুদেৱ। দেউতাই সাৰ পালে আমি আৰু কাৰেঙলৈ নগ'লেই হ'ল।

নাৰী : সকলো কথা ইমান সহজ নহয় কোঁৱৰ।

সূৰ্য : কিয় ? কাৰেঙৰ পৰা মোক খেদি দিলে মই আপোনালোকৰ লগতে থাকি যাম। এতিয়া যাও ব'লক।

গুৰু : ব'লা--সেয়া-- ভাওনা হয়তো আৰম্ভ হ'লেই।

*( খোলৰ শব্দত ওলাই যায়। বিপৰীত ফালৰ পৰা ৰজা, মন্ত্ৰী আৰু সেনাপতি সোমাব)*

মন্ত্ৰী : এয়ে তাৰ ঘৰ মহাৰাজ।

মহা : সোমাই যাওঁক। সিহঁতৰ ঘৰত কোন আছে চাওক।

মন্ত্ৰী : সেনাপতি, ভিতৰত প্ৰৱেশ কৰা।

সেনা : *(সোমাই যাব)* দুৱাৰ এনেয়ে জপোৱাহে আছে।

মহা : ভিতৰলৈ যোৱা।

*( মন্ত্ৰী আৰু সেনাপতি ভিতৰলৈ যায়)*

মন্ত্ৰী : ইয়াত কোনো নাই যেন পাইছোঁ মহাৰাজ।

মহা : নহ'বও পাৰে। সিহঁত ভাওনালৈ যাব পাৰে।

সেনা : হয় মহাৰাজ। ইয়াত কোনো নাই। ঘৰ শূণ্য।

মন্ত্ৰী : হয় , ঘৰ শূণ্য মহাৰাজ।

মহা : শূণ্য ! শূণ্য !! তেন্তে শূণ্য ঘৰ মহা শূণ্যত মিলাই দিয়া । ঘৰত জুই লগাই দিয়া। দপ্ দপ্ কৈ জুই জ্বলাই দিয়া। আৰু তুৰন্তে ভাওনা থলীলৈ ব'লা।

মন্ত্ৰী : জুই ঘৰৰ পৰা গাঁওখনলৈ বিয়পি যাব পাৰে মহাৰাজ।

মহা : প্ৰশ্ন নকৰিবা। জ্বলি যাওক। এজাক কঙাল ভিকছুৰ মৃত্যু হওক। তাত তোমাৰ কি হানি হ'ল ? ৰজাৰ ল'ৰাক বিপথে চলোৱা মনুহ থকা বিশ্বাঘাটকৰ গাঁও *(বৈ)* নহয়। একমাত্ৰ সিহঁতৰ ঘৰত

নহয় গোটেই গাঁওত জুই দিয়া সমগ্র গাঁও জ্বলি যাওক। তাৰ পোহৰত আমি সূৰ্যশিখাক বিচাৰি যাম। দিয়া জুই দিয়া।

মন্ত্ৰী : সেনাপতি—জুই--

*(মন্ত্ৰী আৰু সেনাপতিয়ে ঘৰত জুই দিয়ে। জুই জ্বলি উঠে। জুইৰ পোহৰ চাই হাঁহি হাঁহি মহাবাহু, মন্ত্ৰী আৰু সেনাপতি সহ, মঞ্চৰ পৰা ওলাই যোৱাৰ পিচতে উচ্চ মঞ্চই দি এখন আঁৰকাপোৰ নামি আহি সেই দৃশ্য লুকাই দিব। সেই আঁৰকাপোৰ সন্মুখতে ভাওনাৰ দৃশ্য আৰম্ভ হ'ব পাৰে এইবাৰ ভাৱনাৰ সূত্ৰধাৰী ওলাই আহিব।)*

সূত্ৰ : হে দৰ্শকসকল! পৰম পুৰুষ, বিষ্ণু অৱতাৰ শ্ৰীকৃষ্ণ সভামধ্যে প্ৰৱেশ কৰিছে। যি কৃষ্ণক দৰ্শন কৰিলে পাপ নাশ হয়, পৰম আনন্দ মিলে সেই শিশু কৃষ্ণক সকলোৱে দৰ্শন কৰক। *(ডবা, শংখ, খোল শব্দত কৃষ্ণৰ প্ৰৱেশ)* এই কৃষ্ণই গকুল বৃন্দাবনত আকাশ চন্দ্ৰ সদৃশ ডাঙৰ হ'ল। কৃষ্ণই পুতনা ৰাক্ষসী, চক্ৰবাত অসুৰ আদিক বধ কৰিলে। এটা এটাকৈ কংসৰ সকলো চেষ্টা ব্যৰ্থ হ'বলৈ আৰম্ভ কৰিলে। স্বয়ং নাৰায়ণক হত্যা কৰে এই শক্তি কাৰ? হতাশ হ'ল কংস। এইবাৰ কংসৰ প্ৰৱেশ। *(কংস আৰু চানুৰ-মুষ্টিকৰ প্ৰৱেশ)*

কংস : পুতনা গ'ল, চক্ৰবাত গ'ল। সঁচাকৈয়ে কি প্ৰাণবৈৰী কৃষ্ণই মোক হত্যা কৰিব? সম্ভৱ নহয়। মই প্ৰবল পৰাক্ৰমী কংস। মোৰ খোজৰ শব্দত স্বৰ্গ, মৰ্ত্য, কঁপি উঠে। মোক কি এটা শিশুৱে হত্যা কৰিব পাৰিব? হাঃ হাঃ হাঃ দৈৱকীৰ গৰ্ভৰ অষ্টম সন্তান মোৰ প্ৰাণ বৈৰী। চানুৰ! মুষ্টিক!!

মু+চাঃ : মহাৰাজ!! আদেশ কৰক!!

কংস : শুনা চানুৰ, মুষ্টিক

মু+চাঃ : আজ্ঞা কৰক মহাৰাজ।

কংস : ৰাজ্যৰ শিশু বধ কৰি মই ভাগৰি পৰিছোঁ। আৰু নতুন শিশুৰ মৃত্যু মোৰ কাম্য নহয়।

চানুৰ : বুজিছোঁ মহাৰাজ?

কংস : কি বুজিছা?

চানুৰ : আৰু কোনো শিশু হত্যা কৰিব নালাগে।

কংস : ঠিক বুজিছা। এতিয়া শুনা এইবাৰ মই একমাত্ৰ কৃষ্ণৰ কথাই ভাবিছোঁ। আমাৰ বীৰসকল যুদ্ধত পৰাজিত হৈছে। মই কৃষ্ণৰ তুৰন্তে মৃত্যু কামনা কৰিছোঁ। তোমালোক বীৰ। দুয়ো শীঘ্ৰে কৃষ্ণক হত্যা কৰি মোৰ জীৱন নিষ্কণ্টক কৰা।

মুষ্টিক : মহাৰাজৰ আদেশ শিৰোধাৰ্য। আপুনি চিন্তা নকৰিব মহাৰাজ। এই চানুৰ মুষ্টিক জীয়াই থকা অৱস্থাত আপোনাৰ কোনো বিপদ ঘটিব নোৱাৰে।

চানু : নিশ্চয় নোৱাৰে মহাৰাজ। আমি তুৰন্তে কৃষ্ণক বধ কৰি তাৰ শিৰ আপোনাৰ চৰণত উপহাৰ দিম।

কংস : মই তাকেই কামনা কৰিছোঁ। যোৱা। *(কংস ওলাই যাব)*

মুষ্টিক : এইবাৰ নিস্তাৰ নাই কৃষ্ণ। তোক হত্যা কৰি মহাৰাজৰ জীৱন নিষ্কণ্টক কৰিব লাগিব।



*(খোলত যুদ্ধৰ বাজনা বাজিব, যুদ্ধৰ খোজত চানুৰ মুষ্টিক মঞ্চত এপাক ঘুৰিব। এক বাজনাতে কৃষ্ণ প্ৰৱেশ কৰিব)*

এইবাৰ যুদ্ধক্ষেত্ৰে কৃষ্ণ উপস্থিত
চানুৰ মুষ্টিক দুয়ো হাসিতে লাগিল।।
এহি মান তনু তাৰ পদ্ম হেন চক্ষু,
কিনো শক্তি আছে তাৰ একোকে নেদেখো।।
বীৰ সংগে যুদ্ধ কৰে বীৰৰ অহংকাৰ,
শিশু সংগে বীৰে যুঁজে কলংক আমাৰ।।

*(যুদ্ধৰ বাজনা বন্ধ হ'ব)*

চানুৰ : তই শিশু। কিন্তু তোৰ শক্তিৰ কথা তোৰ সৈতে যুঁজ দিবলৈ ওলালো। সাৱধান কৃষ্ণ।

কৃষ্ণ : সাৱধান চানুৰ। অসুৰ শক্তিৰ ওচৰত শিৰ দোৱাবলৈ এই শিশু জন্ম হোৱা নাই। মই তোমাৰআহ্বানত যুঁজ দিবলৈ আগবাঢ়িলো। শক্তি পৰীক্ষা কৰা।

*(যুদ্ধ কৰি চানুৰ আৰু কৃষ্ণ সোমাই যাব। কংস অৰু মুষ্টিক ওলাই আহিব)*

কংস : মোৰ বিশ্বাস হোৱা নাই। চানুৰ সঁচাই কি পৰাজয় হৈছে?

মুষ্টিক : হয় মহাৰাজ। চানুৰ যুদ্ধত পৰিছে। আমি নিঃশেষ হোৱাৰ উপক্ৰম। তথাপি চিন্তা নকৰিব মহাৰাজ। শেষ শক্তি থাকেমানে যুদ্ধ এৰি নাযাও।

কংস : মই তাকেই বিচাৰিছোঁ মুষ্টিক। তুমি বীৰ। তোমাৰ ওপৰতে মোৰ শেষ বিশ্বাস। কৃষ্ণ ধ্বংস তোমাৰ শক্তিতে নিৰ্ভৰ কৰিছে।

মুষ্টি : জয় কংস মহাৰাজৰ! জয়!! *(যুদ্ধ কৰিবলৈ মুষ্টিক সোমাই যায়.কংস চাই থাকে)*

কংস : মই কি দেখিছোঁ! মুষ্টিক পৰাজয় হৈছে। মোৰ দেশৰ সূৰ্য অস্ত যাব ধৰিছে। তেন্তে মোৰকি শেষ সময় উপস্থিত হৈছে? কংস বিচলিত নহ'বি। তোৰ শক্তি অসীম অপৰাজেয়। আহ কৃষ্ণ।

*(যুদ্ধ কৰি ওলাই যায়। ক্ষন্তেক পিচত পুনৰ যুদ্ধ কৰি কৃষ্ণ আৰু কংস সোমাই আহে। কংসক কৃষ্ণই হত্যা কৰে।)*

জগতৰ ঈশ্বৰ হৰি নাৰায়ণ।
তোমাৰ মহিমা বুজে কোনজন।।
যুগে যুগে অৱতাৰ অসংখ্যাত।
দৈকীৰ গৰ্ভে ভৈলা কিনোজাত।।
চৰণতে সেৱা কৰো নাৰায়ণ।
কংসক বধিলা........।।

*(সূৰ্য আৰু ৰত্ন মঞ্চলৈ উঠি আহে দৰ্শকৰ মাজৰ পৰাও আহিব পাৰে)*

ৰত্ন : হে জগতৰ ঈশ্বৰ, হে কৃষ্ণ, আমাৰ প্ৰণাম গ্ৰহণ কৰক।

সূৰ্য : আমি এটি প্ৰশ্ন লৈ আপোনাৰ ওচৰত উপস্থিত হৈছোঁহি। দায়-দোষ নধৰে যেন।

ৰত্ন : আমি বুজি পাইছোঁ আপুনি ঈশ্বৰ। ঈশ্বৰৰ নোৱাৰা কাম একো নাই।

সূৰ্য : আমি বুজি পাইছোঁ, আপুনি প্ৰবল পৰাক্ৰমী।

ৰত্ন : আপুনি এতিয়া কংসক হত্যা কৰিলে। দেশত যেতিয়া সাঁচাকৈয়ে পাপ বাঢ়ি যায় সেই পাপীক হত্যা কৰিবলৈ আপুনি জানো ওলাই আহিব নোৱাৰে? *( ভাওনাৰ সূত্ৰ ওলাই আহে)*

সূত্ৰ : কোন তোমালোক? কি প্ৰশ্ন সুধিবলৈ ইয়ালৈ উঠি আহিছা?

ৰত্ন : আমি ঈশ্বৰ কৃষ্ণক কেইটামান কথা সুধিছোঁ।

সূত্ৰ : চলি থকা ভাওনা এখন খেলি-মেলি লগাবলৈ তোমালোক কি সাহসত ইয়ালৈ উঠি আহিলা?

ৰত্ন : আমি ভাওনাখন খেলি-মেলি কৰিব খোজা নাই।

সূত্ৰ : তেন্তে কি কৰিব খুজিছা? ইয়াৰ পৰা তৎক্ষণাত নামি যোৱা।

ৰত্ন : প্ৰশ্নৰ উত্তৰ নাপালে আমি নামি নাযাও।

সুৰ : কি কৈছা?

সূৰ্য : আমি নাযাও। আমি আপোনাক প্ৰশ্ন কৰা নাই।

সত্ৰ : কিন্তু ভাওনাৰ মাজত প্ৰশ্ন কিহৰ? বায়ন ডাঙৰীয়া। *(ভিতৰলৈ)*

বায় : কি হৈছে তোমালোকৰ? *(ওলাই আহে)*

সুত্ৰ : এই ল'ৰা দুটাই নাটখন নষ্ট কৰি পেলালে। নাটৰ মাজতে কৃষ্ণক প্ৰশ্ন কৰিবলৈ ইহঁত ভাওনাথলীলৈ উঠি আহিছে!!

বায়ন : ভাওনা থলীলৈ উঠি আহিছে!! কি হ'ল তোমালোকৰ? তোমালোকে কি প্ৰশ্ন কৰিব খুজিছা? আপুনিনো কোন? আমি ভগৱানক প্ৰশ্ন কৰিছোঁ। তেওঁ কংসক হত্যা কৰাৰদৰে দেশৰ অত্যাচাৰী ৰজা, মন্ত্ৰীসকলক হত্যা কৰিবলৈ ওলাই আহিবনে?

বায়ন : অ' সেইটো কথা। তোমালোকে উত্তৰ পালা জানো?

ৰত্ন : নাই পোৱা, কৃষ্ণই এটা শব্দও কোৱা নাই।

বায়ন : সত্য কথা। কৃষ্ণই উত্তৰ দিয়া নাই। কিন্তু এই প্ৰশ্নৰ উত্তৰ মইহে দিব পাৰিম। শুনা আজিৰ ৰজা, মন্ত্ৰীৰ অন্যায় ধ্বংস কৰিবলৈ এই কৃষ্ণ ওলাই নাহে।

ৰত্ন : তেন্তে তাৰ বাবে কোন ওলাই আহিব?

বায়ন : এজন নতুন কৃষ্ণ। আমি এজন নতুন কৃষ্ণ জন্ম দিব লাগিব।

সূৰ্য : আকৌ নতুন কৃষ্ণ জন্ম দিবলৈ নতুন দৈৱকীৰো জন্ম হ'ব লাগিব।

বায় : নিশ্চয় লাগিব।

ৰত্ন : সেই দৈৱকীক আকৌ আমি ক'ত পাম?

বায়ন : দৈৱকীৰ প্ৰয়োজন নাই। তোমালোকে দেখা এইজন কৃষ্ণৰ পিতৃ মই। তেওঁক মই যুদ্ধ কৰিবলৈ শিকাইছোঁ, আখৰা কৰাইছোঁ, সকলো মই কৰিছোঁ।



সূৰ্য : তেন্তে আপুনি সেই কৃষ্ণক আমাৰ শত্ৰুবোৰক বধ কৰিবলৈ নিশিকাই কিয়?

বায়ন : শিকাম। আচলতে এই ভাওনা আখৰাহে। এই ভাওনা চাই তোমালোকে সঁচা ভাওনা কৰিব লাগিব। তাত কৃষ্ণ সঁচা হ'ব, ৰজা সঁচা হ'ব।

ৰত্ন : খুব ভাল কথা দেখোন। তেনেহ'লে ভাওনা এখন আপুনি আমাক শিকাওকচোন।

সূৰ্য : আমি তেনেকুৱা ভাওনাহে বিচাৰিছোঁ।

বায়ন : পিচে এটা কথা বুজিছা। তেনে ভাওনাত ভাও লবলৈ মানুহবোৰে ভয় কৰে।

ৰত্ন : কিয় ভয় কৰে?

বায়ন : বিপদত পৰো বুলি হব পায়।

সূৰ্য : তেন্তে তাত আমিয়ে ভাও ল'ম। জানে মই কাঁড় মাৰিলে য'তে ইচ্ছা ত'তে লগাব পাৰোঁ।

বায়ন : খুব ভাল কথা। তোমালোকৰ মতেই হ'ব বাৰু। তেনেহলে তোমালোক দুয়ো কৃষ্ণ অৰ্জুন হৈ আহা যোৱা। কুৰুক্ষেত্ৰৰ কথা শুনিছা নহয়!!

সূৰ্য : শুনিছোঁ।

বায়ন : সেই যুদ্ধত ৰথত উঠি অহা তোমালোক কৃষ্ণ আৰু অৰ্জুন। যুদ্ধ কৰিব লাগিব কিন্তু ব'লা। *(ৰত্ন, সূৰ্য সোমাই যায়)* সূত্ৰ।

সূত্ৰ : কওক।

বায়ন : দৰ্শকক সবিশেষ জ্ঞাত কৰোৱা।

সূত্ৰ : হে দশৰ্কসকল। কংস বধ নাট আজি অৰ্ধ সমাপ্ত হ'ল। আমাক যেন ক্ষমা কৰে। এতিয়া আৰম্ভ হ'ব--

বায়ন : কুৰুক্ষেত্ৰৰ যুদ্ধ। হে নৃত্যবৰ। কুৰুক্ষেত্ৰৰ যুদ্ধই আমাক কি শিক্ষা দিয়ে সংক্ষেপে কবনে?

সূত্ৰ : অহংকাৰ পতনৰ মূল। দুৰ্যোধনৰ অহংকাৰে কুৰুকুলৰ ধ্বংস মাতিলে।

সংগী : উচিত কৈছে। আৰু কিবা আছে?

সূত্ৰ : আছে নাৰীক ৰজাই অসন্মান কৰিব নাপায়। যি ৰাজ্যত নাৰীক সন্মান জনোৱা নহয়,সেই ৰাজ্যৰ শাসনৰ বাঘজৰী চিগি পৰে।

বায়ন : ৰাজসভাত দ্ৰৌপদীৰ বস্ত্ৰহৰণৰ দৰে অত্যাচাৰে মাতি আনিলে, কুৰুকুলৰ পতন। *(খোলত যুদ্ধৰ বাজনা, মঞ্চত তীব্ৰ কৰি দেখুৱাব। সম্ভৱস্থলত কেইবাজনো খোলবাদক মঞ্চত ওলাব পাৰে। পৰিৱেশ অনুযায়ী যুদ্ধ দেখুৱাবও পাৰে। হঠাৎ মঞ্চৰ পোহৰ নোহোৱা কৰিব। দৰ্শকৰ আগশাৰীৰকোনো স্থানত বহি থকা গুৰু, নাৰী, কাণী আৰু শান্তিৰ ওপৰত কেন্দ্ৰীভূত পোহৰ পৰিব। তেওঁলোকক অকস্মাতেথিয় কৰাই প্ৰেক্ষাগৃহত অভিনয় কৰাব পাৰে।)*

কাণী : মোৰ ভয় লাগিছে। কিবা অঘটন হ'ব।

গুৰু : চিন্তা নকৰিবা। সূৰ্যৰ শক্তিৰ ওপৰত মোৰ গভীৰ বিশ্বাস আছে। তাক কোনেও একো কৰিব নোৱাৰে।

নাৰী : মহাৰাজ উপস্থিত হ'লে মোৰ ল'ৰাটো মাৰি পেলাব।

গুৰু : ইমান সহজে নোৱাৰে আই। সি সূৰ্য লগত গৈছে।

নাৰী : মোৰ তথাপি ভয় লাগিছে। মই তাক মাতি আনো।

শান্তি : তুমি ৰত্নক মাতি আনা আই। মোৰো ভয় লাগিছে।

গুৰু : নালাগে ক্ষন্তেক পাচতে আমি যামগৈ। সিহঁত এবাৰ ভাওনাত ওলাওকচোন।

কাণী : বহুত ৰাতি হ'ল। মহাৰাজে যদি ইয়াতে পায়হি।

গুৰু : মহাৰাজ নাহে। ইমান ৰাতি সাৰ পালেও মহাৰাজ ভাওনা থলীলৈ নাহে। সৌৱা ভাওনা পুনৰ আৰম্ভ হ'লেই।

*(প্ৰেক্ষাগৃহ এই স্থানৰ পোহৰ নোহোৱা হ'ব। মঞ্চত পোহৰ পৰিব। এখন ৰথত উঠি কৃষ্ণ আৰু অৰ্জুন ৰূপে ৰত্ন আৰু সূৰ্যক দেখা যাব।)*

বায়ন : হে সভাসদ *(চিএগ্ৰৰি)* ৰথৰ সাৰথি হৈ কুৰুক্ষেত্ৰৰ যুদ্ধত শ্ৰীকৃষ্ণ প্ৰৱেশ কৰিছে।

সূত্ৰ : কুৰুকুলৰ ধ্বংসৰ সময় উপস্থিত হৈছে।

*(বায়ন আৰু সূত্ৰ ওলাই যাব। কৃষ্ণাৰ্জুন প্ৰৱেশ, পৰিৱেশ সংগীতে সৃষ্টি কৰিব)*

ৰত্ন : শুনা অৰ্জুন। বিফল মনোৰথ নহ'বা। ক্ষত্ৰিয়ই যুদ্ধক্ষেত্ৰত পিচলৈ নাচায়। যুদ্ধক্ষেত্ৰত যিসকল আত্মীয় লোক দেখিছা সেই সকলোৰে সৃষ্টি ময়েই কৰিছোঁ। তুমি গাণ্ডীৱ তুলি লোৱা

সূত্ৰ : কিন্তু সৌৱা মই কি দেখিছোঁ?

ৰত্ন : সেয়া মহাৰাজ মহাবাহু। যুদ্ধ ক্ষেত্ৰত প্ৰৱেশ কৰিছে। সেয়া জাতিৰ শত্ৰু, আমাৰ শত্ৰু। তুমিলক্ষ্য স্থিৰ কৰা।

মহাবাহু : *(মহাবাহু, সেনাপতি, মন্ত্ৰী আদিৰ ওপৰত প্ৰেক্ষাগৃহৰ নিৰ্দিষ্ট ঠাইত পোহৰ পৰে।)* বন্ধ কৰ। এই নাট বন্ধ কৰ!! কোন দুঃসাহসীয়ে ৰাজপুত্ৰক এনে নাট কৰাবৰ সাহস কৰিছে? মই এই দেশৰ নৃপতি, মহাবাহু,ভাওনা থলীত প্ৰৱেশ কৰিছোঁ। সূৰ্যশিখা, তই নামি আহ।

সূৰ্য : মই কোনো সূৰ্য শিখাক চিনি নাপাও। মই অৰ্জুন। কুৰুক্ষেত্ৰৰ যুদ্ধত যুদ্ধৰত সেনাপতি।

মহাবাহু : সেই ভীকহুটোক কৃষ্ণ সাজি তই কি ভাওনা পাতিছ?

সূৰ্য : তুমি কৃষ্ণক তাচ্ছিল্য নকৰিবা। তুমি ৰাজসভাত শাস্তি দিয়া এইটো ৰত্ন নহয়। এয়া কৃষ্ণ। তোমালোকৰ অত্যাচাৰ শেষ কৰিবলৈ ভগৱানৰ অৱতাৰ হৈছে।

মহাবাহু : বন্ধ কৰ নহ'লে এতিয়া তোক মই তাতেই হত্যা কৰিমগৈ। সেনাপতি উঠি যোৱা। সি মোৰ পুত্ৰ নহয়।

সূৰ্য : হে যদুপতি, মোক দোষ নধৰিবা। মই ক্ষত্ৰিয়ৰ দায়িত্ব পালন কৰিছোঁ। গুৰুদেৱ, আপোনাৰ শিক্ষাৰ দান এই কাঁড় নিক্ষেপ--

গুৰু : সূৰ্যশিখা!! বন্ধ কৰা!! বন্ধ কৰা!! *(প্ৰেক্ষাগৃহত)*

সূৰ্য : মোৰ গাণ্ডীৱ কিয় স্থিৰ কৰিলে গুৰুদেৱ? *(গুৰু মঞ্চলৈ উঠে)*

গুৰু : ক্ষান্ত হোৱা সূৰ্য। পিতৃ হত্যা মহা পাপ।

সূৰ্য : কিন্তু মই পিতৃ হত্যা কৰিব খোজা নাছিলোঁ। মই অৰ্জুন। কুৰুক্ষেত্ৰৰ যুদ্ধত সন্মুখ শত্ৰুক মাত্ৰ *(মঞ্চলৈ মহাবাহু উঠে)*

মহা : কৰ হত্যা কৰ। কুৰুক্ষেত্ৰ যুদ্ধত সন্মুখ শত্ৰুক হত্যা কৰ। *(গুৰুক)*. আচাৰ্য, মই জানিব পাৰোনে,



কাৰ সাহসত ৰাজাকোঁৱৰ এই মাজৰাতি ইয়াত উপস্থিত হৈছে? মই বুজি পাইছোঁ আচাৰ্য, সূৰ্য শিখাক কিয় আপুনি ধনুবিদ্যা ইমান নিপুণভাৱে শিকাইছিল। অভিসন্ধি,ভীষণ অভিসন্ধি! তোৰ কাঁড় বোলে অব্যৰ্থ!! তেন্তে মোক সি কিয় হত্যা কৰিব নোৱাৰিলে? সেনাপতি!! তৎক্ষণাত ৰাজকোঁৱৰ আৰু এই আচাৰ্যক বন্দী কৰা। এই ভীকহু কৃষ্ণটোক সৌ পাহাৰৰ ওপৰৰ পৰা দলিয়াই দি হত্যা কৰা।

নাৰী : মহাৰাজ। তাক *(প্ৰেক্ষাগৃহৰ পৰা মঞ্চলৈ উঠি আহে)*

মহা : আৰু কাণী? তাই ক'ত?

কাণী : মই ইয়াতে আছোঁ মহাৰাজ। *(প্ৰেক্ষাগৃহত)*

মহা : বাঃ তোৰ মাতটো দেখোন আজি বৰ ডাঙৰ। তোৰ বিপদৰ সংকেত পাইছ?

কাণী : আমাৰ দৰে দাসীৰ আৰু কি বিপদ আছে মহাৰাজ!!

মহা : উঠি আহ! তই এইফালে আহ!!

কাণী : আমি ইমান ওখলৈ উঠিব নাপায় মহাৰাজ।

মহা : উঠি আহ!! *(কাণী উঠি আহি ৰজাৰ ফালে পিঠি দি থিয় হয়)* এইফালে ঘূৰ।

কাণী : মহাৰাজে কাণী, কুজীক দেখিব নাপায় মহাৰাজ।

মহা : তোক মই আজি চাব খুজিছোঁ। তই দাসী হৈ ভয়ানক অপকাৰ কৰিবলৈ আৰম্ভ কৰিছ!

কাণী : দাসী। তাতে এজনী কাণীয়ে।

মহা : এইফালে ঘূৰি

কাণী : মহাৰাজৰ অমঙ্গল হ'ব।

মহা : এই ফালে ঘূৰ।

কাণী : মহাৰাজৰ অমঙ্গল হ'ব।

মহা : চুপ! মোৰ অমঙ্গল চিন্তা তই কৰিব নালাগে। ঘূৰ!! *(কাণীক গোৰ মাৰে। আকস্মিক উত্তেজত কাণী ঘূৰে। কাণীৰ চকু স্পষ্টকৈ মেলা)*

মহা : *(ভয়ে ভয়ে কাণীৰ চকুলৈ চাই পিচলৈ গৈ থাকে)* মানে-তুমি?

কাণী : মানে মই--মই জীয়াই আছোঁ মহাৰাজ।

মহা : তুমি--

কাণী : মোৰ ল'ৰাটোযে ৰজা হোৱাৰ কথা আছিল। সি পিচে ৰজা নহয় মহাৰাজ--সি সেইটো।

সূৰ্য : আই!!

মহাবাহু : ষড়যন্ত্ৰ। ভীষণ ষড়যন্ত্ৰ। সেনাপতি। এইজনী যখিনী। মোৰ বৰ ৰাণীৰ কেতিয়াবাই মৃত্যু হৈছে। ইহঁত সকলোকে বান্ধি লোৱা।

ৰত্ন : বৃথা চেষ্টা নকৰিব মহাৰাজ!! আপুনি ক'লৈ গৈছে? মন্ত্ৰী ডাঙৰীয়া ক'লৈ যাব ধৰিছে?

সূৰ্য : গুৰুদেৱ। আজ্ঞা কৰক। আইৰ অপমানৰ পুৰস্কাৰ গ্ৰহণ কৰিবলৈ সাজু হওক মহাৰাজ!!

ৰত্ন : হে অৰ্জুন গাণ্ডীৱ তুলি লোৱা। তোমাৰ লক্ষ্য অব্যৰ্থ।

সূৰ্য : যদুপতি, আপোনাৰ আইৰ মাতৃ স্নেহ ভৰিৰে গচকা এই ৰজাৰ বিপক্ষে মই কুৰুক্ষেত্ৰ যুদ্ধত

গাণ্ডীৱত তৃণ জুৰিলোঁ। বাদক বৃন্দ! যুদ্ধৰ চেওত যুদ্ধক্ষেত্ৰ মুখৰিত হওক।

*(যুদ্ধৰ চেও। সূৰ্যই ধনু তুলি লয়)*

মহাবাহু : সূৰ্য!!

গুৰু : মহাৰাজ। সূৰ্যশিখাৰ লক্ষ্য অব্যৰ্থ। *(সূৰ্যক বাধা দি)*

কাণী : সি কিন্তু এজনী সাধাৰণ তিৰোতাৰ সন্তান।

গুৰু : আপুনি ঘূৰি আহক মহাৰাজ। নহলে অৰ্জুনৰ কাঁড়ে আপোনাক ত্ৰিভুবনত বিচাৰি উলিয়াব।

মন্ত্ৰী : তেন্তে কি আমাৰ ইয়াতেই --অন্তিম ক্ষণ উপস্থিত?

মহাবাহু : নাই নাই, মোক হত্যা নকৰিবি সূৰ্য। আচাৰ্য তাক কাঁড় নিক্ষেপ কৰাৰ পৰা বিৰত কৰক।

গুৰু : তেন্তে আপোনাৰ ৰক্ষাৰ উপায় মাত্ৰ এটাই আছে মহাৰাজ

মহাবাহু : কি উপায়? কওক আচাৰ্য।

গুৰু : আপোনাৰ ৰাজ মুকুট খুলি পেলাওক।

মহাবাহু : আৰু কোনো উপায় নাই।

*(মহাবাহুৱে মুকুট খোলে আৰু মন্ত্ৰীৰ হাতত দিয়ে। মন্ত্ৰীয়ে মুকুট লৈ সূৰ্যক দিয়ে। সূৰ্যই বত্নক। বত্নই ৰথত থয়। সূৰ্য, বত্ন ৰথৰ পৰা নামি আহে)*

সূৰ্য : গুৰুদেৱ! আই! আপোনালোক ৰথ আৰোহণ কৰক।

সকলো : আমি?

সূৰ্য : হয়, আপোনালোক। আহক গুৰুদেৱ, আহা আই।

নাৰী : ৰত্ন

সূৰ্য : আই

কাণী : সূৰ্য

সূৰ্য : *(মাকৰ ওচৰ চাপি আহি থাকে)* আই, তুমি তুমি!! *(মাক বুকু সোমাই পৰে সংগীতে পৰিৱেশন সৃষ্টি কৰিব)*

কাণী : সূৰ্য! *(আবেগত)*

সূৰ্য : তোমালোক ৰথত উঠা আই।

*(ৰথলৈ আগবঢ়াই দিয়ে। কাণীয়ে নাৰী, শান্তিক আগবঢ়াই দিয়ে। লগত গুৰুসহ সকলো ৰথত উঠাৰ দৰে আগবাঢ়ে। শান্তিয়ে ৰথলৈ উঠিব মাত্ৰ। পোহৰ কেন্দ্ৰীভূত হৈ ৰথৰ চকাত পৰিব। চকা দ্ৰুত গতি ঘুৰিব। সকলো মঞ্চৰ পৰা ওলাই যাব। পূৰ্বতে ভৱত মুনিৰ শ্লোকত ওলোৱাৰ দৰে শ্লোকৰ সুৰতশিশু সকল জ্বলি থকা বন্তি লৈ ওলাই আহি মঞ্চইদি পাৰ হৈ গৈ থাকিব। শিশুহঁতৰ পাচত সকলো ভাৱৰীয়া, নৃত্য শিল্পী একে দৰেই বন্তি লৈ মঞ্চইদি পাৰ হৈ যাব। শেষত সুত্ৰ আৰু প্ৰধান সংগীয়ে আহি দৰ্শকক প্ৰণাম জনাব। সকলো ওলাই গৈথাকোতে নাটকৰ চৰিত্ৰ পৰিচয় আদি ঘোষণা চলি থাকিব আৰু সুৰ-সংগীৰ নমস্কাৰত নাটকৰ সমাপ্তি ঘোষণা কৰিব)*

সমাপ্ত



# এজাক জোনাকীৰ জিলমিল

ড° ভবেন্দ্ৰনাথ শইকীয়া



## চৰিত্ৰাৱলী

মনোহৰ . ভাস্কৰ. মৃণাল. চকীদাৰ. বুঢ়ী

*এই হিচাপে মঞ্চৰ পোহৰ নিয়ন্ত্ৰণ কৰাটো বাঞ্ছনীয়। ১৯৬১ চনত লিখা এই নাটকখন দ্বিতীয় মহাযুদ্ধৰ পাচৰ এছোৱা সময়ৰ (১৯৪৬-১৯৪৯ চনৰ মাজৰ) পৰিৱেশ, সাজ-পাৰ আদিৰ প্ৰতি লক্ষ্য ৰাখি মঞ্চস্থ কৰাটো যুক্তিযুক্ত। অন্য এছোৱা সময়ৰ লগত খাপ খুৱাবলৈ যেন নাটকখনৰ সংলাপৰ পৰিৱৰ্তন কৰা নহয়।*

*লেখক।*

*(এখন ছোৱালী কলেজৰ এটা ক্লাছ-ৰুম। দৰ্শকৰ চকুত পৰাকৈ এখন ব'ৰ্ড। ওচৰত প্ৰফেছাৰৰ চকী-মেজ। মঞ্চৰ সোঁফালে কেইশাৰীমান ডেস্ক আৰু বেঞ্চ। সময় দোকমোকালি। কোঠালিটোৰ ভিতৰত পোহৰ কম। আঁৰ-কাপোৰ আঁতৰ হোৱাৰ লগে লগে দেখা যায়. -বুঢ়া চকীদাৰটোৱে বেঁকা হৈ থকা ডেস্ক এখন এমূৰে ধৰি চোঁচোৰাইছে। বুঢ়ী চকীদাৰণীয়ে চকু মোহাৰিছে। তাৰ পাচত তেওঁ কাপোৰখন (মিৰিজীন জাতীয় পুৰণি ডাঠ কাপোৰ) ভালকৈ ললে। চকীদাৰটোৱে ডেস্কখন অইনবোৰ ডেস্কৰ শাৰীত পোন কৰিলে।*

চকীদাৰ ঃ হ'ব দে। থাকক আৰু ইয়াতে কোনো মতে। নহয় জানো?

বুঢ়ী ঃ জানো ! খাট এখন নাই; বিছনা কৰি লবলৈ কাপোৰ এখন নাই ; --ইয়াতনো আলহী থাকে কেনেকৈ?

চকীদাৰ ঃ তই কথাটো বুজা নাই। তেওঁলোক থাকিবলৈ অহা আলহী নহয় নহয়! ক'লে নহয় নুশুনিলি, --দিনটো কোনোমতে বহি শুই কটাব। গধূলিপৰত বোলে উজনিলৈ যোৱা ৰে'লৰ সময়। ৰে'লত উঠি গুচি যাবগৈ।

বুঢ়ী ঃ নুশুনিম কিয়? শুনিছোঁ। সেই কাৰণেই কৈছোঁ- অইন হওক নহওক, মানুহকেইটাক দিনটো শোৱাৰ ব্যৱস্থাকণ কৰি দিব পৰা হ'লেও--!

চকীদাৰ ঃ পৰা হ'লেতো ভালেই আছিল। পাচে তয়ে কচোন, দিওঁ বুলি ক'ৰপৰা মই খাট এখন উলিয়াই দিওঁ এতিয়াই? হয় বোলে ইটোৰ পিচত সিটোকৈ ঘৰখনলৈ আলহী-অতিথি আহিয়েই আছে, তেতিয়া হ'লেও মই সুকীয়া খাট, তক্তাপোছ কিবা এখন যোগাৰ কৰি ৰাখোঁ। কিন্তু কচোন, আজি অত দিনে কোন সোপা আলহী আহিছে? মনত পৰাৰ ভিতৰত সেই কোন কেতিয়াই তোৰ ভনীয়েৰজনী আহিছিল ; -থাকিল খালে, তহঁতৰ লগতে শুলে; তাৰ পাচত গুচি গ'ল। তাৰ পাচত আৰুতো আলহীৰ দেখা-দেখিয়েই নাই! (চকীদাৰ অইন এখন ডেস্ক ঠিক কৰাত লাগিল)

বুঢ়ী ঃ দেখিবা কেনেকৈ ? ছোৱালী কলেজৰ চকীদাৰ হৈছা ; দেওভূত সৰকিব নোৱৰা, সাত হাত ওখ ইটাৰ বেৰৰ মাজত সোমাই থাকিবা। তোমাৰ তালৈ আলহী কিয় আহিব? সেই বুলি আমি সিমান নিঠৰুৱা নহওঁ। অঙহী-বঙহীৰে দেশ জুৰি আছে ; খবৰ দিলেই ভৰি পৰিবহি।



চকীদাৰ ঃ (বুঢ়ীৰ কথাক তল পেলাই বেঞ্চ এখনৰ ইটো মূৰ দেখুৱাই দি) ধৰচোন ধৰ। (হাঁহি) হে হে হে ! এওঁৰ আলহীক আহিবলৈ আকৌ খবৰ দিব লাগে! ধৰ ধৰ সেইটো মূৰ এইফালে ঘূৰাই আন।

বুঢ়ী ঃ (বেঞ্চখন ধৰি) নহয় নহয়। এই কথাই কথা নহয়। এইবোৰ বেঞ্চ-ডেস্ক ভাল কৰিবলৈ মিস্ত্ৰি আহিলে কিবা এটা কৰাব লাগিব।

চকীদাৰ ঃ বাৰু হ'ল্ল যেনিবা ; এখন নালাগে তিনিখন তক্তাপোছেই হ'ল ; কিন্তু তই শুৱাবি কাক?

বুঢ়ী ঃ (বিৰক্তিৰে) মানুহটো বলিয়াই নে বেঙাই জানো! বস্তু এটা কৰালে এনেয়ে পৰি থাকিবনে? ওলালহি নহয় এই তিনিজন মানুহ! তেওঁলোককতো দিনটো শান্তিৰে কটোৱাৰ উপায় এটা কৰি দিব পাৰিলোহেঁতেন! (বেঞ্চৰ মূৰটো পোনাই লৈ) আৰু আগৰ কথা বেলেগ। এতিয়া সেইজনী বিজুলী ইমানজনী হ'লহি। এতিয়া ঘৰখনত এপদ-দুপদ বস্তু যোগাৰ কৰা ভাল।

চকীদাৰ ঃ (হাঁহি) অ' তোৰ জোঁৱায়েৰক শুৱাবলৈ বিছনা লাগে? হ'ব হ'ব হ'ব দে। এই চিন্তা নকৰিবি। ঈশ্বৰে তাইক ভালে-কুশলে ৰাখক। মই এনেকুৱা পালেং গঢ়াম, বিছ বছৰলৈ চিক্‌চিকাই থাকিব, চাবি। বাৰু সেইবোৰ পাছৰ কথা। এতিয়া যি কেইজন আলহী আহিছে, তেওঁলোকৰ মাজততো তোৰ জোঁৱায়েৰ নাই? গতিকে চিন্তা নকৰিবি। আৰু বহিব-শুবলৈও ইয়াততো একেবাৰেই একো নোহোৱা নহয়। চকী আছে, বেঞ্চ আছে, সেইবোৰকে জোৰা দি শুব আৰু!

বুঢ়ী ঃ তুমি গছৰ ফেৰেঙণিত টোপনি যোৱা মানুহ ; তোমাৰ কিটো আছে!

চকীদাৰ ঃ থ থ ! কিয়? সেইবোৰ সেই গান-বাজনাৰ সময়ত গোটেই দেশখনৰ চাৰিকুৰি-পাঁচকুৰি ছোৱালী আহি এইখন কলেজতে ছৰাতি থাকি যোৱা নাই? সিহঁতে লগত ক'ৰ তক্তাপোছসোপা লৈ আহিছিল অ'?

বুঢ়ী ঃ ছোৱালী মানুহৰ কথা বেলেগ। আঁৰ-বেৰকেইখন ভাল হ'লে সিহঁতে মাটিয়ে-বালিয়ে পৰি থাকিব পাৰে। সিহঁতৰ কথাও বেলেগ, এনেকুৱা আলহীৰ কথাও বেলেগ।

চকীদাৰ ঃ একেই একেই। এওঁলোকেও পাৰিব। মোক এওঁলোকে ক'লেই নহয় ; ৰাস্তাৰ পৰা দূৰত, নিজঞ্জাল কোঠালি এটা হ'লেই হ'ল। নহ'লে কোনোবা হোটেললৈকে যাব পাৰিলেহেঁতেন। দেওবাৰ বুলি জানিহে ইয়াত সোমাইছে। গতিকে এওঁলোক তেনেকুৱা আলহী নহয়। আৰু এটা কথা নহয় ; শুৱালি যেনিবা, কিন্তু খুৱাবি কি ক'চোন? তিনিটাকৈ মানুহ, খুৱাবৰ যোগাৰ আছে?

বুঢ়ী ঃ নাই যদি নুখুৱাওঁ। আৰু যদি খাওঁ বুলি কয়, তাৰ যোগাৰ তেওঁলোকে কৰিব নহয়!

চকীদাৰ ঃ অ'! তাৰ মানে তই তেওঁলোকৰ পৰা পইচা লবি?

বুঢ়ী ঃ দিলে ল'ম। নলম কিয়?

চকীদাৰ ঃ কলেজৰ ছোৱালীবোৰৰ পৰা সিকিটো-আধলিটো, ব্লাউজটো- এইবোৰ লৈ লৈ তোৰ স্বভাৱটো বেয়া হ'ল। বাৰু চা, তই কোঠালিটো চা, মই মানুহকেইজনক লৈ আহোঁগৈ। (চকীদাৰ ওলাই যায়। বুঢ়ীয়ে মেজখনৰ ড্ৰয়াৰৰ পৰা কাপোৰ এটুকুৰা উলিয়াই দুবাৰমান

বিজুলী ঃ মোমায়েক আহিছে? মানে, - ডি. এছ. পি. ?

মনোহৰ ঃ পুলিচ?

ভাস্কৰ ঃ পুলিচ? *(গৰ্জি; ৰিভলভাৰ তুলি)* বুজিছোঁ (চকীদাৰক) কেইটামান টকাৰ লোভত আপোনালোকে এই কাম কৰিছে। আপোনালোকে পুলিচ মাতি আনিছে। ইমানেই যদি আপোনালোকৰ টকাৰ খঁক--

চকীদাৰণী ঃ নহয়, নহয়, তাই নাজানে ইয়াত কোন আছে। মই তাইক বিজুলীয়ে মাতিছে বুলি কৈছিলোঁ। গধূলি হ'ব বুলিহে লগত মোমায়েক আহিল? টকাৰ খঁক আমাৰ নাই বোপা। এনেকুৱা অধৰ্ম আমি নকৰোঁ। আমাৰো এজনী ছোৱালী আছে।

ভাস্কৰ ঃ আপোনালোকে নাজানে, মনোহৰৰ জীয়েকক পুলিচে কেনেকৈ বেৰি ৰাখে। আপোনালোকে নাজানে কি মৰমত মোমায়েকে তাইক লৈ ফুৰিবলৈ ওলায়।

চকীদাৰ ঃ আমি এইবোৰ একো নাজানোঁ বোপা!

ভাস্কৰ ঃ *(বলিয়াৰ দৰে হৈ)* বেচ কথা! চা, চা, এতিয়া। *(মনোহৰক)* গোটেই জীৱনটো জেলত পচি মৰাৰ আগতে জীয়েকক হেঁপাহ পলুৱাই চাই ল। *(মৃণালক)* পাত, তই সংসাৰ পাত। সকলোতো ঠিকেই হৈ আছে! আমি উৰুলি দিওঁ। কিন্তু মই? মই কি কৰোঁ। মাত্ৰ আধা মাইল দূৰত মোৰ তিৰোতা আছে। সৌ তাত খেলি থকা ল'ৰাবোৰৰ নিচিনা এটা ল'ৰা আছে। *(দৌৰি খিৰিকিৰ ওচৰলৈ যায়)*

মনোহৰ ঃ *(দৃঢ়স্বৰেৰে)* খিৰিকি নুখুলিবি ভাস্কৰ!

বিজুলী ঃ দেউতা! মা! তহঁত যা। তহঁত যা। একো নহয়। তহঁত যা।
*(বিজুলীয়ে মাক-দেউতাকক ঠেলি উলিয়াই দিয়ে। মনোহৰে নিজৰ বস্তুবোৰ তুলি লয়।)*

মনোহৰ ঃ মৃণাল, আহ। বস্তুবোৰ ল। *(সকলোৰে চায়)* আহ--পলম নকৰিবি। বল, সময় নাই।। আই, তাইক, মালিনীক মোৰ কথা একো নক'বা। মই আকৌ আহিম। ইয়াতকৈ বহুত ভালকৈ আহিম। কাইলৈ তুমি তাইক মৰম কৰিবা। মই আশীৰ্বাদ কৰি গ'লোঁ,- তাইক ঈশ্বৰে ভালে ৰাখক। *(অলপ দূৰ গৈ উভতি আহি)* আৰু তোমাকো মই আশীৰ্বাদ কৰিলোঁ। সুখে থাকা।
*(মনোহৰ ৰাতিপুৱা যিফালে সোমাইছিল তাৰ বিপৰীত ফালে ওলাই যায়। সেইফালে পলাই যাব পৰা দুৱাৰখন আছে। মৃণালে একেথৰে বিজুলীলৈ চাই থাকে।)*

বিজুলী ঃ *(বেজাৰৰ হাঁহিৰে)* যোৱা, পলম হ'ব নহয়! যোৱা সৰু ল'ৰা। আকৌ আহিবা নহয়।
*(মৃণাল গুচি যায়। ভাস্কৰে কিছু সময় বিজুলীলৈ চাই থাকে। তাৰ পাচত কয়।)*

ভাস্কৰ ঃ যাওঁ বিজুলী। তুমি ৰঙীন পখিলাৰ কথা কৈছিলা নহয়? এনেকৈয়ে আমাৰ জীৱনৰ ৰঙীন পখিলা পলাই যায়। মই জানো তোমালোকে মোক নুবুজিলা। তোমালোকে বুজিলা, মই কেৱল ৰাইফলৰ লগত লেনদেন কৰোঁ। কিন্তু তোমালোকে কোনেও নুবুজিলা, (বিজুলীৰ হাত এখনত ধৰি) -- এনেকুৱা এখন কোমল হাতে মোক দিনে--নিশাই হাত বাউল দি মাতি থাকে। অথচ কোনো দিনাই মই সেই সঁহাৰি দিব পৰা নাই। মই দুৰ্বল, মই কাপুৰুষ। তোমালোকে এই কলেজৰ চাৰিসীমাৰ ইটাৰ দেৱালৰ নিচিনা মোৰ বাহিৰখন দেখিলা। কিন্তু তোমালোকে দেখা নাই,-- সেই দেৱালৰ ভিতৰত তোমাৰ নিচিনা এখন কোমল



অন্তৰে অকণমান মমতা বিচাৰি হাহাকাৰ কৰি থাকে। যাওঁ বিজুলী। আমি আকৌ আহিম। তোমালোক গৃহস্থ মানুহ। তোমালোকৰ ওচৰলৈ আমি এদিন আহিবই লাগিব।
*(ভাস্কৰ গুচি যায়। বিজুলীয়ে সেইফালে অলপ সময় চাই থাকে। তাৰ পাচত তাই বেঞ্চ এখনত বহে। মঞ্চৰ পোহৰ কমি আহে। অলপ পাচত লেম এটা লৈ চকীদাৰণী আহে।)*

চকীদাৰণী ঃ এওঁলোক গ'ল হ'বলা?

বিজুলী ঃ *(সৰু মাতেৰে)* গ'ল।

চকীদাৰ ঃ (অলপ পৰ চাই থাকি, লেমটো মেজত থৈ) এইবিলাক যি হ'ল হ'ল ; এতিয়া কাইলৈৰ কাৰণে এইবোৰ ঠিক কৰিব লাগিছিল নহয়?

বিজুলী ঃ মই কৰিম । তই যা।
*(চকীদাৰণী যায়। অলপ পাচত বিজুলীয়ে উঠি ড্ৰয়াৰৰ পৰা কাপোৰ এখন উলিয়াই ব'ৰ্ডখন মচিবলৈ ধৰে। লাহে লাহে মঞ্চ আন্ধাৰ হৈ আহে। কেৱল লেমটোৰ পোহৰ থাকে। লাহে-লাগে আঁৰ-কাপোৰে মঞ্চ আঁৰ কৰে।)*

সমাপ্ত

# এটা চোলাৰ কাহিনী

## আলি হাইদৰ



চৰিত্ৰাৱলী

দৰ্জী. বিবি. যুৱক. গ্ৰাহক. তৰুণী.



(মঞ্চত বিবি আৰু দৰ্জী থাকিব। বিবিয়ে যঁতৰত সূতা কাটে। দৰ্জীয়ে মুখৰ ভিতৰতে কিবা হিচাপ কৰে। )

বিবি : শুনিছে।

দৰ্জী : আঁহা, মাজতে মাত লগাই খেলি-মেলি কৰি দিলা।

বিবি : মই মাত লগোৱাতহে অপৰাধ হ'ল?

দৰ্জী : খেলি-মেলি মানে হিচাপৰ গণ্ডগোল।

বিবি : সদায়েই হিচাপত গণ্ডগোল লাগেনে?

দৰ্জী : লাগে মানে, লাগিছে।

বিবি : চোলাটো আজিও সম্পূৰ্ণকৈ চিলোৱা নহ'ল।

দৰ্জী : নাই হোৱা, কি কৰিম বিবি। চোলাটোৰ জোখতকৈ মানুহৰ জোখ বাঢ়ি গৈছে।

বিবি : এৰা, মানুহজনৰ শৰীৰটো ক্ৰমান্বয়ে বাঢ়ি গৈছে।

দৰ্জী : জোখ লৈ লৈ মোৰ আমনি লাগিছে।

বিবি : কিন্তু চোলাটো চিলাবই লাগিব।

দৰ্জী : লাগিব।

বিবি : তেতিয়াহ'লে আমনি লাগিলে জানো হ'ব?

দৰ্জী : নহ'ব, চাৰা জিন্দেগী এই দৰ্জী কাম কৰোতেই গ'ল। বহুত চোলা চিলালোঁ আজিলৈকে জোখত খেলি-মেলি নহ'ল।

বিবি : কিন্তু এইবাৰ চোলাটোৰ জোখ.............

দৰ্জী : এইটোৰ জোখে মোক এইবাৰ বৰ বেয়া ধৰণে বেইমানী কৰিছে।

বিবি : চাৰা জিন্দেগী আনৰ চোলা চিলাওঁতেই গ'ল, নিজৰ একা?

দৰ্জী : নিজৰ!

বিবি : নিজৰ চোলাটোৰ অৱস্থা চাইছেনে নাই?

দৰ্জী : এৰা লোকৰ চোলা চিলাওঁতেই জিন্দেগী গ'ল অথচ আজিলৈকে নিজৰ চোলা চিলাই ল'ব পৰা নাই আৰু চিলোৱা নহ'ধও। হেঃ হেঃ হেঃ .... *( হাঁহে)*

বিবি : চোলাটো ফটা, টাপলি মৰা। হিঃ হিঃ হিঃ......*( হাঁহে)*

দৰ্জী : টাপলি মাৰোতে মাৰোতে টাপলি মাৰিবলৈ ঠায়েই নাইকিয়া হৈ গৈছে। হেঃ হেঃ হেঃ.... *(হাঁহে)*

বিবি-দৰ্জী ঃ *( দুয়ো একেলগে)* আনৰ চোলা চিলাওঁতেই জিন্দেগী গ'ল, অথচ নিজৰ ভাল চোলা এটা চিলোৱা নহ'ল। নিজৰটো ফাটি উৰঁলি গৈছে, দেখিলেই হাঁহি উঠে, হেঃ হেঃ হেঃ ( হাঁহে) নিজৰ চোলাটো ফটা হেঃ হেঃ হেঃ *(হাঁহে)* টাপলি মৰা হেঃ হেঃ হেঃ *( হাঁহে)* টাপলি মাৰোতে মাৰোতে টাপলি মাৰিবলৈ ঠায়েই নাইকিয়া হৈ গৈছে। হেঃ হেঃ হেঃ *( হাঁহি, হাঁহি কান্দি দিয়ে)* টাপলি মাৰোতে টাপলি মাৰিবলৈ ঠায়েই নাইকিয়া হৈ গৈছে। *( কান্দি, কান্দি হাঁহে; আকৌ হাঁহি হাঁহি কান্দে)।*

দৰ্জী ঃ বিবি ................

বিবি ঃ কওঁক।

দৰ্জী ঃ *(কান্দি)* তুমি কন্দিছা?

বিবি ঃ *(কান্দি)* নাই কন্দা।

দৰ্জী ঃ *(কান্দি )* নাই কন্দা?

বিবি ঃ নাই কন্দা- হাঁহিছোঁ - হাঁহিছোঁ হিঃ হিঃ হিঃ *( হাঁহে)*

দৰ্জী ঃ হাঁহিছা? হাঁহিছা - হেঃ হেঃ হেঃ ...... *( হাঁহে)*

বিবি ঃ হাঁহিছোঁ হি ঃ হিঃ হিঃ...... *(হাঁহে)*

দৰ্জী ঃ হাঁহিছা হেঃ হেঃ হেঃ .... *( দুয়ো হাঁহি, হাঁহি কান্দি দিয়ে।)*

দৰ্জী ঃ বিবি

বিবি ঃ কওঁক।

দৰ্জী ঃ তোমাৰ কাম শেষ হ'ল?

বিবি ঃ নাই হোৱা, এই সূতাসোপাৰ দেখিছোঁ জঁট নাভাগিবই।

দৰ্জী ঃ সদায়েই জঁট লাগেনে?।

বিবি ঃ কি কৰিম? এটা জঁট এৰুৱাম আন এটা লাগিব।

দৰ্জী ঃ এইদৰে দেখিছোঁ জঁটৰ সংখ্যা নকমিবই

বিবি ঃ এৰা, ক্ৰমান্বয়ে জঁট বাঢ়ি গৈছে।

দৰ্জী ঃ যিমানে বাঢ়িব সিমানে কামৰ লেঠা নিচিঙিব।

বিবি ঃ সূতা আৰু কাটিবলৈ আছে।

দৰ্জী ঃ সূতানো আৰু কিমান কাটিবা? আকৌ সূতাৰ জঁট লাগিব।

বিবি ঃ নাই ,এইবাৰ চেৰেকীৰ পৰা পোনচাতে যঁতৰত মহুৰা ফুৰাম।

দৰ্জী ঃ যঁতৰটো ঠিক আছে?

বিবি ঃ ঠিক আছে।

দৰ্জী ঃ তুমি অলপ হিচাপতকৈ কম কাপোৰ বোঁৱা নেকিহে?

বিবি ঃ যিমান সূতা কাটিব পাৰিম, সিমানেই কাপোৰ ব'ব পাৰিম ; তাতকৈ বেছি ক'ৰ পৰা ব'ম?



দৰ্জী ঃ আচলতে কি জানা?

বিবি ঃ কি?

দৰ্জী ঃ তুমি সূতা কাটি কাপোৰ বোঁৱা ......

বিবি ঃ আপুনি সেই কাপোৰেৰে মেচিনত চোলা চিলাই কৰে।

দৰ্জী ঃ কি মজা

বিবি ঃ কি আনন্দ

দৰ্জী ঃ কি ফূৰ্তি! মানে, মানে..........

বিবি ঃ মানে, মই সূতা কাটি কাপোৰ বওঁ..........

দৰ্জী ঃ সেই কাপোৰেৰে মই মেচিনত চোলা চিলাওঁ! কিন্তু সদায় জোখত ভুল লাগে।

বিবি ঃ মোৰো সদায় সূতাত জঁট লাগে।

দৰ্জী-বিবি ঃ *( দুয়ো একেলগে)* তথাপিতো আমাৰ কি ফূৰ্তি! কি আনন্দ! কি মজা! হেঃ হেঃ হেঃ কি.. *(দুয়ো হাঁহি-হাঁহি কান্দে।)*

*(যুৱকৰ প্ৰৱেশ)*

যুৱক ঃ হাঁহি আৰু কান্দোনেই জীৱন
জীৱন মানে হঁহা আৰু কন্দা,
আনন্দ আৰু দুঃখ
হৰ্ষ আৰু বেদনা।
জীৱন আমি
হাঁহি-হাঁহি দুখ পাহৰোঁ,
কান্দি, কান্দি মনত শান্ত্বনা লভো।
এটা পোৱা-নোপোৱাৰ পথ
কোনটো দীঘল,
কোনটো চুটি।
ইয়াৰ যাত্ৰীৰ নামেই মানুহ
ইয়াৰ নামেই জীৱন।

দৰ্জী ঃ এৰা, ইয়াৰ নামেই জীৱন!

যুৱক ঃ বাবা

দৰ্জী ঃ হোঁ?

যুৱক ঃ জীৱনৰ ব্যাখ্যা দি দি শেষ কৰিব নোৱাৰি। ই বৰ জটিল।

বিবি ঃ বোপাই

যুৱক ঃ কোৱা মা।

বিবি ঃ তহঁতেনো জীৱনটো কিমান দেখিছ? কিমান অনুভৱ কৰিছ?

যুৱক ঃ যিমান দেখিছোঁ, যিমান অনুভৱ কৰিছোঁ তাৰ পৰাই বুজিছোঁ ই বৰ জটিল।

বিবি ঃ মোৰ সূতাৰ জঁটবোৰৰ দৰেই জটিল নে?

দৰ্জী ঃ তুমিও আজৱ তিৰোতা বিবি, দুনীয়াত আৰু জীৱনৰ লগত ৰিজনি দিবলৈ তোমাৰ সূতাৰ জঁটৰ বাহিৰে আৰু একোৱেই নাপালানে?

যুৱক ঃ বা, জীৱনত মানুহে কেতিয়াবা এই সূতাৰ জঁটৰ দৰেই কিছুমান জঁট ভাঙিব লগা হয়।

বিবি ঃ চেহ্, জঁটবোৰ বৰ বেয়াকৈ লাগিল।

যুৱক ঃ আমাৰ সংসাৰতো বহুত জঁট।

দৰ্জী ঃ এৰা, সংসাৰৰ জঁটবোৰ ভাঙিব নোৱাৰা জটিল জঁট--

বিবি ঃ এটা জঁট এৰুৱালে, আনটো টান হৈ লাগি ধৰে, এটা নাইকিয়া হ'লে, দুটা বেছি হয়।

যুৱক ঃ এই জঁটবোৰ এটা এটাকৈ পৰিপাটীকৈ এৰুৱাব পাৰিব লাগিব।

বিবি ঃ জঁটতো গুচাবই লাগিব।

দৰ্জী ঃ আৰু ময়ো হিচাপ শুদ্ধ কৰিব লাগিব।

যুৱক ঃ শুদ্ধ জোখ এটাৰ খুউব দৰকাৰ।

দৰ্জী ঃ শুদ্ধ জোখ এটা উলিয়াব নোৱাৰোঁ কাৰণ, মানুহজনৰ শৰীৰটো বাঢ়ি গৈয়ে আছে।

যুৱক ঃ মানুহজনক আৰু বাঢ়িব দিব নোৱাৰি।

বিবি ঃ বোপাই।

যুৱক ঃ মা?

বিবি ঃ তোৰ কবিতাবিলাকেৰে তই কি কৰিবি?

যুৱক ঃ
মোৰ কবিতা!
মোৰ কবিতা যদি হয় দৰিদ্ৰৰ
হৃদয়ৰ প্ৰচণ্ড উত্তাপ,
মেহনতী জনতাৰ
জীৱন সংগ্ৰামৰ হাতিয়াৰ।
যদি হয় কৃষকৰ
বোকাত খোচা প্ৰেৰণাৰ
নাঙলৰ আগ,
যদি হয় দাৱনীৰ
চক্‌চকীয়া কাঁচি।
মোৰ কবিতা,
মোৰ আইৰ
সূতাৰ জঁট খোলাত সহায় হওঁক।
মোৰ কবিতাই



এটা চোলাৰ
শুদ্ধ জোখ লোৱাত সহায় কৰক।
এটা চোলা
এটা নতুন চোলা
এটা ৰঙা চোলা।

বিবি ঃ মানুহজনে ৰঙা চোলা ভাল নাপায়।

যুৱক ঃ
আই'
তোমাৰ সন্তানে বিচাৰিছে,
তোমাৰ মুখত এমুখ হাঁহি।
আৰু
তাৰ বাবেই আই
এটা ৰঙা চোলাৰ খুবেই প্ৰয়োজন।

বিবি ঃ বাৰু তহঁত বাপেৰ-পুতেৰে কথা পাত, মই অলপ তাঁতৰ পাতত বহোঁগৈ।

*(বিবিৰ প্ৰস্থান)*

দৰ্জী ঃ যোৱা যোৱা, কাপোৰ অলপ বৈ লোৱাৰ দৰকাৰ, মোৰো কাপোৰৰ নাটনি হৈছে।

যুৱক ঃ কাপোৰৰ নাটনি আৰু কিমান মাৰিবা বাবা?

দৰ্জী ঃ নহ'লেতো উপায় নাই বোপাই। *( বাহিৰলৈ দেখুৱাই)* সৌৱা চা' মানুহজন আহিছে।

যুৱক ঃ *(বাহিৰলৈ চাই)* সঁচাকৈ প্ৰকাণ্ড মানুহজনৰ শৰীৰৰ অৱয়ৱ।

দৰ্জী ঃ *( চিঞৰি)* ৰ'ব, ৰ'ব তাতে ৰওঁক -- ভিতৰলৈ আহিব নালাগে। অ' অ' তাতে ৰওঁক - হয়? - আপোনাৰ শৰীৰটো আমাৰ ঘৰৰ দুৱাৰৰ ভিতৰেদি পাৰ নহয়--। কি?

যুৱক ঃ *(চিঞৰি)* আপুনি কিয় হুলস্থূল কৰিছে?

দৰ্জী ঃ *( চিঞৰি)* অ' হ'ব হ'ব মই গৈ তাতে জোখ ল'মগৈ। অ' তাতে।

যুৱক ঃ মানুহজন আহিলে দেখোন দুৱাৰ-চুৱাৰ ভাঙি যাব।

দৰ্জী ঃ চাচোন- চা বোপাই, মানুহজনৰ শৰীৰটো কি দৰে বাঢ়ি গৈয়ে আছে।

যুৱক ঃ এৰা! অনুভৱৰ কথাতো বাদেই কল্পনাই কৰিব নোৱাৰি।

দৰ্জী ঃ আজি যিটো জোখ ল'ম, এদিনৰ পাচত সেই জোখতকৈ মানুহজন অলপ বেছি শকত হৈ যায় আৰু লগে লগে জোখৰ খেলি-মেলি, হিচাপৰ গণ্ডগোল।

যুৱক ঃ বাবা, প্ৰচণ্ড হেঁচা দি মানুহজন শকত হৈ অহাটো বন্ধ কৰি দিওঁ।

দৰ্জী ঃ পৰা জানো হ'ব?

যুৱক ঃ চেষ্টা কৰিলে, হাৰি নগ'লে, নিশ্চয় পৰা হ'ব।

দৰ্জী ঃ নহ'লে আৰু উপায় নাই। সৌৱা চাচোন ৰছীত আঁৰি থোৱা চোলাটো, মই সেইটো কিমান মস্ত কৈ চিলাইছোঁ; তথাপিতো মানুহজনৰ গাত চোলাটো নাখায়, সৰু হয়।

যুৱক ঃ চোলাটো বৰ ডাঙৰ হৈছে, আমি বহুত মানুহ তাৰ ভিতৰত সোমাই যাম।

দৰ্জী : আৰু কিমান ডাঙৰ কৰিব লাগে তাৰ কি ঠিক? মানুহজনটো শকত হৈয়ে আছে। কোনোবাই পাম্প দি যেন ৰবৰৰ পুতলা এটাহে ফুলাইছে তই ৰ' মই মানুহজনৰ জোখ এটা লৈ আহোঁ।

যুৱক : প্ৰচণ্ড হেঁচা দি ধৰিবা। এটা শুদ্ধ জোখ লাগিবই। এটা চোলা ঠিক জোখত পিন্ধাবই লাগিব। নহ'লে মানুহজন আৰু শকত হৈ যাব আৰু বাঢ়ি যাব।

দৰ্জী : আৰু যিমানহৈ বাঢ়িব সিমানেই বিপদ!

*(দৰ্জীৰ প্ৰস্থান)*

যৱক :
কি দাৰুণ দৃশ্য!
সি অক্লেশে বাঢ়িয়েই আছে।
যিমানহৈ বাঢ়িব
সিমানেই বিপদ,
কি ভয়ঙ্কৰ তাৰ মূৰ্ত্তি!
জিঘাংসা তাৰ প্ৰবৃত্তি,
নিদান আঁতৰাবৰ বাবে
আমি অ-প্ৰমত্ত হ'বৰ হ'ল
আৰু
আৰু তাৰ বাবে
এটা জোখৰ চোলা লাগে।
এটা শুদ্ধ জোখ,
এটা শুদ্ধ হিচাপ,
এটা নতুন চোলা
এটা ৰঙা চোলা।

*(চিঞৰি)* ধৰা, ধৰা হেঁচা দি ধৰা। ৰ'বা মই গৈছোঁ বাবা, তোমাৰ সহায় হওঁ।

*(যুৱক বাহিৰলৈ যাব ধৰে, এনেতে যুৱকৰ সন্মুখেদি এজন গ্ৰাহক আহি আগভেটা দি ধৰে।)*

গ্ৰাহক : ক'লৈ যোৱা?

যুৱক : বাবাৰ ওচৰলৈ।

গ্ৰাহক : কিয় যোৱা?

যুৱক : বাবাৰ সহায় হ'বলৈ।

গ্ৰাহক : তুমি দৰ্জীৰ সহায় হ'ব নোৱাৰা।

যুৱক : মানে?

গ্ৰাহক : মানে চানে পিচত হ'ব। আগতে মই কিয় আহিছোঁ তাক সোঁধা।

যুৱক : এজন গ্ৰাহক কিয় আহে তাক আকৌ সুধিব লাগেনে?

গ্ৰাহক : এইদৰে মোৰ লগত সদায় ল'ৰা-ধেমালি কিন্তু ভাল নহ'ব।



যুৱক : ক'তা আমিতো আপোনাৰ লগত ল'ৰা-ধেমালি কৰা নাই।

গ্ৰাহক : নাই কৰা বুলিলেই হ'লনে? দস্তুৰমত কৰিছা, সদায় কৰিছা।

যুৱক : কি কৰিছোঁ?

গ্ৰাহক : ধেমালি কৰিছা। খেলা কৰিছা। খেলা

*(দৰ্জী পৰিয়ালৰ স'তে গ্ৰাহকৰ যেন এখন খেলা হৈ আছে। ৰছী টনাটনি খেলা। এটা খেলত যেন দৰ্জী পৰিয়াল বাৰে বাৰে হাৰে। গ্ৰাহক কেতিয়াবা হাৰিলে আধা খেলাতে খেল বন্ধ কৰি দিয়ে।)*

গ্ৰাহক : মোৰ চোলা সময়মতে চিলাই দিব পৰা নাই।

যুৱক : কামৰ হেঁচাত সময়মতে চিলাই দিব পৰা নাই, সময় উলিয়াব পাৰিলেই চিলাই দিব।

গ্ৰাহক : সময় মানে? সদায় চোলা নিবলৈ আহোঁ, সদায় একেই কথা। আহি দেখোঁ তোমাৰ বাবাৰ সেই দিনে দিনে শকত হৈ বাঢ়ি যোৱা মানুহজনক লৈয়ে ব্যস্ত থাকে, আমাক যেন নুসুধিবই।

যুৱক : শকত হৈ অহা মানুহজনৰ কবলত অকল আমিয়েই পৰা নাই আৰু বহুত পৰিছে।

গ্ৰাহক : আমি কিন্তু পৰা নাই।

যুৱক : পৰিছে, আপোনালোকো পৰিছে। কিন্তু আপোনালোকে অনুভৱ কৰিব নোৱাৰে। কাৰণ আপোনালোক ধনৱন্ত লোক। গৰীব নিঃকিনবিলাকেহে ইয়াৰ কবলত পৰি হাৰাশাস্তি হৈছে।

গ্ৰাহক : মই ভাষণ শুনিবলৈ অহা নাই। মোক, মোৰ কাম লাগে।

যুৱক : ক'লোঁ নহয়, চিলোৱা শেষ হ'লেই আপুনি আপোনাৰ চোলা লৈ যাব।

গ্ৰাহক : কিন্তু চোলা চিলাই শেষ হোৱাৰ কোনো লক্ষণ দেখা নাই।

যুৱক : তেতিয়াহ'লে আপুনি কি ভাবে ভাবি থাকক, মই বাবাক সহায় কৰোঁগৈ।

গ্ৰাহক : এই কথাই কথা নহয়। মই আহিলে বাবাৰটো নাথাকেই এতিয়া তুমিও মোৰ ওচৰৰ পৰা পলাব বিচাৰিছা।

যুৱক :
নপলাওঁ মই
কোনো দিনেই নপলাওঁ
তেনে মনোবৃত্তিও মোৰ নাই।
পূব আকাশত উদয় হোৱা জীৱন সূৰুযত
বাস্তৱৰ কৰাল মেঘৰ
আন্ধাৰ দেখোঁ,
আন্ধাৰে আৱৰি ধৰা বিপৰ্যয়কো
মই হেলাৰঙে অতিক্ৰম কৰোঁ।
আন্ধাৰ আৰু পোহৰৰ
সন্ধিক্ষণত কেৱল মই
পোহৰৰ বাবেই সংগ্ৰাম কৰিছোঁ।
কাহানিও বাস্তৱৰ কঠোৰতাক

কৰা নাই ভয়
জীৱন গ'লেও যায়,
তথাপিতো--
পুৰাৰ ৰঙীণ আভাৰে
শেষ কৰিম
এটা চোলা চিলায়।
এটা নতুন চোলা।
এটা ৰঙা চোলা।

গ্ৰাহক : ৰঙা চোলা মোক নালাগে।

যুৱক : জানো, আপোনালোকৰ শ্ৰেণীৰ মানুহবিলাকে ৰঙা চোলাক খুউব ভয় কৰে।

গ্ৰাহক : মনত ৰাখিবা, মই ইয়ালৈ কবিতা শুনিবলৈ অহা নাই, কবিতা গালেই মোৰ চোলা হৈ নাযায়।

যুৱক : মইতো কোৱা নাই।

গ্ৰাহক : বে-লায়ক ক'ৰবাৰ।

যুৱক : কি লায়কৰ কাম নকৰা দেখিলেহে?

গ্ৰাহক : কি কৰিছা হে?

যুৱক : কি কৰা নাই।

গ্ৰাহক : কবিতাৰ বাহিৰে কি কৰিব জানা?

যুৱক : মজুৰি কৰিব জানো, মেহনতী কৰিব জানো, বাবা এজন দৰ্জী, মেহনতী কৰে, মায়ে সূতা কাটি তাঁতত কাপোৰ বয়, মেহনতী কৰে। মই দিন মজুৰি কৰোঁ।

গ্ৰাহক : কবিৰ মুখত দিন মজুৰিৰ কথা নুশুৱাই।

যুৱক :
কবি মই স্বভাৱজাত
কবিতা প্ৰতিভা মোৰ জন্মগত,
আৰু দিন মজুৰি হ'ল
মোৰ জীৱন সংগ্ৰাম
কবিতা লিখোঁ,
সৃষ্টিৰ আৱেগত,
মজুৰি কৰোঁ
পেটৰ তাড়নাত.........

গ্ৰাহক : বন্ধ কৰা তোমাৰ কবিতা। ক'লোঁ নহয়-এইবোৰৰ পৰা আৰু উপায় নাই । শুনা, মই যাওঁ, অলপ পাছত আকৌ আহিম। মই মোৰ চোলা পাব লাগিব, বাবাৰাক কৈ দিবা।

যুৱক : আপুনি নিজেই কৈ যাওঁক।

গ্ৰাহক : নাই, সেই শকত হৈ যোৱা মানুহজনৰ ওচৰলৈ মই যাব নোৱাৰোঁ।



যুৱক : ভয় কৰে।

গ্ৰাহক : ভয় মানে! তোমাৰ এইবোৰ কথাৰ কি দৰকাৰ!

যুৱক : জানো, আপোনালোকে সেই শকত হোৱা মানুহজনৰ ওচৰলৈ যাবলৈ ভীষণ ভয় কৰে।

গ্ৰাহক : সেয়া মোৰ ব্যক্তিগত কথা, মাত্ৰ মোৰ কথা তুমি মনত ৰাখিবা, মই আহিলোঁ।

*(গ্ৰাহকৰ প্ৰস্থান, ক্ষন্তেকৰ পাচত বিবিৰ প্ৰৱেশ )*

বিবি : সেই গ্ৰাহকজন আকৌ আহিছিল?

যুৱক : আকৌ আহিব।

বিবি : মানুহবোৰে বৰ দিগদাৰ দিয়ে।

যুৱক : সময়মতে নিজৰ বস্তু নাপালে দিগদাৰ দিবই।

বিবি : বাবাৰে দিনে দিনে শকত হৈ অহা সেই মানুহজনৰ কবলৰ পৰা ৰক্ষা পোৱাৰ কথাই চিন্তা কৰিব নে গ্ৰাহকৰ কথাই চিন্তা কৰিব? চাচোন চা, বাবাৰলৈ চা--- কিদৰে অৱস্থা নাইকিয়া হৈ গৈছে।

যুৱক : আমাৰ অৱহেলা, আমাৰ দুৰ্বলতা, আমাৰ অদূৰদৰ্শীতাৰ বাবে সেইজন দিনে দিনে শকত হ'বলৈ সুবিধা পাইছে।

বিবি : খোদাইহে জানে আৰু সেইজনৰ পৰা মুক্তি কেতিয়া পাম!

যুৱক : আমাৰ ভুলৰ বাবে সেইজন শকত হ'বলৈ সুবিধা পাইছে।

বিবি : কি ভুলৰ বাবে?

যুৱক : আমি অদৃষ্টবাদী মা, আমি বাস্তৱবাদী হ'বলৈ এতিয়াও শিকা নাই। আমাৰ কিবা বিপদ হ'লেই আমি খোদাৰ দোহাই দি নিশ্চিত মনে বহি থাকোঁ। কিন্তু তাৰ পৰা পৰিত্ৰাণ পোৱাৰ উপায় চিন্তা নকৰোঁ।

বিবি : তাৰ বাহিৰেনো অন্য কথা আৰু কি চিন্তা কৰিবি?

*( দৰ্জীৰ প্ৰৱেশ)*

দৰ্জী : হে! পৰবৰ দিগাৰ তুমি ৰহমত দিওঁতা!

বিবি : কি হ'ল?

দৰ্জী : হেৰা, সেইটো মানুহ নহয় হে কিবা চয়তান যেনহে পাওঁ। আও কিদৰে শকত হ'ব ধৰিছে।

যুৱক : বাবা, ৰুধিব নোৱাৰিলে আৰু শকত হ'ব। কিবা এটা উপায় কৰিবই লাগিব।

দৰ্জী : উপায়, আমাৰ নিচিনা ক্ষুদ্ৰ বান্দাৰ হাতত নাই, খোদাতাল্লাৰ ওচৰত।

যুৱক : খোদাতাল্লাই কি কৰিব, আমাৰ মানুহে কিবা এটা নকৰিলে।

*( যুৱকৰ প্ৰস্থান)*

বিবি : মানুহজন শকত হৈয়ে আছে।

দৰ্জী : ওঁ হৈয়ে আছে। আৰু হ'ব হে, ৰহমতৰ দৰিয়! তুমি আমাক ত্ৰাণ কৰাহে কৰা।

বিবি ঃ গ্ৰাহকজন আহিছিল।

দৰ্জী ঃ আৰু বহুত গ্ৰাহক আহিবলৈ আছে।

বিবি ঃ গ্ৰাহকক যে সময়মতে চোলা চিলাই দিব পৰা নাই।

দৰ্জী ঃ এই শকত মানুহজনৰ লগত লাগি থাকোতে আৰু বহুত গ্ৰাহকৰ চোলা নিচিলোৱাকৈ পৰি আছে। *( অলপ ৰয়)* বিবি, কাপোৰ কিমান বোৱা হ'ল?

বিবি ঃ যিখিনি সূতা কটা আছিল গোটেইখিনি শেষ কৰি দিলোঁ, আৰু সূতা কাটিব লাগিব।

দৰ্জী ঃ আৰু সূতা কটাই ভাল।

বিবি ঃ কাটিম।

দৰ্জী ঃ কাপোৰখন ডাঙৰ হৈছেনে?

বিবি ঃ হৈছে বহুত ডাঙৰ হৈছে।

দৰ্জী ঃ জোৰা লগালে শকত হোৱা মানুহজনৰ গাত হ'বনে?

বিবি ঃ হ'ব পাৰে।

দৰ্জী ঃ হে খোদা, এইবাৰ চোলাটো যেন সৰু নহয়।

বিবি ঃ কাপোৰখন জোৰা লগালে চোলাটো বৰ আচৰিত ভাৱে মস্ত হ'ব।

দৰ্জী ঃ মস্ত হ'বই।

বিবি ঃ অদ্ভুত দেখাব।

দৰ্জী ঃ দেখাবই।

বিবি ঃ কাপোৰ বৈ বৈ আমনি লাগিছে ।

দৰ্জী ঃ চোলাটো চিলাই চিলাই মোৰো আমনি লাগিছে।

বিবি ঃ আমি বাৰু সেই শকত হৈ অহা মানুহজনৰ পৰা আঁতৰি থাকিব নোৱাৰোঁনে?

দৰ্জী ঃ নোৱাৰোঁ।

বিবি ঃ কিয়?

দৰ্জী ঃ আমি প্ৰতি মুহূৰ্ততে সেই শকত হে অহা মানুহজনৰ কবলৰ ফালে চাপি চাপি গৈয়ে আছোঁ।

বিবি ঃ উদ্ধাৰ হোৱাৰ উপায় নাই?

দৰ্জী ঃ উপায় দেখোন মনলৈ নাহে।

বিবি ঃ কিন্তু অসহ্য লাগিছে, অধৈৰ্য হৈ পৰিছোঁ।

দৰ্জী ঃ ধৈৰ্য ধৰা, আমাৰ নিচিনা গৰীৱ মানুহে এইবোৰ তাড়না সহ্য কৰিবই লাগিব।

বিবি ঃ সেই মানুহজনৰ বাবে কাপোৰ বওঁতে, বওঁতে আনৰ চোলাৰ বাবে কাপোৰ ব'বলৈ সময়েই নোপোৱা হৈছোঁ।

দৰ্জী ঃ চাৰা জিন্দেগী আনৰ বওঁতেই গ'ল, নিজৰ বুলিবলৈ কাপোৰ এখন একা?



বিবি ঃ নিজৰ কাপোৰ?

দৰ্জী ঃ নিজৰ গাৰ কাপোৰখনৰ অৱস্থা চাইছানে নাই?

বিবি ঃ এবা! লোকৰ কাপোৰ বওঁতেই জিন্দেগী গ'ল, অথচ নিজৰ ভাল কাপোৰ এখন বৈ ল'ব পৰা নাই আৰু বোৱা নহ'ব, হিঃ হিঃ হিঃ.......... *( হাঁহে)*

দৰ্জী ঃ তোমাৰ গাৰ কাপোৰখন ফটা, টাপলি মৰা হেঃ হেঃ হেঃ..... *(হাঁহে)*

বিবি ঃ টাপলি মাৰোতে মাৰোতে টাপলি মাৰিবলৈ ঠায়েই নাইকিয়া হৈ গৈছে হিঃ হিঃ হিঃ .... *(হাঁহে)*

দৰ্জী/ বিবি ঃ *( দুয়ো একেলগে)* আনৰ কাপোৰ বওঁতেই জিন্দেগী গ'ল, অথচ আজিলৈকে নিজৰ গাৰ ভাল কাপোৰ এখন বোৱা নহ'ল, নিজৰ গাৰ কাপোৰখন ফাটি উৰলি গৈছে, দেখিলেই হাঁহি উঠে হেঃ হেঃ হেঃ *( হাঁহে)* নিজৰ কাপোৰখন ফটা হেঃ হেঃ হেঃ *(হাঁহে)* টাপলি মৰা হেঃ হেঃ হেঃ *(হাঁহে)* টাপলি মাৰোতে মাৰোতে টাপলি মাৰিবলৈ ঠায়েই নাইকিয়া হৈ গৈছে। হেঃ হেঃ হেঃ *( হাঁহি হাঁহি কান্দি দিয়ে)* টাপলি মাৰোতে মাৰোতে টাপলি মাৰিবলৈ ঠায়েই নাইকিয়া হৈ গৈছে। *( কান্দি কান্দি হাঁহে আকৌ হাঁহি, হাঁহি কান্দে।)*

বিবি ঃ শুনক--

দৰ্জী ঃ কোৱা।

বিবি ঃ আপুনি কান্দিছে?

দৰ্জী ঃ *( কান্দি)* নাই কন্দা।

বিবি ঃ *(কান্দি)* নাই কন্দা।

দৰ্জী ঃ নাই কন্দা-- হাঁহিছোঁ, হাঁহিছোঁ হেঃ হেঃ হেঃ *( হাঁহে)*

বিবি ঃ হাঁহিছে? হাঁহিছে - হিঃ হিঃ হিঃ *( দুয়ো হাঁহি হাঁহি কান্দে)*

দৰ্জী ঃ বিবি--

বিবি ঃ হুঁ?

দৰ্জী ঃ আচলতে কি জানা?

বিবি ঃ কি?

দৰ্জী ঃ তুমি সূতা কাটি কাপোৰ বোৱা.......

বিবি ঃ আপুনি সেই কাপোৰেৰে মেচিনত চোলা চিলাই কৰে।

দৰ্জী ঃ কি মজা--

বিবি ঃ কি আনন্দ......

দৰ্জী ঃ কি ফূৰ্তি? মানে মানে?.............

বিবি ঃ মানে, মানে মই সূতা কাটি কাপোৰ বওঁ আৰু......

দৰ্জী ঃ সেই কাপোৰেৰে মই মেচিনত চোলা চিলাওঁ। কিন্তু সদায়ে জোখত ভুল লাগে।

বিবি ঃ মোৰো সদায় সূতাত জঁট লাগে.....

দৰ্জী : *(দুয়ো একেলগে)* তথাপিতো আমাৰ কি আনন্দ, কি ফূৰ্তি, কি মজা হেঃ হেঃ হেঃ
*( হাঁহি, হাঁহি দুয়ো কান্দে)*

দৰ্জী : মানুহজন বৈ আছে বিবি ........

বিবি : দেখিছোঁ।

দৰ্জী : তুমি বৈ থৈ অহা কাপোৰখন জোৰা লগাই আগৰ চোলাটো ডাঙৰ কৰিব লগা হ'ল ।

বিবি : এতিয়া আকৌ মানুহজনৰ জোখ ললে জানো?

দৰ্জী : ললোঁ।

বিবি : ঠিকদৰে লৈছেতো?

দৰ্জী : লৈছোঁ।

বিবি : এইবাৰ ঠিক হিচাপমতে চোলাটো চিলাব।

দৰ্জী : হিচাপ মতেইতো চিলোৱা হয়। তথাপিতো চব খেলি-মেলি। কাপোৰ নাটেগৈ। মানুহজন শকত হৈ গৈয়ে আছে। বাৰু হেৰি নহয় তুমি কিমান মিটাৰ কাপোৰ বৈ উলিয়ালা?

বিবি : জানো ক'ব নোৱাৰোঁ, যিমান পাৰো বৈছোঁ।

দৰ্জী : তথাপিতো এটা হিচাপ ৰাখিব লাগে।

বিবি : আমি হিচাপ জনা হ'লে কথাই নাছিল।

দৰ্জী : সেইবাবেইতো কৈ থাকোঁ বিবি, সৰু ঘৰৰ নেওতাখন মুখস্থ কৰি লোৱা।

বিবি : এই বয়সত আৰু নেওতা মুখস্থ কৰিব নোৱাৰি।

দৰ্জী : কিয়, কিয় নোৱাৰি?

বিবি : লাজ লাগে।

দৰ্জী : আহ, লাজৰ কি কথা আছে। আমি নিজৰ খাই নিজে কিবা এটা কৰিছোঁ।

বিবি : হ'লেও বয়সৰ কথা এটা আছে নহয়।

দৰ্জী : বয়সৰ কি কথাহে? মনৰ কথা, শৰীৰৰ কথা, স্বাস্থ্যৰ কথা............

বিবি : হ'ল, হ'ল মনে মনে থাকক, মানুহে শুনিলে কি ক'ব?

দৰ্জী : মানুহে? মানুহেতো বহুত কিবা-কিবি কয়, মানুহৰ কথাততো লাগি থাকিলে আমাৰ কাম হাচিল নহয়।

বিবি : নিশ্চয় নহয়।

দৰ্জী : মোৰ হিচাপৰ খেলি-মেলি মানুহে আহি ভাঙি নিদিলে।

বিবি : নিদিয়ে।

দৰ্জী : সেইবাবে, সেইবাবেই তুমি হিচাপ কৰিবলৈ জানিব লাগিব, তুমি সৰু ঘৰৰ নেওতা মুখস্থ কৰা

বিবি : নাই, নাই মই নোৱাৰোঁ।



দৰ্জী : নহয়, নহয় এইবাৰ তোমাক মই নেৰো, তুমি শিকিবই লাগিব ।

বিবি : ঘৰত ডেকা ল'ৰা আছে, এইবোৰ নেওতা মুখস্থ কৰা দেখিলে বাৰু লাজ নালাগিবনে?

দৰ্জী : এই সময়ত সি নাহে।

বিবি : আন কোনোবা আহিব।

দৰ্জী : নাই, নাই কোনো নাহে, তুমি মুঠতে নেওতা মুখস্থ কৰিবলৈ প্ৰস্তুত হোৱা।

বিবি : আপোনাৰ পৰা নোৱাৰি আৰু। এই বুঢ়া বয়সতো লাজ-মান কাটি কৰিব লাগিব।

দৰ্জী : অ' অ' বেগেতে বেগেতে.........

বিবি : ৰ'ব মোৰ এই চাদৰখন ফাটি আছে, বেজীৰে সী থাকোঁ, সিফালে নেওতাও মুখস্থ কৰি থাকিম। আমি ভিতৰত কি কৰিছোঁ মানুহে গম নাপাব। নহ'লে মোৰ লাজ লাগে।

দৰ্জী : বেগেতে কৰা।

বিবি : ৰ'ব বেজীটো বিচাৰিবলৈ দিয়ক।

দৰ্জী : সৌৱা বেৰত বেজীটো! অ' সেইটো। অ' বেগেতে.......

বিবি : ৰ'বচোন বেজীত সূতা সুমুৱাব দিয়ক।

দৰ্জী : অ' অলপ সোনকালে কৰা। হ'লনে? সুমুৱা হ'লনে? অ ' অ' অ'

বিবি : হ'ল।

দৰ্জী : অ' বেগেতে, বেগেতে। অ' কোৱা এক

বিবি : এক

দৰ্জী : দুই

বিবি : দুই।

দৰ্জী : তিনি।

বিবি : তিনি

দৰ্জী : ওঁ, ওঁ নিজেই কোৱা

বিবি : এক, — নাই পাই লাজ লাগিছে।

দৰ্জী : আহ কিহৰ লাজ, কোৱা কোৱা এক—

বিবি : হ'ব, হ'ব আৰু নালাগে।

দৰ্জী : কোৱা, কোৱা, বিবি, এক—

বিবি : *(চিঞৰি)* এক *( নিজৰ মাতত নিজে ভয় খায়)*

দৰ্জী : আহ! ইমান চিঞৰি নহয় লাহে লাহে –

বিবি : হ'ব পাই।

দৰ্জী : আহ বিবি, কোৱা এক

বিবি ঃ এক।

দর্জী ঃ দুই।

বিবি ঃ দুই।

দর্জী ঃ তিনি

বিবি ঃ তিনি।

দর্জী ঃ চাৰি।

বিবি ঃ চাৰি।

দর্জী ঃ ওঁ, ওঁ হৈছে হৈছে. কোৱা— এবাৰ নিজেই কোৱা।

বিবি ঃ এক,

দর্জী ঃ ওঁ, এক।

বিবি ঃ দুই

দর্জী ঃ অ' দুই - দুই

বিবি ঃ তিনি,

দর্জী ঃ তিনি,

বিবি ঃ চাৰি

দর্জী ঃ চাৰি! অ' কোৱা তাৰ পাচত, তাৰ পাচত--

বিবি ঃ পাঁচ,

দর্জী ঃ *(প্রায় চিঞৰি)* পাঁচ।

বিবি ঃ আহ! *( চিঞৰি)*

দর্জী ঃ *(ফোপাই ফোপাই)* কি হ'ল?

বিবি ঃ বেজীৰে আঙুলিত খোঁচ খালোঁ। ইচ তেজ ওলাই গৈছে।

দর্জী ঃ চেহ, তুমি বৰ অসাৱধানহে।

বিবি ঃ বৰ বেয়া কথা হ'ল।

দর্জী ঃ একো নাই, বহুদিন বেজীৰে কাম কৰা নাইতো।

বিবি ঃ যাওঁ পাই লাজ লাগিছে।

*(বিবিৰ প্রস্থান। কিছু সময় দর্জীয়ে খুউব ঘন ঘনকৈ শ্বাস-প্রশ্বাস লয়)*

দর্জী ঃ হিচাপটো কি আছিল? কি আছিল? পাহৰি গৈছোঁ। ও - ও......

*( মনত পেলাই দর্জীয়ে মুখৰ ভিতৰতে কিবা হিচাপ কৰিবলৈ ধৰে। প্রায় উধাতু খোৱাৰ, ভয়ে ভয়ে তৰুণীৰ প্রৱেশ। দর্জীয়ে তৰুণীক নেদেখে। তৰুণীয়ে দর্জীক দেখি মাত লগায়।)*

তৰুণী ঃ শুনক--



দর্জী ঃ আহঃ মাজতে মাত-- *(তৰুণীক দেখি)* অ' আপুনি!

তৰুণী ঃ আপুনি নহয়, তুমি কওঁক।

দর্জী ঃ তুমি? হোঁ - ও ঠিক আছে, তুমি হোঁ! তোমাক চিনি পোৱা নাই।

তৰুণী ঃ নাপাবই।

দর্জী ঃ মানে তোমাক, আগতে মোৰ ইয়ালৈ অহা মনত নপৰে।

তৰুণী ঃ আজি মই প্রথম আহিছোঁ।

দর্জী ঃ অ' পিছে তোমাৰ পৰিচয়?

তৰুণী ঃ মই এজনী তৰুণী, বচ্ মোৰ পৰিচয় ইমানেই।

দর্জী ঃ তৰুণী বুলি গম পাইছোঁ , কিন্তু.........

তৰুণী ঃ ধৰক, আপোনাৰ এজনী ছোৱালী।

দর্জী ঃ মোৰ ছোৱালী? মোৰ ছোৱালী! অৱশ্যে মোৰ ছোৱালী নাই। এটা ল'ৰাহে আছে। ও, ঠিক আছে তুমি মোৰেই ছোৱালী বাৰু।

তৰুণী ঃ মই আপোনাৰ ওচৰলৈ এটা কামৰ বাবে আহিছোঁ।

দর্জী ঃ অ' বুজিছোঁ, কাম নহ'লেতো এনেই নাহা।

তৰুণী ঃ আপুনি জানো এজন দর্জী নহয়?

দর্জী ঃ ও, হয়।

তৰুণী ঃ মোৰ বস্তু এটা চিলাই দিব লাগে?

দর্জী ঃ মোৰ ব্যৱসায়েই হ'ল দর্জী, মই চিলাবৰ বাবেই আছোঁ, অন্ততঃ চিলোৱাৰ কামত মই পিচ নোহোহোঁকো।

তৰুণী ঃ মোক এটা চোলা চিলাই দিব লাগে।

দর্জী ঃ চোলা? অ' ঠিক আছে, কাৰ বাবে?

তৰুণী ঃ মোৰ নিজৰ বাবে।

দর্জী ঃ নিজৰ বাবে?

তৰুণী ঃ অ' মোৰ বাবে।

দর্জী ঃ তুমি কি আজৰ বান্দাহে? মোৰ লগততো ল'ৰা-ধেমালি কৰিবলৈ অহা নাই।

তৰুণী ঃ ধেমালি কৰিবলৈ অহা নাই, মোক এটা চোলা লাগে।

দর্জী ঃ খোদাৰ কচম। মোৰ ইয়ালৈ কোনো ছোৱালী আজিলৈকে চোলা বিচাৰি অহা নাই।

তৰুণী ঃ মোক লাগে। এটা চোলা লাগে।

দর্জী ঃ অ' আন ছোৱালীয়ে চিলাবলৈ দিয়াৰ দৰে চেমিজ। ব্লাউজ, ফ্রক। চেলোৱাৰ কুর্তা, ঘাগ্ৰা কি লাগে কোৱা ; মই সেইবোৰ চিলোৱাত ওস্তাদ। এই চহৰত দর্জী হিচাপে মোৰ নাম আছে বুজিছা?

তৰুণী : জানো, আৰু সেইবাবেই আপোনাৰ ওচৰলৈ আহিছোঁ। মোক এটা চোলা চিলাই দিব লাগে।

দৰ্জী : তৌবা! তৌবা! হে খোদা! সকলো জহন্নামে গ'ল। ছোৱালীয়ে চোলা পিন্ধে? আইটী, বৰ বেয়া কথা, বৰ বেয়া কথা, হ'ল বুলিয়েই ছোৱালীয়ে চোলা-পেণ্ট পিন্ধিব নাপায়।

তৰুণী : মই এজনী অনাথ ছোৱালী।

দৰ্জী : অ' তুমি বে-ওৱাৰিছ ছোৱালী।

তৰুণী : হয়, মই শ্লীলতা হানিৰ ভয়ত পলাই ফুৰা এজনী অনাথিনী। যি সকল দৌলতবান লোকে মোক ওৱাৰিচ হিচাপে, মোক ডাঙৰ-দীঘল কৰিলে, সেইসকলেই মোৰ যৌৱনক বজাৰৰ পণ্য দ্ৰব্যৰ দৰে বেচিবলৈ বিচাৰিছিল।

দৰ্জী : তৌবা, তৌবা জহন্নামে খা-লেচদিন, হে খোদা সিহঁতক মৌত নিদিয়া কিয়।

তৰুণী : অকল সেয়ে নহয়, পোৰ পিতৃতুল্য সেইসকলে মোক লৈ অকল ব্যৱসায়ে কৰিবলৈ বিচৰা নাছিল। সিহঁতে-- সিহঁতে মোক ভোগৰ সামগ্ৰী হিচাপে বিচাৰিছিল। মোক, মোক সিহঁতে.... নাই নাই সেই অশ্লীলতাৰ বৰ্ণনা মই দিব নোৱাৰোঁ......।

দৰ্জী : আস্তাগ--ফিৰ, উল্লা, আস্তাগ-ফিৰ, উল্লা, হ'ব হ'ব মাজনী,তুমি আৰু মোক বুজাই ক'ব নালাগে মই সেই বেহায়া, চয়তানবোৰৰ কথা জানো, পিচে তোমাক চোলা এটা কিয় লাগে?

তৰুণী : চোলাটো মোৰ শৰীৰৰ বাবে নহয়।

দৰ্জী : তেতিয়াহ'লে?

তৰুণী : মোৰ অন্তৰখনৰ বাবে।

দৰ্জী : অন্তৰ! দিল! দিলৰ বাবে?

তৰুণী : মোৰ অন্তৰখনক আজিলৈকে কোনেও বুজিবলৈ চেষ্টা নকৰিলে। আপুনিতো এজন নাম কৰা দৰ্জী। মই আপোনাৰ কাষলৈ দৌৰি আহিছোঁ। মোৰ অন্তৰখনৰ বুজ লৈ, এটা প্ৰকৃত জোখ লওঁক আৰু সেই জোখৰ এটা চোলা বনাই দিয়ক ; মোৰ অন্তৰখনৰ আৱৰণৰ বাবে।

দৰ্জী : নাই, নাই তুমি আকৌ মোক বিপদত নেপেলাবা। মই আৰু এনেকুৱাৰ চোলা চিলাব নোৱাৰোঁ।

তৰুণী : আপুনি মোক বুজিবলৈ চেষ্টা কৰক।

দৰ্জী : কোনোপধ্যেই মই নোৱাৰিম। সৌ শকত হৈ অহা মানুহজনৰ চোলাটো চিলাবলৈ লৈ মই বিপদত পৰিছোঁৱেই? আকৌ তোমাৰ অন্তৰৰ চোলা চিলাবলৈ ল'লে আৰু বিপদত পৰিম।

তৰুণী : মই মনেই কৰা নাছিলোঁ। মানুহজন বৰ প্ৰকাণ্ড, শকত হৈয়ে আছে।

দৰ্জী : তাৰ কবলৰ পৰা মই ৰক্ষা পোৱা নাই, অকল ময়েই নহয়, মেহনতী কৰা মোৰ বিবিয়েও ৰক্ষা পোৱা নাই ; নিবনুৱা হ'লেও মজুৰি কৰি খাই থকা মোৰ পুত্ৰইও তাৰ কবলৰ পৰা ৰক্ষা পোৱা নাই আৰু.......

তৰুণী : আৰু মইও সিহঁতৰ দৰে কিছুমানৰ পৰা ৰক্ষা পোৱা নাই।

দৰ্জী : দিনে দিনে সিহঁতে আমাৰ অস্তিত্ব শেষ কৰি দিছে।



তৰুণী : সেইবাবেই মোক এটা চোলা লাগে, যাতে সিহঁতে মোৰ অন্তৰখন স্পৰ্শ কৰিব নোৱাৰে।

দৰ্জী : মোক আৰু নধৰিবা। অ' সৌৱা আকৌ আগৰ গ্ৰাহকজন আহিছে। তেওঁ দেখিলে আকৌ মোক দিগদাৰ দিব। মই যাওঁ ভিতৰত চোলাটোকে চিলাওঁগৈ।

তৰুণী : আৰু মই?

দৰ্জী : তুমি ইয়াতে ৰ'বা, মই বিবিক পঠাই দিওঁগৈ কথা পতিবা।

*(দৰ্জীৰ প্ৰস্থান। ঘৰখনলৈ যেন এজাক ধুমুহা আহিল। তৰুণীৰ কি কৰোঁ কি নকৰোঁ অৱস্থা হয়। ক্ষন্তেকৰ পাচত গ্ৰাহকৰ প্ৰৱেশ ।)*

গ্ৰাহক : পলাল, আকৌ পলাল।

তৰুণী : পলোৱা নাই। ভিতৰলৈ চোলা চিলাবলৈ গৈছে।

গ্ৰাহক : সেয়া অ'চিলা ; এইবোৰৰ কাণ্ডজ্ঞান নাই, দায়িত্বজ্ঞান বোলা কথা এটা নাজানে?

তৰুণী : এইবিলাক আছে বাবেই ভিতৰলৈ চোলা চিলাবলৈ গৈছে।

গ্ৰাহক : তুমি মাজত বাম উকিল ক'ৰ পৰা আহিলা? তোমাক আমাৰ মাজলৈ মাতি অনা নাই।

তৰুণী : মই নিজেই আহিছোঁ।

গ্ৰাহক : কিয় আহিছা?

তৰুণী : মইও চোলা এটা চিলাই নিবৰ বাবে আহিছোঁ।

গ্ৰাহক : অ' তাৰমানে তুমিও মোৰ দৰে এজন গ্ৰাহক?

তৰুণী : হয়।

গ্ৰাহক : মই ভাবিছিলোঁ তুমি এই ঘৰৰে ছোৱালী।

তৰুণী : মই আহিছোঁ মোৰ অন্তৰখনৰ বাবে চোলা চিলোৱাবলৈ।

গ্ৰাহক : অন্তৰখনৰ চোলা!

তৰুণী : অ' মোৰ অন্তৰৰ আৱৰণৰ বাবে। মোৰ অন্তৰখনক কোনেও নুবুজে, মোৰ অন্তৰৰ এটা জোখ লাগে।

গ্ৰাহক : তেতিয়াহ'লে মই তোমাৰ অন্তৰখনৰ কথা বুজিব পাৰিম।

তৰুণী : কি?

গ্ৰাহক : ইয়ালৈ আহিলোঁ যেতিয়া যিকোনো এটা সুবিধা আদায় কৰাই ভাল। তুমি আছা যেতিয়া সেই সুবিধা তোমাৰ পৰাই আদায় কৰোঁ

তৰুণী : মানে আপুনি কি ক'ব বিচাৰিছে?

গ্ৰাহক : মানে তোমাৰ অন্তৰখনৰ এটা জোখ ল'ব বিচাৰিছোঁ। আহা তোমাৰ অন্তৰৰ জোখত মই এটা চোলা চিলাই দিম।

তৰুণী : অভদ্ৰামি কৰিবলৈ আহিছে। মোক কি বুলি ভাবিছে?

গ্ৰাহক : ওহো, সামান্য এজনী ছোৱালীৰ মুখত ইমান ডাঙৰ কথাই শোভা নিদিয়ে।

তৰুণী ঃ আপোনালোক ভদ্ৰ মানুহৰ মুখতো এনে অশ্লীল কথাই শোভা নিদিয়ে।

গ্ৰাহক ঃ তুমি মোক বুজিবলৈ চেষ্টা কৰা। সেই সামান্য দৰিদ্ৰ দৰ্জীটোৱে তোমাৰ অন্তৰৰ জোখ লব নোৱাৰে।

তৰুণী ঃ মইও দৰিদ্ৰ, মোৰ অন্তৰৰ জোখ দৰিদ্ৰইহে ল'ব পাৰিব।

গ্ৰাহক ঃ ভুল কৰিছা, দৰ্জীৰ হাতত তোমাৰ বুকু ফালি অন্তৰ উলিয়াই আনিব পৰা অস্ত্ৰও নাই। মই ধনী মানুহ, অস্ত্ৰ মোৰ হাতত! এয়া চোৱা মোৰ হাতত দেগাৰ।

তৰুণী ঃ মোক অস্ত্ৰ দেখুৱাই কোনো লাভ নহ'ব।

গ্ৰাহক ঃ আহা— এই দেগাৰেৰে তোমাৰ বুকু ফালি, তোমাৰ অন্তৰখন উলিয়াই আনো।

তৰুণী ঃ নালাগে, মই আপোনাৰ কাষলৈ নাযাওঁ।

গ্ৰাহক ঃ মই তোমাৰ কাষলৈ যাম। মই তোমাক হত্যা কৰিম।

তৰুণী ঃ হত্যা কৰিব?

গ্ৰাহক ঃ অ' হত্যা কৰিম। মোৰ তেজৰ পিৰপিৰণি উঠিছে।

*(গ্ৰাহক তৰুণীৰ ওচৰলৈ আগবাঢ়ি যায়)*

তৰুণী ঃ আপুনি মোক হত্যা নকৰিব।

*(তৰুণী ভয়তে পিচলৈ যায়)*

গ্ৰাহক ঃ মই তোমাক হত্যা কৰিম। *( উত্তেজিত হয়)।*

তৰুণী ঃ *(ভীষণ ভয় কৰে)* নাই, নাই হত্যা নকৰিব।

গ্ৰাহক ঃ হত্যা কৰিম।

তৰুণী ঃ হত্যা নকৰিব।

গ্ৰাহক ঃ কৰিম।

তৰুণী ঃ নকৰিব।

*(তৰুণী ভয়ত পিচলৈ যায় আৰু গ্ৰাহক অতিমাত্ৰা উত্তেজিত হৈ তৰুণীৰ ওচৰলৈ আগুৱাই যায়।)*

গ্ৰাহক ঃ কৰিম।

*(গ্ৰাহকে তৰুণীক ধৰি বল প্ৰয়োগ কৰি দেগাৰখন তৰুণীৰ পেটত বহুৱাই দিয়ে। লগে লগে তৰুণীৰ মুখৰ পৰা আহঃ কৰি অদ্ভুত মাত এটা ওলায়।)*

তৰুণী ঃ আহ ঃ.....

*(গ্ৰাহকে তৰুণীৰ অৱস্থা দেখি ভয় কৰে। তৰুণীক গ্ৰাহকে তাতে লুকুৱায়। খুউব ভয় কৰে আৰু ফোঁপাই, এনেতে যুৱক সোমাই আহে)*

যুৱক ঃ আপুনি আকৌ আহিল!

গ্ৰাহক ঃ হাঁ! অ' আহিলোঁ।

*(ক'ব নোৱাৰাকৈ গ্ৰাহকে তৰুণীক লুকুৱাই থোৱা ঠাইলৈ চায়)*



যুৱক ঃ তাত কি লুকুৱাই থৈছে।

গ্ৰাহক ঃ ক'ত? নাই, নাই একো নাই.......

যুৱক ঃ একো নাই মানে?

*(তৰুণীক লুকুৱাই থোৱা ঠাইলৈ যায় আৰু চায় )*

যুৱক ঃ এইজনী ক'ৰ ছোৱালী? কোনে এনে দশা কৰিলে?

গ্ৰাহক ঃ ক'ৰ ছোৱালী ক'ব নোৱাৰোঁ আৰু এনে দশা মই কৰিলোঁ।

যুৱক ঃ কি? লাজ লগা নাই?

গ্ৰাহক ঃ লাজ!

যুৱক ঃ আপোনাক মই কি কৰিম জানে?

গ্ৰাহক ঃ কি কৰিবা?

যুৱক ঃ তোৰ মূৰতো কেঁচাই কেঁচাই চোবাই খাম।

গ্ৰাহক ঃ *( ভয় কৰে)* তুমি ! তুমি!

যুৱক ঃ এই ফালে আহ।

গ্ৰাহক ঃ মই?

যুৱক ঃ *( খঙত)* আহ।

*(ভয়তে গ্ৰাহকজনে লাহে লাহে যুৱকৰ ওচৰলৈ আগবাঢি যায়)*

যুৱক ঃ *( খঙত)* যা--

( আকৌ গ্ৰাহকজন ভয়তে পিচলৈ যায়)

যুৱক ঃ *(খঙত)* ৰ ।

*(গ্ৰাহক য'তে আছিল ত'তে বৈ দিয়ে। ভীষণ ভয় কৰে)*

যুৱক ঃ *( খঙত)* তহঁতক এইদৰে এৰি দিলে নহ'ব। এটা এটাকৈ তহঁতৰ গোটেইমখাৰ মুৰবোৰ খাই পুলিয়ে-পোখাই শেষ কৰি দিম।)

*( যুৱকে খঙত গ্ৰাহকক খেদি যায় আৰু গ্ৰাহক ভয়ত তাৰ পৰা দৌৰি প্ৰস্থান কৰে। যুৱক লাহে লাহে তৰুণীৰ ওচৰলৈ যায়।)*

যুৱক ঃ তুমি ওলায় আহা সেই অধম পশুটো গ'ল।

*( তৰুণী আঁৰৰ পৰা লাহে লাহে ওলাই আহে।)*

তৰুণী ঃ মই , মই...... *(কান্দে)*

যুৱক ঃ সেইবোৰ পাহৰি যোৱা।

তৰুণী ঃ *( কান্দি কান্দি)* কি দৰে পাহৰিম?

যুৱক ঃ তুমি কিয় লাঞ্চিতা হ'বলৈ আহিছিলা?

তৰুণী ঃ মোৰ অন্তৰখনৰ আৱৰণৰ বাবে এটা চোলা চিলাবলৈ আহিছিলোঁ। কিন্তু নহ'ল মোৰ হৃদয়খন, মোৰ অন্তৰখন মই ৰক্ষা কৰিব নোৱাৰিলোঁ।

যুৱক ঃ মই সময়মতে আহি পোৱা হ'লে?

তৰুণী ঃ মোৰ ভগ্ন হৃদয়খন তুমি জোৰা লগাই চিলাই দিব পাৰিবা? মোৰ ক্ষুদ্ৰ হৃদয়খনিৰ এটা জোখ লোৱা আৰু সেই জোখত মোক এটা চোলা চিলাই দিয়া।

যুৱক ঃ মইতো বহুতৰ
খণ্ড-খণ্ড হৃদয়বোৰ
অখণ্ড কৰি দিব বিচাৰোঁ-
আৰু ক্ষুদ্ৰ ক্ষুদ্ৰ
হৃদয়বোৰৰ অৱয়ৱৰ
এটা জোখ ল'ব বিচাৰোঁ;
সেই জোখত এটা চোলা সীব বিচাৰোঁ।
এটা নতুন চোলা।
এটা ৰঙা চোলা।

তৰুণী ঃ তুমি ৰঙা চোলা চিলাব পাৰিবা?

যুৱক ঃ পাৰিম। কিন্তু অকলে নহয়, মোক তোমাক, আমাক আৰু বহুতকে লাগে।

তৰুণী ঃ মইতো আছোঁৱেই।

যুৱক ঃ হ'ব। তুমি, মই লগ হৈ আৰু বহুতক বিচাৰি ল'ম।

তৰুণী ঃ কিন্তু শেষত যে মোৰ পৰাজয় হ'ল।

যুৱক ঃ পৰাজয়ক ইমান সোনকালে ধৰি নল'বা।

তৰুণী ঃ মোৰ মানৱীয় সত্বাৰ যে ইতিমধ্যে মৃত্যু হ'ল।

যুৱক ঃ জানো।

তৰুণী ঃ মোৰ আত্মাটোহে আছে, মোৰ আত্মাক কোনে গ্ৰহণ কৰিব?

যুৱক ঃ মই কৰিম।
*(এনেতে দৰ্জী আৰু বিবি হাঁহি হাঁহি প্ৰৱেশ কৰে)*

দৰ্জী ঃ *(হাঁহি হাঁহি)* চোৱাচোন চোৱা আইটি, মোৰ ফটা টাপলি মৰা চোলাটো দেখি এওঁ হাঁহিছে। হেঃ হেঃ হেঃ.......... *( হাঁহি)*

বিবি ঃ *(হাঁহি)* চাচোন চা বোপাই, মোৰ ফটা টাপলি মৰা গাৰ কাপোৰখন দেখি এখেতে হাঁহিছে হেঃ হেঃ হেঃ.................. *( হাঁহি)*

দৰ্জী ঃ মোৰ চোলাটো, তোমাৰ গাৰ কাপোৰখন ফটা, টাপলি মৰা। হেঃ হেঃ হেঃ............ *(হাঁহি)*

বিবি ঃ টাপলি মাৰোতে, মাৰোতে টাপলি মাৰিবলৈ ঠায়ে নাইকিয়া হৈ হৈছে। হিঃ হিঃ হিঃ *( হাঁহি)*

দৰ্জী-বিবি ঃ *(দুয়ো একেলগে )* আনৰ কাপোৰ চিলাওঁতে, বওঁতেই জিণ্ডেগী হ'ল অথচ আজিলৈকে নিজৰ ভাল কাপোৰ এখন, চোলা এটাও বোৱা নহ'ল, চিলোৱাও নহ'ল। নিজৰবোৰ ফাটি উৰঁলি গৈছে দেখিলেই হাঁহি উঠে। হেঃ হেঃ হেঃ....................... নিজৰবোৰ ফটা হেঃ হেঃ হেঃ.........। টাপলি মৰা হেঃ হেঃ হেঃ টাপলি মাৰোতে মাৰোতে টাপলি মাৰিবলৈ ঠায়েই নাইকিয়াহে গৈছে হেঃ হেঃ হেঃ *( হাঁহি হাঁহি কান্দে।)* টাপলি মাজতে , মাজতে টাপলি মাৰিবলৈ ঠায়েই নাইকিয়া হৈ গৈছে।
*( কান্দি কান্দি হাঁহে, আকৌ হাঁহি হাঁহি কান্দে)*

তৰুণী ঃ আই.......

বিবি ঃ হোঁ?

তৰুণী ঃ আপুনি কান্দিছে?

বিবি ঃ *( কান্দি)* নাই কন্দা।

যুৱক ঃ বাবা-

দৰ্জী ঃ হোঁ?

যুৱক ঃ তুমি কান্দিছা?

দৰ্জী ঃ *(কান্দি)* নাই কন্দা।

তৰুণী ঃ নাই কন্দা?

দৰ্জী-বিবিঃ *( দুয়ো একেলগে)* আমি নাই কন্দা, আমি হাঁহিছোঁ, হাঁহিছোঁ হেঃ হেঃ হেঃ হাঁহিছো হেঃ হেঃ হেঃ *( দুয়ো হাঁহি হাঁহি কান্দে)*

বিবি ঃ মোৰ সূতাৰ জঁট ভঙা নহ'ল।

দৰ্জী ঃ মোৰো *( হঠাৎ বাহিৰলৈ চকু যোৱাত)* অ' সৌ শকত মানুহটো দোখোন এই ফালে আগুৱাইছে।
*(সকলোৱে বাহিৰলৈ চায়)*

তৰুণী ঃ *( আচৰিত হয়)* সি শকত হৈ গৈয়ে আছে!

বিবি ঃ *( ভয় কৰে)* এইফালে আহিছে ; আমাৰ ঘৰ ভাঙি যাব!

যুৱক ঃ ইয়াক মই ধৰি ৰাখিম। *( যুৱকে বাহিৰলৈ চায়, কিছু আগুৱাই আগভেটি ধৰাৰ দৰে ৰয়।)*

দৰ্জী ঃ *(ভয়ত)* বোপাই! তই তাক আগভেটি ধৰ। বিবি, তুমি তাৰ চোলাটো আনাগৈ, পিন্ধাই চাওঁ হয়নে নহয়? *( বিবি ভিতৰলৈ প্ৰস্থান কৰে। শকত হোৱা মানুহজনক সোমাব নিদি আগভেটা দিয়ে।)*

যুৱক ঃ *( চিঞৰি)* বিবি আনা - আনা
*( দৰ্জীয়ে ভিতৰলৈ চাই চাই, চিঞৰি চিঞৰি বিবিক মাতে, তেওঁ কিংকৰ্তব্যবিমূঢ় হয়। বিবিয়ে ভিতৰৰ পৰা চিঞৰি চিঞৰি প্ৰৱেশ কৰে।)*

বিবি ঃ এইটো, এইটো বৰ মস্ত হ'ল। মই বলে নোৱাৰিছোঁ। ধৰক ধৰক।

দৰ্জী ঃ ধৰিছোঁ, মই ধৰিছোঁ। চাবা, চাবা ভালকৈ ধৰা। চাওঁ, চাওঁ মেলি ধৰা, অ' অ'........
*( দুয়ো খুব কষ্টেৰে চোলাটো মঞ্চৰ ভিতৰতে আনে আৰু মেলি ধৰে।)*

দর্জী-বিবিঃ *(দুয়ো একেলগে)* বোপাই, বোপাই চোলাটো বৰ মস্ত হ'ল। আমি বলে নোৱাৰিছোঁ। আঃ.. হাঃ... চোলাটোৱে আমাক আমাক গ্ৰাস কৰিবলৈ ধৰিছে আমাক গিলিলে গি--- লি--- লে--- *( দুয়ো শিলৰ মূৰ্তিৰ দৰে ৰৈ যায়)*

যুৱক ঃ বাবা ........

তৰুণী ঃ আই......

যুৱক ঃ তোমালোকক ৰক্ষা কৰিমেই আই। আগতে ইয়াক আমি আমাৰ আয়ত্তলৈ আনো। তোমালোকক চোলাটোৰ কবলৰ পৰা উদ্ধাৰ কৰিবই লাগিব।

তৰুণী ঃ আমি পৰাজয় স্বীকাৰ নকৰোঁ। আমি শকত হৈ অহা মানুহজনক আৰু শকত হ'ব নিদিওঁ।

যুৱক ঃ এটা জোখৰ চোলা চিলাই তাক পিন্ধাই দি চেপি ধৰিম। তাক শকত হ'ব নিদিওঁ।

তৰুণী-যুৱকঃ *( একেলগে)* আমি পৰাজয় স্বীকাৰ নকৰোঁ

আমি হাৰ নামানো
আমি চিলামেই
এটা হিচাপৰ,
এটা জোখৰ চোলা।
এটা নতুন চোলা
এটা ৰঙা চোলা।

সমাপ্ত



# ১৮৯৪

## দেবেশ শৰ্মা



### চৰিত্ৰাৱলী

নতুন পুৰুষ. দেওধনী. দোমহু শৰ্মা. কাটা সেখ. বৰলিকৰা সেখ. লয়ন কোচ. বৰুৱা. মনবৰ. এণ্ডাৰচন.. ৰেমচন. তহচিলদাৰ. চাপ্ৰাছী. শম্ভুকোচ. ৰন্তা. বেৰিংটন. চিপাহী. কৃষক ৰাইজ

## ।। দেওধনী নৃত্য ।।

*নৃত্য শেষ কৰি দেওধনী কবৰৰ কাষত পৰি উচুপি থাকে। শিয়ালৰ হোৱা, জিলিৰ মাত আদি ভয়াবহ শব্দ শুনা যায়। কবৰৰ ভিতৰৰ পৰা দোমহু শৰ্মা, কাটা সেখ, বৰলিকিৰা সেখ, লয়ন কোচৰ প্ৰেতাত্মা দেখা যায়।)*

দোমহু : ঐ ছোৱালী তই ইয়াত কিয় উচুপি আছ?

কাটা : সদায় সদায় তই এনেদৰে কিয় থাক?

বৰলিকিৰা : তোৰ কি হৈছে?

লয়ন : তই নেমাত কিয়?

সকলোৰে : মাত-নেমাত কিয়?

দেওধনী : *(লাহে লাহে উঠি)* মোক চিনি পোৱা নাই নহয়!

সকলোৰে : নাই পোৱা।

দেওধনী : ঠিকেই! তোমালোকেও যেতিয়া মোক চিনি নাপালা, মোক চিনি পাবই বা কোনে?

সকলোৰে : তই জানো আমাক চিনি পাইছ?

দেওধনী : পাইছোঁ।

সকলো : পাইছ?

দোমহু : মই তেনেহলে কোন?

দেওধনী : তুমি দোমহু শৰ্মা।

কাটা : মই?

দেওধনী : কাটা সেখ।

বৰলিকিৰা : মই?

দেওধনী : বৰলিকিৰা সেখ।

লয়ন : মই?

দেওধনী : লয়ন কোচ।

সকলোৰে : তই বাৰু চিনি পালি কেনেকৈ?

দেওধনী : কিয় তোমালোকে জানো সংহতিৰ মহামিলনৰ সেঁতু ৰচি একেলগে এই কবৰটোৰ ভিতৰত শুই থকা নাই? তোমালোকে জানো পূৰ্ব-পূৰুষৰ সন্মান ৰক্ষা কৰি দেশ মাতৃৰ বাবে মৃত্যুক আঁকোৱালি লোৱা নাছিলা?

সকলোৰে : লৈছিলোঁ। কিন্তু তই কোন? সদায় সদায় এনেদৰে উচুপি থাকি তই আমাৰ নিদ্ৰা হৰি নিছ?

দেওধনী : মই কোন চিনি পোৱা নাই নহয়?

সকলোৰে : নাই পোৱা।



দেওধনী : মোক আজি কোনেও চিনি নাপায়। আজিলৈকে যদি দৰঙ্গী ৰজাৰ আমোলা থাকিলহেঁতেন মোক ভালদৰে চিনি পালেহেঁতেন, আদৰ কৰিলেহেঁতেন। *(উচুপি)*

সকলোৰে : তই আকৌ উচুপিব ধৰিলি কিয়?

দেওধনী : মোৰ এটি অনুৰোধ ৰাখিবা?

সকলো : কি?

দেওধনী : মোক অকণমান ঠাই দিবা নে?

সকলো : ক'ত?

দেওধনী : তোমালোকৰ লগত।

সকলো : আমাৰ লগত?

দেওধনী : অ' কবৰটোৰ ভিতৰত?

সকলো : কবৰটোৰ ভিতৰত?

দেওধনী : থাকিব নিদিয়া নহয়? মোৰ তেনেহ'লে আজি কবৰতো স্থান নাই।

সকলোৰে : কবৰত স্থান- হাঃ হাঃ হাঃ
*(হাঁহি হাঁহি এটা এটাকৈ প্ৰেতাত্মা নোহোৱা হয়)*

দেওধনী : মই কিমানদিন উচুপিলোঁ। তোমালোকেও মোৰ উচুপনিত কাণ নিদিলা।
*(হুকহুকাই কান্দি দেওধনী পুনৰ কবৰটোৰ কাষত বহি পৰে। লাহে লাহে কান্দোন মাৰ যায়। ভয়াবহ শব্দ শুনা যায়। হাতত টৰ্চ, কান্ধত ওলোমাই ৰখা বেগ লৈ নতুন পুৰুষ ইফালে সিফালে চাই সোমাই আহে। এটা মুহূৰ্তত নতুন পুৰুষে উচুপনি শুনি কাণ থিয় কৰি টৰ্চ ঘূৰাই পোহৰ দেওধনীৰ চকুত পৰাত লগে লগে দেওধনী উচপ খাই উঠে।)*

দেওধনী : *(চিঞৰি)* কোন?

নঃপুৰুষ : কোন? আপুনি কোন? ইয়াত কি লাগে?

দেওধনী : মই কোন হাঃ হাঃ হাঃ মই কোন? যিজনী ছোৱালীৰ কবৰতো স্থান নাই, সেইজনী ছোৱালীৰ পৰিচয় বিচাৰি আহিছা? কিন্তু-তুমি কোন? ইয়াত কিয়? তোমাক কি লাগে?

নঃপুৰুষ : মই এজন নতুন পুৰুষ। মই কিছুমান ঐতিহাসিক তথ্যৰ সন্ধানত ঘূৰি ফুৰি পাথৰিঘাট পাইছোঁহি।

দেওধনী : তথ্য বিচাৰি পাথৰিঘাটলৈ আহিছা? সেই তথ্যপাতিৰে তুমি কি কৰিবা?

নঃপুৰুষ : ইতিহাস লিখিম।

দেওধনী : ইতিহাস! হাঃ হাঃ হাঃ। ইতিহাস লিখিবা? যাৰ আজি কবৰতো স্থান নাই তাক লৈ তুমি ইতিহাস লিখিবা?

নঃপুৰুষ : লিখিম। মই সঁচাকৈয়ে লিখিম। সেই লিখনিৰে মই বহু লুপ্ত কাহিনীক উন্মুক্ত কৰি তুলিম। আপুনি মোক সহায় কৰিব? দয়া কৰি আপোনাৰ পৰিচয় দি মোক কৃতাৰ্থ কৰিব?

দেওধনী : সহায়। নতুন পুৰুষে মোৰ পৰিচয় বিচাৰিছে। পৰিচয় দিম। নতুন পুৰুষক মই মোৰ পৰিচয় দিবই লাগিব। শুনা নতুন পুৰুষ। মই মোৰ পৰিচয় এটি চৰ্তত দিবলৈ ৰাজি। সেই চৰ্ত মানি চলিব পাৰিবা?

নঃপুৰুষ : চেষ্টাৰ অকণো ক্ৰটী নকৰোঁ।
দেওধনী : মোক দুষ্কৃতিৰ গৰাহৰ পৰা ৰক্ষা কৰিব পাৰিবা?
নঃ পুৰুষ : চেষ্টা কৰিম।
দেওধনী : মোৰ পূৰ্বপুৰুষসকলৰ বক্তব্য নতুন পুৰুষ চামৰ মাজত দাঙি ধৰিব পাৰিবা?
নঃ পুৰুষ : পাৰিম।
দেওধনী : তেনেহলে মোৰ পৰিচয় শুনা।
নঃপুৰুষ : *(বহী-কলম উলিয়াই)* কওঁক।
দেওধনী : মই এগৰাকী সামান্য দেওধনী।
নঃপুৰুষ : দেওধনী?
দেওধনী : মোৰ আই দেওধনী আছিল। মোৰ আইতা দেওধনী আছিল। মোৰ আইতাৰ নাম কি আছিল জানা? ভাদৈ দেওধনী। দৰঙ্গী ৰজাৰ আমোলত মোৰ আইতাহঁতক বোলে বৰ আদৰ সাদৰ কৰিছিল। সেই ভাদৈৰ নাতিনীক আজি কোনেও চিনি নাপায়।
নঃ পুৰুষ : আপুনি তাৰমানে দেওধনী নৃত্য নাজানে?
দেওধনী : জানো।
নঃ পুৰুষ : জানে যদি কিয় আদৰ নকৰে?
দেওধনী : আকৌ সেই একে প্ৰশ্নকেই কৰি আছা। সেইবোৰ পুৰণি হৈ গ'ল।
নঃপুৰুষ : মানে?
দেওধনী : দৰঙ্গী ৰজাৰ আমোলত ওজাপালি অনুষ্ঠান, দেওধনী নৃত্যক ৰজা-প্ৰজা সকলোৱে আদৰ কৰিছিল। এক জাতীয় বৈশিষ্ট্যপূৰ্ণ সংস্কৃতি ৰূপে গণ্য হৈছিল। ৰজাঘৰীয়া পৃষ্ঠপোষকতাত ইয়াৰ সৌষ্ঠৱ বৃদ্ধি পাইছিল। কিন্তু সময়ৰ সোঁতত এই আপুৰুগীয়া সংস্কৃতিক দুষ্কৃতিয়ে গ্ৰাস কৰি পেলালে।
নঃপুৰুষ : সেইবাবেই নেকি আপুনি এই কবৰটোৰ ওচৰত বহি উচুপি আছিল?
দেওধনী : অকল সেই বাবেই নহয়।
নঃপুৰুষ : তেনেহলে কিহৰ বাবে?
দেওধনী : মই আগতেই কৈছোঁ নহয়- মোৰ আজি ক'তো স্থান নাই। মোক আজি কোনেও আদৰ নকৰে! মই এই কবৰটোলৈ আহোঁ মোৰ পূৰ্বপুৰুষসকলক বিচাৰি। কিন্তু নাই, তেওঁলোকেও মোক কবৰটোলৈ যাব নিদিয়ে।
নঃপুৰুষ : আপোনাৰ পূৰ্বপুৰুষ এই কবৰটোত আছে?
দেওধনী : আছে। বহুত আছে।
নঃপুৰুষ : বহুত আছে?
দেওধনী : অ' ১৪০ জন হিন্দু-মুছলমান বীৰ একে লগে এই কবৰটোৰ ভিতৰত শুই আছে।
নঃ পুৰুষ : ১৪০ জন?
দেওধনী : বহুজন নিহত হৈছিল। তাৰে ১৪০ জনক একেলগে এই কবৰটোত শুৱাই থৈছে।
নঃপুৰুষ : বাকীবোৰৰ কি হ'ল?



দেওধনী : বাকী মৃতদেহ বৃটিছে নিশাৰ ভিতৰতে নোহোৱা কৰিলে। যাৰ সন্ধান আজিকোপতি পোৱা নহ'ল।
নঃপুৰুষ : আপুনি এইবোৰ কি কৈছে? এটা কবৰত ১৪০ জনক সমাধিস্থ কৰিছে- তাতে আকৌ হিন্দু -মুছলমান?
দেওধনী : সেয়ে ইতিহাস। সেই ইতিহাস কিন্তু লুপ্ত।
নঃপুৰুষ : আপুনি যদি সহায় কৰে মই নিশ্চয় সেই লুপ্ত ইতিহাস লিপিবদ্ধ কৰিম।
দেওধনী : পাৰিবা?
নঃ পুৰুষ : পাৰিম।
দেওধনী : শুনা তেনেহ'লে।
নঃপুৰুষ : কওক।
দেওধনী : সৌ যে নৈখন দেখিছা-সেই নৈখনৰ নাম আগতে দ্বিগজ আছিল। তাৰ পাৰতে থকা সৌ পথাৰখনত এদিন ৰাইজৰ মেল বহিছিল। গোৰা পল্টনৰ গুলীৰ আগত হাঁহিমুখে বুকু পাতি দি দেশৰ বহু প্ৰজাই সেই পথাৰতে জীৱন আহুতি দিছিল।
নঃ পুৰুষ : কেতিয়া-- কোন সময়ত??
দেওধনী : কেতিয়া কোন সময়ত? **২৮ জানুৱাৰী ১৮৯৪ খ্ৰীষ্টাব্দ।**
*(লগে লগে লাইট নুমাব। নাটৰ ঘোষণা চলিব।)*

## প্ৰথম দৃশ্য

*(এন্ধাৰতে একে দৃশ্য সজ্জাৰ অলপ সালসলনি হয়। কবৰটোৰ ঠাইত এটা গছৰ মুঢ়া থাকিব। মুঢ়াত বহি বৰুৱা-- একাষে দোমহ শৰ্মা, আন কাষে মনবৰ। এখন গুপুত ঠাইত আলোচনা। গছ এজোপাৰ কাষত নজ্বলোৱা জোঁৰ থাকে। লাইট জ্বলাৰ লগে লগে বৰুৱা একে জাপে বহাৰ পৰা উঠি বচন আৰম্ভ কৰে)*

বৰুৱা : নাই নাই সেই সন্মান অটুট ৰাখিবই লাগিব। নহ'লে যে দেশ নাথাকিব, জাতি নাথাকিব--পূৰ্ব পুৰুষৰ অভিশাপে আমাক তিল্‌তিলকৈ মৃত্যুৰ গৰাহলৈ ঠেলি পঠিয়াব।
মনবৰ : কিন্তু বৃটিছৰ দৰে প্ৰবল পৰাক্ৰমী জাতি এটাক যে আমি খেদি পঠিয়াব পাৰিম সেই কথা হ'লে মোৰ মনে নধৰে।
বৰুৱা : অত্যাচাৰী মানো বৃটিছতকৈ কোনো গুণে কম নাছিল। দৰঙ্গী ৰাজ্যৰ ৰাজকোঁৱৰ বিজয় নাৰায়ণৰ নেতৃত্বত আমাৰেই পূৰ্বপুৰুষসকলে সেই প্ৰবল পৰাক্ৰমী মানকো দৰঙ্গৰ চাৰিসীমাত সোমাব নিদিয়াকৈ ভেটিছিল। মানৰ প্ৰচণ্ড আক্ৰমণ ওফৰাই পেলাইছিল "মানেইঘাটত"।
মনবৰ : ৰাইজৰ মনৰ কথা ৰাইজ এনে প্ৰস্তাৱৰ পক্ষপাতী নহয়।
বৰুৱা : ৰাইজক এইটোও বুজাব লাগিব যে গৌৰৱময় আহোম ৰাজত্ব কালত আহোম স্বৰ্গদেউ প্ৰতাপসিংহৰ কৃপাত কোচ ৰজা বিশ্বসিংহৰ পৰিনাতি বলিনাৰায়ণে "ধৰ্মনাৰায়ণ" নাম লৈ

যি দৰঙ্গীৰাজ্য প্ৰতিষ্ঠা কৰিছিল সেই ৰাজ্যৰ বংশধৰসকলৰ ধমনীত আজিও শোণিত ধাৰা প্ৰৱাহিত হৈ আছে।

মনবৰ : কিন্তু বৃটিছেনো আমাক এনে কি আঘাত হানিলে যে আমি সিহঁতৰ বিপক্ষে বিদ্ৰোহ ঘোষণা কৰিব লাগে?

দোমহু : চকু থাকিও কিয় অন্ধ হৈ পৰিছা মনবৰ? বৃটিছে আজি যিপাত অস্ত্ৰেৰে আমাৰ বুকুত আঘাত হানিছে— তাৰ বেদনা তই নাপালেও আমি কিন্তু নোপোৱাকৈ থকা নাই।

বৰুৱা : কোনো প্ৰতিবাদ নকৰাকৈ যদি সেই অস্ত্ৰৰ আঘাত আমি বুকু পাতি লওঁ পূৰ্ব পুৰষসকলে আমাক জানো অভিশাপ নিদিব? ভৱিষ্যৎ বংশধৰসকলে আমাক জানো ইতিকিং নকৰিব?

দোমহু : সেই অভিশাপ, সেই ইতিকিং মনবৰৰ দৰে গুপ্তচৰবোৰে হাঁহিমুখে ল'ব পাৰিব।

মনবৰ : দোমহু!

দোমহু : সঁচা কথা ক'বলৈ দোমহুৱে ভয় নকৰে।

মনবৰ : কিন্তু মই যে গুপ্তচৰ তাৰ প্ৰমাণ কি?

দোমহু : কোনো প্ৰমাণ নোহোৱাকৈ দোমহুৱে য়ে কোনো কথা নকয় সেইটো ভাল দৰে জানি লবি।

মনবৰ : আমিতো খাজানা ৰেহাইৰ বাবে চাহাবৰ ওচৰত প্ৰাৰ্থনা কৰিও চাব পাৰোঁ। কিজানি চাহাব ৰাজি হৈ খাজানা মাফেই দিয়ে।

দোমহু : প্ৰাৰ্থনা কিয় কৰিম। দাবী কৰিম। অকল খাজানা ৰেহাইৰ দাবীয়েই নহয়, সিহঁতক ইয়াৰ পৰা খেদি পঠোৱাৰ দাবীও উত্থাপন কৰিম।

মনবৰ : ৰাইজ যদি আগবাঢ়ি নাহে?

দোমহু : তোৰ দৰে ভীৰু-কাপুৰুষবোৰ নাহিব পাৰে।

মনবৰ : দোমহু!

বৰুৱা : ঠিকেই। ই অকল খাজানা বৃদ্ধিৰ বিৰুদ্ধে গঢ়িতোলা বিদ্ৰোহতে ক্ষান্ত নাথাকিব। গোমধৰ, পিয়লিয়ে বৃটিছক খেদাবলৈ যি বিদ্ৰোহৰ বীজ ৰোপণ কৰিছিল সেই বীজৰ পৰা গজি উঠা পুলিটোক জীয়াই ৰখাৰ বাবেও এই বিদ্ৰোহ অংকুৰিত হৈ উঠিব।

মনবৰ : ৰাইজৰ মনৰ বুজ লৈহে মই এনে বতৰা দিছোঁ।

দোমহু : মই যদি কওঁ ৰাইজৰ মনত কিছুমান বিষাক্ত বীজ সোমাই দি আহিহে তই এনে বতৰা দিবলৈ সাহস পাইছ।

মনবৰ : দোমহু!

দোমহু : আৰু মই কওঁ গাঁৱে গাঁৱে ঘূৰি হোজা কৃষকসকলক বৃটিছৰ ফলীয়া কৰিব লোৱা তোৰ তোলানমা কথা।

মনবৰ : দোমহু *(খেদি যায়)*

দোমহু : *(বুকুত খামুচি ধৰি)* আৰু বেছি আগ নাবাঢ়িবি। আগবাঢ়িলে তোৰ নেলু ছিঙি সৌ দ্বিগজৰ বুকুত ভঁহাই দিম। *(বৰুৱাই দোমহু বুলি মাত দিয়াত দোমহুই মনবৰক এৰি দিয়ে।)* বিভীষণ ওলাইছ— দুঃশাসন ওলাইছ।

মনবৰ : ঠিক আছে— ৰাইজক কিদৰে উলিয়াই আন, ময়ো চাই লম।



*(কৈ কৈ গুচি যায়। ৰম্ভা সোমাই আহি মনবৰক অনুসৰণ কৰি মনবৰ যোৱাৰ পিনে চাই থাকে।)*

বৰুৱা : ৰম্ভা।

*(ৰম্ভাই মুখত আঙুলি দি মনে মনে থাকিবলৈ নিৰ্দেশ দি মনবৰক অনুসৰণ কৰি গুচি যায়।)*

দোমহু : *(ৰম্ভা যোৱা লক্ষ্য কৰি)* মনবৰ আৰু ৰম্ভাই হ'ল যত সৰ্বনাশৰ মূল।

বৰুৱা : সিও এক যুগধৰ্ম দোমহু। যুগে যুগে কলঙ্কিত দুঃশাসন বিভীষণবোৰ জাগি উঠিবই।

দোমহু : এই প্ৰচেষ্টাক কিন্তু বাধা দিবই লাগিব।

বৰুৱা : সিহঁতৰ কাৰ্য-কলাপৰ ওপৰত অহৰ্নিশে চোকা দৃষ্টি ৰাখি আমি আমাৰ কাৰ্যপন্থা আগুৱাই নিবই লাগিব।

দোমহু : মোৰ বোধেৰে মনবৰে যিমানে চেষ্টা নকৰক কিয় ৰাইজক বিপথে নিব নোৱাৰিব। আমাৰ মতকে ৰাইজে গ্ৰহণ কৰিব।

বৰুৱা : ৰাইজক যি কোনো উপায়ে সজাগ কৰি তুলিবই লাগিব। সমূহীয়া প্ৰচেষ্টাৰে যুঁজি বগা বণিকৰ শোষণ-শাসনৰ কবলৰ পৰা দেশমাতৃক উদ্ধাৰ কৰিবই লাগিব! *(গছৰ মুঢ়াত বহে)*

দোমহু : বৰলিকিৰা, লয়নহঁতৰ ওপৰত জাপি দিয়া দায়িত্ব সিহঁতে ঠিকেই পালন কৰিছে। *(কান্ধত শিকিয়া বাওকাৰ খালীভাৰ লৈ কৈ কৈ কাটা সেখ সোমাই আহে।)*

কাটা সেখ : হয় ৰঙামাটি নহয় গুৱাহাটী। কটা চাহাবৰ গোলাম-- চাই ল'ম। কাটাৰ হাতৰ পৰা তই সাৰিবি ক'ত?

বৰুৱা : কি হ'ল সেখ?

কাটা : এই মনবৰক এশিকনি নিদিলে আমাৰ কাম হাচিল নহ'ব দেউতা।

দোমহু : মনবৰ? মনবৰ চোন এইমাত্ৰ এইফালে গ'ল।

কাটা সেখ : হে কি কলি? সি তাৰমানে ইয়ালৈকো আহিছিল? মই বেগাই যাওঁ তেনেহ'লে। তাক আজি মজাপালি দিবই লাগিব।

বৰুৱা : ৰ'বাচোন ৰ'বা- বহাচোন। কিনো কৰিলে মনবৰে?

কাটা সেখ : *(ভাৰখন থৈ)* কি কৰিছে বুলি শুনিছেহেনে? *(বৰুৱাৰ কাষত বহি)* কি কৰিব আৰু! গাঁৱে গাঁৱে ভাঙোন আনিবৰ চেষ্টা চলাইছে আকৌ আৰু দেউতা, কলাইগাঁওৰ হাটলৈ অহা বেপাৰী কেইটামানক চাহাবৰ ভয় দেখুৱাই হাটলৈ বেচিব অনা আলু--কচু সবকে কাঢ়ি নিছে। কটা নিধক। কপাল ভাল কাটা সেখৰ হাতত যে নপৰিলে।

দোমহু : পৰিলেনো কি কৰিলি হয়?

কাটা : কি কৰিলো হয়? সুধিছেহে আকৌ-- কি কৰিলোঁ হয়? এই বাওকাৰে কোবাই কঁকাল ভাঙি দিলোঁ হয় বাপেকে। বেটা চাহাবৰ গোলাম ওলাইছে।

বৰুৱা : ইমান উতলা হলে কোনো কামেই সিদ্ধি নহ'ব সেখ।

কাটা সেখ : সেই বুলি ইহঁতৰ অত্যাচাৰ আৰু কিমান দিন সহ্য কৰি থাকিম দেউতা। সেই পথৰুই কত আশা কৰি পাণতামোল এভাৰ লৈ হাটলৈ গৈছিল। কটা, চাহাবৰ গোলাম মনবৰে বোলে তাক হাটতেই বহিব নিদিলে। চাহাব বাপেকৰ নাম কৈ গোটেই ভাৰখনকে উঠাই

লৈ গ'ল। এনে নিধক কাণ্ডনো কোনোবাই সহ্য কৰি থাকিব পাৰেনে দেউতা? বেটাক মই পালে- পিছে সি কিমান দূৰ পালে গৈ অ' দোমহু?

বৰুৱা : সেই বুলি তাৰ লগত হাই-কাজিয়াখন নকৰিবা গৈ।

কাটা সেখ : তাৰ কাণ্ড-কাৰখানাবোৰ মই হ'লে সহ্য কৰিব নোৱাৰা হৈ পৰিছোঁ দেউতা। সোনকালে কিবা এটা দফা-ৰফা কৰিব লাগে। মনবৰ চাহাবৰ গোলাম হ'ল বুলি আমিতো গোলাম হৈ থাকিব নোৱাৰোঁ। গোলাম হৈ থকাতকৈ মৰি যোৱাই ভাল দেউতা। মই আহিলোঁ। সি যেতিয়া এইফালে গৈছে আমাৰ গাঁৱৰ পিনেও যাব পাৰে। *(যায়)*

বৰুৱা : আমাৰ চিন্তা, কাটা সেখৰ কথা, পূৰ্বপুৰুষসকলৰ সকীয়নি আজি কোনোটোৱে কোনো গুণে কম নহয় দোমহু।

দোমহু : কিন্তু বৰলিকিৰা লয়নহঁত যে এতিয়াও আহি নাপালে।

বৰুৱা : এৰা গধূলিও হৈ আহিল।

দোমহু : সিহঁতে বা আকৌ কি বতৰা লৈ আহে।

বৰুৱা : যি বতৰাই নানক সিহঁত উভতি নহালৈকে আমি অপেক্ষা কৰিবই লাগিব। কিবা এটা সিদ্ধান্তত উপনীত হ'বই লাগিব।

*(গধূলি-- দূৰৰ পৰা আজান আৰু মন্দিৰৰ শঙ্খ-ঘণ্টা, ডবা-কাঁহৰ শব্দ ভাঁহি আহে। দুয়ো ক্ষন্তেক শুনে। বৰুৱা বহি শব্দ মাৰ নোযোৱালৈ কাণ পাতি শুনি থাকে। দোমহুৱে আন্ধাৰ হৈ অহাৰ বাবে জোঁৰটো জ্বলাই লয়।)*

বৰুৱা : কি অপূৰ্ব সংহতি দোমহু। একেলগে ভাঁহি অহা মছজিদৰ আজান আৰু মন্দিৰৰ ডবা- কাঁহৰ শব্দ শুনিলে মনত বহু কথাই খেলিমেলি লগাই দিয়ে। এনে সম্প্ৰীতি আৰু সমন্বয়ৰে যুঁজিলে আমি কিয় জয় লাভ কৰিব নোৱাৰিম দোমহু।

দোমহু : এনে মিলাপ্ৰীতি কিন্তু মনবৰহঁতে সহজভাৱে ল'ব পৰা নাই। বিদ্ৰোহৰ বীজ সিঁচি মহামিলনৰ সেতুখন ভাঙি পেলাবলৈ সিহঁতে মাথোঁ চেলু বিচাৰি আছে। *(দূৰত মচমচনি শব্দ শুনি দুয়ো সচকিত হৈ উঠে)*

বৰুৱা : কোনোবা অহা যেন লাগিছে।

*(দোমহুক চাবলৈ ইংগত দিয়ে। দোমহুৱে দূৰলৈ চাই পুনৰ ঘূৰি বৰুৱালৈ চায়- বৰুৱাই জোঁৰ লবলৈ ইঙ্গিত দিয়ে। জোৰ লৈ দোমহুৱে ইঙ্গিত দিয়ে-- কোনো সঁহাৰি নাপাই আনপিনে ইঙ্গিত দিয়ে-- "কোন" বুলি চিঞৰি মাতে। মাত নাপাই পুনৰ বৰুৱাৰ ফালে চায়, বৰুৱাৰ ইঙ্গিত মতে পুনৰ মাতে।)*

দোমহু : কোন? *(উত্তৰ নাপাই জোঁৰ তললৈ আনে)*

(পুনৰ মাতে) কোন?

ৰন্তা : *(দূৰৈত)* মই।

দোমহু : কোন তই?

ৰন্তা : মই ৰন্তা।

দোমহু : ৰন্তা আহিছে দেউতা।



ৰন্তা : *(দৌৰি সোমাই আহে)* বৰুৱা দেউতা।

আপোনালোকে এতিয়াও এনেকৈ হাত সাৱটি বহি থাকিব পাৰিছে। জোঁৰ পুৰি হাত পালেহি। বৰঘৰৰ মাজ মজিয়াত ফেঁটী গোম বাহ ললেহি- তথাপিতো একো এটা কৰিবলৈ আগবাঢ়ি আহিব পৰা নাই।

দোমহু : ৰন্তা।

ৰন্তা : খং নকৰিবা দোমহু খুৰা। এবাৰ গাঁওবোৰ ঘূৰি আহা, এবাৰ গাঁৱৰ হোজা কৃষকসকলৰ অৱস্থাৰ বুজ লবলৈ চেষ্টা কৰা। বৃটিছ চিপাহীবোৰ গাঁৱে গাঁৱে সোমাই খাজানা আদায়ৰ নামত কি ব্যভিচাৰ আৰম্ভ কৰিছে।

দোমহু : মই যদি কওঁ চিপাহীবোৰ গাঁৱে গাঁৱে ঘূৰিবৰ সাহস পাইছে একমাত্ৰ তোৰ বাবে।

ৰন্তা : দোমহু খুৰা।

দোমহু : তই আৰু মনবৰ গোপন আলোচনাত মিলিত হৈ চিপাহীৰ এনেবোৰ কাৰ্যত ইন্ধন যোগাইছ?

ৰন্তা : দোমহু খুৰা। তুমি--তুমিও মোক সন্দেহ কৰিছা?

দোমহু : সন্দেহজনক কামত লিপ্ত থাকিলে সন্দেহ কৰিবই লাগিব।

ৰন্তা : সন্দেহজনক কাম?

দোমহু : অ সন্দেহজনক কাম! মনবৰৰ লগত তোৰ ইমান হলি গলি কিহৰ বাবে?

ৰন্তা : দোমহু খুৰা। মনবৰক মই ভাল পাওঁ। কিন্তু দোমহু খুৰা--মই এইটোও জানো-- মোৰ ভালপোৱা, মোৰ প্ৰেমতকৈ দেশ মাতৃৰ প্ৰেম মোৰ বাবে বহুত ওপৰত। মই জানো মনবৰৰ কাৰ্যক সমৰ্থন কৰিছোঁ? তেনেকৈ নক'বা দোমহু খুৰা। মনবৰক মই কিমান বুজাইছোঁ। মনবৰৰ ফুচুলনিত ভোল নাযাবলৈ ৰাইজক মই কিমান কাকুতি মিনতি কৰিছোঁ। তথাপিও তুমি মোক ভুল বুজিছা। কওক বৰুৱা দেউতা--আপুনি এবাৰ মাথোঁ কওক, মই কোনো সন্দেহজনক কামত লিপ্ত থকা নাই বুলি কওক। কওক বৰুৱা দেউতা আপুনি এবাৰ মাথোঁ কওক।

বৰুৱা : কিন্তু তই এই গধূলিখন আহিছিবা কিয়?

ৰন্তা : মনবৰৰ গোপন ষড়যন্ত্ৰ ব্যক্ত কৰিবলৈ।

বৰুৱা : ষড়যন্ত্ৰ?

ৰন্তা : হয় দেউতা। দোমহু খুৰাই বোলে আপোনাৰ সন্মুখত মনবৰক অপমান কৰি পঠিয়াইছে, তাৰ পোটক তুলিবলৈ সি এক গভীৰ ষড়যন্ত্ৰ চলাইছে।

দোমহু : ষড়যন্ত্ৰ কৰি সি মোৰ কৰিবই বা কি?

বৰুৱা : ৰবা দোমহু। একো কৰিব নোৱাৰিলেও ষড়যন্ত্ৰকাৰীৰ পৰা সদায় সতৰ্ক থকা উচিত। ক ৰন্তা-- কি ষড়যন্ত্ৰত মনবৰ লিপ্ত হৈ পৰিছে?

ৰন্তা : চাহাবৰ চাপ্ৰাচীক হাত কৰি চাহাবলৈ ভাৰ-ভেটী পঠিয়াবলৈ ধৰিছে। চাপ্ৰাচীয়েও বোলে চাহাবৰ সৈতে চিনাকি কৰি দিবলৈ গাত লৈছে। লগতে চাহাবক খাটি-মেলি দোমহু খুৰাকে ধৰি বিদ্ৰোহ কৰিবলৈ ওলোৱা মুখিয়াল কেইজনক চিপাহীৰ হতুৱাই ধৰাই নিয়াৰ পাং পাতিছে।

বৰুৱা : মনবৰ তেনেহ'লে বহু ওপৰলৈ উঠিছে।

ৰন্তা : তদুপৰি সি হেনো চাহাবক এইটোও জনাব--কৃষক প্ৰজাৰ খাজানা আদায় দিয়াত কোনো

আপত্তি নাই। মাথোঁ দোমহু খুৰা আৰু বৰুৱা দেউতাৰ বাবেহে ৰাইজে খাজানা আদায় দিব পৰা নাই।

বৰুৱা : তই এইবোৰ কথা জানিলি কেনেকৈ?

ৰন্তা : এইবোৰ মনবৰৰ পেটৰ কথা। তাৰ পেটৰ পৰা সেইবোৰ উলিয়াই জনাবলৈ আহাৰ বাবেই দোমহু খুৰাই মোক গুপ্তচৰ বুলি সন্দেহ কৰিছে। ইয়াৰ পিচতো মোৰ কাৰ্যত কিবা সন্দেহ আছে দোমহু খুৰা?

দোমহু : *(তলমূৰ কৰে)*

বৰুৱা : কেতিয়াও থাকিব নোৱাৰে।

ৰন্তা : মনবৰে- আৰু এটা কথাৰ বাবে মোক ধৰি আছে দেউতা--

বৰুৱা : কিহৰ বাবে?

ৰন্তা : মোক বোলে সি চাহাবৰ ওচৰলৈ লৈ যাব।

দোমহু : ইমানলৈ আগবাঢ়িছে সি?

বৰুৱা : তই পিচে কি ভাবিছ?

ৰন্তা : পৰামৰ্শ বিচাৰিয়েইতো আপোনাৰ ওচৰলৈ আহিছোঁ দেউতা।

বৰুৱা : যোৱাটো অৱশ্যে বেয়া নহয়। চাহাবৰ মনৰ কথা, মনবৰৰ চতুৰালি তোৰ পৰাই আমি জানি থাকিব পাৰিম। তোৰ বুদ্ধিৰ প্ৰশংসা নকৰি নোৱাৰিছোঁ। নিজক বচাই যি ভাল দেখ তাকেই কৰগৈ।

ৰন্তা : মই তেনেহলে যাওঁ দেউতা।

*(বৰুৱাক সেৱা কৰি উঠি দোমহুৰ ফালে চায়। চকুই চকুই পৰি যোৱাত দোমহুৱে তলমূৰ কৰে। ৰন্তা যোৱাৰ ফালে বৰুৱাই চায়।)*

বৰুৱা : হাঃ হাঃ হাঃ নাৰী শক্তিও যেতিয়া জাগ্ৰত হৈ উঠিছে আমি জাগি উঠিবই লাগিব দোমহু। পৰৰাজ্য লোলুপ বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে আমি জঁপিয়াই পৰিবই লাগিব। পৰাধীনতাৰ শিকলি ভাঙি--ছিঙি ছুৰমাৰ কৰি আমি স্বাধীনতাৰ ধ্বজা উৰুৱাবই লাগিব। দেশ মাতৃ জয়। হ'বই লাগিব।

*(বৰলিকিৰা সেখ আৰু লয়ন কোচ দৌৰি সোমাই আহে।)*

বৰলিকিৰা : দেউতা-- চাহাবৰ চিপাহী।

(লগে লগে আটাইকেইজনে গছৰ গুৰিত লুকায়।)

লয়ন উঠি হাতত সাৰে ভৰিত সাৰে দূৰলৈ চায়। কিছুসময় চাই--মেলি চিপাহী নাই বুলি ইঙ্গিত দিয়ে।

বৰুৱা : অভিযান পূৰ্ণ হ'লনে সেখ?

বৰলিকিৰা : হোৱা যেনেই লাগিছে দেউতা।

লয়ন : আপোনাৰ দিহা--পৰামৰ্শ ই বাৰুকৈয়ে কাম দিছে দেউতা।

বৰুৱা : কোন কোন অঞ্চলত ঘূৰিলা?

বৰলিকিৰা : লয়ন আৰু মই হিন্দুঘোপা, ক'লাজাৰ দিপীলা, খটৰা সৰাবৰী পৰ্যন্ত ঘূৰিলোঁ। দুই এঠাইত মনবৰে ৰাইজক বিপথে চলাব বিচাৰিছে যদিও আমি বুজাই--বঢ়াই সৈমান কৰাই আহিছোঁ।



বৰুৱা : বাকী অঞ্চলবোৰলৈ মানুহ পঠোৱা হোৱা নাই নেকি?

লয়ন : হৈছে দেউতা। পাতিদৰঙৰ পিনে ঘনদেউ আৰু জুৰন গৈছে। মুছলিম ঘোপালে কিনাৰামেই যাব। ৰঙাশালে, শিশুৰাম, বলীসেখ, বকুল, বাগৰুহুঁতো ভাগে ভাগে যোৱাৰ কথা।

বৰলিকিৰা : হয় দেউতা-- আজিতো এখন সৰু-সুৰা মেলেই হৈ গ'ল।

বৰুৱা : মেল?

বৰলিকিৰা : হয় দেউতা। তহচিলদাৰ অফিচৰ সন্মুখত আজি প্ৰায় সকলো ঠাইৰ কিছু মানুহ গোট খাইছিল। আপুনি আগেয়ে দিয়া বুদ্ধিমতে আমি কথাটো দুই এজনৰ কাণ চোৱালো। ইকাণ--সিকাণকৈ সকলোৰে কাণত কথাটো পৰিল। কিনাৰাম তপধনেতো মেল পাতি আলোচনা কৰিবৰ বাবে পথাৰৰ পিনে খোজেই ল'লে।

লয়ন : আমিও দেউতা কথাটো বেয়া নেদেখি তাত গোটখোৱা ৰাইজখিনিক পথাৰলৈ মাতি আনিলোঁ।

বৰুৱা : মেল বহিল নে নাই পিছে?

লয়ন : বহিল দেউতা।

বৰুৱা : সিদ্ধান্ত কি হ'ল?

বৰলিকিৰা : আমাৰ মতেই ৰাইজৰ মত। ৰাইজে খাজানা নিদিয়ে।

লয়ন : খাজানা দিয়াৰ কথাহে কৈছেনে দেউতা? সৰুবাপু বেজৰ মতেতো চাহাবক খেদি পঠিয়াবই লাগে।

দোমহু : চাহাবে যদি জোৰকৈ খাজানা আদায় কৰিব বিচাৰে?

বৰলিকিৰা : ৰাইজে বিদ্ৰোহ কৰিব।

লয়ন : পৰাধীন হৈ থকাতকৈ যুদ্ধ কৰি মৰাতোকে বহুতে বিচাৰে?

বৰুৱা : পাৰিব জানো?

বৰলিকিৰা : কিয় নোৱাৰিব দেউতা? ৰাইজে নখ জোকাৰিলে নৈ বয়। মাউখে উটিলে গুৰি পৰুৱাবো মৰণ নাই। সকলো ৰাইজ এক হ'লে আমি কিয় জয়ী হ'ব নোৱাৰিম? মই আমাৰ গাঁৱৰ মুছলমানখিনিৰ পেট লৈছোঁ। সিহঁতে খাটাংকৈ খাজানা নিদিয়াৰ কথা কৈ দিছে। পথৰু সেখেতা খোলাভাৱেই সেই কথা জনাই দিছে।

লয়ন : ময়ো দেউতা আমাৰ গাঁৱৰ হিন্দুখিনিৰ পেট নোলোৱাকৈ থকা নাই। ল'ৰাৰপৰা বুঢ়ালৈকে সকলোৰে এটাই মত খাজানা সিহঁতে নিদিয়ে। শিলেইকুছিৰ বুঢ়াই বোলে মনবৰক সিদিনা এশিকনি দিলেও।

বৰুৱা : তেনেহ'লে ৰাইজৰ খাজানা নিদিয়াই মত?

বৰলিকিৰা : হয় দেউতা। মেলে দুতিৰামক চিঠি লিখি গোটেই গাঁওবোৰকে মেলৰ সিদ্ধান্তৰ কথা জনাবলৈ ভাৰ দিছে। আঠিয়া, জুৰমণ, থগাহঁতকো গাঁৱে গাঁৱে ঘূৰি ৰাইজক সজাগ কৰি ৰখাৰ ভাৰ দিছে। লয়ন আৰু মোক দোমহু আৰু আপোনাৰ লগত পৰামৰ্শ কৰি মেলৰ সিদ্ধান্তসমূহ কামত লগাবলৈ কৈছে।

বৰুৱা : তেনেহলে আমাৰ সপোন আজি দিঠকত পৰিণত হ'ব। যিটো চিন্তাই মোক অতদিন ধৰি দিনেৰাতি খুলি খুলি খাই আছিল, যিটোৰ বাবে উজাগৰে কত নিশা কটাইছোঁ অনাহাৰে

কতদিন নিয়াইছোঁ সেই চিন্তাৰ আশু সমাধানৰ শুভদিন সমাগত। কোনো চিন্তা নাই বৰলিকিবা -- হিন্দু মুছলমানৰ যুটীয়া শকতিৰে আমি নিশ্চয় বৃটিছৰ বিৰুদ্ধে যুঁজিব পাৰিম। গোমধৰ পিয়লিৰ তেজঢলা বিদ্ৰোহক আমি জীয়াই তুলিবই লাগিব। যোৱা বৰলিকিবা, যোৱা লয়ন কোঁচ ৰাইজৰ মেলৰ সিদ্ধান্ত নিৰ্ভুল। দেশমাতৃক বিদেশী শোষণকাৰীৰ কবলৰ পৰা ৰক্ষা কৰাৰ সিদ্ধান্ত কেতিয়াও ভুল হ'ব নোৱাৰে।

*(জুলি থকা ঠাইৰ পৰা জোঁৰডাল হাতত লৈ)*

যোৱা--গাঁৱে গাঁৱে, মন্দিৰে--মছজিদে মানুহ পঠোৱা। সমগ্ৰ কৃষক প্ৰজাক জাগ্ৰত কৰি তোলা। আমি দৰঙ্গী ৰাজ্যৰ স্বাধীন চিতীয়া প্ৰজাৰ বংশধৰ। আমি আমাৰ দেশমাতৃৰ লাঞ্জনা কোনোদিনে সহ্য নকৰিম। শোষণকাৰীৰ যি জুইয়ে আমাক দেইপুৰি মাৰিছে তাৰ প্ৰত্যুত্তৰ আমি দিবই লাগিব। এই জুই জ্বলিল-জ্বলিবই।

*(কৈ গুচি যাব- পিচত বাকী কেইজনে শাৰীপাতি পিছে পিছে যাব, আঁৰকাপোৰ পৰিব)*

## দ্বিতীয় দৃশ্য

*(মঙ্গলদৈ মহকুমাধিপতি ৰেমচন চাহাবৰ কৰ্মস্থানৰ কাৰ্যালয়ৰ একাংশ। বেৰত মহাৰাণী ভিক্টোৰিয়াৰ ছবি। চকী, মেজ, নথি, পত্ৰ আদি থাকে। দৃশ্যটো যেন আগৰ পৰাই চলি আছে তেনে মুহূৰ্তত ৰেমচনে বচন আৰম্ভ কৰে। অৱশ্যে মঞ্চৰ আৰু দৃশ্য সজ্জাৰ সুবিধাৰ বাবে একাষত প্লেটফৰ্ম ব্যৱহাৰ কৰি চাহাবৰ চকী, মেজ আন্ধাৰতে পাৰি দি আঁৰ কাপোৰ নেপেলোৱাকৈ দৃশ্য আৰম্ভ কৰিব পাৰে। )*

ৰেমচন : Oh no, I cannot belive. বিশ্বাস কৰিব নাই পাৰিবে। *(হাতৰ ফাইল মেজত জোৰে পেলাই দিয়ে)*

চাপ্ৰাছী : কিন্তু দোষটো তাৰ নহয় হুজুৰ।

মনবৰ : মোৰ কোনো কচুৰ নাই হুজুৰ। মই হাটৰ পৰাহে এইবোৰ আনিছোঁ।

ৰেমচন : তুম খাৰাপ আদমি আছে। কিয়া চবজি খিলাইছে? My neck is still itching.

চাপ্ৰাছী : বেপাৰীবোৰ মহাধুৰ হ'ল হুজুৰ। সিহঁতে চাহাবৰ নাম শুনিলেই সাত কিল মাৰে। চাহাবৰ তৰকাৰী বুলি জানিলেই বৰাই--

ৰেমচন : বৰা--

চাপ্ৰাছী : *(বৰাৰ আকৃতি অঙ্গী ভঙ্গীৰে দেখুৱাই)* মানে "পিগ" গাহৰি হুজুৰ। সেই গাহৰিয়ে নোখোৱা কচুকে সিহঁতে উলিয়াই দিয়ে।

ৰেমচন : কচু? কি কচু আছে?

চাপ্ৰাছী : এবিধ তৰকাৰী হুজুৰ। চবজি- "ভিজিটেবেল"। তাৰো আকৌ বহুবিধ আছে। এবিধ গাহৰিয়েও নাখায়। সেই বিধ কচুকে হাটলৈ বিকিব আনি সেই ধুৰ বেপাৰীগালে চাহাবে বিচাৰিলে টপৰাই উলিয়াই দিয়ে।



মনবৰ : তদুপৰি হুজুৰ বেপাৰীসকলৰ এটাই আলোচনা। আপোনালোকক ইয়াৰ পৰা খেদাৰ। সেইবোৰ শুনি শুনি অসহ্য হৈ সকলোবোৰ জনাম বুলি আপোনাৰ কাষ চাপিছোঁ।

ৰেমচন : Really is that so? কোন লোক এই ষড়যন্ত্ৰ কৰিছে নাম বটাব পাৰিবি?

মনবৰ : নিশ্চয় পাৰিম হুজুৰ। কাটা সেখ, দোমহ শৰ্মা, বৰলিকিবা সেখ, লয়নকোঁচ, প্ৰদীপ ৰাইবৰুৱাহঁতৰে এইবোৰ কাণ্ড।

ৰেমচন : সেখ--শৰ্মা, সেখ-শৰ্মা ; হিন্দু-মুছলিম সাথ সাথ কাম কৰিছে।

মনবৰ : জাত--পাত নোহোৱা কৰিলে হুজুৰ। জাতি-ভেদ সকলো পাহৰি আপোনালোকক খেদিবৰ বাবেই মাথোঁ সিহঁত একগোট হৈছে।

ৰেমচন : Well মনবৰ, তোমালোকৰ বৰ জাত কি আছে?

মনবৰ : *(ভাবি)* বৰ জাতি- *(চাপ্ৰাছীলৈ চায়)*

চাপ্ৰাছী : বৰ জাত-বৰ জাত-গোঁসাই হ'ব হুজুৰ।

ৰেমচন : কি নিমিত্তে বৰজাত আছে?

চাপ্ৰাছী : গোঁসায়ে ৰান্ধিলে আমি সকলোৱে চুৰ্চুৰীয়াকৈ এমুঠি খাব পাৰোঁ। কিন্তু আমি ৰান্ধিলে হুজুৰ গোঁসাই No-eat মানে নাখায়।

ৰেমচন : That means গোসাঁই খানচামা আছে? খানচামা তোমালোকৰ বৰজাত আছে। *(হাঁহি হাঁহি বহি ফাইল চায়)* Well মনবৰ তুমি এতিয়া যাব পাৰে। কমিচনাৰ চাহাব আহিবৰ সময় হৈছে।

মনবৰ : *(চাপ্ৰাছীক খুচি দি)* হেই সিটো কথা ক।

চাপ্ৰাছী : কি? কি কথা?

মনবৰ : ৰম্ভা-- ৰম্ভাৰ কথা।

চাপ্ৰাছী : *(অঙ্গী ভঙ্গীৰে মনবৰৰ পৰা পুৰস্কাৰ বিচাৰে। মনবৰে সন্মতি প্ৰকাশ কৰাত লাহে লাহে চাহাবৰ কাষ চাপে)* হুজুৰ -- মনবৰে মানে নাচনী ছোৱালী-- মানে dancing girl.

ৰেমচন : Oh no. I have no time to listen to such rubbish things. এতিয়া যাব লাগে।

চাপ্ৰাছী : হুজুৰ।

ৰেমচন : I say get out.

*(চাহাবৰ ধমকনিত দুয়ো ওলাই যায়। চাহাবে ফাইল চাই থাকে। অলপ পিছত পুনৰ চাপ্ৰাছী সোমাই আহে।)*

চাপ্ৰাছী : হুজুৰ তহচিলদাৰ আহিছে। *(কৈ যায়)*

তহচিলদাৰ : *(সোমাই আহি)* হুজুৰ।

ৰেমচন : Well তহচিলদাৰ। কি বতৰা আনিছে বটাব লাগে। তহচিলদাৰে চাহাবক ৰিপোৰ্ট দিয়ে। চাহাবে পঢ়ি চায়। চাপ্ৰাছী পুনৰ সোমাই আহে।)

চাপ্ৰাছী : হুজুৰ বৰ চাহাব আহিছে। *(ৰেমচনে এণ্ডাৰচনক আগবঢ়াই আনিব, চাপ্ৰাছী সোমাই যায়।)*

ৰেমচন : Good Morning Sir.

এণ্ডাৰচন : Good Morning. Well, any news from any part of Mangaldai Sub- Division.

ৰেচমন : Yes Sir, Here is the report from Patharughat.

এণ্ডাৰচন : Patharughat.

ৰেচমন : Yes Sir, Tahsilder Mr. Bhabani Charan Bhattacharjee himself has brought the report.

এণ্ডাৰচন : What are the Contents of his report.

ৰেচমন : The people of Patharughat in Particular and Mangaldai Sub-Division in General are not at all agreed to pay the Land Revenue as fixed by her Majesty, the Queen of Great Britain.

এণ্ডাৰচন : How is that? Let Tahsilder explain.

ৰেমচন : তহচিলদাৰ। পথৰুঘাটে কি ঘটনা ঘটিছে কমিচনাৰ চাহাবকে বটাব লাগে।

এণ্ডাৰচন : Yes Hurry up.

তহচিলদাৰ : হুজুৰ সেই অঞ্চলৰ সমূহ প্ৰজাই বৰ্ধিত হাৰত মাটিৰ খাজানা নিদিবলৈ সিদ্ধান্ত লৈছে।

এণ্ডাৰচন : What Mr. Remson.

ৰেমচন : It is decided by the people not to pay the Land Revenue at the increasing rate.

এণ্ডাৰচন : What action have you taken Mr. Tahsilder to collect the Land Revenue?

ৰেমচন : খাজানা আদায়ৰ নিমিত্তে তুমি কি ব্যৱস্থা লৈছে কমিচনাৰ চাহাবকে বটাব লাগে।

তহচিলদাৰ : হুজুৰ—প্ৰজাক মই বহুত বুজালোঁ। লগতে এইটোকে কৈছোঁ যে মহাৰাণীৰ আদেশ লৰচৰ কৰিবৰ আমাৰ কোনো সাধ্য নাই। ৰাইজে খাজানা-পাতি দি সুখে-সন্তোষে দিন কটাব লাগে। কিন্তু প্ৰজাই মোৰ অনুৰোধ প্ৰত্যাখান কৰিলে।

এণ্ডাৰচন : What the people said.

ৰেমচন : প্ৰজাই কি কহিছে ক'ব লাগে।

তহচিলদাৰ : প্ৰজাৰ মাথোঁ এটাই কথা। বৰ্দ্ধিত হাৰত খাজনা সিহঁতে কোনোপধ্যে নিদিয়ে। তহচিলদাৰৰ কাৰ্যালয়লৈ আহি,, এই কথা চাফ চাফকৈ কৈ গৈছে। আনকি এনে ভাবুকিয়ো দিছে - প্ৰয়োজন হ'লে বিদ্ৰোহ কৰিবলৈকো হেনো সিহঁত পৰান্মুখ নহ'ব।

ৰেমচন : বিদ্ৰোহ কৰিবে।

এণ্ডাৰচন : What?

ৰেমচন : He says that the people are ready to start revolution if necessary.

এণ্ডাৰচন : Strange হাঁহে Revolution against us, against the werful British Empire ? Well, well Tahsilder do they have such Courage ?

ৰেমচন : বিদ্ৰোহ কৰিবৰ নিমিত্তে প্ৰজাই ক'ৰ পৰা সাহস পালে সেইটোভি বটাব লাগে।



তহচিলদাৰ : আহোম ৰাজত্ব কালত প্ৰতিষ্ঠা লাভ কৰা আহোমৰ কৰতলীয়া এই দৰং ৰাজ্যৰ প্ৰজাৰ সাহপিত আজিৰ নহয় হুজুৰ। যুগ যুগ ধৰি প্ৰবল পৰাক্ৰম দেখুৱাই অহা সেই প্ৰজাৰেই নাতি-পুতিৰ গাত পূৰ্বপুৰুষৰ শোণিত ধাৰা প্ৰৱাহিত হৈ আছে। তাতে খাজানা বৃদ্ধিৰ প্ৰতিবাদত তেওঁলোকে ইয়াৰ আগতে দুবাৰ ধৰি বিদ্ৰোহ কৰিছে আৰু কৃতকাৰ্যতাও লভিছে।

এণ্ডাৰচন : Mr. Remson, I cannot follow him.

ৰেমচন : He said that in the past the people have already revolted twice with success.

এণ্ডাৰচন : Is that so? Let him explain. I want more and more informations.

ৰেমচন : Well তহচলিদাৰ কোন সময় কি ধৰণৰ বিদ্ৰোহ হৈছিল-- সেইটোভি কব লাগে।

তহচিলদাৰ : হুজুৰ দৰঙ্গী ৰাজ্য যদিও আহোমৰ কৰতলীয়া আছিল এই ৰাজ্যৰ শাসন ব্যৱস্থাত আহোম স্বৰ্গদেউসকলে কোনো দিনেই কোনো ধৰণৰ হস্তক্ষেপ কৰা নাছিল। দৰঙ্গী প্ৰজাই সামান্য কৰ শোধোৱাৰ বাহিৰে বাকী সকলো দিশতে সম্পূৰ্ণভাৱে স্বাধীন আছিল। কিন্তু ১৬৮৫ চনত আহোম স্বৰ্গদেউ গদাধৰ সিংহই মাটি পিয়ল কৰিবলৈ লৈ দৰঙ্গী প্ৰজাৰ ওপৰতো কৰৰ বোজা জাপি দিছিল। স্বৰ্গদেউৰ এই অন্যায় আদেশৰ ওপৰত দৰঙ্গী প্ৰজাই সেও নামানিলে। প্ৰজা বিদ্ৰোহ আৰম্ভ হ'ল। ফটিক হাজৰিকাৰ নেতৃত্বত দৰঙ্গী প্ৰজাই হাতত নিচান লৈ দৰঙৰ ৰাজধানী মোহনপুৰৰ পৰা যাত্ৰা আৰম্ভ কৰিলে সুদূৰ আহোম ৰজাৰ ৰাজধানী ৰংপুৰ অভিমুখে। ৰজাই প্ৰজাৰ হক দাবীৰ প্ৰতি সন্মান জনাই বিষয়টো যেনিবা তাতেই নিষ্পত্তি কৰিলে।

এণ্ডাৰচন : Why has he repeatedly used the Word "Ahom?" Is there any relation between "Ahom" and "Darrang?"

ৰেচমচন : Yes sir, the kindom of Darrang was established during the reign of Ahom empire. Well Tahsilder দৰং ৰাজ্যৰ প্ৰতিষ্ঠাৰ সময় Ahom king I mean আহোম ৰজা কোন আছিলে?

তহচিলদাৰ : স্বৰ্গদেউ প্ৰতাপসিংহ হুজুৰ। সেই জনা স্বৰ্গদেৱে উত্তৰে আমৰি পাহাৰ , দক্ষিণে শ্ৰীপাহাৰ, পূবে ভৈৰৱী নৈ আৰু পশ্চিমে কৰতোৱা নৈৰ মাজৰ ভূখণ্ডক লৈ দৰঙ্গী ৰাজ্য প্ৰতিষ্ঠা কৰি ধৰ্মনাৰায়ণক শাসনভাৰ শোধাই দিছিল।

ৰেমচন : And the second Revolution, I mean দ্বিতীয় বিদ্ৰোহ কেতিয়া হৈছিল সেইটোভি বটাব লাগে।

তহচিলদাৰ : ইয়াণ্ডাবু সন্ধিসূত্ৰে আহোম ৰাজত্বৰ ওৰ পৰে। আহোমৰ কৰতলীয়া ৰাজ্য হিচাপে দৰং যদিও বৃটিছৰ অধীনলৈ যাব লাগিছিল এই দিশত কিন্তু ব্যতিক্ৰম ঘটিল। ইয়াণ্ডাবু সন্ধিৰ পিচতো আঠ বছৰ কাল ধৰি দৰঙ্গে পূৰ্ব মৰ্যদাকে অক্ষুন্ন ৰাখিলে। যা হওক সেইবোৰ বহু কথা।

এণ্ডাৰচন : Carry on.

তহচিলদাৰ : ১৮২৬ চনত আহোম ৰাজ্য বৃটিছৰ অধীনলৈ গ'ল। ১৮৩৫ চনত দৰঙ্গো বৃটিছ শাসনৰ অধীন হ'ল। ১৮২৬ ৰ পৰা ১৮৬৮ চনলৈ সুদীৰ্ঘ এটি সময়। বৃটিছে পিয়লৰ কাম আৰম্ভ কৰি খাজানাৰ হাৰ নিৰূপণ কৰিলে। ৰূপিত, বস্তি আৰু ফৰিঙ্গতি নামে মাটিবোৰ তিনিভাগত

ভগাই খাজানাৰ হাৰ নিৰ্ণয় কৰিলে। প্ৰজাই কিন্তু তেনে ব্যৱস্থা মানি লবলৈ টান পালে। তাৰ পিচত -- তাৰ পিচত?

এণ্ডাৰচন : What's wrong ? Why are you hesitating to speak ?

ৰেমচন : ক'ব লাগে। কি ক'ব বিচাৰিছে চাফ চাফ ক'ব লাগে।

তহচলিদাৰ : সেইবোৰ বহু কথা হুজুৰ। পথৰুঘাটত কি ঘটিছিল মই ক'বলৈ অপাৰগ।

এণ্ডাৰচন : He looked emotional. You are the regular employe of the Britsh administration. You must explain without any hesitation.

ৰেমচন : কমিচনাৰ আগে সকল কথা চাফ চাফ কহি দিব লাগে। কি কাৰণে ডৰ কৰিব লাগে। তুমিভিটো বৃটিছ Government কা Servant আছে।

তহচিলদাৰ : হুজুৰ প্ৰজাৰ মনোভাব বুজিবলৈ সেই সময়ৰ কমিচনাৰ চাহাব, মহকুমাধিপতি আৰু পুলিচ চাহাব পথৰুঘাট পালেহি ১৮৬৮ চনৰ কোনোবা এটা দিনত। সেইমতে সমবেত প্ৰজাই আপত্তি পেচ কৰিলে। দুয়ো পক্ষৰ কথা কটাকটি হোৱাৰ পিচত এটা মুহূৰ্তত প্ৰজা ক্ষুব্ধ হৈ পৰিল। প্ৰজাই চাহাবক ঘেৰি ধৰিলে। চাহাব কোনোমতে পলাই ডাক-বঙলা পালেগৈ। ভিতৰৰ পৰা দুৱাৰ বন্ধ কৰি পৰিত্ৰাণৰ উপায় বিচাৰিলে। তাৰ পিছত নাই--নাই হুজুৰ।

এণ্ডাৰচন : Carry on, carry on.

ৰেমচন : ক'ব লাগে, ক'ব লাগে।

তহচিলদাৰ : হুজুৰ প্ৰজাই ডাক-বঙলাত জুই দিবলৈ উদ্যত হৈ পৰিল।

ৰেমচন : আগুন?

এণ্ডাৰচন : What ?

ৰেমচন : Fire sir,

তহচিলদাৰ : হয় হুজুৰ। কমিচনাৰ চাহাবৰ দিন দশা ভাল আছিল। মুখিয়াল লোকৰ তৎপৰতাত যেনিবা কোনো অঘটন নঘটিল।

এণ্ডাৰচন : I cannot understand the conspiracy of the Conspirators.

ৰেমচন : The Conspirators had tried to kill the British Administrator by setting fire to the Dak Banglow.

এণ্ডাৰচন : Were they such powerful Conspirators?

ৰেমচন : Yes sir, A similar revolt had taken place at Phulaguri of Nagaon District where British administrator Mr. Singer was killed brutally by the rebels.

এণ্ডাৰচন : Mr. Remson, we must stop the revolution by all means. That bloody rebels must pay the Land revenue, otherwise they will be killed like street dogs.

ৰেমচন : I think, your honour! it is perhaps better to visit the place to have a first hand knowledge of the causes of the dis-satisfaction among the people there.



এণ্ডাৰচন : Exactly. Fix a date and intimate police officer Mr. Barrington to proceed to Patharughat with a strong force.

ৰেমচন : It is better to proceed on the 28 th January sir.

এণ্ডাৰচন : Right. Tahsilder be instructed to intimate the rebels to attend accordingly. *(ভিতৰলৈ সোমাই যায়)*

ৰেমচন : Yes Sir. Well তহচিলদাৰ।

তহচিলদাৰ : হুজুৰ।

ৰেমচন : কমিচনাৰ চাহাব 28th January I mean ২৮ জানুৱাৰী তাৰিখে পথৰুঘাট হাজিৰ হবে। সকল প্ৰজাক সেই দিনা চাহাব ভেট কৰিব বিচৰাৰ কথা জনাব লাগে। প্ৰজাৰ আপত্তি বিপত্তি থাকিলে চাহাবৰ কাচে পেচ কৰিব পাৰিবে। তুমি বুজিব পাৰিছে?

তহচি লদাৰ : পাৰিছোঁ হুজুৰ।

ৰেমচন : এতিয়া যাব পাৰে।

তহচিলদাৰ : ভাল হুজুৰ। কিন্তু মোৰ এটি অনুৰোধ ৰাখিবনে।

ৰেমচন : ক'ব লাগে।

তহচিলদাৰ : প্ৰজাই নিশ্চয় তেওঁলোকৰ হক দাবী উত্থাপন কৰিবলৈ আহিবই।

ৰেমচন : ? What হক দাবী? Legitimate Demand.

তহচিলদাৰ : হয় হুজৰ, খাজানা বৃদ্ধিৰ প্ৰতিবাদ মুখৰিত হ'বই। অগণন নিৰস্ত্ৰ কৃষক প্ৰজাৰ দাবী যেন বিবেচনা কৰি চায়। প্ৰজাৰ ওপৰত যেন কোনো ধৰণৰ অমানুষিক অত্যাচাৰ নচলে।

ৰেমচন : Oh you stop, you are not the authority to instruct us, you should remember that you are only a paid employee of British government. I say get out and busy with your work. *(খঙত ভিতৰলৈ যায়- তহচিলদাৰে চাহাব যোৱালৈ চাই--)*

তহচিলদাৰ : কাম! এৰা কাম। কাম কৰিবই লাগিব। পেটৰ দায়িত্বত পৰি কৰিছোঁ চাহাব। কিন্তু পাহৰি নাযাবা চাহাব যি শাসনৰ বাঘজৰি ধৰি তোমালোকে এই হোজা কৃষক প্ৰজাক নিৰ্মমভাৱে শোষণ কৰিব ধৰিছা সেই শাসন আৰু বেছিদিন নচলিব। তোমালোকে যি বন্দুক-বাৰুদেৰে ৰাইজৰ প্ৰতি টোপাল তেজ শুহি শুহি খাইছা, যি বন্দুক বাৰুদেৰে আমাক নিশেষ কৰি দিম বুলি ভাবিছা, সেই বন্দুক-বাৰুদ ৰাইজৰ সন্মিলিত শকতিৰ আগত উফৰি পৰিব। ৰাইজে তোমালোকৰ সেই সিংহাসন দখল কৰি "দ্বিগজ'ৰ বুকুত ভহাই দিব চাহাব। ৰাইজে এদিন নহয় এদিন সেই সিংহাসন দখল কৰিবই কৰিব।

*(আঁৰকাপোৰ পৰে।)*

## তৃতীয় দৃশ্য

*পথ সংযোগ। প্ৰথম দৃশ্যৰ একে দৃশ্য সজ্জাকে ৰাখিব পাৰি। গছৰ মুঢ়াটোত মনবৰ আৰু ৰন্তা দুয়ো দুয়োৱে বিপৰীতে মুখ দি বহি থাকে। দৃশ্য আৰম্ভ হোৱাৰ লগে লগে ৰন্তা বহাৰ পৰা উঠি এনেদৰে বচন আৰম্ভ কৰিব যেন আগৰ পৰাই কিবা কৈ আছিল।*

ৰন্তা : দখল কৰিবই। এদিন নহয় এদিন বৃটিছৰ সিংহাসন ৰাইজে দখল কৰিবই। তুমি যিমানেই ষড়যন্ত্ৰ নকৰা, যিমানে গাঁৱে গাঁৱে ঘূৰি ৰাইজৰ মাজত ভাঙোন আনিবলৈ চেষ্টা নচলোৱা--তুমি যিমানেই বিভেদৰ বীজ সিঁচিবলৈ যত্ন নকৰা হোজা কৃষক প্ৰজাৰ ঐক্যবদ্ধ প্ৰচেষ্টাক কেতিয়াও মোহাৰি পেলাব নোৱাৰিবা।

মনবৰ : কিন্তু চাহাবে যে বকচিচ দিব।

ৰন্তা : বকচিচ দিব! বাঃ বকচিচ দিব। বকচিচৰ লোভত তোমাৰ দৰে দেশদ্ৰোহী লম্পটবোৰ সৰ্বস্ব হেৰুৱাব পাৰিলে বুলি ময়ো কি মোৰ সৰ্বস্ব জলাঞ্জলি দিম?

মনবৰ : ৰন্তা তই?

ৰন্তা : তুমি যিমানেই আৱৰণ দিবলৈ চেষ্টা নচলোৱা কিয় সত্যক কিন্তু কেতিয়াও ঢাকি ৰাখিব নোৱাৰিবা। মানুহৰ চকু আজি মেল খাইছে। অকল তোমাৰেই নহয় সমগ্ৰ ষড়যন্ত্ৰকাৰীৰ ষড়যন্ত্ৰ ওফৰাই পেলাবলৈ ৰাইজ একমতত উপনীত হৈছে।

মনবৰ : তই তেনেহলে কিয় কথা দিছিলি? তোৰ কথাত বিশ্বাস ৰাখিয়েতো মই চাহাবক কথা দি আহিছোঁ। এই সপ্তাহতে তোক লৈ যাম বুলিও কৈ আহিছোঁ।

ৰন্তা : তোমাৰ সাহসো তেনেহ'লে কম নহয় দেখিছোঁ।

মনবৰ : সাহসৰ কথা নহয় ৰন্তা, বিশ্বাসৰ কথা, প্ৰতিশ্ৰুতিৰ কথা।

ৰন্তা : বিশ্বাস? প্ৰতিশ্ৰুতি? হাঃ হাঃ হাঃ। *(সলনি)* দেশদ্ৰোহীক আকৌ বিশ্বাসত লব লাগে? প্ৰতিশ্ৰুতি দিব লাগে?

মনবৰ : ৰন্তা তোৰ হৈছে কি? তই এইবোৰ কৈছ কি?

ৰন্তা : তোমালৈ পুতৌ জন্মিছে।

মনবৰ : মানে?

ৰন্তা : তুমি যে দিনক ৰাতি কৰি তোমাৰেই ভাই--ককাইৰ মাজত বিভেদ আনিবলৈ চেষ্টা চলাই আছা, চাহাবৰ পদধূলি লৈ তোমাৰেই ভনীয়েৰাক চাহাবৰ হাতত শোধাই দি বকচিচ ল'ব বিচাৰিছা, কিবা এটা পদবীৰ আশা কৰি নিজৰ জন্মভূমিকো আনক শোধাই দিবলৈ চেষ্টা কৰিছা সেইবোৰ দেখি তোমালৈ পুতৌ জন্মিছে।

মনবৰ : ৰন্তা, সকলোৰে এটা সীমা আছে। সেই সীমা অতিক্ৰম কৰি নিজৰ বিপদ নিজে চপাই নলবি ।

ৰন্তা : তুমি যেতিয়া নিজেই সেই সীমা অতিক্ৰম কৰিছা আনক উপদেশ দিবলৈ নোযোৱাটোৱে ভাল হ'ব।

মনবৰ : মোৰ শেষ কথা, তই তোৰ প্ৰতিশ্ৰুতি ৰক্ষা কৰিবি নে নকৰ?



ৰন্তা : নকৰিলে?

মনবৰ : ভয়ানক পৰিণতিৰ সন্মুখীন হ'ব লাগিব।

ৰন্তা : ঢোৱা সাপে খুটিলে জানো বিষ লাগে?

মনবৰ : পাহৰি নাযাবি ৰন্তা সমগ্ৰ বৃটিছ, চিপাহী আজি মোৰ হাতৰ তলুৱাত।

ৰন্তা : চাহাবক আলু--কচুৰ ভাৰ ভেটি দিব যাওতেই বুজিছোঁ নহয় তোমাৰ প্ৰতাপ কিমান।

মনবৰ : তই তেনেহলে নাযাৱ?

ৰন্তা : নাযাওঁ।

মনবৰ : নাযাৱ?

ৰন্তা : নাযাওঁ ।

মনবৰ : নাযাৱ?

ৰন্তা : নাযাওঁ বুলি কৈছোঁ নহয় নাযাওঁ।

মনবৰ : কিয় কিয়? কিয়--আগতে মোক যাম বুলি কথা দিছিলি?

ৰন্তা : যাবলৈ মান্তি নহ'লে তুমি জানো তোমাৰ পেটৰ কথাবোৰ মোক কলাহেঁতেন?

মনবৰ : পেটৰ কথা?

ৰন্তা : অ পেটৰ কথা। তোমাৰ পেটৰ কথাবোৰ নেজানিলে মই দোমহু খুৰা আৰু বৰুৱা দেউতাক সাৱধান কৰি দিব নোৱাৰিলোহেঁতেন।

মনবৰ : তাৰ মানে এই সকলোবোৰ কথা তই সিহঁতক জনাইছ?

ৰন্তা : নহ'লে জানো চিপাহীৰ হতুৱাই সিহঁতক ধৰাই নিনিলা হয়?

মনবৰ : ৰন্তা।

ৰন্তা : কিবা ভুল কৰিছোঁ? তুমিয়েইতো মোক গুপ্তচৰৰ কাম কৰিবলৈ শিকাইছিলা।

মনবৰ : কিন্তু মইতো অবিশ্বাস কৰা নাছিলোঁ।

ৰন্তা : মই জানো কিবা বিশ্বাসঘাতকতা কৰিছোঁ?

মনবৰ : বিশ্বাসঘাতকতাৰ প্ৰায়চিত্ত কি জান ৰন্তা?

ৰন্তা : তুমিয়ে ভালদৰে জানি লোৱা।

মনবৰ : ৰন্তা?

ৰন্তা : দেশদ্ৰোহীৰ ষড়যন্ত্ৰৰ পৰা দেশক ৰক্ষা কৰিব বিচৰাটো বিশ্বাসঘাতকতাৰ কাম নহয় বুলিয়েই মই বিশ্বাস কৰোঁ।

মনবৰ : ৰন্তা!

ৰন্তা : তুমি যিমানেই চেষ্টা নচলোৱা দ্বিগজৰ বুকুত আজি প্ৰচণ্ড ঢৌৰ খলকনি উঠিছে। দ্বিগজৰ প্ৰবল সোঁতক তুমি কেতিয়াও ভেটা দি ৰাখিব নোৱাৰিবা। নিজৰ বিবেকক পুনৰবাৰ সুধি চোৱা-- সময় থাকোতে সংশোধন কৰি লবলৈ চেষ্টা কৰা। *(যাব খোজে)*

মনবৰ : ৰন্তা। ক'লৈ যাৱ?

ৰন্তা : গাঁৱৰ মানুহক জগাই তুলিবলৈ।

মনবৰ : কিহৰ বাবে?

ৰন্তা : মেললৈ যাবৰ বাবে।

মনবৰ : মেল?

ৰম্ভা : কিন্তু-- তুমি চাহাবৰ ফলীয়া হৈয়ো এতিয়ালৈকে গম নোপোৱাকৈ আছানে?

মনবৰ : তোৰ মস্তিষ্কৰ বিকৃতি ঘটিছে নহয়?

ৰম্ভা : তোমাৰ দৰে দেশদ্ৰোহীবোৰে নিজৰটোকে আগতে ঠিক কৰি ৰাখিবা। মই আহিলোঁ। *(প্ৰস্থান)*

মনবৰ : ৰম্ভা *(তীব্ৰ খঙেৰে চায়)* তই মোক যি দৰে অপমান কৰিছ তাৰ পতিশোধ মই লৈহে এৰিম।

শম্ভু কোচ : *(সোমাই আহে)* হয়তুন অ। "পতিশোধ' কিয় নলবা। পিছে কাৰ ওপৰতনো "পতিশোধ' ল অ মনবৰ।

মনবৰ : নাই-- মানে শম্ভু খুৰা-- সেই মানে ৰাইজৰ কথা কৈছোঁ। তেলৰ কামোৰ বেছি হৈছে। *(গছৰ মুঢ়াটো জোকাৰি দিয়ে, শম্ভু বহে)* পিচে তইনো কোন ফালে যাৱ?

শম্ভু : নাই অ'- সেই বৰুৱা দেউতাক বিচাৰি বিচাৰিয়ে তোৰ এইখিনি পালোঁহি। তাতে বাটতে এইখন কিবা পালোঁ। চা চোন চা কিনো লিখা আছে এই তুলা--পাতখনত। *(চিঠি উলিয়াই দিয়ে)*

মনবৰ : চাওঁ *(পঢ়ে)* এইবোৰ চব মিছা কথা শম্ভু খুৰা।

শম্ভু : মিছা কথা!

মনবৰ : এইবোৰ কথা ঘুণাক্ষৰেও বিশ্বাস নকৰিবি।

শম্ভু : কিনো লিখা আছে তাত?

মনবৰ : এইবোৰ সেই দুতিৰাম বামুণৰ কাণ্ড। তাৰ গাত 'উলি' নোহোৱা হৈছে।

শম্ভু : দুতিৰামৰ? দুতিৰামে আকৌ কি কৰিলে?

মনবৰ : কি কৰিব-- দুতিৰামে এইবোৰ চিঠি লিখি ৰাইজক বৰ সভালৈ মাতিছে।

শম্ভু : বৰসভা?

মনবৰ : অ বৰসভা। বৰসভা পাতি বোলে চাহাবক খেদিব। ৰাইজক খাজানা মাফ দিব, ঢাল নাই, তৰোৱাল নাই, নিধিৰাম চৰ্দাৰ ওলাইছে।

শম্ভু : হয়তুন অ'--পিচে ক'তনো কি হৈছে, কথাবোৰ ভাঙি-পাতি কচোন অ।

মনবৰ : কিটোনো ভাঙি-পাতি ক'বৰ আছে। দুতিৰামৰ চিঠি মতে বৰসভালৈ গৈ যদি জেলৰ ভাত খাব খুজিছ খা। মোৰ তাত আপত্তি কিহৰ।

শম্ভু : কিন্তু ঘনদেউ, বাগৰুহঁতে কোৱামতে- দুতিৰাম মানুহটো তেনে "পৰকিতি"ৰ নহয় অ'। ময়ো তাক বহুদিনৰ পৰাই ভালদৰেই জানো।

মনবৰ : দুতিৰাম দোমহুহঁতৰ তেল ফুটিছে শম্ভু খুৰা। বাঘৰ নেজেৰে কাণ খজুৱাবলৈ লোৱাৰ প্ৰতিফল পাবলৈ আৰু বেছি দিন নাই। সিহঁত মৰিব ওলাইছে, মৰক। কিন্তু বিনা কাৰণত কিয় ৰাইজখনক মাৰিবলৈ ওলাইছে, সেইটো চিন্তা কৰিহে মই তৰণি পোৱা নাই অ শম্ভু খুৰা।

শম্ভু : তইনো কি পাক লগা কথাবোৰ ক'বলৈ আৰম্ভ কৰিলি অ' মনবৰ। ইফালে তোৰ ৰম্ভা আৰু মালতী সেই "জীয়া' দুজনীয়ে "লিকিৰা বুঢ়া" সকলোকে মেললৈ যাব লাগে বুলি কৈ ফুৰিছে।

মনবৰ : তই পিছে কি ভাবিছ?

শম্ভু : তাকেইতো বৰুৱা দেউতাক সুধি--পুচি চাম বুলি এইখিনি পালোঁহি।



মনবৰ : ইয়াতনো আৰু কিটো সুধিব লগা আছে।

শম্ভু : ৰহচোন ঐ। কথাতে কয় বোলে সুধি--পুচি কৰিবি কাজ হাৰে জিকে নাই লাজ। বৰুৱা দেউতা এজন জনা--বুজা লোক। এই অঞ্চলৰ সকলো ৰাইজে এইজন পুৰুষক মানে। সেইজন পুৰুষ পৰাই আচল কথাৰ উমান লওঁ বুলিয়েই যেনিবা এইখিনি পালোঁহি--তাতনো তোৰ ক'ত কি মহাভাৰতখন অশুচি হৈ পৰিল।

মনবৰ : বুজিলোঁ, কিন্তু দুতিৰামৰ মগজুত এনেবোৰ কথা কোনে সুমুৱাই দিলে? *(বৰলিকিৰা আৰু লয়ন সোমাই আহে)*

বৰলিকিৰা : আমি।

মনবৰ : তহঁতে--

বৰলিকিৰা : অ আমি, আমি লিখিব দিছোঁ।

মনবৰ : তহঁতে লিখিব দিছ?

বৰলিকিৰা : আমি দিছোঁ। আমি লিখিব দিয়াতহে দুতিৰামে লিখিছে।

শম্ভু : বৰলিকিৰা।

মনবৰ : অ উৰহীৰ ওৰ তেনেহলে ক'ৰবাতহে- কোনোবাই ডিঙিত ফাঁচ দি মৰিব ওলাইছে মৰক। মই মোৰ মনৰ কথা কৈ দিলোঁ শম্ভু খুৰা। সিহঁতৰ বুদ্ধি শুনি কাম কৰিলে সিপুৰী পাবলৈ আৰু বেছি দিন নালাগিব। উস, এনে দয়ালু ৰজাৰ শাসনো ইহঁতে মানিব নোখোজে।

লয়ন : মনবৰ তই মুখ নেমেলিবি। তোক চিনিবৰ আৰু বাকী নাই। আজি হাতে লোটে প্ৰমাণ পালোঁৱেই নহয়।

মনবৰ : লোকক ভেজা দি কথা নকবি লয়ন।

বৰলিকিৰা : কিয় নক'ব অ' কিয় নক'ব?

শম্ভু : ৰহচোন ৰহ।

লয়ন : শিলেইকুচিয়া বুঢ়াই দিয়া শিকনি পাহৰিলি হ'ব পায়।

মনবৰ : মই তহঁতক চাই লম।

বৰলিকিৰা : *(মাৰিবলৈ খেদি যায়)*

লয়ন : কি চাবি অ' কি চাবি। *(শম্ভু মাজত সোমাই পৰে)*

শম্ভু : ৰহচোন ৰহ। ধীৰে-সুস্থিৰে কি ক'ব লগা আছে ক?

মনবৰ : ইহঁতৰ তেল ফুটিছে শম্ভু খুৰা। মই যদি মনবৰ হওঁ ইহঁতক শিক্ষা এপালি দিহে এৰিম। *(কৈ কৈ যায়, লয়নে মাৰিবলৈ খেদি যায়। যোৱা চাই থাকি পুনৰ উভতিবা)*

শম্ভু : ঐ ৰহচোন ৰহ।

লয়ন : এইবোৰ মানুহক কোনোদিনে প্ৰশ্ৰয় নিদিবা শম্ভু খুৰা। ইহঁতৰ বাবেইতো ৰাইজৰ আজি এই দুৰ্দশা।

শম্ভু : ৰহচোন ঐ ৰহ। ইমান উতলা নহবিচোন। কথাবোৰ কিবা আউল লাগি গৈছে। অ' লয়ন, মনবৰে কোৱা কথাবোৰ তাৰমানে মিছা?

বৰলি : তাৰ কথা ঘুৰ্ণাক্ষৰেও বিশ্বাস নকৰিবা খুৰা।

লয়ন : তাক ভালদৰে চিনি ৰাখিবা খুৰা।

শম্ভু : তেনেহ'লে দুতিৰামৰ চিঠিৰ কথাই সঁচা।

বৰলি : দুতিৰামৰ চিঠিৰ কথাই ৰাইজৰ কথা। ৰাইজৰ মেলৰ সিদ্ধান্ত। সেই সিদ্ধান্ত মানিবই লাগিব। নহ'লে চাহাবে আমাৰ সকলো লুটি-পুটি লৈ যাব।

শম্ভু : হয় তুন অ। দুতিৰাম তেনে “পৰকিতিৰ' লোক নহয় বুলি মই তাক বাৰে বাৰে কওঁ সিহে নপতিয়ায়। লয়ন, অ বৰলিকিৰা তহঁতে পিচে মোক আজি বৰ উধাৰ কৰিলি। মইতো মনবৰৰ কথা শুনি একেবাৰে “দোধৰ--মোধৰ” অৱস্থাত পৰি আছিলোঁ। মই পিচে যাওঁ। আজি আকৌ দিপিলাৰ ভগীৰামৰ ঘৰত ৰং পূজা আছে।

বৰলিকিৰা : ৰং পূজা?

শম্ভু : কিবা বোলেনে সেই ওজাপালিয়ো আছে।

দুয়ো : ওজাপালি-। *(লগে লগে সুকনান্নি ওজাপালিৰ পদ ভাঁহি আহে। তিনিওজনে থৰ লাগি শুনে। পদ শেষ হোৱাৰ লগে লগে শম্ভুৱে কয়।)*

শম্ভু : মই এতিয়া যাওঁ। *(যায়)*

লয়ন : মেললৈ কিন্তু আহিবা খুৰা।

শম্ভু : *(ঘূৰি)* আহিম ঐ ৰাইজৰ মেললৈ নহাকৈ থাকিব পাৰোঁনে, আহিম দে *(কৈ কৈ যায়)*

লয়ন : *(দূৰৈত কাটা সেখক দেখি)* সৌটো কাটা সেখ নহয়নে?

বৰলিকিৰা : *(চায়)* হয় যেন লাগিছে। সেইফালে ক'লৈ বা পোনাইছে। মাত চোন মাত।

লয়ন : ঐ কাটা ভাই কাটা ভাই-- অ এই ফালে শুনা, শুনি যোৱা।

বৰলি : আহিছেনে?

লয়ন : আহিছে।

কাটা : এ তহঁত হে।

বৰলি : সেইফালে কলৈনো পোনাইছিলা।

কাটা : শুনা নাই জানো? চাহাব হেনো আহিব। ভাঠিৰায় গাঁওবুঢ়াই খবৰ দিছে। চাহাবে বোলে ৰাইজকো লগ কৰিব। তহঁতক পালোঁ, ভালেই হ'ল। এইবাৰ কিন্তু কিবা এটা ফয়চলা কৰিবই লাগিব। ব'ল ব'ল এতিয়া।

বৰুৱা : *(প্ৰৱেশ কৰি)* ক'লৈ যাব?

কাটা : বানেইকুছি গাঁৱলৈ।

দোমহু : *(বিপৰীত দিশৰ পৰা প্ৰৱেশ কৰি)* বানেইকুছিলৈ মানুহ পঠোৱাৰ আৱশ্যক নাই।

বৰুৱা : কিয়?

দোমহু : সেই অঞ্চলৰ দায়িত্ব ৰম্ভাই নিজেই লৈছে।

বৰুৱা : ৰম্ভাই?

দোমহু : তাই সেই অঞ্চলৰ ৰাইজক সজাগ কৰি আহিবৰ দুদিনেই হ'ল।

বৰুৱা : কেনেকৈ জানিলা?

দোমহু : ভগীৰামৰ ঘৰত লগ পাই আহিছোঁ। ইয়ালৈকো মাতি আহিছোঁ।

বৰুৱা : তাই চাহাবৰ তালৈ নগ'ল নেকি?

দোমহু : নগ'ল।



বৰলি : ক'ত তাই চাহাবৰ ওচৰলৈ যাব দেউতা?

লয়ন : তাইতো দিন ৰাতি নোহোৱাকৈ ৰাইজৰ কামতেই ঘূৰি আছে।

বৰুৱা : তাই আৰু কিবা ইঙ্গিত দিছে নেকি দোমহু?

দোমহু : তাই মনবৰক ভালদৰেই শলঠেকত পেলাইছে। তাইৰ পৰা এইটোও জানিব পাৰিলোঁ মনবৰক হেনো চাহাবেও ভাল দৃষ্টিৰে লোৱা নাই।

বৰুৱা : তাইতো যোৱাৰ কথা আছিল।

দোমহু : মনবৰৰ পেটৰ কথাবোৰ উলিয়াবলৈহে তাই মাথোঁ অভিনয় কৰিছিল। যেতিয়া তাই ভালদৰেই সকলোবোৰ কথাৰ উমান পালে, তাই বুজিলে যে চাহাবক হাত কৰি লোৱা মনবৰৰ সকলো প্ৰচেষ্টা ব্যৰ্থ হৈছে-- তেতিয়া তাই অলপো পলম নকৰি মনবৰৰ সৈতে থকা সকলো সম্পৰ্ক ছেদ কৰি পেলালে। মুক্তভাৱে ৰাইজৰ দাবীৰ প্ৰতি সঁহাৰি জনাই ৰাইজৰ হকে কাম কৰিবলৈ আগবাঢ়ি আহিল।

বৰুৱা : তাই যে বুদ্ধিমতী- সেই কথা মই ঠিকেই অনুমান কৰিছিলোঁ।

দোমহু : মই মিছাতে তাইক অতদিনে সন্দেহ কৰি আহিছিলোঁ।

লয়ন : তাই সঁচাকৈয়ে বৰ গোঁসানী ছোৱালী দেউতা।

বৰলিকিৰা : গোঁসানী বুলিহে কৈছানে? মুখো তাইৰ কম নচলে দেউতা! আখৈ ফুটাদি ফুটে। এনে জীয়া দুজনীমান ওলাই আহিলে আমাৰ কোনো চিন্তা নাই দেউতা।

দোমহু : তহঁতক দিয়া দায়িত্ববোৰ পালন কৰিলি নে নাই।

লয়ন : দুখনমান গাঁৱলৈ মাথোঁ যাব বাকী আছে।

দোমহু : কেতিয়াকৈ যাবি?

কাটা : যাবলৈকেতো আহিছোঁ।

বৰলিকিৰা : তোমালোকলৈ বাট চাওঁতেহে পলম হ'ল।

বৰুৱা : মানুহবোৰ পিচে মেললৈ আহিবতো?

লয়ন : কিয় নাহিব দেউতা।

বৰুৱা : কিন্তু মনত ৰাখিবি। আমি এক মহাসমুদ্ৰৰ মাজত এনাও যাত্ৰীৰে সৈতে যাত্ৰা আৰম্ভ কৰিছোঁ। যি কোনো মুহূৰ্ততে ধুমুহা আহিব পাৰে। সেই ধুমুহাই নাও বুৰাই পেলাব পাৰে। সেই ধুমুহাক ভয় কৰি আমি আমাৰ যাত্ৰাৰ সময় পিচুৱাই দিব নোৱাৰোঁ। যাত্ৰা কৰিবই লাগিব। বুৰি যোৱা নাৱঁৰ কিছু যাত্ৰী মহা সমুদ্ৰৰ সোঁতত উটি নোহোৱা হ'লেও জীয়াই থকাসকলে সাঁতুৰি--নাদুৰি হ'লেও পাৰ পাবই লাগিব। জয় যাত্ৰা অব্যাহত ৰাখিবই লাগিব। পাৰিবা? পাৰিবা সেই জয় যাত্ৰা অব্যাহত ৰাখিব পাৰিবা?

বৰলি : কিয় নোৱাৰিম, দেউতা।

লয়ন :

কাটা : পাৰিবই লাগিব।

ৰম্ভা : *(প্ৰৱেশ কৰি)* পাৰিবই লাগিব। সেই জয় যাত্ৰা অব্যাহত ৰাখিবই লাগিব। নহ'লে মহাসমুদ্ৰত ডুবি নিঃশেষ হৈ যোৱাসকলৰ আত্মাই কোনো দিনে শান্তি নাপাব।

বৰুৱা : মূলাগাভৰুৰ বেশত যেতিয়া ৰম্ভাৰ দৰে নাৰী সেনানী পাইছোঁ ৰাইজ বাৰুকৈয়ে জাগিছে।

আমাৰ জয়যাত্ৰাৰ শুভ সময় সমাগত। দৰঙৰ শোষিত, নিৰ্যাতিত ৰাইজে ৰজাৰ বিৰুদ্ধে, অত্যাচাৰৰ বিৰুদ্ধে নখ জোকাৰিছে, প্ৰবল বেগেৰে নৈ বৈ গৈছে। জাগি উঠা-- ৰাইজক জগাই তোলা। বৰলিকিৰা, লয়ন, কাটা ভাই, দোমহু শুভদিনৰ সেই শুভক্ষণ নিচেই ওচৰত। আমি আৰু অকণো সময় অবাবত কটাব নোৱাৰোঁ। যাৰ ভাগত যি দায়িত্ব পৰিছে ঠিকমতে পালন কৰি যোৱা। নিজে জাগি উঠা-- ৰাইজক জগাই তোলা।

ৰম্ভা : আলুৰে-পুলিয়ে উটুৱাই দিবই লাগিব, নহ'লে আমাৰ অস্তিত্ব নাথাকিব, আমাৰ সেই আপুৰুগীয়া কলা-সংস্কৃতি হেৰাই যাব। হোজা কৃষকসকলে বুকুৰ তেজ পানী কৰি দুবেলা দুমুঠি পেট পূৰাই খাবলৈ যি আশাৰে বাট চাই আছে হিন্দু-মুছলমানৰ মিলিত শকতিৰে দৰঙী কলা-সংস্কৃতিক বিশ্বৰ দৰবাৰত স্থান দিবলৈ যি প্ৰস্তুতি চলোৱা হৈছে, সেই সকলোবোৰ পাশ্চাত্যৰ সংস্কৃতিয়ে গ্ৰাস কৰিব আৰু আমি আপোন বাপতি সাহোন হেৰুৱাই পাবত গজা জাতি বুলি ভাবী কালত চিনাকি দিব লাগিব। পাৰিবই লাগিব। সকলো ষড়যন্ত্ৰ ব্যৰ্থ কৰিব পাৰিবই লাগিব। শোষণকাৰীক ওফৰাই মাতৃভূমিক মুক্ত কৰিব পাৰিবই লাগিব।

*(আঁৰকাপোৰ পৰে।)*

## চতুৰ্থ দৃশ্য

*মুকলি পথাৰ, ৰাইজৰ মেল। এজোপা গছৰ তলত চাহাবৰ বাবে চকী মেজ পৰা থকে। চাৰিওফালে ৰাইজ। মেলত বৰুৱাই বক্তৃতা দি থকাৰ ভঙ্গীত মঞ্চ পোহৰ হয়।*

বৰুৱা : আমি পাৰিবই লাগিব। আমি আমাৰ দাবী উত্থাপন কৰিবই লাগিব। দেশ হিতৈষী অগণন প্ৰজাৰ পদাৰ্পণে পথৰুঘাটৰ মুকলি পথাৰ ধন্য কৰিলে। কৃষিভূমি তীৰ্থভূমিলৈ ৰূপান্তৰিত হ'ল। ৰাইজ!! সমন্বয় আৰু সংহতিৰে বান্ধ খাই থকা কৃষক ৰাইজৰ এনে ঐক্যবদ্ধ প্ৰচেষ্টাৰে যুঁজিলে আমি অচিৰে স্বাধীনতা লাভ কৰিব পাৰিম। তাৰ বাবে লাগিব সাহস, ত্যাগ আৰু নিঃস্বাৰ্থ দেশপ্ৰেম। আমি আমাৰ দাবী উত্থাপন কৰিম। যদি ৰাজী হয় ভালৰেই কথা। নহ'লে? নহ'লে কি কৰিব ৰাইজ?

কাটা : মোৰ মতে হ'লে আৰু এনেদৰে বহি থকাটো উচিত নহ'ব। কিবা এটা খাটাং সিদ্ধান্ত কৰিবই লাগিব। নে কি কৱ শম্ভু ?

শম্ভু : হয়তুন অ'--কাটাৰ মতেই মোৰো মত।

দোমহু : মোৰো একেই মত। আমাৰ দাবী নমনা পৰ্যন্ত সিহঁতক এৰি দিব নালাগে।

ৰাইজ : হয় ঠিক কথা, এৰি দিব নালাগে।

বৰুৱা : ৰাইজ। অধৈৰ্য হ'লে কোনো কামেই সিদ্ধি নহ'ব। শান্তি সংযমৰ মাজেদিহে আমি আমাৰ যুদ্ধ বেহু ৰচনা কৰিব লাগিব।

কাটা : শান্তি শান্তি বুলি আমি আৰু কিমানদিন বাট চাম? আপোনালোকে বিবেচনা কৰি চাওক ৰাইজ। দহ বছৰে, দহ বছৰে মাটি পিয়ল কৰিব লৈ চাহাবে আমাৰ কি ঘোৰ অন্যায় কৰি আহিছে।



বৰলি : হয় ৰাইজ। আমিতো আগতে বছৰকেৰ মূৰত নাঙলে প্ৰতি তিনি টকাকৈ নাঙল কৰহে দি আহিছিলোঁ নহয়নে দোমহু?

দোমহু : হয়। চাহাবে সেই প্ৰথা ৰদ কৰিলে। নতুন নিয়ম প্ৰৱৰ্তন কৰিলে। আপোনালোকে দেখিছেই ৰাইজ, নতুন নিয়মত ৰূপিত মাটিৰ পুৰাত এক টকা হিচাপত খাজানা নিৰূপণ কৰিলে। খেলৰ প্ৰথামতে দৰঙ্গৰ পৰা খাজানা বাবদ যি দুকুৰি দুই হাজাৰ টকা আদায় কৰিছিল-- পিছৰ দহ বছৰত সেই টকা ডেৰ লাখলৈ বৃদ্ধি পালে। তাতো জানো ক্ষান্ত থাকিল ৰাইজ-- নাথাকিল। পিচৰ পিয়লত সেই একে মাটিতে কেইবা লাখো টকা খাজানাৰ বাবদ চাহাবে সৰকালে ৰাইজ।

কাটা : শুনিলে ৰাইজ-- শুনিলে! ইয়াৰ পিচতো আমি কি ধৈৰ্য ধৰি বহি থাকিব পাৰোঁনে?

শম্ভু : হয়তুন অ অ' -কেনেকৈ পাৰিম?

ৰাইজ : নোৱাৰোঁ, নোৱাৰোঁ।

বৰুৱা : ধৈৰ্য ধৰক ৰাইজ। এতিয়াও উতলা হ'বৰ সময় হোৱা নাই।

কাটা : মোৰ মতে হলে ৰাইজ, আগৰবাৰ বিদ্ৰোহতে আমি ভুল কৰি পেলালোঁ। মই বাৰে বাৰে ডাক বঙলাত জুই দি চাহাবৰ কণ-কঠিয়া মাৰিব খোজোঁ। কিন্তু ভাঠিৰাইহঁতে মোক বাধা দি ৰাখে। বিহ গছৰ পুলি তেতিয়াই উভালি পেলালে আজি কি আমাৰ এনে অৱস্থা হয় নে?

বৰলিকিৰা : কাটাৰ কথাটো হওঁতে হয়। এজন দুজন চাহাবক পুৰি মাৰিলোঁৱেই যেনিবা তাৰ পৰা জানো সমস্যা সমাধান হ'ব?

মনবৰ : মোৰ মতে হ'লে ৰাইজ! বৃটিছে যি কৰিছে আমাৰ ভালৰ বাবেই কৰিছে। খাজানাৰ বাবদ আদায় হোৱা টকাটো আমাৰ কামতেই খৰচ কৰিছে। আমি কৰ-কাটল শোধাই সুখে--শান্তিৰে কটাব লাগে। চাহাবৰ বন্দুক-বাৰুদৰ বিৰুদ্ধে যুঁজ কৰি আমি তিষ্ঠিমেই বা কেনেকৈ?

বৰলিকিৰা : সেইটো কেনেকৈ হ'ব? কেতিয়াও হ'ব নোৱাৰে। আমি চাহাবৰ বিপক্ষে যুঁজ কৰিমেই। অচিন-পাতকীটোৰ কথামতে আমি কিবা হাত সাবটি বহি থাকিম নে?

কাটা : মনবৰক ইয়াৰ পৰা বাহিৰ কৰি দিব লাগে ৰাইজ। ই চাহাবৰ গোলাম-- গুপ্তচৰ। চাহাবৰ ভৰি চেলেকি ফুৰা এই গোলামক আগেয়ে শেষ কৰিব লাগে।

লয়ন : ধৰ্ম পাণ্ডাৰ ঘৰত ইয়াক হাতে-লোটে ধৰাৰ প্ৰমাণ মোৰ হাতত আছে ৰাইজ।

শম্ভু : মনবৰে মোকো লম্ভিছিল ৰাইজ।

কাটা : ইয়াৰ বিচাৰখনকে আগতে শেষ কৰি শাস্তি বিহিব লাগে ৰাইজ।

ৰাইজ : হয় হয় বিচাৰ লাগে।

বৰুৱা : ৰাইজ! মনবৰৰ উচিত বিচাৰ কৰিবই লাগিব। দেশ--দ্ৰোহিতাৰ প্ৰায়শ্চিত্ত অকল মনবৰেই নহয়, যিকোনো দেশদ্ৰোহীয়ে এদিন নহয় এদিন ভোগ কৰিবই লাগিব। কিন্তু এতিয়া নহয়। ইয়াত আমি যি উদ্দেশ্যেৰে সমবেত হৈছোঁ সেই ফেৰা কামহে আগতে সমাধা কৰিব লাগিব। সৌৱা তহচিলদাৰ আহি আছে। চাহাবো আহি পাবৰ সময় হৈছে। আপোনালোক বহি পৰক ৰাইজ।

*(ৰাইজ বহি পৰে। গুণগুণনি। তহচিলদাৰ সোমাই আহি চাহাবৰ বাবে ৰখা চকী-মেজ পৰীক্ষা কৰে। মনবৰ তহচিলদাৰৰ কাষ চাপে।)*

তহচিলদাৰ : ৰাইজ। চাহাব আহিব ধৰিছে। খন্তেক পিচত আপোনালোকে আপোনালোকৰ আপত্তিসমূহ দৰ্শাব পাৰিব। কিন্তু ৰাইজ মোৰ এটি অনুৰোধ আপোনালোক যেন কোনো গুণে অধৈৰ্য হৈ নপৰে। শান্তি, সংযম ৰক্ষা কৰি কিবা এক সিদ্ধান্তত যেন উপনীত হয়। চাহাব এইবাৰ সম্পূৰ্ণৰূপে প্ৰস্তুত হৈ আহিছে। লগত লৈ আহিছে-- বন্দুক-বাৰুদসহ সুসজ্জিত অশ্বাৰোহী বাহিনী। পথৰুঘাটত অতীতত ঘটি যোৱা ঘটনাৰ পুনৰাবৃত্তি ঘটিলে এক বিপদজনক পৰিস্থিতি বিৰাজ কৰিব পাৰে। মোৰ মিনতি-- ৰাইজ আপোনালোকে যেন কোনো পধ্যে উত্তেজিত হৈ নপৰে। চাহাবক আক্ৰমণ কৰিবলৈ উদ্যত নহ'ব ৰাইজ। সৌৱা চাহাবৰ ঘোঁৰা এইফালে আহিব ধৰিছে। *(ঘোঁৰাৰ শব্দ। পুলিচ চাহাব বেৰিংটনৰ প্ৰৱেশ)*

বেৰিংটন : Well তহচিলদাৰ চব ঠিক আছেতো?

তহচিলদাৰ : সকলো ঠিকেই আছে। ৰাইজো যথেষ্ট গোট খাইছে।

*(বেৰিংটনে চকী,মেজ পৰীক্ষা কৰে। পুনৰ ঘোঁৰাৰ শব্দ। এণ্ডাৰচন আৰু ৰেমচন সোমাই আহে।)*

এণ্ডাৰচন : What a huge gathering. I could not imagine that such gathering are there.

ৰেমচন : Yes sir, It appears that the entire people of the sub-division have come out.

এণ্ডাৰচন : Now Let Tahsilder be asked to start the meeting.

ৰেমচন : তহচিলদাৰ সভাৰ কাম চুৰু কৰিব লাগে।

তহচিলদাৰ : ৰাইজ! মহামান্য দৰং জিলাৰ জিলাধিপতি জে. ডি. এণ্ডাৰচন চাহাব, মঙ্গলদৈৰ মহকুমাধিপতি ৰেমচন চাহাব পথৰুঘাটলৈ আহিছে ৰাইজৰ অভাৱ--অভিযোগৰ বুজ লবলৈ, ৰাইজৰ ওজৰ আপত্তিৰ কথা শুনিবলৈ। আপোনালোকৰ কিবা ক'বলগীয়া থাকিলে চাহাবৰ আগত ক'ব লাগে।

বৰুৱা : মহামান্য কমিচনাৰ চাহাব। আপুনি নিজে আহি পথৰুঘাটৰ কৃষক প্ৰজাৰ অভাৱ-অভিযোগ সম্পৰ্কে বুজ ল'ব বিচৰাত আমি নথৈ সুখী হৈছোঁ। একালৰ স্বাধীনচিতীয়া এই প্ৰজাৰ ওপৰত আপোনালোকে যি শাসন-শোষণ চলাবলৈ আৰম্ভ কৰিছে সেই ব্যৱস্থাই সৰলচিতীয়া প্ৰজাক জুৰুলা কৰি তুলিছে। কৃষক প্ৰজাৰ অন্তৰত উমি উমি জ্বলি থকা ক্ষোভে প্ৰজাক বিদ্ৰোহৰ মুখলৈ ঠেলি পঠিয়াইছে। শোষণৰ আহিলা স্বৰূপে যি হাৰত মাটিৰ খাজানা বৃদ্ধি কৰিছে সেই ব্যৱস্থাক কৃষক প্ৰজাই কোনোপধ্যে মানি ল'ব পৰা নাই-- মানি ল'ব নোৱাৰে।

এণ্ডাৰচন : What does he say ?

ৰেমচন : The same thing he repeats. He says that the people are not at all agree to pay the land Revenue at the increasing rate.

এণ্ডাৰচন : Intimate them that we are not the authority to diminish the rate.



ৰেমচন : ৰাইজ! খাজানা Remission I mean কম দিবৰ নিমিত্তে কমিচনাৰ চাহাবৰ Power I mean অধিকাৰ নাই আছে।

কাটা : তেনেহ'লে কাৰ অধিকাৰ আছে চাহাব?

ৰেমচন : Her Majesty, Queen of Great Britain I mean মহামান্য মহাৰাণীৰ অধিকাৰ আছে। হেই Order হামিলোক Cancel কৰিব নাই পাৰিবে।

কাটা : তেনেহ'লে তোমালোক ইয়াত কি কাৰণে আছা চাহাব?

বৰলিকিৰা : কাটা তই বহচোন বহ।

কাটা : কিয় বহিম? খাজানা আদায় কৰিব পৰা ক্ষমতা থাকিলে কমোৱাৰ ক্ষমতাও থাকিব লাগিব। চাহাব! তোমালোকে তোমালোকৰ মহাৰাণীক কৈ দিবা পথৰুঘাটৰ কৃষকে মহাৰাণীৰ গোলামৰ হাতত খাজানা নিদিয়ে।

এণ্ডাৰচন : গুলাম! What does he mean ?

ৰেমচন : Slave Sir, He call us slaves of the British Queen.

বৰুৱা : ঠিকেই কৈছে চাহাব। সাত সাগৰ তেৰ নদী পাৰ হৈ তোমালোকে ইয়ালৈ যি উদ্দেশ্যেৰে আহিছিলা তাক আৰু বুজিবলৈ বাকী নাই। মানক খেদিবলৈহে তোমালোক অসমলৈ আহিছিলা-- সেই কথা কিয় পাহৰিলা? ইয়াণ্ডাবু সন্ধি পত্ৰত যি লিখা আছিল তাক কিয় গাপ দি ৰাখিলা চাহাব? গোজেই গছ ৰূপ ধাৰণ কৰি সেই বটবৃক্ষৰ ছায়াৰে যুগ যুগ ধৰি স্বাধীনতা প্ৰিয় জাতি এটাক এন্ধাৰ কৰি ৰাখিবলৈ চেষ্টা নকৰিবা। তেনে বটবৃক্ষৰ বতাহে আমাৰ অন্তৰ শীতল কৰিব নোৱাৰে চাহাব। এতিয়াও কৈছোঁ তোমলোকে যদি নিজৰ মঙ্গল কামনা কৰা তেন্তে ভালে ভালে এই দেশ ত্যাগ কৰা।

এণ্ডাৰচন : Oh! You Stop. We cannot tolerate such an insult to the British Queen, to the British Empire and to the British ruler. It is our firm and final decision that we must collect Land Revenue by hook or crooks. If the people desire to surrender and submit humble petition for reducing the rate, we may forward the matter, to the British Queen for consideration.

ৰেমচন : কমিচনাৰ চাহাব এক কথা বলিছে। বৃটিছৰ ওচৰত Surrender I mean হেও মানিলে, খাজানা ৰেহাই নিমিত্তে প্ৰাৰ্থনা জনালে চাহাব বিবেচনা কৰি চাব পাৰে।

কাটা : শুনা চাহাব-- তোমালোকৰ ৰঙা চকুলৈ ভয় কৰি পথৰুঘাটৰ প্ৰজা কোনো দিনে জীয়াই থাকিব নিবিচাৰে।

দোমহু : হয় চাহাব। তোমালোকে তোমালোকৰ মহাৰাণীৰ ভৰি চেলেকি থাকাগৈ। দৰঙৰ প্ৰজাই কাৰো ওচৰত সেও নামানে।

লয়ন : আমাৰ এক কথা, বৰ্দ্ধিত হাৰত খাজানা আমি কোনো পধ্যে নিদিওঁ।

মনবৰ : চাহাবেনো কি বেয়া কথা ক'লে?

বৰলিকিৰা : তই মনে মনে থাক। তই চাহাবৰ ভৰি চেলেকিলি বুলি আমিও ভৰি চেলেকিমনে?

দোমহু : ৰাইজ এয়া আমাৰ প্ৰধান দাবী। চাহাবে আমাক সেও মানিবলৈ কৈ অপমান কৰিছে।

বৰলিকিৰা : ঠিক কথা। আমাক অপমান কৰিছে। আমি খাজানা নিদিওঁ বুলিছোঁ- নিদিওঁ।

ৰাইজ : নিদিওঁ, নিদিওঁ নিদিওঁ

তহচিলদাৰ : ৰাইজ উত্তেজিত নহ'ব।

এণ্ডাৰচন : The violent crowd be instructed to leave this place. I cannot agree to their proposal.

ৰেমচন : কমিচনাৰ চাহাব খাজানা ক্ষম দিব নাই পাৰিবে। ৰাইজ ভাগি যাব লাগে।

কাটা : কোনো মোকামিলা নোহোৱাকৈ আমি ইয়াৰ পৰা আঁতৰি নাযাওঁ চাহাব।

বৰলিকিৰা : এইখন আমাৰ দেশ। বুকুৰ তেজ পানী কৰি যি শস্য উৎপন্ন কৰিছোঁ, তাৰ ভাগ বিচাৰি চলোৱা তোমালোকৰ প্ৰচেষ্টা কোনো দিনে পূৰ্ণ নহ'ব চাহাব।

বৰুৱা : বগা ভাত দেখি তোমালোকে যি ঔপনিবেশিক শাসন--শোষণ আৰম্ভ কৰিছা, সেই শাসনৰ বাঘজৰি ছিঙি পেলাবলৈ আমি সঙ্কল্পবদ্ধ চাহাব। আমাৰ শেষ কথা তোমালোকে যদি নিজৰ মঙ্গল কামনা কৰা, নিজৰ সন্মান অক্ষুণ্ণ ৰাখি এই ঠাই ত্যাগ কৰা।

ৰেমচন : You shut up. ৰাইজ এই ঠাই এৰি যাব লাগে।

লয়ন : কিয় এৰি যাব লাগে চাহাব?

ৰাইজ : নাযাওঁ।

ৰেমচন : নাই যাবে?

ৰাইজ : নাযাওঁ।

দোমহু : তোমালোকক খেদি পঠিয়াইহে যাম চাহাব।

এণ্ডাৰচন : Barrington.

বেৰিংটন : Yes Sir.

এণ্ডাৰচন : Be alert to push back the rebels.
*(বেৰিংটনৰ নিৰ্দেশত চিপাহী সাজু হ'ল।)*

তহচিলদাৰ : ৰাইজ এই ঠাই ত্যাগ কৰক। নহলে সমগ্ৰ চিপাহী আপোনালোকৰ ওপৰত জঁপিয়াই পৰিব।

কাটা : ৰাইজ পিছ নুহুহিকিব।

দোমহু : স্বাধীনতাকামী ৰাইজক বন্দুকৰ গুলীয়ে সেও মনাব নোৱাৰে ৰাইজ।

ৰাইজ : কেতিয়াও নোৱাৰে।

বৰলিকিৰা : ৰাইজৰ কথা-

ৰাইজ : মানিবই লাগিব।

লয়ন : বৰ্ধিত মাটিৰ খাজানা

ৰাইজ : আমি নিদিওঁ।

বৰলিকিৰা : বৃটিছে এই ভূমি

ৰাইজ : ত্যাগ কৰক।
*(ৰাইজ হৰিবোল, আল্লা হু আকবৰ ধ্বনি দি চাহাবৰ পিনে অগ্ৰসৰ হয়। এণ্ডাৰচনে কি কৰিম, কি নকৰিম মূৰ্তি ধৰে। ৰেমচনে ফাইল উলিয়াই দিয়ে। এণ্ডাৰচনে চহী কৰি আঁতৰি যায়। ৰেমচনে ৰঙা Flag দেখুৱাই ৰাইজক আঁতৰি যাব কয়।)*

ৰেমচন : ৰাইজ ভাগি যাব লাগে।

ৰাইজ : নাযাওঁ



ৰেমচন : যাব লাগে।

ৰাইজ : নাযাওঁ বুলিছোঁ নাযাওঁ।
*(পুনৰ জয়ধ্বনি)*

ৰেমচন : Fire
*(লগে লগে গুলীৰ শব্দ। মঞ্চত চিকিমিকি পোহৰ। ৰাইজৰ আৰ্তনাদ। চিঞৰ-বাখৰ, দৌৰা-দৌৰি গুলীৰ শব্দৰ মাজতে শুনা যাব।)*

দোমহু : ৰাইজ মাটিৰ দলি চপৰাকে হাতত লওক।

লয়ন : গুলী খোৱা মানুহখিনিক তুলি লওক।

কাটা : কুঁহিয়াৰৰ খৰিকে বিচাৰি লওক ৰাইজ।
*(গুলীৰ শব্দ চলি থাকে। এটা মুহূৰ্তত কাটা সেখৰ বুকুত গুলী লাগি ঢলি পৰে। এটা চুকত বৰুৱাৰ ভৰিত গুলী লগা অৱস্থাত দেখা যায়। মঞ্চ পোহৰ হয়।)*

কাটা : *(পৰি থকা অৱস্থাত)* আস্-উহ্।

বৰুৱা : *(তেজেৰে ৰাঙলি হোৱা ভৰিখন ধৰি)* কাটা, কাটা ভাই।

কাটা : আস্-- বৰুৱা দেউতা মোৰ বুকুত গুলী লাগিছে। আস মই আৰু নাবাচিম!

বৰুৱা : কাটা ভাই তই -- তয়ো এৰি গলি।

কাটা : দুখ নকৰিব দেউতা। মই মৰিলেও কোনো ক্ষতি নাই। আস- কিন্তু আপুনি জীয়াই থাকিবই লাগিব দেউতা। বগা চাহাবক খেদি পঠিয়াবই লাগিব। ৰাইজ। মই আহিলোঁ-- । তোমালোক হতি নাযাবা। সাত-শতৰুক খেদিহে এৰিবা। আস-- মোৰ কলিজাৰ কেঁচা তেজৰ দাগ চিৰকাল ধৰি পথৰুঘাটৰ মাটিত থাকি যাব। বিদেশী বগা বণিকক খেদি নপঠোৱালৈকে সেই তেজৰ দাগ ম্লচ নেযাব। আস্ ধন্য পথৰুঘাট -- ধন্য পথৰুঘাটৰ কৃ-য-ক, ৰা-ই-জ, আ-ল্লা-আল্লা-
*(মৃত্যু)*

বৰুৱা : (চিঞৰি) কা-টা-।
*(থৰ হৈ কাটাৰ পিনে চাই থাকে)*

ৰম্ভা : *(দূৰৈত চিঞৰি চিঞৰি সোমাই আহে)*
বৰুৱা দেউতা--বৰুৱা দেউতা। *(কাটাক দেখি চক খাই উঠে। পুনৰ বৰুৱাক মাতে)*
বৰুৱা দেউতা-?

বৰুৱা : সিহঁত গুচি গ'ল ৰম্ভা। দোমহু, কাটা, সকলো গুছি গ'ল। কি নৃশংস হত্যাকাণ্ড। মোৰ বুকুলৈ অহা গুলীটো কাটা সেখে বুকুপাতি লৈ সি গুচি গ'ল ৰম্ভা। তেজ তেজ ৰম্ভা। সিহঁতৰ কলিজাৰ কেঁচাতেজে পথৰুঘাটৰ মুকলি পথাৰ ধুৱাই পেলালে।

ৰম্ভা : *(কান্দি)* বৰুৱা দেউতা।

বৰুৱা : ৰম্ভা সমুদ্ৰৰ মাজত ডুবি যোৱা নাওখনৰ এজনো যাত্ৰী বাচি নাথাকিল।

ৰম্ভা : বৰুৱা দেউতা।

বৰুৱা : নেকান্দিবি ৰম্ভা। মন দৃঢ় কৰ। প্ৰজা বিদ্ৰোহৰ লেলিহান শিখা জ্বলাই ৰাখ। আমি নোৱাৰিলেও আমাৰ নাতি - পুতিহঁতে এই নৃশংস হত্যাকাণ্ডৰ পোটক ল'বই লাগিব। হোজা নিৰস্ত্ৰ প্ৰজাৰ এই অহিংস সংগ্ৰামৰ এদিন জয় হ'বই লাগিব। তই পাৰিবি আই। তই পাৰিবি। তই নতুন পুৰুষ চামক জগাই তুলিব পাৰিবই লাগিব। যিদিনা জননী জন্মভূমি শোষণকাৰীৰ কবলৰ পৰা মুক্ত হ'ব, যিদিনা স্বাধীনতাৰ ধ্বজা উৰিব সেইদিনা সৰগৰ পৰা সেই আনন্দ উৎসৱ

চাই আমিও আনন্দ কৰিম। সেই দিনাহে মৃত শ্বহীদসকলৰ আত্মাই শান্তি পাব আই। তই পাৰিবই লাগিব। *(অস্থিৰ হৈ)* চা ৰন্তা বৃটিছৰ গোৰা পল্টনবোৰ কেনেকৈ লক লক কৰি জিভা মেলি মোৰ পিনে খেদি আহিছে। *(চিএঞৰি)* আহ গুলী কৰিবি? কৰ গুলী কৰ! বুকু পাতি দিছো গুলী কৰ! আহ্‌-।

*(লগে লগে গুলিৰ শব্দ। বৰুৱাৰ বুকুত গুলি লাগি 'আস' কৰি মাটিত পৰি যায়)*

ৰন্তা : *(চিএঞৰি)* বৰুৱা দেউতা

(কান্দি বৰুৱাৰ গাত পৰি যায়-- লাহে লাহে মূৰ দাঙি দৃঢ় হৈ। পাৰিবই লাগিব। নতুন পুৰুষচামক জগাই তুলিবই লাগিব।

*(মঞ্চ আন্ধাৰ। আন্ধাৰতে মঞ্চৰ দৃশ্য সজ্জা সলনি কৰি পূৰ্বৰ কবৰটোৰ সৈতে নতুন পুৰুষ আৰু দেওধনীক দেখা যায়।)*

দেওধনী : এয়ে ইতিহাস। ইমানৰ পিচতো বৃটিছ বাহিনী ক্ষান্ত নাথাকিল। গাঁৱত সোমাই লুটপাত আৰম্ভ কৰিলে। হিন্দুঘোপাকে ধৰি বিভিন্ন ঠাইলৈ অশ্বাৰোহী বাহিনী গৈ প্ৰজাৰ পৰা খাজানা আদায় কৰিলে। নতুন-পুৰুষ, এতিয়া তুমি তোমাৰ দায়িত্ব বহন কৰিব লাগিব। নহলে অহিংস সংগ্ৰামত ব্ৰতী হৈ সম্প্ৰীতিৰ মহামিলনৰ স্বাক্ষৰ বহন কৰি অহা এই কবৰটোৰ ভিতৰত থকা বীৰ শ্বহীদসকলৰ আত্মাই কোনো দিনেই শান্তি নেপাব। মাটিৰ গোন্ধ থকা ঐতিহাসিক কলা-সংস্কৃতিক দুষ্কৃতিয়ে মোহাৰি পেলাব।

নতুন পুৰুষ : মই সমগ্ৰ নতুন পুৰুষৰ হৈ কথা দিলোঁ। মই এই ঘটনাক আজিৰ বুৰঞ্জীৰ পাতত লিপিবদ্ধ কৰিম। ভাৰতৰ স্বাধীনতা আন্দোলনত জীৱন আহুতি দিয়া শ্বহীদ সকলৰ একে শাৰীতে আমাৰ গোমধৰ কোঁৱৰ, পিয়লি ফুকন, জীউৰাম দুলীয়া বৰুৱা আৰু এই পথৰুঘাটৰ ৰণৰ শ শ শ্বহীদক স্থান দিম, মান দিম, মৰ্যদা দিম। দুষ্কৃতিৰ গ্ৰাসৰ পৰা মাটিৰ গোন্ধ থকা আপুৰুগীয়া কলা-সংস্কৃতিক ৰক্ষা কৰিবলৈ মই বিপ্লৱৰ সূচনা কৰিম।

দেওধনী : ব'লা তেনেহ'লে মহান শ্বহীদ সকলৰ প্ৰতি শ্ৰদ্ধা তৰ্পণ কৰোঁ।

*(দুয়ো লাহে লাহে কবৰটোৰ পিনে খোজ লয়। মন্দিৰৰ শঙ্খ ঘণ্টা, আৰু মছজিদৰ আজান ভাহি আহে। লগে লগে লোক গীত সুৰীয়া গীতৰ কলি এফাকি ভাহি আহে।)*

*গীত ঃ*

*"সংহতিৰ মিলনভূমি দৰঙী সংস্কৃতি*
*ঐক্যবদ্ধ সংগ্ৰামেৰে বিনাশো দুষ্কৃতি*
*পথৰুঘাট সাক্ষী ৰ'ল*
*ক'ত শ্বহীদ অমৰ হ'ল*
*ধন্য ধন্য পুণ্য ভূমি-*
*তোমাৰেই সৃষ্টি-"*

*(দুয়ো কবৰৰ ওচৰলৈ গৈ শ্বহীদ তৰ্পণ কৰে। লাহে লাহে আঁৰকাপোৰ পৰে।)*

সমাপ্ত



# কল্যাণ খৰমান

## সপোনজ্যোতি ঠাকুৰ



চৰিত্ৰাৱলী

দুৰ্যোধন. অশ্বথামা.

## প্ৰস্তাৱনা দৃশ্য

*(খৰমানৰ ৰাগ তাল বাজি থাকে। লাহে লাহে শব্দৰ effect বিলাক in কৰে। ৰাতি। দ্বৈপায়ন হ্ৰদৰ কাষ। উৰু ভংগৰ পাচত দুৰ্যোধন পৰি আছে। লাহে লাহে মূৰ দাঙি কয়)*

দুৰ্যোধন ঃ মানুহৰ দুটা উৰু কিয়? কিয়- কিয়- কিয়-। এটা উৰুৰে মানুহে থিয় ি দ খোজ কাঢ়িব নোৱাৰে কিয়। কিয় নোৱাৰে যুদ্ধ কৰিব। আস-। উৰু উৰু উৰু। কত অহংকাৰৰ, কত অহংকাৰৰ জন্ম দিয়ে এই উৰুয়ে। এক যুগল সুস্থ উৰুয়েই জন্ম দিয়ে এই খোজকঢ়াৰ আকাংক্ষা। খোজ কাঢ়িবলৈ কিয় শিকে মানুহে? নাজানিলেহেঁন যদি ; মানুহে খোজ কাঢ়িব নেজানিলেহেঁতেন যদি। আঃ! কি আনন্দই নহ'লহেঁতেন! মানুহবিলাক বৃক্ষৰ দৰে স্থিৰ হৈ থাকিলহেঁতেন। ইজনে সিজনৰ প্ৰতি মাত্ৰ মিচিকিয়াই হাঁহিলেহেঁতেন, কথা ক'লেহেঁতেন বা চিঞৰি মাতিলেহেঁতেন দূৰৰ জনক। আঁঃ আঁঃ কি আনন্দই নহ'লহেঁতেন! কিন্তু নহ'ল মানুহৰ আনন্দ নহ'ল। কিয়নো জন্ম হৈয়ে মানুহে লাভ কৰিলে দুটা উৰু। সেই উৰুয়েই জন্ম দিলে খোজ কঢ়াৰ বাসনা। খোজকঢ়াই জন্ম দিলে অতিক্ৰমনৰ আকাংক্ষা। উৰু উৰু উৰু! উৰু তই অবিশ্বাসী প্ৰেমিকা। মন ভুলোৱা কথা কৈ প্ৰলুব্ধকৰ জীৱনক আৰু সেই জীৱনক আঁকোৱালি ল'ৰ খুজিলে তই অন্যৰ বুকুত সোমাই হাঁহ, খিলিখিল খিলখিল সুচতুৰা হাঁহি। উৰু, তই অবিশ্বাসী প্ৰেমিকা। কিয় তই প্ৰলুব্ধ কৰ জীৱনক। কিয় কাণে কাণে কৈ দিয় অতিক্ৰমনৰ গোপন মন্ত্ৰ। আস! বৰ কষ্ট, বৰ কষ্ট। প্ৰেমিকাক অবিশ্বাসী বুলি ঘোষণা কৰিব লগা হোৱাতকৈ দহটা দুপৰৰ সূৰ্য বুকুত ধাৰণ কৰিবলৈ সহজ। আৰু সেই সকলো সূৰ্য বুকুত ধাৰণ কৰি বুকু শিলাময় কঠিন কৰিছোঁ আৰু মই ঘোষণা কৰিছোঁ, উৰু তই অবিশ্বাসী প্ৰেমিকা। *(দুৰ্যোধন সামান্য ভাগৰি পৰে)*

*(খৰমানৰ সুৰ fed in হৈ দৃশ্যটো সামৰণি পেলায়)*

## ১ম দৃশ্য

*(পুনৰ দৃশ্য আৰম্ভ হয়। একে Set, একে পৰিৱেশ। দুৰ্যোধনে এইবাৰ এনেদৰে আৰম্ভ কৰে যেন সকলো নতুনকৈ আৰম্ভ হৈছে।)*

দুৰ্যোধন ঃ ভীম--। মৰমৰ ভীমসেন। জীৱনত প্ৰথমবাৰলৈ তোলৈ মোৰ মৰম উপজিছে। খুউব মৰম উপজিছে। এবাৰ সাৱটি ধৰিবলৈ ইচ্ছা হৈছে। লোহাৰ মুদ্গৰৰ দৰে কঠিন



আৰু কোনো পাত্ৰত উত্তাপ পাই ওফন্তি উঠা পানীৰ দৰে তোৰ বুকুত জীৱনত প্ৰথমবাৰৰ বাবে কাণ থৈ শুনিবলৈ মন গৈছে তোৰ সৰল হৃদস্পন্দন। ইমান সৰল তই ইমান সহজ। ইমান সহজে তোৰ হতুৱাই হিড়িম্বাৰ দৰে অচিনাকী এগৰাকীক বিবাহ কৰোৱাব পাৰি; তোৰ হতুৱাই বিষ-লাড়ু ভক্ষণ কৰোৱাব পাৰি। আৰু, আৰু গদাযুদ্ধৰ সকলো নীতি নিয়ম ভংগ কৰি কৃষ্ণৰ এটা সামান্য ইংগিতেৰেই ভংগ কৰোৱাব পাৰি দুৰ্যোধনৰ উৰু। ভূপতিত দুৰ্যোধনৰ মূৰত পদাঘাত কৰোৱাব পাৰি। কিমান সহজ তই। কিমান সহজ। গোটেই জীৱন তোৰ লগত শত্ৰুতা কৰিলোঁ। এক মুহূৰ্তও মই তোৰ প্ৰতি থকা শত্ৰুতা দমন কৰিব পৰা নাছিলোঁ, কিন্তু এটা মাত্ৰ গদাৰ আঘাতত তই মোৰ এটা উৰুৰ লগতে ভাঙি পেলালি জীৱনজোৰা শত্ৰুতা। খুউব প্ৰয়োজন আছিল, খুউব প্ৰয়োজন আছিল এই গদাৰ আঘাতটোৰ। হয়তো মোৰ অজানিতেই মই এই আঘাতটোৰ বাবেই গোটেই জীৱন অপেক্ষা কৰিছিলোঁ। উৰুভংগ দুৰ্যোধনক কুৰুক্ষেত্ৰ যুদ্ধথলিৰ আঁতৰৰ এই জলাশয়ৰ পাৰত ৰৈ বিধ্বস্ত মানুহৰ ইতিহাস পুনৰ পৰ্যবেক্ষণ কৰাৰ এই সুবিধা দিলি ভীমসেন। এই সুবিধা দিলি। খুউব প্ৰয়োজন আছিল। এটা উৰু ভংগ হোৱাৰ খুউব প্ৰয়োজন আছিল। জীৱনটোক এবাৰ তুলাচলনীত জোখমাখ কৰাৰ খুবেই প্ৰয়োজন আছিল। খুউব ভাগ্যৱান মই ভীমসেন। খুব ভাগ্যৱান। মই তোৰ দৰে শত্ৰু পাইছোঁ। যি শত্ৰুক মই অন্তিম সময়ত স্বীকাৰ কৰিবলৈ লৈছোঁ সুহৃদ বুলি। আঃ কি সুবিধায়েই নিদিলি তই ভীমসেন! কেইজন ভাগ্যৱানে লাভ কৰিছে এনে সুবিধা। এইয়া যেন এক জীৱনৰ শেষ--এন্য এক জীৱনৰ আৰম্ভ। উৰু ভংগৰ পাচত এয়া এক অন্য জীৱন। দ্বিতীয় জন্ম। দ্বিতীয় জন্মৰ আয়ুস হয়তো খুউব চুটি, তথাপি ভীম তোৰ প্ৰতি মোৰ কৃতজ্ঞতা তয়েই দিলি মোক এই দ্বিতীয় জন্ম। দ্বিতীয়বাৰ জন্ম লাভ কৰিব পৰাৰ অহংকাৰৰ সৌধ নিৰ্মাণ কৰিছ তই ভীমসেন।

*(শিয়ালৰ হোৱা)*

দুৰ্যোধন ঃ এজন মানুহক হত্যা কৰিলে তেওঁ হত্যাকাৰী। তেওঁক দিবলৈ শাস্তিৰ বিধান আছে। বিজন লোকে সহস্ৰাধিক মানুহক হত্যা কৰি পাহাৰ কৰি দিয়ে মানুহৰ শৰীৰৰ, তেওঁক কোৱা হয় বীৰ, মহাবীৰ। ৰথী-মহাৰথী। হে' শব্দৰ অৰ্থ নিৰ্ণায়ক মহাপ্ৰাজ্ঞসকল, বীৰ-মহাবীৰ, ৰথী-মহাৰথীৰ প্ৰকৃত পৰিভাষা এয়াই নহয় জানো। নহয় জানো তোমালোকৰ জ্ঞানেৰে নিৰ্মাণ কৰি উলিওৱা শব্দৰ বাচকবনিয়া মহিমা এয়া। আৰু বীৰ বুলি, ৰথী বুলি মহাৰথী বুলি তোমালোকেই যেতিয়া নাম দি সন্মান জনাবা তেতিয়াহে শব্দৰ অৰ্থ নিৰ্ণায়ক মহাপ্ৰাজ্ঞ সকল, সেই সন্মানৰ বাবে যদি কাৰোবাৰ হাবিয়াস হয় তেনে দোষ কাৰ? মই ৰথী হ'ব খোজা নাই। মহাৰথী হ'ব খোজা নাই, মই হ'ব খুজিছোঁ ৰজা। বহিব খুজিছোঁ পিতা অধিকৃত ৰাজসিংহাসনত। ওঠৰ অক্ষৌহিণী সৈনিকৰ মৃত্যুৰ কাৰণ হ'ব খোজা নাই মই, মৃতকৰ সংখ্যাক লৈ মোৰ কোনো হাবিয়াস নাই কিন্তু কিমানৰ যে এই হাবিয়াস, শ্ৰীকৃষ্ণ, শকুনি, ভীষ্ম, দ্ৰোণ, কৰ্ণ, অৰ্জুন, শল্য আৰু............আৰু হাঃ হাঃ হাঃ

কিমান ডাঙৰ সংখ্যা, কিমান ডাঙৰ সংখ্যা, ওঠৰ অক্ষৌহিণী। কিমানেই বা আনন্দ নহ'ব মৃতদেহৰ ইমান এক বিৰাট সংখ্যা নিজৰ নামৰ পাচত থকাতো সংখ্যাই শুদ্ধি কৰে হত্যাৰ দোষ। মই ৰজা হ'বলৈ বিচাৰিছিলোঁ। কিন্তু বাকীসকল ৰথী-মহাৰথীয়ে কিয় যুদ্ধ কৰিবলৈ আহিছিল? কেৱল মৃতদেহত নিজৰ নাম খোদিত কৰিবৰ বাবেই নহয় জানো!

*(ভাগৰুৱা হয়) (শিয়ালৰ হোৱা, এটা প্ৰথমে লাহে লাহে বহু শিয়ালৰ কাজিয়াৰ শব্দ। দুৰ্যোধনে সেইবিলাক শুনে।)*

দুৰ্যোধন : শিয়াল শিয়াল--শিয়াল--। ইমান শিয়াল ; ৰজা-প্ৰজা, ৰথী-মহাৰথী, সৈন্য সাৰথি কিমানৰ শ খাবি, কিমানৰ তেজ খাবি। খা--খা--। মহাভোজ, মহাভোজৰ আয়োজন হৈছে। মহাভোজৰ আয়োজন কৰিছে স্বয়ং কুৰুক্ষেত্ৰই । খা--খা--খা--। প্ৰাণ থাকিলে ৰজা, মহাবীৰ, ৰথী, মহাৰথী, পিতৃ, ভ্ৰাতৃ, স্বামী; প্ৰাণ নাথাকিলে শিয়ালৰ আহাৰ। সেয়া যুদ্ধৰ পৰিণতি। *(শিয়ালৰ কাজিয়াৰ শব্দ)*

মৰমৰ শিয়ালহঁত তহঁতে কাজিয়া কৰিছ কিয়? মাংসৰতো অভাৱ হোৱা নাই। ওঠৰ অক্ষৌহিণী,ওঠৰ অক্ষৌহিণী কি কম সংখ্যা? তথাপি তহঁত কাজিয়াৰ অন্ত নাই। মৰাশৰ ওপৰত অধিকাৰ সাব্যস্ত কৰিব খোজ। মৰাশৰ ভাগ লৈ তহঁতৰ কাজিয়া, কিমান খাবি খা। ৰজা খাবি নে সেনাপতি, সৈন্য খাবিনে মহাৰথী খাবি? নে--নে--নে তহঁতৰ জিভাৰ'টপালি পৰিছে হস্তিনাপুৰৰ যুৱৰাজৰ মাংসৰ বাবে? এয়া চা, এয়া ইয়াত; আছে ইয়াত দ্বৈপায়ন হ্ৰদৰ কাষত। কিন্তু দেহৰ ভিতৰত এটা কম্পন আছে। সেই কম্পনটোৰ বাবেই তহঁতে বহুবাৰ পৰা নাই তহঁতৰ তীক্ষ্ণ দাঁত। জীয়া আৰু মৰাৰ মাজত পাৰ্থক্য সেই কম্পন। সেই কম্পন সাক্ষী থাকে মানুহৰ লোভ বাসনা কিম্বা ত্যাগৰ, বিশ্বজয়ৰ পৰিকল্পনাৰ। কম্পনহীন দেহ কেৱল শিয়ালৰ ভক্ষ। আৰু উৰুহীন দুৰ্যোধন? উৰুহীন দেহ নিজৰ ভক্ষ। নিজৰ। যেতিয়ালৈকে মোৰ দেহত এই কম্পনটো থাকিব সেই মুহূৰ্তলৈকে এই ভগ্ন উৰুৰ দুৰ্যোধনে নিজক ভক্ষণ কৰিব। ভক্ষণ কৰি হজম কৰিব। দুৰ্যোধনে নিজক। অৰ্থাৎ মই মোক।

*Music*

*Chang-moode change colour of the sene.*

চিৰদিন, চিৰদিন বহন কৰি ফুৰিছোঁ মই এটা দুৰ্যোধনক। দুৰ্যোধনে বহন কৰি ফুৰিছে এটা অহংকাৰক। সেই অহংকাৰেই মোক মোৰ অদৃষ্টৰ সৈতে যুঁজ কৰাইছে। মোৰ পৰিচয় হৈ পৰিছে বুকুৰ ভিতৰত সিংহৰ পোৱালিৰ দৰে দৌৰি ফুৰা সেই অহংকাৰ। মোৰ দুবাহুত বল, মস্তিষ্কত বুদ্ধি, সোঁৱে-বাঁৱে ঐশ্বৰ্য। সেইবিলাকে মোক অহংকাৰী কৰি নুতুলিব? সকলোৱে কয় দুৰ্যোধন অহংকাৰী ; তাৰ পতন অনিবাৰ্য। কিন্তু ভাৰত যুদ্ধত পতন কাৰ হোৱা নাই? ভীষ্ম পিতামহৰ হোৱা নাইনে, যুধিষ্ঠিৰৰে হোৱা নাই ; কৰ্ণৰে হোৱা নাই নে দৈৱকী নন্দন কৃষ্ণৰে হোৱা নাই? তেনে



দুৰ্যোধনৰ বুকুত উমলি ফুৰা সেই অহংকাৰটোক কিয় সকলোৱে আঙুলি টোৱাই? যদি দুৰ্যোধনৰ আজন্ম সংগী সেই অহংকাৰটোকেই ভাৰত যুদ্ধৰ বাবে দায়ী বুলি সকলোৱে কয় তেনে সেই অহংকাৰ পুনৰ অহংকাৰী হৈ নুঠিবনে...........?

*(নিশাচৰ চৰাইৰ মাত)*

কিমান পৰ? কিমান আৰু পৰ? উৰু ভংগ হৈ ভূপতিত হোৱা দুৰ্যোধন আৰু কিমান পৰ? প্ৰশ্ন উত্তৰৰ কিমান পৰ তোৰ হাতত আছে। শুন দুৰ্যোধন শুন। সেয়া নিশাচৰ চৰাইৰ মাত। যিবিলাক তই জীৱনত এবাৰো হয়তো শুনিবলৈ সময় নহ'ল এতিয়া শুন শুন। চা দুৰ্যোধন চা...................এইখন পৃথিৱী। তই য'ত পাৰ কৰিছিল শৈশৱ কৈশোৰ কিম্বা যৌৱন। চা, আৰু কিমান পৰ। চা দুৰ্যোধন চা। *(চায়)*

--নেদেখি কিয়। একো নেদেখি কিয়, সময় পালেহিয়েইনেকি? একো দেখা নাই যে। মই দূৰলৈ একো দেখা, নাই যে। কিন্তু মইটো কাণেৰে সকলো শুনি আছোঁ। মইতো ওচৰত সকলো দেখা পাইছোঁ। এইয়া হাত, এয়া ভৰি এইয়া মোৰ ভগ্ন উৰু; তেনে দূৰলৈ নেদেখো কিয়? অন্ধ-কা-ৰ। কিয় অন্ধকাৰ হয়? কিয় গুচি যায় দিনৰ সূৰ্য, হয় ৰাতি আৰু উৰু ভংগ দুৰ্যোধনক কৰি যায় দৃষ্টিহীন। পোহৰ দিয়া পোহৰ দিয়া..................। মই চাব খুজিছোঁ মোৰ আ-শৈশৱ মৃত্যু। দিয়া পোহৰ দিয়া--

*অন্ধকাৰ নে*

*দৃষ্টিহীনতা।*

*দৃষ্টিহীনতা নে*

*অন্ধকাৰ!*

পিতা ধৃতৰাষ্ট্ৰ, তুমি মোৰ এই উৰুভংগ সন্ধ্যাৰ দৰেইতো কটাই দিলা গোটেই জীৱন। আৰু আই গান্ধাৰী বিবাহ -উত্তৰ সমগ্ৰ সময় মানি ললা অন্ধকাৰ। তোমাৰ এই স্বেচ্ছা অন্ধত্ব বৰণৰ যি স্বাভিমানি , সেই স্বাভিমান তুমি জেষ্ঠ্য পুত্ৰক অৰ্পণ কৰিলা তোমাৰ অজানিতেই। মই যদি স্বাভিমনি তেনে তোমাৰ বাবে আই তোমাৰ বাবে। ভাৰত যুদ্ধৰ বাবে মই যদি দায়ী তুমি দায়ী নহ'বা কিয় আই? তুমিও দায়ী। তুমি প্ৰসৱ কৰিছিলা এটি পুত্ৰ নহয় এটি স্বাভিমানৰ। সেই স্বাভিমানে তোমাক ওচৰৰ পৰা দেখিছে, বুকুত সোমাই উম লৈছে দুগ্ধ পান কৰিছে। মুহূৰ্ততে বৃদ্ধি হৈছে দুৰ্যোধন নামৰ এটা স্বাভিমানৰ শৰীৰ। যি তোমাৰ কোলাৰ উমেৰে ৰাজকুমাৰ হৈছে, যুৱৰাজ হৈছে।

কৈশোৰত উপনীত হৈয়েই সি সহ্য কৰিব লগা হৈছে উপলুঙা। পিতৃ-মাতৃ উভয়ে অন্ধ বুলি আঁৰৰ পৰা মোক শুনুৱা হৈছে। আৰু বাৰে বাৰে মোক তীৰ্যক বাণেৰে থকা সৰকা কৰা হৈছে। মই মোৰ দেহৰ বলেৰে কাৰোবাক আঘাত কৰিছোঁ কাৰোবাক খেদি নি পেলাই দিছোঁ জলাশয়ত। ভীমক খুৱাই দিছোঁ বিষৰ

লাৰু। জতুগৃহত জ্বলাই মাৰিছোঁ পাণ্ডৱক। কিন্তু শান্ত হোৱা নাই। শান্ত হোৱা নাই মোৰ প্ৰাণে। বাৰে বাৰে মই শুনো, মোৰ আঁৰৰ পৰা মোক কোনোবাই কৈছে অন্ধ, পিতৃ মাতৃৰ পুত্ৰ মই। ৰজা হ'বৰ বাবে মোৰ পিতৃৰ যোগ্যতা নাই। মোৰ পিতৃৰ সকলো আছে। শৌৰ্য আছে বীৰ্য আছে, ৰজা হ'বৰ জোখাৰে জ্যেষ্ঠতা আছে কিন্তু নাই চকু। চকু তেওঁৰ বাবে একমাত্ৰ যোগ্যতাৰ মাপকাঠী হ'ল। কিন্তু পুৰুষত্বহীন পাণ্ডুয়েও ৰাজ্য লাভ কৰিব পাৰে। কিন্তু মোৰ পিতৃক লৈ তুচ্ছ তাচ্ছিল্য। শাৰীৰিক অক্ষমতাক লৈ ক্ৰমে সভ্য হ'বলৈ আৰম্ভ কৰা মানৱ জাতিয়ে অৱমাননা কৰিবলৈ প্ৰয়াস কৰিব পায়নে? সেই উপলুঙা কোনোবা কিশোৰে সহ্য কৰিবনে? সেই কিশোৰৰ বুকুত কেনে অনুভূতিয়ে বাহ ল'ব কোনোবাই চিন্তা কৰিছেনে? এই সকলোবিলাক বিষ লগা কাঁড় বুকুত সুমুৱাই লৈ সেই কিশোৰ এদিন যুৱক হ'ল। সেই যুৱকক ময়দানৱে নিৰ্মাণ কৰা যুধিষ্ঠিৰৰ অপূৰ্ব ৰাজভৱনত পাণ্ডৱ পত্নী দ্ৰৌপদীয়ে অন্ধৰ পুতেক অন্ধ বুলি প্ৰকাশ্যে উপলুঙা কৰিলে। তেতিয়া সেই যুৱক সঁচাকৈয়ে অন্ধ হৈ পৰিল। চিনি নোপোৱা হ'ল কাকো। সি বাঞ্চা কৰিলে এই অন্ধত্ব যেন তাৰ চিৰস্থায়ী হয়। সি পাণ্ডৱ বিনাশৰ উপায় নকৈ আৱিষ্কাৰ কৰিবলৈ লাগিল। দ্ৰৌপদীৰ বস্ত্ৰ হৰণৰ আদেশ দিলে ৰাজসভাত। সেই আদেশ দি দুৰ্যোধনে লাজ পোৱা নাই। বংশ মৰ্যদা, সন্মান একোৱেই তাৰ ওচৰত হেঙাৰ হৈ থিয় দিয়া নাই। আদেশ সি সজ্ঞানে দিছে। বস্ত্ৰহৰণৰ অৱশ্যে পালনীয় আদেশ। দুৰ্যোধন যে অন্ধ ; অন্ধৰ পুতেক। সি একো নেদেখে। একো চিনি নাপায়। কেৱল অনুভৱ কৰিব পাৰে নিজক। দুৰ্যোধনক; যি দুৰ্যোধন পাশাত জিকিব পাৰে। অধিকাৰ সাব্যস্ত কৰিব পাৰে আৰু উলংগ কৰিব পাৰে। দ্ৰৌপদীতো নিমিত্ত মাথোঁ, প্ৰকৃততে ৰাজ সভাত উলংগ কৰিছোঁ মই, মোৰ পূৰ্ব পুৰুষ শান্তনুৰ বংশধৰ-সকলক। *(ভাগৰুৱা হয়)*

পানী--পানী--পানী.........। ক'ত, পানী ক'ত? দেহমন শীতল হওঁক বুলি মই হ্ৰদত সোমাই আছিলোঁহি। তাৰ পৰা মোক আহ্বান জনাই ভীমে তাৰ প্ৰতিজ্ঞা ৰাখিলে। এতিয়া মই সেই হ্ৰদলৈ যাব নোৱাৰোঁ। পানীৰ কাযত থাকি পানী খাব নোৱাৰোঁ মই। ৰাজভৱনত থাকি যেনেকৈ সকলো সুখ হাতত পায়ো মই শান্তিত থাকিব নোৱাৰিলোঁ; চিৰদিন এটা পিয়াহত কটালো আজি যেন, সেই ঘটনা মোৰ ওচৰত প্ৰকট হৈ উঠিছে। পিয়াহ লাগিছে, দুৰ্যোধনৰ পিয়াহ লাগিছে। সি খোজকাঢ়ি দূৰত্ব অতিক্ৰম কৰিব নোৱাৰে। দিয়া বৰষুণ দিয়া বৰষুণ দিয়া, মেঘ বৰষুণ দিয়া; এবাৰ তিয়াই দিয়া মোৰ ওঁঠ *(শুই যায়)*।

--উঠ দুৰ্যোধন উঠ। সময় শেষ হৈ আহিছে। নিজক ভালদৰে চোৱাৰ সময় শেষ হৈ আহিছে। (শিয়ালৰ হোৱা) কিমান প্ৰহৰ হ'ল দুৰ্যোধন, তই বহুত শক্তিশালী। উঠ উঠ দুৰ্যোধন। তোৰ দেহৰ শক্তিৰ কথা মনত পেলা দুৰ্যোধন। তোক ভীমে অন্যায় ভাৱে উৰুত গদাৰে আঘাত নকৰা হ'লে ইমান সময় যুদ্ধৰ ফলাফল অনিশ্চিত হৈ থাকিলেহেঁতেন। তই যুদ্ধত জয়ী হোৱাৰো সম্পূৰ্ণ সম্ভাৱনা আছিল। সেই



দুৰ্যোধনে সামান্য এটোপা পানীৰ বাবেই এনেকৈ জীৱনক জুখি-মাখি চোৱাৰ সুবিধাৰ পৰা নিজক বঞ্চিত কৰিবি? উঠ দুৰ্য্যোধন উঠ। তোৰ মাত্ৰ এটা উৰু ভংগ হৈছে, পাৰিবি উঠ উঠ দুৰ্যোধন ---(উঠে)

চা, নিজলৈ চা। কিমান শক্তিশালীকৈ নিৰ্মিত তোৰ দেহা চা। তথাপি বৰ কষ্ট নহয়নে দুৰ্যোধন, বৰ কষ্ট, এটা উৰু ভগ্ন হোৱাৰ পিচত থিয় হ'বলৈ যত্ন কৰা বৰ কষ্ট। অসম্ভৱ! প্ৰায়। অসম্ভৱ! নহয় দুৰ্যোধন। নহয় তই পাৰিবি লাগিব। তই থিয় হৈ নিজৰ সৈতে মুখামুখি হ'ব পাৰিব লাগিব (উঠি)

কৃষ্ণ, অৰ্জুন, যুধিষ্ঠিৰ--। তোমালোক বৰ দুভৰ্গীয়া এইবাবেই যে তোমালোকৰ কেতিয়াও উৰুভংগ হোৱা নাই। দুয়োটা উৰুতে সমান শক্তি। গতিকে তোমালোকে ভগ্ন উৰুৰে থিয় হ'বলগীয়া হোৱা নাই। পানী নোখোৱাকৈ সামান্য বেঁকাকৈ হ'লেও--থিয় হোৱাৰ.........

-- (হাঁহি) বহুত আস্থা দুৰ্যোধন, বহুত আস্থা। নিজৰ ওপৰত তোৰ অপৰিসীম আস্থা। ইমানেই আস্থা যে তোৰ শত্ৰুবিলাককো মিত্ৰ জ্ঞান কৰিবলৈ আৰম্ভ কৰিলি। তই সকলোকে পৰাভূত কৰিব পৰাৰ ক্ষমতা বহন কৰিছ বুলি তই নিজৰ ওপৰত আস্থা ৰাখিলি; কেতিয়াও নিজক দুৰ্বল বুলি নেভাবিলি। তই নিজে নিজৰ দুৰ্বল অংশবিলাক উপেক্ষা কৰিলি।

কিয় পৰাজয়ৰ সন্মুখত পৰিলি তই। এঘাৰ অক্ষৌহিণী সৈন্য লৈ তই এই যুদ্ধত কিয় হাৰিলি। তোৰ সপক্ষে কোনে কোনে যুঁজ দিছিল? ভীষ্ম, দ্ৰোণ, কৰ্ণ আৰু তই নিজে। ভীষ্ম ইচ্ছামৃত্যু প্ৰাপ্ত, দ্ৰোণ অপৰাজেয়, কৰ্ণৰ বিক্ৰম তুলনাহীন। তেনে তেখেতসকলৰ কিয় এনেদৰে পতন হ'বলৈ ধৰিলে। শত্ৰু সম্বন্ধে তই ইমান নিৰ্বিকাৰ আছিলি কিয়? তই কিয় ভাবি উলিয়াব নোৱাৰিলি শত্ৰুয়ে কি কি পদ্ধতি অৱলম্বন কৰিব পাৰে? ভীষ্ম দ্ৰোণ কৰ্ণৰ দুৰ্বলতম অংশ পাণ্ডৱে জানিলে অথচ তই জানিব নোৱাৰিলি কিয়। সেই সকল বীৰক তই অপৰাজেয় বুলি ভবাৰ বাহিৰে তোৰ যুদ্ধজয়ৰ পৰিকল্পনা কি আছিল। বাৰে বাৰে তোৰ পৰিকল্পনা বিফল হোৱাৰ পাচতো এবাৰো নিজক সচেতন কৰি সমালোচনা কৰা নাছিলি কিয়? এইদৰেই তই নিজক আৰু দেশক উচ্ছন্ন কৰা নাইনে দুৰ্যোধন।

কিয় হ'ব লগা হ'ল এই যুদ্ধৰ এনে ধৰণৰ শেষ। ইয়াক তই বিচাৰ কৰি চাইছনে? বেলেগ ধৰণেৰে শেষ হ'ব পাৰিলেহেঁতেন। পাণ্ডৱৰ এটা এটাকৈ পাঁচটা ভাতৃৰ মৃতদেহ পৰি থাকিব পাৰিলেহেঁতেন। তই হস্তিনাপুৰৰ ৰাজসিংহাসনত আৰোহণ কৰিব পাৰিলিহেঁতেন। তেতিয়াওতো থাকিলেহেঁতেন এখন বিধৱা দেশ। মাত্ৰ তেতিয়া দ্ৰৌপদী থাকিলহেঁতেন বিধৱাসাজত আৰু ভানুমতী থাকিলহেঁতেন উজ্জ্বল ৰাজপোছাকত। পাৰ্থক্যতো সিমানেই। আঃ! কাৰ নাম মনত পৰিল মোৰ, কাৰ নাম। কোন তুমি। ভানুমতী। কিয় আহিলা তুমি মোৰ জিভাৰ আগলৈ? এই সময়ত কিয় আহিলা? অহাৰ কথাটো নাছিল কোনোদিন? কেতিয়াওতো তুমি অহা নাই

এনেদৰে। আজি এই সময়ত কিয় আহিলা। ভানুমতী। ক'ত তুমি। ক'ত আছা। কেনেদৰে আছা। ভাৰতযুদ্ধত তোমাৰ স্থান ক'ত ভানুমতী। তুমি কি ভূমিকা পালন কৰিলা। নাই কোনো বাতৰি নাই। তোমাৰ কোনো বাতৰি নাই। দুৰ্যোধনৰ অৱয়ব ইমান বিশাল হ'ল যে তাত কোনো ভানুমতীৰ স্থান নাই। কোনো ইতিহাস প্ৰণেতাই মোৰ সমানে সমানে ভানুমতীৰ স্থান নিৰূপণ নকৰে। যিদৰে পাণ্ডৱৰ সমানে সমানে দ্ৰৌপদীৰ নাম লিখা হ'ব। তুমি তোমাৰ স্থানতে নীৰৱ স্থানলৈ অতিবাহিত কৰিলা তোমাৰ এটা জীৱন। নাই, সময় নহ'ল। তোমাৰ ফালে চাবলৈ মোৰ সময় নহ'ল অথচ উপেক্ষাওতো নাই তোমাৰ প্ৰতি মোৰ। সেই বদনামো মোক তুমি দিব নোৱাৰিবা। তুমি কেৱল ৰাজবধূ হৈয়ে থাকি গ'লা। তুমি কেতিয়াও ভানুমতী নহ'লা, বা হ'বলৈ চেষ্টা নকৰিলা। কিয় নহ'ল তোমাৰ সুকীয়া স্থান। তুমিতো এজন দুৰ্যোধনৰ পত্নী। যিজন দুৰ্যোধনক দায়ী কৰা হৈছে এখন মহাসমৰৰ বাবে। তুমিও সমানে দায়ী ভানুমতী। আজি উৰু ভংগ হৈ পৰি থকা দুৰ্যোধনে সেই সন্মান তোমাক দিছে। দুৰ্যোধন যিমান পৰিমাণে দায়ী তুমিও দায়ী ভাৰত যুদ্ধৰ বাবে। তোমাৰ প্ৰেমৰ বাবে দুৰ্যোধন অহংকাৰী হৈছে। ঘটনাৰ পাকচক্ৰত পৰি মই আজি ইয়াত আৰু তুমি ৰাজভৱনত। দ্ৰৌপদী আৰু পঞ্চ পাণ্ডৱ একেলগে থকাৰ সুবিধা হৈছে। কিন্তু ঘটনাবিলাক ওলোটাও হ'ব পাৰিলেহেঁতেন। তুমি আৰুময়ো একেলগে থাকিব পাৰিলোহেঁতেন। পঞ্চ পাণ্ডৱো ইয়াত পৰি থাকিব পাৰিলেহেঁতেন। দুঃশাসনে কৰাদি ভীমেও তোমাৰ বস্ত্ৰ হৰণ যদি কৰিলেহেঁতেন..................।

(change) নাই নাই নাই ভানুমতী। তোমাৰ বস্ত্ৰহৰণ অসম্ভৱ। পৃথিৱীত যদি কিবা অসম্ভৱ তেনে ভানুমতী তোমাৰ বস্ত্ৰহৰণ অসম্ভৱ। পৃথিৱীত যদি কিবা অসম্ভৱ তেনে ভানুমতীৰ বস্ত্ৰ হৰণ অসম্ভৱ। ভীমসেন নহ'ব নহ'ব নিদিম, নিদিম, তোক বস্ত্ৰ হৰণৰ সুবিধা নিদিম। কোনো কাৰণতে সহ্য নহ'ব এই কাৰ্য। কোনো সত্য, কোনো প্ৰতিজ্ঞাৰ, কোনো সৌজন্যতাৰ অজুহাতত মই তোমাক ৰাজসভাত অকলশৰীয়াকৈ এৰি নিদিম। তাৰ বহু আগতেই সেই হাত চূৰ্ণ হৈ যাব, যি হাত ভানুমতীৰ নিমিত্তে আগবাঢ়িব। আকাশৰ সূৰ্য নামি আহিব, পৃথিৱীৰ জল শুকাই যাব যদি ভানুমতীৰ দেহৰ ফালে কোনোবাই......... (reality লৈ ঘূৰি আহে) আস্ ভানুমতী। কি যাদু তোমাৰ নামত। কি দুঃস্বপ্ন দেখুৱাবলৈ সক্ষম তুমি। নাই নাই ভানুমতী। সময়বিলাক দ্ৰুত ধাবিত হৈছে। এই সকলোবিলাক মুহূৰ্ততে শেষ হৈ যাব পাৰে। ৰতাহে নুমুৱাই দিয়া চাকিৰ দৰেই ভানুমতী। এনেকৈ; মাত্ৰ সামন্য এডাল ৰেখা। এফালে কৌৰৱ এফালে পাণ্ডৱ। এফালে যদি ক্ষয় অন্যফালে জয়। আচলতে যুদ্ধত জয় কাৰ হয়? জয় কাৰো নহয়। এই কথা পৃথিৱীত বাৰে বাৰে প্ৰমাণ হৈছে। এই জয়ে কেৱল দুৰ্যোধনৰ পৰাজয় দিয়া নাই, যুধিষ্ঠিৰকো দিছে, সব্যসাচী অৰ্জুনকো দিছে, দৈৱকী নন্দন শ্ৰেষ্ঠ বুদ্ধিজীৱী কৃষ্ণকো দিছে।

*কৌৰৱ যদি নাই তেনে পাণ্ডৱেই বা কিয়*
*পাণ্ডৱ যদি নাই তেনে কৌৰৱেই বা কিয়।*



এক বিৰাট যুদ্ধৰ পাছতহে অনুভৱ হয় যে যুদ্ধই কি দিয়ে কি নিয়ে। যুদ্ধই বৈধব্য দিয়ে যৌৱন নিয়ে--

এই দিয়া নিয়া বন্ধ কৰিব পৰা নগ'লহেঁতেন নে।

মইতো অন্ধৰ পুতেক অন্ধ, দাম্ভিক দুৰ্যোধন। কিন্তু পিতামহ ভীষ্ম, জ্ঞানী যুধিষ্ঠিৰ, গুৰু দ্ৰোণাচাৰ্য, দাৰ্শনিক কৃষ্ণ তোমালোকতো আছিলা। তোমালোকে কেৱল মোক প্ৰতিপক্ষ হিচাপে লৈ সকলোবিলাক কাম কৰিলা। এনে এক পন্থাৰে তোমালোকে মোৰ সন্মুখত উপস্থিত হ'লা যে যুদ্ধ অৱশ্যম্ভাৱী হৈ পৰিল। তোমালোক আৰু মই দুটা মেৰুত দুমুৰে থিয় দিবলৈ বাধ্য হৈ পৰিছিলোঁ। সকলো কথা এনেদৰে পতা হৈছিল যে পৃষ্ঠভূমিত এখন যুদ্ধ অংকিত হৈয়ে আছিল। কেৱল মোৰ ৰাজসিংহাসনৰ প্ৰতি অতিমাত্ৰা আগ্ৰহেই এই যুদ্ধৰ কাৰণ নাছিল। হয়, ৰাজসিংহাসন অধিকাৰ কৰা মোৰ উদ্দেশ্য আছিল। কিন্তু কেৱল সেয়াই এখন যুদ্ধ, এই ধৰণৰ এখন সৰ্বনাশী সমৰ হোৱাৰ বাবে যথেষ্ট নাছিল।দ্বন্দ বিৰোধবিলাক চূড়ান্ত অৱস্থালৈ আৰোহণ কৰিছিল আৰু বন্ধ পাত্ৰত উতলি থকা পানীয়ে জোৰেৰে ঢাকনি আঁতৰাই বাষ্প ওলাই যোৱাৰ দৰে এখন মহাযুদ্ধলৈ সকলো আহিছিল। সকলো বিৰোধ, সকলো দ্বন্দ অন্ত পেলাবলৈ যেন তেওঁলোকে নিজৰ নিজৰ শিৰ উৎসৰ্গা কৰিছিল। বহু পূৰ্বৰে পৰাই নিজক বহুতে যুদ্ধলৈ প্ৰস্তুত কৰি তুলিছিল। বহু পূৰ্বৰে পৰাই এখন মহাসমৰে সম্ভাৱনাৰ বীজ বহন কৰিছিল। তেতিয়াই প্ৰয়োজন হৈছিল এজন খলনায়কৰ, সৰ্বজনগ্ৰাহ্য এজন খলনায়কৰ। আৰু সকলোৱে সেইখলনায়কৰ স্থানত অভিষিক্ত কৰিছিল মোক, এই কৌৰৱ জেষ্ঠ্য দুৰ্য্যোধনক। এটা খলনায়ক দুৰ্যোধনক হাঃ হাঃ হাঃ; দুৰ্যোধন। তই ভাৰত যুদ্ধৰ খলনায়ক।

কিমান সহজ। কিমান সুবিধা এজন খলনায়ক আৱিষ্কাৰ কৰাৰ। সমগ্ৰ দায়িত্ব তেওঁৰ মূৰত অৰ্পণ কৰি নিজে সুবিধাজনক স্থান গ্ৰহণ কৰাৰ সুবিধাই গ্ৰহণ কৰিছা তোমালোক সকলোৱে সকলোৱে। ভীষ্ম, দ্ৰোণ, যুধিষ্ঠিৰ কিম্বা তুমি শ্ৰীকৃষ্ণ, কেৱল নিজৰ স্থানত তোমালোক সুৰক্ষিত হৈ থকাৰ সুবিধা গ্ৰহণ কৰিছা। কিন্তু মই-মই কৌৰৱ জ্যেষ্ঠা দুৰ্য্যোধনে সকলো কান্ধ পাতি লৈছো। কান্ধৰ ভাৰ ইমান বেছি হৈছে যে তাৰ ওজন মোৰ দুই উৰুৱে সহ্য কৰিব নোৱাৰা হৈছে। সেই কান্ধৰ ওজনৰ ভৰতে ভাগি গৈছে মোৰ এটা উৰু। মই উৰুভংগ হৈ পৰি আছোঁ। ভীম তই মোৰ উৰু ভংগ কৰিম বুলি লোৱা প্ৰতিজ্ঞা প্ৰকৃততে অথলে গৈছে। মোৰ উৰু ভংগ কৰিছোঁ মই নিজে।

মোৰ কান্ধত উঠাই লোৱা অতিভাৰ দায়িত্বই মোৰ উৰুভংগ কৰিছে। গতিকে ভীম বৃথা হ'ল তোৰ উৰুভংগৰ প্ৰতিজ্ঞা। হাঃ হাঃ হাঃ

অৱশেষত ময়ে জয়ী হ'লোঁ। কিয়নো ভাৰতৰ শ্ৰেষ্ঠ বুদ্ধিজীৱীসকলে ভাৰত যুদ্ধৰ নিৰ্ণায়কৰ দায়িত্ব দিলে মোক। মোক--মোক (change)

পিতামহ, তুমিতো চাৰি পুৰুষ জীয়াই থাকিলা কেৱল সিংহাসনৰ সুৰক্ষা দিবৰ বাবে কিয়!

পৃথিৱীত তোমক ইমান প্ৰয়োজন বুলি তুমি কিয় ভাবিলা। নিজক অপৰিহাৰ্য বুলি নিৰ্ণয় কিয় কৰিলা তুমি। তুমিতো সৰ্বকালৰ শ্ৰেষ্ঠ জ্ঞানী। চন্দ্ৰবংশীয় ৰাজসিংহাসন তোমাৰ অন্যথা সুৰক্ষা দিব নোৱাৰিব। এনে ধাৰণা কিয় হ'ল তোমাৰ?

নিজক অপৰিহাৰ্য ভাবি তুমি সময়ক নিজস্ব গতিত চলিব নিদিলা কিয়? সময়ক নিজস্ব গতিত যাবলৈ নিদি হে' অব্যৰ্থ সন্ধানী, তুমিতো নিজেই ভাৰত যুদ্ধৰ বাবে এক পৰিৱেশ ৰচনা কৰিলা, তেনে কিয় নললা ভাৰত যুদ্ধৰ দায়িত্ব। ৰাজসিংহাসনৰ বাবে তোমাৰ লালসা নাই কিন্তু ৰাজসিংহাসনক সুৰক্ষা দিবৰ বাবে তুমি ইমান লালসা দেখুৱালা কিয়? তুমিতো এতিয়া শৰশয্যাত। তেনে কোনে দিব সুৰক্ষা এই ৰাজসিংহাসনৰ। ভাৰত যুদ্ধত অৰ্জুনৰ হাতত ধাৰশায়ী হোৱাৰ লগে লগেই তুমি নিশ্চিত হৈ গ'লা। যদি তুমি ইমান আকস্মিক- ভাৱেই ৰাজসিংহাসন এৰি যাব লাগে তেনে এক স্বাভাৱিক মৃত্যুৰ প্ৰতি তুমি কিয় নিজক প্ৰস্তুত কৰিব নোৱাৰিলা? শৰশয্যাত পৰি মৃত্যুৰ বাবে উত্তৰায়ণলৈ অপেক্ষা কৰি আছা কিয়?

প্ৰকৃততে তুমিয়েই এখন ভাৰত যুদ্ধৰ পটভূমি ৰচনা কৰিছিলা। যি মুহূৰ্ততে তুমি পুৰুষ দম্ভৰে নাৰীহৃদয়ৰ কথা সমূলি অনুভৱ নকৰাকৈ ককা বিচিত্ৰবীৰ্যৰ বাবে অম্বা, অম্বিকা আৰু অম্বালিকাক হৰণ কৰি আনিছিলা সেই মুহূৰ্ততে অঙ্কুৰিত হৈছিল ভাৰত যুদ্ধৰ বীজ, শাল্বৰাজ আৰু তুমি দুয়ো যেতিয়া অম্বাক প্ৰত্যাখ্যান কৰিলা, অম্বাৰ বাবে তেতিয়া বা কি পথেই খোলা থাকিব। অম্বা তোমাৰ ঘৰত কিমান দিন বাস কৰিছিল তোমাক পতিৰূপে পোৱাৰ আশাত। তুমি সেইবিলাকলৈ মনোযোগ দিছিলানে? তোমাৰ প্ৰতিজ্ঞাৰ ওচৰত তুমি অলৰ অচৰ। তেনে অম্বাই তোমাক নিধনৰ প্ৰতিজ্ঞা নলব কিয়? যি মুহূৰ্ততে তেওঁ তোমাক নিধনৰ প্ৰতিজ্ঞা লৈছিল তেতিয়াই এখন কুৰুক্ষেত্ৰৰ ৰণথলীৰ ঘাঁহ-বন চিকুণোৱা হৈ গৈছিল। তেনেহ'লে কুৰুশ্ৰেষ্ঠ, কুলমণি, শ্ৰেষ্ঠী ধনুৰ্ধৰ প্ৰাজ্ঞ ভীষ্ম তুমি তোমাৰ কান্ধত এই ভাৰত যুদ্ধৰ ভাৰ কিছু পৰিমাণে লোৱা হ'লে এই দুৰ্যোধন আজি দুয়োটা উৰুৰ ওপৰত থিয় হৈ থাকিলহেঁতেন ৰাজসিংহাসন!

পিতামহ তোমাৰ ৰাজসিংহাসনৰ প্ৰতি থকা দায়িত্বও মোৰ বাবে সন্দেহমুক্ত নহয়। হয়তো এইযাৰ কথা শুনিলে দেৱতাসকল মৰ্ত্যলৈ নামি আহিব মোক অভিশাপ দিবলৈ—গংগাই শুকুৱাই পেলাব বুকুৰ পৱিত্ৰ জল। কিন্তু এই সকলো সম্ভাৱনা শিৰত লৈ মই ক'ব খোজো পিতামহ তোমাৰ ৰাজসিংহাসনৰ প্ৰতি থকা দায়িত্ব মোৰ বাবে সন্দেহাতীত নহয়। তুমিয়ে অখণ্ড হস্তিনাপুৰক দুখন ৰাজ্যত বিভক্ত কৰিব খোজা প্ৰথম ব্যক্তি নহয় জানো? তোমাৰ কথাকে সকলোৱে হয় হয় বুলিছিল- - কৃষ্ণ, দ্ৰোণাচাৰ্য, যুধিষ্ঠিৰ সকলোৱে। দেশৰ মানুহৰ প্ৰতি মই এনে কি কুশাসনৰ ইংগিত বহন কৰিছিলো বা যুধিষ্ঠিৰৰ গাত এনে কি সুশাসনৰ প্ৰতিভা দেখা গৈছিল



যে যুধিষ্ঠিৰেহে ৰজা হোৱাৰ যোগ্য বুলি বিবেচনা কৰিছিল। এয়া কেৱল পক্ষ লোৱাৰ কথা। পিতামহ সেয়ে আপোনাৰ আৰু মোৰ মাজত বিভেদ, অন্তৰ বাঢ়ি বাঢ়ি গৈ আছিল।

মই যদি দাম্ভিক হওঁ তেনে সেয়া মোৰ ব্যক্তিসত্তাৰ কথা। তাক দেশ শাসন-প্ৰজা পালনৰ লগত জড়িত কৰিছিল কিয়। ইয়াৰ আগলৈকে কোনোবা ৰজা নিৰ্বাচনত এনে নিয়ম পালন কৰা হৈছিল নে? তোমালোকে বিভিন্ন যুক্তি উলিয়াইছিলা যি যুক্তিয়ে কেৱল মোক ৰাজ্য লাভৰ পৰা বঞ্চিত কৰিব পাৰে। কেৱল এয়া তোমালোক অতি সূক্ষ্ম ভাৱে কৰা স্থূল পক্ষপাতিত্ব। তাৰ বাহিৰে এয়া মই অন্য বুলি গণ্য কৰোঁ। তোমালোকে যুধিষ্ঠিৰৰ পক্ষ লৈছা আৰু মই মোৰ পক্ষ লৈছোঁ। দুয়ো পক্ষই যুঁজ দিছোঁ। কেতিয়াবা পাশা খেলৰ পথাৰত, কেতিয়াবা বিৰাট যুদ্ধত, কেতিয়াবা কুৰুক্ষেত্ৰ মহাসমৰত। তুমি মোৰ সেনা হৈছা যদিও যুধিষ্ঠিৰৰ পক্ষ লৈছা কিন্তু মই মোৰ পক্ষ লোৱাৰ বাহিৰে অন্য উপায় নাই। তেনে ভাৰত যুদ্ধৰ এই অংহাৰী ৰূপৰ বাবে কেৱল মোকেই দোষী কৰা কিয় তোমালোকে? গুৰু দ্ৰোণ আৰু ৰজা দ্ৰুপদৰ বন্ধুত্ব কিম্বা শত্ৰুতা কি মোৰ সৃষ্টি? সেই দুজনৰ শত্ৰুতায়ো জানো জন্ম দিয়া নাই কুৰুক্ষেত্ৰ মহাৰণৰ পাণ্ডৱ সেনাপতিৰ। যদি বহু বছৰ আগতেই পাণ্ডৱৰ সেনাপতি ধৃষ্টদ্যুম্নৰ জন্মই হ'ল, তেতিয়াই জানো পাণ্ডৱ পক্ষৰ তূনত কাঁড় ভৰোৱা আৰম্ভ হোৱা নাই। তেতিয়াইতো হৈ গ'ল দুটা পক্ষৰ মাজত সীমাৰেখা টনা। দুটা পক্ষ হিচাপে বহুদিনৰ আগতেই সীমা নিৰ্দ্ধাৰণ হৈ আছিল, মই যেনিবা এটা পক্ষত থাকিলোঁ কথা সিমানেইতো।

পাণ্ডৱ --পাণ্ডৱ--পাণ্ডৱ তোমালোকতো মানুহ নহয়। দেৱতা দেৱতা সেৱা, সেৱা গ্ৰহণ কৰিবাহে পঞ্চদেৱতা মোৰ প্ৰণিপাত, যদি প্ৰণিপাতত সন্তুষ্ট নোহোৱা তেনে কি দিম। ল'বা প্ৰাণটোও ল'বা? খন্তেক অপেক্ষা কৰা!! (সেৱা, সেৱা (লাহে লাহে হাঁহে) দেৱতাতকৈ কপট কোন আছে? কপট নাই দেৱতাতকৈ। মই যদি কিবা হ'বলৈ ইচ্ছা নকৰোঁ সেয়া দেৱতা হ'বলৈ ইচ্ছা নকৰোঁ। পূজাও ল'বা দেৱতাসকল তোমালোকে, বৰদানো কৰিবা আৰু বৰ কেনেকৈ বিফল কৰিব পাৰি সেই বিদ্যাও শিকাই দিবা বৰলব্ধৰ শ্ৰেষ্ঠ শত্ৰুজনক । বৰ পাওঁতাই নাজানিব যে তেওঁৰ সকলো প্ৰাৰ্থনা সকলো কৃচ্ছ্ৰ সাধনা অথলে গ'ল। গতিকে দেৱতাসকল তোমালোক মোৰ শত্ৰু হ'বৰহে যোগ্য। প্ৰাৰ্থনা ? অসম্ভৱ। যুধিষ্ঠিৰ, ভীম, অৰ্জুনক কৌৰৱ জেষ্ঠ দুৰ্যোধনে প্ৰাৰ্থনা কৰিছে--হাঃ হাঃ হাঃ ৰাজসভাৰ নিকৃষ্ট বহুৱাটোৱেও যেন কল্পনা নকৰক এনে দৃশ্য। মই যদি ৰাজসিংহাসনৰ প্ৰতি লোভী তেনে যুধিষ্ঠিৰো কম লোভী নহয়। কিয় পাঁচখন গাঁও লাগে? কোন মুহূৰ্তত ৰাজসিংহাসনৰ বাবে তুমি নিৰ্মোহ আছিলা। প্ৰতিক্ষণে তেওঁলোকক ৰাজ্য লাগে; লাগিলে হস্তিনাপুৰৰ ৰাজসিংহাসন দুখন হৈ যাওক। যুধিষ্ঠিৰৰ ৰাজ্যলোভ সৎ মোৰ অসৎ এনে পক্ষপাত দুষ্ট ব্যাখ্যা কিয় প্ৰাজ্ঞসকল--?

যদি এখন ৰাজ্য দি দিয়াৰ পাচত তেওঁলোকে ৰাজ্য বহলাবলৈ আমাৰ ৰাজ্য আক্রমণ কৰে বা চলে-বলে-কৌশলে আমাৰ ৰাজ্যৰ ওপৰত অধিকাৰ সাব্যস্ত কৰে? কৌশল কৰি তেওঁলোকে জৰাসন্ধক বধ কৰিছে আৰু ৰাজসূয় যজ্ঞ সম্পন্ন কৰিছে। সেয়ে ৰজা হোৱাৰ কিছুদিন পাচতে মই যুধিষ্ঠিৰক পাশা খেলিবলৈ নিমন্ত্রণ জনালো। পাশালোভী যুধিষ্ঠিৰ ধৰ্মৰ দোহাই দি আহিল পাশা খেলিবলৈ, মই পাশাত জয়ী হ'লো, তোমালোকে কৈছা সেয়া অন্যায় পাশা যাৰ নাম পাশা, তাত আকৌ অন্যায়-ন্যায়ৰ প্রশ্ন থাকেনে? হয় অন্যায় পাশা। কিন্তু তোমালোকতো বুদ্ধি-বৃত্তি থকা মানুহ। মোৰ অন্যায় পাশাক অন্যায় বুলিতো প্ৰমাণ কৰিব নোৱাৰিলা সেই সময়ত সেই পথটো খোলা আছিল। জয়ী হ'বলৈ কোনে নিবিচাৰে? মই কৌশল প্ৰয়োগ কৰিমেই জয়ী হ'বলৈ। তোমালোকে সেই কৌশলৰ ভেদ ভাঙিব নোৱাৰি মোৰ গাত দোষ জাপি দিবা। এয়া তোমালোকৰ কেনেকুৱা পাশা যুধিষ্ঠিৰ। পথাৰত নোৱাৰি আকাশত কেনে পাশাৰ কৌশল খটুৱাইছা ধৰ্মৰ সন্তান তুমি যুধিষ্ঠিৰ।

তোমালোকে জয়ৰ বাবে বাৰে বাৰে কৌশল খটুৱাবা ; ৰাজসূয় যজ্ঞৰ বাবে কৌশলেৰে হত্যা কৰিবা বীৰ জৰাসন্ধক; যুদ্ধত ভীষ্ম, দ্রোণ, কৰ্ণ তিনিজন অপ্রতিৰোধ্য বীৰক কৌশলেৰে হত্যা কৰিবা আৰু মই কৌশল কৰি পাশাত জিকা অন্যায়! দেৱতা, তোমালোক কেৱল দেৱতা। কেৱল কপট জানা। কপটতা বাহিৰ হ'লেই তোমালোকে ধৰ্মৰক্ষাৰ ভাও ধৰা। মই ৰাজ্যলাভৰ কপট কৰোঁ, তোমালোকে ধৰ্মৰক্ষাৰ বাবে কপট কৰা। উদ্দেশ্য বেলেগ, কাৰ্য আৰু ফলাফল একেই। তোমালোকে ভাৰত ভূমিক বিধবাভূমিলৈ ৰূপান্তৰ কৰাৰ একো একোজন সুদক্ষ কাৰীকৰ। (change)

শ্রীকৃষ্ণ (music)

তুমি বাৰে বাৰে অন্যায়ক যুক্তিসন্মত ভেটি প্রদান কৰিছা। যেতিয়াই এটা অন্যায় কৰা হৈছে পাণ্ডৱৰ দ্বাৰা, তেতিয়াই তুমি ধৰ্ম ৰক্ষাৰ নাম দিছা। তাৰ পৰিণাম কি তুমি ভাবি চাইছা কৃষ্ণ। অন্যায়ক এক বৈধ ব্যৱহাৰ হিচাপে তুমি স্বীকৃতি দিয়াইছা। তোমাৰ দ্বাৰাই অন্যায়ক বৈধতা প্রদান কৰা হ'ল কৃষ্ণ, তোমাৰ দ্বাৰাই।

অৰ্জুন মধ্যম পাণ্ডৱ। তেওঁতো সব্যসাচী। বীৰ, গাণ্ডীৱধাৰী, কিন্তু তুমি কি কৰিলা, কৃষ্ণ। সাৰথি হ'লা সেই পাৰ্থৰ। আৰু এনে বাটেৰে তাৰ ৰথ চলাবলৈ আৰম্ভ কৰিলা যে অৰ্জুনে অসতক সৎ বুলি ভাবিবলৈ ধৰিলে। ধৰ্ম ধৰ্ম বুলি এনে অধৰ্মৰ ৰথ চলাবলৈ ধৰিলা যে ধৰ্মৰ পৰিভাষাই সলনি হৈ গ'ল। এফালে এঘাৰ অক্ষৌহিণী এফালে ন অক্ষৌহিণী সেনাৰ মাজত বৈ মহাবীৰ যোদ্ধা অৰ্জুনৰ হাতৰ পৰা সৰি পৰিছিল অব্যৰ্থ গাণ্ডীৱ। চৌদিশে দেখিবলৈ পাইছিল আত্মীয়স্বজন। যুদ্ধ তেওঁৰ বাবে অসম্ভৱ। কিন্তু হে' বুদ্ধিজীৱী কৃষ্ণ, তুমি তেওঁৰ কাণত মন্ত্র দিলা। এনে এক মন্ত্র দিলা যে যি মন্ত্ৰৰ ফলত অৰ্জুন প্ৰস্তুত হৈ উঠিল ভাতৃহত্যাৰ বাবে। সেই সুযোগতে শিকাই দিলা পৃথিৱীবাসীক ভাতৃ হত্যাৰ যুক্তি। যি পিতামহৰ প্রাণ, গুৰু



দ্রোণাচাৰ্য্যৰ শ্ৰেষ্ঠ শিষ্য সেই অৰ্জুনে হত্যা কৰিবলৈ, অন্যায়ভাৱে হ'লেও হত্যা কৰিবলৈ প্ৰস্তুত হ'ল পিতামহক আৰু দ্রোণাচাৰ্যক।

মই হত্যা কৰিব খুজিছোঁ ৰাজসিংহাসনৰ বাবে তাত কোনো দৰ্শনৰ ভেটি নাই। যুক্তিৰ বাহুল্যতা নাই। সৰলভাৱে মই বিচাৰিছোঁ ৰাজসিংহাসন, যুদ্ধজয়ৰ দ্বাৰা কিন্তু অৰ্জুনক হত্যাৰ বাবে প্ৰস্তুত কৰিছা দৰ্শনৰ ভেটিত। হত্যা কৰিবলৈও দৰ্শনৰ সাহায্যৰ প্ৰয়োজন। দৰ্শনে শুদ্ধ কৰে হত্যাকাৰীক। হত্যাক শুদ্ধি প্ৰদান কৰিছা কৃষ্ণ দৰ্শনৰ পৱিত্র জল ছটিয়াই। তোমাৰ দৰে যদি কপট সখ্যতা অৰ্জুন–কিম্বা পাণ্ডৱৰ লব্ধ হ'ব পাৰে শকুনিৰ দৰে মন্ত্রণাদাতা মোৰ থকাত অসুবিধা কি? শকুনি আৰু তোমাৰ মাজত পাৰ্থক্য সিমানেই যে শকুনিৰ কোনো দাৰ্শনিক ভিত্তি নাই। কিন্তু বাকী কামখিনি আৰু কামৰ ফলখিনি একেই।

অৰ্জুনে যেতিয়া দুই কুলৰ যোদ্ধাসকলৰ মাজত ৰৈ যুদ্ধ নকৰোঁ বুলি কৈছিল সেয়া কি অৰ্জুনৰ ক্লৈব আছিল। অৰ্জুনৰ আসক্তি আহিছিল ভাতৃসকলৰ প্ৰতি। অৰ্জুন অহিংসা বাদী নহয় কিন্তু যুদ্ধৰ সময়ত তেওঁৰ আসক্তি আহিছিল নিজৰ পৰিচিতসকলৰ প্ৰতি। সেই আসক্তি সঁচায়ে প্ৰয়োজন নাছিলনে? কোনো বিচাৰকে নিজৰ পুত্ৰক শাস্তি দিব লগা হোৱা বাবে দেখুওৱা অজুহাত যেন আছিলনে সেয়া। হয়তো সেই আসক্তিয়েই অৰ্জুনৰ পৰিচয় আছিল। সেই আসক্তিৰ বাবেই হয়তো অৰ্জুন চিৰদিন নমস্য হৈ থাকিলহেঁতেন। কিন্তু নোৱাৰিলি "অৰ্জুন, তই নোৱাৰিলি। তোৰ সৰলতাক তই বৰ্তাই ৰাখিব নোৱাৰিলি; যি সৰলতাই তোৰ হাতৰ ধনুশৰ পেলাই দিছিল সেই সৰলতাক ব্যৱহাৰ কৰিলে শ্ৰীকৃষ্ণই আৰু এজন এজনকৈ সগোত্রীয়ক অন্যায়কৈ হ'লেও তোৰ হতুৱাই হত্যা কৰোৱালে। মুহূৰ্তে মুহূৰ্তে তই কৰিব লগা হ'ল অন্যায়। কিয়নো তই অন্যায় কৰা নাই, ধৰ্মৰক্ষাহে কৰিছ। নিৰলে এদিন যেতিয়া মোৰ দৰে তই বহিব লাগিব অৰ্জুন, তেতিয়া তই তুলাচনীত উঠিব লাগিব আৰু মই জানো, মই তোক চিনি পাওঁ অৰ্জুন, সেয়ে কৈছোঁ, তেতিয়া তই বহু ওখ পৰ্বতৰ পৰা তললৈ সৰি পৰাদি সৰি পৰিবি।

অৰ্জুনে হাতত ধনুশৰ লোৱা মুহূৰ্ততে কুৰুক্ষেত্ৰৰ মহাৰণ বন্ধ হোৱাৰ শেষ সম্ভাৱনাও নিৰ্বাপিত হ'ল। কিন্তু সকলোৱে ক'বলৈ আৰম্ভ কৰিলে যে মইহে খলনায়ক।

এই খলনায়কৰ আঁৰ লৈ সকলোৱে নিজৰ নিজৰ শত্ৰুলৈ কাঁড় মাৰিলে, হত্যা কৰিলে, ৰক্তপান কৰিলে।

খলনায়ক বিলাক একো একোজন শিখণ্ডী। কিয়নো তেওঁলোকৰ দোষবিলাক ডাঙৰ ডাঙৰকৈ দেখুৱাব পাৰিলেই তাৰ আঁৰ লৈ নিজৰ উদ্দেশ্য সাধন কৰিব পৰা যায় কিম্বা নিজক নিৰ্দোষ দেখুৱাব পৰা যায়।

কিন্তু ভাৰত যুদ্ধৰ এজন দুৰ্যোধন আছে যি সকলো দোষ মূৰ পাতি লোৱাৰ অহংকাৰ কৰিব পাৰে। হয়, মই স্বীকাৰ কৰিছোঁ যে মহাভাৰতৰ যুদ্ধত মোৰ অৱদান শূন্য নহয় কিন্তু ময়েই, এই দুৰ্যোধনেই এক মাত্ৰ দোষী নহয়। কেতিয়াও নহয়–

## দ্বিতীয় দৃশ্য

*(হাতত এটা শিখা লৈ দূৰৰ পৰা যুৱৰাজ বুলি মাতি মাতি আহি পায় অশ্বত্থামা)*

অশ্বত্থামা : যুৱৰাজ, যুৱৰাজ।

দুৰ্যোধন : কোন! কোন! কোনে মাতে মোক। নে মোৰ ভ্ৰম, কোনে কোনে মাতে মোক।

অশ্বত্থামা : যুৱৰাজ ক'ত আপুনি যুৱৰাজ।

দুৰ্যোধন : যুৱৰাজ মানে যদি দুৰ্যোধনকে বুজাব খুজিছা তেন্তে ইয়াত পৰি আছোঁ মই এইয়া-

অশ্বত্থামা : আঃ কি দৃশ্য এয়া। এখন যেন ধুমুহাই কোবাই যোৱা সুদৃশ্য উদ্যান। কেনেকৈ এনেকুৱা হ'ল যুৱৰাজ, কেনেকৈ এনে হ'বলৈ পালে—

দুৰ্যোধন : নিজেই উত্তৰ দিছে নিজেই পুনৰ প্ৰশ্ন কৰিছে। কিয় গুৰু পুত্ৰ অশ্বত্থামা। মোক ধুমুহাই কোবাই গৈছে। নল'ব নল'ব গুৰুপুত্ৰ মোৰ শিৰ কোলাত নল'ব। মই ভূপতিত হৈছোঁ।

অশ্বত্থামা : কি কৰোঁ যুৱৰাজ কি কৰোঁ মই। কেনেদৰে এই দৃশ্য সহ্য কৰোঁ। যুৱৰাজ সামান্য পানীৰ ব্যৱস্থা কৰোঁনে? মুখমণ্ডল দেখি ধাৰণা হৈছে যে আপুনি তৃষ্ণাৰ্ত। আদেশ দিয়ক যুৱৰাজ।

দুৰ্যোধন : ইচ্ছা নাছিল--তথাপি আপোনাৰ অনুৰোধ, যাওঁক পাৰে যদি আনক। *(অশ্বত্থামা যায়)*

পানী দিব! মোৰ মুখত পানী দিব! গুৰুপুত্ৰই মোলৈ পানী আনিবলৈ গৈছে। চোৱাহি চোৱাহি সকলোৱে, চোৱাহি মোৰ সুখ চোৱাহি, কেতিয়াও অকলশৰীয়া হোৱা নাই দুৰ্যোধন--

অশ্বত্থামা : *(পানী খুৱাই)* কোন দুৰাচাৰে এই কাম কৰিলে যুৱৰাজ।

দুৰ্যোধন : দুৰাচাৰ। হাঃ হাঃ হাঃ। কৌৰৱ পাণ্ডৱৰ মাজততো এজনেই দুৰাচাৰ আছে। এজনেই--

অশ্বত্থামা : কোন--কোন?

দুৰ্যোধন : কিয় দুৰ্যোধন। এই বিশেষণেৰে এজনকেই বিভূষিত কৰা হয় এজনকেই—

অশ্বত্থামা : সেয়া একপক্ষীয় কথা। আপুনি কাৰোবাৰ বন্ধু কাৰোবাৰ পুত্ৰ, কাৰোবাৰ প্ৰেম ধন্য-

দুৰ্যোধন : আপোনাৰ বাবে মই কোন?

অশ্বত্থামা : মোৰ বাবে যুৱৰাজ। আপোনাৰ হৈ যুদ্ধ কৰিছোঁ এতিয়াও মোৰ দেহত শক্তি আছে



সামৰ্থ্য আছে। কিছুসংখ্যক সৈন্য এতিয়াও আছে। জীয়াই আছে কৃপাচাৰ্য, কৃতবৰ্মা। গতিকে মই ঘোষণা কৰিব খোজা নাই যে কুৰুক্ষেত্ৰ যুদ্ধ সমাপ্ত হৈছে আৰু যুদ্ধত পাণ্ডৱ পক্ষৰ জয় হৈছে।

দুৰ্যোধন : কি কৈছে গুৰুপুত্ৰ? কি কৈছে মোৰ সুহৃদ অন্যতম—

অশ্বত্থামা : হয় যুৱৰাজ, মই ঘোষণা কৰিব খোজা নাই যে কুৰুক্ষেত্ৰ যুদ্ধ শেষ হৈছে। অশ্বত্থামা জীয়াই আছে। জয় কিম্বা পৰাজয় নিৰ্ণয় হ'বলৈ এতিয়াও বহু পৰ।

দুৰ্যোধন : বহুপৰ?

অশ্বত্থামা : বহুপৰ বহুপৰ

দুৰ্যোধন : আপুনি অমৃত। অমৃত। তৃষ্ণাৰ্ত ওঁঠত দিয়ে পানী। মৃত্যু উন্মুখ জনক শুনাই জয়ৰ সম্ভাৱনা। কি বিদ্যাই আপুনি নিশিকিলে গুৰুপুত্ৰ। গুৰু দ্ৰোণাচাৰ্যই এনে অমৃত বিদ্যা কেৱল আপোনালৈহে সাঁচি থৈছিল নিশ্চয়। কওক কওক পুনৰ কওক কুৰুক্ষেত্ৰ যুদ্ধ এতিয়াও হোৱা নাই—শেষ—

অশ্বত্থামা : নাই হোৱা, নাই হোৱা—

দুৰ্যোধন : দাঙি ধৰক গুৰুপুত্ৰ কিঞ্চিত মোক দাঙি ধৰক চোৱাহি চোৱাহি পাণ্ডৱসকল। গুৰুপুত্ৰ অশ্বত্থামাই মোক দাঙি ধৰিছে। আনক আনক সেই অগ্নিশিখাটি আনক (আনে) দিয়ক গুৰুপুত্ৰ মোৰ হাতত তুলি দিয়ক (শিখা লয়) এতিয়াও পাণ্ডৱৰ জয় নিশ্চিত হোৱা নাই। কোনো বাহ্যিক আক্ৰমণকাৰীৰ বাবে হস্তিনাপুৰৰ ৰাজসিংহাসন এতিয়াও আৰোহণ যোগ্য হোৱা নাই। মই ঘোষণা কৰিছোঁ, কুৰুক্ষেত্ৰ যুদ্ধৰ কৌৰৱ সেনাপতি এতিয়াৰ পৰা আপুনি।

অশ্বত্থামা : কি?

দুৰ্যোধন : মোক বহুৱাই দিয়ক গুৰুপুত্ৰ, বহুৱাই দিয়ক। আনন্দ সহ্য কৰিব নোৱাৰা হৈছোঁ মই। সময় বৰ দ্ৰুতগতিত পৰিৱৰ্তন হ'বলৈ ধৰিছে গুৰুপুত্ৰ। (বহে)

অশ্বত্থামা : (ধনু লয়) গুৰু দ্ৰোণাচাৰ্য, মোৰ পিতৃ দ্ৰোণাচাৰ্য, পৰশুৰামৰ শিষ্য দ্ৰোণাচাৰ্য ; শুনা তুমি য'তে আছা ত'ৰে পৰাই শুনা, এই অশ্বত্থামাই প্ৰতিজ্ঞা কৰিছে পঞ্চপাণ্ডৱৰ ছিন্নমূৰ আনি যুৱৰাজৰ হাতত অৰ্পণ কৰিবহি। এয়া মই মোৰ ধনু তুলি ল'লোঁ আৰু প্ৰতিজ্ঞা ৰক্ষা বা প্ৰাণ বিসৰ্জনৰ বাবে অগ্ৰসৰ হ'লোঁ।

দুৰ্যোধন : কিয় ইমান ভীষণ প্ৰতিজ্ঞা গ্ৰহণ কৰিলে—

অশ্বত্থামা : এইবাবেই যে অমৰ অশ্বত্থামাক পাণ্ডৱে কেতিয়াবাই হত্যা কৰিলে। সেই হত্যাৰ। সেই হত্যাৰ বাৰ্তাৰে পিতৃ দ্ৰোণাচাৰ্যক অন্যায় ভাৱে হত্যা কৰিলে যুদ্ধত। অন্যথা এনে বীৰ কোন আছে ভাৰতত যি দ্ৰোণাচাৰ্যক ৰোধ কৰিব পাৰে। সেই হত্যাৰ প্ৰতিশোধ লাগে। সেই প্ৰতিশোধৰ বাবেই মোৰ এই প্ৰতিজ্ঞা।

দুৰ্যোধন : প্ৰতিজ্ঞা সুৰাৰ দৰে চলনাময়ী গুৰুপুত্ৰ। সুৰাৰ দৰে চলনাময়ী। প্ৰতিজ্ঞা ৰক্ষাৰ নামত ভীমে ৰাক্ষসৰ ৰূপ লৈ দুঃশাসনৰ ৰক্তপান কৰিলে। জয়দ্ৰথক অৰ্জুনে বধ

করিলে। ভীমে মোৰ উৰুভংগ কৰিলে। কৃষ্ণজ্যেষ্ঠা গুৰু বলোৰামে যেতিয়া ভীমে মোক অন্যায়ভাৱে নাভিৰ তলত আঘাত কৰোতে ভীমক বধ কৰিবলৈ খেদি গৈছিল কৃষ্ণই বলোৰামক নিৰস্ত্ৰ কৰিলে এই প্ৰতিজ্ঞাৰ কথা কৈ। প্ৰতিজ্ঞা অচিনাকী ঠাইত লগ পোৱা শঠ পথ প্ৰদৰ্শকৰ দৰে। লক্ষ্যস্থানত ঠিকেই উপস্থিত কৰাব কিন্তু যি পথেৰে নিব যে সেই পথ কেতিয়াও সজগম্য নহয়। মই কি বুজাম জ্ঞানী অশ্বত্থামাক। তথাপি................। যাওক, আপোনাৰ প্ৰতিজ্ঞা পূৰণ কৰক। পলম নকৰিব......................

অশ্বত্থামা ঃ পলম। নহ'ব যুৱৰাজ মই এয়া যাত্ৰা কৰিলোঁ।

দুৰ্যোধন ঃ যাওঁক আৰু বিজয়ী হৈ উভতি আহক । জয় কৌৰৱ সেনাপতি অশ্বত্থামাৰ জয়।

অশ্বত্থামাঃ আপোনাক এনে অৱস্থাত এৰি যোৱা অনুচিত বুলি জানিও কেৱল প্ৰতিজ্ঞাৰ বাবেই অগ্ৰসৰ হওঁ যুৱৰাজ *(যায়)*

দুৰ্যোধন ঃ যুদ্ধ কেতিয়াও এবাৰ আৰম্ভ হৈ স্তব্ধ নহয়। স্তব্ধ নোহোৱাটোৱেই যুদ্ধৰ চৰিত্ৰ। কেতিয়াবা গোপনে কেতিয়াবা প্ৰকাশ্যে যুদ্ধ অহৰহ চলি থাকে। কেতিয়াবা কুৰুক্ষেত্ৰত কেতিয়াবা মন্ত্ৰণাশালত যুদ্ধই অহৰহ বৰণ সলায়। এবাৰ দ্ৰোণাচাৰ্যক বধ কৰে, এবাৰ পাণ্ডৱ বধৰ প্ৰতিজ্ঞা লয় দ্ৰোণাচাৰ্য পুত্ৰই। এনেকৈ চলি থাকে একো একোখন কুৰুক্ষেত্ৰ।

পাণ্ডৱ। তোমালোকে জয়ৰ বাবে যুঁজিছা—ময়ো পৰাজয় মানি লোৱা নাই। তোমালোকেও ন্যায়ৰ পথেদি যুঁজা, নাই ময়ো দাবী নকৰোঁ সম্পূৰ্ণ ন্যায়েৰে যুঁজিছো। বৰঞ্চ যুঁজ আৰম্ভ হ'লেই ন্যায়তকৈ অন্যায়ৰ পথেই সহজে গ্ৰহণ কৰা হয়। জয় কিম্বা পৰাজয় মোক কিবা এটা লাগে। বিনাযুদ্ধে নিদিম মই সূচ্যাগ্ৰ মেদিনী-

## তৃতীয় দৃশ্য

দুৰ্যোধন ঃ কেনেদৰে শেষ হয় এখন মহাযুদ্ধ। কেনেদৰে। নিজৰ মৃত্যুত???

তেনে মোৰ মৃত্যুৰ বাবেই এই মহাসমৰে অপেক্ষা কৰিছে। মোৰ মৃত্যুৰ পাচত এই মহাসমৰ শেষ হ'ব; মাত্ৰ মোৰ বাবে শেষ হ'ব বাকী সকলোৰে বাবে থাকি যাব এই মহাসমৰ।

এনে কথি কোনোবা ওলাবনে যি ভুলকৈ হ'লেও এবাৰ লিখি পেলাব- দুৰ্যোধন এই যুদ্ধৰ জয়ী নায়ক বুলি।

*মোক জয়ী হ'বলৈ লাগে।*

*জয়ী হ'বলৈ লাগে কেৱল।*



এনে এটা পথ কিয় নাই য'ত সকলো জয়ী হব পাৰে। এটা দলৰ পৰাজয়ৰ কিয় প্ৰয়োজন এটা দল জয়ী হ'বৰ বাবে। কোনে উত্তৰ দিব। কোনে দিব।

অস্ফুট হৈ আহিছে, নীৰৱ হৈ আহিছে ক্ৰমে পৃথিৱী মোৰ বাবে মহাসমৰ লাহে লাহে শেষ হৈ আহিছে। তূণৰ শৰ এডাল এডালকৈ শেষ হৈ আহিছে। অন্ধকাৰ--একো--নাই-*(শুই পৰে)*

খন্তেক পিচতে অশ্বত্থামা আহে। হাতত এটা টোপোলা।

অশ্বত্থামা ঃ যুৱৰাজ। প্ৰতিজ্ঞা পূৰণ হ'ল। প্ৰতিজ্ঞা পূৰণ হ'ল। ক'ত যুৱৰাজ ক'ত। আস যুৱৰাজ। কি হ'ল। বহু পলম হৈ গ'লনেকি যুৱৰাজ। নোৱাৰে ইমান পলম হ'ব নোৱাৰে। আঃ আঃ প্ৰতিজ্ঞা যাৰ বাবে কৰিলোঁ যাৰ বাবে প্ৰতিজ্ঞা পূৰণ কৰিলোঁ তেওঁ এতিয়া মহানিদ্ৰাত। আঃ নিয়তি কি খেল খেলিছা মোৰ লগত।

যুৱৰাজ উঠক। উঠক যুৱৰাজ। শুনি লওঁক। শুনি লওঁক। যুদ্ধ জয়ৰ সংবাদ শুনি লওঁক। আপুনি যুদ্ধত জয়ী হৈছে। ধৃষ্টদ্যুম্ন শিখণ্ডী দুয়োৰে মোৰ হাতত প্ৰাণ গৈছে। আৰু চাওক এয়া মই ভাৰ বৈ কি আনিছোঁ। উঠক। উঠক। শেষ সকলো শেষ। নাই নাই—কোনো কম্পন নাই। কোনো কম্পন নাই। শেষ কম্পনটিও শেষ হৈ গৈছে। তেনে বৃথাই গ'ল এই জয়। এই জয় বৃথাই গ'ল। আস। *(পোহৰলৈ চায়)* চাওঁ সেই মুখ যিখন মুখৰ পৰা উচ্চাৰিত হৈছিল কেতিয়াও পৰাভূত হ'ব নোখোজাৰ আদেশ। জয়ী হ'বলৈ, জয়ী হোৱাৰ বাতৰি শুনিবলৈ ব্যগ্ৰ হৈ থকা সেই মুখ। নিস্পন্দ, নিস্পন্দ। কিয় হ'ল। এতিয়া পাণ্ডৱ হত্যাৰ এই খবৰ মই কাক দিম। কিহৰ বাবে কৰিলোঁ এই হত্যা।

*(হঠাৎ আঁতৰি যাব খুজি ঘূৰি)*

ইকি!

ক'ৰবাত যেন আছে স্পন্দন। সৰীসৃপৰ দৰে যেন কিবা এটি বগাই গৈছে। নহয় নহয় শেষ হৈ যোৱা নাই, উশাহ ল'ব পৰাকৈ এতিয়াও কিবা আছে। নোৱাৰে নোৱৰে এই শুভবাৰ্তা নুশুনাকৈ যুৱৰাজে পৃথিৱী ত্যাগ কৰিব নোবাৰে। এতিয়াও যুৱৰাজে শুশ্ৰূষা পালে সঁহাৰি দিব। পানী ক'ত ক'ত পানী।

*(পোহৰলৈ পানী আনিবলৈ যায়—আৰু পোহৰ এৰি পানীলৈ আহে। দুৰ্যোধনৰ চকুৰে মুখে পানী পৰে পানী মাৰে শুশ্ৰূষা কৰে।)*

—যুৱৰাজ যুৱৰাজ। সঁহাৰি দিয়ক যুৱৰাজ। চাওক এয়া কৌৰৱ সেনাপতি। অশ্বত্থামা। আপোনাৰ পৰা সঁহাৰিৰ অপেক্ষাত, শুভবাৰ্তা শুনোৱাৰ অপেক্ষাত পাণ্ডৱৰ চেদিত মুণ্ড হাতত লৈ এয়া মই যুৱৰাজ। চকু মেলক। শুনক যুৱৰাজ। যুদ্ধ জয়ৰ বাৰ্তা শুনক। শুনক কেনেদৰে মই মোৰ প্ৰতিজ্ঞা ৰাখিলোঁ। শুনক। অন্ধকাৰ নিশা। গোপনে পাণ্ডৱৰ শিবিৰত প্ৰৱেশ কৰিলো। সৰ্ব প্ৰথমে বধ কৰিলোঁ মোৰ পিতৃহন্তা ধৃষ্টদ্যুম্নক। অন্ধকাৰৰ সহায় লৈ কোনো সুবিধা নিদিলো প্ৰতিবোধৰ। শেষ কৰি

দিলো পাণ্ডৱ সেনাপতিৰ জীৱন। তাৰ পিচত তাৰ পিচত শুনিব যুৱৰাজ। তাৰ পিচত মই বিচাৰিব ধৰিলোঁ পঞ্চ পাণ্ডৱক। পঞ্চপাণ্ডৱ নিদ্ৰিত অৱস্থাত আছিল--পাঁচোটাকৈ মূৰ এন্ধাৰৰ সহায় লৈ কাটি লৈ আহিলোঁ। বাধা দিবলৈ আহিছিলে পিতামহৰ হত্যাকাৰী শিখণ্ডী। সেই অধমেও বজ্ৰমুষ্টিৰ আঘাতত বাট ল'লে ধৃষ্টদ্যুম্নৰ। মই আপোনাক প্ৰদৰ্শনৰ নিমিত্তে লৈ আহিছোঁ মোৰ প্ৰতিজ্ঞাৰ টোপোলা। এয়া ছেদিত শিৰ পঞ্চ পাণ্ডৱৰ। এবাৰ চাওঁক যুৱৰাজ। এবাৰ দৰ্শন কৰি মোৰ এই গুপ্তহত্যাক মান প্ৰদান কৰক। যুৱৰাজ। নিষ্ফল হ'বলৈ নিদিব মোৰ উৎসাহৰ।

*(পানী মাৰে )*

দুৰ্যোধন : কো--ন। *(অৱসাদ)*

অশ্বত্থামা : মই যুৱৰাজ, মই অশ্বত্থামা।

দুৰ্যোধন : কোন?

অশ্বত্থামা : মই কৌৰৱ সেনাপতি।

দুৰ্যোধন : কৌৰৱ জানো আছে যে এজন সেনাপতি থাকিব।

অশ্বত্থামা : তেনে অমংগলীয়া কথা নক'ব যুৱৰাজ। আপুনি আছে। আপুনি কৌৰব শ্ৰেষ্ঠ। আপুনি থকালৈকে এই সেনাপতি থাকিব।

দুৰ্যোধন : মই থকালৈকে সেনাপতি থাকিব। মই নথকাৰ পাচত সেনাপতি নাথাকে।

অশ্বত্থামা : আপোনালৈ শুভবাৰ্তাই অপেক্ষা কৰি আছে।

দুৰ্যোধন : শুভবাৰ্তা? মোলৈ অপেক্ষা কৰি আছে। কি-- শুভবাৰ্তা? অচিৰেই মোৰ বিষ জ্বলা-যন্ত্ৰণা সকলো নিৰসন হ'ব সেই শুভবাৰ্তা--?

অশ্বত্থামা : নহয় যুৱৰাজ। শুভবাৰ্তা সেই টোপোলাত বন্দী হৈ আছে।

দুৰ্যোধন : এক টোপোলা শুভবাৰ্তা। ইমান বৃহৎ বাৰ্তাৰ গাঁঠি খোলক, নহ'লে আপুনি বাৰ্তা কোৱাৰ আগতেই মই এক বাৰ্তা হৈ যাম। কওক কওক

অশ্বত্থামা : এই টোপোলাই কি বহন কৰিছে জানে যুৱৰাজ--

দুৰ্য্যোধন : তাৰেইতো অপেক্ষা কৰিছোঁ।

অশ্বত্থামা : পঞ্চপাণ্ডৱৰ ছেদিত মুণ্ড

দুৰ্যোধন : শুনা নাই পুনৰ কওঁক

অশ্বত্থামা : পঞ্চপাণ্ডৱৰ ছেদিত মুণ্ড

দুৰ্যোধন : শুনিছোঁ পুনৰ কওঁক

অশ্বত্থামা : যুধিষ্ঠিৰ, ভীম, অৰ্জুন, নকুল, সহদেৱৰ ছেদিত মুণ্ড দৰ্শন কৰক।

দুৰ্যোধন : আপুনি যিমান হাঁহিব পাৰে, আনন্দ কৰিব পাৰে তাতকৈ দুগুণ হাঁহক। মোৰ হৈ হাঁহক। মোৰ নিৰান্নবৈটা ভাইৰ হৈ হাঁহক। মই হাঁহিব পৰাকৈ সক্ষম নহয়। বাকী ভাইসকল নিশ্চুপ।



অশ্বত্থামা : পাণ্ডৱৰ মৃত্যু মানে আমি এই যুদ্ধত জয়ী হৈছোঁ।

দুৰ্যোধন : জয়ী হৈছোঁ। আমি জয়ী হৈছো। এই দুৰ্যোধন হেনো জয়ী হৈছে। শুনা শুনা বাকী থকা ভাৰতবাসী, দুৰ্যোধন হেনো জয়ী হৈছে।

অশ্বত্থামা : আপুনি অবিশ্বাস কৰিছেনেকি যুৱৰাজ।

দুৰ্যোধন : নাই কৰা নাই কৰা। উন্মুক্ত কৰক গুৰুপুত্ৰ উন্মুক্ত কৰক। মৃত সেই মুখকেইখন এবাৰ দৰ্শন কৰোঁ--

অশ্বত্থামা : *(উন্মুক্ত কৰি)* এয়া চাওক

দুৰ্যোধন : *(চায়)* পৰিচয় ধৰিব নোৱাৰি। এয়া পঞ্চপাণ্ডৱৰ নে--কৌৰৱৰে পাঁচজন ভাই ধৰিব নোৱাৰি। মৃতদেহ চাবলৈ হয়তো এন্ধাৰেই প্ৰকৃষ্ট। মই পতিয়ন যাব পৰা নাই। মই পতিয়ন যাব পৰা নাই।

অশ্বত্থামা : কি যুৱৰাজ, পতিয়ন যাব পৰা নাই।

দুৰ্যোধন : এয়া পঞ্চপাণ্ডৱৰে ছেদিত মুণ্ড বুলি মই পতিয়ন যাব পৰা নাই, মই কি কৰোঁ--?

অশ্বত্থামা : হয় যুৱৰাজ হয় পাণ্ডৱৰে মুণ্ড হয়

দুৰ্যোধন : নহয় গুৰুপুত্ৰ নহয়। চিৰকাল মোক অন্ধৰ পুতেক অন্ধ বুলি উপলুঙা কৰি অহা হৈছে। লোকৰ চকুৰে পৃথিৱী চোৱাৰ এক অভ্যাস পিতাৰ পৰা যেন মই আহৰণ কৰিলোঁ। গুৰুপুত্ৰ, নহয় নহয় সেই ভুল মই জীৱনৰ অন্তিম মুহূৰ্তত কৰিব খোজা নাই, যাওক সামান্য পোহৰৰ ব্যৱস্থা কৰক, মই চাই নিশ্চিত কৰোঁ।

*(অশ্বত্থামা যায়।)*

চোৱা পাণ্ডৱসকল চোৱা। গোটেই জীৱন তোমালোকে সকলো কষ্ট একেলগে ভোগ কৰাৰ দৰে মৃত্যুও একেলগে ভোগ কৰিলাহঁক। কেনেদৰে একে টোপোলাতে বান্ধ খাই দুৰ্যোধনৰ কাষলৈ আহিব লগা হ'ল। *(পোহৰ লৈ অশ্বঃ আহে)*

আঃ গুৰুপুত্ৰ *(অস্বাভাৱিক হৈ পৰে)*

অশ্বত্থামা : কি হ'ল যুৱৰাজ কিবা বিশেষ কষ্ট পাইছেনেকি?

দুৰ্যোধন : এয়া কি কৰিলে গুৰু পুত্ৰ?

অশ্বত্থামা : কি হ'ল যুৱৰাজ?

দুৰ্যোধন : কেনেকৈ সম্পাদিত হ'ল এই গৰ্হিত কাৰ্য?

অশ্বত্থামা : কি গৰ্হিত কাৰ্য?

দুৰ্যোধন : পঞ্চপাণ্ডৱ বুলি কাক হত্যা কৰি মোৰ সন্মুখলৈ টোপোলা বান্ধি লৈ আনিলে?

অশ্বত্থামা : কি এইয়া পঞ্চপাণ্ডৱ নহয়?

দুৰ্যোধন : চাওক এয়া কোন চাওক।

অশ্বত্থামা ঃ কোন কোন এয়া

দুৰ্যোধন ঃ পঞ্চপাণ্ডৱ বুলি দ্ৰৌপদীৰ পাঁচ পুত্ৰক হত্যা কৰিলে।

অশ্বত্থামা ঃ বিবেচনাৰ সময় নহ'ল। এন্ধাৰতে পঞ্চপাণ্ডৱ বুলি দ্ৰৌপদীৰ পাঁচ পুত্ৰকে হত্যা কৰিলোঁ।

দুৰ্যোধন ঃ এন্ধাৰত।

অশ্বত্থামা ঃ হয় এন্ধাৰত। গোপনে, পাণ্ডৱ শিবিৰত, নিদ্ৰিত অৱস্থাত।

দুৰ্যোধন ঃ নিদ্ৰিত অৱস্থাত; গোপনে?

অশ্বত্থামা ঃ হয় যুৱৰাজ

দুৰ্যোধন ঃ কেনেকৈ ৰূপান্তৰিত হয় এখন ন্যায়যুদ্ধ, গুপ্তহত্যালৈ ; হত্যাৰ পিচত হত্যা, হত্যাৰ পিচত হত্যা, মুকলি পথাৰত সূৰ্যৰ পোহৰত মুক্ত হত্যা। তাত একো সমাপ্তি নহ'ল। শেষত সেই হত্যা গুপ্তহত্যালৈ পৰ্যবেশিত হ'ল। কি কাৰ্য কৰিলে আপুনি। কিয় নিবংশ কৰিলে আমাক।

অশ্বত্থামা ঃ নিবংশ

দুৰ্যোধন ঃ কোন থাকিল। আৰু বাকী কোন থাকিল। উত্তৰ পুৰুষ কোন থাকিল।

অশ্বত্থামা ঃ উত্তৰ পুৰুষ?

দুৰ্যোধন ঃ জয় বুলি এয়া কি আনি দিলে গুৰুপুত্ৰ। এয়া কি আনি দিলে গুপ্তঘাতকৰ ভূমিকালৈ।

অশ্বত্থামা ঃ মই কি কৰিলোঁ এয়া—

দুৰ্যোধন ঃ এয়া সম্পূৰ্ণ পৰাজয় আনি দিলে। সকলোৰে বাবে পৰাজয় আনি দিলে। কৌৰবৰ বাবেও পাণ্ডৱৰ বাবেও। যুদ্ধৰ এটা পৰিসমাপ্তি বিচাৰিছিলোঁ, এটা নিৰ্ণয় বিচাৰিছিলোঁ কিন্তু এনে নিৰ্ণয় মোৰ কাম্য নাছিল। এনে এখন সৰ্বক্ষয়ী যুদ্ধৰ পিছত পাণ্ডৱ বেছি দিন জীয়াই থাকিবলৈ সক্ষম নহ'ব। তেওঁলোকৰ স্বাভাৱিক মৃত্যু হ'ব। মোৰতো আৰু বেছি সময় নাই তেনে কোন থাকিব আমাৰ উত্তৰ পুৰুষ। এনে এক শূন্যতাত মোক কিয় এৰি দিলে আপুনি।

অশ্বত্থামা ঃ যুৱৰাজ—

দুৰ্যোধন ঃ স্বীকাৰ আছিল। পৰাজয় স্বীকাৰ আছিল মোৰ। কিন্তু এনে পৰাজয়। নাই কেতিয়াও মই কল্পনাও কৰা নাছিলোঁ। হত্যাৰ ফাকুখেলৰ ই এক স্বাভাৱিক পৰিণতিয়েই হয়তো। এটাৰ পিচত এটাকৈ হত্যা—ন্যায়ৰ নামত, ধৰ্ম ৰক্ষাৰ নামত--দেশ ৰক্ষাৰ নামত, অখণ্ডতা ৰক্ষাৰ নামত। অৱশেষত গুপ্তহত্যা। আঃ কি পৰিণতিয়েই নিদিলে কুৰুক্ষেত্ৰই কি পৰিণতিয়েই নিদিলে--

অশ্বত্থামা ঃ কি কৰোঁ যুৱৰাজ, কি কৰোঁ—

দুৰ্যোধন ঃ যাওঁক গুৰু পুত্ৰ যাওঁক। যি কোনো মূল্যৰ বিনিময়ত দ্ৰৌপদীৰ পুত্ৰৰ জীৱন দান কৰক-



অশ্বত্থামা ঃ জীৱন দান?

দুৰ্যোধন ঃ জীৱন দান

অশ্বত্থামা ঃ ই জানো সম্ভৱ! জীৱনদান জানো সম্ভৱ।

দুৰ্যোধন ঃ সম্ভৱ কেৱল গুপ্তহত্যা। ৰক্ষা কৰক উত্তৰ পুৰুষ ৰক্ষা কৰক। যাওঁক—

অশ্বত্থামা ঃ উত্তৰ পুৰুষ ৰক্ষা কৰা মোৰ কি বিদ্যাই বা জনা আছে! বিদায়—*(প্ৰস্থান)*

দুৰ্যোধন ঃ এটা এটাকৈ বালিচাহীৰ জন্ম হৈ যেনেকৈ এখন মৰুভূমিৰ সৃষ্টি হয় ঠিক সেইদৰে এজন এজনকৈ যোদ্ধাৰ মৃত্যু হৈ এখন মহাসমৰৰ অন্ত হয়। পৃথিৱী হৈ পৰে উত্তৰ পুৰুষহীন। ধৰ্মযুদ্ধ পৰ্যবসিত হয় গুপ্ত হত্যালৈ । কৃষ্ণ! তুমি এই ৰণ ধৰ্মৰক্ষাৰ বাবে কৰিছা বুলি অৰ্জুনক বুজালা—এই গুপ্তহত্যাৰ পৰিণতি কি বুলি ব্যাখ্যা কৰিবা! গুপ্তহত্যা বুলি আস্ফালন কৰাৰ বাহিৰে অন্য কি কৰিবলৈ সক্ষম তুমি কোৱা দাৰ্শনিক বুদ্ধিজীৱী কৃষ্ণ।

দুৰ্যোধন। তোৰ অহংকাৰ প্ৰথমবাৰৰ বাবে বাহি কাপোৰ খোলাদি খুলি পেলা। আৰু প্ৰাৰ্থনা কৰ এজন ভাষ্যকাৰক। যি জন ভাষ্যকাৰে এনে এটা ব্যাখ্যা এদিন দিব যে জান- জুৰিয়েদি পানী বৈ আহি এখন নদী হয়। সেই নদীয়ে যেতিয়া বাৰিষা গৰা খহাই তেতিয়া সেই নদীৰ গাত দোষ দিয়া হয়—সেই জান-জুৰিবিলাকক নহয়। অথচ সেই জান-জুৰিবিলাকেই যোগান ধৰিলে নদীক গৰা খহোৱাৰ শক্তি। এজন ভাষ্যকাৰক প্ৰাৰ্থনা কৰ তই, ভাষ্যকাৰে মানুহক ক'ব খলনায়ক নিৰ্মাণ নকৰিবা। খলনায়কৰ দেহা ইমান ডাঙৰ নহয় যে তাৰ দেহাই সকলোকে আৱৰণ দিব পাৰিব। কিয়নো খলনায়ক কেৱল নিজেই নমৰে। খলনায়কে মাৰে, মৰে আৰু উত্তৰ পুৰুষ শূন্য কৰে।

*(লাহে লাহে দুৰ্যোধন স্তিমিত হৈ আহে খৰমানৰ সুৰ বাজি থাকে। সেই সুৰ অন্য এক অৰ্থবহ সুৰলৈ ৰূপান্তৰিত হয়।)*

**সমাপ্ত**

# কুলধৰ চেতিয়া বুঢ়া হ'ল

## হেমন্ত বৰপত্ৰগোহাঁই



### চৰিত্ৰাৱলী

বৰা. চেতিয়া. বৰ্ষা. দিগন্ত. কুঞ্জলতা.



### প্ৰথম দৃশ্য

(কুলধৰ চেতিয়াৰ শোৱা কোঠা)

বৰা : "বাসংসি জীৰ্ননি বিহায় - নবানি গৃহাতি নৰোহপৰাণি তথা শৰীৰাণি বিহায়-জীৰ্নান্যণি সংযতি লৱনী দেহী" মানে হ'ল -- আচ্ছা শুনক, জীৰ্নাণি বা সি বিহায় - মানে জীৰ্ণবস্ত্ৰ পৰিত্যাগ কৰি নৰঃ অপৰাণি নবণি গৃহাতি - মানুহে আন নতুন কাপোৰ লয়, তথা তেনেকৈ দেহী- অৰ্থাৎ আত্মাই জীনাণি শৰীৰনি বিহায় - জীৰ্ণ অৰ্থাৎ জৰাগ্ৰস্ত বিধ্বস্ত শৰীৰ পৰিত্যাগ কৰি -অন্যানি নবানি সংযতি --অন্য নতুন দেহ পৰিগ্ৰহণ কৰে। অৰ্থাৎ দেহাটো হ'ল আত্মাৰ কৰ্ম সাধনৰ আহিলা, আত্মা যিহেতু নিৰাকাৰ সেয়ে কাৰ্য সাধন কৰিবলৈ আত্মাক এটা আধাৰ দৰকাৰ হয়। আত্মাই কোনো নশ্বৰ দেহক আশ্ৰয় কৰিলেই জন্ম বুলি কওঁ। আকৌ জৰাগ্ৰস্ত ৰুগীয়া দেহে আত্মাৰ কাৰ্য সাধন কৰিব নোৱাৰা হ'লে যেতিয়া আত্মাই তাক পৰিত্যাগ কৰে তাকে আমি মৃত্যু বুলি কওঁ।

চেতিয়া : অৰ্থাৎ আত্মাৰ জন্ম-মৃত্যু নাই।

বৰা : হয়, আত্মা নজন্মেও নমৰেও। আত্মা হ'ল আধেয়। ই অবিনশ্বৰ, আধাৰৰূপী দেহহে বিনাশশীল। আত্মা সৎ নিত্য। দেহ অসৎ, অনিত্য। হিন্দু দৰ্শনৰ এটা মূল খুটা হ'ল জন্মান্তৰবাদ।

চেতিয়া : তেতিয়া হ'লে মানুহ মৰিলে দুখ কৰাৰ, কন্দা-কটা কৰাৰ কি অৰ্থ?

বৰা : নাইতো, কোনো অৰ্থ নাই। মানুহ মৰে, মানে কেৱল অকামিলা দেহটো অচল হৈ পৰে। আত্মাটো পৰমাত্মাত মিলি যায়। আত্মা দৰাচলতে পৰমাত্মাৰ অংশ *(সেই কাৰণেইতো বুজিছে চেতিয়া, কন্দা- কটা কৰাৰ অভ্যাস মোৰ নাই। মোৰ হাততে দেউতা মৰিল, আই মৰিল, ডাঙৰ ভাইটোও মৰিল। নাই, মই অলপো দুখ নকৰিলোঁ।)*

চেতিয়া : আপুনি সংস্কৃত শিকি বৰ ভাল কৰিলে বৰা। ভাষাটো জনাৰ বাবে আপুনি বহু কথাই জানিছে। মই বুজিছেনে নোৱাৰিলোঁ। সংস্কৃত আৰু অংক দুয়োটাই স্কুলত মোৰ কাৰণে আপদ আছিল।

চেতিয়া : আচ্ছা, ধৰক - মই এই মৰি গ'লোঁ। হঠাতে বৰ কাঁহ আহিল। ঔষধ পাতিয়ে ক..... ম.........

বৰা : কেই চামুচ?

বৰা : ময়ো বুজিছেনে? ইয়াকে বোলে মায়া। ক'লো কি কৰিলোঁ কি? আপুনি মৰা হ'লেনো কাৰ কি ক্ষতি হ'লহেঁতেন! অথচ দেখিলেনে কি উথপথপখন লগাই দিলোঁ। ইয়াকে কয় মায়া। স্বয়ং ভগৱানো ইয়াৰ পৰা মুক্ত নহয়। আমিবোৰ কোন কুটা।

বৰা : বৰ বেয়া কথা হ'ল। চিগাৰেটটো মই দিব নালাগিছিল।

চেতিয়া : নাই নাই কোনো কথা নাই। আপুনি মনত বেজাৰ পাব নেলাগে। মৰণক কোনে বাধা দিব। আচলতে মৰিবৰ কাৰণে এটা যুক্তি লাগে, চেলু লাগে। সেই যে তাহানিতে পৰীক্ষিত ৰজাই কীটটোকে মূৰত লৈ ইয়েই মোক দংশন কৰক বুলি কোৱা মাত্ৰকে কীটটোৱে তক্ষকৰ ভয়ংকৰ মূৰ্তি লৈ ৰজাক দংশন কৰিলে।

চেতিয়া : বৰ ভাগৰ লাগিছে।

বৰা : আপুনি অলপ শোৱক তেন্তে।

চেতিয়া : নহয়, নহয় আপুনি বহক। মোৰ মাজে মাজে এনেকুৱা লাগেই। ভীষণ অকলশৰীয়া লাগে। (বৈ) মানুহটো জীয়াই থাকোঁতে অযথা জীয়াই থাকি কি হয়। জীৱনৰ ৰূপ-ৰং কাহানিবাই শেষ হৈ গ'ল। এতিয়া যাওঁ বুলি এঠাইলৈ যাব নোৱাৰোঁ। পঢ়ো বুলি বাতৰি এখনকে পঢ়িব নোৱাৰোঁ। খাওঁ বুলি মাছ-মাংস অকণো খাব নোৱাৰোঁ।

বৰা : মই কিন্তু চলি আছোঁ বুজিছে চেতিয়া। এক ৰকম ভালেই চলি আছোঁ। চছঁমা নোহোৱাকৈ পঢ়া মেলাত অলপ দিগদাৰ পাওঁ। কিন্তু দাঁত মোৰ ঠিকেই আছে। মাছে-মঙহেৰে, শাকে-জাবৰে মই ভালেই খাব পাৰোঁ।

চেতিয়া : এৰা, আপোনাৰ স্বাস্থ্য দেখিলে মোৰ ঈৰ্ষা ওপজে।

বৰা : যত্ন বুজিছে যত্ন। সময়মতে লোৱা যত্নৰ ফলতে আজিও সুখে সন্তোষে থাকিব পাৰিছোঁ। আপোনাতকৈ মই কেইবছৰমান ডাঙৰেই হ'ম নেকি?

চেতিয়া : নাই, সমানেই হম দুয়ো। মই বুজিছে কেতিয়াবা ভাবোঁ, এতিয়ালৈকে বাৰু পো-বোৱাৰী, নাতি- পুতিয়ে চোৱা-চিতা কৰিছে। কিন্তু আৰু কিমান দিন? আৰোগ্যৰতো কোনো আশাই নাই। অৱস্থা ক্ৰমে বেয়ালৈহে যাব। সিহঁতৰো বিৰক্তি লাগিব। তেতিয়া -

বৰা : আস্ বৰ বেয়া কথা। বৰ বেয়া কথা, দুখৰ কথা। ঢাৰিয়ে-পাটীয়ে যেতিয়া আপুনি শৌচ-পেচাব কৰিব লগা হয়; থু-খেঁকাৰ পেলাই গোটেইখন একাকাৰ কৰি পেলাব দিনৰ পিচত দিন, মাহৰ পাচত মাহ..... ভাবকচোন পৰিস্থিতিটো। গোটেই জীৱনটো আপুনি যাৰ কাৰণে উচৰ্গা কৰিলে, গোটেই জীৱন যাক মৰম কৰিলে, যাৰ মৰম পালে, সিহঁতেই বুজিছে চেতিয়া বংশ পৰিয়াল, আত্মীয়-স্বজন পো-নাতি সিহঁতেই ঘৃণাত নাক কোঁচাব।

চেতিয়া : অসহ্য অসহ্য বৰা। তাৰআগতে, আহ তাৰ আগতেই মই মৰি যাব খোজোঁ। মোৰ মৰমৰ মানুহবোৰে ঘিণ কৰিবলৈ লোৱাৰ আগতেই মই আঁতৰি যাব খোজোঁ। সিহঁতৰ মৰম-বেথাৰ উম লৈয়ে মই মৰিব খোজোঁ। মোৰ মৃত্যুত সিহঁতে মাত্ৰ এটা আপদ আঁতৰিল বুলি ভাবক সেইটো মহ নিবিচাৰোঁ। সিহঁতৰ চকুৰ কোণত মই এটোপাল সঁচা চকুপানী বিচাৰোঁ। মৰমৰ কোনোবা মৰিলে হাজাৰ বাধা নেওচি নিগৰি অহা এটোপাল চকুলো।

বৰা ॰ চিঃ চি- চেতিয়া কান্দিছে কিয়! নেপায়, নেপায় থক আপুনি মই বিচাৰিলেইতে নহ'ব। তেওঁ নামাৰিলে কোন মৰিম বুলি মৰিব পাৰে? যেনেভাৱে ইচ্ছা কৰে তেনেভাৱেই আমি মৰিব লাগিব। বিধিৰ লিখন খণ্ডাব কোনে?

চেতিয়া : জানে বৰা। কালি মই বিছনাতে পেচাব কৰি দিলোঁ। আধা টোপনিতে কেতিয়া জানো পেচাব হ'ল গমকে নাপালোঁ মোৰ ভীষণ ভয় লাগিবলৈ ধৰিছে বৰা অকলশৰে থাকিলে মোৰ আজিকালি ভীষণ ভয় লাগে।

(দৃশ্য অন্ত)



## দ্বিতীয় দৃশ্য

(চেতিয়াৰ শোৱা কোঠা অন্য এদিন)

বৰা : অলপতে মই কোনোবা এখন কাকতত পঢ়িলোঁ বম্বে' নে ক'ত বোলে এটা মানুহৰ গাখীৰৰ বেংক স্থাপন কৰিছে।

চেতিয়া : মানুহৰ গাখীৰৰ বেংক! বেছ কাণ্ডটো।

বৰা : এই ধৰক ব্লাড বেংকৰ নিচিনা আৰু।

চেতিয়া : সেয়া বুজিছোঁ! পিছে অতখিনি গাখীৰ যোগাৰ কৰিব ক'ৰ পৰা?

বৰা : কোনোবা কোনোবাই ডনেট কৰিব চাগে। শুনিছোঁ, আজিকালি বহু তিৰোতাই বুকুৰ সৌন্দৰ্য ৰক্ষাৰ বাবেও অতিৰিক্ত গাখীৰ ভাগ চেপি উলিয়াই পেলায়। তাতে সন্তান মৰা তিৰোতাসকল আছে। বহুতে আকৌ এবছৰ ন হওঁতেই গাখীৰ দিয়া বন্ধ কৰে।

চেতিয়া : এৰা বুজিছেনে কাৰোবাৰ কেঁচুৱাই এটোপা গাখীৰৰ অভাৱত হাড়ে-ছালে লাগিছে! কাৰোবাৰ আকৌ চেপি পেলাই দিবলৈকে হৈছে। আৰু নহ'বই বা কিয়? এই যে আজিকালি কি বুলি কম (Farex) ফেৰেক্স হেন-তেন, বেবীফুড বিস্কুট, মৰ্টন, অগ্রং-বগ্রং এইবোৰ খাওঁতে কেঁচুৱাহ গাখীৰ খাবলৈ সুবিধা পায় কেতিয়া?

বৰা : নহয় বুজিছে হেৰি যুগৰ কথাও আছে। আজিকালিহে কিবা এচামুচ খালেই কেঁচুৱাই গাখীৰ পিব নোৱাৰা হয়। আমাৰ দিনত কিন্তু গোটে-গোটে ভীমকল গিলিওঁ গাখীৰৰ কাৰণে আমনি কৰিছিলোঁ। আজি-কালি মাকহঁতে নুখুৱাই নুখুৱাই কেঁচুৱাৰ আঁত চেখুৱালে। গাতো ফোপোলা শকত হ'লেই হ'বনে। তাগদ আছেনে নাই তাৰ হ'লে খবৰ নাই।

চেতিয়া : আপুনি বেছ ভাগ্যবান বৰা। সৰুতে মাতৃদুগ্ধৰ অভাৱ হোৱা নাছিল বাবেই আপুনি এই বুঢ়া কালতো মজবুত হৈ আছে। মোৰ আই কিন্তু তেনে লেৰেলি-চেপেটি আছিল। গাখীৰ বোলে সমূলি নোলাইছিলেই। শুনা কথাহে, মই গৰুৰ গাখীৰ খায়েই ডাঙৰ হ'লো বোলে। ভাগ্যে গাই দুজনীমান ঘৰত আছিল বুলিহে।

বৰা : হয় নেকি? আজি-কালি আক' কোনো কোনো ডাক্তৰে ক'ব খোজে গৰুৰ গাখীৰো বোলে মানুহৰ কাৰণে বৰ সুবিধাজনক নহয়। কিবা বোলে নিমখ আৰু কলেষ্ট্ৰেৰলৰ মাত্ৰা গৰুৰ গাখীৰত অধিক। সেই ফালেদি চালে বুঢ়া মানুহৰ কাৰণে একৰকম অপথ্যই।

চেতিয়াঃ : তেনেহলে এইটো বৰ ভাল কথাই হৈছে। কেৱল কেঁচুৱাৰ বাবেই নহয়ও, ডাঙৰৰ বাবে মানুহৰ গাখীৰ উৎপাদন কৰিবলৈ ল'ব লাগে। আচলতে ইয়াক উদ্যোগ ৰূপেও গঢ়ি তুলিব লাগে; আমাৰ ডেকা বিজ্ঞানীসকলে......

বৰা : ক্ষান্ত হওঁক, ক্ষান্ত হওঁক চেতিয়া, আপুনি নাৰী জাতিক পণ্যৰূপে গণ্য কৰিছে বুলি কোনোবাই আকৌ...........

চেতিয়া : নাই নাই পণ্য কিয় হ'ব? পণ্য কিয় হব? ভগৱানে তেওঁলোকক সেই শক্তি দিছে বুলিহে......। আৰু ইনো কি বেয়া কথাটো হ'ব।..... (ৰয়, ভাবে).....আপুনি নুবুজিব বৰা। মই বোধহয় কৈছোৱে আমাৰ আই লেৰেলা চেপেটা মানুহ আছিল। তাতে আমাৰ জাকৰুয়া ঘৰ। ভালৰ ভালটো মতাবিলাকক আৰু ল'ৰা-ছোৱালীক খুৱাই কৰ্কৰা পঁইতাগালহে আইহঁতৰ ভাগত

পৰিছিল। সেইকাৰণে যেতিয়া মই গৰুৰ গাখীৰ নেখাওঁ বুলি ঠেহ পাতিছিলোঁ, নহ'লেবা গাইজনী জাক ফুৰা কাৰণে গাখীৰ খিৱাব পৰা নগৈছিল। তেতিয়া আয়ে নিৰবে কান্দিছিল। মই ডাঙৰৰ মুখত শুনা কথাহে। তথাপিওঁ মোৰ দুখ লাগে বুজিছে। এতিয়া মইতেনে নকৰিলোহেঁতেন।

বৰা : আহ! এতিয়াতো বুঢ়া হৈ মৰিবৰে হ'ল।

চেতিয়া : হ'লেও ,হলেও মনত পৰে দিয়কচোন। আইলৈ মনত পৰিলেই মই কেঁচুৱা হৈ যাওঁ। অন্ততঃ কেঁচুৱা হৈ যাব খোজোঁ। পুৰণি ভুলবোৰ শুধৰাব খোজোঁ। বুজিছেনে বৰা, বাছে-মটৰে, ৰাস্তাই- ঘাটে, মই কব নোৱাৰাকৈয়ে তিৰোতাৰ বুকুলৈ ৰ লাগি চাওঁ। কেতিয়াবা কেতিয়াবা বৰ অস্বস্তিকৰ পৰিস্থিতিটো সোমাই পৰিব লগা হয়।

বৰা : মই কওঁ শুনক। মানুহে দুটা কাৰণত, বিশেষত গাভৰু ছোৱালীৰ বুকুলৈ চায়। প্ৰথম কাৰণ হ'ল, আজি-কালিটো জানেই ল'ৰা-ছোৱালীৰ চিন-মোকাম নোহোৱা হৈ তেনেই একাকাৰ হ'ল । মুখলৈ চাই যদি ধৰিব নোৱাৰি ল'ৰা নে ছোৱালী, তেতিয়া বুকুলৈ চাবই লাগিব। দ্বিতীয় কাৰণ হ'ল অ ' এইটোৱেই হ'ল প্ৰধান কাৰণ কিন্তু ক'বলৈ বেয়া ।

চেতিয়া : মোৰ কাৰণটো তেনেহ'লে তৃতীয়। মই সম্পূৰ্ণ বেলেগ কাৰণত চাওঁ। উঠন মঙহহাল বুকুৰ কানো তিৰোতা দেখিলে মই এটা ভীষণ অতৃপ্তি অনুভৱ কৰোঁ। এটা বুজাব নোৱাৰা পিপাসা। হঠাতে যেন মই শিশু হৈ যাওঁ। যেন দৌৰি জঁপিয়াই গৈ তেওঁৰ বুকুত সোমাই পৰিম। যেন টানি-আজুৰি কাপোৰ ফালি-চিৰি হেঁপাহ পলুৱাই পিয়াহ খাম। মই বুজিছেনে? মই তাহনিতে মোৰ ল'ৰাহঁতৰ মাকৰো ................

বৰা : হ'ব - হ'ব আৰু । নেপায়। সেইবোৰ কথা এতিয়া নেপায়।

চেতিয়া : সৰুতে মাতৃ দুগ্ধৰ পৰা বঞ্চিত হৈ মই কেৱল নিশকতীয়াই হ'লো বুলি নাভাবিব। সেই যে অভুক্ত হৈ ৰ'লোঁ অতৃপ্ত হৈ ৰ'লোঁ, তাৰ পিছত গোটেই জীৱনটোত্তেই মোৰ অতৃপ্তি দূৰ নহ'ল। সকলো ক্ষেত্ৰতে।

বৰা : মানসিক। মানসিক। মনতে আপুনি দুখী বাল্যকালটোক গোটেই জীৱন কঢ়িয়াই লৈ ফুৰিছে।

বৰ্ষা : হাই। গুদমৰ্ণিং মই বৰ্ষা ৰাণী কাকতি। বাঃ আজিতো দুটা ককা, ডাঢ়ি-চুলি পকা বয়সে গৰকা থকা সৰকা

**বাখ্যাকাৰী নাট্যমুহূৰ্ত – ১**

বৰ্ষা : কি হ'ল?-

চেতিয়া : লক লক। এটা কল লক লক ...........

বৰা : ৰাজ্যজুৰি প্ৰশাসন সষ্টম / মানৱ অধিকাৰ হ'ল হন্তল 'মল' গন্ত, লেনিন বেনিন।

বৰ্ষ : মেকুৰীৰ পৰা সাৱধান/ কন্ত গল মন্ত।

চেতিয়া : লক লক.... আম্মা......কল ...কল.......

বৰা : আলোচনা ব্যৰ্থ প্ৰত্যাখান/ বেনিন লক লক।

বৰ্ষা : নিবনুৱা পৰিষদৰ অভিযোগ / হন্তল মল .............

বৰা : আপচুৰ পৰামৰ্শ / ৰেনিন টেলিন

চেতিয়া : বুঢ়া কালত মাকলৈ মনত পৰিলেই বোলে মৰণ ওচৰ চাপিছে বুলি জানিব লাগে। হয় নেকি?



বৰা : কেনেকৈ ক'ব? কিন্তু মৃতকসকললৈ বৰকৈ মনত পৰাতো বেয়া। হ'লেও বুঢ়াকালত ল'ৰা কালৰ কথাই সৰহকৈ মনত পৰে। (D)মোৰো পৰে। কেতিয়াবা কেতিয়াবা।

বৰ্ষা : (হাঁহি) তাৰমানে ককাহঁতৰ মৰণ চমু চাপিছে। মই ভাবো আপোনালোকে সোনকালে বিদায় লোৱাই উচিত, কেৱল জাগা বন্দী কৰিছে। নাই নাই কথাটোত আপোনালোকে বেজাৰ পাব নালাগে। আচলতে মৃত্যু নাথাকিলে জীৱন নমৰে জানো সম্ভৱ? কোনো যদি কেৱল জন্ম হৈ থাকে ভাবকচোন পৃথিৱীৰ অৱস্থাটো। মোৰ বোধেৰে সকলো বুঢ়া মানুহক হত্যা কৰা উচিত। বা এনেকৈয়ে ক'ব পাৰি সকলো বুঢ়া মানুহে কাৰোবাক হত্যা কৰি আত্মহত্যা কৰা উচিত।

বৰা : হত্যা, আত্মহত্যা? কি ক'লা আইটি?

বৰ্ষা : তাকে ক'লো ককাটি। কথা হ'ল জীৱনৰ মাত্ৰ বিশটা বছৰ কটায়েই মোৰ তিতা-কেঁহা লাগি গৈছে। ৭০/৮০ টা বছৰ পাৰ কৰিও আপোনালোকৰ বাৰু আমনি লগা নাইনে?

চেতিয়া : আমনি লাগিলেওতো উপায় নাই আইটি । ভগৱানে নেমাৰিলে মৰোঁ বুলি জানো মৰিব পাৰি?

বৰ্ষা : আ-হা-হা। ভগৱানে নেমাৰিলে বোলে মৰিব নোৱাৰি। টেটুৰ গুৰিলৈকে বটল-বটলে ঔষধ ঢালিবা, কেজিয়ে কেজিয়ে টেবলেট গিলিবা আৰু ঈশ্বৰে মাৰি নিবলৈ অপেক্ষা কৰিবা? জীয়াই থাকি আপোলোকৰ আমনি লাগিছেনে নাই ক'ব নোৱাৰোঁ। কিন্তু আপোনালোকক আল ধৰি ধৰি ঘৰখনৰ বাকীবিলাকৰ যে আমনি লাগিছে সেয়া ঠিক। পো-পৰিয়ালক সকাহ দিবলৈকে বুঢ়াবিলাকে আত্মহত্যা কৰা উচিত।

বৰা : হওঁতে তুমি বাৰু ঠিকেই কৈছা কিন্তু সেই বুলিয়েই আত্মহত্যাৰ দৰে মহাপাপক আচৰিব পাৰিনে? আত্মহত্যাও আইন মতে তেওঁ অপৰাধ জানানে?

বৰ্ষা : মহাপাপ? অপৰাধ? হায়ৰে। ইংলেণ্ডত আজি বহু বছৰ আগতেই আত্মহত্যাক অপৰাধ নহয় বুলি মানি লোৱা হৈছে আৰু এয়াই যুক্তিৰ কথা। আমাৰদেশতো এই বিষয়ে যথেষ্ট চিন্তা-চৰ্চা হৈছে। জানেনে নাই! মানুহৰ জীয়াই থকাৰ যদি অধিকাৰ আছে মৰাৰ অধিকাৰ । নাথাকিব কি? আৰু আমাৰ দেশততো কাৰ্যত জীৱনৰ অধিকাৰ সৰহ সংখ্যাহৰে নাই।

বৰা : তোমাৰ ইংলেণ্ডৰ কথা বাৰু মানিলোঁ। কিন্তু ধৰ্ম! ধৰ্মই কি কৈছে জানানে? সকলো ধৰ্মৰ আত্মহত্যা মহাপাপ পৃথিৱীৰ অতবোৰ গুণী-জ্ঞানী মানুহে একো নজনাকৈ নভৱাকৈ কৈ গৈছে এইষাৰ কথা?

বৰ্ষা : আস্তে-আস্তে মোৰ কলিজা। কলিজাৰ কাৰণে উত্তেজনা বেয়া কিন্তু। বিশেষকৈ বুঢ়া মানুহৰ কলিজা। কেতিয়া সৰি পৰে ঠিক নাই। তাতে আপোলোকৰ ধৰ্মই দেখোন কাম ক্ৰোধ সম্বৰণ কৰিবলৈ কৈছে। মই শুনামতে ভগৱান শ্ৰীকৃষ্ণই হেনো আত্মহত্যা কৰিছিল। ব্যাধৰ শৰৰ আগত পৰি প্ৰাণ দিছিল। ক'তা ঈশ্বৰৰ পাপ হ'ল বুলিতো ক'তো লিখা হোৱা নাই।

বৰা : সেয়া ভগৱানৰ লীলা।

বৰ্ষা : আকাশখন নীলা, কিন্তু বিজ্ঞানে কয় আকাশৰ বোলে নিজা ৰং নাই। ঈশ্বৰ আচলতে মানৱৰ পুত্ৰ। মানুহৰ আইন-কানুনৰ গণ্ডীতে ঈশ্বৰো আবদ্ধ। গতিকে মানুহে কৰা পৰিৱৰ্তন নামানি ঈশ্বৰ ক'লৈ পলাব?

বৰা : হেৰা আইটি। তুমি এতিয়া যোৱা । বুজিছানে? তুমি এতিয়া যোৱা।

বৰ্ষা : আৰু আটাইতকৈ Important কি জানেনে? আত্মহত্যাৰ আগতে ভগবানে কি কৰি গ'ল মনত ৰাখিছে? অলেখ মানুহ মৰি পৃথিৱীৰ ভাৰ কমাই থৈ গ'ল। এটা (Balance) আৰু কি? আচলতে সেইটোৱেই প্ৰকৃত পথ। আত্মহত্যা কৰিবলৈ ওলোৱা মানুহে যিমান পাৰে হত্যাৰ যোগ্য মানুহ মৰি থৈ যোৱা উচিত। ......আৰু আমাৰ সমাজত আজি-কালিতো আধাসংখ্যাকেই হত্যাযোগ্যলোক। গতিকে যিমান পাৰা এগলক মাৰি পৃথিৱীৰ ভাৰ কিছু কমাই নিজে মৰি যোৱা । আৰু বুঢ়ামানুহেতো এই কামটোকে কৰিব লাগে। তেওঁলোকৰ আশা ভৰসাও নাই, ভবিষ্যত বুলিও একো নাই। পো- বোৱাৰীৰ খেচ-খেচনি শুনি মৰাওঁ মৰা, জেল হাজোতত পুলিচৰ হাতত মৰাও মৰা। গোটেই জীৱনৰ কাপুৰুষালিৰ পৰিপূৰণ বুঢ়া কালত অন্ততঃ কৰি যোৱা উচিৎ উত্তৰ পুৰুষৰ নৰজীৱনৰ স্বাৰ্থত প্ৰতিজন বুঢ়ালোকে অন্ততঃ এশজনকৈ অত্যাচাৰী-ব্যভিচাৰী মানুহ, দুৰ্নীতিগ্ৰস্ত আমোলা-বিষয়া, নেতা পালিনেতাক বধ কৰি যোৱা উচিত।

বৰা : চেতিয়া। মই উঠোঁহে। নোৱাৰি , ইমান জলজান্ত পাপৰ সন্মুখত খাড়া থাকিব নোৱাৰি।

চেতিয়া : বেয়া-চেয়া নাপাব। এইজনী এনেকুৱাই বুজিছে। হেৰ' বৰ্ষাৰাণী মুখখন অলপ জপাই আমালৈ দুকাপ চাহকে আনি দিয়াচোন। মইনাজনী?

বৰ্ষা : চাহ! জৰুৰ-জৰুৰ। আচ্ছা, আচল কথাটোকেই মই পাহৰি আছিলোঁ।

বৰা : আচল কথা? ইমান পৰে তেনেহ'লে নকল কথাহে পকটিয়াই আছিলা নেকি?

বৰ্ষা : (D) ককা। জানা মই আজি এটা মস্ত প্ৰপ'জল লৈ আহিছোঁ।

চেতিয়া : প্ৰপ'জেল? মানে প্ৰস্তাৱ।

বৰ্ষা : হাঁ, কি প্ৰপ'জেল জানা?

বৰ্ষা : (D) বিয়া। বিয়াৰ প্ৰপ'জেল।

চেতিয়া : বঢ়িয়া কথা । কেতিয়ালৈ?

বৰ্ষা : ওঁহো। মোৰ নহয়। তোমাৰ বিয়া। বৃদ্ধ বিবাহ। অঁ বৃদ্ধ বিবাহ চোৱা, ডেকা কালতটো সকলোৱে বিয়া কৰায়। বংশ ৰক্ষাৰ নামত, বেশ্যাবৃত্তি আৰু যৌনতাক বিয়াৰদ্বাৰাই স্বীকৃতি দিয়া হয়। কিন্তু বিয়াৰ আটাইতকৈ বেছি প্ৰয়োজন কেতিয়া জানে? বুঢ়া কালত। মানুহ যেতিয়া নিঃসংগ হয়, তেতিয়া বিশেষকৈ বৃদ্ধকালত Sex ৰ কাৰণে নহয়, অলপমান সহায়, অকণমান সহানুভূতিৰ কাৰণে বুঢ়া- বুঢ়ী মানুহে বিয়া পতা উচিত। আৰু বৃদ্ধ বিবাহৰ আন কিছুমান Practical side আছে। এই ধৰক এতিয়া আপোনাৰ বোৱাৰীয়েই আপোনাক আলপৈচান ধৰি আছে। দেউতা অফিচলৈ যায়। দিগন্ততো প্ৰায়েই ঘৰত নাথাকে। আৰু ভাগ্য ভাল আপুনি এতিয়াও উঠা মেলা কৰিব পৰা হৈ আছে। কিন্তু ভাবকচোন, কাইলৈ যেতিয়া আপুনি অলৰ হৈ পৰিব , বিছনা ৰ পৰাই উঠিব নোৱাৰিব হঠাতে ধৰক পেচাব কৰিব লাগিল।..... পেচাব বাৰু একটিয়া হৈও কৰিব পাৰিব। মতা মানুহৰ সেইটোৱেই সুবিধা। কিন্তু যেনিবা শৌচ কৰিব লাগিল। আপোনাৰ টিকা কোনে ধুৱাই দিব? বোৱাৰীয়ে?..... গতিকে এটা লগুৱা লাগিল। চাকৰৰ পৰা আপুনি Service ঠিকেই পাব, কিন্তু মৰম-চেনেহ, আন্তৰিকতা এইবোৰ আশা কৰিব পাৰিবনে? (D) আৰু জানে ককা । মই আপোনাৰ ছোৱালী-ছোৱালী



মানে বুঢ়ী আৰু বেছ ভাল বুঢ়ী এগৰাকী চায়ে থৈছোঁ। গিৰিয়েক কলেজৰ আধ্যাপক আছিল। পাঁচ বছৰমান আগতে ঢুকাইছে। বেছ মিলিব কিন্তু। কথা পাতি বৰ ভাল পাবা তেওঁৰ লগত। আৰু বৰা দেউতাৰ কাৰণে এজনী ভালকৈয়ে চাব লাগিব। অলপ দন্দুৰী বিধৰ হ'ব লাগিবতো।

বৰা : এই ছোৱালী তুমি বৰ বেছি বাঢ়ি গৈছাহে ! বয়স মান-সন্মানৰ জ্ঞান নাই, কৰবাৰ অসভ্য ছোৱালী।

বৰ্ষা : অ' চৰি। মই পাহৰিয়েই আছিলোঁ। আজি মই এটা বৰ মজাৰ গান শুনাম বুলি আহিছিলোঁ। ৰ'ব দেই। একমিনিট কেনে? সুমনৰ গান।

বৰা : কাৰ ছোৱালী এইজনী?

চেতিয়া : ময়ো নাজানো বুজিছে? মোৰ নাতিটোৰ লগত অলপ সম্পৰ্ক আছে। ভাবি নাতি বোৱাৰী বুলিয়েই ক'ব পাৰে। বেচ দিল খোলা ছোৱালী।

## তৃতীয় দৃশ্য

**(কুলধৰ চেতিয়াৰ শোৱা কোঠা)**

বৰা : হেৰি চেতিয়া।

চেতিয়া : অ' বৰানে? আহক, আহক।

বৰা : ছেঃ আপোনাক আমনিয়েই কৰিলোঁ হ'ব পায়। টোপনি গৈছিল নেকি?

চেতিয়া : নাই, নাই বেমাৰী মানুহৰ ক'ৰ টোপনি আহিব? চকু দুটা এনেয়ে অলপ মুদি আছিলোঁ। অলপমান সিহঁতক জিৰণি দিয়াৰ চেষ্টা, সেয়াই মোৰ টোপনি বুজিছে। (D)

বৰা : হয়, হয়। টোপনি নাহিলেও কিছু জিৰণিৰ দৰকাৰ ।

চেতিয়া : মই বুজিছে, আপোনাৰ কথাকে ভাবি আছিলোঁ।

বৰা : মোৰ কথা?

চেতিয়া : নহয়, মানে আপুনি বেছ কিছু দিন অহা নাছিলতো।

বৰা : অ' হয় , দক্ষিণ পাৰৰ পৰা ফুৰি আহিলোঁ গৈহে, আমি আকৌ মূলতে সিপাৰৰ মানুহেইতো মিতিৰ কুটুম সৰহখিনি তাতেই আছে। এৰি দিবকে নোখোজে।

চেতিয়া : এৰা।
আপোনাক বেছ গহীন যেন লাগিছে আজি। ময়ো গহীন হৈয়ে থাকোঁ। অৱশ্যে আপুনি স্বভাৱতে গহীন। পঢ়া-শুনা কৰে। নানা কথা ভাবিব পাৰে। কিন্তু মই কব খুজিছিলোঁ মানে যেন আপুনি কিবা অলপ দুঃচিন্তাত.........

বৰা : হয়, দুচিন্তা বুলিয়েই ক'ব পাৰে। কংগ্ৰেছৰ বিপৰ্যয়ৰ কথা শুনিছেনে?

চেতিয়া : অলপ অচৰপ। আজি কালি এইবোৰ কথালৈ মই মূৰ ঘমাবলৈ বাদেই দিছোঁ। আপুনি যথেষ্ট আঘাত পাইছে বোধহয়?

বৰা : নাই, নাই মই আঘাত আৰু কি পাম? তেওঁলোকে কৃতকৰ্মৰ ফল ভোগ কৰিছে। আচলতে

ভাল নীতিনিষ্ঠ মানুহ বিলাকটো কেতিয়াই ওলাই যাব লগা হৈছে। জামানা সলনি হৈছে। এতিয়া নীতিহীনতা আৰু দুৰ্নীতিৰ যুগ । কংগ্ৰেছ চৰকাৰৰ শাসনকালত অত্যাচাৰ-উৎপীড়ন দুৰ্নীতিয়ে সীমা চেৰাই গৈছিল বোলে। এইবাৰ বিৰোধী দলবোৰ একগোট হ'বলৈ দুৰ্ঘোৰ প্ৰচেষ্টা চলাইছে। এইবাৰ শেনৰ এজাত। আৰু দুৰ্নীতি হৈছেও দিয়ক। বাতৰি কাকতবোৰে বঢ়াই লিখিলেও সকলোবোৰ কথাই মিছা নহয় দিয়কচোন। চকুৰ আগতে দেধাৰ দেখিছোঁ, চাকৰিৰ নীলাম দখিলোঁ। দোষীয়ে ৰাজসুখ ভোগ কৰা আৰু নিৰ্দ্দোশীয়ে মিলিটেৰীৰ বন্দুক কোবৰ খোৱা দেখিলোঁ। এইবাৰ শুনিছেনে Operation Black board নে কিবা এটা ওলাই কণ- কণ ল'ৰা-ছোৱালীহঁতৰ মূৰ চোবাবলৈ আৰম্ভ কৰি দিছে। আমাৰ হোমেন বৰগোহাঞিৰ কাকতখনত ঢেৰ কিবা কিবি লিখিছে।

চেতিয়া ঃ মই বুজিছেনে বহুদিন একো পঢ়িবকো পৰা নাই। মূৰ আচন্দ্ৰাই কৰে।

বৰা ঃ আৰু নেতাবোৰলৈ দেখিছেনে? অধঃপতনৰো এটা সীমা থকা উচিত। দুখ লাগে বুজিছে। হাজাৰ হওঁক গান্ধী নেহৰুৱে পাতি থৈ যোৱা এটা দল।

চেতিয়া ঃ সেই কাৰণেই মই কেতিয়াবা কেতিয়াবা ভাবো গোটেই জীৱনটো বিৰাট অপচয় কৰিলোঁ। বৰ বৰ মানুহে ঠগি ঠগি খাবলৈ দুখীয়া-নিচলা মখাক সাধু হোৱাৰ শিক্ষা দিলোঁ। সততা, দয়া, ন্যায়, উচিত-অনুচিত এইচব শিকালোঁ। আচলতে সিহঁতক যুদ্ধ কৰিবলৈ শিকাব লাগিছিল। কলম নহয়। বন্দুক, দা-কুঠাৰ ধৰিবলৈ শিকাব লাগিছিল। লুটি-পুটি গাৰ বলেৰে খাবলৈ শিকাব লাগিছিল। কেৱল দুটা পইচাৰ ( লোভত স্কুল চাবলৈ অহা ইন্সপেক্টৰৰ চকু কেটেপা মাৰি ফুটাই দিবলৈ ......

বৰা ঃ হ'ব - হ'ব চেতিয়া। আপুনি বেচ উত্তেজিত হৈছে। আপোনাৰ অসুখ বাঢ়ি যাব।

চেতিয়া ঃ অ' হয় হয় দিয়কচোন।

বৰা ঃ কি?

চেতিয়া ঃ সৌ ৰঙা ঔষধৰ বটলটো দিয়ক। বুকুখন বৰ হাইফাই কৰিছে।

বৰা ঃ এই বাৰ ধেমাজী জিলাৰ বানপানীৰ কথা শুনছেনে চেতিয়া?

চেতিয়া ঃ অহ শুনিছোঁ বুজিছেনে? বৰ শোচনীয় অৱস্থা বোলে।

বৰা ঃ চৰম চৰম, আচলতে কেৱল এইবাৰেই নহয়। আজি দহবছৰমান তাৰ মানুহক পানীয়ে জুলাকলা কৰি মাৰিছে। এইবাৰ অৱস্থা অলপ বেছি শোচনীয়ই। তাতে ৰাজনৈতিক দলবোৰে অলপ হাল্লা বেছি কৰিছে। ইলেকচনৰ সম্ভৱনা এটা দেখিছে হ'বলা।

চেতিয়া ঃ মানুহবোৰে আন্দোলন-চান্দোলন নকৰে নেকি?

বৰা ঃ কৰে কৰে। ঢেৰ কৰিছে। কোনেও গুৰুত্বকে নিদিয়ে। সোণাৰী ঘাটেদি ডিব্ৰুগড়ৰ ফালে ঔগছেনে কেতিয়াবা?

চেতিয়া ঃ নাই বহুবছৰ যোৱা নাই। বিশবছৰমান হ'ল হ'ব পায়।

বৰা ঃ সাংঘাতি ক, সাংঘাতিক। এইবাৰ গৈ আহিলোঁ নহয়। সেইটোও এটা ৰাস্তা। এছোৱা বাছত, এছোৱা জীপত, এছোৱা পানী হাত নাৱত পাৰ হওঁক। তাৰ পিছত খোজ। আকৌ নাও , তাৰ পাছতহে ফেৰী। সিপাৰতো একেই গতি। আকৌ খোজ কাঢ়ক, জীপ-টেক্সীত উঠক - হাঃ হাঃ হাঃ ............



চেতিয়া ঃ হাঃ হাঃ হাঃ

বৰা ঃ ডকাইতি-ডকাইতি বুজিছে। সিও একৰকমৰ ডকাইতি। জীপৰ ভাড়া— যাওঁতে শুনিব পাঁচ টকা; আহোতে দেখিব দহ টকা। হাত নাওৰ ভাড়া ঘাটৈৰ মুখত যি ওলায়। মিচিং ঘাটৈয়ে চিএঁৰি থাকিব -- ফিৰি নাও, ফিৰি নাও, উঠক , -- মাজ পানীত ৰাখি ভাড়া খুজিব। এই ফ্ৰি নাও বুলি কৈছিলি নহয়, কিহৰ ভাড়া " -- সুধিলে ক'ব " - মই কেতিয়া ফ্ৰিৰি নাও বুলি কৈছিলো। কৰক এতিয়া কি কৰে। হাঃ হাঃ হাঃ।

চেতিয়া ঃ বেচ-বেচতো। মই আগতে গাজাখুৰী গল্প বুলি ভাবিছিলোঁ।

বৰা ঃ ময়ো। পিছে সঁচা। একেবাৰে সঁচা।

চেতিয়া ঃ কিয় চৰকাৰেনো কি কৰি থাকে। অতবছৰে একেবোৰ কথাকে শুনি আছোঁ। মেৰামতিৰ নামতনো কি কৰি আছে।

বৰা ঃ শুনিছোঁ তাৰ স্থানীয় মানুহবোৰেই বোলে বাট-পথ মেৰামতি কৰাত বাধাৰ সৃষ্টি কৰে। আৰু বাধা নিদিবই বা কিয়হে। ঘাটত মদ-ভাত বেচা, ঝাণ্ডি-মুণ্ডা খেলা আৰু নাৱেৰে মানুহ পাৰাপাৰ কৰা সেইকিটায়েইতো তেওঁলোকৰ একমাত্ৰ জীৱিকা। বানত উটি- বুৰি আছে। বছৰৰ পাছত বছৰ খেতি- খোলা নাই, সংস্থাপনৰে কোনো দিহা নাই। কৰিব কি? ডকাইতি কৰি জীয়াই থকাৰো যুক্তি থাকে বুজিছে।

চেতিয়া ঃ কিন্তু মানুহবোৰে হুলস্থূল নকৰে কিয়? সকলো কথা নিৰৱে মানি লৈছে কিয়? বছৰৰ পাছত বছৰ বান আহিয়েই থাকিব খাবলৈ নাপায় মানুহ মৰিয়েই থাকিব আৰু সকলো চুপে-চাপে থাকিব?

বৰা ঃ আন্দোলনটো কৰিয়েই আছে।

চেতিয়া ঃ বাদ দিয়কহে আন্দোলন। আজি-কালি আন্দোলনক কোনে পুঁছে সেইবছৰ বাতৰিত পঢ়িলোঁ এগাল বান বিধ্বস্ত বুঢ়া খেৰা মানুহে ১৪৪ ঘন্টা অনশন কৰিলে। কি হ'ল? প্ৰতিশ্ৰুতি? প্ৰতিশ্ৰুতিৰে নহ'ব। মানুহ জংলী হ'ব লাগিব। যিবোৰ ইঞ্জিনিয়াৰ ঠিকাদাৰৰ ধনৰ খকত মথাউৰি হৈ নুঠে, লিং-লাং কাম হয় সিহঁতকে ধৰি আনি মথাউৰিত বান্ধি থব লাগিব। চাবি-মথাউৰি ভাগিব। প্ৰথম তহঁত উটি যাবি।

বৰা ঃ আপুনি সন্ত্ৰাসবাদী হ'ব লাগিছিল -- চেতিয়া।

চেতিয়া ঃ সন্ত্ৰাসবাদী? আলফা? নহ'ব বুজিছে নহ'ব। ঢেৰ দেখিলোঁ। প্ৰথমে অলপ ইটো-সিটো কৰি যেতিয়াহ ৰাইজৰ সহানুভূতি পাবলৈ ধৰিলে তাৰ পিছতে নিজৰ সুবিধা। পূৰণত লাগি গ'ল।

বৰা ঃ আমাৰ মানুহবোৰ কোনো কামৰ মানুহ নহয়। ইহঁতে মাৰিবও নেজানে, মৰিবও নাজানে।

চেতিয়া ঃ হয় , হয়। এইষাৰ বৰ ভাল কথা ক'লে। আমাৰ মানুহবোৰে মৰিবও নেজানে, মাৰিবও নেজানে। কেতিয়াবা হুৰমূৰকৈ ওলাই আহিব। শত্ৰু-মিত্ৰৰ বিচাৰ নাই। লাভ-লোকচানৰ হিচাপ নাই। এগাল মানুহ মাৰি থৈ আহিব। কেতিয়াবা আকৌ কথা নাই বতৰা নাই, ভূত-ভৱিষ্যতৰ চিন্তা নাই। চগাৰ দৰে জুইত পৰি গালে গালে মৰিবগৈ। বঙালীবিলাকে কিন্তু জানে বুজিছে।

চেতিয়া ঃ কেতিয়া মৰিব লাগে, কেতিয়া মাৰিব লাগে। সিহঁতেজানে এই কাৰণেই সিহঁতৰ উন্নতি হৈছে। এখোজ আগলৈ দুখোজ পাছলৈ লেনিনৰ শিকনি সিহঁতৰ আছে।

বৰা : এখোজ আগলৈ ,দুখোজ পাছলৈ আহ। এইযাৰহে কামৰ কথা। আমাৰ শ্ৰীকৃষ্ণই কথাষাৰ জানিছিল বুজিছে। সেই কাৰণেই কুৰুক্ষেত্ৰৰ বিৰাট যুদ্ধত পাণ্ডৱৰ জয় হৈছিল। আৰু এই কথাষাৰ আমাৰ শংকৰদেৱেও জানিছিল নেকি? ভাওনাত কৃষ্ণৰ খোজটো দেখিলেনে কেনেকৈ দিলে। এখোজ আগলৈ - দুখোজ পাচলৈ নে দুখোজ আগলৈ এখোজ পাছলৈ?

চেতিয়া : সেয়া। মই কিবা ক'লো, আপুনি ক'ৰবালৈ পোনালে।

বৰা : নহয় - নহয়। কথাৰ মূৰুত কথা, কথাৰ মূৰত কথা। আপোনাৰ কথাষাৰ মই বুজিলোঁ। আপুনি বুজিছেনে, নক্সাল হ'ব লাগিছিল।

চেতিয়া : নক্সাল! আ-নক্সাল মই আছিলোৱেই জানেনে মই নক্সালেই আছিলোঁ।

বৰা : কেতিয়া?

চেতিয়া : মই যেতিয়া কলিকতাত পঢ়ি আছিলোঁ -জানে বৰা , মানে মোৰ ঘৰৰ অৱস্থা বৰ ভাল নাছিলতো। কলেজত পঢ়োৱাৰ কথা ভবাতো বোপাইৰ পক্ষে অসম্ভৱেই আছিল। কিন্তু কিবা বিজুতিত্ কলিকতাত আকৌ মোৰ মোমাইদেউ এজনে টুক-টাক কিবা-কিবি কৰি আছিলগৈ। বেচেৰাই বিয়াও নকৰালে। তেওঁ মোক কলিকতালৈ নি আই.এ. ত নাম লিখাই দিলেগৈ।

বৰা : পিচে নক্সাল কেতিয়া হ'ল? নক্সালবাদীৰ আন্দোলনটো মোৰ হিচাপত তাৰ বহুত পিচত।

চেতিয়া : কৈছো ৰ'ব। কলেজত মোৰ দুজনমান উগ্ৰ কম্যুনিষ্টৰ লগত পৰিচয় হ'ল। বেটাহঁতে আকৌ গান্ধীৰ্ আন্দোলন নেমানে। সশস্ত্ৰ ভাবে বৃটিছক খেদিব খোজে। তেওঁলোকৰ লগত ফুৰিলোঁ দুদিনমান। কিন্তু সাহসে নুকুলালে। তাত মোমাইদেৱেও গম পাই কিছু ডাবি-ধমকি দিলে।

বৰা : পঢ়ি-শুনি আহিতো আপুনি অসমতে মাষ্টৰী কৰিলেহি।

চেতিয়া : হয়। কিন্তু মোৰ সেই বন্ধুসকলৰ দুজনে পাচলৈ নক্সালবাদীৰ আন্দোলনত যোগ দিলে। অলপ নেতাবিধৰেই হৈছিলগৈ। কিন্তু দুখৰ কথা বুজিছে, তাৰে এটাই পিছত আত্মসমৰ্পণ কৰি ব্যৱসায়ত ধৰিলে। পুৰীলৈ যাওঁতে সিবাৰ দুদিনমান কলিকতাত থাকি গৈছিলো। তাক লগ পালোঁ। এটা মস্ত ব্যৱসায়ী দালাল। গোটেই তীৰ্থযাত্ৰাটোৱেই কিবা অশুচি-অশুচি লাগি থাকিল।

বৰা : আৰু সিজনে? সিজনৰ কি হ'ল?

চেতিয়া : অ' সিজন, দুখ লাগে বুজিছেনে। সি আত্মহত্যা কৰিলে। এবাৰ পুলিচৰ লগত হোৱা এটা এনকাউন্টাৰত সি কোনোপধ্যেই বাছি আহিব নোৱাৰিলে। ধৰা পৰি গ'লে সংগঠনৰ ক্ষতি হয় বুলি ভাবি সি আত্মহত্যা কৰিলে। জাপানী-ভাষাত এটা সুন্দৰ শব্দ আছে-"হাৰকিৰি"। সি "হাৰকিৰি" কৰিলে। বুজিছে বৰা কেতিয়াবা আত্মহত্যাও বেচ তাৎপৰ্য্যপূৰ্ণ, বৰ মহিমাময় হৈউঠে - নহয়নে বাৰু? আৰু প্ৰয়োজনীয় হৈ উঠে।

বৰা : থকহে । আত্মহত্যা , আত্মহত্যাই। সেই ছোৱালীজনীয়ে আপোনাৰ মূৰটো ঘোলা কৰি গৈছে।

চেতিয়া : নহয়-নহয়। ছোৱালীজনীয়ে মানে বৰ্ষাই ক'লে বুলিয়েই নহয়। মই এনেয়েও আজি-কালি এইবিলাক কথা ভাবিবলৈ লৈছোঁ. বহুত কিবা কিবি কৰিবৰ মন যায়। নোৱাৰোঁ, বৰ পলম হ'ল। এতিয়া চাওঁকচোন, মাছ অকণ নহলে ভাত কিতা খাব নোৱাৰো। ল'ৰাটোৱে জানি-



শুনিয়েই অফিচৰ পৰা আহোতে মাছ এচকল লৈ আহে। কিন্তু সি কৰ টকাৰে মাছ কিনিব পাৰে, মই জানো নেজানো?. অথচ প্ৰতিবাদ কৰিব নোৱাৰোঁ। নিজৰ লোভ সামৰিব নোৱাৰোঁ। সঁচাই ইমান অসহায় মানুহ জানো জীয়াই থকাৰ যুক্তি থাকিব পাৰে? বৃদ্ধ মানুহ?

## চতুৰ্থ দৃশ্য

(দিগন্তহঁতৰ বহা কোঠা, সময় আবেলি। দিগন্ত আৰু বৰ্ষা দুয়ো বেছ গম্ভীৰ)

দিগন্ত : বৰ্ষা।

বৰ্ষা : দিগন্ত।

দিগন্ত : আমি বহুত দিন প্ৰেম কৰিলোঁ নহয়!

বৰ্ষা : ওঁ বহুতদিন। বহুত, বহুত বছৰ।

দিগন্ত : কিমান বছৰ বাৰু?

বৰ্ষা : বহুত বছৰ। সম্পূৰ্ণ এঘাৰমাহ তিনিদিন। মোৰ বেছ মনত আছে।

দিগন্ত : বৰ্ষা।

বৰ্ষা : দিগন্ত।

দিগন্ত : অৱশেষত আমি বিচ্ছেদৰ সিদ্ধান্ত ললোঁ নহয়?

বৰ্ষা : বিচ্ছেদ নহয়, ঠিক বিচ্ছেদ নহয়। পাহৰি যোৱাৰ সিদ্ধান্ত।

দিগন্ত : ঠিক পাহৰি যোৱাও নহয়। একোৱে যেন হোৱা নাছিল তেনেভাৱে থকাৰ .... মানে মাজৰ সময়ছোৱাক অস্বীকাৰ কৰাৰ সিদ্ধান্ত। এটা চিগাৰেট জ্বলাব পাৰোঁনে?

বৰ্ষা : চিগাৰেট? ওঁ নিশ্চয়। এতিয়াতো তোমাৰ ওপৰত মোৰ কোনো অভিভাৱকত্ব নাই। অৱশ্যে হাঁ, এগৰাকী ভদ্ৰ মহিলাৰ লগত যেনে আচৰণ কৰিব লাগে তেনেদৰে কৰিবা।

দিগন্ত : Thank you. (D) এইটো এটা বেছ মজাৰ কথা নহয়নে?

বৰ্ষা : কি?

দিগন্ত : এই যে আমি জীৱনৰ এছোৱা সময় ........... পূৰা এঘাৰ মাহ ......কিমান দিন কৈছিলা? পূৰা এঘাৰ মাহ তিনিদিন আমাৰ জীৱনত নাছিল বুলি ধৰি ললোঁ। কথাটো ভাবিবলৈ টান লাগে। অবিশ্বাস্য যেন লাগে। অথচ সঁচা। এঘাৰ মাহ আৰু তিনিটা দিন আমাৰ জীৱনত নাছিলেই। আমি গভীৰ আধ্যাত্মিক প্ৰেমত ডুব যাব খুজিছিলোঁ -- নহয়? এক ধৰণৰ ভিক্টোৰিয়ান প্ৰেমৰ কথা আমি ভাবিছিলোঁ।

বৰ্ষা : সঁচাই। বহুতেই বিশ্বাস কৰিবলৈ টান পাব। ঘণ্টাৰ পাছত ঘন্টা আমি দুয়োৱে চকুলৈ চাই বহি ৰৈছিলোঁ। এবাৰলৈও ইজনে-সিজনক দেহেৰে স্পৰ্শ কৰা নাছিলোঁ। কেৱল মনেৰে চুই চাইছিলোঁ।

দিগন্ত : কিন্তু সকলো বস্তু মনেৰে যে স্পৰ্শ কৰিব পৰা নাযায় সেয়াই প্ৰমাণিত হ'ল। এতিয়া বুজি পোৱা গ'ল আমাৰ মাজত সেয়া কোনো প্ৰেম নাছিল। মাথোঁ এটা বিৰক্তিৰ পৰীক্ষা। গোটেই এঘাৰ মাহত মই কিমানটা চুমা খালোঁ তোমাক?

বর্ষা : শূন্যতা।

দিগন্ত : গুড্। জানানে এই সময়ছোৱাত মই আন এজনী ছোৱালীৰ লগত প্ৰেম কৰিছিলোঁ। দেহৰ খেলা খেলিছিলোঁ। যোৱা মাহত মই বুজি পালোঁ আমি কোনেও কাকো ভাল পোৱা নাছিলোঁ। জানা?

বৰ্ষা : ছোৱালীজনী মই চিনি পাওঁ।

দিগন্ত : বেচ্।

বৰ্ষা : অলপ আঁতৰি যোৱা, ঘাম ঘাম গোন্ধটো মোৰ ভাল লগা নাই।

দিগন্ত : অথচ এইটো তোমাৰ প্ৰিয় গোন্ধ আছিল।

বৰ্ষা : সময়হীন সময়ছোৱাত।

দিগন্ত : এতিয়া আন কাৰোবাৰ ঘামৰ গোন্ধ ভাল লাগে নেকি?

বৰ্ষা : কথাটো তেনেকুৱাও হ'ব পাৰে। বাৰু তেনেহলে মই যাওঁ।

দিগন্ত : যাবৰ পৰত এটা চুমা দি নোযোৱা?

বৰ্ষা : চুমা? কিয়? চুমাৰ কিয় আৱশ্যক?

দিগন্ত : তেনেহ'লে বিদায় দিওঁ।

বৰ্ষা : বিদায়ৰ কি আৱশ্যক। আমাৰ পৰিস্থিতিৰ সময়ছোৱাতো হেৰায়ে থাকিল।

দিগন্ত : তেনেহলে বাটে-পথে দেখিলেও নেমাতিবা নেকি?

বৰ্ষা : ওঁ- ওঁ- ওঁহো। অৱশ্যে মাতিবও পাৰোঁ। আমি পুনৰ নতুনকৈ চিনাকি হ'বও পাৰোঁ। আৰু মন গ'লে নতুনকৈ প্ৰেমত পৰিবও পাৰোঁ। (গুচি যায়)

দিগন্ত : প্ৰেম মানে কি? মই ককাক সুধিব লাগিব। মই ককাক সুধিব লাগিব।

(চেতিয়াৰ প্ৰৱেশ)

চেতিয়া : মই কিছু শুনিলোঁৱেই। মই আচৰিত। হতবাক

দিগন্ত : ককা তোমালোকৰ দিনত প্ৰেম-চেম নাছিল নেকি?

চেতিয়া : আছিল।

দিগন্ত : কেনেকুৱা আছিল সেই প্ৰেম?

চেতিয়া : আমাৰ দিনত প্ৰেম প্ৰত্যক্ষভাৱে প্ৰেমৰ লগত যুক্ত আছিল। মানুহৰ জীৱন ধাৰণ প্ৰক্ৰিয়াৰ এটা অংশ হিচাপেই প্ৰেম সৃষ্টি হৈছিল। লালিত পালিত হৈছিল। তহঁতৰ আজি-কালিৰ দৰে ই এটা হাৱা ৰোগ নাছিল -- বুজিছ।

দিগন্ত : তুমি আইতাক প্ৰেমত পৰি বিয়া পাতিছিলা নেকি?

চেতিয়া : নাই, নাই। আইতাক মই বিয়াৰ আগতে ভালদৰে দেখাই নাছিলোঁ। দুয়োখন ঘৰে চোৱা-চিতা, খোজা-বঢ়া কৰি আমাৰ বিয়া পাতি দিছিল। কিন্তু আইতাৰ মোৰ জীৱনৰ এৰাব নোৱাৰা অংশ হৈ পৰিছিল। সংসাৰ চলাবলৈ আমি দুয়ো দুয়োকে ভালদৰে বুজি পাব লগা হৈছিল। তাৰ ফলত আমাৰ মাজত যি প্ৰেমৰ সৃষ্টি হৈছিল, সি অজৰ অমৰ হৈছিল, সেই প্ৰেম ক্ষণস্থায়ী নাছিল।

দিগন্ত : বিয়াৰ আগতে তুমি কোনো গাভৰুৰে প্ৰেমত পৰা নাছিলানে?

চেতিয়া : আহ্, পৰিছিলোঁ - পৰিছিলোঁ। কলিকতাত পঢ়িবলৈ গৈ এজনী জুনিয়ৰ ছোৱালীৰ প্ৰেমত হাবুডুবু খোৱাৰ কথা মোৰ মনত পৰিছে। কান্তা বিশ্বাস আছিল তাইৰ নাম। বেছ ধুনীয়া আছিল ছোৱালীজনী। কিন্তু কলোঁৱেই সেই প্ৰেমৰ ঘাই শিপাডাল জীৱনৰ মাজত পোত গৈ থকা নাছিল। আছিল পুথি-পাঁজৰ মাজত। কীটচ, বাইৰন, ডান্টে কালিদাস পঢ়ি আমি গভীৰ আধ্যাত্মিক প্ৰেমৰ কথা ভাবিছিলোঁ। কিন্তু আজি আৰু সেই ছোৱালীজনী। সেই প্ৰেমৰ কথা মোৰ মনত নপৰে। মোৰ মনত নপৰে। আইতাৰক কিন্তু জীৱন কালত মই ভাল পাওঁ বুলিয়েই ভবা নাছিলোঁ। সেই আইতাৰ মৰি কেতিয়াবাই ভূত হ'ল, কিন্তু মোৰ গোটেই জীৱন মোৰ গোটেই চিন্তা আৱৰি ৰাখিছে।

দিগন্ত : কথাটো এনেকুৱাওটো হ'ব পাৰে যে দীৰ্ঘদিন আইতাক শয্যাসংগিনী ৰূপে পোৱাৰ ফলতে আইতাৰ প্ৰতি তোমাৰ মনত গভীৰ হৈ থাকিল — মনৰ গভীৰতা সোমাই গ'ল - আইতাৰ ছাব আৰু সেই ছোৱালীজনী মানে যদি জীয়াই আছে কান্তা নামৰ সেই বুঢ়ীজনী —

চেতিয়া : বহুত ধনী মানুহে ৰক্ষিতা ৰাখে বুলি শুনিছোঁ। তাক প্ৰেম বুলি নকয়। সেয়া পণ্য। প্ৰকৃত প্ৰেম জীৱন-যুদ্ধৰ সহ সৈনিকৰ লগতে সম্ভৱ। শ্ৰম বুজিছ, শ্ৰমেই হ'ল মূল কথা। শ্ৰমেই সকলোকে স্থায়িত্ব দিয়ে। সেই কাৰণে আমি তাহানিতে বুজিছ, গাধা ছাত্ৰক কথা মনত ৰাখিবলৈ বেঞ্চৰ ওপৰত থিয় কৰাই থৈছিলোঁ।

পোনা। এখন্তেক ৰবিচোন। মোৰ কামটো কি কৰিলি?

দিগন্ত : তোমাৰ কাম? অ' মানে টোপনিৰ পিল।

চেতিয়া : অ' আনি দিবিচোন দুটামান।

দিগন্ত : মই বুজা নাই তুমি কিয় আত্মহত্যাৰ কথা ভাবিব লগা হ'ল?

চেতিয়া : তই নুবুজিবি। প্ৰথমতে ময়ো ভালকৈ বুজা নাছিলোঁ জীৱনটো এটা বিৰাট ভাৰ যেন বোধ হৈছে পোনা।

দিগন্ত : কিন্তু তোমালোকৰ মতে দেখোন আত্মহত্যা মহাপাপ। তুমি নৰক বাসটো নিবিচাৰা।

চেতিয়া : পাপ? নৰক ? হেৰ'। এই কেইদিন মই বহুত কথাই ভাবিলোঁ বুজিছ। আমাৰ বৰাই কোৱাৰ দৰে মৃত্যুৰ পাছত জীৱাত্মা যদি পৰমাত্মাত লীন হ'ব লগা হয়। তেনেহলে মাজতে স্বৰ্গবাস, নৰকৰ বাস কাৰণে সময়নো কেতিয়া পায়? আৰু নৰকৰ বাস মিলে যদিও মিলিব আৰু। চা, জীৱাত্মা যদি পৰমাত্মা অৰ্থাৎ ঈশ্বৰৰে অংশ হয়, তেনেহলে জীৱাত্মাক শাস্তি দিয়া মানে ঈশ্বৰে নিজকে নিজে শাস্তি দিয়া নহ'লনে? তেওঁ যদি নিজকে শাস্তি দি ৰং পায়, তোৰ মোৰ কি কৰিব লগা আছে?

দিগন্ত : গুড্। বঢ়িয়া। এইখিনি যুক্তি বুদ্ধি যদি তোমাৰ আগতেই হ'লহেতেন, পৃথিৱীত বহুত বহুত ডাঙৰ কামেই কৰি যাব পাৰিলাহেঁতেন।

চেতিয়া : মই বহুত ভাবি-চিন্তিয়েই সিদ্ধান্ত কৰিছোঁ বুজিছা।

দিগন্ত : কিন্তু এটা কথা ককা, কেতিয়াবা আত্মহত্যাও প্ৰয়োজনীয় হৈ পৰে। কিন্তু যধে মধে আত্মহত্যা কৰাতো পলায়নৰ বাহিৰে একো নহয়। আৰু কেৱল ভীৰুৱেহে পলায়ন কৰে। জীৱন মানৱীয়। কিন্তু মৃত্যু প্ৰাকৃতিক। তাক মানৱীয় ৰূপ দিবলৈ অৱশ্যে আমি চেষ্টা কৰি আহিছোঁ। তোমাৰ দেহৰ কোষবোৰ লাহে লাহে ক্ষয়প্ৰাপ্ত হৈছে। নতুন কোষ সৃষ্টি হোৱাৰ প্ৰক্ৰিয়া চিৰদিনৰ কাৰণে বন্ধ হৈ গৈছে। কিন্তু মনত ৰাখিবা এতিয়াও তোমাৰ দেহত যথেষ্ট সংখ্যক কোষ

সজীৱ হৈ আছে। দেহটো জীয়াই ৰখাৰ কাৰণে সিহঁতে মৃত্যুৰ বিৰুদ্ধে অবিৰাম যুঁজ দিছে। প্ৰতিৰোধ গঢ়ি তুলিবলৈ চেষ্টা কৰিছে। এটা সময়ত অৱশ্যে সকলো চেষ্টা বিফল হয়। কিন্তু সিহঁত জীয়াই থকাৰ এই ঐকান্তিক প্ৰচেষ্টাক তুমি বাধা দিবা কিয়? Let them try and fight upto the last. আৰু শুনা। মানুহেইটো কেৱল নমৰে। জীৱ-জন্তু, চৰাই-চিৰিকটিও মৰে। কেনেকৈ মৰে? জীয়াই থাকিবলৈ সমস্ত চেষ্টা কৰি কৰি তিল তিলকৈ, সম্পূৰ্ণকৈ, অসহায়, অকলশৰীয়া হৈ জন্তুবোৰ মৰে। কোনেওটো বনৰীয়া জন্তুৰ মুখৰ ওচৰত ঘাঁহ এডাল পানী এটোপা যতনাই নিদিয়ে। মৃত্যুৰ সমস্ত আনুষাংগিক যন্ত্ৰণা ভুগি জীৱন আৰু পৃথিৱীৰ সমস্ত মোহ ছিন্ন কৰি নিঃশব্দে নিৰৱে সিহঁত আঁতৰি পৰে। সেয়া প্ৰাকৃতিক মৃত্যু। প্ৰকৃত মৃত্যু। অনিবাৰ্য মৃত্যু। সিহঁতে মৰিব নুখুজে। কিন্তু অৱধাৰিতৰূপে মৃত্যু আহে।

চেতিয়া : কিন্তু মইতো জন্তু নহয়। মানুহ, মৃত্যুৰ সময়ত মাত এষাৰ দিবলৈ, পানী এটোপাল দিবলৈ মোৰ কাষত কোনোবা থাকিব। মানুহৰ নিয়মমতে হামিয়াই-হাকুটিয়াই যান্ত্ৰিকভাৱে হলেও কোনোবা বহি থাকিবলৈ বাধ্য। সেই কাৰণেই মই আত্মহত্যাৰ সিদ্ধান্ত লৈছোঁ। মই নিৰৱে আঁতৰি যাব খোজোঁ। মই কাৰো আপদ হ'ব নোখোজোঁ। মই কাৰোবাৰ দেউতাক, কাৰোবাৰ শহুৰ, কাৰোবাৰ ককাক হৈয়ে মৰিব খোজোঁ। ৰং-ৰূপ- ৰসে ভৰা পৃথিৱীখন মোৰ পৰা দিনে দিনে আঁতৰি গৈছে। সেয়াও মই মানি লব নোখোজোঁ।

দিগন্ত : মই বুজোঁ ককা, বুঢ়া হলে, ময়ো হয়তো এনেদৰেই ভাবিম, কিন্তু তুমি মৰিলে মই বৰ অকলশৰীয়া হ'ম। ভীষণ নিসংগ হৈ পৰিম। সৰুৰে পৰা তুমিয়েই মোৰ একমাত্ৰ লগৰীয়া।

চেতিয়া : পোনা

দিগন্ত : হলেও তোমাৰ মৃত্যুত মই যিমানখিনি পাৰোঁ সহায় কৰিম, তোমাৰ জৰাগ্ৰস্ত ৰূপ ময়ো সহ্য কৰিব পৰা নাই। এদিনতো তুমি এনেয়েও মৰিবা। এই বহল বিচিত্ৰ পৃথিৱীখনত এদিন মই এনেও অকলশৰীয়া হ'ম। (ৰয়) জানা ককা, ডাক্তৰী পঢ়িবলৈ মোক কিহে অনুপ্ৰাণিত কৰিছিল? মোৰ মৰমৰ দেউতা, ককা, মাক মোৰ কাষত চিৰদিন ধৰি ৰাখিবলৈ মৰণ বিজয় কৰিবলৈ মোৰ বাসনা জাগিছিল, কিন্তু সেয়া সাধ্যাতীত। আৰু কেতিয়াবা যদি সম্ভৱো হয় সেয়া হ'ব অন্যায়। মানৱজাতি বিশ্ব আৰু প্ৰকৃতিৰ বিৰুদ্ধে এটা অন্যায়। টোপনিৰ পিলকিটা বাৰু মই আনি দিম।

ব্যাখ্যাকাৰী নাট্যসমূহত

চেতিয়া : আকাশনীলা।

দিগন্ত : বগলী বগা

কুঞ্জলতা : বগলী ডিঙি দীঘল

দিগন্ত : বগলী বগা?

চেতিয়া : ফৰকাল আকাশত হাতীপটি ওলায়।

কুঞ্জলতা : নীলিমাৰ ঘৰ কমলাবাৰীত।



## পঞ্চম দৃশ্য

দিগন্ত : সমস্যাটোৰ এটা সহজ সমাধান মোৰ ওচৰত আছে।

কুঞ্জ : কি?

দিগন্ত : মানুহ মৰাৰ আজি-কালি ঢেৰ সহজ উপায় আছে। ককাকতো আমি মাৰি পেলাব পাৰোঁ।

কুঞ্জ : (D) কি? মাৰি পেলাব পাৰ?

দিগন্ত : কিনো ডাঙৰ কথাটো MD কৰি আহি গাইনোকলজিষ্ট হিচাপে সেই যেতিয়া কামত যোগ দিম তেতিয়া দিনে-ৰাতিয়ে অলেখ বৈধ-অবৈধ ভ্ৰূণ মই হত্যা কৰিব লাগিব। সিয়ে হ'ব মোৰ প্ৰধান ব্যৱসায়। অকণো গাত নলগাকৈয়ে কিমান সম্ভাৱনাক মই মোহাৰি শেষ কৰি দিব লাগিব। ককাতো এজন বুঢ়া মানুহ। তেওঁৰ পৰা পৃথিৱীয়ে অকণমান জৈৱিক সাৰৰ বাহিৰে একো আশা কৰিব লৈ নাই। তেওঁক মৰা মানে এজন বুঢ়া মানুহক মৰা। পৃথিৱীত নতুন এটা মানুহৰ কাৰণে ঠাই উলিয়াই দিয়া।

কুঞ্জ : তেওঁ তোৰ ককাৰ, জন্মৰে পৰা তোক আতৌ-পুতৌ কৈ মাটিত ভৰি থব নিদিয়াকৈ তেৱেঁ তোক তুলিছে। ইমান নিদাৰুণ কথাবোৰ তই কেনেদৰে ভাবিব পাৰ? আচৰিত।

দিগন্ত : চোৱা মা, ককাক তুমি কিমান ভালপোৱা মই নাজানো। দেউতাই ভাল পায়, তেওঁ পুতেক। সকলো ঘিন-চিন, আঁতৰাই তেওঁ মৰণৰ কাললৈকে ককাক চোৱা- চিতা কৰিব। ঘোঁচৰ টকাৰে মাছ-কণী খুৱাব।

কুঞ্জ : ঘোঁচৰ টকাৰে?

দিগন্ত : আৰুনো ক'ৰ টকাৰে? দৰমহাৰ টকা সদায় মাছ খাবলৈ হ'লে ঘৰটো কেনেকৈ সম্পূৰ্ণ কৰিব?

কুঞ্জ : দেউতাৰাৰ বিষয়ে তেনেদৰে ক'বলৈ তোৰ অকণো বেয়া নালাগিলনে?

দিগন্ত : বেয়া? ইয়াত ভাল লগা বেয়া লগাৰ কি আছে, চোৱা কিছুমান মানুহে অৱশ্যে স্বাভাৱিকতেই কৰাপটেড়। কিন্তু সৰহভাগ আমোলা বিষয়াই দুৰ্নীতি কৰিবলৈ আৰম্ভ কৰে ঘৈণীয়েকহঁতক সন্তুষ্ট কৰিবলৈ, দেউতাৰ জীৱনৰ একমাত্ৰ আকাংক্ষা আছিল আমাক শিক্ষিত কৰি তোলা, ঘৰ সজা, ফোন লোৱা, আজি ইটো কালি সিটো কিনাৰ ফৰমাচ যদি সদায় তুমি দি নাথাকিলাহেঁতেন তেনে হ'লে এজন আদৰ্শ শিক্ষকৰ পুতেক হিচাপে দেউতাই সঠিক ঠাইত ব্ৰেক মাৰিব পাৰিলেহেঁতেন।

কুঞ্জ : এই ঘৰ-দুৱাৰ সা-সম্পত্তি আমাৰ বাবে কৰিছেনে।

দিগন্ত : বুজিছোঁ আমাৰ বাবে কৰিছা। তাত তুমি লাজ পাবলগীয়া নাই। আজি-কালি এইটোৱেই চিষ্টেম কোনে জানে এতিয়া মুখত যিয়েই নকওঁ লাগে ডাক্তৰ হোৱাৰ পাছত ময়ো কিজানি তাকেই কৰিম। প্ৰথমতে কিছুদিন কোনোবাই কিবা দিলে ঘূৰাই দিম; ধমক দিম। তাৰ পাছত লাহে লাহে মনতে আশা কৰিবলৈ ধৰিম — কোনোবাই কিবা দিলেও দিয়ক। শেষত দাবী কৰিবলৈ আৰম্ভ কৰিম Illegal case হ'লে অবিশ্বাস্য পৰিমাণৰ দাবী কৰিম। মোৰ Status

বজাই ৰাখিবলৈ তাকে কৰিব লাগিব। যিমানেই মই অধিক ধন বিচাৰিব পাৰিম, মানুহে সিমানেই মোক বিয়াগোম ডাক্তৰ বুলি ভাবিব । After all ; ঘৰটোতো ময়েই সম্পূৰ্ণ কৰিব লাগিব। দেউতাই খট-খটি বন্ধাই থৈ যাব। ওপৰ মহলা ময়ে সাজি উলিয়াব লাগিব।

কুঞ্জ ঃ (হাঁহি) তোৰ ল'ৰামতীয়া স্বভাৱটো নগ'ল আৰু !

দিগন্ত ঃ ককাক যদি আমি মাৰি পেলাও।

কুঞ্জ ঃ তই বলিয়া হৈছ পোনা

দিগন্ত ঃ আহ, শুনা, মোৰ কথাখিনি শুনি লোৱা। মইতো ক'লোঁৱেই দেউতাই ককাক ভাল পায় সন্দেহ নাই। পুত্ৰ হিচাপে কৰিব লগীয়াখিনি দেউতাই কৰি যাব। তুমি কিমান ভাল পোৱা ককাক?

কুঞ্জ ঃ নাপাওঁ, মই চকুপাৰি দেখিব নোৱাৰোঁ তোৰ ককাৰক ।

দিগন্ত ঃ বেছ ধৰি ললোঁ বোৱাৰী হিচাপে কৰিবলগীয়া কৰ্তব্য কিছু তুমিও কৰিবা। কিন্তু কিমান দিনলৈ? শেষ মুহূৰ্তলৈ কৰি যাব পাৰিবানে আৰু মোক সমান আন্তৰিকতাৰে? ককাক অন্ততঃ তুমি পোৱাতকৈ মই শতগুণে বেছি ভাল পাওঁ । এই পৃথিৱীত মোৰ আটাইতকৈ মৰমৰ মানুহজনেই হ'ল মোৰ ককা।

কুঞ্জ ঃ তেনেহলে তেনেকুৱা উদ্ভট কথাবোৰ ভাবিব ধৰিছ কিয়?

দিগন্ত ঃ উদ্ভব নহয়। ৰেশ্যনেল ককাক ভালপাওঁ কাৰণেই মই তেওঁৰ মৃত্যু বিচাৰো। মই নিবিচাৰোঁ যে তেওঁ আমাৰ কলী গাইজনীৰ দৰে অসহায়, অৱহেলিত হৈও মূৰত লেটি লৈ মৰক। তেওঁ সকলোৰে মৰমৰ মাজত বুৰ গৈ থাকোঁতেই মৰাটো মই বিচাৰোঁ। জানানে? ককায়ো তাকে বিচাৰে তেওঁ আজি-কালি আত্মহত্যাৰ কথা কয়। আৰু কিয় ক'ব লগা হৈছে -- তোমালোকে জানে ?

(Direction of flash back) নেপথ্যত /

দেউতা ঃ কিয় লাগে, মানুহ এজনী কিয় লাগে। আমি ক'লৈ গলোঁ, ঠিক আছে তুমি ঘিণ কৰা, ময়েই আলপৈচান ধৰিম, তেওঁ মোৰ দেউতা -- মোৰ প্ৰতি, বিশেষকৈ পোনাৰ প্ৰতি থকা মৰমৰ কাৰণেই তেওঁ ভাইকিটাৰ লগত নাথাকি ইয়াত আছেহি। আমাৰ অসুখ বিসুখ হ'লে ৰাতি ৰাতি উজাগৰে তেওঁ কত কি কৰিছিল জানানে?

কুঞ্জ ঃ কিন্তু বুঢ়াৰ যে দিনে দিনে পৰ্কিতি লৰিছে, তাৰ খবৰ ৰাখিছেনে নাই। আজি-কালি দিনৰ দিনটো তেওঁ ইটো-সিটো চে লুলৈ পেন্‌পেনাই থাকিব আৰম্ভ কৰিছে। পৰহি বিছনাত পেচাব কৰিছে। কালিলৈ পাইখানা কৰিব, মই নোৱাৰো শৌচ পেচাব পৰিস্কাৰ কৰিব।

দেউতা ঃ নোৱাৰা নকৰিবা। মই কৰিম।

কুঞ্জ ঃ ঘৰত কিমান পৰ থাকে আপুনি হয়নে হেৰি?

দেউতাক ঃ আছা, Office লৈ যাওঁতে চাফা কৰি যাম। আহিও কৰিম। মাজৰ সময়খিনি থাকিব তেনেকৈয়ে, কিন্তু মানুহ এজনী ৰখা মানে দেউতাৰ মনত আঘাত দিয়া । দেউতাৰ তুমি ডাঙৰ বোৱাৰী। দেউতাই নিজে চাই-মেলি বৰ হেঁপাহেৰে তোমাক বোৱাৰী কৰি আনিছিল। দেউতাৰ প্ৰতি তোমাৰ সামান্য মৰমো নাইনে?



কুঞ্জ ঃ নুবুজে এই ঘৰখনৰ কোনেও নুবুজে মোৰ কথা, মই দেউতাক বেয়া পাওঁ ঘিণ কৰোঁ বুলি যে ক'ব পাৰিলে মোৰ অৱস্থাটো নুবুজে কেলেই? সদায় সদায় থু-খেঁকাৰ আঁতৰাই আঁতৰাই মোৰ খাবৰ পৰত ওকালি আহিব ধৰিছে -- দিনে দিনে ঘিণ ভাবটো .....(কান্দে) ----

দিগন্ত ঃ ওঁ। এতিয়া তোমাৰ মন্তব্য কোৱা

## ষষ্ঠ দৃশ্য

চেতিয়া ঃ আই , আই সেইটো সেইটো, ৰঙা বেলিটো, চা

চেতিয়া ঃ সুন্দৰ-সঁচাই বৰ সুন্দৰ।

## সপ্তম দৃশ্য

চেতিয়া ঃ সেইদিনা সেইদিনা আবেলিটো সঁচাই বৰ সুন্দৰ আছিল। অ ,. পোনা, সঁচাই বৰ সুন্দৰ, বৰ অপৰূপ, মায়াময়। মোৰ জীৱনকালত তেনে এটা নিচালগা আবেলি দেখা মনত নপৰে। ৰঙা বেলিটো পাহাৰটোৰ সিপাৰে লাহে লাহে লুকাই পৰিছিল। কি আছিল বেলিটোৰ মুখত? এটা বিয়াগোম হাঁহি। সেই হাঁহিৰেই যেন সি মোক এটা গোপন কথা কৈ গ'ল। জীৱনৰ ইংগিত দি গ'ল। দৃশ্যটো মোৰ মনত খাপ খাই বহি গ'ল। তেতিয়াৰে পৰা মই কথাবিলাক বেলেগ ধৰণেৰে ভাবিবলৈ লৈছোঁ। আমাৰ এজন ছাৰে বুজিছ , ৰবীন্দ্ৰনাথৰ কবিতা প্ৰায়ে আমাক আবৃত্তি কৰি শুনাইছিল। দীঘল দীঘল লেকচাৰ দি জীৱন আৰু মানুহ সম্পৰ্কে কবি গুৰু দৃষ্টি ভংগী ব্যাখ্যা কৰিছিল। ঘুৰিতে চাহিনা আমি এ সুন্দৰ ভুবনে। মানুষেৰ মাঝে আমি বাচিবাৰ চাই --- এই পৃথিৱীখন মই বৰ ভাল পাওঁ জানা, বৰ ভাল পাওঁ। কিমান ভাল পাওঁ কিমান ভালপাওঁ তই নুবুজিবি।

দিগন্ত ঃ কিন্তু তোমাৰ ইন্দ্ৰিয়বিলাক দিনক দিনে বিকলাই আহিছে। এই পৃথিৱীৰ ৰং-ৰূপ, ৰস-গোন্ধ তুমি জানো উপভোগ কৰিব পাৰা?

চেতিয়া ঃ পাৰোঁ, পোনা, পাৰোঁ। মই এতিয়াও প্ৰাণভৰি শুনো প্ৰভাতী পক্ষীৰ কাকলি, নদীৰ কুলধ্বনি, গৰুৰ হেম্বেলনি।

দিগন্ত ঃ অথচ ডাঙৰকৈ নক'লে বোলে তুমি আজি-কালি কথাবোৰ বুজিবলৈকো টান পোৱা।

চেতিয়া ঃ মোৰ মনৰ মাজত সাঁচি থোৱা আছে সেই শব্দ সেই ধ্বনি যেতিয়াই বিচাৰোঁ তেতিয়াই গুজৰি উঠে অলেখ শব্দ যি বিলাক এতিয়া মোৰ পৰা বহু আঁতৰত স্থান আৰু কালে মোৰ পৰা আঁতৰাই নিজে, যি ধ্বনি মোৰ জন্ম ভূমি গাঁৱৰ প্ৰাত্যাহিক শব্দ, সেইবিলাক মই ইচ্ছা কৰিলেই আজি-কালি শুনিব পাৰোঁ।

দিগন্ত ঃ আৰু দৃশ্যবিলাক। হাই পাৱাৰৰ চছমাৰ ফাঁকেৰে তুমি জানো উপভোগ কৰিব পাৰা প্ৰকৃতিৰ মনো মহা ৰূপ?

চেতিয়া : চকুৰে নেদেখাখিনি মই স্মৃতিৰ পৰা বুটলি লব পাৰোঁ পোনা। পূৰাই লব পাৰোঁ। মোৰ স্মৃতিত কিমান ৰং, কিমান পোহৰ সাঁচি থোৱা আছে তই জানো জান? আঘোণমহীয়া ধূলিৰ ডাৱৰ উৰুৱাই--ঘৰলৈ অহা গৰুৰ পাল, দিগন্তত ডুবো---- ডুবো সূৰ্যৰ মায়াময় হেঙুলীয়া লাহে লাহে ক'লা হৈ হৈ দূৰৈৰ সেউজীয়া, ফুটুকলা খাই দাঁত মুখ ক'লা কৰা অবোধ গৰখীয়াশিশু, পানী নিবলৈ অহা গাভৰু বোৱাৰীৰ জাক.........আহ, কিমান দৃশ্য; কিমান ৰূপ মই নিপুণ চিত্ৰকৰৰ দৰে মনৰ মাজত আঁকি পেলাব পাৰোঁ সেয়া তহঁতে নুবুজিবি।

দিগন্ত : সেইটো বাৰু বুজিলোঁ। কিন্তু দেখোন প্ৰায়ে অভিযোগ কৰা তোমাৰ স্মৃতিশক্তি বোলে আজি-কালি ভীষণ কমি গৈছে। বাৰ্ধক্যৰ কাৰণে আজি-কালি তুমি একো মনত ৰাখিব নোৱাৰা। মনত পেলাব নোৱাৰা।

চেতিয়া : কথাটো অৱশ্যে হয়, নতুন কথা, নতুন খখ নতুন নাম মই মনত ৰাখিব নোৱাৰোঁ। মনত থকাখিনিও সহজে মনত পেলাব নোৱাৰোঁ। সাধাৰণ ঐকিক অংক সূত কচা পূৰণৰ নেওতা কিখনো আনকি এতিয়া মোৰ মনত নাই।

চেতিয়া : আচলতে কি জান পোনা?

দিগন্ত : হুঁ।

চেতিয়া : যিখিনি মোৰ বাবে এতিয়া অদৰকাৰী যিখিনি মই আজি ব্যৱহাৰ কৰিব নালাগে সেইখিনি পাহৰি গৈ মোৰ ক্ষতি হ'ব কি?

দিগন্ত : অৱশ্যে।

চেতিয়া : কিন্তু সকলো কথা পাহৰা নাযায় বুজিছ? কিছুমান কথা, কিছুমান সুখ, কিছুমান পুৰণি নাম ইচ্ছা কৰিলেও পাহৰি যাব নোৱাৰি। বাৰ্ধক্যৰ কথা বাদেই নেকি মৰণ কালতো পাহৰা নাযায়।

চেতিয়া : আচলতে কি ঘটে জান? গোটেই জীৱন জুৰি যিবিলাক কথা আমি অতি লাগতিয়াল বুলি মনত ৰাখিবলৈ চেষ্টা কৰোঁ বা মনত ৰাখোঁ, বুঢ়া বয়সত মৰণ ওচৰ চাপি অহাৰ লগে লগে, সেইবিলাক ৰেলি পৰাৰ পৰত কুঁৱলীয়ে সকলো ঢাকি পেলোৱাৰ দৰে বিস্মৃতিৰ অতলত হেৰাই যায়। আৰু যি বিলাক কথা বিস্মৃতিত পোত গৈ আছিল, যিবিলাক কথা কোনোদিন মনত পেলোৱাৰ প্ৰয়োজন হোৱা নাছিল, সেইবিলাক বাল্যকাল কৈশোৰৰ হেৰাই যোৱা ঘটনাবিলাক, ছবিবিলাক, সূৰ্য্যোদয়ৰ পাছত কুঁৱলী আঁতৰি যোৱাত প্ৰকৃতি উদ্ভাসিত হোৱাৰ দৰেই উদ্ভাসিত হৈ উঠে। বাস্তৱতকৈও ৰঙীণ হৈ সিহঁতে মন প্ৰাণ শাঁত পেলাই দিয়ে। জীৱনৰ প্ৰতি মোহ সৃষ্টি কৰে, বৃদ্ধি কৰে। এবাৰলৈও সিহঁতক এৰাই চলিব নোৱাৰি। সেয়ে ইন্দ্ৰিয় বিফল হ'লেও সেই কল্পনাৰে, সোঁৱৰণীৰে, দীৰ্ঘদিনৰ অভিজ্ঞতাৰে এই পৃথিৱীৰ সকলো ৰূপ-ৰস, গোন্ধ উপভোগ কৰিব পাৰিছোঁ। পাৰিম আৰু চা কিমান সুবিধা, কল্পনাৰে মই যেতিয়া অতীতৰ পৃথিৱীখনক বৰ্তমান সময়ৰ লগত মিলাই মনত আঁকি লওঁ তেতিয়া কেৱল সুন্দৰ, ৰঙীন সোৱাদ বস্তুবোৰকে থূপ খুৱাও কুৎচিত কদৰ্য তিতা কেঁহা সকলোবোৰকে মই এৰাই চলিব পাৰোঁ। দাঁত নোহোৱাৰ কাৰণে মাছ, মঙহ মই চোবাই খাব নোৱাৰোঁ। চোবাই খাব নোৱাৰিলে বোলে সোৱাদ পোৱা নাযায়। মিছা কথা, আলুৰে। চেপি চেপিয়েইতো মই মাছ মঙহৰ, ৰুচিকৰ খাদ্যৰ সোৱাদ লব পাৰোঁ। কাৰণ অভিজ্ঞতাৰ পৰাই মই জানো



কাৰ কেনে সোৱাদ। কোনটো মিঠা, কোনটো তিতা, সেয়ে সোলা মুখেৰে, খৰঙা জিভাৰেই মই খোৱাবস্তুৰ জুতি পাওঁ। জীণ যোৱা নোযোৱাটো অইন কথা।

দিগন্ত : (হাঁহি) চমুতে ক'বলৈ গ'লে তুমি এতিয়াই মৰিব নোখোজা?

চেতিয়া : এতিয়াই! এতিয়াই কিয় মই কেনো দিনেই মৰিব নোখোজোঁ। এই ৰঙে- ৰসে ভৰা পৃথিৱীখন এৰি মই কেনেকৈ গুচি যোৱাৰ কথা ভাবিম?
এই পৃথিৱীখন আছে। এই পৃথিৱীখনত মই শ্ৰীকুলধৰ চেতিয়া জীয়াই আছোঁ সেয়া সত্য, মৰিলে কি হয় কোনে জানে?

দিগন্ত : কিন্তু মিঃ বৰাই ......

চেতিয়া : অ,অ, বৰাৰ কথা, বৰাৰ ঘৰত তৰাৰ গাঁঠি, বৰাৰ ফিতাহি কোনে শুনে? সুখত খাবলৈ পাইছে, বেমাৰ আজাৰ নাই। গতিকে তত্ত্ব কথা মৰিবলৈ ওলাওকচোন, তেতিয়া সেইবোৰ তত্ত্ব। কম, বৰা সচাঁকৈয়ে তত্ত্বজ্ঞানী। আচলতে কি জান পোনা? শাস্ত্ৰকাৰসকলৰ মতে মৃত্যুৰ পিচতো আন এটা জীৱন আছে। হওঁতে জীৱনত মই বুজি একো অন্যায় অধৰম কৰা নাই। স্বৰ্গবাস নিচিনা নৰকবাসত মোত হ'ব নেলাগে। কিন্তু স্বৰ্গই কৰ নৰককেই কৰ বকাই গেৰান্টি আছে তাৰ? মৃত্যুৰ সিপাৰে যদি একোৱে নাই।

দিগন্ত : যদি নাই মানে? নায়েইতো।

চেতিয়া : তেনেহলে? কিন্তু এই পৃথিৱীত সকলো আছে। জীৱন আছে। উপভোগ আছে। আৰু উপভোগ মানেতো কেৱল সুখ আনন্দই নহয়। তাৰ লগত দুখ-যন্ত্ৰণাও থাকিবই। সুখে-দুখে, হাঁহি- কান্দোনেহ যে জীৱন। এই পৃথিৱীত সেইখিনিৰ নিশ্চয়তা আছে। নিশ্চিত এৰি অনিশ্চিতক ধৰিবলৈ, দিঠকক এৰি সপোণত বাস কৰিবলৈ মোক নকবি।

দিগন্ত : মইনো কেতিয়া কলোঁ। তুমি নিজেহে মৰণ মৰণকৈ হামৰাও কাঢ়িছা।

চেতিয়া : পোনা, এই যে পঢ়িবলৈ দিছিলি আমাৰ কবি হীৰেণ ভট্টাচাৰ্যৰ কবিতা? এটা কিন্তু মোৰ বেছ মনত পৰিছে -- তুমিতো জানাই / এই কবিৰ আৰু একো নাই / এটাই মাথোঁ চোলা/ তাৰো চিগো চিগো চিলাই / জীৱন মাথোঁ এটাই। সি উৱলি গৈছে যাওক যিমানখিনি পাৰি মেৰামতি কৰি তাৰেই চলাব লাগিব। চিগা চিলাই কাটি-কুটি এইটো চোলাকে মই পিন্ধি থাকিম। পৃথিৱীখন কিমান সুন্দৰ ... জীৱনটো কিমান মধুৰ আপুৰুগীয়, তহঁতে ডেকামখাই নুবুজ। ধন-টকা-পইচা আৰু গাভৰু ছোৱালীকে তহঁতে জীৱন বুলি ভাব। বৰ বেছি ন্যায়-অন্যায়, শোষণ আৰু বন্দুকৰ কথা ক'ব পাৰ। কিন্তু বুঢ়া হ'লে জানিবি পৃথিৱীত বহুত বস্তু আছে - বহুত আছে। সঁচাকৈয়ে জীৱনটো বৰ ভাল অ'

চেতিয়া : আই আই

দিগন্ত : নাই নাই। কৰ আই

দিগন্ত : চেটেপ।

চেতিয়া : চেটেপ।

**সমাপ্ত**

# ক্ৰান্তিকালৰ গদ্য

## ভুপেন গোস্বামী



### চৰিত্ৰাৱলী

হলধৰ চক্ৰবৰ্তী. গোবিন্দ. ৰাজেন মাষ্টাৰ. পুতুকণ. জীৱেশ্বৰ খাউণ্ড
মাধৱ. বায়ন. দেৱ. জীৱন. দেবানন্দ. প্ৰীতম. অনল. তিলক্
বকুল, শিশু. বৰষা. অৰুণা



### প্ৰথম নাট্যক্ষণ

*(মধ্যমীয়া চহৰ এখনৰ উপকণ্ঠত থকা গাঁও ওখনৰ নামঘৰ প্ৰাংগন। এফালে নামঘৰৰ প্ৰৱেশদ্বাৰ অন্যফালে পুতুকণৰ দোকান। খবৰ কাগজ আলোচনীৰ পৰা গেলামাললৈকে গাঁৱৰ ৰাইজৰ নিত্য প্ৰয়োজনীয় বস্তুৰ সৰু দোকান। নামঘৰৰ চোতাসত এজোপা পুৰণি বকুল গছ। সময় পুৱা বেলা। পুতুকণৰ দোকান খোলা আছে।)*

গোবিন্দ : *(নেপথ্যত)* পুতুকণ, অ' পুতুকণ।

পুতুকণ : *(দোকানৰ পৰা মূৰ উলিয়াই )* আহক খুড়াদেউ।

গোবিন্দ : *(সোমাই আহি নামঘৰৰ চিৰিত সেৱা জনায়)* কৃষ্ণ কৃষ্ণ প্ৰভু।

পুতুকণ : কেনিবা যাবলৈ ওলাইছে নেকি খুড়াদেউ?

গোবিন্দ : *(বকুলজোপাৰ তলত থকা বাঁহৰ চাঙৰনত বহে)* কেনিবা মানে হলধৰ চক্ৰৱৰ্তী ঘৰলৈ যাম বুলি ওলাই আহিলোঁ।

পুতুকণ : কিবা সকামত নে?

গোবিন্দ : হওতে তেনে ডাঙৰ সকাম একো নাই। কালি মোকে বিচাৰি চক্ৰৱৰ্তী ডাঙৰীয়া হেনো মোৰ ঘৰলৈ গৈছিল। তাৰেই খবৰ এটাকে লওঁ। দে অ' পুতুকণ চিগাৰেট এটাকে দে।

পুতুকণ : নিছোঁ ৰ'ব -- ।

গোবিন্দ : জুই শলাৰ বাকচটোও লৈ আহিবি।

*(পুতুকণে চিগাৰেট আৰু জুইশলাৰ বাকচটো আনি দিয়ে। আনি দিয়ে। গোবিন্দই চিগাৰেট জ্বালাই।)*

গোবিন্দ : কেনে চলিছে অ' দোকান?

পুতুকণ : এস্ চলা নাই দিয়ক খুড়াদেউ। বেছিভাগ উঠনাতেই চলে। যি কেইজনে চহৰত চাকৰি কৰি মাহদিনীয়া হিচাপে উঠনা খায় তেওঁলোকৰো আজি কেইবামাহো দৰমহা নাই। মাৰোৱাৰী বেপাৰীয়ে মোক বাকী দিব নোখোজে -- দোকান চলাবলৈ টান্ পাইছোঁ। অইন কিবাহে চিন্তা কৰিব লাগিব।

গোবিন্দ : খেতি মাটিনো কিমানখিনি আছেগৈ?

পুতুকণ : ক'তনো মাটি আছে -- আধাখিনি বাইদেউৰ বিয়াতেই বিক্ৰী কৰিলে পিতাইয়ে। যিখিনি আছে তাৰে কোনো মতে ছমাহমানৰ ভাত কেইটা ওলায়।

গোবিন্দ : চাকৰি-বাকৰি এটাৰে চেষ্টা নকৰ কিয়? তহঁতৰ লগতে আন্দোলন ক ৰাসোপায়ে দেখোন মন্ত্ৰী

এম.এল.এ. হৈ অময়া সুখত আছে। ৰইণাৰে কোঁচাই সাতামপুৰুষলৈ ভেটি গজগজীয়া কৰি লৈছে।

পুতুকণ : এস্ সেই সোপাৰ কথা নুলিয়াব আৰু, বৰবাদ কৰিলে আমাক।

গোবিন্দ : পেন্সনৰ কামত পৰহিয়ে ৰাজধানীলৈ গৈছিলোঁ, বুইছ, তাত গৈ দেখিলো কৰ্মচাৰীবোৰে কান্ধত জোলোঙা হাতত কাঁহী-বাটি লৈ ৰাস্তাৰে ওলাই আহিছে। দৰমহা নাই -- খবালৈ ভাত নাই, ল'ৰা-ছোৱালীক পঢ়ুৱাবলৈ ধন নাই ......।

পুতুকণ : মৰিছে সৰু-সুৰা চাকৰি কৰা মানুহখিনিহে। ওপৰ মহলাত চাকৰি কৰা স কলৰ ধনৰ অভাৱ নাই। ৰাজ্যখনৰ উন্নতিৰ বাবে অহা ধনখিনি ওপৰে ওপৰে ভাগ-বটোৱাৰা কৰি নিজৰ নিজৰ পৰিয়ালৰ উন্নতি কৰিছে। চহৰত কেইবা মহলীয়া দালান সাজিছে। ল'ৰা-ছোৱালীক কলিকতা, বাঙ্গালোৰ, বোম্বাইত পঢ়ুৱাই ভৱিষ্যত সুন্দৰ কৰিছে।

গোবিন্দ : তাকেইতো। ৰহ হেৰ' শুনিবলৈ পাইছোঁ বাহিৰৰ এইবোৰ স্কুল-কলেজত পঢ়ুৱাবলৈ হেনো টকা-পইচাও দিব লাগে?

পুতুকণ : লাখ লাখ টকা বৰঙণি দিহে এইবোৰ স্কুলত সোমাব পাৰে।

গোবিন্দ : কি কলি? লাখ লাখ টকা দিব লাগে?

পুতুকণ : অ আক'। *(ৰাজেন মাষ্টৰ সোমাই আহে)*

ৰাজেন : পুতুকণ অ' পুতুকণ --

পুতুকণ : আহক ৰাজেন দা --

গোবিন্দ : আহ ৰাজেন। বৰ সোনকালে ওলালি দেখোন স্কুললৈ :

ৰাজেন : নহয় খুড়াদেউ -- ই পুতু কণৰ হাতত কাগজ ওখন দি জেউতি পেহীৰ ঘৰত পাক এটা মাৰিহে স্কুললৈ যাম।

গোবিন্দ : কাগজ। কিহৰ কাগজ অ'?

ৰাজেন : স্কুলৰ চৌহদৰ পকী বেৰ দিয়াৰ বাবে যে সিদিনা এম.এল.এ.ৰ পুঁজিৰ পৰা টকা দিয়াৰ কথা কৈছিল ..........।

গোবিন্দ : পঞ্চায়তৰ মিটিঙত যে সিদিনা কৈ গৈছিল।

ৰাজেন : অ'। এই সপ্তাহটো তাৰে পিচত ঘূৰোতেই গ'ল। সদায় সদায় চহৰলৈ অহা-যোৱা কৰি বৰ বিৰক্তি পালোঁ।

গোবিন্দ : হ'ল গৈ নে কামটো?

ৰাজেন : ক'ত গ'ল -- খবৰ কৰি গম পালোঁ বৰ্তমান পুঁজিত হেনো ধনেই নাই।

পুতুকণ : কেৱল প্ৰতিশ্ৰুতিহে দিলে ---

গোবিন্দ : আৰুনো দিবলৈ আছে কিটো। ৰাজহুৱা মিটিং কৰি হাস্পাতালখনৰ আধাৰশিলা স্থাপন কৰিলে; অঞ্চলটোৰ মানুহখিনিয়ে ভাবিলে বহুদিনৰ অভাৱ এটি পূৰণ হ'ল। ৰাইজে ভাল চিকিৎসা পাব। আজি দহবছৰে তেনেকৈয়ে পৰি ৰ'ল। আধাৰশিলাক হাবি জংঘলে আৱৰি ধৰিলে।

ৰাজেন : সকলো ফুটুকাৰ ফেন।

পুতুকণ : আধাৰশিলা আৰু প্ৰতিশ্ৰুতিৰেই চলি আছে ৰাজেনদা।

ৰাজেন : পুতুকণ !



পুতুকণ : কওক ৰাজেনদা।

ৰাজেন : তই চহৰলৈ খবৰ কাগজ আনিবলৈ যাবি নহয়?

পুতুকণ : যাম --

ৰাজেন : এই খামটো উপায়ুক্তৰ কাৰ্যালয়ৰ জীৱন বৰা নামৰ মানুহজনৰ হাতত দিবি। আৰু কবি পৰহিলৈ মই তেখেতক লগ কৰিম। খুড়াদেউ !

গোবিন্দ : কিবা কবি।

ৰাজেন : চহৰৰ পৰা অহা আমাৰ এই ৰাস্তাটোৰ বাবে ইঞ্জিনীয়াৰক মই বহুবাৰ লগ কৰিলোঁ, কামএকো নহ'ল। সিদিনা চক্ৰৱতী বৰদেউতাক কোৱাত তেখেতে নিজে এবাৰ উপায়ুক্তক লগ কৰি কথা হ'ম বুলি কৈছিল। আমাৰ দ্বাৰা কাম নহ'ব। বৰদেউতা এবাৰ গ'লে হয়তো কিবা এটা হ'ব পাৰে। আপুনি বৰ দেউতাক কথাটো এবাৰ মনত পেলাই দিলে ..........।

গোবিন্দ : তেখেতৰ ওচৰলৈ যাম বুলিয়ে মই ওলাই আহিছোঁ। কথাটো আজিয়েই মনত পেলাই দিন বাৰু। তেখেতৰ লগত ময়ো ওলাম।

পুতুকণ : ৰাস্তাৰ কামকিনি এতিয়াই কৰাব নোৱাৰিলে বাৰিষা দুৰ্গতিৰ সীমা নোহোৱা হ'ব।

গোবিন্দ : ৰাস্তাৰ কথা ওলাওঁতে মনত পৰিছে -- তহঁতৰ তেতিয়া জন্ম হৈছিল কি নাই হোৱা ই ৰাজেনৰ জন্ম হ'লেও তোৰ জন্ম হোৱা নাই। পুতুকণ, তেনেকুৱা সময়ৰ কথা। এই ৰাস্তাটো নিৰ্মান কৰাৰ সময়তে হৈছিল গণ্ডগোলটো।

ৰাজেন : গণ্ডগোল?

গোবিন্দ : অ' একপ্ৰকাৰ গণ্ডগোলেই। তেতিয়া আক' ৰাস্তাটো আজিৰ দৰে এনেকুৱা নাছিল। এটা সাধাৰণ গো-পথহে আছিল। এবাৰ পঞ্চায়তৰ সভাপতি, এম.এল.এ. ইঞ্জিনীয়াৰ সোপাই আহিছিল। কিবাকিবি হিচাপ-নিকাচ কৰি এম.এল.এ. ৰ কথাৰ ওপৰতে ধৰি ক'লে -- ৰাস্তা হ'বই লাগিব। লাগিম, নহয় খটবান্ধ। খণ্ড কৰি এম.এল.এ. জীপ গাড়ীত উঠি গুচি গ'ল। চক্ৰৱৰ্তী ফোঁ-ফোঁৱাই ঘৰলৈ গৈ লিখিলে এই দীঘলীয়া চিঠি।

ৰাজেন : চিঠি? কালৈ ?

গোবিন্দ : কালৈ আৰু হ'ব ---- একেবাৰে প্ৰধান মন্ত্ৰীলৈ।

পুতুকণ : প্ৰধান মন্ত্ৰীলৈ?

গোবিন্দ : অ' আক'। তেতিয়া জৱাহৰলাল নেহৰু আছিল প্ৰধান মন্ত্ৰী।

ৰাজেন : তাৰ পিচত?

গোবিন্দ : এমাহ গ'ল কি নগ'ল -- চিঠিৰ উত্তৰ আহি গ'ল চক্ৰৱৰ্তীলৈ।

পুতুকণ : সঁচা।

গোবিন্দ : কিনো শুনিছ নে?

ৰাজেন : বৰ আমোদ লগা কথা। তাৰ পিছত কি হ'ল খুড়াদেউ?

গোবিন্দ : এমাহ পিছতে মন্ত্ৰী, এম.এল.এ. আহি ৰাস্তাৰ কামৰ আৰম্ভণি কৰি গ'ল। স্বয়ং মুখ্যমন্ত্ৰীও আহিছিল। চক্ৰৱৰ্তীক ঘৰতে মাত লগাই গ'ল। সেই তেতিয়াই ৰাস্তাটো নিৰ্মাণ নোহোৱা হ'লে আজি এই অঞ্চলৰ ৰাইজে চহৰলৈ যোৱাৰ নামত যমৰ যাতনা ভুগিব লাগিলহেতেন।

ৰাজেন : সঁচাকৈয়ে খুড়াদেউ অঞ্চলটোত মানুহ বুলিবলৈ এইজনেই আছে। নিস্বাৰ্থ আদৰ্শবান মানুহ।

গোবিন্দ : অঞ্চলটোত বুলিয়েই নহয় অ' ৰাজ্যখনৰে এজন লেখত লব লগীয়া মানুহ। তহঁতে নাজান -- দেশৰ স্বাধীনতা অনাৰ বাবে কমখন কৰিছিলনে চক্ৰৱৰ্তীয়ে। গোটেই ডেকা কালডোখৰ স্বাধীনতাৰ নামতে উছৰ্গা কৰিছিল। তেওঁৰ যহতেই আমাৰ এই সৰু গাঁওখনত মহাত্মাজীৰ পদধূলা পৰিছিল।

ৰাজেন : চনটো আপোনাৰ মনত আছেনে খুড়াদেউ?

গোবিন্দ : নাথাকিব? হেৰ তই কৈছ কি? ঊনৈশ শ চৌত্ৰিশ চনৰ পোন্ধৰ এপ্ৰিল তাৰিখ। ওচৰ পাজৰৰ আটাইকেইখন গাঁৱৰ ৰাইজে আনন্দত আত্মহাৰা হৈছিল। পদুলিয়ে কল পুলি সাতদলাৰ পথাৰখনত প্ৰকাণ্ড চক্ৰৱৰ্তী তেতিয়া চফল ডেকা। গুৱাহাটী কটন কলেজত পঢ়ি আছিল। বিচুৰ বন্ধত ঘৰলৈ আহি ৰাইজৰ লগ লাগিছিল। শিক্ষিত ল'ৰা বুলি অঞ্চলটোৰ ৰাইজে গান্ধীজীৰ সেৱা শুশ্ৰষাৰ ভাৰ তেওঁলোকেই দিছিল। সেইযে গান্ধীজীৰ ওচৰ চাপিল -- তাৰ পিচত আৰু তেওঁ কলেজলৈ উভতি নগ'ল। সৰস্বতী নমস্কাৰ কৰি আন্দোলনত জঁপিয়াই পৰিল। এৰেষ্ট হ'ল -- জে ইলো খাটিলে কেইবাবাৰো।

পুতুকণ : শুনিছোঁ সকলো। দেউতাই প্ৰায়ে তেখেতৰ কথা কয়।

গোবিন্দ : হেৰ ক'বলগীয়া মানুহ। পুৱা-গধূলি এনেকুৱা মানুহৰ কথাই শ্ৰৱন-কীৰ্ত্তন কৰিব লাগে।

ৰাজেন : এইবোৰ কৰাৰ সময় কাৰ আছে খুড়াদেউ? কাকতে পত্ৰে এতিয়া মন্ত্ৰীৰ ধনৰ কেলেংকাৰী চৰিত্ৰৰ লেটিপেটি এইবোৰ লৈহে বৌজাল বৌজাল হয়। ভাল মানুহৰ ভাল কামৰ কথা চৰ্চা কৰি সময় খৰচ কৰিবলৈ কোনোৱে আজি ইচ্ছা নকৰে। শ্ৰদ্ধা-ভক্তি কৰিবলৈ ৰাজ্যখনত আদৰ্শবান ভালমানুহ নোহোৱাই হ'ল সবেই এতিয়া সুবিধা বাদীৰ শাৰীত নাম লগাই নিজৰ ঢোল নিজেই বজাই আছে।

গোবিন্দ : স্বাধীনতা অহাৰ পিছৰ চক্ৰৱৰ্তীয়েও কিন্তু বহুতো সুবিধা পাইছিল নললে। লগৰ বহুতেই মন্ত্ৰী এম.এল.এ. হ'ল ইচ্ছা কৰা হ'লে তেওঁ তেনেকুৱা কিবা এটা কৰিব পাৰিলেহেঁতেন।

পুতুকণ : ৰাজেনদা --

ৰাজেন : ক --

পুকুকণ : চক্ৰৱৰ্তী বৰদেউতাৰ ল'ৰা অনল দা তোমাৰ লগথ নাছিল জানে?

ৰাজেন : আমি একে শ্ৰেণীতে পঢ়িছিলো। যঠেষ্ট মেধাবী ল'ৰা আছিল।

পুতুকণ : হাকিনৰ পৰীক্ষা দিয়া নাছিল জানো অনলদাই?

ৰাজেন : এম.এ. পাছ কৰি আহিয়েই দুবাৰকৈ হাকিমৰ পৰীক্ষা দিছিল। দুয়োবাৰে পাছো কৰিছিল। কি হ'ব সকলো ফালে ঘোচৰ কাৰবাৰ দুইলাখ টকা বিচাৰিছিল নিদিলে --।

গোবিন্দ : হেৰ' দিবনো কৰ পৰা? চক্ৰৱৰ্তীয়ে আৰু আজিকালিৰ দেশহিতৈষীবোৰৰ দৰে ধনৰ পাহাৰ সাজি থোৱা নাই। তাতে তেওঁ বৰ একাচেকা বিধৰ মানুহ।

পুতুকণ : বৰদেউতাই অৱশ্যে কোনোবা মন্ত্ৰী এম.এল.এ. এক কোৱাহেঁতেননো .............।

গোবিন্দ : থ - থ। হলধৰ চক্ৰৱৰ্তী যাব মন্ত্ৰীক ক'বলৈ তাকো পুতুকণৰ চাকৰিৰ বাবে ভাল কথা কৈছ দে পুতুকণ তই --

পুতুকণ : মনৰ দুখত চাগৈ অনলদাই ঘৰ এৰিলে --

ৰাজেন : মনৰ দুখত নহয়, পুতুকণ খঙত, ক্ষোভত। কলেজ ইউনিভাৰ্তিটিৰ চাৰ্টিফিকেটসোপাকে এদিন



জ্বলাই দি ঘৰ এৰি গুচি গ'ল।

গোবিন্দ : জানো। কি পোকটোৱে কামুৰিলে হেৰ' ৰাজেন --শুনিছোঁ অনল হেনো উগ্ৰপন্থী সংগঠনত সোমাল।

ৰাজেন : শুনা কথা নহয় খুড়াদেউ -- সঁচা কথা। সংগঠনত সোমায়ে অনলে বৰদেউতালৈ চিঠি এখনো দিছিল। *(হাতৰ ঘড়ী চায়)* খুড়াদেউ মোৰ পলম হৈছে। আপোনালোক থাকক। জেউতী পেহীৰ ঘৰত খবৰ এটা কৰিবই লাগিব।

গোবিন্দ : জেউতীৰ কিবা অসুখ বিসুখ নেকি?

ৰাজেন : অসুখ বিসুখ নহয়। পেহীৰ ছোৱালী হিমাদ্ৰী হেনো পৰহিয়ে গৈছিল ৰাজধানীলৈ। চাকৰি এটাৰ বাবে লাগি আছিল নহয় — সেই সংক্ৰান্ততে। কালিও আহি নাপালে। পেহীয়ে মাতি পঠিয়াইছিল মোক।

গোবিন্দ : যা ৰাজেন। সেই নিঠৰুৱা মানুহজনীক সহায় কৰি আমিয়ে জীয়াই ৰাখিব লাগিব।

ৰাজেন : পুতুকণ তই কাগজখন দিবলৈ নাপাহৰিবি।

পুতুকণ : নাপাহৰাঁ ৰাজেনদা।

ৰাজেন : খুড়াদেউ মই আহোঁ।

গোবিন্দ : যা *(ৰাজেন ওলাই যায়)*

গোবিন্দ : পুতুকণ।

পুতুকন : খুড়াদেউ।

গোবিন্দ : আৰু এটা চিগাৰেটকে দে। ময়ো হৈ থাকোঁ। চক্ৰৱৰ্তী আক' ঘৰত বহি থকা মানুহ নহয় -- কেনিবা ওলাই যাব। হো একেলগে পইছাটোও লৈ যা। *(পইচা দিয়ে পুতুকণে চিগাৰেট আনিবলৈ যায়। বাছ এখন আহি অলপ সময় ৰৈ পুনৰ গুচি যোৱাৰ শব্দ হয়। পুতুকণে চিগাৰেট আৰু জুইশলাৰ বাকচ আনি গোবিন্দক দিয়ে। গোবিন্দই জ্বলায়।)*

গোবিন্দ : পুতুকণ — বায়নক দেখিছনে?

পুতুকণ : বায়ন দাইটি আজি দুদিন ইয়ালৈ অহা নাই। গুৰুজনাৰ তিথিও পালেহি নহয়। সিদিনা চহৰৰ পৰা মোৰ হতুৱাই কোল মেৰামতিৰ বাবে কিবাকিবি অনাই লৈছে। তেওঁ চাগৈ খোলৰ লগতে লাগি আছে।

গোবিন্দ : তিথিও পালেহিয়ে নহয়। বায়নৰ গাত গোসাঁই নথকা হ'বই *(জীৱেশ্বৰ খাওণ্ড সোমাই আহি দোকাণৰ সন্মুখত থিয় হয়)।*

জীৱেশ্বৰ : অকণমাণ মাত দিব নেকি? *(পুতুকণ আৰু গোবিন্দই দুয়ো জীৱেশ্বৰৰ ফালে চায় পুতুকণ আগবাঢ়ি আহে।)*

পুতুকণ : কওকচোন।

জীৱেশ্বৰ : হলধৰ চক্ৰৱৰ্তীৰ ঘৰলৈ কোনফালে যাব লাগিব *(গোবিন্দ বহাৰ পৰা উঠি আহে)*

গোবিন্দ : ক'ৰ পৰা আহিছে আপুনি?

জীৱেশ্বৰ : চামগুৰিৰ পৰা। ইয়াতে মোৰ বন্ধু এজনৰ ঘৰ। ভাবিলোঁ ইয়ালৈ আহিলোৱে যেতিয়া এখেত চক্ৰৱৰ্তীকো এবাৰ দেখা কৰি যাওঁ।

গোবিন্দ : বন্ধুৰ ঘৰ বুলিলে যে?

জীৰেশ্বৰ : হয় বিমল বিমান বৰুৱা। *(গোবিন্দই পুতুকণৰ ফালে চায়)*

পুতুকণ : অ' আমাৰ সিটো চুবুৰিৰ বিমলদা।

গোবিন্দ : হৰেশ্বৰ ল'ৰা --

পুতুকণ : অ' নগাঁৱৰ ক'ৰ্টত কাম কৰে -- নহয় জানো?

জীৰেশ্বৰ : হয়। তেন্তেই ক'লে নামঘৰৰ চ'কত নামি দোকানখনত সুধিলে চক্ৰৱৰ্তীৰ ঘৰৰ ঠিকনা বুজাই দিব।

গোবিন্দ : আপুনি এটা কাম কৰক -- এই ৰাস্তাৰে আপুনি চিধা গৈ থাকক দূৰৈত যে সেই নাৰিকলজোপা দেখিছে -- তাতে ৰাস্তাটো দুভাগ হৈছে। আপুনি বাঁওফালৰ ৰাস্তাটোৰে যাব! কিছুদূৰ গৈ ৰাস্তাৰ দাঁতিতে এটা দমকল পাব। দনকলটো পাৰ হৈ এটা দুটা তিনিটা নঙলা এৰি চতুৰ্থ নঙলাটোৱেই হ'ল আমাৰ হলধৰ চক্ৰৱৰ্তীৰ ঘৰৰ নঙলা। নঙলাৰ মুৰতে যুৰীয়া নাহৰ দেখা পাব।

জীৰেশ্বৰ : ধন্যবাদ। মই তেনেহলে আহোঁ।

গোবিন্দ : হয় গৈ থাকক ---। *(জীৰেশ্বৰ ওলাই যায়। বিপৰীতফালৰপৰা বায়নৰ মাত শুনা যায়।)*

বায়ন : *(নেপথ্যত)* গুৰু গোঁসাই নমনা মেলেছ হৈছ।

গোবিন্দ : হেৰ' পুতুকণ -- সেইটো আমাৰ যোগেন বায়ন নহয়নে?

পুতুকণ : হয় খুড়াদেউ !

গোবিন্দ : একেবাৰে ফোপাই জোপাই অকলে ভোৰ ভোৰাই আহিছে।

বায়ন : *(নেপথ্যত)* পাবি মজাটোৰ। ডেকা তেজৰ পিৰপিৰণি উঠিছে। দৈৰাসন তললৈ যাব যেতিয়া থাউৰি নাপাবি। *(সোমাই আহে)*

গোবিন্দ : হেৰা বায়ন -- হ'ল কি? একেবাৰে তিঙিৰ তুলা যেন হৈ কাড়পাট অহাদি আহিছা কথা কি?

বায়ন : কি হব আৰু পৰহিৰ পৰা খাটি খাটি খোল দুটা মেৰামতি কৰিলোণ বৰতি ৰূপহী লগাই ঘুণ দি বাব পৰা কৰিলোঁ। আখৰাৰ দিন বাৰ ঠিক কৰি পুৱাৰে পৰা ঘৰে ঘৰে মাতি ফুৰিলোঁ। ডেকা ল'ৰাচামে কোনেও খুলি নকয়। চাওচোন, দেখা যাওকচোন বুলি কথাৰ মোৰ অন্যফালে ঘুৰাই। এতিয়াহে উৰহী গছৰ ওৰটো ওলাল।

গোবিন্দ : কথাটোনো কি?

বায়ন : বুইছা গোবিন্দ মনেশ্বৰৰ ল'ৰা বৰেণ আৰু তপোধনৰ ল'ৰা তৰণী বহি আলচ কৰি আছিল -- মনেশ্বৰৰ ঘৰতে।ময়ো পালোঁ নহয়, সেইখিনি সময়তে। কি চাবা ভুনভুনীয়া মেল। মই মাতিছোঁহে মাতিছোঁ কোঠাৰ পৰা ওলায় নাহে। এনেতে নৰোত্তমৰ ল'ৰা দিবাকৰ আৰু কনপাইৰ ল'ৰা নৰেনো আহি সিহঁতৰ লগত চামিল হ'ল। মোৰো মনে চেবাইছিল। সিহঁতৰ চাওঁচোন দেখা যাওঁকচোন বোলা ৰহস্য ভেদ মই আজি ভাঙিম। ইয়াতেই হেস্তনস্ত কৰিম বুলি গ'লো নহয় -

পুতুকণ : বায়ন দাইটি আচল কথাটোনো কি?

বায়ন : তাকেইতো কৈ আছোঁ অথনিৰে পৰা। কিনো শুনি আছ।

গোবিন্দ : তুমি কিহৰ হেস্তন্যস্তৰ কথা কৈছা?

বায়ন : অ' হৰি -- তুমি হ বলা গমেই পোৱা নাই।

গোবিন্দ : নকলে গম পাম কেনেকৈ? অহাৰে পৰা তুমি উৰহী গছৰ মেৰপেছত যেনেদৰে ভনিতা জুৰিছা আমাৰ দৰে নৰমণিচে তাৰ একো উৱাদিহে পোৱা নাই।



বায়ন : এ -- হয় নেকি -- ইমানপৰে মই তেনেহ'লে আচল কথাটোকে তোমাক কোৱা নাই ......।

গোবিন্দ : হেঃ হেঃ হেঃ দেখিছ পুতুকণ বায়নৰ কাণ্ড

পুতুকণ : বায়ন দাইটিয়ে খঙত ভমকত একেবাৰে ..........

বায়ন : ৰহ অ' -- এইবোৰ এনেদৰে পেংলাই কৰি উৰুৱাই দিয়া কথা নহয় -- পাপ পুণ্যৰ কথা আছে।

গোবিন্দ : হ'ব হ'ব বায়ন এতিয়া আচল কথাটো কোৱা।

বায়ন : সিহঁতসোপাই কোঠাৰ ভিতৰত ভুন-ভুনীয়া মেল জুৰিছে। মই মাতিলো হেৰ' ওলাই আহ -- কিছু বেলিৰ মুৰত ওলাই আহিল -- মুখবোৰ এপাচি এপাচিমান কৰি। মই ক'লো গুৰুজনাৰ তিথিও পালেহি মাজতে এমাহ মাত্ৰ। আজি সন্ধিয়া নামঘৰলৈ আহিবি। ভাওঁবোৰ ভগাই দিম। আখৰা আৰম্ভ কৰিব লাগে। তোমাৰ নিবোকা হৈ থাকিল নহয়। আটাইকেইটা কাৰো মুখত টু শব্দ এটাও নাই।

গোবিন্দ : তুমি সুধিলানে?

বায়ন : সুধিলো। ময়ো এৰি দিয়া ভকত নহও নহয়। প্ৰথমতে কোনোৱে মাতক নামাতে তাৰ পিছতহে তপোধনৰ পুত্ৰ তৰণী বোলাটোৱে ক'লে -- বায়ন দাইটি গুৰুজনাৰ তিথিত এইবাৰ আমি ভাওনা নকৰো।

গোবিন্দ : ভাওনা নকৰে?

বায়ন : থিয়েটাৰ কৰিব। কথা শুনি মোৰ চুলিৰ খঙটো আহিছিল পিছে। বহুত ভাবি চিন্তি সম্বৰণ কৰিলোঁ বুইছা গোবিন্দ এই ল'ৰা মখা অধঃপাতে গ'ল।

গোবিন্দ : সিহঁতক কিবা ক'লা নেকি?

বায়ন : তাত আৰু একো উচ্চবাচ্য নকৰি ফোঁ-ফোৱাই গুচি আহিলো তোমাৰ ঘৰলৈ।

পুতুকণ : হ ব দাইটি তুমি চিন্তা কৰিব নালাগে। ৰাইজে লগ লাগি কি এটা কৰিব। তুমি মিছাতে খং কৰিছা।

বায়ন : হেৰ' খং নকৰি কি কৰিম কচোন। বছৰেকৰ ভাওনাখন যদি নামঘৰত নহয় গাঁওখনৰ অমংগল নহ'বনে?

গোবিন্দ : ৰ'বা বায়ন তুমি সিমান অধৈৰ্য নহ'বা। ৰাইজখন আছেই নহয়। তুমি এতিয়া ঘৰলৈ যোৱা।

বায়ন : তুমি কেনিবা যাবলৈ আহিছা হ'ব পায়?

গোবিন্দ : হলধৰ চক্ৰৱৰ্তীৰ ঘৰলৈ। এস,বলা। বায়ন তুমিও ক'লা তাতেই বহি কথাটো ভালকৈ আলোচনা কৰিম। চক্ৰৱৰ্তী গুণী জ্ঞানী মানুহ। গাঁওখনৰ হিতৰ বাবেই সদায় লাগি আছে। লৰাহঁতেও তেওঁক মানে। তেন্তেই সমস্যাৰ সমাধান কৰি দিব। নে কি কৰ পুতুকণ?

পুতুকণ : ঠিকেই

বায়ন : ব'লা তেনেহলে। *(যাবলৈ আগবাঢ়ে সংগীত মঞ্চ আন্ধাৰ হয়।)*

## দ্বিতীয় নাট্যক্ষণ

*(হলধৰ চক্ৰৱৰ্তীৰ ঘৰৰ বাৰাণ্ডাত জীৱেশ্বৰ খাউণ্ড বহি আছে। পৰ্দা ঠেলি চক্ৰৱৰ্তী সোমাই আহে)*

হলধৰ : আপুনি? *(চক্ৰৱৰ্তী সোমাই অহাত জীৱেশ্বৰ থিয় হয়।)* বহক বহক।

জীৱেশ্বৰ : মই চামগুৰিৰ। আপোনাৰ চিঠি এখন আছে।

হলধৰ : চিঠি কোনে দিছে?

জীৱেশ্বৰ : ভোলা কটকীয়ে ..........।

হলধৰ : অ' ভোলা কটকী। মোৰ ওসময়ৰ পৰম পৰম বন্ধু। স্বাধীনতা যুঁজৰ সময়ত আমি একেলগে এবাৰ যোৰহাট জেলত আছিলোঁ। আজি বহু বছৰ আমাৰ দেখা সাক্ষাৎ নাই। কেনে আছে বাৰু কটকী?

জীৱেশ্বৰ : বয়সো হ'ল নহয় — আছে ঠিকেই

হলধৰ : তেওঁৰ ল'ৰা-ছোৱালী কি?

জীৱেশ্বৰ : ল'ৰা দুজন -ছোৱালী এজনী।

হলধৰ : পঢ়া শুনা কিমান খিনি কৰিলেগৈ?

জীৱেশ্বৰ : ডাঙৰ ল'ৰাটোৱে নগাঁও কলেজত লেকচাৰাৰ কৰে। ছোৱালীজনী উলিয়াই দিছে নাজিৰালৈ।

হলধৰ : সৰু লৰাটো?

জীৱেশ্বৰ : পঢ়া শুনা সাং কৰি ক'তো সুবিধা কৰিব নোৱাৰিলে। ৰাজ্যৰ স্বাধীনতা কামনা কৰা মুক্তিকামী সংগঠনটোত সোমাই পৰিল। আজি বহুদিন হ'ল। ঘৰৰ লগত কোনো সম্পৰ্ক নাই।

হলধৰ : হু ! *(সংগীত)*

জীৱেশ্বৰ : *(অপ্ৰস্তুত হয়)* কাকতে পত্ৰে আপোনাৰ বিষয়ে পঢ়ি আপোনাৰ লগত চিনাকী হোৱাৰ হেঁপাহ বহুদিনৰ পৰাই আছিল। তেখেত কটকীয়েও সুবিধা পালেই আপোনাৰ কথা কয়। কেনেদৰে আপুনি কিয়াল্লিশৰ আন্দোলনত জঁপিয়াই পৰিছিল -- গান্ধীজীৰ লগত আপোনাৰ কেনে সম্পৰ্ক আছিল, সকলোবোৰ কৈছে। দেশে স্বাধীনতা পোৱাৰ পিছতো যে আপুনি আপোনাৰ আদৰ্শত অচল হৈ আছে এই কথা তেখেতে প্ৰায়ে কয়।

হলধৰ : কটকীয়ে দেখিছোঁ আপোনাক সকলোবোৰ .............

জীৱেশ্বৰ : ক্ষমা কৰিব। মোক আপুনি তুমি বুলি ক'ব।

হলধৰ : হ'ব বাৰু। তোমাৰ নামটো?

জীৱেশ্বৰ : জীৱেশ্বৰ খাউণ্ড।

হলধৰ : কি কৰা তুমি?

জীৱেশ্বৰ : মই ওচৰৰে কলেজখনত অসমীয়া পঢ়াওঁ। কটকী বৰদেউতাৰ ডাঙৰ ল'ৰা অৰুণ আৰু মই একেলগে পঢ়া।

হলধৰ : হয় নেকি? বাৰু কটকীৰ সেই আগৰ খংটো এতিয়াও একেদৰেই আছেনে?

জীৱেশ্বৰ : (হাঁহে)



হলধৰ : বৰ খঙাল আছিল সেই সময়ত। জেলত আমি সকলোৱে দুৰ্বসা নাম দিছিলোঁ। কিন্তু কি জানা যদি কিবা কাৰণত কাৰোবাৰ ওপৰত সেই দুৰ্বাদল খঙটো উঠিল তেনেহলে আৰু ক্ষমা নাই। গালি-শপনি পাৰি একাকাৰ কৰি দিয়ে। আৰু পিছপলকতে দেখিবা একেবাৰে পানী যেন হৈ গৈ ঢেক্‌ঢেককৈ হাঁহি গোটেই পৰিৱেশটোকে বদলাই দিলে। বৰ নিৰ্মল অন্তৰৰ মানুহ। খংটো একেদৰেই আছেনে?

জীৱেশ্বৰ : আছে-আছে। এতিয়াও মাজে মাজে ফাইটো উঠে। বেয়া নাপাব। আপোনাক কথা এটা সুধো।

হলধৰ : সোধা —।

জীৱেশ্বৰ : তাম্ৰপত্ৰ লবলৈ আপুনি কিয় অস্বীকাৰ কৰিলে? স্বাধীনতাৰ ৰূপালী জয়ন্তী উদ্‌যাপনত সকলো মুক্তি যোদ্ধাকে সম্বৰ্দ্ধনা জনাই তাম্ৰপত্ৰ দিছিল।

হলধৰ : ঠিক অস্বীকাৰ নহয়। তুমি কব পৰা লাজ।

জীৱেশ্বৰ : লাজ?

হলধৰ : অ লাজ। লাজ পাইছোঁ। সেইবাবেই মই তাম্ৰপত্ৰ নল'লো।

জীৱেশ্বৰ : কথাষাৰ বুজাত মোৰ অলপ অসুবিধা হৈছে —

হলধৰ : ধৰি লোৱা —মোৰ আই-বোপাইৰ আমি পাঁচজন ভাই ককাই। এই পাঁচজন ভাই ককাইৰ ভিতৰত মই একেবাৰে কনিষ্ঠ। পিতৃৰ মৰম কি বস্তু বুজি নৌপাওঁতেই আমি পিতৃহাৰা হৈছিলোঁ। চৰায়ে ডেউকাৰে আবৰি পোৱালি ডাঙৰ কৰাৰ দৰে আইৰ মৰমৰ মাজত আমি ডাঙৰ হৈছিলোঁ। মোৰ ওপৰৰ ককাইদেউহতে পঢ়া-শুনা সাংকৰি কৰি সংস্থাপনৰ বাবে ঘৰ এৰি বিভিন্ন ঠাইত থিতাপি ল'ব লগা হৈছিল। এজন ধুবুৰীত, এজন নলবাৰীত, এজন লক্ষীমপুৰত আৰু এজন শদিয়াত। তাতে তেওঁলোকে নিজৰ সংসাৰ একোখন পাতি লৈছিল। বিহুই-পূজাই সিহঁতবোৰ ঘৰলৈ আহে। ঘৰখন ভৰি পৰে। আনন্দ উৎসৱ হয়। আকৌ নিজ নিজ ঠাইলৈ উভতি যায়। মই তেতিয়া কলেজৰ ছাত্ৰ। হঠাতে আই এদিন অসুস্থ হৈ পৰিল। কবিৰাজ বেজজ্ঞানী বিচাৰি আনি চিকিৎসা কৰিবলৈ ল'লোঁ। ককাইদেউ হতকো খবৰ দিয়া হ'ল। যিয়ে যেনেকৈ আছিল তেনেকৈ আটাইবোৰে উধাতু খাই লৰি আহিল। চিকিৎসা চলিল। আইৰ অৱস্থা ভাল হওঁক চাৰি দিনে দিনে বেয়াৰ ফালেহে ঢাল খালে। এটা নিৰ্দিষ্ট সময়ৰ পিছত ককাইদেউহঁত আইক এৰি থৈ নিজৰ নিজৰ কৰ্মক্ষেত্ৰলৈ উভতি যাব লগা হ'ল। শয্যাশায়ী আই পৰিচৰ্যাৰ ভাৰ মই ল'লো। এটা চিন্তাতে মই নিমগ্ন হলোঁ — সেয়া হ'ল যিকোনো প্ৰকাৰে আইক আৰোগ্য কৰা। কেইবা বছৰো পাৰ হ'ল। আই লাহে লাহে আৰোগ্যৰ পথলৈ আহিল। সকলোৰে মনবোৰ অমল আনন্দেৰে ভৰি পৰিল — আমাৰ আই সুস্থ হ'ল। বাৰু খাউণ্ড তুমিয়েই কোৱাচোন — ইয়াৰ বাবে জানো মই মোৰ ককাইহঁতৰ পৰা বা মোৰ আপোন মানুহৰ পৰা কিবা স্বীকৃতি বিচাৰিব পাৰো?

জীৱেশ্বৰ : কথাটো ঠিক সেইটো নহয় -- এইযে আইৰ বাবে আপোনাৰ ত্যাগ .........

হলধৰ : ত্যাগ বুলি নকবা -- কোৱা কৰ্তব্য। আইৰ প্ৰতি মোৰ দেশমাতৃৰ প্ৰতি থকা মোৰ কৰ্তব্য কৰিবলৈ যাওঁতে কাৰো স্বীকৃতিৰ প্ৰয়োজন নাই । আৰু সেই স্বীকৃতিত মই লজ্জা অনুভৱ কৰোঁ।

জীৱেশ্বৰ : আপুনি বাৰু স্বাধীনতাৰ আগৰ আৰু স্বাধীনতাৰ পিছৰ দুয়োটা সময়ৰ মাজত কিবা পাৰ্থক্য অনুভৱ কৰেণে?

হলধৰ : বৰ ডাঙৰ প্ৰশ্ন কৰিলা ! তেনে এটা প্ৰশ্ন আজিৰ পৰা বহু বছৰ আগেয়ে মোৰ মনতো উদয়

হৈছিল। তেতিয়া কিছু যোগ-বিয়োগ পুৰণ-হৰণৰ মাজেৰে লাভ-লোকচানৰ অংকটো মই কৰি পেলাইছিলো। বিয়োগ ফল খিনি বাদ দি যোগফলখিনিকে ঘঁহি-পিহি নতুন ৰূপত স জাবলৈ চেষ্টা কৰিছিলো। কিন্তু লাভ একো নহ'ল। কাৰ কথা কোনে শুনে। এতিয়াতো জীৱনৰ শেষ পৰ্বত ঠিয় হলোঁহি। এতিয়া আৰু লাভ-লোকচানৰ হিচাপ-নিকাচৰ পৰা নিজকে বিৰত ৰাখিছোঁ। কি হ'ব মনোকষ্ট বঢ়াই। ৰ'বা —মাজনী —মাজনী অ'।

অৰুণা : *(নেপথ্যত)* গৈছেঁ ৰ'বা। *(সোমাই আহে)* কি হ'ল দেউতা?

হলধৰ : কোনোদিনে নহা মানুহ এজন আহিছে -- চাহপানী এটোপা ?

অৰুণা : মই বাকিছোৱে --

জীৱেশ্বৰ : চাহ নহ'লেও হ'লহেঁতেন ।

হলধৰ : ইমান দূৰৈৰ পৰা আহিছা — কিবা এটা মুখত নিদিয়াকৈ যাব দিও কেনেকৈ? এইজনীয়ে মোৰ কণাৰ লাখুটি। তায়ো অসমীয়াত অনাৰ্চ লৈ বি.এ. পাছ কৰিছে।

জীৱেশ্বৰ : কি নাম তোমাৰ?

হলধৰ : অৰুণা।

জীৱেশ্বৰ : এম.এ. পঢ়াৰ কথা ভবা নাই নে কি?

হলধৰ : মই কৈছিলোঁ পঢ়িবলৈ — তাইহে মন নকৰিলে। বৃদ্ধ বাপেকক অকলশৰীয়াকৈ এৰি যাবলৈ তাই কোনোপধ্যে মান্তি নহ'ল।

অৰুণা : আপোনালোকে কথা পাতক মই চাহ লৈ আহোঁ। *(প্ৰস্থান)*

জীৱেশ্বৰ : স্বাধীন দেশ এখনৰ যি সপোন লৈ আপোনালোকে যুঁজখনত জঁপিয়াই পৰিছিল সেই সপোন জানো বাস্তৱত ফলিয়ালে।

হলধৰ : তুমি মহাভাৰত পঢ়িছা?

জীৱেশ্বৰ : হয় পঢ়িছোঁ।

হলধৰ : কুৰুক্ষেত্ৰ ৰণৰ প্ৰাক্‌মুহূৰ্তত শ্ৰীকৃষ্ণই কোৱা কথাষাৰ নিশ্চয় তোমাৰ মনত আছে - কৃষ্ণই কৈছিল এই ধৰ্মযুদ্ধত যি মৰিব সি বাচিব আৰু যি বাচিব সি মৰিব। সেই মহাৰণত মৃতকসকলৰ স্বৰ্গপ্ৰাপ্তি হ'ল অথচ যুধিষ্ঠিৰকে আদি কৰি সি সকল বাচিল তেওঁলোকৰ মানসিক মৃত্যু ঘটিল। স্বয়ং শ্ৰীকৃষ্ণইও ইয়াৰ পৰা ৰেহাই নাপালে। সমগ্ৰ যদুকুলৰ আত্মঘাতী নিধনে কৃষ্ণৰো, মানসিক মৃত্যু ঘটালে সামান্য নিষাদৰ হাতত তেওঁ কায়িক মৃত্যুক আঁকোৱালি ললে। ভাৰত ব্যাপী হোৱা আমাৰ স্বাধীনতা যুঁজৰ মহানায়ক মহাত্মা গান্ধীও এবাৰ কৈছিল -- এই যুঁজত যি মৰিব সি বাচিব আৰু যি বাচিব সি মৰিব। তুমি ব্ৰজনাথ শৰ্মাৰ নাম শুনিছা নহয়? সৰভোগৰ ব্ৰজনাথ শৰ্মা?

জীৱেশ্বৰ : হয় শুনিছোঁ। তেখেতে যাত্ৰাদলৰ ওস্তাদ আছিল।

হলধৰ : অকল যাত্ৰাদলৰ ওস্তাদেই নহয় — স্বাধীনতা আন্দোলনৰ এগৰাকী আপোচহীন সৈনিক আছিল। জীৱনৰ শেষ বসয়ত এটুপি ঔষধ নোপোৱাকৈ চিটাৰ অভাৱত হাস্পাতালৰ বাৰাণ্ডাত পৰি থাকি তিল তিলকৈ মৃত্যুক সাৱটি লৈছিল। সেই ৰণত মৃত্যুবৰণ কৰা কুশল কোঁৱৰ, তিলক ডেকা, মদন ৰাওতা, কনকলতা, ভোগেশ্বৰী আদিয়ে মুক্তি পালে। পুণ্যাত্মা তেওঁলোক।

অৰুণা : (হাতত চাহৰ ট্ৰে লৈ সোমাই আহে) দেউতা চাহ আনিছোঁ।

জীৱেশ্বৰ : চাহ কেৱল মোৰ বাবেহে আনিলা যে



হলধৰ : তুমি অহাৰ অলপ আগেয়েই খাইছো। তুমি খোৱা।

জীৱেশ্বৰ : যিটো উদ্দেশ্য লৈ মই ইয়ালৈ আহিছিলো। ইমানপৰে সেইটো মই পাহৰিয়েই আছিলোঁ। কটকী বৰদেউতাই দিয়া চিঠি এইখন — (চিঠি দিয়ে)

হলধৰ : দিয়া —

জীৱেশ্বৰ : বৰদেউতাই কিন্তু চিঠিখনৰ উত্তৰ লগতে লৈ যাব কৈছে —

হলধৰ : তুমি উভতি যাবা কেতিয়া?

জীৱেশ্বৰ : কাইলৈ আবেলিকৈ যাম।

হলধৰ : মই চিঠিখন পঢ়ি লওঁ। তুমি চাহ পানীটোপা খাই লোৱা। *(হলধৰে চিঠি পঢ়ে। জীৱেশ্বৰে চাহ খায়)*

অৰুণা : আপোনাৰ বন্ধুজনৰ ঘৰ ইয়াৰে ক'ত বুলি ক'লে?

জীৱেশ্বৰ : বাছষ্টেণ্ডৰ পৰা উত্তৰফালৰ ৰাস্তাটোৰ অলপ গ'লেই পোৱা যাব বুলি কৈছে।

অৰুণা : আপুনি আগতে কেতিয়াবা ইয়ালৈ আহিছিল জানো?

জীৱেশ্বৰ : নাই অহা এইয়াই প্ৰথম।

হলধৰ : কটকীৰ ল'ৰাই নগাঁও কলেজত কি বিষয় পঢ়ুৱায়?

জীৱেশ্বৰ : অসমীয়া।

হলধৰ : তেওঁৰ পৰিবাৰৰ গা ভাল নহয় বুলি লিখিছে।

জীৱেশ্বৰ : হয়। বৰমাৰ আজি ইটো কালি সিটো লাগিয়েই থাকে। তাতে বাথৰুমত পৰি সিদিনা ভৰি এখনতো দুখ পালে।

অৰুণা : আমাৰ ঘৰ বিচাৰি উলিয়াবলৈ আপোনাৰ অসুবিধা হোৱা নাই?

জীৱেশ্বৰ : নাই হোৱা। বাছৰ পৰা নামি দোকান এখনত এখেতৰ নাম কোৱাত সুন্দৰকৈ ৰাস্তাটো বুজাই দিলে।

হলধৰ : *(দীঘলকৈ হুমুনিয়াহ কাঢ়ি)* তুমি কাইলৈ যাওঁতে ইয়াত সোমাই যাবা। মই চিঠি এখন লিখি থম।

জীৱেশ্বৰ : হ'ব। মই উঠো তেনেহ'লে নমস্কাৰ।

হলধৰ : যোৱা।

জীৱেশ্বৰ : (অৰুণাক) আহিছোঁ —

অৰুণা : যাওক কাইলৈ সোমাই যাব। জীৱেশ্বৰ যায়, হলধৰ আগবঢ়ায় দিয়ে। *(উভতি আহি পুনঃ চিঠিখন চকু ফুৰায়।)*

অৰুণা : দেউতা —

হলধৰ : হু!

অৰুণা : কাৰণো চিঠি, পঢ়িয়েই চিন্তাত পৰিলা যে *(কাপ-প্লেট সামৰে)*

হলধৰ : স্বাধীনতা যুঁজৰ সহকৰ্মী এজনৰ।

অৰুণা : কিনো লিখিছে?

হলধৰ : হু! লিখিছে সাধাৰণ ইটো সিটো খবৰ।

অৰুণা : দেউতা তুমি মোৰ পৰা কিবা লুকুৱাব খুজিছা।

হলধৰ : তোৰ পৰানো কি লুকুৱাম -- কটকীয়ে আমাৰ লগত সম্বন্ধ পাতিব খুজিছে?

অৰুণা : দেউতা !

হলধৰ : ল'ৰাই কলেজত শিক্ষকতা কৰে। ভোলা কটকী বৰ সাত্বিক মানুহ।

অৰুণা : মই তোমাক কেতিয়াবাই কৈছোঁ দেউতা। তোমাক এনেদৰে অকলশৰীয়াকৈ এৰি থৈ ......।

হলধৰ : নহয় মাজনী -- মোৰ এটা ডাঙৰ কৰ্তব্য আছে। মা-ৰ গুচি গ'ল, ঘৰ এৰি অনলো আঁতৰি গ'ল। জীয়াই আছেনে নাই তাকো নাজানো। মোৰো বয়স হৈ আহিছে। তোক একেবাৰে নিঠৰুৱাকৈ এৰি থৈ গ'লে মৃতুৰ পিছতো মই শান্তি নাপাম। তই আপত্তি নকৰিবি মাজনী। সন্তানৰ প্ৰতি থকা কৰ্তব্যক মোক পালন কৰিবলৈ দে।

অৰুণা : তোমাৰ প্ৰতি মোৰো কৰ্তব্য আছে।

হলধৰ : কৰ্তব্য নাই বুলি মই কোৱা নাই। তই যিখিনি কৰিছ সেয়াই যথেষ্ট।.শৰীৰো লাহে লাহে পৰি আহিছে। আজি ইটো কালি সিটো লাগিয়েই আছে। মই আঁতৰি যোৱাৰ পিচত তোৰ অৱস্থাৰ কথা ভাবিহে........

অৰুণা : কিয় দেউতা--মোৰ ওপৰত তোমাৰ বিশ্বাস নাই?

হলধৰ : বিশ্বাস আছে মাজনী। তহঁত দুয়োটাৰ ওপৰত সম্পূৰ্ণ বিশ্বাস আছে। আস্থা আছে তহঁতৰ চিন্তাৰ ওপৰত। কিন্তু অনল.............সি...

অৰুণা : দেউতা।

হলধৰ : হু!

অৰুণা : তুমি ককাইদেউৰ কথা বেছিকৈ চিন্তা কৰিছা--

হলধৰ : চিন্তা! মোৰ ভয় হৈছে। ভয় হৈছে ইহঁতৰ ভৱিষ্যতৰ কথা ভাবি এটা জাতিৰ ভৱিষ্যত অন্ধকাৰত,নিমজ্জিত হ'ল। যদুবংশৰ দৰে জাতিটো আত্মঘাতী ৰণত প্ৰবৃত্ত হ'ব ধৰিছে।

অৰুণা : দেউতা!

হলধৰ : ক'ত কি কেনা লাগিল ধৰিবই নোৱাৰিলোঁ ক'ৰবাত মোৰ ভুল হ'ল নেকি?

অৰুণা : কি ভুলৰ কথা কৈছা দেউতা।

হলধৰ : দুবাৰকৈ হাকিমৰ চাকৰিৰ পৰীক্ষাত পাছ কৰিও টকা দিব নোৱাৰাৰ বাবে বঞ্চিত হোৱা মোৰ একমাত্ৰ পুত্ৰৰ বাবে মই কোনোবা ৰাজনৈতিক নেতাৰ ওচৰ চাপিব পাৰিলেহেঁতেন কিন্তু.......

অৰুণা : ক'তা ককাইদেৱে কোনোদিনেতো সেইটো বিচৰা নাছিল।

হলধৰ : বিচৰা নাছিল। কিন্তু কথাটো উচিত আছিল নে কি?

অৰুণা : তুমি কিয় তেনেকৈ ভাবিছা দেউতা?

হলধৰ : তই বিশ্বাস কৰ মাজনী, তাৰ চাকৰিটোৰ বাবে টকা দিয়াৰ সামৰ্থ্য মোৰ নাই। এজন ৰাজনৈতিক নেতাৰ ওচৰলৈ গৈ অনুৰোধ কৰি চাকৰিটো দিয়াৰ সমৰ্থ্য মোৰ হয়তো আছিল। কিন্তু মই কি বিশ্বাস কৰোঁজানা মাজনী সেই চাকৰিটোলৈ সি দেশৰ দহৰ সেৱা কৰিব ৰাইজৰ সেৱা কৰিবলৈ যোৱাৰ প্ৰাৰম্ভণিতেই যদি দুৰ্নীতিৰ কেৰোণ গজালি মেলে গোটেই জীৱন সি মানসিক অন্তৰ্দ্বন্দ্বত ভুগিব লাগিব।



অৰুণা : সিওতো তোমাৰ আদৰ্শৰে নিজক গঢ়িবলৈ যত্ন কৰিছিল দেউতা--

হলধৰ : পৰিস্থিতি আৰু পৰিৱেশে আমাৰ আদৰ্শক আজি মহাৰাণীৰ অঞ্চল মুদ্ৰাটোত পৰিণত কৰিলে। যাক স্মৃতি চিহ্ন হিচাপে বাকচৰ এচুকত সংৰক্ষণ কৰি থব পাৰি। কোনো ব্যৱহাৰিক কামত লগাব নোৱাৰি।

অৰুণা : দেউতা।

হলধৰ : হু!

অৰুণা : ককাইদেউহঁতক জানো পূৰ্বৰ অৱস্থালৈ ঘূৰাই আনিব নোৱাৰি? সিহঁতৰ এই বিপৰ্যয়ৰ অৱসান ঘটাব নোৱাৰি নে কি?

হলধৰ : কোনে আগবাঢ়ি আহিব? সামাজিক বিবেক আজি বিবস্ত্ৰা। ভূ-লুণ্ঠিত হৈছে মানৱতা। যিটো সময়ত সিহঁতৰ কণ্ঠত উচ্চাৰিত হ'ব লাগিছিল জ্ঞানৰ গায়ত্ৰী মন্ত্ৰ, সেই সময়টোতে সিহঁতৰ হাতত তুলি দিয়া হ'ল মাৰণাস্ত্ৰ। আৰু যিসকলে আজি সিহঁতক সেই বোকাৰ পৰা তুলি আনিব লাগিছিল সেইসকলেও এক নিৰাপদ দূৰত্বত থিয় হৈ সিহঁতক লৈ হেতালি খেলিছে। ৰাজনীতিৰ পাশাখেলত মানৱীয় প্ৰমূল্য বিধ্বস্ত হৈছে। মনে-প্ৰাণে কোনেও আজি ভাল হোৱাটো কামনা কৰা নাই।

অৰুণা : কি ক'লা দেউতা-- ভাল হোৱাটো কামনা কৰা নাই?

হলধৰ : অ'। এই যে এক শ্বাসৰূদ্ধ বাতাবৰণৰ সৃষ্টি হৈছে আৰু সেই বাতাবৰণৰ লগত দিনৰ পিচত দিন সহঅৱস্থান কৰি থাকি তাৰ পৰা ওলাই অহাৰ পথ আমি হেৰুৱাই পেলাইছোঁ। *(নেপথ্যত গোবিন্দৰ মাত শুনা যায়)*

গোবিন্দ : *(নেপথ্যত)* চক্ৰৱৰ্তী দেউ ঘৰত আছেনে?

হলধৰ : আছোঁ, আহা গোবিন্দ। (গোবিন্দ আৰু বায়ন সোমাই আহে।) অ' বায়নো দেখোন? আহা আহা।

গোবিন্দ : বাপেক-জীয়েকৰ আলোচনাত চাগৈ আমি ৰসভংগ কৰিলোঁ।

অৰুণা : মুঠেও কৰা নাই খুড়া। বহক বায়ন খুড়া।

বায়ন : বহিম মাজনী বহিম। বহিবলৈয়ে আহিছোঁ ইয়ালৈ।

গোবিন্দ : আমাৰনো আৰু ক'ৰবাত বহি সময় কটোৱাৰ বাহিৰে কি আছে?

অৰুণা : আপোনালোক বহক--মই ভিতৰলৈ যাওঁ।

গোবিন্দ : যোৱা মাজনী যোৱা--আমালৈ আক' মনত পেলাবা।

অৰুণা : সময়ত তামোল-চালি দি যাম বাৰু।

বায়ন : হেঃ হেঃ হেঃ মাজনীও দেখিছোঁ কথাৰ টিপ বুজা হৈছে।

গোবিন্দ : নুবুজিব কিয়? ছোৱালী কাৰ-চক্ৰৱৰ্তীৰ হে। যাক ধৰাৰ বাবে বৃটিছে চৰকাৰে সেই সময়তে পাঁচ হাজাৰ টকা পুৰস্কাৰ ঘোষণা কৰিছিল।

হলধৰ : গোবিন্দ--কালি তোমাৰ ঘৰলৈ গৈছিলোঁ।

গোবিন্দ : ঘৰৰ মানুহে মোক ক'লে।

হলধৰ : তুমি হেনো ৰাজধানীলৈ গৈছিলা?

গোবিন্দ : অনৰ্থক টকাকেইটা পানীত পেলালোঁ।

হলধৰ : কিয়?

গোবিন্দ : কাম সেই একেটাই, পেন্সন।

বায়ন : তোমাৰ দুবছৰ মান নহ'ল নে অৱসৰ পোৱাৰ?

গোবিন্দ : ক'ত দুবছৰ চাৰিবছৰ হওঁ হওঁ। অফিচটোলৈ কিমান তাঁত-বাতি কাঢ়িলোঁ, কামত নাহিল।

বায়ন : কি হ'লনো?

গোবিন্দ : তেনেকুৱাই। ইখন টেবিলৰ পৰা সিখন টেবিললৈ ফাইলটো নাযায়।

বায়ন : থোৱাহে--ফাইলবোৰ কিবা ঠেং হাত গজেনে?

গোবিন্দি : গজে বায়ন গজে। মাননি পালে শিপা গজা ফালি তোমাৰ দামুৰি চেঁকুৰা দি চেঁকুৰে।

বায়ন : ও-তাৰেমানে ঘোচ লাগে?

গোবিন্দ : তলৰ পৰা পেৰলৈ সকলোৱে মুখকেইখন মেলি বহি আছে। দুই এজনে মূৰেই তুলিব নোখোজে।

হলধৰ : গেলিছে গেলিছে বৰালি মাছ গেলাদি গোটেইখন গেলিছে। চাৰিওফালে দুৰ্গন্ধই বিয়পি পৰিছে। সমাজখনত তুমি আজি এনে এডোখৰ চাফা ঠাই নোপোৱা য'ত থিয় হৈ বাকী ঠাইখিনিৰ আৱৰ্জনা আঁতৰ কৰিব পাৰিবা।

বায়ন : এৰা দেও--কি দিন দি হ'ল--। ক'বপৰা আহি ক'ত পৰিলোঁ আগলৈবা আৰু কি আছে। তাকে ভগৱন্ত প্ৰভুক খাটিছোঁ। সোনকালে সিফলীয়া কৰিলেই শান্তি পাওঁ।

হলধৰ : হেৰিহে বায়ন--কালি তোমাৰ ঘৰতো সোমাইছিলোঁ নহয়। তুমি খোলা দুটা ভাল কৰিছা, মই চাই আহিছোঁ। এইবাৰ চলি যাব নহয় জানো?

বায়ন : তাকে ক'বলৈয়েতো আপোনাৰ এইখিনি পালোঁহি। খোল ভাল কৰিলে কিটো হ'ব?

হলধৰ : কিয়?

গোবিন্দ : বায়নৰ খং উঠিছে। আখৰালৈ মানুহ মাতিবলৈ যাওতে গম পালে ডেকাল'ৰাহঁতে হেনো ভাওনা নকৰে।

হলধৰ : এইটো কেনে কথা?

বায়ন : থিয়েটাৰ কৰিব?

হলধৰ : অ'.....কথা সেইটোহে....। ভাল কথাহে---

বায়ন : কি-কয় চক্ৰৱৰ্তী দেউ? গুৰুজনাৰ তিথিত থিয়েটাৰ কৰিব?

হলধৰ : চোৱা বায়ন, ভাওনা আৰু থিয়েটাৰ দুয়োটা একেই বস্তু। দুয়োটাই সজ কাম। সমাজৰ বাবে লাগতিয়াল কাম।

বায়ন : সেইবুলি ভাওনা বা দি সেই উতনুৱা মখাই থিয়েটাৰ কৰিব আৰু আমি............



হলধৰ : বায়ন! লচৰাহঁতক তুমি বাৰণ কৰিববলৈ চেষ্টা নকৰিবা। বৰং সিহঁতক উৎসাহ দিয়া। ল'ৰাহঁতে কামত নালাগিলে ৰভা পৰলা দিয়া কামবোৰ কোনে কৰিব? সিহঁতেইতো সেইবোৰ কৰিব লাগিব। দায়িত্ববোৰ সিহঁতক এৰি দিয়াৰ সময় হৈছে বায়ন। সমাজখন ভাল কৰাৰ ঠিকাটো কেৱল আমি বৃদ্ধবোৰে ৰাখি থ'লে নহ'ব। আমাৰ ভৱিষ্যৎ বংশধৰবোৰেও তেওঁলোকৰ প্ৰয়োজনীয়ে ভালবোৰ কৰি গৈ থাকিব। তুমি আমি সিহঁতক ৰাস্তা এৰি দিবই লাগিব। বায়ন তুমি অসন্তোষ নকৰিবা। সিহঁত তোমাৰ মোৰেই ল'ৰা। সিহঁতৰ ভাল হওঁক। নহয় জানোঁ?

বায়ন : এস্-মই সেইবোৰ ভাবি-চিন্তি চোৱাই নই--

গোবিন্দ : গুৰুজনাৰ তিথিত ভাওনাৰ সলনি থিয়েটাৰৰ কথা ওলাওতেই.........

হলধৰ : বুজিছোঁ গোবিন্দ, বায়নৰ মনোকষ্ট মই বুজি পাইছোঁ। থিয়েটাৰো হ'ব ভাওনাও হ'ব। নেকি কোৱা!

গোবিন্দ : হওঁক দুয়োটাই হওক।

হলধৰ : তুমি এটা কাম বায়ন--সকলোকে আজি নামঘৰলৈ মাতিবা। গধূলি প্ৰসংগৰ পিচতে কথাবোৰ খোলোচাকৈ তাতেই আলোচনা কৰিম। ইহঁত ল'ৰাহঁতকো মাতিবা। নহয়নে গোবিন্দ!

গোবিন্দ : এৰা। নামঘৰতেই ভাল হ'ব *(সংগীত)*

*(মঞ্চ আন্ধাৰ হয়)*

## তৃতীয় নাট্যক্ষণ

*(নামঘৰৰ সন্মুখ। সময় আবেলি। হাতত এটা খৰাহী লৈ সমবয়সীয়া লচৰা-ছোৱালী এহাল বকুল ফুল বুটলিব আহে।)*

তিলক : ঐ বকুল--পুতুকণ খুড়াক দোকান দেখোন বন্ধ। কেনিবা গ'ল।

বকুল : তই নাজাননে আবেলি যে তেওঁ খবৰ কাগজ আনিবলৈ চহৰলৈ যায়।

তিলক : দুপৰীয়া আমাৰ পানীখোৱা ছুটীত চাইকেল মাৰি যোৱা দখোঁ।

বকুল : সদায় যায়। ব'ল আমি আমাৰ কাম কৰোঁ গৈ। *(দুয়ো বকুলৰ তললৈ যায়।)*

তিলক : বহুত ফুল পৰি আছে। *(ইফালে সিফালে চায়)* ঐ বকুল সেই ফালে চা, দুবৰিৰ ওপৰত কেনেদৰে পুল ভৰি আছে।

বকুল : ঢেৰ ফুল সৰিছে।

তিলক : এ-ই দীঘল দীঘল দুডাল মালা হৈ যাব। *(ফুল বুটলিব ধৰে।)*

বকুল : জান তিলক--এই বকুলজোপা আমাৰ ককাই ৰুইছিলহেনো।

তিলক : হয় নেকী? তোক কোনে ক'লে?

বকুল : মায়ে কছে আক'। *(চাইকেলৰ পিছফালে বাতৰি কাকত আলোচনী টোপোলা লৈ পুতুকণ সোমাই আহে।)*

পুতুকণ : কোন অ' সেইকেইটা?

তিলক : আমিহে পুতুকণ খুড়া।

পুতুকণ : কি কৰিছা?

বকুল : ফুল বুটলিছোঁ।

পুতুকণ : ঐ তিলক--এইফালে আহচোন। *(তিলক আহে)* চাওঁ চাইকেলখন ধৰচোন অকণমান। *(তিলকে চাইকেলখন ধৰে। পুতুকণে কাকত আলোচনী টোপোলা নমায়।)*

তিলক : এপাক চলাওঁ দিয়ানা পুতুকণ খুড়া।

পুতুকণ : নালাগে দে। পৰিব লাগিলে চাইকেলা ভাগিব, নিজেও দুখ পাবি। *(তিলকে এবাৰ টিলিঙাটো বজাই আগৰ ঠাইলৈ ওভতে। পুতুকণে চাইকেলখন দোকানৰ বেৰত আওজাই থৈ দোকান খোলে। কাকত আলোচনীবোৰ ওলোমাই থয়।)*

তিলক : বগাকৈ বগলী বহলাই বহিছে
বলুকাত বিয়লি বেলা
বকুল বাগৰিছে ব কচাবনতে
বুটলি বিলাও গৈ ব'লা--।
*(তেই খিটিতাক্-তেইকিটি তাক। মুখেৰে খোলৰ বোল দি হাতেৰে খোল বজোৱাৰ ভাও দিয়ে।)*

বকুল : ঐ তিলক এনেদৰে জোকাই নাথাকিবি, ভাল নহ'ব কিন্তু তোক কৈছিলোঁ।

তিলক : তোকনো ক'ত জোকালোঁ। মই পদ্য হে পাইছোঁ।

বকুল : ইস্--এওঁ পদ্য গাইছে। মই হবলা গম পোৱা নাই! সিদিনাও তই স্কুলত জোকাইছ। মই কিন্তু জেঠাইক কৈ দিম।

তিলক : তোৰ নামটো বকুল কোনে ৰাখিলে?

বকুল : কিয়?

তিলক : নাকেৰে বৰলৰ টোপৰ দৰে শেঙুণ ওলাই থকা এজনীৰ নাম ৰাখিছে বকুল--

বকুল : ঐ তই মোৰ লগত এনেদৰে লাগি নাথাকিবি--নোবোটলো যা ফুল। *(উচাত মাৰি গুছি আহি চাঙখনত বহে। অ' পুতুকণ খুড়া চোৱাহিচোন এই পাতক। মোৰ লগত কেনেকৈ লাগি আছে।)*

পুতুকণ : ঐ' তিলক নোজোকাবিব তাইক--

বকুল : কেনে মজা--ভাল পাইছোঁ--ভাল পাইছোঁ

পুতুকণ : ঐ তিলক তহঁতৰ ৰাজেন মাষ্টৰ আজি স্কুললৈ আহিছিল নে?

তিলক : আজি আমাৰ স্কুল বন্ধ আছিল।

পুতুকণ : কিহৰ বন্ধ?



তিলক : প্ৰতিবাদ দিৱসৰ।

পুতুকণ : প্ৰতিবাদ দিৱস?

তিলক : অ' কালি চহৰৰ পৰা কেইজনমান ল'ৰা টেক্সীৰে আমাৰ স্কুললৈ আহিছিল। ছাৰক আজি স্কুল বন্ধ ৰাখিবলৈ কৈছিল। ছাৰে স্কুল বন্ধ নাৰাখোঁ বুলি কোৱাত সিহঁতে ছাৰক ধমকি দিলে।

পুতুকণ : ৰাজেন মাষ্টৰক ধমকি দিলে--

তিলক : অ--। *(তিলক বকুলৰ ওচৰলৈ যায়)* অ' বকুল তই খঙ কৰিলি?

বকুল : নামাতো যা--তোক।

তিলক : মই ধেমালিহে কৰিছোঁ।

বকুল : মই ধেমালিহে কৰিছোঁ--। আজিৰ পৰা নোজোকাও বুলি ক'।

তিলক : নোজোকাওঁ দে।

বকুল : কাণত ধৰ--*(তিলকে কাণত ধৰে) (দুয়ো পুনৰ ফুল বোটলে)*

বকুল : ঐ তিলক কালি স্কুলত পঢ়া হ'বনে?

তিলক : ক'ত আৰু পঢ়া হ'ব চাগে--প্ৰতিষ্ঠা দিৱস পালন কৰিলে পঢ়া হয় জানোঁ?

বকুল : এনেদৰে বন্ধ হৈ থাকিলে দেখোন আমাৰ পঢ়া-শুনাই নহ'ব।

তিলক : এতিয়া কি বন্ধ হৈছে--মাইয়ে কৈছে বিদেশী খেদা আন্দোলনৰ সময়ত হেনো মাহৰ পিছত মাহ স্কুলবোৰ বন্ধ আছিল। আমাৰ তেতিয়া জন্মই হোৱা নাছিল।

বকুল : বিদেশী মানে কি অ' তিলক?

তিলক : বিদেসী মানে বিধেশী। বাহিৰৰ পৰা অহা মানুহ।

বকুল : তাৰমানে সৌ ৰতনপুৰ গাঁওৰ পৰা আমাৰ ইয়ালৈ বকুল ফুল বুটলিব অহা তপন, দেউতি, তগৰ, জীতেনহঁত ইয়াত বিদেশী?

তিলক : অ' বোধহয় তেনেকুৱাই।

বকুল : সিহঁতক আমি খেদিব লাগিব? মই সেই চবব কৰিব নোৱাৰোঁ পাই--একেলগে সিহঁতৰ লগত খেলো, বৰশী বাওঁ, স্কুললৈ যাওঁ, বকুল বুটলো, সিহঁতক নো কেনেকৈ খেদিম?

তিলক : এতিয়াহে নোৱাৰ ডাঙৰ হ'লে আমিও আন্দোলন কৰিব লাগিব নহয়।

বকুল : ছোৱালীয়ে আন্দোলন কৰে নে নকৰে অ'?

তিলক : কৰে আক'--। আন্দোলন কৰাত ল'ৰা-ছোৱালী বুলি কথা নাই। পঢ়া-শুনাত ভাল নহলেও আন্দোলন কৰি ডাঙৰ মানুহ হ'ব পাৰি।

বকুল : তোক কোনে ক'লে--?

তিলক : সিদিনা মাধৱ ককা আৰু বায়ন ককাইঁতে আমাৰ চোতালতে বহি কৈ থকা শুনিচিলোঁ। আমাৰ কিতাপতো আছে নহয়--
জোনবাইয়ে বেজি এটি দিয়া

বেজিনো কৈলৈ--
মোনা সীবলৈ--
মোনা নোৱা কৈলৈ--
ধন ভৰাবলৈ
ধন নো কৈলৈ
হাতী কিনিবলৈ,
হাতী নো কৈলৈ
উঠি ফুৰিবলৈ
উঠি ফুৰিলে কি হয়
ডাঙৰ মানুহ হয়।। *(দুয়ো নাচি নাচি গায়।)*
ক'তা ইয়াত দেখোন পঢ়াৰ নাম গোন্ধেই নাই।

বকুল : কিতাপ লিখা মানুহবোৰেও চাঁগে বালকৈ নাজানে। আমাৰ ৰাজেন ছাৰে দেখোন ডাঙৰ মানুহ হ'বলৈ মনপুতি পঢ়িবলৈহে কয়। *(বাহিৰত মাধৱৰ মাত শুনা যায়।)*

মাধৱ : *(নেপথ্যত)* পুতুকণ--অ' পুতুকণ--

তিলক : মাধৱ ককা আহিছে--

মাধৱ : (প্ৰৱেশ) পুতুকণ--হেৰ দোকান খুলি থৈ তই ক'ত আছ? (হাতত বেত এসূত চাঁচি চাঁচি)

পুতুকণ : (নেপথ্যত) মৰিয়াতেত দাইটি। (তিলক ওচৰ চাপি আহে)

তিলক : ককা ভাল নে?

মাধৱ : কি কৰিছে ইয়াত?

তিলক : আমি ফুল বুটলিছোঁ ককা। কালৈ আমাৰ স্কুলৰ প্ৰতিষ্ঠা দিৱস। আমাক মালা গাঁঠি নিব কৈছে।

মাধৱ : বেচ্। সেইজনী আমাৰ ছোৱালী নহয়নে?

বকুল : হয় ককা।

মাধৱ : কি নাম তোৰ?

বকুল : বকুল

মাধৱ : হেঃ হেঃ বকুলে বুটলিছে বকুল ফুল। তাইনো কোন শ্ৰেণী পালেগৈ।

বকুল : তৃতীয় মান--

মাধৱ : তই একা?

তিলক : ময়ো তৃতীয় শ্ৰেণীত!

মাধৱ : তহঁতৰ স্কুলৰ কি বুলি কলি।

বকুল : প্ৰতিষ্ঠা দিৱস।



মাধৱ : তেতিয়া হলে ৰাজেন মাষ্টৰৰ গাত গোসাঁই নথকা হৈছে।

তিলক : ককা আমি ফুল বুটলোঁ।

মাধৱ : যা বোটল গৈ। *(দুয়ো আঁতৰি গৈ ফুল বোটলে। মাধৱে নামঘৰৰ ভেটিত সেৱা জনায়)* কৃষ্ণ--কৃষ্ণ। *(উঠি আহি)* পুতুকণ ঐ পুতুকণ।

পুতুকণ : *(নেপথ্যত)* দাইটি--

মাধৱ : হেৰ দোকানৰ পিচফালে জুপি জুপি কি বিচাৰিছ?

পুতুকণ : মানিমুনি।

মাধৱ : মানিমুনি?

পুতুকণ : অ দাইটি। (হাতত এসোপা মানিমুনি লৈ) কালিৰে পৰা পেটটো ভুতভুতাই আছে। আইয়ে ক'লে মানিমুনিৰ জোল খাব পাৰিলে ভাল আছিল। দোকানৰ পিছফালে এডৰা গজিছে.....

মাধৱ : হেৰ' মানিমুনি, ভেদাইলতা, মাটিকাদুৰী পেটৰ বাবে মহৌষধ আমি সেইবোৰ খায়ে আগতে বেমাৰ ভাল কৰিছিলোঁ। আজিকালি তহঁতে দৰৱসোপা নহলে চলিবই নোৱাৰা হলি। কালিৰ মেলত কি হ'ল অ'?

পুতুকণ : নাটকো হ'ব , ভাওনাও হ'ব।

মাধৱ : কোনখন কেতিয়া হ'ব।

পুতুকণ : থিয়েটাৰখন হ'ব। তিথিৰ আগদিনা। ভাওনাখন হ'ব তিথিৰ দিনা। দাইটি মেললৈ যে তুমি নাহিলা?

মাধৱ : এস্ নকবি কণপইৰি লগত ৰতনপুৰ পালোঁগৈ।

পুতুকণ : কণপাইৰ লগত?

মাধৱ : আজি তিনিদিন মানৰ পৰা সি লগধৰি আছিল হালৰ গৰু এহাল পছন্দ কৰি দিব লাগে। কালি গলোঁ। উভতি ঘৰ পাওঁতে ৰাতি ভালে কেইপৰে হ'ল। মেল ভাগিলেই। ভাওনা কোনখন কৰিবলৈ ঠিক কৰিলে।

পুতুকণ : জয়দ্ৰথ বধ।

মাধৱ : জয়দ্ৰথ ভাও লোৱা প্ৰসন্নই দেখোন গাঁও এৰি গুছি গ'ল--ভাওটো কোনে লব?

পুতুকণ : ৰতনপুৰৰ কুমুদ দৰ্জীয়ে। কালিয়েই কথা হৈছে। আজি পুৱাই বায়ন খুড়া নিজেই দৰ্জীৰ ওচৰলৈ

মাধৱ : কুমুদে কৰিম বুলি কৈছেনে?

পুতুকণ : নকৰাকৈ আৰু ক'ত পাৰে! বায়ন খুড়াই কথা একোবাৰে পকা কৰি থৈ আহিছে। কইলেৰ পৰা আখৰালৈ আহিবই।

মাধৱ : হওক তেও কেজেঙখন মৰিল নে?

পুতুকণ : চক্ৰৱতী বৰদেউতা মাজত (নেপথ্যত দেৱৰ মাত শুনা যায়) নোসোমাৱাহেঁতেন কেজেঙ ক'ত মৰে।

দেৱ : *(নেপথ্যত)* পুতুকণ--অ' পুতুকণ।

মাধৱ : আহ দেৱ আহ। *(হাতত চ্যুৎকেচ, বেগলৈ দেৱ সোমাই আহে)* হেৰ তই দেখোন টালি-টোপোলা লৈ ওলাই আহিছ! কেনি যাৱ?

দেৱ : কমাৰবন্দালৈ দাইটি।

মাধৱ : কমাৰবন্ধালৈ? (কিবা মনত পৰে) এস্ মই আক' পাহৰিছিলোঁৱে তই কমাৰবান্ধাৰপৰা বোৱাৰীক অনা নাছিলি জানোঁ।

দেৱ : হয় আনিছিলোঁ। খুলশালী চোৱালীজনীৰ বিয়া, তালৈকে বুলি লোইছোঁ।

মাধৱ : বোৱাৰী আৰু লচৰা-ছোৱালী কেইটা নাযায় জানোঁ?

দেৱ : সিহঁতবোৰ আজি তিনিদিন আগতেই পালেগৈ। মইহে ঘৰখন এৰিব নোৱাৰা বাবে মুৰামুৰি সময়ত ওলাইছোঁ। তাতে মাটি দুডৰা ৰুব লগীয়াও আছিল।

মাধৱ : ৰোৱা হ'ল জানো

দেৱ : কালি সামৰিছোঁ। পুতুকণ চাৰিবজাৰ বাচখন গ'ল গৈ নে কি অ'--?

পুতুকণ : নাই যোৱা--আহিবহে এতিয়া।

দেৱ : দে পুতুকণ চাধা দুপেকেট দে। *(দোকানলৈ আগবঢ়ে।)*

মাধৱ : হেৰ' তোৰ খুলশালীয়েৰ পঢ়া-শুনাত কিমানলৈ আগুৱাইছিল?

দেৱ : বি. এ. পাছ কৰিছে। দাটি মই আহোঁ-।

মাধৱ : যা--হেৰ ল'ৰাই কি কৰে নকলি দেখোন?

দেৱ : ডি. আৰ. ডি এ. অফিচত কাম কৰে।

মাধৱ : ৰ-ৰ-বাহিৰা পইচাও তেনেহলে দুপইচা আছে?

দেৱ : আছে, দাইটি আছে--গাড়ীও এখন আছে।

পুতুকণ : দাইটি বাহিৰা পইচা আজি-কালি ক'ত নাই। ছোৱালী বিয়া দিয়াৰ আগতেই দৰমহাৰ কথা নুসুধিলেও বাহিৰা পইচাৰ কথা কিন্তু সুধি লয়।

মাধৱ : হওক যা ভাল হওক। *(গাড়ীৰ শব্দ শুনা যায়)*

দেৱ : আহো দাইটি। পুতুকণ আমাৰ ঘৰৰ ফালে অলপ চকু দিবি। গোটেখিন ধপাং পাং হৈ আছে।

পুতুকণ : দিম দিম দেৱদা. তুমি চিন্তা নকৰিবা।

মাধৱ : হেৰ' তই হাওনাৰ ভাও লোৱা নাচিলি জানোঁ?

দেৱ : লৈছিলোঁ দাইটি মই গৈ থাকো পলম হ'ব। গাড়ী পাবহি এতিয়া।

মাধৱ : কোনটো ভাও।

দেৱ : দুঃশাসনৰ ভাও।

মাধৱ : বৰ দীঘলীয়া ভাও--বচন এগালমান-- আগতে জানো এবাৰ তই।



দেৱ : দাইটি মই যাওঁ, পিচত কথা হ'ম পলম হৈছে--

মাধৱ : যা-যা বাদৰে ঘূৰি আহগৈ। *(দেৱ ওলাই যায়। মাধৱে ভাওনাৰ বিলাপ গাই গাই নামঘৰৰ পিৰালিত বহি বেত চাঁচি থাকে। বাচ এখন আহি ক্ষন্তেক ৰৈ হৰ্ণ বজাই গুছি যায়। মাধৱে গল মেলি চায়)* ঐ-ঐ পুতুকণ বাচৰ পৰা নমা সেইটো আমাৰ নামঘৰীয়াৰ ল'ৰা জীৱন নহয় নে?

পুতুকণ : হয় দাইটি--।

মাধৱ : হেৰ বাচৰ পৰা নামি সি তেনেখন কিয় কৰিছে। চা-চোন চা কিবা অসুখ-বিশুখ হ'ল নেকি! ঐ পুতুকণ তাৰ মূৰ ঘূৰাইছে কিজানি, যাচোন যা-যা তাক ধৰি আনগৈ।

পুতুকণ : *(মিচিক মাচাককৈ হাঁহি আঁতৰি যায়।)*

মাধৱ : তই হাঁহিছ কিয়? তোৰ সমনীয়া এজনৰ গা বেয়া কৰিছে আৰু তই ঢেক-ঢেক কৈ হাঁহি আনন্দ কৰিছ। *চাচোন চা হেৰ নাযাৱ কিয়। ৰ ময়েই যাওঁ, তহঁতৰ ভিতৰৰ পৰা দয়া মমতাবোৰ হৰলুকি হ'ল --(উঠে পুতুকণে আগভেটি ধৰে।)*

পুতুকণ : নালাগে দাইটি জীৱনে এতিয়া মাটিত ভৰি দিবৰ খোজা নাই।

মাধৱ : কি কলি মাটিত ভৰি দিব খোজা নাই?

পুতুকণ : অ দাইটি সি উৰিব খুজিছে--

মাধৱ : এইখন পেংলাই কৰি নাথাকিবি পুতুকণ--চাওঁ গুচ।

পুতুকণ : চহৰলৈ গৈ সি উৰি ফুৰিব পৰা পানীটোপা গিলি আহিছে।

মাধৱ : কি কলি?

পুতুকণ : কি হ'ল দাইটি, বজ্ৰপাত পৰা মানুহৰ দৰে হলা যে--

মাধৱ : বজ্ৰপাত পৰিলেও ইমান আচৰিত নহলোহেঁতেন। হেৰ পুতুকণ, তই সঁচাকৈয়ে কৈছনে?

পুতুকণ : তুমি নিজেই দেখিবা নহয়--

মাধৱ : নামঘৰীয়াৰৰ ল'ৰা জীৱনে মদ খাইছে?

পুতুকণ : আজিহে নে সদায় খায়।

মাধৱ : কথাবোৰ তই ইমান সহজকৈ কৈছ যে--

জীৱন : *(নেপথ্যত)* পুতুকণ ঐ পুতুকণ *(প্ৰৱেশ)* চিগৰেট এটা দে--

মাধৱ : জীৱন!

জীৱন : অ' দাইটি! *(বকুল আৰু তিলকে ফুল বোটলাৰ পৰা মূৰ দাঙি চায়। হাঁহি থাকে।)*

মাধৱ : ঐ তহঁত আঁতৰ হ' -- ভাওনা চাবলৈ আহিছ? (দুয়ো আঁতৰি যায়)

জীৱন : পুতুকন -- দে চিগাৰেট দে --

মাধৱ : তোৰ লাজ লগা নাই জীৱন -

জীৱন : লাজ -- কিহৰ বাবে?

মাধৱ ঃ নিলাজ ! কতা নিধক -- আকল পুৰি খাইছ। হেৰ গাটো নিতিওৱাঁকৈ পানী টুপিও মুখত নিদিয়া নামঘৰীয়াৰ সন্তান হৈ তই সেই সোপা গিলিবলৈ ললি ?

জীৱন ঃ কেৱল মইহে খাওঁনে ? এই সংসাৰখনৰ সকলোৱে খায়। মন্ত্ৰী, এম.এল. এ. প্ৰফেচাৰ কোনেও বাদ নেযায়। পাৰ্থক্য কেৱল কোনোবাই দেখাকৈ খায় আৰু কোনোবাই নেদেখাকৈ খায়। দেখাকৈ খোৱা আমিবোৰ তোমালোকৰ চকুত বেয়া মানুহ-মদপী আৰু নেদেখাকৈ খোৱাবোৰক ভাল মানুহ বুলি তোমালোক নমস্কাৰ কৰা --

মাধৱ ঃ জহনীত যোৱা কুলাঙ্গাৰটোৱে কথা কৈছে শুন --

জীৱন ঃ গালি নিদিবা দাইটি গালি নিদিবা। বৰ কষ্ট কৰি নিচাটো পকাই আহিছোঁ -- গালি দি বৰবাদ নকৰিবা।

মাধৱ ঃ ঐ পুতুকণ -- কি চাই আছ -- লাঠি এডাল দে অ' মোক, ইয়াক আজি ভালকৈ টঙনিয়াও।

জীৱন ঃ মোক টঙনিয়াই কি লাভ হ'ব দাইটি -- তুমি দুনিয়াখন দেখাই নাই --

পুতুকণ ঃ ঐ জীৱন ঘৰলৈ যা --

মাধৱ ঃ কালিৰ ছৱালে পৰহিৰ গীত গাৱ ! দেখিছ পুতুকণ -- ই মাউৰত মৰাটোৱে মোক দুনিয়া দেখুৱাবলৈ আহে।

জীৱন ঃ শুনা দাইটি চহৰলৈ গৈছা কেতিয়াবা ! সেই সৰু চহৰখনত আগতে মাত্ৰ দুখন দোকান আছিল-- এতিয়া দহখন হ'ল। শুনিছোঁ নতুনকৈ আৰু দুখনৰ পাৰ্মিট দিছে। মুঠ বাৰখন দোকানত মদ বিক্ৰী কৰিব। তুমিয়েই কোৱাচোন দাইটি আমিয়ে যদি নাখাওঁ দোকানবোৰ চলিব কেনেকৈ। বেপাৰটোৱে বন্ধ হ'ব। দেশৰ লোকচান হ'ব।

মাধৱ ঃ তই আঁতৰ হলিনে মোৰ সম্মুখৰ পৰা --

জীৱন ঃ দাইটি শুনা -- তুমি যদি সঁচাকৈয়ে টঙনিয়াব খুজিছা তেতিয়হলে মোক নহয় -- পাৰা যদি সিহঁতক টঙনিওৱা গৈ , যিসকলে মদ বিক্ৰীৰ পাৰ্মিট দিছে -- (নামঘৰলৈ আগবাঢ়ে)

মাধৱ ঃ ঐ খবৰদাৰ ! সেই সোপা খাই তই নামঘৰৰ ভেটিত নুঠিবি। সাতামপুৰুষীয়া নামঘৰৰ ভেটি চুৱা নকৰিবি। কীচকে ভাওনা পাতি দিম। হাড়মূৰ টোপোলা বান্ধি নিব লগা কৰি দিম বাপেকে।

জীৱন ঃ ধেৎতেৰি ! তুমি দেখিছোঁ নিচাটো ফটাব এতিয়া। (উভতি আহে) দে পুতুকণ চিগাৰেট টো দে-দাইটি আদি টপ গিয়েৰত আছে। (ৰাজেন মাষ্টৰ সোমাই আহে। জীৱন মুখামুখি হয়।) অ-ৰাজেন ! তই ঠিক আছ ! তই ভুল নকৰিলি। আমাৰ ভুল হৈ গ'ল। আমাক এমপ্লিফায়াৰ নথকা চাউণ্ড বক্স সাজিলে। এই ভূলৰ আৰু শুধৰণি নাই। যাওঁদে পুতুকণ আহিলোঁ - দাইটি সব খেলি-মেলি হৈ গৈছে -- খং নকৰিবা -- খং নকৰিবা (কৈ কৈ গুচি যায়।)

মাধৱ ঃ দেখিছ ৰাজেন -- ই কেনেদৰে ৰসাতলে গ'ল ?

ৰাজেনে ঃ অকল ইয়েই নহয় দাইটি আৰু বহুত আছে। কিমানৰ লেখ-জোখ লবা ? সেই সময়ত মোক সকলোৱে দেশদ্ৰোহী সজালে -- ই পুতুকণ -- ইয়েই মোক মাৰিবলৈ আগবাঢ়ি গৈছিল।

পুতুকণ ঃ (লজ্জিত) সেই মহাভাৰতখন আৰু নেমেলিবা ৰাজেন দা।



ৰাজেন ঃ বিদেশী খেদ। স্বাৱলম্বী হৱ। বজাৰৰ পৰা পাঁচকিলো আলু কিনি আনি ৰাস্তাৰ কাষত টেবিল পাৰি দগা পাল্লা হাতত ললি। পিচফালে চাইনবোৰ্ড লগালি -- আমাক স্বাৱলম্বী হোৱাত সহায় কৰক। ৰাস্তাৰে যোৱা মানুহৰ ভৰিত ধৰি পিন্ধি থকা জোতা-চেণ্ডেল পালিচ কৰি স্বাৱলম্বী হোৱাৰ ভাওনা পাতিলি। কি আৱেগ ! থল্ থল্ কৈ উথলি উঠিছিল।

পুতুকণ ঃ ৰাজেন দা !

ৰাজেন ঃ তয়েই কচোন পুতুকণ -- স্বাৱলম্বী হোৱাত যদি কাৰোবাৰ সহায়েই লাগিল তই স্বাৱলম্বী হলি ক'ত।

পুতুকণ ঃ সেইবোৰ নক'বা ৰাজেন দা -- লাজ লাগে।

মাধৱ ঃ ৰাজেন --।

ৰাজেন ঃ দাইটি !

মাধৱ ঃ ই জীৱনে যে কৈ গ'ল মদৰ দোকানৰ পাৰ্মিট দিয়া বুলি দেশৰ ডেকা ল'ৰা সোপা গ'ল্লাই যাবলৈ এই পাৰ্মিটনো কোনে দিয়ে অ' -- ?

ৰাজেন ঃ দেশৰ চৰকাৰেই দিয়ে।

মাধৱ ঃ কি ক'লি ?

ৰাজেন ঃ অ' দাইটি। শিক্ষা-দীক্ষা সাং কৰি সংস্থান নাপায় হতাশাত ভোগা ডেকা ল'ৰাবোৰে যাতে সিহঁতৰ বিৰুদ্ধে একগোট হৈ মাত মাতিব নোৱাৰে সিহঁতৰ বেয়া কামৰ প্ৰতিবাদ কৰিব নোৱাৰে তাৰ বাবেই যে ধৰণৰ ব্যৱস্থা -- সিহঁতে যাতে স্ফুৰ্তি কৰি তাতেই মচগুল হৈ নিজকে পাহৰি থাকে।

মাধৱ ঃ হে'ৰ এনেবোৰ কাম দেখোন পৰাধীন হৈ থাকোতে ইংৰাজ চৰকাৰেহে কৰিছিল -- ইখন কানিৰ খোলাৰ পৰা ৰিং মাৰিলে ঢুকি পোৱা দূৰৈত অন্য এখন কানিৰ খোলা পাতি দিছিল -

পুতুকণ ঃ আৰু আজি দাইটি ইখম মদৰ দোকানত বটলৰ সোপা খুলিলে গোন্ধ পোৱা দূৰত্বত অন্য এখন মদৰ দোকান খুলি দিছে যাতে কষ্ট কৰিব নালাগে।

মাধৱ ঃ জহনীত যাওক তেনে চৰকাৰ !

(বকুল আৰু তিলকে হাতৰ ফুলৰ খৰাহি নামঘৰৰ পিৰালিত থৈ আগবাঢ়ি আহে।)

তিলক ঃ ছাৰ নমস্কাৰ !
বকুল

ৰাজেন ঃ তহঁতে কি কৰিছ ইয়াত ?

তিলক ঃ কাইলৈৰ বাবে মালা গাঁঠিবলৈ আহিছোঁ ।

ৰাজেন ঃ মালা হ'ল নে নাই ?

তিলক ঃ ফুল গোটাইছোঁ ছাৰ --। ককা দুদাল ৰছী পকাই দিয়াঁনা। ইয়াতেই মালা দুধাৰ গাঁঠি পেলাওঁ।

মাধৱ ঃ ৰছী-ৰছী (ইফালে-সিফালে চাই) এটা কামৰ অ' সৌ কচুৱনীৰ পৰা দীঘল চাই দুডাল কচু লৈ আহ। তাৰেই আহ এৰুৱাই ৰছী পকাই দিম।

তিলক : পুতুকণ কুড়া কটাৰীখন দিবা।

পুতুকণ : হো ল। চাবি ভালকৈ হাত কাটিব।

তিলক : বকুল তই ফুলখিনিৰ ওচৰত থাক গৈ যা -- মই পটকৈ কচু দুডাল লৈ আহোঁ। (তিলক ওৱাই যায়)--

মাধৱ : ঐ ভালকৈ চাবি --গোটেইখন হাবিয়নী হৈছে। সাপ-চাপ থাকিব পাৰে। ৰাজেন স্কুলৰ উৎসৱত চহৰৰ কাৰোবাক মাতিছ নে কি?

ৰাজেন : নাই মতা। চহৰৰ সেইসোপাক ভোজ খাবলৈ মাতি কি লাভ হ'ব। ৰাতিপুৱাই চক্ৰৱৰ্তী বৰদেউতাই ল'ৰা-ছোৱালীহঁতক দুটা নাতি কথা ক'ব। চাফাই কাম কৰাম। তাৰ পিচত স্কুল আৰম্ভ কৰি দিম। কিমান আৰু স্কুল খতি কৰাই থাকিবা?

পুতুকণ : প্ৰতিবাদ দিৱসৰ বাবে স্কুল বন্ধ নকৰোঁ বুলি কোৱাত কোনোবাই বোলে তোমাক ধমকি দিলে?

ৰাজেন : তোক কোনে ক'লে?

পুতুকণ : ই তিলকে ক'লে?

তিলক : (নেপথ্যত) পুতুকণ খুড়া -- অ' পুতুকণ খুড়া।

মাধৱ : ঐ পুতুকণ যাচোন যা -- ই তিলকে চিঞৰিছে। সাপ-চাপ দেখি ভয় খাইছে কিজানি।

ৰাজেন : যাচোন পুতুকণ --

তিলক : (নেপথ্যত) পুতুকণ খুড়া।

পুতুকণ : গৈছোঁ --ৰ (বেগাই ওলাই যায়)

মাধৱ : কোনে ধমকি দিলেও ৰাজেন?

ৰাজেন : চহৰৰ পৰা কেইজনমান ল'ৰা আহিছিল।

পুতুকণ : (নেপথ্যত) দাইটি অ' দাইটি --

মাধৱ : কি হ'ল অ' --

পুতুকণ : (তিলকক লগত লৈ সোমাই আহে) দাইটি কচুডৰাৰ মাজত এটা ল'ৰা পৰি আছে।

মাধৱ : ল'ৰা পৰি আছে?

ৰাজেন : মৰানে জীয়া?

পুতুকণ : কব নোৱাৰো দাইটি---মুখ থেকেচা খাই পৰি আছে --

মাধৱ : ৰাজেন ব'লচোন ব'ল --

মাধৱ : ব'লা দাইটি।।

(আটায়ে আগবাঢ়ে। বকুলে নামঘৰৰ পিৰালিত অকলশৰে সেই ফালে চাই থাকে। মুখত ভয়ৰ চিন। হাতত ফুলৰ খৰাহী)

।। মঞ্চত আন্ধাৰ হয় ।।



## ৪ৰ্থ নাট্যক্ষণ

হলধৰ চক্ৰৱৰ্তীৰ বাৰান্দা। আৰামী চকীত বহি চক্ৰৱৰ্তীয়ে গীতা পঢ়ি আছে। কাষত কেইখনমান চকী। মঞ্চ পোহৰ হোৱাৰ আগৰে পৰা চক্ৰৱৰ্তী গীতা পাঠ চলি থাকে।

হলধৰ : কৃষ্ণে বোলে স্থিত প্ৰজ্ঞ কহিবো নিৰ্ণয়।
এৰিল সংশয় যত মনৰ বিষয়।।
ত্যজি বিষয়ক চিন্তে আত্মাক ৰময়।
সেহিগোট স্থিপ্ৰজ্ঞ জানিবা নিশ্চয়।।
দুখঃ পাইলে উদ্বিগ্ন নোহয় যিজন।
সুখত যাহাৰ নাই আনন্দিত মন।।
প্ৰিয়, অপ্ৰিয়কো ত্যজে এৰে ক্ৰোধভয়।
সেই মুনি স্থিৰ বুদ্ধি জানা ধনঞ্জয়।।
পুত্ৰতো শত্ৰুতো দুইতো যাৰ স্নেহ নাই।
শ্লাঘ্য নকৰয় যিটো উপকাৰ পাই।।
দুইজনে অন্যে অন্যে কৰে ঘোৰদ্বন্দ।
সঙ্গে থাকে কাহাকো নোবোলে ভাল মন্দ।।
উচ্চ নোবোলয় কাকো হীন নোবোলয়।
প্ৰজ্ঞা প্ৰতিস্থিত উদাসীন সেহি হয়।।
বিষয় সৰ্ব্বদায়ে থাকি ইন্দ্ৰি গণ।
অস্পৃহাসে আনিবাক পাৰে যিটোজন।। ...... ২য় অধ্যায়
(গীতা পাঠ চলি থাকোতে মাৰুতি ভান এখন আহি ৰয়। গাড়ীৰ পৰা দেবানন্দ খাৰঘৰীয়া, প্ৰীতম হাজৰিকা আৰু ৰাজেন মাষ্টৰ নামি আহি চক্ৰৱৰ্তীৰ নঙলাৰ ওচৰত ৰয়।)

ৰাজেন : বৰদেউতা --

হলধৰ : অ' ৰাজেন। আহ --
(তিনিও আগবাঢ়ি আহে)

ৰাজেন : এখেতসকলে আপোনাক লগ কৰিবলৈ আহিছে।

দেবানন্দ : নমস্কাৰ!

প্ৰীতম

হলধৰ : নমস্কাৰ। মই পিচে আপোনালোকক ক'ৰবাত দেখা মনত নপৰে।

দেবানন্দ : আমি চহৰৰ পৰা আহিছোঁ। মই দেবানন্দ খাৰঘৰীয়া কৰ্টতে কাম কৰোঁ আৰু এওঁ প্ৰীতম

হাজৰিকা ব্যৱসায় কৰে।

হলধৰ : বহক বহক। ৰাজেন বহ।

ৰাজেন : মই নবহো বৰদেউতা। কাম এটাত ওলাই আহিছিলোঁ। বাটতে লগ পাই এখেতসকলে আপোনাৰ ঘৰখন দেখুৱাই দিবলৈ ক'লে। চাইকেলখন পুতুকণৰ দোকানতে থৈ গাড়ীতে উঠি আহিলোঁ।

হলধৰ : পুতুকণৰ সমস্যাবিলাক সম্পূৰ্ণভাৱে দূৰ হ'ল গৈ নে?

ৰাজেন : ক'ত হ'ল — পুলিচ আহিয়েই আছে কালিও আহিছিল।

হলধৰ : কোনোবাই মাৰিলে — কোনোবা মৰিল। মৰাশটো দেখা পাই খবৰ দিয়া বাবে বেচেৰা পুতুকণটোৰে হাৰাশাস্তিখন হ'ব ধৰিছে।

ৰাজেন : কালিও লৈ গৈ দিনটো থানাত বহুৱাই ৰাখিছে।

দেবানন্দ : সিদিনা কচুবনীত পোৱা মৰাশটোৰ কথা কৈছে নেকি? কাকতে-পত্ৰে উগ্ৰপন্থীয়ে মৰা বুলি দিছে।

হলধৰ : আৰুনো কি আছে! উগ্ৰপন্থীয়ে মৰা বুলি কৈ দিলেই যে সকলো সমস্যাৰ পৰা মুক্ত --

ৰাজেন : মই যাওঁ বৰদেউতা -- মোৰ পলম হৈছে --

হলধৰ : যা পুতুকণক কবি মই এপাকত তাক লগ কৰি আহিম।

ৰাজেন : আপোনালোক বহক।

দেবানন্দ : ভাল!

(ৰাজেন ওলাই যায়)

হলধৰ : কওঁকচোন আপোনালোকৰ আগমনৰ উদ্দেশ্য !

দেবানন্দ : আমি এটা মহৎ উদ্দেশ্য লৈ আপোনাৰ ওচৰ চাপিছোঁ --

হলধৰ : কওকচোন --

দেবানন্দ : চহৰৰ মাজমজিয়াৰে তিনিআলিটোত পাৰ্কখনৰ লগতে গান্ধীমূৰ্তিটো নিৰ্মাণ কৰি থকা দেখিছে নিশ্চয়?

হলধৰ : হয় মন কৰিছোঁ!

বোনন্দ : গান্ধীৰ এই মূৰ্তিটো আমাৰ ৰাজ্যখনত ইতিমধ্যে নিৰ্মাণ কৰা মূৰ্তিবোৰৰ ভিতৰতে ডাঙৰ মূৰ্তি।

হলধৰ : মূৰ্তিটো বেচ ডাঙৰেই হৈছে।

দেবানন্দ : মূৰ্তিটো নিৰ্মাণৰ বাবে প্ৰয়োজন হোৱা মাৰ্বল ডোখৰ একেবাৰে ৰাজস্থানৰ পৰা অনা হৈছে।

হলধৰ : বৰ ভাল কথা।

প্ৰীতম : মূৰ্তি নিৰ্মাণ কৰা মানুহজন দিল্লীৰ পৰা আনিছোঁ।

দেবানন্দ : সময়ো যথেষ্টখিনি ললে প্ৰায় এবছৰেই হ'ল নহয় নে প্ৰীতম?

প্ৰীতম : অ এবছৰ হ'বই। অৱশ্যে লগতে পাৰ্কখনো আছে নহয়।



দেবানন্দ : সেইখনো বেচ মনোৰম হৈছে। অন্ততঃ বাহিৰৰ মানুহ আহিলে এবাৰ নোচোৱাকৈ থাকিব নোৱাৰিব।

হলধৰ : ভালেই হৈছে।

দেবানন্দ : খৰছো যথেষ্টখিনি হ'ল। আটাইখিনি খৰচ এওঁ প্ৰীতমেই দিছে।

হলধৰ : খৰছ কিমান পৰা বুলি ক'লে?

প্ৰীতম : প্ৰায় দহলাখ মানেই হ'ব।

হলধৰ : দহলাখ!

প্ৰীতম : তাতকৈ বেছি হলেও কম নহয়।

হলধৰ : আপুনি কি কৰে বুলিলে?

প্ৰীতম : ব্যৱসায়।

হলধৰ : বুজিছো কিহৰ ব্যৱসায়?

দেবানন্দ : এওঁৰ ব্যৱসায় বহুত। চাপ্লাইকে আদি কৰি এশ এটা ব্যৱসায় তাতে অলপতে দুখন Wine shop ও আৰম্ভ কৰিছে। আচলতে এওঁ -- এওঁ মুক্তিকামী সংগঠনটোত আছিল।

হলধৰ : (তীব্ৰ দৃষ্টিৰে প্ৰীতমক চায়) হু!

প্ৰীতম : (দৃষ্টি সহ্য কৰিব নোৱাৰে। মূৰ নত কৰে) আমি — আমি ভুল কৰিছিলোঁ।

হলধৰ : ভুল শুদ্ধৰ পৰীক্ষা কৰিবলৈ যাওতে এক বৃহৎ ধ্বংস যজ্ঞ উদযাপন হ'ল। মই এতিয়া আপোনালোকক কি সহায় কৰোঁ?

দেবানন্দ : আপোনাৰ পৰা ডাঙৰ সহায় এটা আশা কৰি আমি আপোনাৰ ওচৰলৈ আহিছোঁ।

হলধৰ : (প্ৰশ্নবোধক দৃষ্টিৰে দেবানন্দলৈ চায়)

দেবানন্দ : আমি ৰাইজে মূৰ্তিটো গান্ধী জয়ন্তীৰ দিনা ৰাজহুৱাভাৱে উন্মোচন কৰিব বিচাৰিছে। গান্ধী জয়ন্তীলৈ মাজতে এমাহ বাকী। ইতিমধ্যে আমি কেইগৰাকীও ডাঙৰ ডাঙৰ ব্যক্তিক নিমন্ত্ৰণ কৰিছোঁ। মুখ্য মন্ত্ৰী মহোদয়ৰ ওচৰলৈও গৈছিলোঁ-- তেখেতেও উপস্থিত থাকিব বুলি সন্মতি প্ৰকাশ কৰিছে। চহৰৰে প্ৰবীন মুক্তি যুঁজাৰু আপোনালোকৰ লগৰেই যে দয়ানন্দ বৰুৱা — তেখেতে সভাখনৰ সভাপতিৰ দায়িত্ব পালন কৰিব বুলি কৈছে।

হলধৰ : ৰ'ব — দয়ানন্দ বৰুৱাক আমাৰ লগৰ বুলি নক'ব —

দেবানন্দ : কিয় তেখেতেও আপোনালোকৰ লগতেই জেল খাটিছিল।

হলধৰ : খাটিছিল। সেই সময়ছোৱাত তেওঁ জেলত আছিল। কিন্তু আমি জেল খটা আৰু জেলত থকাৰ মাজত এক পৰ্বত প্ৰমাণ পাৰ্থক্য আছিল। আমি জেললৈ গৈছিলোঁ বিদেশী বগা বনিকৰ পদ তলৰ পৰা দেশ মাতৃক উদ্ধাৰ কৰিবলৈ যোৱাৰ অপৰাধত। আৰু দয়ানন্দ বৰুৱাই জেলত সোমাইছিল এগৰাকী বাৰী দুখুনী তিৰোতাৰ মাটি আত্মসাৎ কৰাৰ অপৰাধত। জেলৰ পৰা অৱশ্যে আমি একেলগে ওলাইছিলোঁ।

দেবান্দ : এ এইবোৰ কথাটো আমি গমেই পোৱা নাছিলোঁ। কওঁকচোন -- কওঁক

হলধৰ : পৰচৰ্চা মই বেয়া পাওঁ। বাদ দিয়ক সেইবোৰ --। কওঁক মই কি কৰিব লাগিব -?

দেবান্দ : আচল কাম ফেৰা আপুনিয়েই কৰি দিব লাগিব।

হলধৰ : মানে?

প্ৰীতম : মূৰ্তি উন্মোচনৰ গধুৰ দায়িত্বটো পালন কৰি আমাক কৃতাৰ্থ কৰিব লাগে।

দেবানন্দ : উন্মোচনৰ সময়ত ৰাতিপুৱা ন বজাত স্থিৰ কৰা হৈছে। আমাৰ গাড়ীৰেই আপোনাক অনানিয়া কৰিম।

প্ৰীতম : ইতিমধ্যে আমি চিঠি চপাবলৈ দিছোঁৰেই। কেৱল আপোনাৰ নামটো দিবলৈ বাকী আছে। এতিয়া উভতি যাওতে প্ৰেছত সোমাই নামটো দি যাম।

দেবানন্দ : আপুনি উন্মোচন কৰি প্ৰায় দহ পোন্ধৰ মিনিটৰ চমু ভাষণ দিব লাগিব। এই ধৰক গান্ধীজী আৰু স্বাধীনতা সম্পৰ্কীয় --

প্ৰীতম : লগতে মূৰ্তিটো নিৰ্মাণ কৰাৰ প্ৰাসঙ্গিকতা সম্পৰ্কেও দুআষাৰ ক'লে ভাল হ'ব।

দেবানন্দ : এ প্ৰীতম আৰু এটা Important কথা কোৱা হোৱা নাই। চাওক আপোনাকনো কি বুজাম ৰাজ্যখনত আজি হিংসা প্ৰতিহিংসাই স্বাভাৱিক জীৱন যাত্ৰাত বাধা দিছে। অপ্ৰীতি, অসূয়াই সকলোতে বিৰাজ কৰি অশান্তিৰ সৃষ্টি কৰিছে। এই সকলোবোৰ কথা চিন্তা কৰি আমি মূৰ্তি উন্মোচনৰ পিচতে শান্তি সমদল উলিওৱাৰ ব্যৱস্থা কৰিছোঁ। যাতে সাধাৰণ মানুহক আমি সজাগ কৰিব পাৰোঁ।

প্ৰীতম : শান্তি সমদল যাত্ৰাৰ আৰম্ভণি অৱশ্যে মন্ত্ৰী মহোদয়ে দুআষাৰ ক'ব। তেখেতেই এই যাত্ৰাৰ শুভ আৰম্ভণি কৰি সমদলত অংশ গ্ৰহণ কৰাৰ সন্মতি প্ৰকাশ কৰিছে।

হলধৰ : সকলো কাম আপোনালোকে শেষেই কৰি আহিছে। মোৰ কৰিবলগীয়া -- ভাবিবলগীয়া দেখোন একোৱেই নাথাকিল।

দেবানন্দ : নহয় মানে আচল কামটো মুৰ্তি উন্মোচন .........

হলধৰ : সেইটোও আপোনালোকে কৰি পেলাওক গৈ। আপোনালোক এই উৎসৱত মই অংশ গ্ৰহণ কৰিব নোৱাৰিম।

দেবানন্দ : আমি বৰ আশা কৰি আপোনাৰ ওচৰলৈ আহিছিলোঁ।

হলধৰ : আপোনালোকক নিৰাশ কৰিবলগীয়া হোৱাত মই কিন্তু অকনো দুখ পোৱা নাই। শুনক আপোনালোকে অইন যিয়েই নকৰক, এই শান্তি সমদল উলিওৱা কাৰ্য্যসুচীটো বাদ দিয়ক গৈ পাৰে যদি। নহ'লে পূজা-বিহুৰ দৰে এই জাতিটোৰ বাৰ্ষিক উৎসৱৰ লগত শান্তি সমদল উলিওৱা উৎসৱটোও এদিন যোগ হ'ব।

দেবানন্দ : কিয়বা তেনেকৈ ক'লে -- কথাষাৰ নুবুজিলোঁ।

হলধৰ : চাৰিওফালে বন্দুকধাৰীৰে বেষ্টিত হৈ ৰাজপথলৈ শান্তি বিচাৰি ওলাই আহিলেই শান্তি নাহে। শান্তিৰ জন্ম হয় প্ৰেমত, বিশ্বাসত,শ্ৰদ্ধাত। এনেদৰে ভণ্ডামি কৰি ফোপজহী বক্তৃতাৰে শান্তি



বিচৰাতকৈ প্ৰত্যেকে নিজৰ হৃদয়ত শান্তিৰ মন্দিৰ গঢ়ি তোলক, প্ৰেমেৰে গঢ়ক সেই মন্দিৰ ভেটি। আপোনালোকে শান্তি কামনাক চকু জুৰোৱা এক উদ্যোগত পৰিণত কৰিব পাৰিব। কিন্তু তাৰ পৰা একো নহয়-কাৰণ তাত আন্তৰিকতাৰ অভাৱ। অভাৱ বিশ্বাসৰ।

দেবানন্দ : আচলতে আপোনাক পালে আমি বৰ লাভবান হ'ম। আপুনি আমাক নিৰাশ নকৰিব।

প্ৰীতম : আপোনাৰ দৰে ব্যক্তিৰ কথা শুনি জনসাধাৰণে ভালপায়। এনে ধৰণৰ অনুষ্ঠানত আপোনালোকক ৰাইজে বিচাৰে। দুআষাৰ কথা শুনি নিজৰ জ্ঞান বুদ্ধি .........

হলধৰ : শুনক -- ভাষণ দি বা ভাষণ শুনি ভাল হ'ব পৰা হ'লে আমি আজি ভাল কৰ্মৰ শীৰ্ষস্থানত আৰোহণ কৰিলোহেঁতেন। যোৱা পঞ্চাশ বছৰ আমি ভাষণেই দিলোঁ ভাষণে শুনিলোঁ। ক'তা একোতো নহ'ল। ভাষণৰ কবলত পৰি পৃথিৱীখনেই আজি সলনি হৈ গৈছে। আৰু যি ধৰণে সলনি হ'লে পৃথিৱীৰ ভাল হ'লহেতেন বোধহয় সেই ধৰণে সলনি হোৱা নাই। মানুহৰ স্বভাৱ-চৰিত্ৰৰ দৰেহে সলনি হৈছে।

দেবানন্দ : তথাপিও আমাৰ এই মহৎ কাৰ্যৰ প্ৰতি সঁহাৰি জনাই আপুনি ..........

হলধৰ : গান্ধীৰ আদৰ্শক হত্যা কৰি আপোনালোকে দেখুৱাব খোজা এই ধৰণৰ গান্ধীৰ প্ৰীতিৰ প্ৰতি মই কোনো ধৰণৰ সঁহাৰি জনাব নোৱাৰোঁ। আপোনালোক যাওকগৈ। আৰু বহুত মানুহ আছে এইবোৰ কামৰ বাবে আগ্ৰহী তাৰে এগৰাকীক নিমন্ত্ৰণ দিয়ক আপোনালোকৰ কামটো সুকলমে চলি যাব। ( হলধৰ চক্ৰৱৰ্তীয়ে গোঁ গোৱাই গৈ আৰামী চকীখনত বহি দিয়ে প্ৰীতম আৰু দেবানন্দই মঞ্চৰ একাষত গৈ আলোচনা কৰে। )

প্ৰীতম : মই কৈছিলোঁ নহয় -- এখেতৰ ওচৰলৈ নাহো বুলি --

দেবানন্দ : ৰ'বা হে এখেত থাকিলেহে মানুহ আহিব। তেতিয়াহে তুমি মানুহৰ মাজত সোমাব পাৰিবা। মন্ত্ৰীয়ে জানো কোৱা নাছিল যেনে তেনে এখেতক নিয়াৰ কথা।

প্ৰীতম : যি কৰে কৰক। মই আৰু ক'ব নোৱাৰোঁ।

দেবানন্দ : ৰ'বাচোন শেষ চেষ্টা এটা দি চাওঁ। ওচৰলৈ গৈ কথাখিনি আকৌ এবাৰ ভাবি চাবচোন লাগিলে আমি পিচত এপাক আহিম।

হলধৰ : নাহিব। যিখিনি কথা কলোঁ ভাবি-চিন্তি চাইয়েই কৈছোঁ। নতুনকৈ ভাবিবলৈ আৰু একো নাই। আপোনালোকৰ অনুষ্ঠান ভালে কুশলে হৈ যাওক। দেবানন্দ আৰু প্ৰীতম লাহে লাহে ওলাই যায়। হলধৰ চক্ৰৱৰ্তীয়ে নওলালৈ আগবাঢ়ে, নওলা মাৰে। গাড়ীখন যোৱাৰ শব্দ শুনা যায়। চক্ৰৱৰ্তীয়ে কিছু সময়ত তেওঁলোক যোৱালৈ চাই থাকি উভতি আহে। অৰুণা সোমাই আহে।

অৰুণা : দেউতা --

হলধৰ : হু!

অৰুণা : মানুহ কেইজনক তেনেদৰে পঠিয়াই ভাল নকৰিলা নে কি?

হলধৰ : কিয়?

অৰুণা : তেওঁলোকে বেয়া পাই গ'ল --।

হলধৰ : বেয়া পালে? ক'তা বেয়া পাব লগা একো কতা মই কোৱা নাই। তেওঁলোকে মোক মিটিঙলৈ মাতিছে। মই নাযাও বুলি কলোঁ।

তাৰুণা : তুমি তেওঁলোকক বিমুখ কৰিব নালাগিছিল।

হলধৰ : কিয়?

অৰুণা : অঞ্চলটোৰ তুমি প্ৰবীণ মুক্তি যুঁজাৰু। গান্ধীজীৰ একালৰ সহকৰ্মী আছিলা। সেয়ে সকলোৱে তোমাক শ্ৰদ্ধা কৰে। সকলো ভাল কামতে তুমি থকাতো হেঁপাহেৰে কামনা কৰে। তোমাক তেওঁলোকে মিটিঙলৈ মাতি মোৰ বোধেৰে একো ভুল কৰা নাই।

হলধৰ : ভুল কৰা বুলি মই কেতিয়া ক'লোঁ? কেৱল কৈছোঁ এইবোৰ মিটিং মাটং কৰি মই ভাল নাপাওঁ, নিৰৰ্থক কোনোবাই শুনক নুশুনক চিন্তা নকৰি ঘণ্টাৰ পিচত ঘণ্টা ধৰি ভাষণ দিব -- দিস্তাই দিস্তাই কাগজ খৰচ কৰি প্ৰস্তাৱ গ্ৰহণ কৰিব -- কাৰ্যকৰী কৰাৰ বেলিকা দেখিবি সকলোৱে মূৰ পোলোকা দিছে।

অৰুণা : হলেও দেউতা তুমি মানুহৰ মুখৰ ওপৰতে এনেদৰে কিছুমান কথা কৈ দিয়া পেটে পেটে তোমাক বেয়া পাই যায়।

হলধৰ : চকু কাণ-মুৰ বন্ধ কৰি শত্ৰুবিহীন পৃথিৱী এখন পোৱা যাব। কিন্তু মই ভাবো এইবোৰ দেখি শুনি কোনো বিবেকবান মানুহে নীৰৱে থাকিব নোৱাৰে। আৰু মাজনী সকলোকে সমানে ভাল পোৱাবলৈ মইতো নিৰ্বাচনত নামিব খোজা নাই।

অৰুণা : তথাপি দেউতা --

হলধৰ : শুন --- উচিত সময়ত ক'ব লাগে। নিজৰ গাত ছিটিকণি পৰাৰ ভয়ত উচিত সময়ত উচিত কথা ক'ব নোৱাৰাৰ বাবেই আজি নীতি-অনীতি একাকাৰ হ'ল।

অৰুণা : তেওঁলোকেতো ভাল কামেই কৰিব খুজিছে --

হলধৰ : থ-থ মোৰ আছে এইবোৰক! ঘৰৰ জাবৰখিনি টোপোলা বান্ধি কোনেও নেদেখাকৈ ৰাস্তাত থৈ আহে -- নিজে চাকৰি কৰা কাৰ্যলয়টো দুৰ্নীতি আৰু লেতেৰা ৰাজনীতিৰে বিষাক্ত কৰি আনন্দ পায়, এইবোৰে আহে সমাজৰ উন্নতি কৰিবলৈ। পৃথিৱীখন আমি মানুহবোৰেই লেতেৰা কৰিলোঁ। জীৱ-জন্তুইও নিজৰ থকা ঠাইকণ পৰিষ্কাৰ কৰি ৰাখিব জানে। সুৰা বিক্ৰিৰ ধনেৰে গান্ধীৰ মূৰ্তি নিৰ্মাণ কৰি গান্ধীজীক জানো অপমান কৰিব খোজা নাই? এনেবোৰ কাৰ্যক মই সমৰ্থন কৰিব নোৱাৰোঁ এয়া মোৰ নীতি বিৰুদ্ধ।

অৰুণা : এনেকৈয়ে তো চলি াছে দেউতা --!

হলধৰ : চলক --চলি থাকক মই নচলোঁ। যা -- যা নিজৰ কাম কৰাগৈ, এবিোৰ কথা ভাবি মূৰ গৰম কৰি কোনো লাভ নাই? (হলধৰ চক্ৰৱৰ্তীয়ে গান্ধী টুপীটো পিন্ধি হাতত লাখুটি, কান্ধত চাদৰ লৈ যাবলৈ ওলায়।

অৰুণা : কি হ'ল দেউতা-তুমি দেখোন ওলাই -- কেনিবা যোৱা নেকি?

হলধৰ : বায়নৰ ঘৰলৈ। ভাওনাৰ ভাওবোৰ ভগাই দিলে নে নাই খবৰ এটাকে কৰোঁ গৈ ।



(সংগীত)

পোহৰ ক্ৰমাৎ নোহোৱা হয়

।। মঞ্চ আন্ধাৰ হয় ।।

## পঞ্চম নাট্যক্ষণ

(হলধৰ চক্ৰৱৰ্তীৰ ঘৰ। সময় সন্ধিয়া। হাতত ধুনাৰ মলা লৈ অৰুণাই ধুণা দি থাকে। মুখেৰে বৰগীতৰ কলি এটা গুণগুণাই থাকে।)

পুতুকণ : (নেপথ্যত) বৰদেউতা -- অ' বৰদেউতা।

অৰুণা : সোমাই আহ পুতুকণ ।

পুতুকণ : (সোমাই আহে) বৰ দেউতা নাই নে কি?

অৰুণা : দেউতা নাই --- বহ

পুতুকণ : হো এইখন ল। (খবৰ কাগজ দিয়ে) বৰদেউতা ক'লৈ গ'ল? আজি কাগজ আনিবলৈও নগ'ল।

অৰুণা : দেউতা নৰেন দাইটিহঁতৰ ঘৰ লোৱালৈ গৈছে।

পুতুকণ : ঘৰলোৱাৰ নাম দেখোন ৰাতিকৈ -- এতিয়াই গ'ল যে?

অৰুণা : দেউতাৰ গা-টো বৰ ভাল নহয়। ৰাতিলৈ নামত থাকিব নোৱাৰিব। সেয়ে সোনকালে মাত লগাই আহিব বুলি ওলাই গৈছে। এই মাহৰ কাগজৰ বিলৰ পইচাখিনি লৈ যাবি ৰহ।

পুতুকণ : কাগজৰ পইচা নিবলৈ মই অহা নাই। বৰ দেউতা কাগজ আনিবলৈ নোযোৱা বাবে কাগজখন দিবলৈহে আহিছোঁ। মোৰো কথা অলপ সুধিব লগীয়া আছে।

অৰুণা : তোৰ হ'বলা সমস্যাটো শেবই হোৱা নাই।

পুতুকণ : ক'ত শেষ হ'ল -- পুলিচৰ পাকচক্ৰত পৰিলে কেতিয়াবা জানো সমস্যাৰ অন্তপৰে? মৰাশটো দেখো বাবেই এইখন দুৰ্ভোগ ভুগিবলগীয়া হৈছে। এনেকুৱা লাগিছে যেন মইহে মাৰি তাত পেলাই থৈছোঁ।

অৰুণা : এতিয়া কি হৈছে?

পুতুকণ : কি আৰু হ'ব। কালি ৰাতি দোকান বন্ধ কৰি গৰ পাইছোঁ। হাত-ভাৰি ধুই বাৰাণ্ডাত বহিছোঁহি ভুৰুংকৈ পুলিচ চাৰিটা ওলালহি নহয়। লগত থানাৰ অ'চিজনো আহিছে। কথা নাই বতৰা নাই ঘপাহ কৈ চাৰ্জ কৰিলে মোৰ হেনো উগ্ৰপন্থীৰ লগত যোগাযোগ আছে।

অৰুণা : তাৰ পাচত ......?

পুতুকণ : জ্বালা! যন্ত্ৰণা ! ভাগ্য সেই সময়ত ৰাজেন দা আহি তাত ওলালহি। অ'চি জন এসময়ত তেওঁৰ লগতে পঢ়া আছিল বোলে। তেওঁহে বুজাই বঢ়াই পঠাই দিলে। (অৰুণা -- অৰুণা কৈ মাতি বৰষা সোমাই আহে।)

বৰষা ঃ অৰুণা !

অৰুণা ঃ এ বৰষা বাইদেউ। ক'ৰ পৰা এই সন্ধিয়াখন?

বৰষা ঃ আহিছোঁ ঘৰৰপৰাই। খুড়াদেউ আছেনে ঘৰত?

অৰুণা ঃ দেউতা নাই! গাঁৱৰে এঘৰৰ ঘৰলোৱা তালৈ গৈছে।

বৰষা ঃ কেতিয়া উভতিব?

অৰুণা ঃ সোনকালে উভতিব বুলিয়েই কৈ গৈছে।

বৰষা ঃ ঘৰ কিমান দুৰৈত?

অৰুণা ঃ দূৰ অলপ আছে? আমাৰ ইয়ালৈ সোমাই আহোতে যে পথাৰখন পাই -- তাৰ সিটো পাৰে

বৰষা ঃ আচলতে খুড়াদেউক লগ পাম বুলি আহিছিলোঁ ................ কিন্তু!

অৰুণা ঃ ৰ'বচোন। আহিয়েই লৰালৰিখন লগাইছে যে -- দেউতা আহিব নহয় -- বলকচোন ভিতৰলৈ ব'লক।

বৰষা ঃ নহয় অৰুণা মই সিমান পৰলৈ ৰ'ব নোৱাৰিম। চহৰলৈ যোৱা শেষ বাচখনত উভতি যামগৈ।

অৰুণা ঃ হে ভগৱান! এইটো কেনেকুৱা কথা। আহিছে ইমান দিনৰ পিচত তাতে আকৌ এই সন্ধিয়াখন....... আহিয়েই যাওঁ যাওঁখন লগাইছে --

বৰষা ঃ খুড়াদেউৰ লগত বৰ জৰুৰী কথা এটা আলোচনা কৰিবলৈ আহিছিলোঁ। পিছে তেখেতক লগ নাপালোঁ যেতিয়া তোমাক কৈ যাম।

অৰুণা ঃ নোৱাৰে তেনেকৈ যাব। দেউতা আহিবই এতিয়া। আপুনি বহিব ব'লক।

বৰষা ঃ তুমি নুবুজা কিয় অৰুণা! পৰাহেঁতেন জানো মই নাথাকোঁ। শুনা ..... এখেত (পুতুকণক)

অৰুণা ঃ ই পুতুকণ। নামঘৰৰ চ'কতে তাৰ দোকাণ।

বৰষা ঃ আপুনি বেয়া নপাব। অকণমান সময় বহক। অৰুণাক ভিতৰতে কথা এটা কওঁ --

পুতুকণ ঃ নাই নাই বেয়া পাব লগা একো নাই। অৰুণা মই উঠোঁৱে নে কি?

অৰুণা ঃ বহচোন। দেউতা পাবহি। ব'লক বাইদেউ --

বৰষা ঃ ব'লা! (দুয়ো ভিতৰলৈ যায়। বাহিৰত বায়নৰ মাত শুনা যায়।)

বায়ন ঃ (নেপথ্যত) চক্ৰৱৰ্তীদেউ ঘৰত আছেনে? (সোমাই আহে) অ' পুতুকণ দেখোন কি কৰিছ?

পুতুকণ ঃ বায়ন দাইটি ময়ো বৰদেউতাক লগ পাবলৈ আহিছিলোঁ।

বায়ন ঃ তেখেত হ'বলা ঘৰত নাই?

পুতুকণ ঃ নৰেন দাইটিৰ ঘৰলোৱালৈ গৈছে।

বায়ন ঃ মাজনীও গৈছে নে কি?

পুতুকণ ঃ নাই যোৱা কোনোবা আলহী এগৰাকী আহিছে ভিতৰলৈ গৈছে।

বায়ন ঃ হেৰি অ' পুতুকণ -শুনিলোঁ চহৰৰ পৰা আমাৰ গাঁওলৈ সোমাই অহা ৰাস্তাটোৰ দাঁতিত বোলে আজিও এটা মৰাশ পৰি আছে।



পুতুকণ ঃ থাকিব দাইটি -- সকলোতে মৰাশই পাবা এতিয়া। মৰি-হজি এইখন শেষ হ'ব। দুই ম'হৰ যুঁজত বিৰিণাৰ মৰণ হোৱাদি আমিবোৰ পেপুৱা লাগিম। সমস্যা আমাৰ হে।

বায়ন ঃ হেৰ' এই ডেকা ল'ৰাবোৰ যদি এনেদৰে মাৰি শেষ হয় আমাৰনো থাকিব কোন অ'। আজি পোৱা মৰাশটোও বোলে ডেৰ কুৰি বছৰমানৰ মদগজ ডেকা ল'ৰা। পিঠিৰে গুলী সোমাই বুকুৰেই ওলাই গ'ল। কুকুৰ-মেকুৰী মৰাদি মৰিব লাগিছে আমাৰ ল'ৰাসোপা।

পুতুকণ ঃ পেপাৰখন মেলিবা তাতো দেখিবা মানুহ মৰা খবৰেই ভৰি আছে। অ'ত গুলী লাগি মৰিল-ত'ত বোমা ফুটি মৰিল কৰবাত, মিলিটেৰীৰ লগত সংঘৰ্ষত উগ্ৰপন্থী মৰিল, কৰবাত উগ্ৰপন্থীৰ গুলীত পুলিচ নিহত হ'ল -- এই খবৰেৰে সেইখন ভৰি থাকে।

বায়ন ঃ আমি মূৰুখ মানুহ কাগজৰ খবৰবোৰতো ভালকৈ পঢ়িবই নোৱাৰোঁ -- কেৱল ফটোহে চাওঁ। তাকো এৰি পেলাইছোঁ, কিমান আৰু মৰাশৰ ফটো চাবি। বুইছ পুতুকণ -- পঢ়াশুনা নকৰি আমি কিজানি ভালেই কৰিলোঁ। য'ত মানে খেলিমেলি লগাই এই বেছিকৈ পঢ়া শুনা ক ৰ মানুহবোৰেই লগায়। (বৰষা আৰু অৰুণা সোমাই আহে।)

বৰষা ঃ তুমি খুড়াদেউক কথাটো ক'বা।

অৰুণা ঃ আজি থাকি গ'লে ভাল আছিল বাইদেউ কথাটো দেউতাক আপুনি নিজেই ক'ব পাৰিলেহেঁতেন।

বৰষা ঃ নহয় অৰুণা মই যাবই লাগিব। মা-বৰ অসুস্থ। তুমিটো জানা মোৰ বাহিৰে আৰু মা-ৰ কোনো নাই। কথাটো তোমালোকক জনোৱাৰ বাবেই এই অকণমান সময় উলিয়াই মই ইয়ালৈ আহিছোঁ।

বায়ন ঃ মাজনী।

অৰুণা ঃ বায়ন খুড়া! পুতুকণ-চহৰলৈ যোৱা গাড়ীখন আমাৰ এইখিনি কেইবজাত পায়হি অ'।

পুতুকণ ঃ সাতবাজি পঞ্চলিচ মিনিট মানত পায়।

অৰুণা ঃ এতিয়া কেই বাজিল?

বৰষা ঃ সাত বাজি পঁচিশ মিনিট গৈছে।

বায়ন ঃ আইজনীক ক'ৰবাত দেখা মনত পৰে।

অৰুণা ঃ ককাইদেউৰ লগত একেখন কলেজত পঢ়িছিল।

বায়ন ঃ নহয় -- ইয়াতেই ক'ৰবাত দেখিছোঁ যেন লাগিছে।

বৰষা ঃ অনল থাকোতে অনলৰ লগত ইয়ালৈ কেইবাৰো আহিছিলোঁ।

বায়ন ঃ তাকেই তো বৰ চিনাকি যেন লাগিছে। ৰ'বা মনত পৰিছে তুমি গান গাইছিলা নহয় আমাৰ অনল বোপাৰ লগত ইয়াতে বহি।

বৰষা ঃ হয়।

বায়ন ঃ অ' মনত পৰিছে এতিয়া।

বৰষা ঃ আপোনালোক বহক। মোৰ পলম হৈছে।

বায়ন ঃ পলম হৈছে মানে? এই ৰাতিখন তুমি ক'লৈ যোৱা?

বৰষা : মই চহৰলৈ যাবই লাগিব।

বায়ন : কি ক'লা মাজনী — এই দুৰ্দিনত ৰাতি বিয়লি ....

বৰষা : চিন্তা নকৰিব। এঘণ্টাতে মই ঘৰ পাই যাম।

অৰুণা : পুতুকণ — তই নামঘৰৰ চ'কলৈ বাইদেউক আগবঢ়াই দিব পাৰিবি নহয়?

বৰষা : নালাগে অৰুণা মই যাব পাৰিম। মিছাতে এখেতক টানিছা কিয়?

পুতুকণ : একো নহয় বলক ময়ো যামেই নহয় তালৈ।

বৰষা : আপোনালোক থাকিব। অৰুণা — মই আহিছোঁ। (পুতুকণ আৰু বৰষা যায়। অৰুণাই আগবঢ়াই দিয়ে।)

বায়ন : এই ৰাতিখন ওলাই গৈ আইজনীয়ে বৰ ভাল কাম নকৰিলে। ৰাতিটো থাকি পুৱাৰ গাড়ীত গুচি যাব লাগিছিল। যিহে দিন কাল পৰিছে। ঘৰৰ পৰা ওলাই গৈ সোঁ-শৰীৰে উভতি আহি ঘৰত সোমোৱাৰ মাজত আকাশ-পাতাল তফাৎ। সিদিনাৰ কি হ'ল জানা?

অৰুণী : কোন দিনা?

বায়ন : চহৰত যে হুলস্থুল লাগিছিল সেইদিনা। চাকৰি কৰিব যোৱা মানুহজনে হুলস্থুলটো লগাত ঘৰলৈ উভতিব নোৱাৰি খবৰ টোকে দিও বুলি ফোন থকা ঘৰটোত সোমাল। খবৰটো দি তাৰপৰা ওলাই আহিবলৈ পালে কি নাপালে। ক'ৰ পৰা যে গুলিটো আহি মুৰেৰে সৰকি গ'ল তাতেই ধৰিব নোৱাৰিলে। ঘৰত থকা কণমানি পুতেকৰ বাবে কিনা গাখীৰৰ টেমা হাতত লৈ সেচেলা তাতেই ঢলি পৰি গ'ল। গাত দোষ লগাৰ ভয়ত কোনোৱে আগবাঢ়ি নাহিল -- অন্ততঃ হস্পিতাললৈ নিলে কিজানি বাচিলেহেঁতেন। দুৰৈৰ পৰা সকলোৱে ভেবা লাগি চাই থাকিল। বালিত কটা যোৱা ছাগলীৰ দৰে তাতেই কিছু সময় ঢপ ঢপাই থাকি মানুহটোৱে সিপুৰী পালেগৈ।

অৰুণা : ৰাতিটো থাকি কাইলৈ পুৱাৰ প্ৰথমখন গাড়ীত গ'লেও হ'লহেঁতেন। নুশুনিলে কি কৰিব।

বায়ন : জানো পাই। ল'ৰা মানুহেই ওলাবলৈ ভয় কৰে ৰাতি বিয়লি চাৰিওফালে পুলিচ মিলিটাৰী পিয়াপি দি ফুৰিছে। ছোৱালীজনীয়ে এই ৰাতিখন ...।

অৰুণা : আজি ভাওনাৰ আখৰা ন'হল বায়ন খুড়া?

বায়ন : ভোজ ভাতো খুৱাব নেকি?

বায়ন : আ-আক। চাৰিটাকৈ পঠা ছাগলী, ঘৰৰ পুখুৰীৰ মাছও উঠাইছে -- নামনিৰ পৰা নাগাৰা নামৰ পাৰ্টি এটাও মতা বুলি গম পাইছোঁ।

অৰুণা : ঘৰলোৱালৈ আপুনি যাবনে?

বায়ন : তালৈ যাওঁ বুলি ওলাই আহি এইখিনি পালোঁহি। ভাবিলো চক্ৰৱৰ্তী দেউৰ লগত একেলগেই ওলাই যাওঁ। (বাহিৰত হলধৰ চক্ৰৱৰ্তীৰ মাত শুনা যায়।)

হলধৰ : (নেপথ্যত) তোমালোক যোৱাগৈ, মই পালোহি। (সোমাই আহে) অ' বায়ন।

অৰুণা : দেউতা পলম কৰিলা যে টৰ্চটোও লৈ নগল।



হলধৰ : নৰেনে টৰ্চলাইট এটা হাতত দি ল'ৰা দুজন লগত পঠিয়াই দিলে। সিহঁতে আগবঢ়াই দি গ'ল। বায়ন —

বায়ন : আপুনি গৈ আহিলেই। মই আক' আপোনাৰ লগতে যাম বুলি ভাবি আহিছিলোঁ। নামপাৰ্টি আহিল নে ?

হলধৰ : আহিছে। মই আহোতে তেওঁলোকে চাহ পানী খাই সাজু হৈছিলেই। (তাল আৰু নাগাৰাৰ শব্দ।)

বায়ন : সেয়া-নাম আৰম্ভ ধৰিলেই চক্ৰৱৰ্তী দেউ গৈয়েই থাকোঁ।

হলধৰ : অ' যোৱা।

বায়ন : কাইলৈ এপাক আখৰালৈ আহিব।

হলধৰ : আহিম আহিম।

বায়ন : মাজনী থাকিবা।

অৰুণা : যাওক বায়ন খুড়া।

(বায়ন যায়। চক্ৰৱৰ্তীয়ে আগবঢ়াই থয়। উভতি ভিতৰলৈ যাব খোজোতেই অৰুণাই মাত লগায়।)

অৰুণা : দেউতা —

হলধৰ : হু! কিবা কবি?

অৰুণা : অথনি বৰষা বাইদেউ আহিছিল।

হলধৰ : বৰষা!

অৰুণা : ককাইদেউৰ লগত যে আমাৰ ইয়ালৈ আহিছিল --

হলধৰ : অ - অ মনত পৰিছে। ক'লৈ গ'ল এতিয়া?

অৰুণা : উভতি আকৌ ঘৰলৈ গ'ল। শেষ বাছখনতে গৈছে।

হলধৰ : এই ৰাতিখন?

অৰুণা : মাকৰ গা খুব বেয়া?

হলধৰ : তাই এতিয়া কি কৰি আছে?

অৰুণা : পাছ কৰি কিছুদিন এনেয়ে ঘৰত বহি থাকিলে আজি এবছৰমান হ'ল নাজিৰাৰ হাইস্কুল এখনত সোমাইছে।

হলধৰ : নাজিৰাত? ঘৰৰ পৰা বহু দুৰ হয় দেখোন?

অৰুণা : বৰ্তমান তাতেই থাকে।

হলধৰ : বিধৱা মাকজনীৰ বাহিৰে তাইৰ আৰু কোনো নাছিল নহয়। মাককো চাগৈ লৈ গৈছে তালৈ?

অৰুণা : ঘৰ এৰি মাকে যাব নোখোজাত বাইদেউ অকলে তাতে থাকে।

হলধৰ : হঠাৎ আহিছিল যে?

অৰুণা : তেওঁ কিবা চিন্তাত পৰিছে তোক লগ কৰিবলৈ আহিছিল -- পিচত এদিন আহিব।

হলধৰ : কি হৈছে তই নুসুধিলি কিয়?

অৰুণা : কেৱল ককাইদেউৰ কথাহে সুধিলে।

হলধৰ : বৰ ভাল ছোৱালী! বহুত কিবা কিবিয়েই ভাবিছেলোঁ। হওঁক দে তাইৰ মঙ্গল হওঁক।

অৰুণা : জানা দেউতা!

হলধৰ : হু!

অৰুণা : ককাইদেউ হেনো তিনিমাহ মান আগতে ঘৰলৈ আহিছিল।

হলধৰ : কি?

অৰুণা : অ। তেওঁ তেনেকৈয়ে ক'লে --?

হলধৰ : তাৰমানে সি বাচি আছে! (কষ্ট পায়)

অৰুণা : দেউতা তুমি হাত মুখ ধুই লোৱাগৈ। মই বাথৰুমত পানী দি থৈছোঁ। তোমাৰ দৰৱ খোৱাৰো সময় হৈছে। (হলধৰ ভিতৰলৈ যায়। অৰুণাই বাহিৰৰ দুৱাৰখন মাৰি আহি খবৰ কাগজ পঢ়িবলৈ বহে। পোহৰ (Complet) হৈ অৰুণাৰ গাত পৰে। দূৰৈৰ নাগাৰ নাম ভাঁহি আহে। হঠাতে দূৰৈত গুলীৰ শব্দ কেইটামান শুনা যায়। অৰুণাই কাগজৰ পৰা মূৰতোলে। নামৰ শব্দ চলিথাকে। পুনৰ অৰুণাই কাগজ পঢ়াত মন দিয়ে। দুৱাৰত টকিওৱা শব্দ শুনি অৰুণাই মূৰ তুলি চায়। দুৱাৰ শব্দটো শুনি উঠি গৈ দুৱাৰৰ কাষ পায়।)

অৰুণা : কোন?

অনল : দুৱাৰখন খুলিদে অৰুণা --। (অৰুণাই দুৱাৰখন খুলি দিয়ে। অনল সোমাই আহে।)

অৰুণা : ককাইদেও!

অনল : দুৱাৰখন বন্ধ কৰি দে। (অৰুণাই দুৱাৰখন বন্ধ কৰি দিয়ে)

অৰুণা : হঠাতে তই ক'ৰপৰা আহিছিল ককাইদেউ?

অনল : আমাক পুলিচে খেদিছে। গুলী চলাইছিল। দৌৰি দৌৰি এইখিনি পালোঁহি। মোৰ লগত আৰু দুজন আছিল। আন্ধাৰত কেনি গ'ল গমেই নাপালোঁ। (ভৰিৰ পৰা তেজ ওলাই থাকে।)

অৰুণা : তোৰ ভৰিত তেজ?

অনল : গুলী এটা চুচৰি পাৰ হৈ গ'ল।

অৰুণা : কিবা এটা দিওঁ ৰহ।

অনল : নালাগে। পানী এগিলাচ দে ---

(অৰুণাই পানী আনিবলৈ যায়। হঠাতে শব্দ এটা শুনি অনলে দুৱাৰৰ ওচৰত থিয় হয়। উদ্বিগ্ন হৈ কাণ পাতি কিবা শুনে। লাহে লাহে তাৰ পৰা আঁতৰি আহি দেউতাকৰ বহা আৰামী চকীখনত ওচৰ পায়। হাতখন কোঁচাই আনে। অৰুণাই চৰিয়া এটাত পানী কান্ধত গামোচা এখন আৰু গিলাচত খোৱা পানী এগিলাচ লৈ সোমাই আহে।)



অৰুণা : ককাইদেউ! পানী খা। গামোচাখনেৰে মুখখন মচিল। বৰকৈ ঘামিচ। চাওঁ ইয়াতে বহচোন। (অনল বহে)

অনল : দেউতা ক'ত?

অৰুমা : নিজৰ কমত।

অনল : গা- কেনে আছে।

অৰুণা : আজি কেইদিন মানৰ পৰা প্ৰেচাৰটো বাঢ়িছে। ডাক্তৰে দৰৱ দিছে? মাতি দিম নে কি! (চৰিয়াৰ পানীৰে অনলৰ ভৰিখন ধুৱাই দিয়ে)

অনল : থাওক দে। এই সময়ত মিছাতে দেউতাক আমনি নকৰোঁ। হয়তো মোৰ উপস্থিতি তেওঁ সহজ ভাৱে নলবও পাৰে।

অৰুণা : তই মা ঢুকোৱাৰ খবৰ পোৱা নাছিলি?

অনল : পাইছিলোঁ। আহিবলৈ যত্নও কৰিছিলোঁ অইন এটা জৰুৰী কামত ব্যস্ত থাকিব লগীয়া হোৱাত আহিব নোৱাৰিলোঁ।

অৰুণা : মৃত্যুৰ আগমুহূৰ্তলৈকে মা -'ই তোৰ কথাই কৈ আছিল।

অনল : হু।

অৰুণা : আজি বৰষা বাইদেউ আহিছিল।

অনল : দুই এদিনতে মই তেওঁক লগ কৰিম।

অৰুণা : পিতৃ-মাতৃ, আত্মীয় স্বজনৰ মৰম চেনেহক নেওচা দি কৰা তহঁতৰ এই বিপ্লৱৰ অৰ্থ মই নাজানো। কিন্তু তোৰ দৰে এজন মেধাবী ল'ৰাই .....ককাইদেউ ---

অনল : হু!

অৰুণা : তই এইবোৰ এৰিদে --। তই উভতি আহ ককাইদেউ!

অনল : (হঠাৎ উঠি) উভটি অহাৰ আৰু সময় নাই অৰুণা।

অৰুণা : তহঁতে পথটোত অসংখ্য কাঁইট।

অনল : আমি কিন্তু নিশ্চিত এদিন সুদিন আহবই।

অৰুণা : কিমান দিন অপেক্ষা কৰিবি?

অনল : পথ যিমানে দীঘলীয়া নহওক --- এদিন শেষ হ'বই।

অৰুণা : তোৰ আৰু তোৰ সতীৰ্থসকলৰ বাবে দেউতাই বৰকৈ চিন্তা কৰি থাকে -- (গল হেকাৰি মাৰি হলধৰ চক্ৰৱৰ্তী সোমাই আহে।)

হলধৰ : অকল চিন্তা কৰাই নহয় -- শংকাত অনুভৱ কৰোঁ।

অৰুণা : দেউতা!

অনল

হলধৰ : সিটো কোঠাত থাকিয়ে মই তহঁতৰ সকলো কথা শুনিলোঁ। কথাবোৰ নতুনকৈ এবাৰ চিন্তা কৰ --

অনল : তেনেকৈ নক'বা দেউতা -- নিজৰ জন্মভূমিৰ স্বাধীনতাৰ বাবে .......

হলধৰ : জন্মভূমিৰ স্বাধীনতাৰ বাবে?

অনল : অ' দেউতা। স্বাধীনতা সকলোৰে জন্মস্বত্ব।

হলধৰ : অস্বীকাৰ নকৰোঁ।

অনল : তুমিওতো স্বাধীনতাৰ বাবে বৃটিচৰ লগত যুঁজ কৰিছিলা।

হলধৰ : কৰিছিলোঁ।

অনল : পঞ্চাশ বছৰ পূৰ্বে তোমাৰ দেহত যি তেজে টগবগাইছিল সেই তেজ আজি মোৰ দেহত প্ৰবাহিত হোৱাত দোষ কি?

হলধৰ : দোষ নিৰ্দোষৰ কথা নহয় অনল ...........

অনল : পিতৃৰ তেজ পুত্ৰৰ দেহত প্ৰবাহিত হ'বই।

হলধৰ : শুন শুন অনল, আমাৰ যুঁজ আছিল সাত সাগৰ তেৰ নদীৰ সিপাৰৰ বিদেশী বগাবণিকৰ বিৰুদ্ধে। আমি যুঁজিছিলো, অহিংসাক সাৰথি কৰি লৈ। মহাত্মাৰ অহিংসাৰ আদৰ্শই আছিল আমাৰ গায়ত্ৰী মন্ত্ৰ। তেত্ৰিশ কোটি ভাৰতীয়ই মৰণক নেওচা দি কেৱল মাত্ৰ এজন মানুহৰ পিছফালে থিয় হৈছিল। হিংসাৰ জুইক অহিংসাৰ শান্তি পানীৰে নিৰ্বাপিত কৰাৰ বীজমন্ত্ৰ তেওঁ সমগ্ৰ ভাৰতবাসীৰ মনৰ মাজত ৰোপন কৰিছিল। তেনেকুৱা দুৰ্লভ.সংগ্ৰাম পৃথিৱীৰ বুৰঞ্জীত পাত পাত কৰিলেও তই বিচাৰি নাপাবা।

অনল : কিন্তু দেউতা -- স্বাধীনতাৰ পিচত শাসনৰ বাঘজৰী হাতত লৈ ৰাষ্ট্ৰযন্ত্ৰই আমাক কুঁহিয়াৰ চেপাদি চেপি খুন্দি শেষ কৰিব ধৰিছে। শাসনৰ নামত আচল ঔপনিৱেশিক শোষণক জানো তুমি অস্বীকাৰ কৰিব পাৰিবা।

হলধৰ : যোগ্যতা আহৰণ কৰা লোকক কোনেও শোষণ কৰিব নোৱাৰে। মনত ৰাখিবি স্বাৱলম্বীলোকক কোনেও পৰাধীন কৰি ৰাখিব নোৱাৰে। (ফোঁপনি উঠে)

অৰুণা : দেউতা তুমি মনেমনে থাকা। ডাক্তৰে তোমাক কমকৈ কথা ক'বলৈ কৈছে।

হলধৰ : মোৰ এই কাপোৰযোৰ দেখিছ? এই কাপোৰযোৰ মই নিজে তেয়াৰ কৰি লৈছোঁ। নিজহাতে কপাহৰ খেতি কৰি যঁতৰত সূতা কাটি কাপোৰযোৰ মই নিজে তৈয়াৰ কৰি লৈছোঁ। নিজহাতে কপাহৰ খেতি কৰি যঁতৰত সূতা কাটি কাপোৰ বই ব্যৱহাৰ কৰিছোঁ। ইয়াৰ অৰ্থ এইটো নহয় যে মই কাপোৰ কিনিবলে ব্যৱহাৰ কৰিব নোৱাৰোঁ। পাৰোঁ! কিন্তু একমাত্ৰ নেতৃত্বৰ আদৰ্শৰ প্ৰতি থকা শ্ৰদ্ধা আৰু ভক্তিয়ে মোক অকল মোকেই নহয় মোৰ দৰে আৰু অনেক লোকক এই কাম কৰি যোৱাৰ বাবে বাধ্য কৰাইছে।

অনল : দেউতা-তুমিয়েতো মোক বিপ্লৱৰ অ-আ-ক-খ শিকাইছিলা?

হলধৰ : ক'তা? মইতো কোনোদিনে তোক অস্ত্ৰ হাতত লৈ কৰা বিপ্লৱৰ.কথা কোৱা নাছিলোঁ। কৈছিলোঁ



বিপ্লৱ সদায়ে মহান। এতিয়াও কওঁ পৃথিৱীত শেষজন বিবেকবান মানুহ জীয়াই থকালৈকে বিপ্লৱ জীয়াই থাকিব -- সংগ্ৰাম জীয়াই থাকিব। ঘাতক আৰু বিপ্লৱীৰ মাজৰ পাৰ্থক্যখিনি উলংঘা কৰি তহঁতে বিপ্লৱক কলুষিত কৰিব ওলাইছ।

অনল : স্থিতাৱস্থাৰ পৰিৱৰ্তন জানো তুমি নিবিচাৰা?

হলধৰ : বিচাৰোঁ। পৰিৱৰ্তন সদায়ে বিচাৰোঁ। বিপ্লৱমানে পৰিৱৰ্তন টকাটোৰে ইপিঠি আৰু সিপিঠি। কিন্তু পৰিৱৰ্তনৰ খাতিৰতে পৰিৱৰ্তন হোৱাতো মুঠতে বাঞ্চা নকৰোঁ। মানৱীয় প্ৰমূল্য বোধক উচ্চ আসন দিয়া, মানৱৰ হিত সাধন কৰা পৰিৱৰ্তন মই অন্তৰ ভৰি কামনা কৰোঁ।

অনল : আমাৰ এই ৰাজ্যখনৰ নিষ্পেষিত জনগণৰ মানৱীয় প্ৰমূল্য বোধক জীয়াই ৰখাৰ বাবেই আমাৰ এই সংগ্ৰাম .........।

হলধৰ : উদ্দেশ্য সৎ হ'লেও সুচিন্তিত পথত আগনাবাঢ়িলে লক্ষ্যস্থানত উপনীত হ'ব নোৱাৰি অনল। নিজক বিশ্লেষণ কৰিবলৈ শিক। মনত ৰাখিবি গদা ঘূৰাবলৈ হ'লে দেহত ভীমৰ বল আহৰণ কৰি লব লাগিব। বল আহৰণ নকৰাকৈ গদা ঘূৰাবলৈ গ'লে মুখ ঠেকেচাখাই পৰাৰ সম্ভৱনাই বেছি।

অৰুণা : দেউতা -- তুমি কিন্তু ডাক্তৰৰ হাক বচন মনা নাই। ডাক্তৰ আহিলে মই কিন্তু কৈ দিম। ককাইদেউ তই মনে মনে থাক --

হলধৰ : একো নহয় মাজনী --। ভয় নকৰিবি। একো নহয়। আজি কিমান দিনৰ পিচত সি ঘৰলৈ আহিছে -- আৰু আহিছেও মগজুত এটা আদৰ্শৰ বীজ লৈ তাৰ সেই আদৰ্শৰ লগত পৰিচয় হোৱাটো পিতৃ হিচাপে মোৰ কৰ্তব্য। শুন অনল -- জনসাধাৰণক বাদ দি বিপ্লৱে গা কৰি উঠিব নোৱাৰে। বিপ্লৱক জনসাধাৰণৰ মাজলৈ ঠেলি দে জনসাধাৰণেও যদি বিপ্লৱৰ প্ৰয়োজনীয়তা উপলব্ধি কৰে -- আৰু সেই বিপ্লৱে যদি তেওঁলোকৰ হিত সাধন কৰিব বুলি ভাবে তেতিয়াহলে তেওঁলোকে নিশ্চয় সেই বিপ্লৱক স্বাগতম জনাব।

অনল : জনসাধৰণৰ মঙ্গল কামনা কৰিয়েইতো আমি আজি এই পথত.থিয় দিছোঁ দেউতা --।

হলধৰ : জনসাধাৰণৰ মঙ্গল দোহাই দিয়েই প্ৰথমতে সকলোৱে আগবাঢ়ে। কিন্তু আজি অত বছৰে দেখি শুনি ভাব হৈছে যিয়ে জনসাধাৰণৰ মঙ্গল কামনা কৰিব আগবাঢ়ি আহে। সিয়েই দেশখনক এজনী খীৰতি গাই বুলি ভাবিবলৈ লয়। পিছফালৰ পৰা আহি ওহাৰ চুচি নিজৰ কৰিয়া ভৰাই লৈ আঁতৰি যায়। সন্মুখৰ ফালে আহি মুখৰ আগত ঘাঁহ, দুডাল মান খেৰ দিয়াৰ ইচ্ছা কোনেও নকৰে। সৰ্বশেষত লোকচান হয় জনসাধৰণেৰে। অনল --তোক পুনৰ কৈছো -- তঁতে তহঁতৰ পথত পৰিৱৰ্তন কৰ।

অনল : অসম্ভৱ দেউতা !

হলধৰ : পুলিচে খেদাৰ পিচত তই এইখন ঘৰত আশ্ৰয় লৈছ কিয়? একমাত্ৰ নিৰাপদ অনুভৱ কৰিয়ে নহয়নে? শুন মোৰ শেষ কথা দুটা ভিন্নসুৰী পথত তয়ে ময়ে থিয় হৈছোঁ। আদৰ্শ সম্পৰ্কে তোৰ ভাল জ্ঞান হেছে। তই নিজেও এটা আদৰ্শৰ পিচফালে ঘূৰাৰ কথা কৈছা আৰু ময়ো এটা আদৰ্শক সমগ্ৰজীৱন জুৰি প্ৰতি পাল কৰিছোঁ। তোৰ আৰু মোৰ আদৰ্শৰ সংঘাত ঘটিছে। গতিকে এইমুহূৰ্তৰ পৰা এই ঘৰখন তোৰ আদৰ্শৰ বাবে নিৰাপদ নহয়।

অনলঃ দেউতা!!

অৰুণা

(হলধৰ চক্ৰবৰ্ত্তী ভিতৰলৈ যাবলৈ থিয় হয়। অনল বহিৰলৈ যোৱাৰ পথত। অৰুণা অসহায় হয়। ) (সংগীত)

।। মঞ্চত আন্ধাৰ হয়।।

## ষষ্ঠ নাট্যক্ষণ

(বৰষাৰ ভাড়াঘৰ। সময় ৰাতি। কমটোত বৰষাৰ বিভিন্ন ৰঙৰ শাৰী কাপোৰবোৰ অ'ত ত'ত পৰি থাকে । কোঠাটোৰ মাজতে এখন বিছনা। কাষৰ ফালে টেবিল-চকী এযোৰ। বৰষাই চকীত বহি টেবিল লাইটটো এবাৰ জ্বলাই এবাৰ নুমাই -- কিবা চিন্তা কৰি আছে। এবাৰ এবাৰকৈ বন্ধ দুৱাৰ টোকৰ কৰে। বৰষা উঠি গৈ দুৱাৰ খুলি দিয়ে।

বৰষাঃ অ- অনল। (অনল সোমাই আহে।)

অনলঃ (কোঠাটোৰ অসংযত অৱস্থা দেখি) তুমি ৰেডি হোৱা নাই যে -- ?

বৰষাঃ (অন্যমনস্কভাৱে) অ-নাই হোৱা।

অনলঃ দেৰি নকৰিবা। যোৱা সোনকালে ৰেডি হৈ লোৱা। কাপোৰ কানিবোৰ দেখোন যেনি তেনি পৰি আছে -- কথা কি? বৰষা!

বৰষাঃ হু !

অনলঃ নিঠৰ হৈ থাকিলা যে?

বৰষাঃ মই তোমাৰ লগত যাব নোৱাৰিম অনল।

অনলঃ অ' -- অনল মই তোমালোকৰ জংঘলৰ কেম্পলৈ যাব নোৱাৰিম।

অনলঃ কিয়? কালি অজিত নামৰ ল'ৰা জনক তোমাৰ ওচৰলৈ পঠিয়াইছিলোঁ। তাৰ হাতত চিঠি এখন দিছিলোঁ। চিঠিখনত মই তোমাক কেম্পলৈ লৈ যোৱাৰ কথা লিখিছিলোঁ আৰু লগতে তোমাৰ মতা-মতও বিচাৰিছিলোঁ।

বৰষাঃ হয় বিচাৰিছিলা।

অনলঃ তাৰ উত্তৰত তুমি কি লিখিছিলা?

বৰষাঃ কেম্পলৈ যাম বুলি লিখিছিলোঁ।

অনলঃ তেনেহলে?

বৰষাঃ তোমালৈ চিঠিখন দিয়াৰ পিচত কালি গোটেই ৰাতি মই উজাগৰে কটালোঁ -- চিন্তা কৰিলোঁ আৰু শেষত সিদ্ধান্তত উপনীত হলোঁ।

অনলঃ কিয়?



বৰষাঃ কিছুমান কিয়ৰ উত্তৰ দিব পৰা নাযায় অনল!

অনলঃ উত্তৰ তুমি দিবই লাগিব, হঠাৎ কিয় মত সলনি কৰিলা?

বৰষাঃ কিছুমান কাম হঠাতে হয়।

অনলঃ সেয়া কোনো যুক্তিপূৰ্ণ উত্তৰ হ'ব নোৱাৰে। মোক আচল কথাটো কোৱা।

বৰষাঃ আচল কথা?

অনলঃ অ! তোমাৰ চিঠিখনতে তুমি মোৰ লগত আমাৰ জংঘলৰ কেম্পলৈ যোৱাৰ কথা আছিল?

বৰষাঃ আছিল।

অনলঃ তোমাৰ চিঠিৰ ওপৰত ভিত্তি কৰিয়ে মই কেম্পৰ ব্যৱস্থা কৰিছোঁ। যথেষ্ট বিক্ৰলৈ চহৰৰ চেকিঙৰ মাজেৰে পাৰ হৈ এইখিনি পাইচো। বৰষা --

বৰষাঃ হু! (অন্যমনস্ক)

অনলঃ তুমিতো জানা -- প্ৰতিটো মুহূৰ্তত আমাৰ বাবে কেনেদৰে চেলেঞ্জ হৈ পৰে।

বৰষাঃ জানো।

অনলঃ চহৰৰ মাজমজিয়াত তোমাৰ এই ঘৰলৈ আহিবৰ বাবে আমি কিমান পৰিকল্পনা কৰিব লগীয়া হৈছে -- তাকো নিশ্চিয় জানা?

বৰষাঃ হয় জানো।

অনলঃ সকলো জানি-বুজি ধেমালি কৰিছা কিয়?

বৰষাঃ মোক ক্ষমা কৰিবা অনল।

অনলঃ ক্ষমাৰ কথা নহয় বৰষা -- মই জানিবই লাগিব হঠাৎ তুমি সিদ্ধান্ত সলনি কৰিলা কিয়?

বৰষাঃ এই কিয়ৰ উত্তৰ শুনি তুমি ভাল নাপাবা?

অনলঃ তথাপিও মই জানিব লাগিব।

বৰষাঃ অনল , তোমাক মই ভালপাওঁ কলেজৰ পৰাই।

অনলঃ নতুন কথা নহয়।

বৰষাঃ শুনি যোৱা

অনলঃ কোৱা ---।

বৰষাঃ তোমাৰ মেৰিটৰ ওপৰত আস্থা আছিল। পটেন্সিয়েলিটিখিনিক মই শ্ৰদ্ধা কৰিছিলোঁ। প্ৰগতিশীল চিন্তাৰ মনটো মই ভাল পাইছিলোঁ।

অনলঃ আচল কথালৈ।

বৰষাঃ ধৈৰ্যৰে শুনি যোৱা। তোমাৰ মোৰ ভালপোৱাই আৰু এটা নতুন প্ৰজন্মক স্বাগতম জনালে।

অনলঃ তোমাৰ চিঠিখনত তুমি সেইটো উল্লেখ কৰিছিলা।

বৰষাঃ মই তোমাৰ সন্তানৰ মা হ'বলৈ ওলালোঁ।

অনল : সেইবাবে আমাৰ কেম্পলৈ তোমাক লৈ যাবলৈ আহিছোঁ।

বৰষা : আৰু সেই বাবে কালি গোটেই ৰাতি উজাগৰে থাকি সিদ্ধান্ত কৰিলোঁ নাজাওঁ বুলি।

অনল : বৰষা!

বৰষা : (লাহে লাহে খিৰিকীৰ ওচৰলৈ যায়) অনল এইফালে আহা।
(অনলে মুখ ঘূৰাই) আহাচোন (খিৰিকীখন খুলিবলৈ লয়)

অনল : খিৰিকীখন নুখুলিবা।

বৰষা : একো নহয়। আহানা এইফালে --। সৌ আকাশখনলৈ চোৱা জোনটো দেখিছা নে? কিমান সুন্দৰ কপাহৰ চোলাব দৰে বগা। চপৰা চপৰি মেঘবোৰে জোনটো লৈ কেনেদৰে ধেমালি কৰিছে। মনত আছেনে তোমাৰ সকতে জোনবাইক বেজী খোজা সেই গীতটো --

অনল : বৰষা।

বৰষা : বুজিছা অনল -- আমাৰ এই হ'ব খোজা শিশুটিক কিন্তু বেজী বিচাৰিব নিদিওঁ। তাক তৰা বিচৰা গীত হে শিকাম --(জোনবাই এটি তৰা দিয়া ...... গীতটো গুণ গুণাব।)

অনল : বৰষা। এইবোৰ ভাববিলাসী চিন্তা কৰিবলৈ মোৰ সময় নাই।

বৰষা : ৰ'বা, তুমিতো জংঘলতে প্ৰায় ভাগ ৰাতি কটোৱা --

অনল : কৈ যোৱা --

বৰষা : কেতিয়াবা কেতেকী চৰাইৰ মাতটোৰ কৰুণতা উপলব্ধি কৰানে?

অনল : তুমি যদি বিপ্লৱৰ বুৰঞ্জী অধ্যয়ণ কৰিলাহেতেন -- আৰু মাৰ্কস, লেনিন, চে- গুৱেভাৰাৰ জীৱন দৰ্শনৰ লগত পৰিচয় হলাহেঁতেন .....।

বৰষা : ৰ'বাচোন --শেৱালিৰ সুৱাসে তোমাক মতলিয়া কৰে নে এতিয়াওঁ? জোনাক মেঘৰ জোলা, শেৱালিৰ সুবাসে মন-প্ৰাণ পুলুকত কৰেনে?

অনল : কল্পনা সাগৰত সাতুৰি থকাৰ আমাৰ সময় নাই। প্ৰতি পদে পদে আমি সজাগ হৈ থাকিব লাগে।

বৰষা : জানো । সেয়ে তোমালোকৰ স্নায়ুৰ যথেষ্ট কষ্ট হয়। কবিতা এটা গাম সুনিবা -- কবিতা শুনিলে হেনো স্নায়ুৰ উত্তেজনা শাম কাটে।

অনল : বৰষা!

বৰষা : তুমিতো এসময়ত ভাল কবিতা লিখিছিলা। যুৱ মহোৎসৱত যে আবৃত্তি কৰিছিলা, মানুহক লৈ লিখা তোমাৰ সেই কবিতাটো মনত আছেনে তোমাৰ?

অনল : বলিয়ালী এৰা বৰষা -- বাস্তৱলৈ উভতি আহা।

বৰষা : বাস্তৱ! তুমি নিজেই কল্পনাৰ সাগৰত উটি ভাঁহি ফুৰিছা।

অনল : মোৰ প্ৰশ্নৰ উত্তৰৰ পৰা ফালৰি কাটি গৈছা।

বৰষা : নাই যোৱা এইবোৰ তাৰে আনুষাঙ্গীক কথা (দুৱাৰত টোকৰ পৰে)

এজন ল'ৰা : (নেপথ্যত) অনল বহু দেৰি হ'ল।



বৰষা : আৰু কেইমিনিটমান অপেক্ষা কৰ।

এজন ল'ৰা : টহলদাৰী মিলিটাৰী গাড়ীবোৰ এইফালে আহি আছে।

অনল : গৈ আছোঁ। বৰষা মোৰ পলম হৈছেই।

বৰষা : তুমি যোৱাগৈ -- মই তোমাক কৈয়ে দিলোঁ -- কেম্পলৈ নাযাওঁ।

অনল : মোৰ ,স্পষ্ট কথা তুমি কাৰণটো ক'বই লাগিব।

বৰষা : শুনা তেনেহলে মোৰ স্পষ্ট উত্তৰ-- মোৰ এই হ'ব লগা সন্তানটোক লোকালয় এৰি তোমাৰ জংগলৰ মাজত জন্ম দিব নোৱাৰোঁ।

অনল : বৰষা!

বৰষা : মই তাক বচেৰা হ'ব নিদিওঁ।

অনল : কি ক'লা?

বৰষা : অ' অনল ব-চেৰা হলে সি মানুহ ৰ সকোলো গুণ বেৰুৱাই পেলাব। মোৰ শেষ সিদ্ধান্ত মই মোৰ সন্তানটোক ইয়াতে -- এই লোকলয়তে জন্ম দিম।

অনল : সমাজে নিন্দা কৰিব।

বৰষা : কৰক!

অনল : তুমি হাঁতিয়াৰ পাত্ৰী হ'বা।

বৰষা : তাত মোৰ অকণো আক্ষেপ নাই। মোৰ এই সন্তানটিক মই কেৱল মানৱ সন্তান হিচাপে জন্ম দিব বিচাৰোঁ। তাতে মোৰ আনন্দ। মাতৃত্বৰ গৌৰৱ।

অনল : শুনা বৰষা -- তুমি কথাবোৰ যিমান সহজ বুলি ভাবিছা। আচলতে সিমান সহজ নহয়। এদিন যেতিয়া এই সন্তানটো এগৰাকী স্বাধীনতাকামী বিপ্লৱীৰ সন্তান বুলি পৰিচিত হ'ব -- তেতিয়াই হ'ব তোমাৰ ওপৰত নিৰ্যাতন। পুলিচ, মিলিটাৰী, আইন, আদালতৰ পাক চক্ৰত পৰি তুমি অতীষ্ঠা হ'ব । অকল এয়ে নহয়, অত্যাচাৰত জৰ্জৰিত হৈ তুমি আনন্দ আৰু মাতৃত্বৰ গৌৰৱৰ কথা পাহৰি যাবলৈ বাধ্য হ'বা।

বৰষা : সেই পৰিস্থিতিৰ মুখা মুখি হোৱাৰ সাহস মোৰ আছে অনল। আৰু যাদি কেতিয়াবা সাহস হেৰুৱাওঁ মই তোমাৰ দেউতাৰ ওচৰ চাপিম। উত্তৰাৰ গৰ্ভত স্থিতি হোৱা সন্তানক শ্ৰীকৃষ্ণই ৰক্ষা কৰাৰ দৰে তোমাৰ দেউতাও তেওঁৰ নাতি প্ৰজন্মক নিশ্চিয় ৰক্ষা কৰিব। এদিন মানুহ হিচাপে ডাঙৰ হ'ব। সকলো মানৱীয় গুণৰ পাঠ মই তাক দিম। মাতৃ আঁচলৰ দৰে নিৰাপদ পৃথিৱীৰ এখন মই তাক দিয়াৰ চেষ্টা কৰিম।

অনল : এইবোৰ তোমাৰ ভাবাবেগ মাথোন।

বৰষা : আৱেগ, অনুভূতি, উপলব্ধি মানুহৰেই গুণ। তুমি পাহৰি গৈছা কিয় অনল এঅই দেশৰ আদিকাব্য ৰচনা হৈছিল একমাত্ৰ আবেগৰ ওপৰত নিৰ্ভৰ কৰিয়ে। ব্যাধৰ হাতত নিহত হোৱা সাধাৰণ ক্ৰৌঞ্চ চৰাই জনীৰ দুখত আদি কবিৰ অন্তৰ মুথ নিগৰি ওলাইছিল মানৱৰ প্ৰথম কবিতা শাৰী -- " মা নিষাদ প্ৰতিষ্ঠা তম গম শ্বাশ্বতী সমাঃ যত ক্ৰৌঞ্চ মিথুনা দেকামবধি কামমোহিতম।"

অনল : এইবোৰ শুনি থাকিবলৈ মোৰ সময় নাই।

ববযা : তুমি যোৱাগৈ অনল। তোমাৰ পলম হৈছে। তুমি তোমাৰ বিপ্লৱলৈ জীয়াই থাকা গৈ। মোৰ জীৱনত আৰু তোমাৰ প্ৰয়োজন নহ'ব।

অনল : থিক আছে। (বেগাই ওলাই যাব ধৰে)

ববযা : শুনা মোৰ সন্তানটো এদিন ডাঙৰ হ'ব। সকলো মানৱীয় গুণেৰে সু-সুজ্জিত হৈ সি এদিন তোমাক বিচাৰি যাব। তোমাৰ লগত মুখামুখি হ'ব। সেই দিনটোলৈ মই পৰম আগ্ৰহেৰে বাট চাম --- অ' পৰম আগ্ৰহৰে অ' পৰম আগ্ৰহৰে অ' পৰম আগ্ৰহৰে ......।

(অনলে ক্ষন্তেক ববযাৰ মুখলৈ চাই বৈ যায়। সংগীত।। ক্ৰমাৎ পোহৰ স্তুপীকৃত হৈ ববযাৰ মুখত পৰে। সংগীত উচ্চ স্বাৰলৈ যায়। অনল ওলাই যায়। সংগীত ক্ৰমাৎ ভাঁহি আহে কবিতা।)

এনেদৰে আমি আগবাঢ়ি গৈছোঁ --
অনিশ্চয়তাৰ অতল গৰ্ভলৈ
সৰ্পিল সময়ৰ মহা সমুদ্ৰত
বাজি আছে অন্ধকাৰৰ বেহাগ
দুহাতত তুলি লৈছো নিজৰে মৃত্যু বাণ
বিস্ফুৰিত দুচকুত টলমলৰ জলমল, হিংসাৰ প্ৰতিহিংসা দাবানল।।
উভতি গৈছোঁ আমি দ্বাপৰৰ সেই যুগ সন্ধিলৈ
প্ৰভাসতীৰত নিজে নিজৰে সমাধি ৰচনা কৰা
নিৰ্বোধ যদুকুলোত্তৰ সকলৰ মাজলৈ।
ইয়াত এতিয়া আন্ধাৰ!
দিন আৰু ৰাতি --- ৰাতি আৰু দিন
অহোৰাত্ৰআন্ধাৰৰ ভয় লগা নিনাদ।
কুলিৰ মাতত বসন্ত নাহে
কহুৱাই আদৰি নানে শৰতক।
নিয়ৰস্নাতা শেৱালীৰ শুকুলা পাহিত
দগমগীয়া তেজৰ কৰাল --
দেশৰ মাটিত তেজৰ পলস
পলসুৱা মাটিত মাদুৰি গজিল
হাতে হাতে মাদুৰিৰ পতাকা লৈ
খেপিয়াই খেপিয়াই আগবাঢ়িছোঁ
ইজনে সিজনৰ কাষলৈ



বিস্ফোৰিত দুচকুত জলমল টলমল হিংসা প্ৰতিহিংসাৰ দাবানল।।
উসাহ ললেইে বুকু ভৰি পৰে পোৰা মাংসৰ গোন্ধ।
কাউৰীয়ে ঢোলবায় শগুণে খুটিতাল বজায়
মৃত্যুৰ হাঁহি হাঁহি স্বাগতম জনায়।
সভ্যতাৰ ঠিকনা ক'ত।
ভল্গা সিন্ধু, গঙ্গাৰ পাৰত
বেদ পুৰাণত উপনিষদৰ পাতে পাতে লিপিবদ্ধ হোৱা সব্যতা
সময়ৰ দিনলিপিৰ প্ৰতিখিলা পাতত
কলিজাৰ তেজেৰে আজি লিখি দিয়া হ'ল।
ইয়াত এতিয়া দুঃ সময়!
চৌপাশে বাজি আছে অহৰ্নিশে
সংগীত সময়ৰ ঐক্যতান।।

(কবিতা আবৃত্তি হৈ থাকা সময়ত ববযাৰ গাত এটাৰ পিচত এটাকৈ ৰঙীন পোহৰ পৰি পাৰ হৈ যায়। মুখত অভিব্যক্তি ফুটি উঠে। লাহে লাহে ববষা মঞ্চৰ মাজত থকা বিছনাখনৰ ওচৰলৈ গৈ বিছনাখনত উঠিবহে। পোহৰৰ পৰিৱৰ্তন হয়। ববষাই আসন্ন প্ৰসৱ যন্ত্ৰণাৰ অভিব্যক্তি প্ৰকট কৰে। পোহৰ ক্ষীণ হয়। চেতাৰত অহীৰ ভৈৰৱ ৰাগ বাজি উঠি স্তব্ধ হয়। সদ্যজাত শিসুৰ ক্ৰন্দন ভাঁহি উঠে। পিন্ধনত শুদ ধুতি, কান্ধত উত্তৰীয়াৰে সৈতে এটি শিশু ববষাৰ বিছনাৰ কাষৰ পৰা ওচৰলৈ আগবাঢ়ি আহি "মাতৃৰ আঁচলৰ দৰে নিৰাপদ পৃথিৱী এখন আমাক দিয়া" তিনিবাৰকৈ হাত দুখন প্ৰসাৰিত কৰি বৈ যায়। নেপথ্যত চৰাইৰ কুজনে ৰাতিপুৱাৰ জাননী দিয়ে। পোহৰ ক্ৰমে ক্ষীণ হৈ মঞ্চ আন্ধাৰ হয়।)

সমাপ্ত

# গোমধৰ কোঁৱৰ

## শ্ৰীসুৰেণ ভাগৱতী



### চৰিত্ৰাৱলী

ডেভিড স্কট. নিউভিল. ৰুথাৰফোৰ্থ. গোমধৰ কোঁৱৰ. ধনঞ্জয় বৰগোহাঁই.
কান্দুৰা ডেকাফুকন. জীউৰাম দুৱলীয়াবৰুৱা. পিয়লি ফুকন.
হৰনাথ. বছিৰ আলী. ৰাধানাথ বৰবৰুৱা.
মণিৰাম দত্ত (পিচলৈ দেৱান). চন্দ্ৰধৰ
ভেদেলা. ইৰাৱতী. ভদ্ৰাৱতী.



### প্ৰথম দৃশ্য

*(ৰংপুৰ নগৰৰ আলিয়েদি ইংৰাজ সৈন্যই মাৰ্চ-পাষ্ট কৰি যায়। মিলিটেৰী বাদ্যধ্বনি স্পষ্টভাৱে শুনা যায়। নিজৰ ঘৰৰ সন্মুখত থিয় হৈ গোমধৰ কোঁৱৰে মিলিটেৰী বাদ্যধ্বনি শুনি মৰ্মাহত হোৱা ভাব প্ৰকাশ কৰে। বাদ্যধ্বনিৰ অন্তত নেপথ্যৰ পৰা কৰুণ সংগীতৰ সুৰ ভাঁহি আহে--গহীন দৃষ্টিৰে গোমধৰ ৰাজ-আলিৰ ফালে একান্তভাৱে চাই থাকে।)*

গোম : দুৰ্ভাগ্য! দুৰ্ভাগ্যৰ! নিষ্ঠুৰতাই আজি চৌদিশ আৱৰি পেলাইছে। আগলৈ নেদেখোঁ, পিচলৈ নেদেখোঁ, চিনিনাপাওঁ নিজক। অসম আকাশ আজি মেঘাচ্ছন্ন, ছশ বছৰীয়া আহোম ৰাজত্বৰ গৌৰৱ ঘোৰ অন্ধকাৰৰ গৰ্ভত বিলুপ্ত হৈ গ'ল। *(চেঞ্জ)* স্বৰ্গদেউ প্ৰতাপসিংহ, তোমাৰ মোমাই তামুলীয়ে প্ৰতিষ্ঠা কৰা অসমক আকৌ এবাৰ চাই লোৱা। লাচিত বৰফুকন, তুমি কিয় লগত লৈ গ'লা তোমাৰসেই অদম্য সাহস আৰু শক্তিক? কিয় নিষ্প্ৰভ হৈ পৰিল তোমাৰ সেই তেজোদ্দীপ্ত হেংদাং? *(অলপ ৰৈ চিন্তা কৰি)* নাই, নাই,কেতিয়াও হ'ব নোৱাৰে, ইন্দ্ৰ-প্ৰদত্ত হেংডান কেতিয়াও নিষ্প্ৰভ হ'ব নোৱাৰে। চমকৃত বিজুলীৰ দৰে আজিও হেংদাণে তিৰবিৰাই উঠি, মোগলৰ দৰে বগা বঙালৰ পিছে পিছে দৌৰিব। প্ৰয়োজন মাথোন দুখনি শক্তিমন্ত পৱিত্ৰ হাতৰ। *(ধনঞ্জয় ভগা বৰগোহাঁইৰ প্ৰৱেশ)*

ধন : কোঁৱৰ?

গোম : কোন?

ধন : মই ধনঞ্জয় বৰগোহাঁই।

গোম : বৰগোহাঁই? আহক। *(ধনঞ্জয় সোমাই আহে, দুয়ো দুয়োৰে চকুলৈ চোৱা-চুই কৰে)* আপোনাৰ আগমনৰ উদ্দেশ্য?

ধন : উদ্দেশ্য? *(পাতল হাঁহি মাৰি)* উদ্দেশ্য মোৰ একো নাই কোঁৱৰ। কিন্তু.......

গোম : কওক, ৰৈ গ'ল কিয়? কওক বৰগোহাঁই আপোনাৰ এই কিন্তুৰ অৰ্থ কি?

ধন : কিন্তুৰো একো অৰ্থ নাই কোঁৱৰ। (অলপ ৰৈ ভগ্ন কণ্ঠে) কোঁৱৰ, স্বৰ্গদেউসকলৰ ৰাজ্য সোণৰ অসম মানে থান-বান কৰিলে কিন্তু, স্বৰ্গদেউৰে তাক ন-কৈ পাতিব নোৱাৰিলে?

গোম : দুৰ্ভাগ্য বৰগোহাঁই, দুৰ্ভাগ্য। কিন্তু, এই দুৰ্ভাগ্য অকল স্বৰ্গদেউৰে নহয়--

ধন : তেওঁলোকৰ বংশধৰসকলৰো।

গোম : বংশধৰসকলৰ?

ধন : এৰা, তেওঁলোক ৰাজভোগৰপৰা বঞ্চিত হৈছে আৰু অসমীয়া প্ৰজাৰ পৰম সৌভাগ্য যে ঈশ্বৰ সদৃশ ইংৰাজৰ-

গোম : উঃ! বন্ধ কৰক বৰগোহাঁই, বন্ধ কৰক আপোনাৰ মুখ, বুকু ফাঁটি যায়--

ধন : বুকু ফাটিলেওতো মুখ নাফাটে কোঁৱৰ?

গোম ঃ *(খংভাৰে চিঞৰি)* বৰগোহাঁই?

ধন ঃ কোঁৱৰ?

গোম ঃ আপুনি কাৰ আগত কথা কৈছে?

ধন ঃ স্বৰ্গদেউ প্ৰতাপসিংহৰ বংশধৰ শেন গোহাঁইৰ পুতেক দেউলীয়া পঙ্গু, অকৰ্মণ্য গোমধৰ কোঁৱৰৰ আগত।

গোম ঃ পঙ্গু, মই অকৰ্মণ্য? দেউলীয়া?

ধন ঃ নিশ্চয়, নহলে কোন শক্তিমন্ত পুৰুষে মাতৃ-বুকুত হোৱা বিদেশীৰ পদাঘাত সহ্য কৰিব পাৰে? কোন সুস্থ পুৰুষে আত্মমৰ্যদাক বিসৰ্জন দি বিদেশীক স্বীকাৰ কৰি লব পাৰে?

গোম ঃ *(চিঞৰি)* বৰগোহাঁই? (অস্থিৰতা প্ৰকাশ কৰিব)

ধন ঃ কোঁচ, কছাৰী, নৰা, চুতীয়া, জয়ন্তা ৰজাক বশ কৰি মোগল খেদা ৰাজকোঁৱৰসকলে আজি কিয় চুকৰ ভেকুলী হৈ মাটি-কলহৰ তলত লুকাইছে আপুনি কব পাৰিবনে কোঁৱৰ?

গোম ঃ আৰু নক'ব, আৰু নক'ব বৰগোহাঁই। *(মৰ্মহত ভাবে আঁতৰি যায়)।*

ধন ঃ কিয় নৰ্কম? সহস্ৰবাৰ ক'ম, আৰু ক'বৰ বাবেই ওলাইছোঁ ৰাজবংশৰ দুৱাৰে দুৱাৰে। মৈদামত শুনিছোঁ মৰা দেহৰ হাঁড়ৰ কঁপনি, কাৰেঙৰ পদূলিত শুনিছোঁ ফেঁচাৰ কিৰিলি, ৰংঘৰৰ দুৱাৰত শুনিছোঁ শিয়ালৰ হোৱা--তাৰ পিচতো মই ভাবিব পাৰোনে কোঁৱৰ, যে অসমত ৰাজবংশৰ অস্তিত্ব এতিয়াও আছে? মই আশা কৰিব পাৰোনে, কোনোবা ৰাজপুৰুষে অসমৰ সিংহাসন আকৌ শুৱনি কৰিব বুলি? আশা কৰিব পাৰোঁনে সাতখলপীয়া সিংহাসন আকৌ উজ্বল হ'ব বুলি?

গোম ঃ *(অধৈৰ্য হৈ)* উঃ! আৰু কিমান আঘাত সহ্য কৰিম বৰগোহাঁই? অন্তৰাত্মাৰ জ্বলন্ত অগ্নিত আৰু যিউ নাঢালিব।--*(আঁতৰি যায়)*

ধন ঃ হোতাৰ কৰ্তব্য আহুতি প্ৰদান--সেই কথা আপুনি পাহৰি নাযাব কোঁৱৰ। পবিত্ৰ অসমভূমিত প্ৰজ্বলিত হোমাগ্নি যদি হোমাগ্নি হৈ থাকিব নোৱাৰে, তেন্তে চিতাগ্নিয়েই হওক আৰু তাতেই জাঁহ যাওঁ আমি সকলো অসমীয়া।

গোম ঃ হ'ব নোৱাৰে, হ'ব নোৱাৰে বৰগোহাঁই; *(দৃঢ়তাৰে)* ছশ বছৰে কোনো এজন স্বৰ্গদেউৱে বিদেশীৰ বশ্যতা স্বীকাৰ কৰা নাই, আজিও নকৰে। মই, মই হেংদাং তুলি ল'ম বৰগোহাঁই, মই হেংদান তুলি লম। *(কৈ কৈ জীউৰাম দুৱলীয়া বৰুৱাৰ প্ৰবেশ)*

জীউ ঃ আৰু আমি সকলোৱে স্বৰ্গদেউ বুলি আঁঠু লম।

গোম ঃ *(অস্পষ্টভাৱে)* স্বৰ্গদেউ?

জীউ ঃ এৰা, স্বৰ্গদেউ। অসমৰ প্ৰজাই স্বৰ্গদেউক চিনি পায়, সেৱা কৰিব খোজে আৰু আদেশ পালনকৰিব জানে। আমাক আদেশ কৰক কোঁৱৰ।

গোম ঃ আদেশ?

জীউ ঃ স্বৰ্গদেউৰ আদেশত ৰাতিৰ ভিতৰতে গড় নিৰ্মিত হৈছে, অসমীয়া শক্তিত ৰাজপুত বীৰ ৰামসিংহ নতশিৰে উভতি গৈছে--তেন্তে সেই শক্তি আমি আকৌ প্ৰকাশ নকৰিম কিয়?

ধন ঃ ৰংঘৰৰ সন্মুখত বঙালৰ বন্দুকৰ আখৰা আমি চাব নোখোজোঁ কোঁৱৰ--চাব খোজোঁ, মহ-



কুকুৰাৰ যুঁজ, শুনিব খোজোঁ নৃত্য-ৰতা নাচনীৰ বিহুগীত আৰু ঢোলৰ শব্দ।
*(কৈ কৈ পিয়লি ফুকনৰ প্ৰৱেশ)*

পিয়লি ঃ আৰু ঘৰে ঘৰে শুনিব খোজোঁ শিপিনীৰ তাঁত-মাকোৰ শব্দ।

গোম ঃ কোন? *(তাচ্ছিল্যৰে)* অ' পিয়লি? তুমি পিয়লি?

পিয়লি ঃ অঁ কোঁৱৰ, মই পিয়লি। *(আক্ষেপৰ সুৰত)* মই মান অনা বদন বৰফুকনৰ কুপুত্ৰ পিয়লি ; বালক দাসক ভাং খুৱাই প্ৰজাক অত্যাচাৰ কৰা মই পিয়লি ফুকন।

গোম ঃ চিনাকিৰ কোনো প্ৰয়োজন নাই পিয়লি, শীঘ্ৰে ব্যক্ত কৰা তোমাৰ উদ্দেশ্য।

পিয়লি ঃ উদ্দেশ্য? প্ৰায়শ্চিত্ত।

গোম ঃ *(তাচ্ছিল্যৰে)* পিতৃ-পাপৰ? *(পিয়লিৰ মুখ বিবৰ্ণ হয়)*

ধন ঃ কাৰো পাপে কাকো স্পৰ্শ নকৰে কোঁৱৰ।

জীউ ঃ আৰু স্পৰ্শ কৰা হ'লে ৰত্নাকৰ কেতিয়াও বাল্মীকি নহ'লহেঁতেন, কোঁৱৰ।

পিয়লি ঃ ভুল, ভুল দুৱলীয়া বৰুৱা, পিতৃৰ পাপে পুত্ৰক, পুত্ৰৰ পাপে পিতৃক হয়তো স্পৰ্শ নকৰিব পাৰে। কিন্তু ৰজাৰ পাপে প্ৰজাক স্পৰ্শ কৰে; ৰাজ্য অন্ধকাৰ কৰে।

গোম ঃ কি ক'লা? তাৰমানে তুমি ক'ব খোজা পিয়লি, তোমাৰ পিতৃয়ে ৰজাৰ পাপৰ বাবে মানক আনিছিল?

পিয়লি ঃ কোঁৱৰ, চন্দ্ৰকান্ত সিংহই যদি আত্মশক্তি প্ৰয়োগ কৰিব পাৰিলেহেঁতেন, তেন্তে পূৰ্ণানন্দই ক্ষমতাৰ প্ৰতিদ্বন্দ্বি তাৰে কেতিয়াও স্বেচ্ছাচাৰিতা নকৰিলেহেঁতেন। *(অলপ ৰৈ)* কোঁৱৰ, মোৰ পিতৃয়েমানক আনিছিল পূৰ্ণানন্দৰ ক্ষমতা আৰু স্বেচ্ছাচাৰিতাক ধ্বংস কৰিবলৈ, দেশক আৰু ৰজাক নহয়। দেশদ্ৰোহী বুলি নকলেও, পিতৃ বদনক মই স্বদেশপ্ৰেমিক নোবোলো কোঁৱৰ আৰু জগৰীয়া নহয় বুলিও নকওঁ।

গোম ঃ তেন্তে কি বুলি ক'বা?

পিয়লি ঃ ক'ম, অসমীয়া, পৰাধীনতাৰ সোৱাদ নোলোৱা স্বাধীন অসমীয়া।

জীউ ঃ

ফুকন?

ধন ঃ

পিয়লি ঃ *(ভগ্ন কণ্ঠে)* মোৰ বাল্যকালৰ পাপৰ প্ৰায়শ্চিত্ত তেতিয়াই হৈ গৈছে দুৱলীয়া বৰুৱা। ঠেং মোৰ পংগু; কিন্তু মন আৰু আত্মা এতিয়াও পংগু হোৱা নাই।

গোম ঃ তেন্তে ৰজা হ'বা?

পিয়লি ঃ *(আক্ষেপৰ হাঁহিৰে)* এই চাকোলা পিয়লি ৰজা হোৱাৰ দুৰাকাঙ্খা কোনো দিনেই নকৰে কোঁৱৰ। ইচ্ছা কৰে, বগা বঙালক খেদি কোনো এজন কোঁৱৰক সিংহাসনত বহুৱাবলৈ। *(ভগ্ন কণ্ঠে)* কিন্তু, অসমত মই আজি সংগীহীন—এঘৰীয়া।

ধন ঃ সংগীহীন?

জীউ ঃ আমি আপোনাৰ সংগী হম ফুকন।

গোম ঃ দুৱলীয়া বৰুৱা, মৰীচিকা দেখি নদৌৰিব। মনত ৰাখিব, আম গছত কেতিয়াও কঁঠাল নালাগে।

পিয়লি : কিন্তু গছৰ ওপৰত গছ গজে কোঁৱৰ। *(অলপ বৈ ভগ্ন কণ্ঠে)* কোঁৱৰ, বৰগোহাঁই, দুৱলীয়া বৰুৱা, মই জানোঁ, দেউতাৰ কৰ্মদোষৰ বাবে মই আপোনালোকৰ বিশ্বাসী হ'ব নোৱাৰোঁ। (আবেগেৰে) কিন্তু মই যে অসমীয়া--এই কথা কোনোবাই অস্বীকাৰ কৰিব পাৰিবনে? আপোনালোকে ক'ব পাৰিবনে অসমৰ স্বাধীনতা মোৰ জন্ম-স্বত্ব নহয়? আপোনালোকে কব পাৰিবনে, দেউতাই মানক ৰজা পাতি পৰাধীন হৈছিল, নে নিজে ৰজা হৈছিল? *(সকলো নিমাত)* কওক, আপোনালোক নিমাত কিয়? *(অলপ বৈ)* কোঁৱৰ, দেউতাৰ উদ্দেশ্য আছিল সজ; কিন্তু পথ হ'ল ভুল। *(ছুৰীৰে বুকুৰ তেজ উলিয়াই)* এইয়া মোৰ বুকুৰ তেজ--এই তেজেৰে অসমৰ স্বাধীনতাৰ খতপত্ৰত স্বাক্ষৰ দান কৰি ক'ম--মই দেশদ্ৰোহী, জাতিদ্ৰোহী নহওঁ, মই স্বাধীন অসমীয়া।

ধন :
*(আঁচৰিত ভাব প্ৰকাশ কৰি)* ফুকন?

জীউ :

গোম : পিয়লি? *(গাত ধৰি আক্ষেপৰ সুৰত)* তুমি কি কৰিলা পিয়লি? তোমাক মই কিয় এই আঘাত দিলোঁ?

পিয়লি : কোঁৱৰ?

জীউ : আপোনাৰ প্ৰতি আমাৰ অকণো অবিশ্বাস নাই ফুকন।

ধন : দেশৰ সকলো মানুহ একগোট নহলে উদ্দেশ্য সাধন কৰিম কেনেকৈ?

পিয়লি : কোঁৱৰ, ৰজা পতা অসমীয়া প্ৰজাৰ ধৰ্ম; ভণ্ডা নহয়। সেইবাবে ফিৰিঙ্গীহঁতক খেদি মই স্বৰ্গদেউসকলৰ গৌৰৱ অক্ষুণ্ণ ৰাখিব খোজোঁ। শৃঙ্খলিত অসমীৰ মুক্তি বিচাৰোঁ।

গোম : পিয়লি?
*(বাহিৰৰ পৰা ইৰাৱতীয়ে মাতে। পোছাক খাম্‌তি। সকলোৱে ইৰাৱতীৰ আগমনক অপেক্ষাকৰে।)*

ইৰা : *(বাহিৰৰ পৰা)* কোঁৱৰ দেউতাক লগ পাব পাৰোঁনে? (ইৰা সোমাই আহে)

গোম : কোন? (ইৰাক দেখি আচৰিত ভাব প্ৰকাশ কৰি) কোন তুমি গাভৰু?

ইৰা : মই কোঁৱৰ দেউতা, মোৰ প্ৰণাম গ্ৰহণ কৰক।

গোম : কিন্তু তুমি কোন?

ইৰা : দেউতাই দেখোন মোক সোঁ-শৰীৰেই দেখিছে। *(সকলোৱে ইৰাক আচৰিতভাবে চায়)*

গোম : *(বিৰক্তিভাবে)* তোমৰ ঘৰ ক'ত?

ইৰা : মূলা গাভৰুৰ দেশত।

গোম : *(খঙেৰে)* গাভৰু?

ধন : তুমি এইদৰে অকলে অকলে....

ইৰা : অকলশৰীয়া বাবেহে অকলে আহিছোঁ।

জীউ : চৰিত্ৰহীনাইহে এইদৰে অকলে ঘূৰি ফুৰে?

ইৰা : চৰিত্ৰ মোৰ এতিয়ালৈকে গঠন হোৱাই নাই বৰুৱা দেউতা।

পিয়লি : তাৰমানে..............



ইৰা : মোৰ নামো নাই, বদনামো নাই।

গোম : *(খঙেৰে)* চুপতি মাৰিবলৈ ইয়ালৈ আহিছ, কোন তই?

জীউ : কোঁৱৰ, এইজনী নিশ্চয় কোনোবা চোৰাংচোৱা।

ধন : আচৰিত! পোছাক খাম্‌তি, কথা অসমীয়া!

পিয়লি : এই গাভৰুক বন্দী কৰি থোৱাহে ভাল।

ইৰা : ফুকন দেউতা!

ধন : এইজনীয়ে দেখোন সকলোকে চিনে। হেৰ, তই আমাক জান কেনেকৈ?

ইৰা : বৰগোহাঁই দেউতা, আকাশত বহু তৰাই থাকে ; কিন্তু সাত-ভায়া, ভোঁটা তৰাকহে মানুহে জানে।

গোম : এইয়া ধেমালিৰ ঠাই নহয় গাভৰু। তোৰ কি ক'ব লগা আছে কৈ যা।

ইৰা : ক'ব লগা মোৰ বহুতেই আছে কোঁৱৰ দেউতা ; কিন্তু কাক ক'ম? ৰজা নাই, ৰাজপৰিয়াল বন্দী, ডা-ডাঙৰীয়া সকল জীয়ন্তে মৰা।

পিয়লি : *(উদ্বিগ্নতা প্ৰকাশ কৰি)* গাভৰু?

ইৰা : ফুকন দেউতা, ৰংঘৰ আছে, ৰং নাই; হেংদান আছে, ধৰোঁতা নাই; ৰজা আছে, আদেশ কৰোঁতা নাই ; প্ৰজা আছে, শুনোতা নাই ; মই কাক কি ক'ম?

ধন : কিন্তু আমি অসমীয়া মানুহ আছোঁ গাভৰু।

ইৰা : অসমীয়া? আপোনালোক আটায়ে জানোঁ অসমীয়া? *(প্ৰতিজনকে জুমি জুমি চাব)* তেন্তে, আপোনালোক জীয়া নে মৰা অসমীয়া? *(সকলো নিমাত)* যদি জীয়া, তেন্তে মই সকলো কথাই ক'ম। *(বুকুৰ মাজৰ পৰা চিঠি উলিয়াই কোঁৱৰক দিয়ে, কোঁৱৰে পঢ়ি আঁচৰিত আৰু উৎকণ্ঠাৰে চিঞৰি।)*

গোম : ধতুৰা গোহাঁইৰ জীয়ৰী, গদাধৰ গোহাঁইৰ ভনী, তই ইৰাৱতী?

পিয়লি : তবাৱতী আইদেউৰ লগত মান দেশলৈ যোৱা ধতুৰা গোহাঁইৰ জীয়ৰী?

গোম : অ' পিয়লি। ক, ক আই, তই কঢ়িয়াই অনা বাতৰি নিঃসন্দেহে ক।

ইৰা : ক'ম, সকলো ক'ম। কিন্তু তাৰ আগতে আপোনালোকে অসমভূমি স্পৰ্শ কৰি শপত খাই কওক "বিদেশী বগা বঙালক খেদি আমি আমাৰ স্বাধীনতা ওভোতাই আনিম।"*(সকলোৱে ইৰালৈ চাব)*

ইৰা . : আহক, মোৰ লগত সুৰ মিলাই কওঁক। *(সকলোৱে মাটি স্পৰ্শ কৰে। ইৰাই ধ্বনি তোলে। "বগা বঙালক খেদি আমি আমাৰ দেশৰ স্বাধীনতা ওভোতাই আনিম"--সকলোৱে তিনিবাৰ কৈ শপত খায় লগে লগে মঞ্চ এন্ধাৰ হয়।)*

### দ্বিতীয় দৃশ্য

*(ডেভিদ স্কট্ চাহাবৰ অফিচ কোঠা। চকী, মেজ, আৰু বেয়া কাগজ পেলোৱা বাস্কেট আদি থাস্থানত থোৱা থাকে। মেজৰ ওপৰত কিছুমান ফাইল থাকে। বেৰত মহাৰাণী ভিক্টোৰিয়াৰ ছবি। ৰাজমুকুট আৰু অসমৰ হাতে আঁকা মেপ এখন আঁৰি থোৱা থাকে।*

*বেহেৰা ভেদেলাই অফিচ কোঠাটোৰ গামোচাৰে চকী-মেজ মচি মচি গীত গায়। সুৰ বিহুগীতৰ। ভেদেলাৰ পোছাক খাকী হাফ্‌পেন্ট।)*

গীত

মানে কাটিলেঅ' অসমীয়াক
স্বৰ্গদেউ চাঙতে লুকাল ;
দপ্‌দপাই আহিল কোম্পানী চাহাব
বন্দুক দেখি হেংদাং পলাল।

ভেদেলা : *(চকু নিহৰাই হাঁহি)* হেংদাং পলাল? পলাবইতো। চাহাবৰ পোৱালি কিন্তু ঠিক আছে। মহা চতুৰ। সেই বাবেহে সিহঁতে চিনি পাইছে এইখন ধোদৰ দেশ বুলি। মই কিন্তু ধোদ নহওঁ--চাহাবৰ বেহেৰা। *(নিজৰ গাটোলৈ চাই)* এই চেহেৰা, এই পোছাক--ৰইদে মোলৈ নাহিব? বাপেকৰ হাতত সিকাৰূপ গুজি দিম--তাই কিয়, মাক-বাপেক সকলো আহিব। মোৰ নাম ভেদেলা--

*(চাহাব অহা শব্দ শুনি দুৱাৰমুখত সাৱধান হৈ থিয় হ'ব। কমিছনাৰ ডেভিদ স্কট আগত আৰু নিউভিল পিছত হৈ সোমাই আহে। ভেদেলাই মিলিটেৰী ধৰণেৰে চেল্যুট দিব।)*

ডেভিদ : *(চকীত বহি ভেদেলালৈ চাই)* আভি বাহাৰ যাও।

ভেদেলা : যি আজ্ঞা, হুজুৰ। *(প্ৰস্থান)*

ডেভিদ : Well, Mr. Newvil, I think, the Assamese people are not satisfied with us.

নিউভিল : I too, think so, your Excellency. They want their own king and own Administrations.

ডেভিদ : How is it possible ? Never!

নিউভিল : Let us study the sentiments of the people.

ডেভিদ : I think, Maniram, the Chirastadar, should be given more administrative power. They are power loving, I think.

*(ভেদেলাই চাহাবক এখন Visiting Card দিয়ে। ডেভিদে ইংগিতেৰে আহিবলৈ কয়। ভেদেলাৰ প্ৰস্থান। মণিৰাম আৰু চন্দ্ৰধৰ ৰাইৰ প্ৰৱেশ। চন্দ্ৰধৰে কামিজৰ ওপৰত ধুতি পিন্ধিব মণিৰামৰ পোছাক আহোম বিষয়াৰ দৰে।)*

ডেভিদ : Well, Chirastadar, take your seat and let me know about the Singphous. *(মণিৰাম বহে; চন্দ্ৰধৰ থিয় হৈ থাকে।)*

চন্দ্ৰ : মণিৰাম বাবু, চাহাব আপাকে জিজ্ঞেস্ করছে, সিংফৌদেৰ সম্পৰ্কে আপনি কি জানেন?

মণিৰাম : কমিচনাৰ চাহাব, ডফা গামক মিত্ৰ কৰিব পৰা গৈছে ; কিন্তু বিছাগামক এতিয়াও বুজাব পৰা নাই।

নিউভিল : বিছাগামক বুজাব লাগে। নাই বুজিলে চাস্তি দিব লাগে। We shall give you another platoon,- হামিলোক আপনাক বহুত চৈন্য দিবে ; fire কৰিবে।

ডেভিদ : Definitly so, we want only your sinciarity.

চন্দ্ৰ : আপোনাৰ কৰ্তব্যনিষ্ঠাৰ উপৰ সব কিছুই নিৰ্ভৰ কৰিয়াছে মণিৰাম বাবু। আমৰা শুধু আপ্‌নাকে সাহায্য কৰবো।

মণিৰাম : সেই বিষয়ে চৰকাৰ বাহাদুৰ নিশ্চিত থাকক। পৰ্বতীয়া জাতিবোৰক কিৰূপে বশ কৰিব পাৰি সেই জ্ঞান মণিৰামে জন্মতেই শিকি আহিছে।

ডেভিদ : Sure, sure, লেকিন চিৰস্তাদাৰ বাবু, জুনিয়ৰ মোতালকমে আপনি চাচনকৰ্তা আছে-- The state is under your control. হামিলোক আপনাকে সৈন্য দিবে, বন্দুক দিবে--আউৰ......

নিউভিল : আচাম কা ৰাজা চন্দ্ৰকান্ত চিং ঠিক আদমী নাই আছে-- ও বহুত বুদ্ধু আছে। He is not fit for the king. হামিলোক আপনাকে ৰাজা বনাবে ; লেকিন, Let the state be under contro land steady.

চন্দ্ৰ : মানে আপাততঃ আপনাৰ ৰাজ্য কিছু সুস্থিৰ হওয়া দৰ্কাৰ--সাহাব তাই মনে কৰেন মণিবাবু!

মণিৰাম : অসমীয়া প্ৰজাই সেইবাবেইতো চাহাব বাহাদুৰক বিচাৰিছে। অসমীয়া মানুহ অশলাগী নহয়, মানৰ অত্যাচাৰৰ পৰা উদ্ধাৰ কৰা উপকাৰৰ কথা কেতিয়াও নাপাহৰে কমিছনাৰ চাহাব।

ডেভিদ : Is it ? Very well, very well, হামিলোক অচমীয়াৰ আউৰ উপকাৰ কৰিবে। বহুত চান্তি আনিবে, চুখী কৰিবে।

মণিৰাম : অসমীয়া প্ৰজাই সেইবাবেই চাহাব বাহাদুৰক ঈশ্বৰ জ্ঞান কৰে।

নিউভিল : ঈশ্বৰ? God? হামিলোক ঈশ্বৰ নাই আছে চিৰস্তাদাৰ। আদমীকো লিয়ে হামিলোক কাম কৰিছে।Jesus told us to do for the betterment of man.

চন্দ্ৰ : মানুষেৰ উপকাৰ কৰাৰ জন্য ভগৱান যীশু সাহাবদেৰ শিক্ষা দিয়েছেন।

মণিৰাম : চাহাব বাহাদুৰে এতিয়া পঢ়াশালি পাতি দি আমাৰ দেশবাসীক শিক্ষা জ্ঞান দান কৰিলে বৰ উপকাৰ হ'ব।

ডেভিদ : What's that ? Anything wrong চন্দ্ৰবাবু?

চন্দ্ৰ : না না হুজুৰ। মণিবাবু বলেছেন, ছোট ছোট ছেলেদেৰ জন্য এই দেশে কোনো স্কুল নেই। Hewants School education, your Excellency!

ডেভিদ : Yes, why not ? We shall manage for English education, লেকিন বহুত ৰূপেয়া খৰ্‌ছা হোগা।

মণিৰাম : চৰকাৰ বাহাদুৰে ইচ্ছা কৰিলে খাজনা বৃদ্ধি কৰিব পাৰে ; অসম ৰজাই ডা-ডাঙৰীয়াসকলক দিয়া সুবিধাবোৰ কৰ্তন কৰিও আয় বঢ়াব পাৰে।

চন্দ্ৰ : সৰকাৰ বাহাদুৰ, মণিবাবু বলেছেন--আসাম ৰাজাৰ কৰ্মচাৰীৰ যা সুবিধা ভোগ কৰিয়াছে, বৰ্তমানে কোনও প্ৰয়োজন নেই।

নিউভিল : No need ? Very good idea, আপনি বহুত বুদ্ধিমান আছে চিৰস্তাদাৰ; লেকিন.....*(চিন্তাকৰে)*

চন্দ্ৰ, তাৰাও এখত সাধাৰণ প্ৰজাৰ মতই ছোট সাহাব বাহাদুৰ। আমাৰ বিবেচনা কৰেছি

আসামে অনেক জমি পৰিয়া আছে, চায কৰলে অনেক আয় বৃদ্ধি পাবে, আৰ সাহাব বাহাদুৰ যদি হুকুম কৰেণ, তাহলে বাংলা থেকে অনেক ভাল চাষী আনতে পাৰি।

নিউভিল ঃ Of course, correct. Let them come চন্দ্ৰবাবু।

ডেভিদ ঃ All these should be done gradually, Mr, Newvil. Firt's we are to study. আচ্ছা, চিৰস্তদাৰ, জুনিয়ৰ মোতালকমে হামিলোক দুই স্কুল দিবে--যোৰহাট ও শদিয়ামে। আপনি সন্মত থাক্‌লে হামিলোক ক'ই অসুবিধা নাই পাব।

মণিৰাম ঃ চৰকাৰ বাহাদুৰক সহায় কৰাই মোৰ উদ্দেশ্য। থান-বান হোৱা অসমৰ ন-ৰূপ দেখিলে হয়তো পূৰ্বপুৰুষে আমাক আশীৰ্বাদ কৰিব কমিছনাৰ চাহাব।

ডেভিদ ঃ জৰুৰ, জৰুৰ। *(অলপ বৈ)* আচ্ছা চিৰাস্তাদাৰ, I am willing to connect Sylhet with Assam through Jayantia for better administration.

চন্দ্ৰ ঃ মণিবাবু, আপনাৰ কোনও কিছু আপত্তি না থাক্‌লে, সাহাব বাহাদুৰ আসামেৰ সহিত সিলেট ৰাজ্য সংযোগ কৰিতে চায়।

মণিৰাম ঃ সেই বিষয়ে মোৰ কি আপত্তি থাকিব পাৰে?

নিউভিল ঃ Well, but if তিৰুৎসিং does not agree ?

মণিৰাম ঃ তেন্তে চৰকাৰ বাহাদুৰৰ অধিকৃত অঞ্চলত থকা তেওঁৰ পৈত্ৰিক সম্পত্তি বাজেয়াপ্ত কৰক। আৰু যদি প্ৰয়োজন হয়, তেন্তে যুদ্ধকেই কৰিম।

ডেভিদ ঃ War ? No, no, do it friendly, I hope তিৰুৎসিং আমাকে সহায় কৰিবে। আপুনি তাকে কিছু বুজাব লাগে--হামিলোক বহুত সুবিধা দিবে।

নিউভিল ঃ চিৰাস্তাদাৰ, পাহাৰীলোক আউৰ হামিলোক নয়া আদ্‌মী আছে। লেকিন আপনিলোক আপনা আদ্‌মী--আপনি বুজাব পাৰে। আপনাৰ কথা মানিবে।

মণিৰাম ঃ তেনেহলে চৰকাৰ বাহাদুৰ সেই বিষয়ে চিন্তা কৰাৰ কোনো কাৰণ নাই। মই তিৰুৎচিঙৰ ওচৰলৈ নিজে যাম। চলে-বলে--কৌশলে সেই কাৰ্য মই সমাপন কৰিম কমিছনাৰ চাহাব।

ডেভিদ ঃ Very good. We shall make Assam এক নয়াদেশ Only we want your directions and Co-operations.

চন্দ্ৰ ঃ মণিবাবু, আপনাৰ নিৰ্দেশমতে সাহাব বাহাদুৰ আসাম দেশ তৈৰী কৰিবে। শুধু আপনাৰ সহযো-গিতাৰ দৰ্কাৰ।

নিউভিল ঃ হামিলোক আপচে বহুত বিছুবাচ আছে চিৰাস্তাদাৰ। আপনি আসাম কা ৰাজা--খুচী মতো কাজ কৰিবে।

মণিৰাম ঃ সকলো চাহাব বাহাদুৰৰ কৰুণা মাথোন। এতিয়া উঠোঁহে।

ডেভিদ ঃ Yes, I offer you my good will আপনি আভি যাব পাৰে।

মণিৰাম ঃ চাহাব বাহাদুৰক নমস্কাৰহে।

*(চন্দ্ৰধৰ আৰু মণিৰাম ওলাই যায়--নিউভিলে মণিৰামলৈ চাই থাকে--ডেভিদে অসমৰ মেপখন চাই থাকি নিউভিলক দেখুৱায়।)*

ডেভিদ ঃ See Mr. Newvil. This is Sadiya, the gate of Assam, Burma, Tibbet and China.



নিউভিল ঃ *(মেপ চাই)* Yes, your Excellency.

ডেভিদ ঃ Then, Sadiya must be our main camp, reserve there more platoon and con struct a magazine house there.

নিউভিল ঃ Order will be carried out your Excellency.

ডেভিদ ঃ Mr, Newvil, remember, Assam is a land of Gold another Egypt.Brahmaputra, is no inferior to Nile. The land is full of various resources.

নিউভিল ঃ Definitely your Excellency, we are to enjoy.

ডেভিদ ঃ Of course, Now it is our turn to explore and enjoy. Make it policy to know all about it from Maniram, enter into the heart deeper and deeper, and then Divide and rule-follow our honourable Clive হাঃ হাঃ হাঃ।

নিউভিল ঃ Yes your Excellency. Long live Britania হাঃ হাঃ হাঃ।

*(দুয়ো হাঁহে, পট পৰে)*

## তৃতীয় দৃশ্য

*(ইংৰাজৰ অফিচ। চকী, মেজ, ফাইল আদি দেখা যাব। বেৰত মহাৰাণী ভিক্টোৰিয়াৰ মুকুট আঁৰ থাকে। ৰাধানাথ বৰুৱা চকীত বহি থাকে। সন্মুখৰ মেজত হেট্‌ আৰু চুটি লাঠি এডাল থাকে। লাঠিডাল মেজৰ পৰা হাতত লৈ ঘূৰাই ঘূৰাই)*

ৰাধা ঃ দৰ্মহা! তিনিশ!! মাহেকত তিনিশ ৰূপ!!! আঁ, মোৰ কি পৰম সৌভাগ্য? আৰু মোৰ ক্ষমতা? পঞ্চাশ টকা জৰিমনা, ত্ৰিশটা চমটাৰ কোব আৰু ছমাহলৈ ফাটেক দিব পাৰোঁ। *(চেঞ্জ)* মানুহে মোক মেলেচ্‌ বোলে--বোলক--বিদেশীৰ গোলাম বোলে--বোলক--*(কাণ খজুৱাই)* মই কাপ্তানৰাধানাথ বৰবৰুৱা, ইষ্ট ইণ্ডিয়া কোম্পানী বাহাদুৰৰ ক্ষমতাশালী বিষয়া। *(লাঠি লৈ হাতৰ মুদ্ৰা দেখুৱাই)* আঁঠুৰ ঘিলা কঢ়া, চকু কঢ়া অত্যাচাৰী ৰজাসকল, ৰজা ভঙা-পতা কৰা ক্ষমতালোভী ডা-ডাঙৰীয়া সকল, হিংসুক গৰ্বিত গোহাঁইসকল! ক'লৈপলাবা তোমালোক? পানী-জিয়ঁলিত থকা লালুকীৰ দৰে নিৰ্লিপ্ত হৈ থাকিব লাগিব ৰাধানাথ বৰবৰুৱাৰ হাতৰ মুঠিত। হাঃ হাঃ হাঃ। *(ফাইল কিছুমান লৈ ভেদেলাৰ প্ৰৱেশ)*

ভেদেলা ঃ গুড়্‌ গুড়্‌ গুড়্‌--এ পাহৰিলোঁৰেই নহয়।

ৰাধা ঃ এই, কি হ'ল?

ভেদেলা ঃ পাহৰিলোঁ দেউতা, একেবাৰে পাহৰি গ'লোঁ।

ৰাধা ঃ কি পাহৰিলি? হোঁ?

ভেদেলা ঃ পাহৰিলোঁ দেউতা, খাৰখোৱা অসমীয়া পোৱালিতো--পাহৰি গ'লোঁ।

ৰাধা ঃ হেৰ, অফিচত সোমাওঁতে তই মোক চালাম দিয়া নাই কিয়? মুৰ্খ!

ভেদেলা ঃ এ তাকেইতো পাহৰিলো দেউতা।

ৰাধা ঃ *(বেছি খং দেখুৱাই)* চালাম দিবলৈ পাহৰ--চমটাৰে কোবাই......

ভেদেলা ঃ নাই নাই দেউতা, মাফ কৰক। চাহাবে শিকাইছিল-মই পাহৰিলোঁ আৰু আপুনি খং কৰিছে--মই কি কৰোঁ?

ৰাধা ঃ এই মূৰ্খ! চাহাবে তোক কি শিকাইছিল?

ভেদেলা ঃ চালাম দিয়া মন্ত্র !

ৰাধা ঃ মন্ত্র? মন্ত্র?? এই মূৰ্খ, শুন, অসমীয়া চাহাবৰ অফিচত সোমালে এইদৰে চালাম দিবি- *(চালাম দিয়া দেখুৱাই দি)* 'গুড্ মৰ্ণিং ছাৰ' বুলি ক'বি।

ভেদেলা ঃ হাঁ, ঠিক মনত পৰিছে এতিয়া।

ৰাধা ঃ এই মূৰ্খ, মনত থাকিব?

ভেদেলা ঃ থাকিব দেউতা, একেবাৰে থাকিব।

ৰাধা ঃ তেন্তে এবাৰ আকৌ ক।

ভেদেলা ঃ *(গল খেকাৰি প'জ লৈ)* গুড়, গুড় মৰঙিন ছাৰ।

ৰাধা ঃ *(মুখ বিকুটাই)* গুড্ মৰঙিন *(ভেদেলাৰ পিঠিত লাঠি গুজি ধৰি)* এই মূৰ্খ, আকৌ ক, গুড্ মৰ্ণিং ছাৰ।

ভেদেলা ঃ গুড্ মৰ্ণিং ছাৰ।

ৰাধা ঃ বচ্! এতিয়া কৈ যা, চাহাবে কি কৈছে?

ভেদেলা ঃ চোট চাহাবে এই ফাইলটো দিছে--বৰ দৰকাৰী বুলি কৈছে--সোনকালে কৰিব দিছে।

ৰাধা ঃ হুঁ-উ! ঠিক আছে, দে। *(ফাইলটো লৈ খুলি চাই)* ঠিক আছে, এই ভেদো!

ভেদেলা ঃ হুজুৰ?

ৰাধা ঃ শুন, তই চাহাবক ক'বি--ফাইলটো মই নিজেই ৰাখিছোঁ; ক'বি, মই অফিচতে আছোঁ; ক'বি, মই চাহাবৰ সকলো হুকুম পালন কৰোঁ; ক'বি, মই নিজেই ফাইলটো লৈ যাম, হোঁ, ক'বি, বুজিছ?

ভেদেলা ঃ বুজিছোঁ দেউতা।

ৰাধা ঃ মোক এতিয়া চালাম দি তই যা। *(চালাম দি গুচি যায়)*

*(কান্দুৰা ডেকাফুকন খংভাৱে সোমাই আহে)*

ৰাধা ঃ *(কান্দুৰালৈ চাই)* এ ৰবা, ৰবা। তেনেকৈ সোমাই আহিছা কিয়? হুঁ? এইটো কুম্পানী বাহাদুৰৰ অফিচ বুলি নাজানা?

কান্দুৰা ঃ *(সংযতভাৱে)* জানো।

ৰাধা ঃ তেনেহলে ঘপহ কৰে সোমাই আহিছা কিয়? হুঁ? নিয়ম আছে।

কান্দুৰা ঃ নিয়ম? বঙালৰ অফিচত সোমোৱা নিয়মৰ কথা নাজানো বৰুৱা।

ৰাধা ঃ ৰজাৰ চ'ৰাত সোমোৱা নিয়ম জানা?

কান্দুৰা ঃ জন্মতেই শিকি আহিছিলোঁ।

ৰাধা ঃ জন্মতেই শিকিছিলা? এতিয়া তেন্তে কুম্পানী বাহাদুৰৰ নিয়ম শিকা।

কান্দুৰা ঃ কুম্পানী বাহাদুৰৰ নিয়ম?



ৰাধা ঃ কুম্পানী বাহাদুৰৰ দিচ্পিলিন, দিচ্পিলিন্--মানে শিষ্টাচাৰ। কুম্পানীৰ শিষ্টাচাৰ আছে।

কান্দুৰা ঃ আৰু আমাৰ স্বৰ্গদেউসকলৰ জানো শিষ্টাচাৰ নাছিল বৰবৰুৱা?

ৰাধা ঃ আছে, পিছে পাৰ্থক্য আছে। জানা ডেকাফুকন, কুম্পানীৰ নিয়ম বৰ ভাল।

কান্দুৰা ঃ বৰবৰুৱা ডাঙৰীয়া, চৰিত্ৰহীন লোকেহে লোকৰ তিৰোতাক ৰূপহী বুলি ভাবে।

ৰাধা ঃ হুঁ? কি ক'লা? (খং দেখুৱাই) মই চৰিত্ৰহীন? কান্দুৰা ডেকাফুকন তুমি মোৰ ক্ষমতাৰ কথা শুনা নাই?

কান্দুৰা ঃ শুনিছোঁ ডাঙৰীয়া।

ৰাধা ঃ তেনেহলে সমনীয়াৰ দৰে কথা কৈছা কিয়?

কান্দুৰা ঃ সমনীয়া আছিলো বাবেহে কৈছোঁ।

ৰাধা ঃ পাহৰি নাযাবা ডেকাফুকন, ই তোমাৰ স্বৰ্গদেউৰ চ'ৰা নহয়, চাহাবৰ অফিচ। অসমৰ সকলো লোক এতিয়া কুম্পানী চৰকাৰৰ প্ৰজা। চাহাবৰ অফিচত সোমাবলৈ হ'লে প্ৰথমে অনুমতি ল'ব লাগিব অনুমতি পালে চালাম দি সোমাব লাগিব, বুজিছা?

কান্দুৰা ঃ (তাচ্ছিল্যৰে) অ' হয় নেকি? বৰবৰুৱা ডাঙৰীয়া, বঙালৰ শিক্ষাদানৰ বাবে আপোনাক ধন্যবাদ।

ৰাধা ঃ ঠিক আছে। শিকি লোৱা, আগলৈ ভাল হ'ব। পিচে তুমি কিয় আহিছা, কোৱা ; কুম্পানীৰ চাকৰি লাগে?

কান্দুৰা ঃ চাকৰি? চাকৰি মোক নালাগে বৰবৰুৱা ডাঙৰীয়া। বিদেশী বঙালক গিৰিহঁত পাতি নিজৰ ঘৰত আলহী হোৱা ইচ্ছা মোৰ নাই।

ৰাধা ঃ কি ক'লা--হেৰা ডেকাফুকন?

কান্দুৰা ঃ অসমৰ উৰ্বৰ ভূমিত স্বচ্ছন্দে জীয়াই থকাৰ সমল অসমীয়াই বহুদিনলৈ পাব ডাঙৰীয়া। স্বৰ্গদেউৰঅধীনত।

ৰাধা ঃ স্বৰ্গদেউ? তোমালোকৰ স্বৰ্গদেউ কোনহে? চন্দ্ৰকান্ত সিংহ এতিয়া আমাৰ কুম্পানী বাহাদুৰৰপাঁচশ টকা বৃত্তিধাৰী ভৃত্য মাথোন।

কান্দুৰা ঃ বৰবৰুৱা ডাঙৰীয়া, ভুল নকৰিব, অসমৰ স্বৰ্গদেউ, স্বৰ্গদেউ হৈয়েই আছে। আমি এতিয়াও অন্ধ হোৱা নাই--মৃত স্বৰ্গদেউসকলৰ আত্মাকো আমি দেখা পাওঁ। জন্মৰে পৰা স্বৰ্গদেউসকলৰ অনুগ্ৰহত যি মুক্তবায়ু সেৱন কৰিছিল, সেই স্বৰ্গদেউক আজি নেদেখা হৈছে আপোনালোক অন্ধসকলে।

ৰাধা ঃ কি? আমি অন্ধ?

কান্দুৰা ঃ আঁ, আপোনালোক অন্ধ। অন্ধতাৰ মোহজালে আপোনালোকৰ চকুক এনেদৰে আবৃত কৰিছে যে, নিজৰ দেহটোকো নেদেখি বিদেশী বগা বঙালৰ পদলেহী ভৃত্য হ'বলৈকো কুণ্ঠাবোধ কৰা নাই।

ৰাধা ঃ কুণ্ঠাবোধ? হাঃ হাঃ হাঃ (গৰ্বেৰে) ডেকাফুকন, আমাৰ নাও পদুম পুখুৰীত।

কান্দুৰা ঃ নৰকত ৰজা হোৱাতকৈ স্বৰ্গত দাস হোৱাই শ্ৰেয়।

ৰাধা ঃ ডেকা ফুকন?

কান্দুৰা ঃ ডাঙৰীয়া নিজৰ ঘৰ এৰি লোকৰ আশ্ৰয় লৈ পহৰা দিয়ে কুকুৰে ; মানুহে নহয়।

বাধা : ডেকাফুকন, এয়া দস্তালিব ঠাই নহয়; কুম্পানীৰ অফিচ।

কান্দুৰা : কিন্তু পাহৰি নাযাব ডাঙৰীয়া, এইখন অসম দেশ, মোৰ দেশ।

বাধা : ডেকাফুকন, তুমি এবাৰ ভাবি চোৱা--এই মুহূৰ্তে মই তোমাক কি শাস্তি দিব পাৰোঁ!

কান্দুৰা : *(আক্ষেপৰ সুৰত)* সেই হিচাপ মোৰ আছে ডাঙৰীয়া । *(অলপ বৈ গহীনভাৱে)* ডাঙৰীয়া, আত্মমৰ্যাদা, নিজৰ শৌৰ্য-বীৰ্য আৰু স্বাধীনতাক বিসৰ্জন দি পবক সেৱা কৰাজন আকৃতিত মানুহ হ'ব পাৰে ; কিন্তু প্ৰকৃতিত নবকৰ কীট।

বাধা : ডেকাফুকন, তোমাৰ অতপালিয়ে সীমা অতিক্ৰম কৰিছে ; ভালে ভালে এই ঠাই ত্যাগ কৰা।

কান্দুৰা : নিশ্চয় ত্যাগ কৰিম। কিন্তু ডাঙৰীয়া, তাৰ আগতে মই জানিব খোজোঁ--কি অপৰাধত মাদুৰিয়াল গঞ্জাই আপোনাৰ চমটাৰ কোব খাব লগা হ'ল?

বাধা : ৰাজআজ্ঞা পালন নকৰা অপৰাধত।

কান্দুৰা : ৰাজআজ্ঞা? বৰুৱা ডাঙৰীয়া, আপুনি ক'ব পাৰেনে অসমৰ ৰজা কোন?

বাধা : কুম্পানী চাহাব বাহাদুৰ।

কান্দুৰা : মিছা কথা, অসমৰ ৰজা স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহ, পুৰন্দৰ সিংহ, যোগেশ্বৰ সিংহ এতিয়াও জীয়াই আছে। অসমৰ ৰাজপাট শুৱনি কৰিব অসমৰ স্বৰ্গদেউৱে-- বিদেশী বঙালে নহয়। স্বজাতিৰ কথা নাভাবি নিজৰ বংশক আক্ৰমণ কৰি আঘাত কৰে কেৱল চুৰা চেলেকা কুকুৰে।

বাধা : *(অতি খঙেৰে মেজত ভুকুৱাই)* কান্দুৰা?

কান্দুৰা : বঙাল বৈৰী অসমীয়াই কাৰো ৰঙা চকুক ভ্ৰূক্ষেপ নকৰে বৰবৰুৱা। মনত পেলাওক, বিদেশী প্ৰত্যাবৰ্তনৰ পথ মোগলৰ হতুৱাই কাহানিবাই নিৰ্মাণ কৰা হৈছে। ডাঙৰীয়া, অসম আৰু অসমীয়াক সাৱাল কৰিব পৰা সাব-পলস এতিয়াও বৰলুইতৰ বুকুত আছে--লুইত আজিও বুঢ়া নহয়--তেজোদ্দীপ্ত শক্তিৰে প্লাৱিত হৈ এদিন সকলো আৱৰ্জনা উটুৱাই নিব, অপেক্ষা কৰক মাথোন বৰ্ষাৰ বৃষ্টিলৈ।
*(বেগাই প্ৰস্থান কৰোঁতে বিপৰীত ফালৰ পৰা চন্দ্ৰধৰ বায় আহে--মুখামুখী হোৱাত ডেকাফুকনৰ গতিত বাধাপৰে। ডেকাফুকনে ঘোপা দৃষ্টিৰে চন্দ্ৰধৰক চাই প্ৰস্থান কৰে, চন্দ্ৰধৰৰ মনত ভয়ৰ ভাব প্ৰকাশ পাব।)*

চন্দ্ৰধৰ : ওবে বাবা, একদম আগুনেৰ মত চোখ *(ডেকাফুকন যোৱাৰ ফালে চাই উশাহ লয়)* ও কাপ্তান মশায়, এ আবাৰ কে ছিল?

বাধা : *(সুস্থিৰ ভাৱ প্ৰকাশ কৰি)* মোৰ আত্মীয় মানুহ।

চন্দ্ৰধৰ : তাই নাকি? তবে খুব ৰাগ দেখা যাচ্ছে--ব্যাপাৰ কি? (বাধানাথ মৌন) আচ্ছা, আচ্ছা। কাপ্তান মশায়, শদিয়াতে মেগেজিন্ হাউসে খাৰ-বাৰুদ কোথায় কত আছে--সাহাব আমাকে জিজ্ঞেস্ কৰেছিল।

বাধা : *(বিৰক্তি ভাৱে)* চাহাবে তোমাক জিজ্ঞেস্ কৰিছিল আৰু তুমি মোক সুধিছা--নহয় জানো? তেন্তে চাহাবক ক'বা, লগাখিনি আছে।

চন্দ্ৰধৰ : আচ্ছা, আমি তাই বলবো *(যাব খোজে)*



বাধা : হেৰা, হেৰা পেস্কাৰ, শুনাচোন--শুনা।

চন্দ্ৰধৰ : কি হল' আবাৰ?

বাধা : *(তোষামোদৰ সুৰত)* এ--মানে হেৰি নহয়--মানে চাহাবক ক'বা, খাৰ-বাৰুদৰ আচল হিচাপটো মই দুদিন পিচত দিম, বুজিছা? বেয়া পাবলৈ মানা কৰিবা। মানে মোৰ ঘৰুৱা দিগদাৰী আছে-দেখিলাই নহয়।

চন্দ্ৰধৰ : আচ্ছা, আমি ঠিকেই বলবো।
*(প্ৰস্থান, ৰাধানাথে চন্দ্ৰধৰ যোৱালৈ চাই ভৱিষ্যত ভয়ৰ ভাব প্ৰকাশ কৰি চিন্তা কৰে)*

(পট পৰে)

## চতুৰ্থ দৃশ্য

*(গোমধৰৰ চ'ৰা। নগাযাঠি, জাপি আৰু ঘৰুৱা আচবাৰ যথাস্থানত সজোৱা থাকে। বহাৰ বাবে কেইখনো বৰপীৰা পাৰি থোৱা থাকে। ডাঙৰ ডাঙৰ শৰাই সজোৱা থাকে। গোমধৰে চিঠি এখন পঢ়ি হুমুনিয়াহ পেলাই মনৰ বেজাৰ ভাব প্ৰকাশ কৰে।)*

গোম : আচৰিত! আত্ম বিস্মৃতিয়ে আজি তেন্তে সকলোকে গ্ৰাস কৰিব নেকি? যি অসমীয়াই এদিন পিতা-পুত্ৰ সমন্বিতে শত্ৰু-সৈন্যৰ ওপৰত জঁপিয়াই পৰি দেশ ৰক্ষা কৰিছিল, সেই অসমীয়াক আজি পাহৰণিয়ে গ্ৰাস কৰিলে কিয়? ৰাতিৰ ভিতৰতে কপাহ নেওঠি সূতা কাটি, কৰচ কাপোৰ বৈ দি স্বামীক যুঁজলৈ পঠোৱা তিৰোতাসকলৰ উৎসাহ আজি নাইকিয়া হ'ল কিয় *(চিন্তা কৰি)* ৰুচিনাথ বুঢ়াগোহাঁই, তুমি যদি দেশখনৰ কথা এবাৰ চিন্তা কৰিলাহেঁতেন, তেন্তে হয়তো পিয়লিৰ প্ৰতি তোমাৰ কোনো খেদ নাথাকিলহেঁতেন। *(চেঞ্জ)* তথাপি, তথাপি মই নিৰাশ নহওঁ। মই দেশ-মাতৃক উদ্ধাৰ কৰিম ; কৰিবই লাগিব। ভগৱান! মোক সহায় কৰা--শক্তি দান কৰা প্ৰভু!
*(ভদ্ৰাৱতীৰ প্ৰৱেশ)*

ভদ্ৰা : বঙহৰদেউ?

গোম : *(ভদ্ৰালৈ চাই)* অ' ভদ্ৰাৱতী, তুমি কিবা ক'বা?

ভদ্ৰা : *(ভগ্নকণ্ঠে, মনৰ বেজাৰ প্ৰকাশ কৰি)* কিমান ক'ম? এই দুখুনীৰ দুখ কাক বুজাম?

গোম : ভদ্ৰাৱতী?

ভদ্ৰা : কিমান দিন আপোনাক কাৰৌ-কাকুতি কৰিলোঁ ; কিমান কাতৰ ভাৱে আপোনাক অন্তৰৰ বেদনা নিবেদন কৰিলোঁ ; তথাপি মনৰ কথা বুজিব নোৱাৰিলোঁ।

গোম : ভদ্ৰাৱতী, তুমি....

ভদ্ৰা : কিন্তু কিয়? মোৰ অপৰাধ কি বঙহৰদেউ?

গোম : তোমাক মই কোনো দিন অপৰাধী বুলি কোৱা নাই ভদ্ৰাৱতী।

ভদ্ৰা ঃ মুখেৰে কোৱা নাই স্বীকাৰ কৰোঁ ; কিন্তু খোৱা-বোৱা ত্যাগ কৰি আঁতৰে আঁতৰে মন মাৰি
থকা স্বামীক দেখি জানো কোনোবা তিৰোতাই শান্তি পাব পাৰে?

গোম ঃ ভদ্ৰাৱতী?

ভদ্ৰা ঃ নাৰীয়ে সকলো সহ্য কৰিব পাৰে ; কিন্তু স্বামীৰ অৱহেলা সহ্য কৰিব নোৱাৰে।

গোম ঃ সামান্য মুহূৰ্ত এটাৰ বাবেও তোমাক মই কোনো দিন অৱহেলা কৰা নাই ভদ্ৰাৱতী।

ভদ্ৰা ঃ তেনেহলে এই অমনোযোগিতাৰ কাৰণ?

গোম ঃ কাৰণ? তুমি কি বুজিবা ভদ্ৰা--তুমি কি বুজিবা? অন্তৰ্দহনত মোৰ হৃদয় ছাই হৈ গৈছে। *(আক্ষেপৰ দুখেৰে)* জন্মৰে পৰা খাই অহা ৰাজভোগ, ৰাজবংশৰ সন্মান আজি আৰু নাই। আগলৈ চাওঁ-ঘন কুঁৱলী, পিচলৈ চাওঁ--আঁউসীৰ আন্ধাৰ--মই কোন ফালে খোজ দিব পাৰোঁ ভদ্ৰা?

ভদ্ৰা ঃ বঙহৰদেউ?

গোম ঃ দাসত্বৰ কালিমাই মান-সম্ভ্ৰম সকলোকে গ্ৰাস কৰিলে ভদ্ৰা....

ভদ্ৰা ঃ বঙহৰদেউ?

গোম ঃ ৰংপুৰৰ ৰাজআলিত বগা বঙালৰ পদধ্বনি মোৰ কাণত বাৰে বাৰে বাজিব লাগিছে--ৰংঘৰ-কাৰেংঘৰৰ মলিনতা মোৰ চকুৰ আগত ভাঁহিব লাগিছে--তলাতল ঘৰৰ নিৰ্জনতাই বুকুত খুন্দিয়াব লাগিছে--কোৱা ভদ্ৰা--তাৰ পিচতো মই আনন্দ কৰিবলৈ পাৰোনে?

ভদ্ৰা ঃ আপুনি ৰাজপুৰুষ। ৰাজপুৰুষৰ এনে দুৰ্বলতা শোভা নাপায়--বঙহৰদেউ!

গোম ঃ দুৰ্বলতা?

ভদ্ৰা ঃ ৰজাৰ ঘৰৰ জীয়ৰী, ৰজা ঘৰৰবোৱাৰী--মই সকলো বুজি পাওঁ বঙহৰদেউ।

গোম ঃ ভদ্ৰাৱতী?

ভদ্ৰা ঃ বঙহৰদেউ, আঁউসীৰ অন্ধকাৰ আঁতৰাই দিয়ে চন্দ্ৰৰ--কিৰণে ; কুঁৱলী ভেদি পৃথিৱীক সঞ্জীৱিত কৰে সূৰ্য শক্তিয়ে--

গোম ঃ হয়তো কৰে--

ভদ্ৰা ঃ তেন্তে হাত সাৱটি বহি হুমুনিয়াহ কাঢ়ি মন মাৰি থাকিব কিয় বঙহৰদেউ? কিয় ৰচনা কৰিব নোৱাৰে মাতৃ-পূজাৰ বেদী? কিয় আগুৱাই যাব নোৱাৰে আপোনাৰ বৰঘৰৰ মজিয়ালৈ? আপোনালোকতো কাপুৰুষ নহয়?

গোম ঃ *(আক্ষেপৰ সুৰত)* কাপুৰুষ মই নহওঁ সঁচা। কিন্তু ভদ্ৰা--বৰলুইত আজি বাকৰণি আৰু সেই বাকৰণিত প্ৰবাহিত হ'ব লাগিছে বেদনা-ধূসৰিত বতাহ।

ভদ্ৰা ঃ সেই বতাহকেই জনাব লাগিব আমাৰ প্ৰত্যাহবান; নিৰ্ভীকভাৱে থিয় দিব লাগিব বৰলুইতৰ পাৰত।

গোম ঃ আঃ ভদ্ৰা, তুমি কি বুজিবা? চাৰিবেৰৰ মাজত আৱদ্ধ নাৰী তোমালোক।

ভদ্ৰা ঃ *(বীৰোচিতভাৱে)* নাৰীৰ গতিশীলতাক ৰুদ্ধ কৰিছে আপোনালোক দুৰ্বল পুৰুষে। আপোনালোকে ক'ব পাৰিবনে দেশৰ প্ৰতি নাৰীৰ কোনো কৰ্তব্য নাই?

গোম ঃ হয়তো আছে ; কিন্তু...........।



ভদ্ৰা ঃ বঙহৰদেউ, মোৰ সাহস আছে, বিশ্বাস আছে, শত্ৰুক নিধন কৰিব পৰা শক্তিও মোৰ আছে। নাৰীৰ সৃষ্টি অসুৰ নিধনৰ বাবে--কেৱল সন্তান উৎপাদনৰ বাবেই নহয় বঙহৰদেউ!

গোম ঃ *(আৱেগত সাৱটি ধৰি)* ভদ্ৰাৱতী, তুমি অকল ভদ্ৰাৱতীয়েই নহয়--তুমি ৰামায়ণৰ প্ৰমীলা, মহাভাৰতৰ উত্তৰা--
*(গোমধৰে ভদ্ৰাৱতীৰ মূৰত হাত বুলায় ; বাহিৰৰ পৰা ধনঞ্জয় বৰগোহাঁয়ে মাতে)*

ধন ঃ কোঁৱৰ?

গোম ঃ *(ডিঙি মেলি চাই)* অ' বৰগোহাঁই! আহক! ভদ্ৰা, তুমি ভিতৰলৈ যোৱা।
*(ভদ্ৰাৰ প্ৰস্থান; ধনঞ্জয়ৰ প্ৰৱেশ)*

ধন ঃ ৰুচিনাথ বুঢ়াগোহাঁইৰ পৰা কিবা সংবাদ আহিলনে কোঁৱৰ?

গোম ঃ এৰা, তেওঁৰ চিঠিয়ে মোক মৰ্মাহত কৰিছে বৰগোহাঁই।

ধন ঃ তেন্তে তেওঁ ইংৰাজ শাসনকেই সমৰ্থন কৰে?

গোম ঃ সমৰ্থন-অসমৰ্থনৰ কোনো প্ৰকাশ নাই ; কিন্তু উজাই আহিবলৈ তেওঁ অকণো ইচ্ছা কৰা নাই। তদুপৰি পিয়লিক লগ লোৱাতো তেওঁ সমূলি ভাল পোৱা নাই। *(হুমুনিয়াহ কাঢ়ি)* হিংসা-প্ৰতিহিংসাই অসম-ৰবিক দিন দুপৰতে অস্তমিত কৰিলে--দেশলৈ নামি আহিল অকাল অন্ধকাৰ।

ধন ঃ তথাপি আমি প্ৰত্যাহ্বান জনাম সেই অকাল অন্ধকাৰক।

গোম ঃ দিবই লাগিব। *(চিন্তা কৰি)* অ' গড়গঞা বৰুৱা আৰু ঢেকিয়াল বৰুৱাৰপৰা আপুনি কি কথা
পালে বৰগোহাঁই?

ধন ঃ তেওঁলোকৰ বাবে আমাৰ কোনো চিন্তা নাই। গড়গঞা বৰুৱাৰ পঞ্চাশ গোট পাইক ইংৰাজে কাঢ়ি নিছে আৰু নাম মাত্ৰ পেঞ্চন দি তেওঁক ঠগা ইংৰাজক কেতিয়াও ক্ষমা নকৰে।
*(কন্দুৰা ডেকাফুকনৰ প্ৰৱেশ)*

কান্দুৰা ঃ কোঁৱৰ দেউতা?

গোম ঃ কোৱা ডেকাফুকন, তোমাৰ পৰিশ্ৰমৰ সাৰ্থকতা কিমান?

কান্দুৰা ঃ কোঁৱৰ দেউতা, স্বৰ্গদেউৰ দিনৰ সকলো পুৰণি বিষয়াকেই লগ ধৰিলো। বঞ্চিতসকলৰ শোচনীয় অৱস্থাৰো উমান ললোঁ।

ধন ঃ আৰু ইংৰাজৰ অধীনত কাম কৰাসকলৰ লগ ধৰিলা জানো ডেকাফুকন?

কান্দুৰা ঃ ধৰিলোঁ বৰগোহাঁই ; কিন্তু তেওঁলোকৰপৰা কোনো আশানুৰূপ সঁহাৰি নাপালোঁ।

গোম ঃ এৰা, নাপাবৰে কথা--

কান্দুৰা ঃ মাধৰাম তহচিলদাৰে মোৰ কথাৰ বিৰোধিতাই কৰিছে।

ধন ঃ তাৰমানে তেওঁ আমাৰ শত্ৰু?

কান্দুৰা ঃ পৰম শত্ৰু বৰগোহাঁইদেউতা, মই আজিয়েই এসেকা দিবলৈ খুজিছিলো।

গোম ঃ এতিয়াই সিমানলৈ আগনবাঢ়িবা ডেকাফুকন। পানীকেঁচুৱাই কান্দিবহে জানে ; জঁপিয়াব নাজানে।

কান্দুৰা ঃ কিন্তু হাত ভৰি আঁচোৰে কোঁৱৰদেউতা। *(কৈ কৈ পিয়লিৰ প্ৰৱেশ)*

পিয়লি ঃ আৰু সেই আঁচোৰণিতে কেঁচুৱাৰ অংগ-পুষ্টি সাধন হয় কোঁৱৰ।

গোম ঃ পিয়লি?

পিয়লি ঃ ইংৰাজ সমৰ্থক দল এটা আমি পামেই কোঁৱৰ; কিন্তু তাৰ বাবে আমি ভয় কৰিবলগা একো নাই।

ধন ঃ মানবিলাককো জানো এটা দলে সমৰ্থন কৰা নাছিল?

গোম ঃ কৰিছিল ; আৰু সিহঁতে নিজৰ স্বাৰ্থ সিদ্ধি কৰিছিল মানৰ ৰূপ লৈ। সেই বহুৰূপীসকলৰ বাবেই মোৰ বেছি ভয়।

কান্দুৰা ঃ ভয় কিহৰ? এদিনতো মৰিবই লাগিব।

ধন ঃ মৃত্যু জীৱৰ পৰিণতি সঁচা কান্দুৰা ; কিন্তু তাৰ পূৰ্বেই আনিব লাগিব কৰ্মৰ পৰিণতি। দেশৰ ন্যস্ত স্বাৰ্থক আঘাত কৰিবলৈ, আমাৰ মুক্তি সংগ্ৰামক অধোমুখী কৰিবলৈ সন্মুখত বৃহৎ প্ৰাচীৰ ৰৈ আছে।

পিয়লি ঃ সেই প্ৰাচীৰ আমি ভাঙিবই লাগিব বৰগোহাঁই। সন্মুখত আমাৰ বিৰাট কৰ্তব্য , সংকল্প আমাৰ বহল ; দৃঢ়তাৰে আগুৱাই যাম আমি আমাৰ সংগ্ৰামলৈ।

গোম ঃ কিন্তু বিভেদকামী শত্ৰু আমাৰ ঢেৰ। বৰগোহাঁই, পিয়লি, কান্দুৰা ডেকাফুকন, মোৰ ভয়--এবাৰ নহয়, দুবাৰ নহয়, তিনিবাৰকৈ মানৰ আঘাতত থেতেলা খোৱা উদাৰ অসমীয়া আজিও বিষযন্ত্ৰণাত যন্ত্ৰণাক্লিষ্ট।

*(কৈ কৈ হৰনাথৰ প্ৰৱেশ)*

হৰনাথ ঃ কিন্তু তাতোকৈ বেছি কষ্টদায়ক পৰাধীনতাৰ আঘাত কোঁৱৰদেউতা।

গোম ঃ হৰনাথ?

হৰনাথ ঃ কোঁৱৰদেউতা?

পিয়লি ঃ তোমাৰ সংগঠনৰ দিনলিপি প্ৰকাশ কৰা হৰনাথ।

হৰনাথ ঃ বুঢ়ীদিহিঙৰ পৰা ধনশিৰিলৈ সকলো সম্ভ্ৰান্ত পৰিয়ালকেই মই লগ ধৰিছোঁ ফুকনদেউতা। খাজনা দিবলৈ সকলো লোকক মানা কৰি আহিছোঁ--আৰু আমাৰ লগত যোগদান কৰিবলৈ সকলোৰে সন্মত হৈছে কোঁৱৰদেউতা।

পিয়লি ঃ তেনেহলে আমাৰ আৰু ভয়ৰ কোনো কাৰণ নাই কোঁৱৰ ; স্বাধীনতাৰ দুৱাৰ খুলিবলৈ পলম কৰাৰো কোনো প্ৰয়োজন নাই। মন আমাৰ দৃঢ়, শক্তি আমাৰ ৰূঢ় ; কাক ভ্ৰূক্ষেপ কৰিম? আত্ম প্ৰতিশ্ৰুতিক সফল কৰি লৈ আগবাঢ়ি যাওঁ আমি বিপ্লৱী দল। *(জীউৰাম দুৱলীয়া বৰুৱাৰ প্ৰৱেশ)*

জীউ ঃ কিন্তু সংগ্ৰামৰ লগ্ন এতিয়াও মিলা নাই ফুকন।

পিয়লি ঃ দুৱলীয়া বৰুৱা!

জীউ ঃ খাল সিঁচাৰ পূৰ্বে বন্ধা পাৰ আকৌ পৰীক্ষা কৰিব লাগিব। ইংৰাজ বিদ্বেষী বিছাগামক এতিয়াওলগ ধৰা হোৱা নাই--নৰা, চুটীয়া, কছাৰী আৰু পৰ্বতীয়া ৰজাসকলক বঙালৰ অভিসন্ধিৰ কথা এতিয়াও কোৱা হোৱা নাই।

গোম ঃ তেন্তে ডেকাফুকন......



কান্দুৰা ঃ আমি কোনো দিনেই ক্লান্ত নহওঁ বৰুৱা দেউতা। মনত আছে জ্বলন্ত উৎসাহ--নৰকংকালেৰে অস্ত্ৰ সাজি নিধন কৰিম শত্ৰু--মুক্ত কৰিম মাতৃ-ভূমি।

হৰনাথ ঃ ভেদাভেদৰ প্ৰাচীৰ ভাঙি একতাৰ ডোলেৰে বান্ধ খাম আমি অসমীয়া জাতি--বনিয়া বগা বঙালৰ আশা চূৰ্ণ কৰি আমি গঢ়িম নতুন অসম।

ধন ঃ এৰা, ফিৰিঙ্গীহঁতৰ লোলুপ দৃষ্টিলৈ আমি বিষ কাঁড় নিক্ষেপ কৰিবই লাগিব। আঁজলিয়ে আঁজলিয়ে দলিয়াব লাগিব মাতৃ-পূজাৰ পুষ্পাঞ্জলি--

পিয়লি ঃ আৰু গজালিতেই উভালিম অসমৰ ৰঘুমলা।

হৰনাথ ঃ মই প্ৰতিজ্ঞা কৰিছোঁ, গাঁৱে-ভুঞে জাগ্ৰত কৰিম অসমৰ ডেকা শক্তিক।

*(এফালৰপৰা ইৰাৱতী আৰু আনফালৰপৰা বছিৰ আলীৰ প্ৰৱেশ)*

ইৰা ঃ মই জাগ্ৰত কৰিম অসমৰ নাৰী শক্তিক--

বছিৰ ঃ আৰু মই শক্তিশালী কৰিম--একতাৰ যোগ-সূত্ৰ।

গোম ঃ বছিৰ আলী, ইৰাৱতী?

বছিৰ ঃ কোঁৱৰ দেউতা, মুক্তি-সংগ্ৰাম পথৰ যাত্ৰী আমি-- মৃত্যুলৈ আমাৰ ভয় নাই। আমি বিদেশীৰ কবলৰ পৰা দেশ উদ্ধাৰ কৰিমেই--এইখন আমাৰ দেশ, হিন্দু, মুছলমান, বড়ো, কোচ, কছাৰী, আহোমৰ দেশ জাতি-ধৰ্ম পাহৰি বৈধতাৰ বাঢ়নীৰে সাৰি মচি পেলাম অবৈধতাৰ এলান্ধু।

ইৰা ঃ ষোড়শোপচাৰে কৰিম মাতৃ-পূজা--দেহৰ তেজেৰে জ্বলাম--মুক্তি-প্ৰভাতৰ শলিতা।

কান্দুৰা ঃ আৰু বিশ্বৰ উচ্চ শিখৰত প্ৰতিষ্ঠা কৰিম--দেশ মাতৃৰ থাপনা।

গোম ঃ *(আবেগত)* পাৰিবা? বছিৰ, ইৰা, হৰনাথ, কান্দুৰা--পাৰিবা? পাৰিবা তোমালোকে ছিঙিবলৈ এই অবাঞ্চিত অবৈধ শৃঙ্খল?

সকলোৱে ঃ পাৰিম, পাৰিম কোঁৱৰ দেউতা, লক্ষ্য আমাৰ স্থিৰ, গতি প্ৰখৰ।

গোম ঃ *(বেছি আবেগেৰে)* তেনেহলে পিয়লি, বৰগোহাঁই, দুৱলীয়া বৰুৱা, আমাৰ আৰু কোনো দুখ নাই, কোনো খেদ নাই। আমি আমাৰ উদ্দেশ্যক বুজি পাইছোঁ, পৰস্পৰে পৰস্পৰক চিনি পাইছোঁ। আমাৰ আত্মাত উদয় হৈছে জাতীয় চেতনা। মূৰ্চ্ছিত মাতৃক আমি সঞ্জীৱিত কৰি জীয়াই ৰাখিব লাগিব আমাৰ জাতীয় কৃষ্টি।

পিয়লি ঃ এই সংগ্ৰাম আমাৰ ন্যায্য-সংগ্ৰাম--দেশ, জাতি, সংস্কৃতিৰ অস্তিত্ব ৰক্ষাৰ মহান সংগ্ৰাম।

ধন ঃ আমি জীয়াই ৰাখিম শংকৰ মাধৱক--

জীউ ঃ আমি জীয়াই ৰাখিম দামোদৰ, ভট্টদেৱক--

বছিৰ ঃ আমি জীয়াই ৰাখিম আজান ফকিৰৰ জিকিৰ আৰু জাৰী--

ইৰা ঃ আমি জীয়াই ৰাখিম শিপিনীৰ তাঁত-মাকো আৰু বিহু নাচনীৰ গীত-মাত।

সকলোৱে ঃ আৰু বিশ্বৰ বুকুত আমি প্ৰতিষ্ঠা কৰিম আমাৰ অসম ; পৱিত্ৰ অসম--পৱিত্ৰ অসম পৱিত্ৰ অসম।

*(পট পৰে)*

## পঞ্চম দৃশ্য

*(ডেভিদ স্কট চাহাবৰ অফিচ কোঠা। ডেভিদে চিন্তাযুক্ত মনে অতি মনোযোগে ফাইল এটাত কাগজ পঢ়ি থাকে। চাপ্ৰাচী ভেদেলাই চালাম দি এখন ভিজিটিং কাৰ্ড দিয়ে। ডেভিদে চাই "Let him come" বুলি কৈ আকৌ ফাইল এটা চায়। মণিৰামে পৰ্দা দাঙি 'কমিছনাৰ বাহাদুৰ' বুলি কোৱাৰ লগে লগে ডেভিদে মূৰ দাঙি চায়।)*

ডেভিদ : *(মূৰ দুপিয়াই)* Yes, চিৰস্তাদাৰ, come in, (চকীলৈ আঙুলিয়াই) Take your seat, আপুনি বহিব পাৰে।

মণিৰাম : চাহাব বাহাদুৰ ছিলেটলৈ যোৱা বুলি শুনিছিলোঁ?

ডেভিদ : Yes, আপনি ঠিক চুনিছে।

মণিৰাম : তেন্তে কেতিয়াকৈ যাত্ৰা কৰাৰ ইচ্ছা কৰিছে?

ডেভিদ : No, আভি যাত্ৰা নাই কৰিব। হামিলোক বহুত চিন্তা কৰিছে। গোমধৰ চে আভিটক মুলাকাট নাই হৈছে। হামিলোক চুনিছে, গোমধৰ বহুত গোলমাল কৰিছে--আপনাকো ৰাজা কহিছে--আউৰ revenue, I mean খাজনা নাই দিবে কহিছে আউৰ দুস্ৰা আদমীকো বন্ধ কৰিছে। এইচব আপনি কি নাই চুনিছে?

মণিৰাম : শুনিছোঁ কমিছনাৰ বাহাদুৰ আৰু সকলো কথা সত্যও।

ডেভিদ : ইচিলিয়ে হামাৰ বহুত চিন্তা হৈছে।

মণিৰাম : চিন্তাৰ কোনো কাৰণ নাই কমিছনাৰ চাহাব।

ডেভিদ : Why? We must think--আমি চিন্তা কৰিব লাগে।

মণিৰাম : চন্দ্ৰকান্ত সিংহৰ দৰে তেওঁকো মাহিলী বৃত্তি দিলে সকলো ঠিক হৈ যাব।

ডেভিদ : বৃত্তি? Pension ? Why not ?

মণিৰাম : মই তেওঁক চাহাব বাহাদুৰৰ অফিচলৈ মাতি পঠিয়াইছোঁ।

ডেভিদ : Is it ? মাতিছে?

মণিৰাম : হয় কমিছনাৰ চাহাব।

ডেভিদ : ঠিক আছে চিৰস্তাদাৰ। আপনি বহুত চমজদাৰ আছে। We always want such intelligent friend like you. আপনাৰ মত বন্ধু আমাৰ বহুত দৰ্কাৰ আছে। হামাৰ চাথ্ আপ্নি থাকিলে দেশ মে বহুত শান্তি হবে।
*(নিউভিলৰ প্ৰৱেশ)*

নিউভিল : (পৰ্দা দাঙি) Good morning, your Excellency.

ডেভিদ : Yes, Mr. Newvil, Come in, I am waiting for you.

নিউভিল : Order may be placed your Excellency.

ডেভিদ : I think you have discovered something about that selfmade king, the ribel Gomdhar.



নিউভিল : Of coursê, your Excellency. আচ্ছা, চিৰস্তাদাৰ বাবু, গোমধৰ কি কহিছে?

মণিৰাম : তেওঁ চাহাব বাহাদুৰৰ অফিচলৈ আহিব।

নিউভিল : আহিব? Very good. But he is very cunning. I think. ও বহুত চালাক আছে--দুষ্মন ভি আছে। দিগদাৰী কৰিছে।

মণিৰাম : কিন্তু ছোট চাহাব, মইতো এতিয়াও জীয়াই আছোঁ!

নিউভিল : Of course. So we are not thinking --হামিলোক চিন্তা নাই কৰিছে।

ডেভিদ : আচ্ছা চিৰস্তদাৰ, Who is he ? গোমধৰ বংশ কোন আছে হামিলোক জানিব লাগে।

মণিৰাম : তেওঁ স্বৰ্গদেউ প্ৰতাপসিংহৰ বংশধৰ।

ডেভিদ : *(আচৰিত ভাব প্ৰকাশ কৰি)* Is it ? *(চিন্তা ভাব প্ৰকাশ কৰে)*

নিউভিল : Royal family ? ৰাজাৰ বংশ? *(চিন্তা কৰে, হুঁঃ, আচ্ছা)*--

মণিৰাম : মই সকলো ঠিক কৰিব পাৰিম চাহাব বাহাদুৰ--অৱশ্যে অলপ সময় লাগিব। ৰজা হোৱা ইচ্ছা নোকাৰ নাই? চাহাব বাহাদুৰৰ টকা আছে যেতিয়া--

ডেভিদ : Sure! Sure! ঠিক কৰিব লাগে ; হামিলোক চন্মান দিব। ধনী কৰিব। *(গোমধৰ আহি পৰ্দা দাঙে)*

মণিৰাম : আহক, আহক কোঁৱৰ, সোমাই আহক। (গোমধৰ সোমাই আহে, চাহাবে কেৰাহিকৈ চায়। গোমধৰ- *(গম্ভীৰ ভাৱে)* তোমালোকে মোক কিয় মাতিছিলা?

মণিৰাম : কথা বহুতো আছে কোঁৱৰ *(চকী দেখুৱাই)* বহক।

গোমধৰ : *(নবহাকৈ)* মোৰ বহি থাকিবলৈ সময় নাই মণিৰাম। তোমালোকৰ ক'ব লগাখিনি শুনিব পালেই মই ইয়াৰ পৰা গুচি যাম।

ডেভিদ : Why ? Why so short ? Mr. Konger, আপ্নি বহিব লাগে। নাৰাজ হ'ব নাই লাগে।

গোমধৰ : নাৰাজ মই হোৱা নাই চাহাব ; কিন্তু বহি থাকিবলৈকো মোৰ সময় নাই।

মণিৰাম : কিন্তু আপোনাক আলোচনাৰ বাবেহে মতা হৈছে। *(নিউভিল চকীৰপৰা অসমৰ মেপ চাই)*

ডেভিদ : Yes, We shall discuss all the matter friendly.

নিউভিল : *(গোমধৰলৈ চাই)* Mr. Konger, আপনি নাৰাজ নাই হ'লে আমি এক কথা জিজ্ঞেস কৰিব খোজে?

গোমধৰ : সুধিব পাৰা।

নিউভিল : Very well, Mr. Korger, your forefathers, I mean, আপ্নাৰ পূৰ্বপুৰুষ কি আচামেৰে ৰাজা আছে?

গোমধৰ : অসমৰ বুৰঞ্জী অধ্যয়ন কৰিলে সেই কথা বুজি পাবা চাহাব।

নিউভিল : I see! The Royal family, ঠিক আছে।

মণিৰাম : কোঁৱৰ, আপুনিতো জানে, দেশখন সুস্থিৰ কৰিবৰ বাবে অসমত চাহাবৰ শাসন চলোৱা হৈছে?

গোমধৰ : (মনৰ খং দমন কৰি) আৰু তোমাৰ কিবা ক'ব লগা আছে মণিৰাম?

মণিৰাম : মানে শুনিছোঁ--কেঁকোৰাদোলা, আৰোৱান আদি ৰাজসম্পত্তি ব্যৱহাৰ কৰি আপুনি হেনো

নিজকে স্বৰ্গদেউ বুলি ঘোষণা কৰিছে?

গোমধৰ : এই জবাব তোমাক দিয়াৰ ইচ্ছা মোৰ নাই মণিৰাম। তুমি অসমৰ ৰজা নহয়; ইংৰাজ কোম্পানীৰ চিৰস্তাদাৰহে।

মণিৰাম : কিন্তু কোঁৱৰ--

গোমধৰ : তুমি পাহৰি নাযাবা মণিৰাম, অসমৰ সিংহাসন অসমৰ ৰাজকোঁৱৰৰ বাবেহে।

মণিৰাম : সেই কথা ময়ো জানো কোঁৱৰ ; কিন্তু দেশখনৰ বৰ্তমান অৱস্থা--

গোমধৰ : *(বিদ্ৰূপৰ হাঁহিৰে)* তোমাৰ স্বদেশপ্ৰেমৰ শলাগ লৈছোঁ, মণিৰাম।

মণিৰাম : আৰু প্ৰজাবোৰক খাজনা আদায় দিবলৈ আপুনি মানা কৰিছে?

গোমধৰ : অসমৰ প্ৰজাই খাজনা আদায় দিব নিজৰ ৰজাক।

মণিৰাম : তেন্তে কোম্পানী চাহাবৰ বিনা অনুমতিত.........

গোম : *(খঙেৰে)* অনুমতিৰ কোনো প্ৰয়োজন নাই মণিৰাম ; নিজৰ ঘৰ পৰিচালনা কৰোঁতে লোকৰ অনুমতি বিচাৰিব পাৰে কোনোবা মস্তিষ্কহীন লোকে।

ডেভিড : What's that Newvil ? Anything wrong ?

নিউ : Let us hear first, your Excellency.

ডেভিড : Yes, let them go on, চিৰাস্তাদাৰ, আপুনি কৈ থাকিব পাৰে।

মণিৰাম : সেই কথা মই বুজি পাওঁ কোঁৱৰ ; কিন্তু মানৰ আঘাতত অসমীয়াৰ কঁকাল ভাগিছে-

গোম : আৰু ভগা কঁকাল থিয় কৰিবলৈ লাখুটি বুলি অসমীয়াৰ হাতত তুমি তুলি দিছা জীৱন্ত ফেঁটী সাপ। *(বিদ্ৰূপেৰে)* মণিৰাম, তুমি নাভাবিবা সোণৰ থালত সজোৱা এই পৰমান্ন চিৰকাল ভোগ কৰিবা বুলি। এই সৰ্প-দংশন এদিন তুমিও পাবা আৰু জৰা-ফুকা কৰাৰ বাবে সেইদিনা বেজো নাপাবা।

ডেভিড : What's says গোমধৰ বাবু? আপুনি বুজিব লাগে, জানিব লাগে, হামিলোক অসমীয়াৰ মিত্ৰ আছে।

গোম : মিত্ৰ?

নিউ : Why ? হামিলোক আপ্নাৰ দম্মন, I mean চক্ৰ, বৰ্মিজকো খেদি দিছে, চান্তি দিছে--আউৰ আসাম দেশমে চান্তি আনিছে--

ডেভিড : ছিলেট আউৰ শাদিয়া তক্ ৰাস্তা বনাইছে।

গোম : এই নিৰ্মাণ কাৰ্য অসমৰ উন্নতিৰ বাবে নে তোমালোকৰ স্বাৰ্থসিদ্ধিৰ বাবে, তুমি ক'বানে চাহাব?

নিউ : And why not ? লড়কা-বাচ্চাকে লিয়ে আমিলোক স্কুল বনাই দিছে--শিক্ষিত হবে। আপকা দেশ বহুত ধনী হবে।

গোম : হৈছে, হৈছে, চাহাব--আৰু নক'বা। (আক্ষেপৰ গাম্ভীৰ্যৰে) চাহাব, তোমালোকে কেৱল অসমৰ ভাতকেই খাই এৰা নাই--অসমীয়াৰ মাতকো খাবলৈ ওলাইছা। ঢাকোৱালী শিক্ষকেৰে স্কুলপাতি বঙলা ভাষা শিকাই আমাৰ মাতৃভাষাক অপমান কৰিছা। তথাপি গৌৰৱ কৰিছা অসমৰ উপকাৰ কৰা বুলি--দাবী কৰিছা অসমীয়াৰ মিত্ৰ বুলি!

মণিৰাম : উপকাৰীৰ শলাগ ল'বলৈ শিকিব লাগে কোঁৱৰ।



গোম : *(খঙেৰে)* তুমি মনে মনে থাকা মণিৰাম, উল্কাৰ পোহৰক পোহৰ নোবোলে। মণিৰাম, আঁউসীৰ আন্ধাৰৰ মাজত তুমি যি পোহৰ দেখিছা--তাৰ অন্তৰালত লুকাই আছে স্বাৰ্থৰ এক বিৰাট অভিসন্ধি। মণিৰাম, অসমৰ মাজ-মজিয়ালৈ এবাৰ দৃষ্টি নিক্ষেপ কৰা--দেশৰ সম্পদবোৰ কিদৰে অন্তৰ্দ্ধান হ'ব লাগিছে--স্বৰ্গদেউসকলৰ অস্থিক্ষেপিত মৈদামৰ ধন-ৰত্নবোৰ কেনেকৈ গুপ্তভাৱে শেষ হ'ব লাগিছে--ৰংঘৰ-কাৰেংঘৰ আৰু ৰাজ- সম্পদবোৰক মকৰাজাল, এলান্ধুৱে আৱৰি পেলাব লাগিছে। অসমৰ সকলো ঐতিহ্য আন্ধাৰৰ গৰ্ভত বিলুপ্ত হ'ব লাগিছে।

মণিৰাম : কিন্তু কোঁৱৰ, আপুনি ইয়াকো মনত ৰাখিব--এবাৰ নহয়, দুবাৰ নহয়--তিনিবাৰকৈ মানে থানবান কৰা দেশখনক প্ৰতিষ্ঠা কৰা জানো সহজ কথা? মানশক্তিক পৰাভূত কৰি ন-কৈ সজাব খোজা কোম্পানীক আপুনি স্বীকাৰ কৰক।

গোমধৰ : *(তাচ্ছিল্যৰে)* তোমাৰ দূৰদৰ্শিতাৰ শলাগেই ল'ব লাগিব মণিৰাম। *(বিদ্ৰূপৰ হাঁহিৰে)* তুমি যদি ক্ষন্তেকৰ বাবেও বুজিব পাৰিলাহেঁতেন, তুমি যদি এবাৰ চিন্তা কৰিলাহেঁতেন অসমৰ উৰ্বৰ ভূমিৰপ্ৰতি বগা বঙালৰ লোভ কিমান, তেনেহলে হয়তো এই কথা নক'লাহেঁতেন। মণিৰাম, অসমক নৰূপ দিব অসমীয়াই, বগা বঙালে নহয়।

ডেভিড : *(খঙৰ ভাব দেখুৱাই)* What's the view ? গোমধৰ বাবু, আপ্নি কি কহিব লাগিছে?

গোমধৰ : মই কৈছোঁ চাহাব, অসমৰ শাসনভাৰ অসমৰ ৰজাক তোমালোকে ওভতাই দিব লাগে।

নিউভেল : How ? And why ? Impossible. আপকা দেশমে ঝগড়া নাই গুচিছে। দেশে ভি মজবুত নাই আছে ; চাচন আভি দিলে বহুত অশান্তি আহিবে--ফিৰ বৰ্মিজভি আহিবে।

গোমধৰ : মিছা কথা চাহাব, অসমীয়াই নিজৰ মাজত কোনো দিন অশান্তিৰ সৃষ্টি কৰা নাই।

মণিৰাম : আপুনি পাহৰি নাযাব কোঁৱৰ, অসমত শান্তি স্থাপন কৰিবলৈ ইংৰাজক অসমীয়াই মাতি আনিছিল।

গোমধৰ : অসমীয়াই মতা নাছিল মণিৰাম, মাতি আনিছিলা তুমি। অসমীয়াই দুৰ্ভাগ্যৰ সুযোগ লৈ হাদিৰাচকীৰ পৰা পথ প্ৰদৰ্শন কৰিছিল তুমি--তোমাৰ স্বাৰ্থৰ বাবে।

ডেভিড : গোমধৰ বাবু, আপুনি বহুত খং কৰিছে--আপ্নাক কি লাগে খুজিব পাৰে।

গোম : *(খঙেৰে)* অসম মাতৃয়ে খোজনীয়া সন্তান কোনো দিনেই জন্ম দিয়া নাই চাহাব--খোজনীয়া বণিয়া তোমালোক। নিজৰ দেশত খাবলৈ নাপায় সাত-সাগৰ-তেৰ নদী পাৰ হৈ আহিছা লোকৰ দেশ লুটিবলৈ।

নিউভিল : *(খঙেৰে)* What nuisence telling you ? We are looting? হামিলোক চোৰ আছে?

ডেভিড : No, no. Wrong, You are telling wrong. গোমধৰ বাবু, আপনি আচ্ছা বাত নাই কহিছে। ঠিক কথা কব লাগে।

গোমধৰ : মই ঠিকেই কৈছোঁ চাহাব। তোমালোক যি ঠাইৰপৰা আহিছিলা, আকৌ সেই ঠাইলৈ উভতি যোৱা।

নিউভিল : How ? And why we are to back ? হামিলোক আসাম দেশ জয় কৰিছে-হামিলোক বহুত খৰচা কৰিছে--বহুত আদমী মৰিছে। কেইছে হামিলোক যাইবে?

গোমধৰ : জয়ৰ দাবী নকৰিবা চাহাব। তোমালোকৰ লগত অসমৰ ৰজা-প্ৰজাই কোনো দিনেই যুদ্ধ কৰা নাই আৰু পৰাজয়ো হোৱা নাই।

নিউভিল : Not correct. হামিলোক বাৰ্মিজকো পৰাস্ত কৰি হাটাই দিছে--We conquered. হামিলোক দখল কৰিছে।

গোমধৰ : *(খঙেৰে)* তোমালোকে বেদখল কৰিছা চাহাব। তোমালোকৰ মনত নপৰেনে, গোৱালপাৰা এৰি আহি অসমীয়া ৰজা-প্ৰজাক লিখিতভাৱে কি প্ৰতিশ্ৰুতি দিছিলা? *(আক্ষেপেৰে)* অসমীয়াই তোমালোকক বন্ধুভাৱে সাৰটি ধৰিছিল--বিপদত পৰি আশ্ৰয় লৈছিল তথাপি তোমালোকে অস্বীকাৰ কৰা বিশ্বাসঘাতকতা কৰা নাই বুলি?

নিউভিল : *(পদধ্বনি কৰি)* Stop these bloody uttering. We do not like to hear any more. আউৰ নাই চুনিবে ; হামিলোক আচাম চে নাই যাবে।

গোমধৰ : কিয় যাবা চাহাব, হাদিৰাচকীত থিয় হৈ তোমালোকে দেখিছা অসমৰ বনজ সম্পদ, উমান পাইছা ভূগৰ্ভৰ গলিত ধাতুৰ কথা, সোৱণশিৰিত দেখিছা সোণৰ চেঁকুৰা--তাৰ পিচতো তোমালোকে উভতি যোৱাৰ কথা ভাবিব পাৰিবানে চাহাব? কিন্তু চাহাব, তোমালোকে অসমীয়াৰ মুখ মচিব নোৱাৰিবা। এদিন তোমালোকে উভতি যাবই লাগিব--উভতিব লাগিব জিভাৰ পানী জিভাতেলৈ।

*(গোমধৰে বেগাই প্ৰস্থান কৰে। নিউভিলে খঙতে ইফাল-সিফাল কৰে ; ডেভিদ আৰু মণিৰামে গোমধৰ যোৱালৈ চাই থাকে।)*

ডেভিদ : Strange, Mr. Newvil.

নিউভিল : We are to see him, your Excellency. He is rebel. চিৰাস্তাদাৰ, এইটো বিদ্ৰোহী আছে। আপনাৰ চক্ৰ আছে--চাব লাগে। উচ্‌কো চাস্তি দিব লাগে।

ডেভিদ : Definitely, চিৰাস্তাদাৰ, গোমধৰ আপনাক চাচনকৰ্তা নাই মানিব খুজিছে--উচকো মানাব লাগে, বুজাব লাগে। নাই বুজিলে চাস্তি দিব লাগে।

মণিৰাম : গোমধৰক বশ কৰা চেষ্টা মই কৰিমেই--কোনো ত্ৰুটি নকৰোঁ। ৰাজপৰিয়ালৰ লোকসকল হিংসুকেই কমিছ্‌নাৰ চাহাব। নহলে জানো অসমৰ এই দুৰৱস্থা আহিব পাৰে! সকলো পাহৰি চাহাবে অসমৰ উন্নতি সাধন কৰক।

ডেভিদ : Surely, We shall try our best. হামিলোক আপনাক আউৰ আপনাৰ দেচকো ধনী বনাবে-Do not think otherwise. হাঃ হাঃ হাঃ।

নিউভিল : Yes চিৰস্তাদাৰ, Go, quick উচকো ধৰিব লাগে।

মণিৰাম : চাহাব বাহাদুৰৰ হুকুম মই পালন কৰিমেই *(প্ৰস্থান।)*

ডেভিড : Newvil, follow and see his activities.

নিউভিল : He is nothing but a mouse your Excellency হাঃ হাঃ হাঃ
*(দুয়ো হাঁহে, পট পৰে)*



### ষষ্ঠ দৃশ্য

*(গোমধৰৰ চ'ৰা। ধনঞ্জয়, পিয়লি, জীউৰাম, কান্দুৰা, হৰনাথ বছিৰ আদি বিপ্লৱীসকল বহি থাকে। গোমধৰে চিন্তান্বিতভাৱে ইফাল-সিফাল কৰি নিজ আসনৰ ওপৰত থিয় হয়।)*

গোমধৰ : তেন্তে বৰগোহাঁই, আমাৰ প্ৰস্তুতি সম্পূৰ্ণ বুলি আপুনি ভাবে?

ধনঞ্জয় : কোঁৱৰ আমি সকলোৱে প্ৰস্তুতি সম্পূৰ্ণ বুলিয়েই ভাবিছোঁ। *(গোমধৰ আকৌ চিন্তান্বিত)*

জীউৰাম : কিন্তু কোঁৱৰ আপুনি থাকোঁতে কোঁৱৰ দেউতাৰ চিন্তা কিহৰ?

বছিৰ : বন্দিনী জননীক উদ্ধাৰ কৰাৰ বাহিৰে আমাৰ আৰু চিন্তা কি?

গোমধৰ : মই চিন্তা কৰিছোঁ বছিৰ--দেশোদ্ধাৰ সংকল্প শিখাত অগ্নি সংযোগ কৰাৰ কথা। কিন্তু ধৰ্মধৰৰ পৰা আজিলৈ কোনো সংবাদ নাপালোঁ।

জীউৰাম : ধৰ্মধৰৰ কৰ্তব্য নিষ্ঠাত মোৰ বিশ্বাস আছে কোঁৱৰ।

হৰনাথ : তেওঁ নামৰৰ হাবিৰ দাঁতিত আমাৰ এদল ৰণুৱাক শিক্ষা দি আছে।

বছিৰ : তেওঁৰ শিক্ষা আমি নিজ চকুৰে চাই আহিছোঁ কোঁৱৰ দেউতা। মাথোন--আপোনাৰ আদেশলৈ অপেক্ষা কৰি আছে।

গোমধৰ : তেনেহলে--? *(চিন্তা কৰে)*

বছিৰ : কোঁৱৰ দেউতাৰ আদেশ পালে শত্ৰু সৈন্যক এতিয়াই আক্ৰমণ কৰিব পাৰোঁ।

পিয়লি : তেন্তে পলম কৰাৰ কোনো প্ৰয়োজন নাই কোঁৱৰ। আমাৰ ৰণভেৰী বাজি উঠক--আকাশে বতাহে নিনাদিত হওক আমাৰ মুক্তি সংগ্ৰামৰ হুংকাৰ ধ্বনি।

গোমধৰ : পিয়লি--

পিয়লি : প্ৰতিটো মুহূৰ্তকে একোটা বছৰ যেন লাগিছে কোঁৱৰ। দিনে-নিশাই কাণত বাজিছে বন্দিনী মাতৃৰ করুণ বিননি। আৰু পলম কৰিলে আই-মাতৃয়ে আমাক শাওপাত দিব কোঁৱৰ।

বছিৰ : টঙালি কেতিয়াবাই বান্ধিছোঁ কোঁৱৰ দেউতা। কাঁড়, হিলৈ আমাৰ মজুত।

গোমধৰ : তেন্তে পিয়লি, বছিৰ-- অহা পূৰ্ণিমাৰ দিনাই আমি ৰংপুৰৰ চাউনি আক্ৰমণ কৰিম। *(কৈ কৈ ইৰাৱতীৰ প্ৰৱেশ)*

ইৰাৱতী : হ'ব নোৱাৰে কোঁৱৰ দেউতা। (সকলো আচৰিত হৈ ইৰালৈ চাব)

গোমধৰ : *(আচৰিত হৈ)* ইৰা?

ইৰাৱতী : আপোনালোকে এই সংকল্প ত্যাগ কৰক কোঁৱৰ দেউতা।

ধনঞ্জয় : হঠাতে তোমাৰ বাধা কিয়, ইৰা?

জীউৰাম : তাৰ মানে আমি দাসত্বক স্বীকাৰ কৰিব লাগে, গাভৰু?

ইৰাৱতী : নালাগে, বৰুৱা দেউতা।

পিয়লি : *(খঙেৰে)* তেনেহলে এই শুভ কামত বাধা কিয় গাভৰু?

ইৰাৱতী : হয়তো মঙ্গলৰ বাবে।

গোমধৰ : *(খঙেৰে অধৈৰ্য হৈ)* মঙ্গলৰ বাবে? সংকল্পৰ আগমুহূৰ্তত তোৰ বাধা মঙ্গলৰ বাবে?

ইৰাৱতী : কোঁৱৰ দেউতা?

গোমধৰ : তই ডাইনী, শাখিনী। তোক বিশ্বাস কৰিছিলোঁ এই অনৰ্থৰ বাবে? দুৰ্বল মস্তিষ্কৰ গাভৰু, আঁতৰ হ, মোৰ চকুৰ আগৰ পৰা!

ইৰাৱতী : খং নকৰিব *(কান্দি কান্দি)* খং নকৰিব কোঁৱৰ দেউতা, ফুকন দেউতা, ভাই বছিৰ, মই শাখিনী ডাইনী একো নহওঁ। ক্ষন্তেকৰ উত্তেজনাত মই একো কাম কৰা নাই--মই ধতুৰা গোহাঁইৰ জীয়ৰী আৰু গদাধৰ গোহাঁইৰ ভনী, মই ক'ব বিচাৰিছিলোঁ মোৰ পিতৃ-দেৱতাৰ সংকল্পৰ কথা।

ধনঞ্জয় : তোমাৰ পিতৃৰ সংকল্প?

গোমধৰ : মিছা কথা, কোনো সংকল্প নাই। *(ইৰালৈ )* তই কালসৰ্পিনী চোৰাংচোৰা।

ইৰাৱতী : এনে অন্যায় বিচাৰ নকৰিব কোঁৱৰ দেউতা। বন্দিনী দুখুনী জননীৰ অবিৰত চকুপানী দেখিও জানো কোনোবা সন্তান স্থিৰেৰে থাকিব পাৰে! মোক ক'বলৈ দিয়ক কোঁৱৰ দেউতা।

গোমধৰ : তোৰ কোনো কথা শুনাৰ বাবে মোৰ সময় নাই গাভৰু। আঁতৰ হ।

ইৰাৱতী : মোক ক্ষমা কৰক দেউতা।

গোমধৰ : বিশ্বাসঘাতকীৰ ক্ষমা কেতিয়াও হ'ব নোৱাৰে। তই স্বৰ্গৰ ভূমিত নৰকৰ অভিনয় কৰিবলৈ চেষ্টা কৰিছিলি। বছিৰ, এই চয়তানীক গতিয়াই বাহিৰ কৰি দিয়া।

বছিৰ : *(অনুনয়ৰ সুৰত)* কোঁৱৰ দেউতা, ইৰাৱতীক ক'বলৈ আদেশ কৰক।

ধনঞ্জয় : ইৰাৰ বক্তব্য শুনাত আমাৰ কোনো আপত্তি থাকিব নালাগে কোঁৱৰ।

পিয়লি : *(খংভাৰেই)* তই কি ক'ব খুজিছ গাভৰু সোনকালে ক আৰু ইয়াৰপৰা গুচি যা।

ইৰাৱতী : ফুকন দেউতা, আপোনালোকৰ মই কোনো দিন অবাধ্য হোৱা নাই *(কান্দি)*। আপোনালোকক বিশ্বাসঘাতকতা কৰাৰ শক্তি মোৰ নাই ফুকন দেউতা। তথাপি মই ডাইনী? কিন্তু কোঁৱৰ দেউতা, মোক ডাইনীৰূপে সৃষ্টি কৰিলে আপোনালোকে ; মোক সাহস দান কৰিছে আপোনালোকে। আপোনালোকৰ কৰ্ম প্ৰেৰণাই মোৰ জীৱনৰ পাৰ ভাঙি দিছে। তথাপি মই ডাইনী-শাখিনী? *(কান্দে)*

গোমধৰ : ইৰাৱতী! ক' তোৰ কি ক'বলগীয়া আছে?

ইৰাৱতী : কোঁৱৰ দেউতা, ৰংপুৰ আক্ৰমণ কৰাৰ বাবে এটা মুহূৰ্তৰ প্ৰয়োজন আৰু দখলো সহজ। কিন্তু ফুকন দেউতা, বৰগোহাঁই দেউতা, এবাৰ ভাবি চাওক--পশ্চিমত হাদিৰাচকীৰ সিপাৰে ইংৰাজ ৰাজ্য, পূবত শদিয়া ইংৰাজৰ সংৰক্ষিত ; মাজত এইয়া ৰংপুৰ চক্ৰবেহু--আপোনালোকক মই অভিমন্যু কৰিব নোখোজোঁ কোঁৱৰ দেউতা।

*(সকলোৱে আচৰিতভাৱে ইৰাৰ মুখলৈ চাব)*

ভাই বছিৰ, হৰনাথ, তোমালোক সকলোৱে জানিবা, মানৰজা ব্যাগীদোৱা বৰ্তমান তৰাৱতী আইদেউৰ হাতৰ পুতলা।

পিয়লি : কিন্তু মান ৰজাৰ লগত আমাৰ কোনো সম্বন্ধ থাকিব নোৱাৰে ইৰাৱতী।

ইৰাৱতী : পাৰে, পাৰে ফুকন দেউতা। আৰু মান ৰজাৰ লগত নাথাকিলেও তৰাৱতী আইদেউ অসম জীয়ৰী; মাতৃস্নেহ, মাতৃভক্তি তৰাৱতী আইদেউৰো আছে। বৰগোহাঁই দেউতা, আপুনি জানে তৰাৱতী আইদেউৰ অনুগ্ৰহতেই মোৰ দেউতা শদিয়া সীমান্তৰ বৰ্মাৰ শাসনকৰ্তা। খামতি



বাপুৰ পোছাক পিন্ধি দেউতাই অপেক্ষা কৰিছে চিকাৰৰ বাবে। কাকাইদেউ গদাধৰ পৈণত চিকাৰী।

গোমধৰ : তই এইবোৰ কি কৈছ ইৰা, বকলা এৰি বুজাই ক'।

ইৰাৱতী : *(বুকুৰ মাজপৰা চিঠি উলিয়াই)* এয়া চিঠি--পঢ়ক ; সকলো বুজিব।

গোমধৰ : *(ইৰাৰ পৰা চিঠিলৈ হৰনাথক দি)* হৰনাথ--তুমি পঢ়াচোন।

হৰনাথ : *(চিঠি পঢ়ে)* "আপোনালোকৰ উদ্দেশ্যক মই অভিনন্দন জনাইছোঁ। আপোনালোকে জানিবচীন, ব্ৰহ্ম, তিব্বত, আদি দেশৰ দুৱাৰমুখ বুলিহে ইংৰাজে শদিয়াক সংৰক্ষিত কৰিছে। তাৰপৰা সিহঁতক খেদিব পাৰিলেহে দেশ সোনকালে উদ্ধাৰ হ'ব। মই চিপাহীবোৰক মাহে ষোল টকা দৰ্মহা দিম বুলি প্ৰতিশ্ৰুতি দি হাত কৰিছোঁ। আপোনালোকে উজাই আহি আৰু আমিও ভটিয়াই গৈ যদি সিহঁতক একে সময়তে ঘেৰি ল'ব পাৰোঁ তেন্তে আমাৰ উদ্দেশ্য সোনকালেই সাধন হ'ব। সিহঁতে আনৰ দেশত প্ৰৱেশ কৰিলে সিবিলাকে শত্ৰু জ্ঞান কৰিব আৰু আমাৰ সহায় হ'ব। ইতি

গদাধৰ বৰগোহাঁই

*(সকলোৱে আনন্দৰ ভাব প্ৰকাশ কৰি চিন্তা কৰিব।)*

ধনঞ্জয় : আই ইৰা, তই ডাইনী নহয়, আই, তই, তই গোসাঁনী। কোঁৱৰ, ফুকন, আমাৰ শুভদিন সমাগত; বন্দীনী আইৰ মুক্তি নিশ্চিত। গদাধৰ ধতুৰা গোহাঁইৰ ওপৰত মোৰ সম্পূৰ্ণ বিশ্বাস আছে কোঁৱৰ।

কান্দুৰা : তেনেহলে আমি আৰু ৰৈ আছোঁ কিয়? স্বাধীনতাৰ বন্তি জ্বলাই আমি আগবাঢ়ি যাওঁ আৰু মুহূৰ্ততে জঁপিয়াই পৰোঁ শত্ৰুসৈন্যৰ ওপৰত।

পিয়লি : দ্বিধা মোৰ অকণো নাই কোঁৱৰ। এয়া অতি সহজ পথ।

গোমধৰ : *(আবেগেৰে)* আই ইৰা, তই মোক ক্ষমা কৰ।

ইৰাৱতী : কোঁৱৰ দেউতা, আপোনাৰ চৰণ সেৱা মোৰ জীৱনৰ উদ্দেশ্য ; মাতৃ মুক্তি মোৰ জীৱনৰ লক্ষ্য। *(সেৱা কৰে)*

ধনঞ্জয় : তেন্তে কোঁৱৰ, শীঘ্ৰে যাত্ৰাৰ দিন ঠিক কৰা হওক। শুভ-মুহূৰ্তত আমি যাত্ৰা কৰিম মাতৃ মুক্তিৰ বাবে।

ইৰাৱতী : কিন্তু ৰৈ থাকিবলৈ আমাৰ সময় নাই বৰগোহাঁই দেউতা। আজি নিশাতেই আমি যাত্ৰা কৰিব লাগিব।

জীউৰাম : আজি নিশাতেই?

বছিৰ : সংকোচ কিহৰ বৰুৱা দেউতা?

গোমধৰ : কিন্তু, মাঙ্গলিক দেওপূজা নকৰাকৈ--

*(কৈ কৈ ভদ্ৰাৱতীৰ প্ৰৱেশ ; হাতত পুষ্পপত্ৰত ফুল-নিৰ্মালি, ধূপ-চাকি, কৱচ কাপোৰ)*

ভদ্ৰাৱতী : দেওপূজা এতিয়ালৈ বাকী থকা নাই বঙহৰদেউ।

গোমধৰ : ভদ্ৰাৱতী?

ভদ্ৰাৱতী : এইয়া কৱচ-কাপোৰ, *(আগবঢ়াই দি)* লওক ; কঁকালত টঙালি বান্ধি, আগবাঢ়ক মাতৃ পূজাৰ বেদীলৈ।

গোমধৰ : ভদ্ৰাৱতী?

ভদ্ৰাৱতী : বিজয় আমাৰ সুনিশ্চিত বঙহৰদেউ।

গোমধৰ : আৰু এই যুদ্ধই যদি মোৰ মৃত্যুৰ কাৰণ হয়?

সকলোৱে : কোঁৱৰ দেউতা।

ভদ্ৰাৱতী : *(চমকি উঠে)* নাই, নাই, হ'ব নোৱাৰে। পূজাৰ ফুল বেদীতেই থাকে। *(অলপ ৰৈ)* আৰু যদি সেয়েই হয়, মাতৃয়ে যদি আপোনাক নিজ-পুত্ৰ বুলি কোলাত শুৱাই থয়, তাত মোৰ কোনোআক্ষেপ নাই বঙহৰদেউ।

গোমধৰ : বীৰাঙ্গনা ভদ্ৰাৱতী, *(বাউসীত ধৰি চকুৱে চকুৱে চাই আবেগ প্ৰকাশ কৰিব।)*

ভদ্ৰাৱতী : বঙহৰদেউ, মাতৃ পূজাৰ পূজাৰী আপুনি, জয়েই হওক বা পৰাজয়েই হওক--সেয়েই মোৰ আনন্দ, গৌৰৱ।

গোমধৰ : তেন্তে মোৰ কোনো শংকা নাই ভয় নাই। পিয়লি, বৰগোহাঁই কান্দুৰা, বছিৰ--তেন্তে প্ৰস্তুত কৰা আমাৰ সংগ্ৰামৰ নাও।

ভদ্ৰাৱতী : আৰু সেই নাৱত আপোনালোকে নিজে ডাঁৱ মাৰি আগুৱাই যাওক, আৰু মই অপেক্ষা কৰিম মুক্তি প্ৰভাতলৈ। বৰগোহাঁই, ফুকন, এইয়া ৰক্ত-চন্দনেৰে আপোনালোকৰ কপালত মই নিজহাতে আঁকি দিম বিজয়ৰ জ্বলন্ত তিলক। *(সকলোৱে কপালত ফোঁট দি যাব--বছিৰক দেখি স্তব্ধ হৈ ৰৈ যাব)*

ভদ্ৰাৱতী : *(আবেগ উৎকণ্ঠাৰে)* বছিৰ! তুমি?

বছিৰ : আইচু দেউতা, অদৃশ্য জন্মগত ধৰ্মত মই মুছলমান আৰু মানৱ ধৰ্মত মই জীৱন্ত মানুহ। যাত্ৰাকালত মই মাতৃ।

সকলোৱে : আশীৰ্বাদ ল'বই লাগিব। আইচু দেউতা, মই ফোঁট লম। ভাই বছিৰ?

বছিৰ : কোঁৱৰ দেউতা, বৰগোহাঁই দেউতা, ফুকন দেউতা, আল্লা আৰু ঈশ্বৰ নামত পাৰ্থক্য ; কিন্তু উদ্দেশ্য দুয়োৰে এক--সৃষ্টি আৰু ধ্বংস।

ধনঞ্জয় : তথাপি বছিৰ--

বছিৰ : আমিও এক উদ্দেশ্যৰেই যাত্ৰী। আমি মন্দিৰ-মছজিদৰ কোনো অশৰীৰী দেৱতাৰ পূজাৰী নহওঁ কোঁৱৰ দেউতা--আমি মাতৃসেৱক, গণ-দেৱতাৰ পূজাৰী। *(ভদ্ৰাৱতীৰ সন্মুখত আঠুলৈ কঁপাল আগুৱাই দি)* *আইচুঁ দেউতা!*

ভদ্ৰাৱতী : মোৰ আৰু কোনো খেদ নাই বছিৰ, কোনো চিন্তা নাই। *(কপালত ফোঁট দি)* ৰাম-ৰহিম নামেৰে তোমালোক আগবাঢ়ি যাবা--মাতৃ-মুক্তি সংগ্ৰামলৈ আৰু মুক্তি-প্ৰভাতত আনন্দৰে দুয়ো পান কৰিবা আইৰ স্তন-দুগ্ধ। বঙহৰদেউ, বছিৰ, তোমালোক সকলোকে মই অন্তঃকৰণেৰে বিদায় দিছোঁ--আল্লা, ঈশ্বৰ আমাৰ সহায়।
*(ভদ্ৰাৱতীৰ প্ৰস্থান ; সকলোৱে ভদ্ৰাৱতীলৈ প্ৰণাম জনায়)*

গোমধৰ : তেন্তে পিয়লি, আজি ৰাতিয়েই আমি শদিয়ালৈ যাত্ৰা কৰিম। কিন্তু, তোমাক মই সহযাত্ৰী নকৰোঁ।

পিয়লি : কিন্তু কোঁৱৰৰ এই ঘৃণাৰ কাৰণ?

গোমধৰ : ঘৃণা নহয় পিয়লি, মৰম, বিশ্বাস আৰু দায়িত্ব। তুমি ৰংপুৰ আৰু যোৰহাটৰ গতিবিধি লক্ষ্য



কৰিবা। এই যুদ্ধত যদি মোৰ পৰাজয় ঘটে অথবা মৃত্যু ঘটে, তেন্তে দ্বিতীয় প্ৰস্তুতি তুমিয়েই কৰিব লাগিব পিয়লি।

পিয়লি : কোঁৱৰৰ আদেশ শিৰোধাৰ্য।

গোমধৰ : আই ইঙ্গ, ভদ্ৰাৱতীক সান্ত্বনা দিবৰ বাবে তইয়ো ইয়াতে থাকিব লাগিব।

ইৰাৱতী : হ'ব নোৱাৰে, হ'ব নোৱাৰে, কোঁৱৰ দেউতা, মই চাহাবৰ চাউনীত প্ৰৱেশ কৰিবই লাগিব।

গোমধৰ : চাহাবৰ চাউনীত?

ইৰাৱতী : হয়, কোঁৱৰ দেউতা।

পিয়লি : কিন্তু তুমি যে অবলা গাভৰু?

ইৰাৱতী : সেই সচেতনতা মোৰ আছে ফুকন দেউতা, মই গাভৰু, কিন্তু অবলা নহওঁ। জীৱনত একো কৰিব নোৱাৰিলেও মই আত্মৰক্ষা কৰিব পাৰিম। কোঁৱৰ দেউতা, সংগ্ৰামত জয়লাভ কৰিব লাগিলে প্ৰতিপক্ষৰ গোপনীয়তাক জানিবই লাগিব। মই, মই ৰুদ্ধ পথৰ দ্বাৰা ভাঙি আপোনালোকক সহায় কৰিম কোঁৱৰ দেউতা। আপোনালোকৰ আশীৰ্বাদ মোৰ কৰ্মৰ সমল। মই আহিলোঁ কোঁৱৰ দেউতা। *(প্ৰস্থান)*
*(সকলোৱে ইৰা যোৱালৈ চাই থাকিব ; লাহে লাহে মঞ্চ এন্ধাৰ হ'ব।)*

*পট পৰে*

## সপ্তম দৃশ্য

*(শদিয়াৰ এখন মুকলি ঠাই। ওচৰত ইংৰাজ সৈন্যৰ চাউনী। ভেদেলাই অকলে অকলে মাৰ্চ কৰি থাকে)*

ভেদেলা : ৰাইথাং, লেফ্‌থাং, আউথাং। *(অহা যোৱা কৰে হাতৰ মাচ্‌ল্‌ তুলি চাই)* ঠিক আছে; সকলো ঠিক আছে। চাহাবৰ পোৱালি যেনে ঠিক--ময়ো তেনে ঠিক। *(বুকু ফিন্দাই অহা-যোৱা কৰে)* টেনৰ্ফাচ- টেনৰ্ফাচ, মানে বদলি। বগা চাহাবে মোক টেনফাৰ্চ কৰাৰ ইচ্ছা নাছিল। কিন্তু কি ক'লা চাহাব ৰাধানাথ বৰুৱাৰ বাবেহে টেনৰ্ফাচ হ'লোঁ। অসমীয়াৰ জাত! পৰশ্ৰীকাতৰ, হিংসুক। ৰাধানাথ সকলোতকৈ বেছি হিংসুক। কিন্তু কি কৰিবি--মই ভেদেলা ভেদেলাই। মই বেছি কাম চাহাবৰেই কৰিম ; ৰাধানাথৰ লগত আহিলোঁ কি হ'ল? *(আকৌ লেফ্‌-ৰাইট বুলি কৈ মাৰ্চ কৰে)* চাহাবৰ পোৱালিয়ে কিন্তু ভালকৈ বুজি পাইছে--এই খাৰখোৱা অসমীয়া জাতিক। একতা কাক বোলে নাজানে, দেশক চিনি নাপায়--ইটোৱে সিটোক ঘিণ কৰে, ক্ষমতাৰ লোভত নিজক বিক্ৰী কৰে--এইবোৰ স্বভাৱ চাহাবে বুজি পাইছে। *(মাৰ্চ কৰে, চন্দ্ৰধৰৰ প্ৰৱেশ)*

চন্দ্ৰধৰ : আৰে ভেদো, তুমি কি একা একা মাৰ্চ কৰেছ?

ভেদেলা : অ' পেস্কাৰ বাবু, আপুনি ইয়ালৈ টেন্‌ফাৰ্চ হ'ল নেকি?

চন্দ্ৰধৰ : টেন্‌ফাৰ্চ? এইটা আবাৰ কি?

ভেদেলা : মানে বদলি হ'ল নেকি?

চন্দ্ৰধৰ : *(হাঁহি)* আৰে বোকা, টেন্‌ফাৰ্চ না, ট্ৰেন্স্‌ফাৰ--ট্ৰেন্স্‌ফাৰ।

ভেদেলা : অঁ, অঁ, আপুনি সেই হ'ল নেকি?

চন্দ্ৰধৰ : না, না, আমি কয়েকদিনেৰ জন্য এসেছি। মানে শদিয়া থেকে পাৰ্বত্য ৰাজ্যগুলিতে কতগুলো ৰাস্তা তৈৰী কৰিতে হবে। কমিচনাৰ সাহাব বলেছে ; মিছ্‌নাৰীৰা অনেক অসুবিধা ভোগ কৰিতেছেন ৰাস্তাৰ জন্য।

ভেদেলা : হে, মই নকৈছোনে? চাহাবৰ পোৱালিবিলাক বৰ ভাল মানুহ। অহা-যোৱাৰ কাৰণে ৰাস্তা বনাব--আমাৰ কিমান সুবিধা হ'ব। অ' পেস্কাৰ বাবু।

চন্দ্ৰধৰ : বল, তোমাৰ কি বলা বাৰ আছে?

ভেদেলা : মানে, মানে আচলতে মোৰ ৰংপুৰলৈ আকৌ উভতি যোৱাৰ ইচ্ছা নাই।

চন্দ্ৰধৰ : আচ্ছা, তাহলে এখানেই থাক। আমি কমিশনাৰ সাহাবকে বলে দিব।

ভেদেলা : এই নহয়, নহয়, আপুনি কি উল্টা কয়হে পেস্কাৰ বাবু?

চন্দ্ৰধৰ : তুমিতো বলেছ?

ভেদেলা : নহয়, মানে, *(লাজ লাজকৈ)* মানে মই বিয়া কৰাব লাগে নহয়--

চন্দ্ৰধৰ : হ্যাঁ, হ্যাঁ; তাতো লাগবেই!

ভেদেলা : সেই কাৰণে আপুনি যদি চাহাবক কৈ মোক কিছুদিনৰ বাবে বদলি কৰি আকৌ ৰংপুৰলৈ নিয়ে তেন্তে বৰ উপকাৰ হ'ব। *(কাকুতিৰে)* অ' পেস্কাৰ বাবু, আপুনি দয়া কৰিবনে?

চন্দ্ৰধৰ : আচ্ছা, আচ্ছা, আমি তোমাৰ কথা কমিশনাৰ সাহাবেৰ কাছে বল্‌বো। *(প্ৰস্থান)*

ভেদেলা : এইবাৰ যদি মই ৰংপুৰলৈ যাব পাৰোঁ, তেনেহলে ৰহদৈৰ গৰ্ব চূৰ্ণ কৰিম। মই গোলাম? হুঁঃ গোলাম নে চাহাব ভালকৈ দেখুৱাই দিম।
*(নেপথ্যত ইৰাৱতীয়ে গোৱা বিহুগীতৰ সুৰ ভেদেলাৰ কাণত পৰে--কাণ থিয় কৰি শুনে-দূৰলৈ চোৱাৰ দৰে চাই--আগুৱাই গৈ চাই--থৰ লাগি শুনি থাকে।)*

গীত

*(বিহুগীতৰ সুৰে)*

সোণৰ জখলাৰে স্বৰ্গদেউ নামিলে
দুলীয়াই পাতিলে দোলা।
কোম্পানী চাহাবে বন্দুক মাৰিলে
অসমীয়াই নাপাতে কোলাঃ

ভেদেলা : আই অ'! কোন অ' এইজনী? আঁ-ইমান ধুনীয়া দেখিবলৈ একদম অপ্সৰী। মৰম লাগে দেই। *(গল- খেকাৰি সাৱধান হৈ ইফালে-সিফালে চাই মাতে)* হেৰা গাভৰু, চাওঁ--এই ফালে আঁহাচোন এই ফালে, এইফালে,
*(হাতবাউল দি মাতে)* আঁহা, আঁহা। একো ভয় নাই, মই বাঘ, ভালুক, ঘোং--একো নহওঁ--আঁহা, আঁহা। *(ইৰাৱতীয়ে ভয় আৰু লাজৰ ভাব প্ৰদৰ্শন কৰি সোমাই আহে ; ভেদেলাই একেথৰে চাই।)*



ইৰাৱতী : কিয় মাতিছে?

ভেদেলা : *(সচকিত হৈ)* মানে, মানে বিহুগীতটো তুমি গাইছিলা?

ইৰাৱতী : হয়।

ভেদেলা : আঁ তোমাৰ মাতটো ইমান মিঠা *(ইৰাই লাজৰ ভাব প্ৰকাশ কৰে)* ঠিক বহাগী কুলিৰ মাতৰ দৰেই। মোৰ বৰ ভাল লাগিছে হে, বৰ ভাল লাগিছে, আকৌ এবাৰ গোৱা।

ইৰাৱতী : ওঁ, মোৰ লাজ লাগে দেউতা।

ভেদেলা : এ, দেউতা নুবুলিবাচোন, দেউতা নুবুলিবা, বয়সিয়াল মানুহক হে দেউতা বুলিব লাগে--মইতো বিয়াই কৰোৱা নাই। *(ইৰাক আকৰ্ষিত কৰাৰ ভাব প্ৰকাশ কৰিব)* ইৰাৱতী--তেনেহলে কি বুলিম?

ইৰাৱতী : ইঃ, আপুনি ডাঙৰ মানুহ আক'--

ভেদেলা : অঁ, সেই বাবেইতো দাদা বুলিব কৈছোঁ। মানে আমাৰ ইংৰাজ চাহাববোৰে দেউতা--ফেউতা..এইবোৰ মাত পচন্দ নকৰে, বুজিছা। তেওঁলোকে ভাল পায় ব্ৰেদাৰ. ব্ৰেদাৰ--মানে দাদা, বুজিছা?

ইৰাৱতী : বুজিছোঁ।

ভেদেলা : *(মিঠা সুৰত)* এতিয়াৰ পৰা মোক দাদাই বুলিবা হাঁ?

ইৰাৱতী : *(মূৰ জোকাৰি সন্মতি প্ৰকাশ)* ওঁ।

ভেদেলা : বাৰু, এতিয়া গোৱা, গাই যোৱা।

ইৰাৱতী : অঁ দাদা,

ভেদেলা : কোৱা।

ইৰাৱতী : আপুনি বাৰু ইংৰাজ নেকি?

ভেদেলা : কেলেই হ'ম, মই ইয়াত চাকৰিহে কৰোঁ। মানে এষ্টেণ্ড কাপ্তান।

ইৰাৱতী : হয় নেকি? তেন্তে মোৰ নমস্কাৰ গ্ৰহণ কৰক। *(নমস্কাৰ কৰে)*

ভেদেলা : হ'ব দিয়া, হ'ব দিয়া।

ইৰাৱতী : অ' দাদা, সৌ ডাঙৰ ঘৰটোত বাৰু চাহাব থাকে নেকি?

ভেদেলা : হেঃ হেঃ, তুমি একেবাৰে অজলা ছোৱালীহে। তুমি একোকে নাজানা দেখিছোঁ। সৌ ডাঙৰঘৰটোত চাহাব নাথাকে ; থাকে--খাৰ-বাৰুদ।

ইৰাৱতী : খাৰ-বাৰুদ? সিহঁতো ইংৰাজ নেকি?

ভেদেলা : মৰ এতিয়া! *(মুখ বিকটাই এফলীয়াকৈ থিয় হয়)* হেৰা আজলী, খাৰ-বাৰুদ মানে হিলৈৰ মচলা বুজিছা? যুঁজ কৰা হিলৈ।

ইৰাৱতী : ইঃ দাদাৰ খঙেই উঠিল--মই যাওঁগৈ।

ভেদেলা : হে, হে নাযাবা, নাযাবা,মোৰ খং উঠা নাই--ধেমালিহে কৰিছোঁ--তুমি নাযাবা গোসাঁনী।

ইৰাৱতী : অ' দাদা, আপুনি ইমান ভাল মানুহ।

ভেদেলা : মই ভালৰ বাবে ভাল। তোমাক দেখি মোৰ খু-উ-ব ভাল লাগিছে, বুজিছা?

ইৰাৱতী : *(লাজৰ ভাব প্ৰকাশ কৰি)* ইঃ মিছা কথা।

ভেদেলা : মোৰ মিছা কোৱা অভ্যাস নাই সোণজনী।

ইৰাৱতী : অ' দাদা, সৌ ঘৰবোৰত ক'ত কি আছে চাব নোৱাৰিনে? আই ঔ! মই ইমান ডাঙৰ ঘৰ কাহানিও ক'তো দেখা নাছিলোঁ।

ভেদেলা : এতিয়া দেখিবা, মই নোৱাৰা কাম কি আছে? হুঁ? তোমাক মই আকাশৰ চন্দ্ৰকো আনি দিব পাৰিম। চাহাবে মোক এনেয়ে চাকৰি দিয়া নাই।

ইৰাৱতী : মোৰেই পৰম সৌভাগ্য দাদা যে মই আপোনাক পালোঁ। *(আকৃষ্ট হোৱা ভাবি ভেদেলাই আনন্দ প্ৰকাশ কৰে।)*

ভেদেলা : গোসাঁনী, মোৰো পৰম সৌভাগ্য। (ইৰাই কেৰাহিকৈ চাই সাৰ্থক হোৱা ভাব প্ৰকাশ কৰিব।)

ইৰাৱতী : অ' দাদা, ঘৰবোৰ মোক কেতিয়া দেখুৱাব?

ভেদেলা : এ, আকৌ সুধিছাহে। মই লগত থাকিলে যেতিয়াই ইচ্ছা--তেতিয়াই। *(ৰাধানাথ বৰুৱাৰ প্ৰৱেশ)*

ৰাধানাথ : এই ভেদো? (বৰবৰুৱাৰ মাত শুনি ইৰাই সন্দেহৰ ভাব প্ৰকাশ কৰি এফলীয়াকৈ থিয় হ'ব।)

ভেদেলা : *(অপ্ৰস্তুত ভাৱে সচকিত হৈ)* ৰাইথাং, লেফ্‌থাং--*(মাৰ্চ কৰে; ইৰাই ওঁঠ টিপি হাঁহিব)*

ৰাধানাথ : *(মিলিটাৰী সুৰত)* ভেদো?

ভেদেলা : দেউতা? *(চালাম দিয়ে)*

ৰাধানাথ : হেৰ মুৰ্খ, তই ইয়াত কি কৰি আছ?

ভেদেলা : মাচ, মাচ দেউতা, মানে কছৰত।

ৰাধানাথ : কছৰত কৰিছ? হেৰ, এই গাভৰুজনী কোন? *(ইৰালৈ চাই)*

ভেদেলা : মানে মোৰ.........

ইৰাৱতী : মই তেওঁৰ ভনী হওঁ দেউতা। *(ভেদেলাই ৰক্ষা পৰা ভাব প্ৰকাশ কৰিব।)*

ৰাধানাথ : ভনী?

ইৰাৱতী : হয় দেউতা, মানে মোৰ পেহীদেউৰ পুতেক--

ভেদেলা : মানে তাই মোৰ মোমাইদেউৰ জীয়েক।

ৰাধানাথ : ও, ইয়ালৈ কিয় আহিছ?

ইৰাৱতী : *(সন্দেহখণ্ডনৰ ভাবেৰে)* নহয়, মানে দেউতা, মই তাম্ৰেশ্বৰী মন্দিৰলৈ যাব আহিছোঁ।

ৰাধানাথ : মন্দিৰলৈ ? কিয়?

ইৰাৱতী : নাচিবলৈ।

ৰাধানাথ : হুঁ? তাৰমানে তই নাচনী? হুঁ?

ইৰাৱতী : *(লাজৰ ভাব প্ৰকাশ কৰি)* মানে সৰুৰেপৰা নাচি আহিছোঁ দেউতা।

ৰাধানাথ : বেচ্, বেচ্। হোঁ, তোৰ নাম কি?

ইৰাৱতী : মোৰ নাম, মোৰ নাম দেউতা--ৰম্ভা, ৰম্ভাৱতী।

ৰাধানাথ : হোঁ, বৰ ভাল নাম।

ভেদেলা : হয় দেউতা, বৰ ভাল নাম। মোৰ দেউতাইহে নামটো ৰাখিছিল।

ৰাধানাথ : আৰু তোৰ ঘৰ?

ইৰাৱতী : বৰডুবিত।



ভেদেলা : মানে দেউতা বায়ন গাঁৱত।

ৰাধানাথ : এই ৰম্ভা, চাহাবৰ চাউনীত নাচিব পাৰিবি? বক্‌চিচ পাবি।

ইৰাৱতী : চাহাবক মোৰ ভয় লাগে দেউতা।

ৰাধানাথ : ভয়, ভয় কিহৰ, হুঁ?

ভেদেলা : মই থাকিম নহয়, মই থাকিম, কিহৰ ভয়?

ইৰাৱতী : *(কওঁ নকওঁ ভাবেৰে)* পাৰিম দেউতা!

ৰাধানাথ : বল তেন্তে চাহাবৰ চাউনীলৈ।

ইৰাৱতী : দেউতা, আজি মন্দিৰত নাচিব লাগিব--নহলে আৰতি নহ'ব। দেউতাই দয়া কৰিলে আঁউসীৰ দিনা নাচিব পাৰিম।

ৰাধানাথ : আঁউসীৰ দিনা? ঠিক আছে। তই চাহাবৰ চাউনী চিনি পাবি নহয়?

ইৰাৱতী : পাম দেউতা। সৌ ডাঙৰ ঘৰটো নহয় জানো?

ৰাধানাথ : ঠিক আছে। এই ভেদো, বল এতিয়া। বঙলাত কাম আছে। *(মনৰ বেজাৰ প্ৰকাশ কৰি যাওঁ নাযাওঁ কৈ।)*

ভেদেলা : অ' ভনী, মই যাওঁ ; মই যাওঁ দেই? তুমি আহিবা আকৌ।

ইৰাৱতী : ভাল দাদা *(ভেদেলা আৰু বৰবৰুৱাৰ প্ৰস্থান। ইৰাই যোৱালৈ চাই)* ভগৱান! মাতৃ পূজাৰ বেদী ৰচনা কৰিছো অন্তৰৰ পৱিত্ৰতাৰে--কিন্তু মই যে নাৰী। তথাপি মইমোৰ কৰ্তব্য কৰিবই লাগিব--বন্দীনী মাতৃক মই মুক্ত কৰিবই লাগিব। ভগৱান, মোক পথ দেখুৱাইসহায় কৰা প্ৰভু। *(প্ৰাৰ্থনা কৰে--লাহে লাহে মঞ্চ এন্ধাৰ হ'ব)*

*পট পৰে*

## অষ্টম দৃশ্য

*(শদিয়াৰ এখন জাৰণি। বনৰীয়া জীৱ-জন্তুৰ অহা-যোৱা শব্দ, চৰাই-চিৰিকটিৰ অসময়ৰ মাত শুনা যায়। সময় নিশা। বছিৰ আৰু হৰনাথ সন্দেহযুক্ত মনে জাৰণিত প্ৰৱেশ কৰে। ক্ষীণ পোহৰৰ জোঁৰ এটা হৰনাথৰ হাতত থাকে। তেওঁলোকৰ মনত কোনোবাই দেখে বুলি হোৱা ভয়ৰ ভাৱ প্ৰকাশ পাব।)*

হৰনাথ : ভাই বছিৰ, ঠিক এইজোপাই গছ। এই গছজোপাৰ তলতেই আমাক ৰৈ থাকিবলৈ কৈছিল।

বছিৰ : ৰাতি এতিয়া বহুতো হ'ল। আমাক অপেক্ষা কৰি কিজানি উভতিয়েই গ'ল?

হৰনাথ : ওহোঁ, হ'ব নোৱাৰে। আমাক অপেক্ষা কৰিবই। *(চিন্তাৰ ভাব প্ৰকাশ কৰি)* কিন্তু বছিৰ?

বছিৰ : হোঁ, কি ক'ব খুজিছা হৰনাথকাই?

হৰনাথ : মোৰ ভয় হৈছে বছিৰ, যদি চাহাবে কিবা কাৰণত ইৰাক ধৰা পেলাইছে আৰু বন্দী কৰি ৰাখিছে?

বছিৰ : হৰনাথকাই, তুমিও ইমান দুৰ্বল হ'ব পাৰা?

হৰনাথ : দুবল মই নহওঁ বছিৰ ; কিন্তু নিজকে সবল বুলিও স্বীকাৰ কৰিব নোৱাৰোঁ। বনৰ বাঘলৈ মোৰ ভয় নাই বছিৰ ; মৰণৰ বাবেও কোনোদিন ভয় কৰা নাই। কিন্তু, কিন্তু মনৰ বাঘটোৱে যেন গুজৰিব লাগিছে--সি যেন ভয়ংকৰ ৰূপ লৈ আমালৈ মুখ মেলি খেদি আহিব লাগিছে। *(হঠাতে কিবা এটা অহা শব্দ পাই দুয়ো উচ্প খাই উঠে-- ইফালে-সিফালে চাই নিৰীক্ষণ কৰে, একো দেখা নাপায়।)*

বছিৰ : ছিঃ! হৰনাথকাই, তুমি ইমান ভয় কৰিছা--

হৰনাথ : নাই, কিবা এটা অহা যেন পালোঁ--

বছিৰ : নহয়, বতাহতে শুকান পাতবোৰ লৰিছে হ'বলা *(দুয়ো সচকিত আৰু সাৱধান হয়। ইৰাৰ প্ৰৱেশ)*

ইৰা : বছিৰ ভাই, *(অকস্মাৎ ইৰাৰ মাত শুনি দুয়ো উচ্প খাই উঠে, ইৰাই ঠাট্টাৰ সুৰত)* উচ্প খাই উঠিলাযে! এই সাহসেৰে দেশ জয় কৰিবা?

বছিৰ : *(অভিযোগৰ সুৰত)* আমাৰ সময়ৰ মূল্য আছে ইৰা, মই অবাবত সময় নষ্ট কৰা সমূলি ভাল নাপাওঁ।

ইৰা : *(অপৰাধীৰ দৰে)* অ' মোক ক্ষমা কৰিবা বছিৰ ভাই।

হৰনাথ : বছিৰ, ইৰা, সন্মুখত আমাৰ দুৰ্জেয় পৰ্বত ; শৰীৰ নিশকতীয়া। ওফন্দা ওফন্দি কৰি থাকিলে জানো আমি আমাৰ কৰ্তব্য সমাধা কৰিব পাৰিম? এজনী নিবস্ত্ৰা গাভৰুক শত্ৰু সৈন্য শিবিৰত প্ৰৱেশ কৰাই কোঁৱৰ দেউতাই জানো শান্তি লাভ কৰিছে?

ইৰাৱতী : মোৰ বাবে চিন্তা কৰিব লগা একো নাই হৰনাথকাই। ৰাধানাথ বৰবৰুৱাৰ ঘৰত লিগিৰী হিচাপে নিৰাপদেই আছোঁ। *(ইফালে-সিফালে চাই)* এইয়া লোৱা, খাৰঘৰৰ চাবি। উত্তৰফালৰ দুৱাৰ খুলিবা। আৰু এইটো অমৰাৰ শুকান গুটি--ইয়াত জুই জ্বলাই কাঁড়েৰে খাৰ ঘৰলৈ মাৰি পঠিয়াবা। ক্ষন্তেকতে সকলো কাম সমাধা হৈ পৰিবা। কিন্তু সাৱধান, ইংৰাজৰ চকু বৰ চোকা।

হৰনাথ : তেন্তে, আজিয়েই এই কাম শেষ কৰোঁ?

ইৰাৱতী : নহয়, সকলো কামৰে সময় থাকে। আঁউসীৰ দিনা, সন্ধিয়া। গহীন আন্ধাৰৰ গৰ্ভত তোমালোক লুকাই থাকিবা ; মই চাহাবৰ চাউনীত নাচিম--অসমৰ যাদুমন্ত্ৰই কালসৰ্পক মন্ত্ৰমুগ্ধ কৰে। নাচিনাচি ময়ো চাহাবক তন্দ্ৰাভুত কৰিম--আৰু যেতিয়া মাহেন্দ্ৰক্ষণ উপস্থিত হ'ব, তেতিয়া, তেতিয়া মই সংকেত দিম--পোহৰ দেখুৱাম। সেই ক্ষণটো যেন তোমালোকে নেহেৰুৱা, তাৰবাবে সতৰ্ক থাকিবা। মনত ৰাখিবা--আঁউসীৰ দিনা সন্ধিয়া। *(ইৰাই যাব খোজে)*

বছিৰ : ইৰা?

ইৰাৱতী : সময়ৰ অভাৱৰ কথাতো তুমিয়ে কৈছা বছিৰ ভাই। কথা কোৱাৰ আজি আৰু প্ৰয়োজনো নাই। তোমালোক যোৱাগৈ--কোঁৱৰ দেউতাক ক'বা, আগেয়ে খাৰ-ঘৰ, পিচত চাউনী। যোৱাককাইদেউ--বিপদৰ মুহূৰ্ত পিচে পিচে থাকে। *(ইৰাৰ বেগাই প্ৰস্থান। হৰনাথ আৰু বছিৰে ইৰা যোৱাৰ ফালে অবাক দৃষ্টিৰে চাই থাকে। লাহে লাহে মঞ্চ এন্ধাৰ হয়।)*

*পট পৰে*



## নৱম দৃশ্য

*(শদিয়াত ৰুথাৰপোৰ্থ চাহাবৰ চাউনী। বিজয়োল্লাসত ৰুথাৰ মতলীয়া। মাজে মাজে মদ খাই অন্যান্য চাহাবৰ সৈতে বহি কথা পাতি থাকে। কেপ্টেইন বৰবৰুৱাৰ সৈতে ভেদেলা সোমাই আহে। বৰবৰুৱাক দেখি ৰুথাৰে বিজয়গৰ্ব প্ৰকাশ কৰে ; মোহলাৰ (জোঁৰ) পোহৰ থাকে।)*

ৰুথাৰ : Yes, Captain বৰবৰুৱা, come in.

ৰাধানাথ : চাহাব বাহাদুৰ নিৰাপদে ঘূৰি অহাই মোৰ আনন্দ।

ৰুথাৰ : Yes why not ? This is our great victory. হামিলোক জয় কৰিছে। The leader of Khamties, I mean--খাম্তি লোক আউৰ গদাধৰ গোহাঁইকো হামিলোক বন্দী কৰি আনিছে। I destroyed their secret conspiracy. হামিলোক চড়যন্ত্ৰ ধৰা পেলাইছে।

ৰুথাৰ : চাহাব বাহাদুৰক মই অভিনন্দন জনাইছোঁ।

ৰুথাৰ : Sure, sure, But we have lost six. হামিলোক ছেই আদমী মৰিছে, গদাধৰ বহুত চালাক আছে--হামি তাক শিক্ষা দেব।

ৰাধানাথ : গদাধৰ গোহাঁই বৰ ধূৰ্ত আছে চাহাব বাহাদুৰ। সি এনেয়ে মানদেশ পাইছেনে?

ৰুথাৰ : Yes,লেকিন চব ঠিক হো যায়েগা।

ভেদেলা : দেউতা, ৰম্ভাৱতী নাহিলে দেখোন। আজি আঁউসী নহয় জানো?

ৰাধানাথ : এই ভেদেলা, তই অলপ আগবাঢ়ি চাচোন।

ভেদেলা : ভাল দেউতা। *(ভেদেলাৰ প্ৰস্থান)*

ৰুথাৰ : Captain, আসাম মে বহুত জংঘল আছে--ইচিলিয়ে ছেয় আদমি মৰগয়া। I am sorry. *(ভেদেলাৰ সৈতে ইৰাৱাতীৰ প্ৰৱেশ। ৰুথাৰে ইৰাৱতীলৈ চাই)* Captain, Who is that girl ? এই লড়কী কোন আছে?

ৰাধানাথ : চাহাব বাহাদুৰৰ বিজয়ৰ দিনত জানোঁ আনন্দ উপভোগ নকৰিব?

ৰুথাৰ : Enjoyment ? Why not ?

ভেদেলা : এই গাভৰুৰে বৰ ভাল নাচে চাহাব দেউতা।

ৰুথাৰ : নাচ Dance ? Very good, very good! I will enjoy for better refreshment.

ইৰাৱতী : চাহাব দেউতা, মোৰ নমস্কাৰ গ্ৰহণ কৰক ।

ৰুথাৰ : Good, good, very good. নাচিব লাগে--বিউ-বিউ নাচ, গান গাব লাগে।

ভেদেলা : এই ৰম্ভাৱতী?

ৰাধানাথ : চাহাবে বিহুগীত আৰু নাচ বৰ ভাল পায়-তই গাই গাই নাচি যা। বকচিচ্ পাবি।

ভেদেলা : ভালকৈ নাচিব সোণ--দেহা ৰাঁই-জাঁই কৰাকৈ--*(ইৰাই ইতস্ততঃ ভাব দেখুৱাব।)*

ৰাধানাথ : একো ভয়, একো সন্দেহ নাই-নাচ নাচ।
*(ভেদেলাই মদ ঢালি চাহাব আৰু বৰবৰুৱাক দিয়ে। "চিয়াৰ্চ" বুলি দুয়ো মদ খায়। ইৰাই বিহুগীতৰ সুৰত গীত গায় ; বাদ্য-সংগীত একো নাথাকে।)*

**গীত ঃ**

উজাই বুৰিলে অ' শিহু কি ঘৰিয়ালে
ভটিয়াই বুৰিলে মাছে।
অসমীৰ মজিয়াত শতৰু বহিছে
বিভীষণ কাষতে আছেঃ
অসমী আই মোৰ দুখে নকৰি বা
আমাৰো শকতি আছে।
শতৰুকে দেখি আমাৰে বীৰৰে
হেংদাঙে তিৰবিৰে নাচেঃ *( ইৰাই নাচিব)*

ৰুথাৰ : Nice, very nice, Captain, thank you very much, আপ্‌নি বহুত আচ্ছা লোক আছে। (হঠাতে ইৰাই নাচ বন্ধ কৰিব।)

ইৰাৱতী : কেপ্তেইন দেউতা?

ৰুথাৰ : Why stopped? এই নাচ্‌নেৱালী, বন্ধ্ নাই কৰ্‌বি লাগে। বহুত আচ্ছা আছে, নাচিব লাগে।

ৰাধানাথ : ৰম্ভা, তই নাচ বন্ধ কৰিলি কিয়? চাহাবে বেয়া পাব নহয়, নাচ। *(ইৰাই দুৰলৈ চাব)* *(ভেদেলাই ইৰাক নাচিবলৈ ইংগিতেৰে কৈ চাহাবক মদ দিব আৰু নিজেও লুকাই খাব।)* ৰম্ভা, আকৌ আৰম্ভ কৰ, নাচ।

ইৰাৱতী : বৰুৱা দেউতা, বৰডুবিৰ নাচনীৰ কথা আপুনি জানেই। (আবেগ মিহলি ভগ্নকণ্ঠে) মোৰ নাচোনৰ লগ্ন এতিয়াও মিলা নাই-গাত এতিয়াও দেৱী লম্ভা নাই। ক্ষন্তেক অপেক্ষা কৰক। আকাশত দুন্দুভি বাজিব ; দেৱকন্যাই উৰুলি দিব ; বেদধ্বনি উচ্চাৰিত হ'ব আৰু তেতিয়াই চেও ধৰিব মোৰ নাচোনে-মই নাচিম দেউতা ; মই নাচিম। *(দুৰলৈ চাব)*

ৰুথাৰ : *(অধৈৰ্য হৈ)* Captain, What's wrong ? এই ছোৱালী, নাচিবি কি নাই নাচিবি?

ইৰাৱতী : নাচিম, নাচিম চাহাব দেউতা। মনৰ হেঁপাহেৰে নাচিম।
*(ভেদেলাই ইংগিতেৰে নাচিবলৈ ক'ব ইৰাই দুৰলৈ দৃষ্টি নিক্ষেপ কৰিব। উৰুলি সহ সকলো বাদ্যধ্বনি বাজিব। ইৰাই দেওধ্বনি নাচ নাচিব। নিচাত চাহাবসকলো নাচিব। ইৰাই জ্বলি থকা মোহলাৰে দুৰলৈ সংকেত দিব। লগে লগেখাৰঘৰত দুই লগা শব্দধ্বনি হ'ব। কথাৰে সচকিত হৈ ধ্বনি কাণ পাতি শুনিব-ডিঙি মেলি চাব)*



ৰুথাৰ : *(চিএৰি)* What's that ? Danger ? Fire, fire, Captain, goforward Sabotage, goforward go forward, goforward, catch them--catch them catch them-Run on. *(ইৰাৰ বাহিৰে সকলো দৌৰি যায়)*

*পট পৰে*

## দশম দৃশ্য

*(ডেভিদ স্কট চাহাবৰ আদালত। বিচাৰকৰ আসনত স্কট্ নিজেই বহে। পিচফালে বেৰত ঠিক মূৰৰ ওপৰত থকাকৈ মহাৰাণী ভিক্টোৰিয়াৰ ৰাজমুকুট আঁৰি থোৱা আছে। মুকুটৰ তলত "Her Mejesty" বুলি লিখা আছে। সোঁফালে কাঠ গড়াৰ কাষতে পঞ্চায়তৰ মুখ্য বিচাৰক ৰূপে মণিৰাম চিৰাস্তাদাৰ আৰু নিউভিল বহি থাকে। পেস্কাৰ চন্দ্ৰধৰ ৰায় বহি থাকে-সন্মুখৰ মেজত কাগজৰ ফাইল আদি থাকে। ডেভিদে ফাইল এটাত থকা কাগজ মনোযোগৰে পঢ়ে। তাৰ পিচত চহী কৰি নিউভিলৰ হাতত দিয়ে। নিউভিলে পঢ়ে। কাঠগড়াত হৰনাথ আৰু বছিৰ থিয় হৈ থাকে।)*

নিউভিল : Yes, Mr. চিৰাস্তাদাৰ, There is no proof against Harnath Borgohain and BasirAli, হৰনাথ বৰগোহাঁই আউৰ বছিৰ আলীৰ কচুৰ প্ৰমাণ নাই আছে। আদালত চে খালাচ পাব পাৰে।

মণিৰাম : হৰনাথ, বছিৰ আলী--তোমালোক ষড়যন্ত্ৰত লিপ্ত আছিলা যদিও প্ৰমাণৰ অভাৱত আদালতে তোমালোকক মুক্তিৰ ৰায় দিছে। তোমালোক এতিয়া যাব পাৰা ; কিন্তু মনত ৰাখিবা-তোমালোক উঠি অহা ডেকা ল'ৰাই এনেকুৱা উতনুৱা কাম কৰা দেশৰ বাবে দুৰ্ভাগ্যৰ কথা।
*(হৰনাথ আৰু বছিৰ আলীয়ে মণিৰামক ঘোপা দৃষ্টিৰে চাই মনৰ খংভাব প্ৰকাশ কৰি ওলাই যাব)*

নিউভিল : পেস্কাৰ, দুসৰা আদমী আচামী লোক্‌কো বোলাও।

চন্দ্ৰধৰ : আৰে টেকেলা, আচামীদেৰ ডাক্‌ৰে।

টেকেলা : ধনঞ্জয় বৰগোহাঁই, জীউৰাম দুৱলীয়া বৰুৱা, কান্দুৰা ডেকাফুকন হাজিৰ। *(তিনিও জনৰে প্ৰৱেশ)*

চন্দ্ৰধৰ : এই যে, এই দিক্ দিয়া এস (কঠগড়া দেখুৱাই) ওখানে গিয়ে দাড়াও।
*(তিনিও গৈ কাঠগড়াত উঠে। চন্দ্ৰধৰে শৰাই এখনত পুথি এখন লৈ তিনিওৰে আগত ধৰে।)*

চন্দ্ৰধৰ : এই যে এখানে স্পৰ্শ কৰে বল--আমি যা বল্‌বো সত্য বল্‌বো ঈশ্বৰেৰ কাষে শপট নিলাম।

*(তিনিও শপত খাব--আমি ভগৱানৰ নামত শপট খাই কৈছোঁ যি ক'ম সঁচা কম।)*

নিউভিল : চিৰাস্তাদাৰ, আসামীকো পুচিং লাগে।

মণিৰাম : *(ধনঞ্জয়ৰ সন্মুখত থিয় হৈ)* ধনঞ্জয় বৰগোঁহাই, শদিয়াৰ খাৰঘৰত জুই জ্বলোৱা আপুনি বাৰু স্বীকাৰ কৰেনে?

ধনঞ্জয় : *(অনিচ্ছাৰে )* সেইবাবেইতো মই আজি ইংৰাজৰ কাঠগড়াত আচামী, বন্দী।

মণিৰাম : আপোনাৰ দলত আৰু কোন কোন আছিল?

ধনঞ্জয় : মোৰ কোনো দল নাই।

নিউভিল : You are along ? No it is false, আপ্নি মিছা কহিছে ,You have burnt.

ধনঞ্জয় : তেন্তে প্ৰশ্ন কৰাৰ কোনো প্ৰয়োজন নাই।

ডেভিদ : Why, আপ্নিলোক কেন আগুন জ্বলাইছে? বহুত ক্ষতি কৰিছে। দেশমে অচান্তি আনিছে, কিউ?

ধনঞ্জয় : কমিছ্নাৰ চাহাব, দেশত অশান্তি অনাৰ ইচ্ছা আমাৰ কেতিয়াও নাই। কিন্তু আপোনালোকে আমাক বাধ্য কৰাইছে। পানীত পৰা মানুহৰ দৰে বিপদত পৰি আমিও আপোনালোকৰ আশ্ৰয় বিচাৰিছিলোঁ। শলাগৰ শৰাইৰে আবেদন কৰিছিলোঁ স্বৰ্গদেউৰ ৰাজ্য ওভোটাই দিবলৈ; কিন্তু আপোনালোকে আমাৰ আবেদনক কোনো মূল্য নিদিলে।

জীউৰাম : কমিছ্নাৰ চাহাব, অসমৰ ৰজা-প্ৰজাই সততাৰে আপোনালোকৰ আশ্ৰয় লৈছিল আৰু সততাক ক্ষুণ্ণ নকৰাকৈ আপোনালোকে পদাঘাত কৰিছে।

কান্দুৰা : আশ্ৰয়দাঁতাক আশ্ৰিতই কুঠাৰাঘাত কৰা কোনো সুসভ্য জাতিৰ নীতি হ'ব নোৱাৰে চাহাব। অসমীয়া মানুহে ন্যায়ৰ পূজা কৰে ; অন্যায়ক কেতিয়াও স্বীকাৰ নকৰে।

নিউভিল : *(খং প্ৰকাশ কৰি)* What strange ! Your Excellency! আচামীলোক তোমাৰ এইচা মাফিক লম্বা লম্বা বাত হামিলোক নাই চুনিবে। You are guilty চিৰাস্তাদাৰ বাহাদুৰৰ আদালত কা হুকুম আচামীকো চুনাব লাগে আউৰ হুকুম মাফিক কাম কৰিব লাগে। *(হুকুমৰ কাগজ আগুৱাই দিয়ে ; মণিৰামে হাত পাতি লৈ থিয় হয়)।*

ডেভিদ : Order, Order!

মণিৰাম : *(হুকুম পঢ়ে)* 'যোৰহাট পঞ্চায়তে আৰু মহামান্য আদালতৰ নিৰ্দেশ অনুসাৰে ধনঞ্জয় বৰগোঁহাই, জীউৰাম দুৱলীয়া বৰুৱা আৰু কান্দুৰা ডেকাফুকনৰ দেশদ্ৰোহ আৰু ৰাজদ্ৰোহৰ অনুসন্ধান কৰি উপযুক্ত প্ৰমাণেৰে দোষী সাব্যস্ত কৰিছে আৰু দোষৰ পৰিমাণ অনুসাৰে অপৰাধী আচামী জীউৰাম দুৱলীয়া বৰুৱা আৰু কান্দুৰা, ডেকাফুকনক প্ৰত্যেককে চাৰি বছৰকৈ সশ্ৰম কাৰাদণ্ডেৰে দণ্ডিত কৰিছে *(জীউৰাম আৰু কান্দুৰাই তলমূৰ কৰিব)* আৰু অপৰাধী আচামী ধনঞ্জয় বৰগোঁহাই উক্ত দোষত দোষী হোৱা বাদেও ষড়যন্ত্ৰৰ অন্যতম গুৰি ধৰোঁতা বুলি অধিক দোষী সাব্যস্ত কৰি পঞ্চায়তৰ বিবেচনা আৰু চৰকাৰ বাহাদুৰৰ বিধি অনুসৰে আচামী ধনঞ্জয় বৰগোহাঁইক পাঁচ বছৰ শ্ৰম কাৰাদণ্ড বিহি তেওঁৰ স্থাৱৰ সকলো সম্পত্তি বাজেয়াপ্ত কৰা হৈছে।'



*(ধনঞ্জয়ে হুমুনিয়াহ পেলাই তলমূৰ কৰিব)*

মণিৰাম : বৰগোহাঁই, আপুনি ভুল পথেৰে খোজ কাঢ়ি নিজৰ দেশৰ অমঙ্গল সাধিলে। আপোনাৰ এইদশাৰ বাবে মই বৰ দুখ পাইছোঁ। সহানুভূতি মোৰ আছিল।

ধনঞ্জয় : *(তালাচ্ছ্যৰে হাঁহি)* চিৰাস্তাদাৰ বাহাদুৰ সমবেদনা জনোৱাৰ বাবে তোমাক ধন্যবাদ জ্ঞাপন কৰিছোঁ। ধনঞ্জয় বৰগোহাঁইয়ে কোনো দিন কাৰো সহানুভূতি বিচৰা নাই আৰু ভুল পথেৰেও খোজ কঢ়া নাই। অসমৰ স্বৰ্গদেউৰ আদেশ যদি তুমি এইদৰে পঢ়ি শুনালাহেঁতেন, তেনেহলে মোৰ কোনো আক্ষেপ নাথাকিলহেঁতেন। তথাপি এই অবৈধ শাস্তি মই গ্ৰহণ কৰিম, মোৰ কোনো দুখ নাই।

নিউভিল : Captain, take them away. Get in another rebel.
*(ৰাধানাথে সকলোকে লৈ প্ৰস্থান কৰে)*

চন্দ্ৰধৰ : টেকেলা, গোমধৰকো বলাও।
*(ৰাধানাথ বৰবৰুৱা আৰু গোমধৰ প্ৰৱেশ। গোমধৰৰ প্ৰৱেশ কৰি বৈ যাব আৰু আদালতত থকা সকলো লোককে এবাৰ চাব।)*

চন্দ্ৰধৰ : না, না, এখানে না। *(কাঠগড়া দেখুৱাই )* ওখানে গিয়ে দাৱান *(শপথৰ সঁজুলি লৈ)* নিন, এটা স্পৰ্শ কৰে শপথ নিন।

ডেভিদ : No need। *(গোমধৰলৈ চায়)* আচ্ছা গোমধৰ বাবু, you hail from a Royal family, আপনিতো ৰাজবংশৰ লোক আছে। হামিলোক আসাম ৰাজাৰ মিত্ৰ আছে।

গোমধৰ : কমিছ্নাৰ চাহাব, তোমালোকৰ লগত ৰজাৰ মিত্ৰতা থাকিব পাৰে, কিন্তু প্ৰজাৰ নাই।

নিউভিল : Why, what's the wrong with us ? আমাৰ কি কচুৰ আছে ক'ব লাগে।

গোমধৰ : সেই কথা তোমালোকে নিজেই চিন্তা কৰিব পাৰিবা চাহাব।

ডেভিড : No, no গোমধৰ বাবু, আপ্নি জুথ কহিছে। ৰাজা -প্ৰজা দোনো ভি হামাৰ মিত্ৰ আছে। লেকিন আপ্নি হামিলোক কো দুষ্মন কৰিছে। চক্ৰতা কৰিছে । Do you admit, আপ্নি কহিব লাগে মেগাজিন ইউচ্মে আগুন দিছে কি নাই দিছে?

গোমধৰ : মই খাৰঘৰত নিজ হাতে জুই জ্বলাইছিলোঁ চাহাব।

নিউভিল : *(ডাঙৰকৈ)* But why? কি দৰকাৰ আছিলে আপ্নাৰ?

গোমধৰ : অসম ভূমিত তোমালোকৰ কোনো অধিকাৰ নাই চাহাব। ইংলণ্ডহে তোমালোকৰ জন্মভূমি।

মণিৰাম : কিন্তু কোঁৱৰ, অসম ৰাজ্য বৰ্তমান ইংৰাজৰেই অধীনত।

গোমধৰ : *(খঙেৰে)* তুমি য'তেই আছা তাতেই বহি থাকা মণিৰামঃ মই চাহাবৰ লগতহে কথা কৈছোঁ।

ডেভিদ : Order, Order!

নিউভিল : লেকিন গোমধৰ বাবু, You are a rebel আপ্নি ৰাজদ্ৰেহী আছে।

গোমধৰ : স্বীকাৰ নকৰোঁ চাহাব। অসমৰ ৰজাৰ মই কেতিয়াও বিৰোধিতা কৰা নাই।

নিউভিউ : Then why did you set fire ? আপ্নি কিউ আগুন দিছে?

গোমধৰ : মোৰ দেশক উদ্ধাৰ কৰাৰ বাবে, পৰাধীনতাৰ কালিমা গুচাবৰ বাবে ; কিন্তু তোমালোকে?

নিউভিল : গ্ৰেপ্তাৰ কৰিছে? This is called politics, ৰাজনীতি।

গোমধৰ : মোৰ জন্ম ৰাজকুলত। ৰাজনীতি কাক বোলে মই জানো। *(অলপৰৈ)* চাহাব, সুসভ্য ইংৰাজ তোমালোক। ৰাজনীতিৰ নামত তোমালাকে প্ৰৱৰ্তন কৰিছা অন্যায়ৰ দমন নীতি। কিন্তু এবাৰ ভাবি চাইছানে চাহাব--এই দমন নীতিক তোমালোকে কিমান দিন জীয়াই ৰাখিব পাৰিবা?

মণিৰাম : আপুনি সংযতভাৱে কথা কওক কোঁৱৰ, এইয়া আদালত।

গোমধৰ : শিষ্টাচাৰী মণিৰাম, তোমাক অশেষ ধন্যবাদ।

নিউভিল : আউৰ, আপুনি ভি আমাৰ বন্দী আছে।

গোমধৰ : বন্দী? *(বিদ্ৰূপৰ হাঁহিৰে)* চাহাব, তোমালোকে গোমধৰৰ দেহটোক বন্দী কৰিছা, সঁচা; কিন্তু মন আৰু আত্মাক কোনো দিন বন্দী কৰিব নোৱাৰিবা। *(আক্ষেপেৰে)* সৰ্পদংশনৰ জ্বালাত আজি অসমবাসী নিদ্ৰিত হৈ পৰিছে ; কিন্তু এই নিদ্ৰাই অসমীয়াৰ শেষ নিদ্ৰা হ'ব নোৱাৰে চাহাব। এদিন অসমীয়াই সাৰ পাব-- জাগ্ৰত হৈ উঠিব তেওঁলোকৰ আত্মচেতনা আৰু সেইদিনা প্ৰতিজন অসমীয়াৰ মনত প্ৰৱেশ কৰিব গোমধৰৰ এই পবিত্ৰ মন। জাতীয় চেতনাত উদ্বুদ্ধ হৈ উঠিব অসমীয়া জাতি-সেইদিনা কোনো অসমীয়াকেই তোমালোকে বন্দী কৰিব নোৱাৰিবা চাহাব। তেতিয়া সাপে খেদা বেঙৰ দৰে তোমালোক দৌৰিব লাগিব নিজদেশলৈ--

নিউভিল : *(খঙেৰে)* I see, the Assam Princ ! your Excellency. He should have a good lesson.He should be hanged.

ডেভিদ : But he surrendered.

মণিৰাম : চাহাব বাহাদুৰে অনুমতি দিলে আদালতৰ হুকুম শুনাব পাৰোঁ।

নিউভিল : Yes, চুনাব লাগে, go on. *(ডেভিদে হুকুমৰ কাগজ নিউভিলক আৰু নিউভিলে মণিৰামক দিব। মণিৰামে পঢ়ি যাব)।*

মণিৰাম : "শদিয়াৰ খাৰঘৰত জুই জ্বলোৱা, আৰু চৰকাৰ বাহাদুৰৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰি অসমৰ প্ৰজাক উচতাই দেশৰ শান্তিভঙ্গ কৰা অপৰাধত যোৰহাট পঞ্চায়ত আৰু জুনিয়ৰী মোতালক কমিছনাৰ বাহাদুৰৰ আদালতে বিদ্ৰোহৰ নেতা শ্ৰীগোমধৰ কোঁৱৰক দোষী সাব্যস্ত কৰে আৰু আজিৰ পৰা সাতবছৰৰ বাবে মহামান্য আদালতে শ্ৰীগোমধৰ কোঁৱৰক নিৰ্বাসন দণ্ডেৰে দণ্ডিত কৰে।"

*(হুকুম পঢ়া অন্তত গোমধৰৰ চকু বহল হৈ উঠিব আৰু পিচত লাগে লাহে লাহে তলমূৰ কৰি হুমুনিয়াহ পেলাব।)*

ডেভিদ : গোমধৰ বাবু, আপনাৰ কিছু কহিব থাকিলে কহিব পাৰে।

গোমধৰ : মোৰ ক'ব লগা একো নাই চাহাব।



মণিৰাম : মই আশা কৰিছিলোঁ কোঁৱৰ, ইংৰাজৰ সহায়ত অসমক উন্নতি পথলৈ আগুৱাই নিম বুলি। কিন্তু আপোনাৰ কৰ্ম আৰু ব্যৱহাৰে চাহাবৰ মনত অবিশ্বাসৰ বীজ ৰোপণ কৰিলে।

গোমধৰ : *(বিদ্ৰূপৰ হাঁহিৰে)* লোকৰ গাত ধৰি থিয় হ'ব খোজাজনক নিশকতীয়া, পঙ্গু বোলে। *(অলপ ৰৈ মনত আক্ষেপ প্ৰকাশ কৰি)* দুৰৰা-কাকতী বংশোদ্ভৱ মণিৰাম! তোমাৰ অদূৰদৰ্শিতাই অসম সূৰ্য্যক পূব-আকাশতেই অস্তমিত কৰিলে। টোপ দেখি লোভ কৰি অচিন কাঠৰ থোৰা লগালা—অনুতাপ হয়তো তোমাৰ আহিব ; কিন্তু নাভাবিবা মণিৰাম যে দেশ-মাতৃয়ে তোমাক ক্ষমা কৰিব। মণিৰাম, বন্ধুত্বৰ যি এনাজৰীৰে তুমি এই বিদেশী বগা বঙালক আঁকোৱালি ল'বলৈ চেষ্টা কৰিছা,সেই এনাজৰীয়ে এদিন হ'ব তোমাৰ ডিঙিৰ চিপজৰী!..

নিউভিল : Stop, stop these bloody uttering Captain, take him away. *(নেপথ্যত সংগীত কৰুণ হ'ব ; গোমধৰৰ চকুৱে ভৱিষ্যত প্ৰকাশ কৰিব ; মঞ্চ লাহে লাহেএন্ধাৰ হ'ব—শেষ পোহৰ গোমধৰৰ মুখত পৰিব।)*

**সমাপ্ত**

# ...চোঁ...

## দিলীপ কুমাৰ শৰ্মা



### চৰিত্ৰাৱলী

১ম অভিনেতা. ২য় অভিনেতা. ৩য় অভিনেতা.
অভিনেত্ৰী. শিশু অভিনেতা.



### অভিনয়ৰ আগ কথা ঃ

*(এই নাটকখনত কোনো চেটিংচ ব্যৱহাৰ কৰিব নালাগে। অভিনেতা কেইগৰাকীয়ে বগা পায়জামা পাঞ্জাৱী চোলা আৰু অভিনেত্ৰী গৰাকীয়ে বগা চাদৰ মেখেলা বা চুৰিদাৰ চোলা পিন্ধিলেও হ'ব। সময় সাপেক্ষে অভিনয়ৰ চৰিত্ৰ সলনি হওঁতে দৰ্শকে বুজিব পৰাকৈ মাথোন ভংগিমা ল'ব। চৰিত্ৰসমূহৰ নামকৰণ কৰা হোৱা নাই। কেৱল ১ম অভিনেতা, ২য় অভিনেতা, ৩য় অভিনেতা, মহিলা আৰু শিশু হিচাপে ৰখা হৈছে। আটাই কেইগৰাকীয়ে মঞ্চত থাকিব। বক্তব্য বা খণ্ড চিত্ৰবোৰ পৰিৱেশন কৰোতে দৰ্শকে বুজিব পৰাকৈ নিজৰ স্থিতিত থাকি সংলাপ নিক্ষেপণ কৰিব। একো গৰাকী অভিনেতাই ভিন্ন চৰিত্ৰ ৰূপায়ণ কৰিব লাগিব। সেয়ে ভাব-ভংগী অৰ্থাৎ আঙ্গিক বাচিক অভিনয়লৈ লক্ষ্য ৰাখিব। সমাজৰ সাম্প্ৰতিক সমস্যা, অভাৱ, ইয়াৰ সমাধানৰ খণ্ড চিত্ৰ এই নাটকৰ উপাদান। লোক সংস্কৃতিমূলক গীত-মাত ব্যৱহাৰ কৰা হৈছে। গতিকে প্ৰকৃত ক্ষেত্ৰত লোক সংস্কৃতিমূলক গীত-মাত আৰু ভংগিমাসমূহ নিখুঁত হোৱা বাঞ্চনীয়। যিখিনি ব্যঙ্গ কৰা হৈছে সেইখিনি ব্যঙ্গয়েই)।*

*(মঞ্চ মুকলি হোৱাত দেখা যাব ৩গৰাকী অভিনেতা, এগৰাকী অভিনেত্ৰী আৰু শিশু অভিনেতা এজনে ওপৰলৈ এখন হাত পাতি আনখন হাত মুঠি মাৰি Freeze হৈ থাকিব মঞ্চখনৰ বিভিন্ন ঠাইত। মূৰটো ওপৰলৈ তুলি আকাশৰ পিনে চাই ৰ'ব। মঞ্চত পোহৰ ক্ষীণ, শিশু অভিনেতাজনে পাদ প্ৰদীপ বা Foot light অৰ্থাৎ Up Centre ত থিয় হ'ব Flade Light ৰ তলত। শিশু গৰাকীৰ মুখত 'বেবি স্পট লাইট' ব্যৱহাৰ কৰিব পাৰে। শিশু গৰাকীয়ে দুয়োখন হাত মুখত লগাই ঘোষণা কৰিব)*

শিশু ঃ শ্ৰদ্ধেয় ৰাইজ। এয়া আপোনালোকৰ সন্মুখত আমি নিবেদন কৰিব লৈছোঁ অসমীয়া লোক সংস্কৃতিৰ এক বিশেষ অনুষ্ঠান, এয়া 'মহ খেদা গীত'।

*(আটাই কেইগৰাকী অভিনেতাই চক্ৰাকাৰে ঘূৰি মহখেদা গীত অনষ্ঠান পৰিৱেশন কৰিব। হাতত বাঁহ থকাৰ দৰে কৰি ঘূৰি--ফুৰি গীত গাব। এজনে গীত লগাই বাকীবোৰে ধৰিব)*

ভাল হওক--হওক।
কুশল হওক--হওক।
গোলিৰ গৰু বাঢ়ক--বাঢ়ক।
ভাখ্ৰিৰ ধান বাঢ়ক--বাঢ়ক।
গৃহস্থক এটা পইচা দিবাৰ শক্তিমন্ত কৰক--কৰক।
জয় ৰাম বোলা জয় হৰি বোলা।
অ' হৰি মো--হো--হো--মহ খেদ্‌বা টোকান লৌ।
মহে বুলে মইল্লু দে--টেপৰ পুৰা খালুদে

টেপৰ পুৰাত নহল নূন--চাউল লাগে একো দুন।
চাউল নেদি দিলাক খৰি--বুঢ়া বামুণৰ লৰা লৰি--
লৰা লৰি কৰাওঁতে--সোণাৰ নাঙাল পাওঁতে--
সোণাৰ নাঙাল ৰূপাৰ ফাল--এহঁতৰ ঘৰ দেইখ্‌বা ভাল।
বাঁহৰ পাত পকা পকা--আমাক লাগে বগা টাকা।
বাঁহৰ পাত চিকি মিকি--আমাক লাগে বগা শিকি
মহ গেল পাতালে--হাল গেল সাৰালে
সকল মহক পাৰ কল্লু বুঢ়া দিয়াৰ ঘাটে
মহো--হো মহো--হো। ভাল ভলুকা খেদি থৌ
চাৰা ৰাতি ভাল ভলুকা খেদি--পইচা আনিম খুজি মাগি
পইচা মাগি যত পাম মাঘৰ বিহুত দলভাত খাম
ছলিগিলা ওলাওৰে--ভাল ভলুকা খেদোৰে”
আথেৰ ঘৰৰ তুহঁৰ ধহাঁ--ছলি কান্দে তহা তহাঁ
আথেৰ ঘৰৰ ছিগা কাঁচি--বুঢ়ী হাগে আকো পাচি
আথেৰ ঘৰৰ--ছিগা দাও--বুঢ়া হাগে আকো নাও
বাঁহৰ পাত চাকা চাকা--আমাক লাগে আধলি টকা
ভাল হক--কুঁশল হক
ভাখ্‌ৰিৰ ধান বাঢ়ক
আমাক চাইট্টা পইচা দিবাৰ--শক্তিমন্ত কৰক
জয় ৰাম বোলা
জয় হৰি বোলা।।

১ম ঃ হেৰৌ--তহঁতে যে মহ খেদিব আহিছ--তহঁতে মহ চিনি পাৱনে?

২য় ঃ পাওঁ বৰ পিতাই। মহ আকৌ চিনি নাপাম নে?

৩য় ঃ এৰা। মহৰ মাজত থাকি থাকিয়েই ইমানটো হলোঁ।

মহিলা ঃ খৰালি কালত দেখোন মহৰ উৎপাতত ৰ'বকে নোৱাৰোঁ।

শিশু ঃ মহৰ কামোৰত মোৰ হেনো এবাৰ মেলেৰিয়া হৈছিল--আয়ে কৈছে নহয়।

১ম ঃ হাঃ হাঃ হাঃ। মই এইবিধ মহৰ কথা কোৱা নাইঅ' মোৰ বোপাইহঁত। তহঁতে সেইবিধ মহ চাগে দেখাই নাই।।

মহিলা ঃ নলা-নৰ্দমাত, লেতেৰা--পেতেৰা ঠাইত বাস কৰা, আমাক কামুৰি তেজ খোৱা সেই মহ নহয় জানো?



১ম ঃ নহয়।

২য় ঃ বাৰিষা ওলাই খৰালি নাইকিয়া হোৱা মহবোৰ নহয় জানো?

১ম ঃ নহয়।

৩য় ঃ আঁঠুৰাৰ ফুটাৰে যে সোমাই শুই থকা মানুহক--

১ম ঃ নহয়।

শিশু ঃ গাত পৰিলে আমি যে চপৰিয়াই মাৰো--সেইবিধ নহয়, নহয় জানো?

১ম ঃ নহয় অ'। সেইবিধ মহ নলা-নৰ্দমাত নাথাকে। সিহঁতৰ বাৰিষা--খৰালি নাই । গাত পৰিলেও দেখা পোৱা নাযায়। এৰা! এইবিধ মহে সমাজৰ এক অজ্ঞাত ঠাইত বাস কৰে। শৰীৰত নপৰাকৈ তেজ শোহে। আৰু ফটা আঁঠুৰাৰ ছিদ্ৰ চাই সুবিধা পালেই সোমাই ৰক্ত পান কৰে। দেখা পোৱা নাযায়--চপৰিয়াই মাৰিবও নোৱাৰি।

২য় ঃ জানো। আমাৰ হ'লে অভ্যাস হৈ গৈছে। কিমান মহে খায় খাওক। ফটা আঁঠুৰা কিমান বাটিম? ম'হ সোমাই আছে--খাই আছে।

১ম ঃ এৰা। খাওক। কিমান খাব? সহ্য কৰি থাক। ফটা আঁঠুৰা তৰি থাক। তথাপি নাবাটি বি। নতুন আঁঠুৰাৰকথা চিন্তা নকৰিবি।

৩য় ঃ সাতাম পুৰুষীয়া দিনৰ পৰা এনেকৈ চলি আহিছোঁ। মোৰ আজু ককা, ককা, পিতাই, আটায়ে এই আঁঠুৰাখনকে ব্যৱহাৰ কৰিছিল। এতিয়া মই। মোৰ পিছত মোৰ সন্তানে ব্যৱহাৰ কৰিব।

মহিলা ঃ মহে কামুৰিলেও আমি ক'ব নোৱাৰোঁ--অভ্যস্ত হৈ পৰিছোঁ।

২য় ঃ পৰিশ্ৰম কৰি কৰি ভাগৰি পৰোঁ--ৰাতি বিছনাত গ'লে (নাকৰ শব্দ কৰি দিব)

১ম ঃ পৰিশ্ৰম কৰিছা কাৰ বাবে? কাৰ মাটিত পৰিশ্ৰম কৰিছা? ফচলবোৰ কাক দিছা? নিজে পাইছা কি? হেৰ মহে খাইছে তহঁতক। তেজবোৰ শুহি--শুহি শেষ কৰিছে তহঁতক।

৩য় ঃ বানপানীৰ কবলত পৰি খেতি-বাতি নোহোৱা হ'ল। বানে সকলো ধুই লৈ গ'ল। ঘৰ-দুৱাৰ, গৰু ম'হ সকলো সংহাৰ হ'ল। মোৰ ককা মহাজনৰ ঘৰত বন্ধা আছিল। তাৰ পিছত মোৰ পিতাই। মহাজনৰ ঘৰত গেবেৰী খাটি খাটি পিতাই টান নৰিয়াত পৰি মৰিল। মোৰ বয়স হালিলে--মহাজনৰ ঘৰত জীৱনটো সোমাই গ'ল উলিয়াব আৰু নোৱাৰিলোঁ।

২য় ঃ আই-বোপাইৰ বেমাৰ, ভনীজনীক বিয়া দিব লাগে--এনেকৈয়ে থকা মাটিখিনি মণ্ডলৰ হাতত বন্ধক থৈছিলোঁ। ঘৰৰ মানুহজনীৰ পেটত বৰ জীজনী সোমোৱা দিন ধৰি বেমাৰ। মাটিখিনি আৰু উলিয়াব নোৱাৰিলোঁ--মণ্ডলৰ নিজৰ হৈ গ'ল। ঋণ পৰিশোধ কৰিব নোৱাৰি মণ্ডলৰ ঘৰত বন্ধা আছোঁ।

১ম ঃ তোৰ অকাল মৃত্যুৰ পিছত তোৰ সন্তানক বন্ধকত দিবি। ছোৱালীজনীক লোকৰ ঘৰত থবি। এই মহাজন, মণ্ডল--ইহঁত সুবিধাবাদী। দুখীয়া মানুহৰ দুৰ্বলতাৰ সুযোগ গ্ৰহণ কৰে।

মহিলা ঃ মাৰ অকাল মৃত্যু, বাবাৰ বেমাৰ, ভাইটোৰ ভনীটোৰ লঘোণীয়া পেটত খুদকণ এটি যোগান দিয়াৰ বাবে ময়ো ঘৰখন এৰি ৰাজপথত থিয় হৈছোঁ। মহাজনৰ ঘৰত কাম বিচাৰি গৈছিলো। ক্ষুধাৰ জ্বালা, গাভৰু দেহৰ মঙহ ঢাকিবলৈ এখন কাপোৰৰ বাবে মহাজনৰ ঘৰত সতীত্বৰ আত্ম সমৰ্পণ

করিছিলোঁ। ফলত সমাজত লেই লেই চেই চেই করিছিল মোক। এই সুবিধা লৈছিল এচাম সমাজৰ বৰমূৰীয়া লোকে। নিশাৰ এন্ধাৰত মোৰ প্ৰতি সদয় হৈছিল। সেইঁতে মোৰ কেঁচা মাংস চোবাই কোৰাৰিবে তেজ উলিয়াইছিল। মই হৈ পৰিছিলোঁ সমাজৰ এক ঘৃণ্যতম নাৰী।

শিশু : কিতাপ-কাগজৰ অভাৱ, পৰীক্ষাৰ মাচুল দিব নোৱাৰোঁ, লঘোণীয়া পেটৰ তাড়নাত মই বাবুৰ ঘৰত, চাহাবৰ ঘৰত, চাহ দোকানত, গেৰেজত কাম কৰি জীৱিকা চলাও। পৃথিৱীখনত মই পথ বিচাৰি নাপালোঁ। গৰু কোবোৱা লৰু, হাতুৰী, কোৰ, চাৰ্ফ মিহলোৱা পানীৰ বাল্টি মোৰ কলম--পেঞ্চিল ধৰা হাতখনত ঠাই পালে। মই শিশু শ্ৰমিক হৈ পৰিলোঁ।

১ম : তহঁতক কোনবোৰ মহে তেজ সুহিছে দেখিলিনে? এই মহাজন, মণ্ডল, বাবু চাহাববোৰ--ইহঁত সুবিধাবাদী। আমাৰ সমাজৰ দুখীয়া-নিছলাৰ দুৰ্বলতাৰ সুযোগ পালেই ইহঁতে শুং সোমাই দি তেজ পিয়ে। ইহঁতো ফটা আঁঠুৰাৰ সন্ধানত ঘূৰি ফুৰা মহ। এতিয়া তহঁতে ক--এইবিধ মহ বিচাৰি খেদিব পাৰিবিনে? ফটা আঁঠুৰাৰ ছিদ্ৰ বাটিব পাৰিবিনে? নতুন আঁঠুৰা ব্যৱহাৰ কৰিবিনে? নে এনেকৈ মহৰ বলি হৈ থাকিবি?

*(আটায়ে)* "নাই নাথাকোঁ।"

১ম : এৰা, আমি সবে মিলি সমাজৰ এই মহ খেদিব লাগিব। হেৰৌ একে লগ হ। সকলোৱে মিলি-জুলি একতাৰ ডোলেৰে বান্ধ খাই দুখীয়া, নিছলা আৰু দুৰ্বল শ্ৰেণীৰ লোকক তেজ শোহা মহ খেদিবই লাগিব।

আটায়ে--হয়। মহ খেদিবই লাগিব।

১ম : আহ। আমি আটায়ে মহ খেদা গীতটি গাওঁ *(এজনে গীত লগাই দিব বাকীবোৰে ধৰিব)*

ভাল হওক--হওক
কুঁশল হওক--হওক
দুইখা গৰীব--ঠুপ্‌ৰি হওক--হওক
তিৰি চলিৰ মঙ্গল হওক--হওক
ধনী দুইখা নহহওক--হওক
চবে মিলি দুইসাজ খাবা পাৰা হওক--হওক
দুইখা ধনী লগ হওক--হওক
বেঁকা হাড়া চিধা হক--হওক
দুইখা গৰীব কথা কবা পাৰা হওক--হওক
অন্যায়ৰ বাবে যুঁজ্‌বা পাৰা হওক--হওক
দিনক দিনে সাহ বাঢ়ক--বাঢ়ক
জয় ৰাম বোলা--জয় হৰি বোলা।
অ' হৰি মো হো হো--মহ খেদ্‌বা টোকান লউ।
মহে বুলে হাউ হাউ--



টেপল পুৰা খাউ খাউ--
টেপলীত নহল নূন
চালি লাগে একো দুন
এক দুন চাউল পাবি কত
ধনী মান্‌হু আছে যত
ধনী মান্‌হু কত পাবি
অহয় সহয় বিচ্‌ৰি চাবি
তাহুন যদি নেদে চাউল
ম'হ খেদাতে লাগ্‌বো আউল
চাউলৰ বাবে হাত পাত্‌পি
গোটেই জীৱন বান্ধা খাত্‌পি
ছাল চাম্‌ৰা বান্ধা খাতোতে যক
ধনী মান্‌হৰ ভই ধূলা লক
মহ বিচ্‌ৰি যাবি কত
নলা নৰ্দমা আছে যত
নলা নৰ্দমা বিচ্‌ৰি চাবি
দামা দামি মহ বিচ্‌ৰি পাবি।
যাৰ ঘৰত মহ্‌ৰি নাই
তাৰ ঘৰতে মহ যাই
মহাৰিৰ ফুটা দেখা পালি
মহ খেদ্‌বা আক্‌লাই নৰি
ৰাইজ থুপ্‌ৰি হলি খেদ্‌বা পাবি।
ৰইজ সকল থুপ্‌ৰি হউ
মহ খেদ্‌বা টোকান লউ
দুইখা গৰীব থুপ্‌ৰি হউ
ফাটা মহ্‌ৰি বাটি লউ
হাতে হাতে বান্‌নি ধৰ
নলা নৰ্দমা চাফা কৰ।
খাবাৰ নাই পিন্‌ভাৰ নাই
মুখ মেলি থাকে চাই।

খুদ্‌কণ এটা নাই ঘৰে
দিনে ৰাতি শুখে মৰে
ধনী মানুহে দুইখাৰ কান্ধত বহে
দুইখা মানুহৰ তেজ চুহে।
আহ্‌ ভাই ওলে আহ
মনত বান্ধ মৰ সাহ
থুপ্‌ৰি হওৰে থুপ্‌ৰি হউ
তেজ খ মহ খেদ্‌বা টোকান লউ
ভাল হওক, কুঁশল হওক
নলা নৰ্দমা চাফা হওক
দুইখা গৰীব থুপ্‌ৰি হওক

*(আটায়ে নিজৰ ঠাইত Freeze হৈ ৰ'ব)*

*(শিশু অভিনেতা গৰাকীয়ে পুনৰ foot light ৰ সন্মুখত থিয় হৈ পূৰ্বৰ দৰে দুই হাত মুখত ধৰি ঘোষণা কৰিব 'শ্ৰদ্ধায় ৰাইজ। পৃথিৱীৰ প্ৰতিটো শিশুক মাকে কোলাত লৈ নিচুকনি গীত গাই আদৰ কৰি শুৱাই থয়। ভগৱান শ্ৰীকৃষ্ণকো মাকে নিচুকনি গীত গাই শুৱাই থৈছিল। এইবাৰ আমি মঞ্চত পৰিৱেশন কৰিব লৈছোঁ অসমীয়া (লোক) সংস্কৃতিৰ এটি বিশেষ অংগ 'নিচুকনি গীত'*

*(মহিলা অভিনেত্ৰী গৰাকীয়ে শিশুটিক কোলাত লৈ আদৰেৰে নিচুকনি গীত গাব)*

মহিলা : আমাৰে মইনা শুব এ
বাৰীৰে বগৰী ৰুব এ
বাৰীৰে বগৰী পকি সৰি যাব
মইনাই বুটলি খাব।
শিয়েলীয়ে নাহিবি ৰাতি
তোৰ কাণে কাটি লগামে বাতি
আমাৰে মইনা ঘুমতি যাব
শাল গছৰ বাগিছাত উমলি ৰ'ব
শিয়েলীৰ গাততে ৰখিয়া থাকিব
শিয়েলীৰ পুতেকক বাঘিনীক দিব।

*(ইতিমধ্যে আটাই কেইগৰাকী অভিনেতাই চকু মুদি দিব)*

১ম : এইটো কি গীত অ' আই?

মহিলা : নিচুকনি গীত। টোপনি আনিবলৈ গোৱা গীত।



১ম : হাঃ হাঃ হাঃ নিচুকনি গীত? টোপনি অনাৰ গীত? *(আটায়ে চকু মেলিব)*

২য় : আমাৰ দেখোন এনেয়ো টোপনি ধৰে আই।

৩য় : আমি সদায় তন্দ্ৰামগ্ন। নিচুকনি গীত গোৱাৰ প্ৰয়োজনেই বা কি? টোপনিৰ নিচা ধৰিয়েই থাকে আই।

মহিলা : মই যে মাক বাচা।

১ম : আমি সদায় শুয়েই আছোঁ আই। এক অদৃশ্য শক্তিয়ে আমাৰ জাতিটোক, আমাৰ সমাজখনক, আমাৰ বিশাল বিশ্বখনৰ সাধাৰণ নিম্ন বিত্তৰ লোকসকলক নিচুকাই আছে।

৩য় : আৰু এনেকুৱা তন্দ্ৰামগ্ন অৱস্থাত সিহঁতে আমাক কেতিয়াবা নচুৱাইছে, কেতিয়াবা হুঁহুৱাইছে, আৰু কেতিয়াবা কন্দুৱাইছে।

২য় : এচাম বুদ্ধিজীৱী, ৰাজনীতিকে আমাক নিচুকাই আছে অহৰ্নিশে। নিজৰ স্বাৰ্থ সিদ্ধি কৰিবলৈ সেই চাম লোকে আমাক শুৱাই থৈছে।

১ম : তোৰ এই নিচুকনি গীত অৰ্থহীন আই। বাৰীৰ বগৰী পকিবলৈ বগৰীৰ গছ বাৰীত আছে জানো? শাল গছৰ বাগিচাত উমলিবলৈ শালগছৰ বাগিচা আছে জানো?

২য় : ৰজা ঘৰ প্ৰজা ঘৰ সবে মিলি দেখোন হাবি-বন ধ্বংস কৰিলে। এচাম ক'লাবেপাৰীয়ে মন্ত্ৰী, এমেলে, হাকিম-মুঞ্চিফৰ মুখ বন্ধ কৰি চোৰাংভাৱে বনাঞ্চল ধ্বংস কৰিলে।

৩য় : ফলত বসবাস কৰিবলৈ উপযুক্ত ঠাই নোহোৱা হ'ল। প্ৰকৃতিৰ ওপৰত কুঠাৰাঘাত হ'ল। প্ৰকৃতিৰ ধৰ্ম সলনি কৰি দিলে। জাতিটোৰ হাতৰ কুঠাৰ ভৰিত পৰিল।

২য় : প্ৰকৃতিৰ পৰিৱেশ বিষাক্ত হ'ল। দেশৰ ৰাজহৰ ক্ষতি হ'ল।

১ম : চৰকাৰে এফালে গছ কটা বন্ধ কৰিছে, আন ফালে চোৰাং বেপাৰীক গছ কাটিবলৈ সুবিধা দিছে।

শিশু : মা। তুমি এবাৰ আকৌ নিচুকনি গীতটি গোৱা মা--*(আটায়ে শিশুটিলৈ চাব)*

মহিলা : শিয়েলীয়ে নাহিবি ৰাতি--
তোৰে কাণে কাটি লগামে বাতি।

শিশু : *(মাকৰ কোলাৰ পৰা উঠিব)* এই নিচুকনি গীতটো গণ সংগীতলৈ ৰূপ দিব লাগিব মা। এৰা মা। চিৰদিন এন্ধাৰে আৱৰা আমাৰ সমাজখন, দেশখন, জাতিটোৰ বাবে শিয়ালৰূপী ৰাজনীতিক নেতা, কাণ্ডাৰী, আমোলা, বিষয়া এই সকলো ভণ্ডৰ কাণ কাটিব লাগিব। আমি এই শিয়ালবোৰক চিনাক্ত কৰি বধ কৰিব লাগিব।

১ম : সঁচা মা। চাৰিওফালে শিয়াল পিয়াপি দি ফুৰিছে। সিহঁত ৰাতিৰ এন্ধাৰত ওলায়। ৰাতি হুৱা দিয়ে। দিনত গাঁতত থাকে।

২য় : এৰা, আমি দিনতে গাঁতবোৰ বিচাৰিব লাগিব। গাঁত খান্দি সেই শিয়ালবোৰক বিচাৰি উলিয়াব লাগিব। মহিলা--মোৰ বাচাহঁত। তহঁত লগ হ। মোৰ এই পোনাকণক যাতে শিয়ালে একো কৰিব নোৱাৰে তাৰ বাবে যুঁজ কৰ। শিয়ালৰ কাণ কাটিবই লাগিব। শিয়াল খেদা অভিযান চলাব লাগিব।

১ম : এৰা আই। যিসকলে আমাক নিচুকনি গীতেৰে শুৱাই ৰাখিছে, তেওঁলোকক নিধন কৰিব লাগিব।

আমাৰ টোপনিৰ নিচা ভাগিবই লাগিব। আমাৰ টোপনিৰ সুযোগত সিহঁতক আৰু শোষণ কৰিব নিদিওঁ। টোপনি অহাৰ নহয়, টোপনি ভগাৰ গীত গোৱা মা।

৩য় : আমাৰ তন্দ্ৰা ভঙাৰ সময় সমাগত। শুই থাকিলে শিয়াল আহিব।

শিশু : তোমাৰ নিচুকনি গীতটো আমি গণসংগীতলৈ ৰূপ দিব ওলাইছোঁ মা। আহা, আমি গণসংগীতটি সবে মিলি গাওঁ।

শিয়েলীয়ে নাহিবি ৰাতি--
তোৰে কাণ কাটি লগামে বাতি।
দিনৰে পোহৰত যতে তই থাক্।
*বিচাৰি উলিয়াম তহঁতৰ জাক।*
দিনতে মুখা লৈ কিমান তই খেলিবি
বিচাৰি যাম তোক পলাই দৌৰি নিদিবি।
ঘুমটি ভাঙিছে চকু মেল খাইছে
ধৰিব তোকে ঐ যাম।
দিনৰে পোহৰত মুখাবোৰ খুলিম ঐ
লুকাই লুকাই চাই থাক।
কানিৰে নিচা ঐ ভাগিছে শিয়ালী ঐ
আমি সবে লগ হ'লো
সমাজৰ অবিচাৰ দেশৰে অনীতি
ভাঙিম ঐ শিয়াল, আমি শপতে খালো।
শোষণহীন সমাজ গঢ়িম ঐ শিয়েলী
দুৰ্নীতি উভালি আনিম,
মন্ত্ৰী নেতা সবে চাই থাকিবি
ৰাইজ মিলি সমাজ গঢ়িম।
শিয়েলী এ নাহিবি ৰাতি
তোৰে কাণে কাটি লগামে বাতি।

*(আটায়ে নিজ স্থানত Freeze হৈ ৰ'ব)*

*(শিশু অভিনেতা গৰাকী পুনৰ foot light ত আহি ঘোষণা কৰিব)*

শিশু : এইবাৰ আমি নিবেদন কৰিব লৈছোঁ এক অনবদ্য লোক সাংস্কৃতিক অনুষ্ঠান সেয়া হৈছে 'হোলীগীত' *(আটায়ে মিলি হোলীগীত পৰিৱেশন কৰিব)*

হোলী খেলে ৰঙ্গ কৰি
বৃন্দাবনে গোপী সবে
কৃষ্ণ গৈলা ৰাধাৰ কাষে
ৰাধা আহে ধীৰে ধীৰে।
গোকুল আৰু বৃন্দাবন
মন হৈলা উচাতন
ৰং খেলিব হাতে ধৰি
গোপী সবে থাকে ঘূৰি
আবিৰ ঘহে ৰাধাৰ গালে
কানাই থাকে মনে মনে
ৰং খেলে ৰঙ্গ মনে
গোপী সবে বৃন্দাবনে
ৰং খেলে আনন্দ কৰি
কৃষ্ণক মধ্যে ঘেৰি ধৰি,
হোলী খেলে ৰঙ্গ কৰি................

*(মহিলা অভিনেত্ৰী গৰাকী উচুপি উঠিব)*

মহিলা : তহঁতে হোলী খেলিছ? ৰঙৰ উৎসৱ হোলী? বৃন্দাবন গোকুল সজাইছ এই খন দেশ?

১ম : চৌদিশে ৰঙৰ উৎসৱ চলিয়েই আছে। ৰঙাৰঙ।

২য় : মাঘ বিহুৰ উৰুকাৰ নিশা মোৰ আই-বোপাই, ভাই-ভনী সাতোটিকে প্ৰাণীক ভাতৰ পাতত কোনো সন্ত্ৰাসবাদীয়ে বন্দুকেৰে ৰাঙলী কৰি হোলী খেলি গ'ল *(কান্দোন)*

৩য় : উগ্ৰপন্থীৰ পৰিয়ালৰ লোক হোৱাৰ অপৰাধত মোৰ সু-সাহিত্যিক ডাঃ ককাইদেউ, ভনীজনীকে আদি কৰি পৰিয়ালৰ কেইবাটিকৈ লোকক গুপ্তচৰে হত্যা কৰিলে, বৈ গ'ল কেঁচা তেজৰ নৈ *(কান্দিব)*

১ম : দেশখন স্বাধীন কৰাৰ সপোন দেখি মোৰ সৰুটো ভাই--হাতৰ কলম দলিয়াই জঙঘলে জঙঘলে পুলিচৰ বন্দুকৰ আগত দৌৰি দৌৰি সি এদিন আৰক্ষীৰ গুলীত বলি হ'ল। ৰাঙলী হৈ পৰি ৰ'ল তাৰ দেশ প্ৰেমৰ ফুল কুমলীয়া দেহ *(কান্দিব)*

মহিলা : ভাতৃঘাতী সংঘৰ্ষত মোৰ একমাত্ৰ ল'ৰাটোক নিজৰ পৰিয়ালৰ উগ্ৰবাদী লোকে হত্যা কৰি তেজৰ ফাকু খেলিলে *(কান্দোন)*

২য় : মোৰ ভনীজনীক দেশৰ শান্তিৰক্ষাকাৰী বাহিনীৰ জোৱানে মাজ নিশা, মোৰ বিদ্ৰোহী সৰু ভাইটোক বিচাৰাৰ নামত দেউতাৰ সন্মুখতে ধৰ্ষণ কৰি পৈশাচিক অত্যাচাৰ কৰি নিৰ্মমভাৱে মাৰি পেলালে *(কান্দিব)*

মহিলা : দিল্লীৰ ঔপনিবেশিকতাৰ বিৰুদ্ধে সৰৱ হৈ দেশখন স্বাধীন কৰাৰ মানসেৰে ঘৰৰ পৰা ওলাই যোৱা মোৰ দুই পুত্ৰৰ মাজত কোনোবাই দন্দ্ব আনি দিলে। ফলত ইজনে আনজনক হত্যা কৰিলে। আনটি ল'ৰা গুপ্তহত্যাৰ বলি হ'ল *(কান্দোন)*

১ম ঃ ভাষা সাহিত্যৰ লিপি মীমাংসাত উপনীত হ'ব নোৱাৰাৰ অপৰাধত আমাৰ বৰ দেউতাক নিজৰ জাতিৰ একে ভাষীৰ লোকে নৃশংসভাৱে হত্যা কৰিলে।

৩য় ঃ সাম্প্ৰদায়িক সংঘৰ্ষ, ভাষা আন্দোলন, মাধ্যম আন্দোলন, বিদেশী বহিষ্কাৰ আন্দোলন, মৌলবাদীৰ অন্ধ ধৰ্ম প্ৰৱণতাৰ সমস্যা উদ্ভাৱন কৰি কিমানে কিমানক হত্যা কৰি তেজৰ হোলী খেলিলে!

মহিলা ঃ উগ্ৰবাদীৰ বন্দুক, আৰক্ষীৰ ৰাইফল, বোমা বৰ্ষণ, গ্ৰেনেড বিস্ফোৰণ, গুপ্ত হত্যাৰ চোকা তৰোৱালৰ তাণ্ডৱ চলি আছে অহৰহ। মানুহে মানুহৰ তেজৰ খেলা আৰম্ভ কৰিছে।

১ম ঃ নিৰপৰাধী বিদেশী পৰ্যটক গ্ৰীটচাংকো, সমাজকৰ্মী সঞ্জয় ঘোষ, ডাঃ পান্নালাল, দেৱ কন্যা শ্ববনাম, অভিযন্তা ৰহিতেশ্বৰ শইকীয়া, সাহিত্যিক বিনেশ্বৰ ব্ৰহ্ম, সাংবাদিক কমলা শইকীয়া, ৰাজনৈতিক নেতা মানবেন্দ্ৰ শৰ্মাৰ তেজৰ নৈত দুষ্কৃতিকাৰীয়ে স্নান কৰিলে।

২য় ঃ ভাষাৰ নামত, ধৰ্মৰ নামত, জাতিৰ নামত, অৰ্থৰ লোভত, ক্ষমতাৰ লোভত ইজনে আনজনক তেজৰ ফাকু উৰাইছে।

শিশু ঃ সৌ সিদিনা আমেৰিকাৰ পেণ্টাগন আৰু বিশ্ববাণিজ্য কেন্দ্ৰ ধ্বংসৰ নামত হাজাৰ হাজাৰ নিবীহ লোকৰ প্ৰাণ ল'লে। সৃষ্টি কৰিলে বিশ্ব যুদ্ধৰ সূচনা। বৰটোপ, বোমাৰ গৰ্জনত চৌদিশ কঁপি উঠিল। ফুলৰ বাগিচা, বিদ্যালয়ত, শিল্পৰ ৰংঘৰত জুই লাগিল। সূৰুযৰ ৰং ধ্বংসৰ ক'লা ধোঁৱাই আৱৰি ধৰিলে। আমাক সূৰুযৰ ৰঙা ৰং লাগে।

৩য় ঃ সূৰ্য সাহস

মহিলা ঃ সূৰ্য প্ৰগতি

১ম ঃ সূৰ্য আশা।

শিশু ঃ আমাক পোহৰ, সাহস, প্ৰগতি আৰু আশাৰ ৰং লাগে।

১ম ঃ ভগৱান শ্ৰীকৃষ্ণ শান্তিৰ প্ৰতীক। তেওঁ শান্তিৰ ৰঙেৰে হোলী খেলিছিল। সেই হোলী উৎসৱক আমি উদ্‌যাপন কৰিব লাগিব অশান্ত উত্তপ্ত ধৰণীত গোকুল বৃন্দাবন সাজি।

শিশু ঃ হে সূৰুয *(চিঞৰি)* আমাক শান্তি দিয়া। আমাক সাহস দিয়া। আমাক এধানি সুখ দিয়া। হে পৃথিৱীৰ মানুহ। তোমালোকে নিজেই শান্তি সৃষ্টি কৰা। আমাক যুদ্ধ নালাগে, হিংসা নালাগে, আমাক সংঘৰ্ষ নালাগে। আমাক লাগে সুখ আৰু শান্তি। শান্তিয়ে আনিব প্ৰগতি। প্ৰগতিৰ বাটত খোজ পেলাই আমি নতুন প্ৰজন্মই এখন নতুন জগত ৰচনা কৰিম।

মহিলা ঃ হে ধৰ্ম যোদ্ধাসকল! হে উগ্ৰ জাতীয়তাবাদীসকল! হে সাম্প্ৰদায়িকতা সৃষ্টিকাৰী সকল! হে বিশ্ব যুদ্ধৰ যোদ্ধাসকল।

আটায়ে ঃ তোমালোকে অস্ত্ৰ সম্বৰণ কৰা।

শিশু ঃ বন্দুকৰ নলীৰে বাৰুদ নিক্ষেপ নকৰি বন্দুক লোৱা হাতেৰে ফুলৰ পাপৰি ছটিয়াই দিয়া। আমি আৰু পৃথিৱীৰ কদৰ্যৰূপ চাই থাকিব নোৱাৰোঁ। তোমালোক মানুহ। তোমালোকে নিশ্চয় পাৰিবা। ঢাকি ধৰা সূৰুযৰ ক'লা মেঘ আঁতৰাই সৃষ্টি কৰা শুকুলা মেঘ। আমাৰ গাত সূৰুযৰ ৰঙাৰঙ ছটিয়াই দিয়া। আমাক কান্দোন নালাগে। আমাক লাগে হাঁহি। আমাক শান্তি দিয়া। শান্তি। *(কান্দি উঠিব)*



১ম ঃ আহা আমি সবে মিলি নতুনকৈ হোলীৰ গীত গাওঁ--

হোলী খেলো ৰঙ্গ কৰি,
আমি হাতে হাত ধৰি।
জাতি ধৰ্ম বৰ্ণ ভাব,
সকলোবোৰ কৰি নাশ।
চোকা অস্ত্ৰ বাৰুদ ব'ম,
সকলোবোৰ ঠেলি থম।
হোলী খেলো ৰঙ্গ মনে,
দল বান্ধো ঘনে ঘনে।
হিংসা বিদ্বেষ আঁতৰ কৰি,
সন্ত্ৰাসবাদ যাব মৰি।
ৰং খেলিব আনন্দ মনে,
সুখ আহক ঘনে ঘনে।
অন্যায় আৰু দমন নীতি,
আঁতৰি আহিব মিলা প্ৰীতি।
মিলা প্ৰীতি মাজে মাজে,
সুখৰ হোলী মনে সাজে।
হোলী খেলো ৰঙ্গ কৰি........

*(নিজৰ ঠাইত Freeze হৈ ৰ'ব)*

*(শিশু অভিনেতা গৰাকীয়ে ঘোষণা কৰিব পূৰ্বৰদৰে)*

শিশু ঃ এইবাৰ আমি নিবেদন কৰিব লৈছোঁ--অসমীয়া লোক সংস্কৃতিৰ এক আপুৰুগীয়া সম্পদ--এয়া 'কামৰূপৰ ওজাপালি'।

*(অভিনেতা কেইগৰাকীয়ে ওজাপালি প্ৰদৰ্শনৰ ভাও লব। হাতাত যুৰি তাল থকাৰ দৰে কৰিব)*

১ম ঃ পদ্মাৰ চৰণে কালী প্ৰণাম কৰিয়া

*ওজা* চম্পক নগৰ বুলি কালী গমন কৰিলা।
মুখৰ সেপ দিয়া কালী গুচাইলা কৰাল
কেশ সম হৈয়া কালী পখিলা ভিতৰ

২য় ঃ *(দাইনাপালি)* কি হ'ল ওজা?

১ম ঃ শুনা। পদ্মাৰ চৰণত পৰি--

২য় ঃ কালী প্ৰাণাম কৰিলে।

১ম ঃ আৰু কি কৰিলে?

২য় ঃ চম্পক নগৰ বুলি

দুয়ো ঃ গমন কৰিলে।

২য় ঃ হয় হয়। ৰাইজৰ চৰণে নেতা প্ৰণাম কৰিলা,
ভোট দিয়ক ভোট দিয়ক বুলি অমৃত বৰষিলা।।

১ম ঃ পকেটৰ ধন দিয়া প্ৰাৰ্থী ভোট খুজিলা।
মিছা প্ৰলোভনে দালাল উপস্থিত হৈলা।।

২য় ঃ ৰাজপাত ক্ষমতা অন্তৰে ৰাখিয়া—
জনসেৱা কৰাৰ কথা লেকচাৰতে দিলা।।

১ম ঃ পঞ্চ বৰ্ষে এমেলেৰে পদ চিহ্ন নেদেখিলা
ইলেক্চনৰ আগে আগে গ্ৰামে গ্ৰামে গৈলা।।

২য় ঃ হেন দিম তেন দিম বুলি প্ৰতিশ্ৰুতি দিলা
ইলেক্চনৰ পিচত ৰাইজ ঠোঁট মুখ চেলেকিলা।।
তাৰ পিচত কি হ'ল কোৱা—

১ম ঃ এই যে চান্দ সদাগৰে পুত্ৰবধূৰ বাবে মেৰঘৰ সাজিছিল—

২য় ঃ যাতে কতো ছিদ্ৰ এটাও নাথাকে—

১ম ঃ তাতে কিন্তু সৰু ছিদ্ৰ এটা কোনোৱে নেদেখাকৈ বেৰত ৰাখি থৈছিল।

২য় ঃ সেই ছিদ্ৰটো—

১ম ঃ মুখৰ সেপ দি কালী বেৰৰ কৰাল গুচাই—

২য় ঃ চুলি এডালৰ মান হৈ ভিতৰত সোমাল

১ম ঃ হয় হয়।

২য় ঃ যেনেকৈ ইলেকচনৰ সময়ত কেণ্ডিডেটে নানান মিছা কথা কৈ, সামান্য ক্লু এটাকে লৈ ৰাইজৰ মনৰ ভিতৰত সোমাই ৰাইজক দংশন কৰিববলৈ সুয়োগ চাই থাকে।

১ম ঃ হয় দিয়া। আমাৰ জীৱনত ক'ত কেনেকৈ ছিদ্ৰ থাকে আমি নাজানো। সেই ছিদ্ৰ কিন্তু এচাম সুবিধাবাদী স্বাৰ্থপৰ লোকে বিচাৰিয়েই আছে।

২য় ঃ ঠিক তেনেকৈ কালীয়েও ছিদ্ৰ চাই মেৰঘৰৰ ভিতৰত প্ৰৱেশ কৰিলে। তাৰ পিচত

১ম ঃ সৰ্ব অংগ কালীৰ নাগে নিহালিয়া চায়।
লখাইক দংশিবে তেও ছিদ্ৰ নাপায়।
তাৰ পাচে কালীৰ নাগে কি কৰ্ম—কৰিলা
প্ৰদীপৰ তৈল আনি লেংগুৰ মাখিলা



প্ৰদীপৰ তৈলত কালী লেংগুৰ সেকিলা
লখাইৰ কিনা আঙুলিত চিহ্ন এক দিলা।
তাৰ পাচে কালী নাগে কি কৰ্ম কৰিলা।
লেংগুৰৰ বাও দিয়া প্ৰদীপ নুমাইলা।।
প্ৰদীপ নুমাই মেৰ কৰে অন্ধকাৰ।
জয় মা বুলি কালী মাৰিলা কামোৰ।।
কামোৰ মাৰিয়া কালী তিনি পাক মাৰিলা।
হলাহল বিষ আনি দাৰত ঢালিলা।।

২য় ঃ কি হ'ল ওজা?

১ম ঃ ও শুনা। তাৰ পিচত হ'ল কি—লখাইৰ সৰ্ব দেহ, শৰীৰ তন্ন তন্নকৈ চাই ৰ'ল নাগে। একো ছিদ্ৰ বা দোষ নাপালে নাগে কাকো দংশিব নোৱাৰে।।

২য় ঃ গতিকে নাগে ছিদ্ৰ অৰ্থাৎ দোষ বিচাৰিব ধৰিলে।

১ম ঃ এৰা। যেনেকৈ সমাজৰ এচাম লোকে এচাম লোকৰ দুৰ্বলতাৰ সুযোগ বিচাৰি ফুৰে।

২য় ঃ এৰা। কোনে কাৰ ছিদ্ৰ পালে কাক কোনে দংশন কৰে ঠিক নাই। সকলোৱে কেৱল ছিদ্ৰ চাই ফুৰে।

১ম ঃ এৰা। এনেকৈ সমাজৰ এচাম বৰমূৰীয়া, ধনী, দুৰ্নীতিপৰায়ণ লোকে সাধাৰণ লোকক দংশন কৰিববলৈ দুৰ্বলতাৰ ছিদ্ৰ বিচাৰি আছে।

২য় ঃ এৰা। ধনীয়ে বিচাৰিছে দুখীয়াক—

১ম ঃ উচ্চ পদস্থ বিষয়াই নিম্ন পৰ্যায়ৰ কৰ্মচাৰীক

২য় ঃ এচাম তথাকথিত ভদ্ৰলোকে সমাজৰ দুৰ্বলা অবলা নিঃসহায় গাভৰু, অকাল বিধৱা, গৃহহীনা নাৰীৰ দুৰ্বলতাৰ সুযোগ গ্ৰহণ কৰি নিশাৰ এন্ধাৰত দংশন কৰিববলৈ ছিদ্ৰ চাই আছে।

৩য় ঃ এচাম জঘন্য তথাকথিত ৰাজনৈতিক নেতাই ভোটাৰৰ দুৰ্বলতাৰ সুযোগ ল'বলৈ ছিদ্ৰ চাই আছে। সাধাৰণ ৰাইজৰ দুৰ্বলতাৰ সুযোগ গ্ৰহণ কৰিছে। ইলেক্চনৰ নামত দুখীয়ালোকক দংশন কৰিছে।

শিশু ঃ শিশু শ্ৰমিক নাইকিয়া কৰিববলৈ চৰকাৰে আইন কৰিছে। অথচ পিতৃ-মাতৃৰ ধনৰ দুৰ্বলতা আৰু নিঃসহায়তাৰ সুযোগ গ্ৰহণ কৰি মালিক শ্ৰেণীয়ে শিশুসকলক এমুঠি দিয়াৰ প্ৰতিশ্ৰুতিত শ্ৰমিক হিচাপে নিয়োগ কৰি দংশন কৰিছে।

১ম ঃ চৰকাৰে 'ইণ্টাৰনেচনেল চিলড্ৰেন দে'ৰ নামত কোটি কোটি টকা ব্যয় কৰিছে।

৩য় ঃ সেই টকা খৰচ হৈছে অভিজাত পৰিয়ালৰ শিশুই পৃথিৱী ভ্ৰমণ কৰাৰ নামত। সৰ্বসাধাৰণ ৰাইজৰ শিশুই নৰ্দমাত বাগৰি আছে। কয়লা খনিত, চাহ দোকানত, গেৰেজত, যাত্ৰীবাহী বাছত জীৱন বিপন্ন কৰি জীয়াই আছে। কেন্দ্ৰীয় চৰকাৰ ৰাজ্য চৰকাৰ, সবে মিলি দংশন কৰিছে ৰাজ ভঁৰাল।

১ম ঃ এৰা। আমি সবে ছিদ্ৰ থকা মেৰঘৰত বাস কৰা একো একোদন ঘুমন্ত লখাই।

২য় ঃ আমাক ছিদ্ৰহীন মেৰঘৰ লাগে।

৩য় ঃ কালীনাগে যাতে আমাৰ দোষ বিচাৰি নাপায় তাৰ বাবে আমি সংগ্ৰাম কৰিব লাগিব।

মহিলা ঃ চান্দ সদাগৰৰ বাবে লখাই যেনেকৈ কালীনাগৰ বলি হ'ল আমিও আমাৰ পূৰ্বপুৰুষৰ কিছু অদূৰদৰ্শিতা, কিছু ভুল, আমাৰ অগ্ৰজসকলৰ কিছু অহমিকাৰ বাবে আমি নিৰ্দোষী লখাই মৃত্যুক সাঁৱটি ল'ব লগা হৈছে।

শিশু ঃ সমাজৰ মধ্যবিত্ত আৰু নিম্নবিত্ত সকলে মিলি ছিদ্ৰহীন মেৰঘৰ সাজিবৰ হ'ল।

২য় ঃ এৰা। আমি সবে মিলি আজিৰ ওজাপালি গাওঁ আহা--

ধনীৰ চৰণে পৰি প্ৰণাম কৰিলা

দুখীয়া নিছলা সবে জীৱন ভিক্ষা ল'লা।

১ম ঃ নহয়--

"ৰাইজৰ চৰণে পৰি নেতা প্ৰণাম কৰিলা

প্ৰবঞ্চনা নকৰো বুলি প্ৰতিশ্ৰুতি দিলা।

মিথ্যা কথাৰ মুখা ৰাইজে খুলিয়া দিলা

ৰাইজৰ সেৱা কৰিবাৰে নেতা আগবাঢ়ি গৈলা।

ৰাইজৰ ধূলি লৈয়া নেতা ৰাজ্য প্ৰৱেশিলা

দুখীয়াক উদ্ধাৰিবা উপস্থিত হৈলা

ৰাইজৰ শকতি ৰাইজে প্ৰমাণ কৰিলা

নেতা পালি নেতা সবে ত্ৰিভুৱন দেখিলা

সবে মিলি ৰাইজ-বান্ধে একত্ৰিত হৈলা

প্ৰবঞ্চনা নহয় বুলি নেতা ৰাইজত আঁঠু লৈলা। *(আটায়ে নিজ স্থানত Freeze হৈ ৰ'ব)*

*(শিশু অভিনেতা গৰাকী পুনৰ foot light ৰ তলত আহি ঘোষণা কৰিব)*

শিশু ঃ *(পুনৰ ঘোষণা কৰিব)* ঃ শ্ৰদ্ধেয় ৰাইজ। আজিলৈ ইমানতে আমাৰ আজিৰ সাংস্কৃতিক অনুষ্ঠানৰ সামৰণি মাৰিব লৈছোঁ। কাৰণ--

আটায়ে ঃ আমি মৰা মানুহ। মৰা মানুহৰ জীউ নাথাকে।

১ম ঃ অভিনেতা--মৰা মানুহে কথা নকয়।

মহিলা ঃ মৰা মানুহে ভাবিব নোৱাৰে।

২য় ঃ অভিনেতা--মৰা মানুহে কৰিব নোৱাৰে।

৩য় ঃ অভিনেতা--মৰা মানুহক পুতি বা পুৰি পেলোৱা হয়।

মহিলা ঃ আমাৰ মাতবোৰ বন্ধ হৈ গ'ল।

১ম ঃ চিন্তাৰ ক্ষমতাত কোনোবাই প্ৰকাণ্ড তলা আঁৰি থৈছে।

শিশু ঃ চাবিপাত হেৰাই গ'ল।



২য় ঃ আমি হাঁহিবও নোৱাৰোঁ। আমাৰ হাঁহিবোৰ কোনোবাই লুকাই ৰাখিছে।

৩য় ঃ বিশ্বত মন্দিৰ মছজিদ বাঢ়িল কিন্তু মানুহ ধাৰ্মিক নহ'ল।

১ম ঃ স্কুল-কলেজৰ সংখ্যা বাঢ়িল কিন্তু মানুহ শিক্ষিত নহ'ল।

২য় ঃ ধৰ্ম, ৰাজনীতিয়ে আমাক অশান্তি আনি দিলে। মন্দিৰ, মছজিদ বান্ধিব গৈ ঈশ্বৰ আল্লাক দুভাগ কৰিলে। এই লৈ সাম্প্ৰদায়িক সংঘৰ্ষৰ বীজ ৰোপণ হ'ল।

শিশু ঃ নালাগে আমাক মন্দিৰ-মছজিদ। নিৰাকাৰ ঈশ্বৰ আল্লাহ সোমাই ৰাখিবলৈ মানুহে ঘৰ সাজি যুদ্ধৰ প্ৰস্তুতি চলাব বিচাৰিছে। *(চিঞৰি)* হে আল্লা! হে ঈশ্বৰ! চোৱাহি মানুহে আজি ধৰ্মৰ নামত কিমান অশান্তি আনি দিছে। তুমি নিৰাকাৰ। অথচ তোমাৰ নামত মানুহে ৰাজনীতিৰ সুবিধা বিচাৰি নিজ স্বাৰ্থ পূৰণ কৰিছে ঘৰ। নিৰ্মাণ কৰি। মন্দিৰ-মছজিদৰ ঠাইত সকলো মানুহক সু-স্বাস্থ্য আৰু সুশিক্ষাৰ স্থান কৰি দিয়া আল্লা ঈশ্বৰ। মানুহক সুমতি দিয়া।

আটায়ে ঃ আমি মৰিব নিবিচাৰোঁ। আমি জীয়াই থাকিম।

১ম ঃ জীয়াই থাকিব লাগিলে--আমি সংযুক্তভাৱে যুঁজিব লাগিব। বিপ্লৱ কৰিব লাগিব।

২য় ঃ এৰা আমাক কোনেও শাসন, শোষণ কৰিব নোৱাৰিব।

মহিলা ঃ আকাশৰ ক'লা মেঘ আঁতৰাই আমি সুৰুযটো উলিয়াব লাগিব।

৩য় ঃ সুৰুযে আমাক দিয়ক--সাহস, দিয়ক শক্তি। আমি সুৰুযৰ পিনে আগবাঢ়ি যাওঁ আহা।

আটায়ে ঃ এৰা। আমাক নতুন সুৰুযৰ পোহৰ পৰা এখন নতুন পৃথিৱীৰ নতুন পুৱা লাগে।

মহিলা ঃ আহ মোৰ বাচাহঁত। মোৰ পিছত থিয় হ। (আটায়ে মহিলাৰ পিছত থিয় হ'ব)

আমি জীয়াই থাকিবলৈ আগবাঢ়ি যাও চোঁ। সৌ সুৰুযটোৰ পিনে আগবাঢ়ি যাওঁচোঁ।

আটায়ে ঃ আমি আটায়ে লগ হৈ শান্তি, শক্তি, সাহস আৰু এধানি সুখ বিচাৰি কৰ্মৰ মাজেৰে, পবিত্ৰ হৃদয়েৰে আগবাঢ়ি যাওঁ চোঁ.......

*(আটায়ে মঞ্চ মুকলিৰ সময়ত লোৱা ভঙ্গিমাৰে গতি কৰি Freeze হৈ ৰ'ব)*

**Light off.**

সমাপ্ত

# ছাহ্জাদী

## ডাঃ দীনেশ শৰ্মা



### চৰিত্ৰাৱলী

ঔৰংজেব. আনোৱাৰ. নেইমুদ্দিন. প্ৰহৰী. ৰৌশনাৰা. ছাহজাদী জিন্নৎউন্নিছা. ৰুকেয়া. তহমিনা. প্ৰথম দাসী. দ্বিতীয় দাসী. আলেয়া.



### প্ৰথম দৰ্শন

*কিছু সময় ধৰি নেপথ্যৰ পৰা যন্ত্ৰ সংগীতৰ মূৰ্ছনা ভাঁহি আহিব। প্ৰেক্ষাগৃহৰ ভিতৰত পৰিৱেশ সৃষ্টি হোৱাৰ পাচত সেই সুৰ লাহে লাহে ম্লান হৈ আহিব। সমুখৰ আঁৰ কাপোৰ লাহে লাহে আঁতৰি যাব। মাইক্ৰ'ফোনত পুৰুষ কণ্ঠৰ ঘোষণা আৰম্ভ হ'ব। ঘোষণা শেষ হোৱাৰ পাচত মঞ্চ আংশিক পোহৰ হৈ আহিব। ছাহ্জাদী জিন্নৎউন্নিছাৰ মুখমণ্ডলত স্পষ্ট পোহৰ পৰিব।)*

ঘোষণা : লালকিল্লা। ছাহেনছাহ্ ছাহজাহান নিৰ্মিত বৃহৎ দুৰ্গ আজি শূন্য, নিটাল, নিস্তব্ধ। পৰাক্ৰমী মোগলৰ শৌৰ্য-বীৰ্য, কীৰ্তি-কলাপ, ঘাত-প্ৰতিঘাত মৰ্মবেদনা সকলো অতীত কাহিনীৰ সাক্ষ্য বহন কৰিছে ইয়াৰ বিধ্বস্ত মহল আৰু চাৰিওপিনে থকা সুউচ্চ প্ৰাচীৰৰ ভগ্নাৱশেষবোৰে।

......আজিৰ কাহিনী ছাহজাহান পুত্ৰ সম্ৰাট ঔৰংজেব বাহাদুৰ আলমগীৰ আমোলৰ এক অমৰ কাহিনী। কোনো যুদ্ধ বিগ্ৰহৰ কাহিনী নহয়। বৃহৎ লালকিল্লাৰ অন্দৰমহলৰ এক মৰ্মন্তুদ জীৱন কাহিনীৰ ইতিহাস। সাধাৰণ প্ৰজাৰ হাঁহি-কান্দোন, সুখ-দুখ আৰু জীৱন গাঁথাৰ সৈতে বিলীন হৈ যাব খোজা এগৰাকী মোগল ছাহজাদীৰ ব্যক্তিগত জীৱনৰ অনুভূতি, প্ৰেম-ভালপোৱা, আনন্দ-অশ্ৰু সম্বলিত হৃদয় বিদাৰক এক দস্তাবেজ। এইগৰাকী ছাহজাদী আছিল ছজন মোগল বাদছাহৰ সৰ্বাধিক পৰাক্ৰমী আৰু সৰ্বশেষ সম্ৰাট ঔৰংজেবৰ জীয়ৰী জিন্নৎউন্নিছা।

.........দিন যায়, মাহ যায়, বছৰ বাগৰে, সময়ৰ গতিয়ে এদিন পূৰ্ণতাৰ প্ৰান্ত অতিক্ৰম কৰে। মহিমামণ্ডিত মোগল সাম্ৰাজ্যৰ সৌভাগ্য সূৰ্য এদিন অস্তাচলৰ দিশত অগ্ৰসৰ হ'ল।

.........এয়া সেই সময়ৰ কাহিনী, যুগৰ ইতিহাস। *(নেপথ্যত পুনৰ যন্ত্ৰ সংগীত, যন্ত্ৰ সংগীতত ভয়াবহ সুৰ আৰু ভয়াবহ শব্দৰ সংকেত প্ৰতিধ্বনি হ'ব। লালকিল্লাৰ "বড়া ঘণ্টাত" নিশা বাৰ বজাৰ সংকেত দূৰৈৰ পৰা ভাঁহি আহিব। যন্ত্ৰ সংগীতৰ মূৰ্ছনা শীৰ্ষলৈ আৰোহণ কৰি হঠাতে বন্ধ হৈ যাব। সম্ৰাট ঔৰংজেবৰ বিশ্ৰাম কক্ষৰ দুৱাৰদলিত ছাহ্জাদী জিন্নৎউন্নিছাৰ আৱিৰ্ভাব। সোঁহাতৰ মুঠিত এখন তেজলগা উন্মুক্ত তৰোৱাল। ছাহ্জাদী ভীষণ অস্থিৰ-অধৈৰ্য হৈ ফোপাই থাকিব)*

জিন্নৎ : আব্বাজান! আব্বাজান!

ঔৰংজেব : কোন?

জিন্নৎ : মই আব্বাজান! আপোনাৰ মুন্নী বেটী!

ঔৰংজেব : মুন্নী! অসময়ত আহিলা যে?

জিন্নৎ : প্ৰথমতে আপোনাৰ বিশ্ৰাম কক্ষত প্ৰৱেশ কৰিবলৈ মোক অনুমতি প্ৰদান কৰক আব্বাজান। মই বৰ অস্থিৰ আব্বাজান! ভীষণ অস্থিৰ!

ঔৰংজেব : আহা সোমাই আহা বেটী *(প্ৰৱেশ; জিন্নতক দেখি আচৰিত হ'ব)* ই কি! হাতত তোমাৰ উন্মুক্ত তৰোৱাল। বোৰ্খাটোত তাজা খুনৰ চেকুৰা। আহোতে বাটত একো অঘটন......

জিন্নৎ : মই এটা খুন্ কৰি আহিছোঁ আব্বাজান *(আৰহ সংগীতৰ সংকেত ধ্বনি।)*

ঔৰংজেব : হোঁ! *(হঠাৎ অপ্ৰস্তুত হৈ নিজকে পুনৰ চম্ভালি লয়)* ও গম পাইছোঁ বাৰু বেটী, এতিয়া কথাৰ সময় নহয়, উত্তপ্ত তোমাৰ মস্তিষ্ক, ভীষণ বিচলিত তুমি। অলপ বিশ্ৰাম কৰা। কিছু শান্ত হোৱা। যোৱা সৌ মেজখনৰ ওপৰত থকা শীতল চৰ্বত গিলাছ পান কৰা। তেজ লগা এই বোৰ্খাটো সোলোকাই পেলোৱা।

জিন্নৎ : আব্বাজান!

ঔৰংজেব : বুজি পাইছোঁ বেটী। তোমাৰ বক্তব্য দীঘলীয়া হ'ব। লাহে লাহে সকলো শুনিম। ক্ষন্তেক ভিতৰলৈ যোৱা।

*(নেপথ্যত আৰহ সংগীত। জিন্নৎউন্নিছাই ভিতৰলৈ গৈ বোৰ্খা পেলাই দি আহিল। তৰোৱাল পেলাই দিলে। তৰোৱাল পেলোৱা শব্দ সংকেত ধ্বনিত দিব লাগিব আৰু দৰ্শকে শুনা হ'ব লাগিব। পুনৰ প্ৰৱেশ কৰি মেজৰ ওচৰলৈ গৈ একে উশাহতে চৰ্বত গিলাছ ঢোক -ঢোকাই পান কৰিলে। ঔৰংজেবে ইমান সময় চিন্তাক্লিষ্ট হৈ ইফালে সিফালে কৰি থাকিব।)*

জিন্নৎ : আব্বাজান!

ঔৰংজেব : বেটী, মোৰ ওচৰতেই বহা। কোৱা আজি কি অমংগল ঘটিল।

জিন্নৎ : *(দীঘল হুমুনিয়াহ)* ক'ম। আলাম্-পনাহ্। মাথোন মই কোৱা কথাখিনি আপুনি বিশ্বাসত ল'ব লাগিব। খোদা মোৰ সাক্ষী। মই মিছা নকওঁ আব্বাজান *(কান্দে)* বাদছাহৰ ওচৰত "সত্যক দাখিল কৰিব লাগে" এই শিক্ষা এদিন আপোনাৰ পৰাই শিকিছিলোঁ আব্বাজান। আজি ক'ম আব্বাজান! মোৰ জীৱনৰ সকলো আশা, আকাংক্ষা শেষ হৈ যোৱা এটা কাহিনীৰ হুবহু বৃত্তান্ত।

ঔৰংজেব : আঃ মুন্নী! অনাহকত ভূমিকা বহলাই তুমি সময় বিলম্ব নকৰিবা বেটী। তুমি জানাই ই মোৰ বিশ্ৰামৰ সময় *(নেপথ্যত চেতাৰত সুৰৰ ঝংকাৰ লাহে লাহে ম্লান হৈ আহিল)*

জিন্নৎ : কিছুদিন আগৰ কথা আব্বাজান। শেষ প্ৰহৰ ৰাতি। পূব আকাশত তেতিয়াও ঢল-ফাট দিয়া নাই। ক'তো এটি প্ৰভাতী পখীৰ মাতো শুনা নাই। শয়ন কক্ষ এৰি এখুজি দুখুজিকৈ নিঃশব্দে মহল অতিক্ৰম কৰি মই মহল সংলগ্ন সেই প্ৰকাণ্ড বাগিচাখনত সোমাই পৰিছিলোঁ। কোনেও মোক দেখা নাছিল। শেষ প্ৰহৰত ফুলা ফুলৰ মিশ্ৰিত সুবাসে সমস্ত বাগিচাখন ৰম্যপুৰী কৰি তুলিছিল। গোটেই ৰাতি নিয়ৰত তিতি থকা দূবৰিব দলিচাত খোজ দিয়াৰ লগে লগে দেহত অনুভৱ কৰিছিলোঁ পুলকিত শিহৰণ, অনাবিল আনন্দ। প্ৰকৃতিৰ এনে অপ্ৰতিম



ৰূপ! এজোপা বকুল গছৰ গাত ভেজা দি তন্ময় বিহ্বল ভাৱেৰে সেই অপৰূপ ৰূপ অকলশৰে হৃদয়ংগম কৰিছিলোঁ।

ঔৰংজেব : কে যোৱা বেটী *(বহা আসনৰ পৰা উঠি)*

জিন্নৎ : জোপোহা এটাৰ আঁৰত কোনোবা এজনে ঘন-ঘন শ্বাস-প্ৰশ্বাস লোৱা শব্দ স্পষ্ট শুনিবলৈ পাইছিলোঁ। তাৰ ঠিক ক্ষন্তেক পাচতেই শুকান পাতৰ ওপৰেদি কোনোবাই বেগাই খোজ কাঢ়ি যোৱাৰ শব্দই মোৰ মৌনতা ভংগ কৰে *(যন্ত্ৰ সংগীতৰ সংকেত)*

ঔৰংজেব : তাৰ পাচত!

জিন্নৎ : তাৰপাচত, মই এজন অপৰিচিত সুদৰ্শন যুৱকক দেখা পালোঁ। *(যন্ত্ৰ সংগীতত চেতাৰৰ সুৰ। যন্ত্ৰ সংগীত কিছু সময় বাজি লাহে লাহে কমি আহিল মঞ্চ আন্ধাৰ হ'ল)*

## দ্বিতীয় দৰ্শন

*ছাহ্জাদী মহলৰ সংলগ্ন বাগিচা। ছাহ্জাদী জিন্নৎউন্নিছাৰ প্ৰৱেশ। হঠাতে বিশবছৰমান বয়সৰ এজন সুদৰ্শন যুৱকক দেখে।)*

ছাঃজিন্নৎ : *(আচৰিত হৈ)* কোন তুমি? ছাহ্জাদী মহলৰ বাগিচাত অনাহুত পুৰুষৰ আগমন? নাম কি তোমাৰ?

আনোৱাৰ : বান্দাৰ নাম আনোৱাৰ । আনোৱাৰ হুছেইন।

ছাহ্জাদী : *(ভাবি)* আনোৱাৰ!

আনোৱাৰ : গুস্তাকি মাফ কৰিব। আপোনাক মই চিনি পোৱা নাই।

ছাহ্জাদী : *(আত্ম মৰ্যাদাৰ ভাব প্ৰকাশেৰে)* দুনিয়াৰ মালিক ছাহেনছাহ- বাদছাহ ঔৰংজেব বাহাদুৰ আলমগীৰ জীয়ৰী মই ছাহ্জাদী জিন্নৎউনিছা। *(পুনৰ শুকান পাতৰ ওপৰেদি বেগাই খোজ পেলোৱাৰ শব্দ হ'ল- আনোৱাৰ প্ৰস্থানোদ্যোত।)*

ছাহ্জাদী : ৰ'বা ক'লৈ যোৱা? অ' পৰিচয় দিব লাগিব বুলিয়েই পলাব খুজিছা! মোৰ চকুত নপৰি যদি আজি প্ৰহৰীৰ চকুত পৰিলাহেঁতেন ইমান সময়ে গৈ অন্ধকাৰ পোতাশালত সোমালাহেঁতেন।

আনোৱাৰ : মোক যাবলৈ অনুমতি প্ৰদান কৰক। মোৰ পলম হ'ল।

ছাহ্জাদী : বাহ! তুমি তোমাৰ সবিশেষ পৰিচয় নিদিয়াকৈয়ে যাবাগৈ! ইমান হিমাকৎ নে তোমাৰ?

আনোৱাৰ : জীৱনৰ যথা-সৰ্বস্ব, মায়া-মোহ সকলো লোপ পাইছে বুলিয়েই হয়তো ইমান হিমাকৎ বেগম চাহেবা!

ছাহ্জাদী : যৌৱনৰ এই দোক-মোকালিতেই মায়া-মোহ লুপ্ত হ'লনে যুৱক?

আনোৱাৰ : আশা, আকাংক্ষা, সপোন আন দহজনৰ দৰে সকলো আছিল কিন্তু ইতিমধ্যে

চুৰমাৰ হৈ গৈছে। এতিয়া মাথোন আসন্ন মৃত্যুক স্বাগতম্ জনাই এজন কলঙ্কিত নায়কৰ ৰূপত ৰৈ আছোঁ।

ছাহ্জাদী : বাহ!

আনোৱাৰ : এদিন শাস্তি হয়তো মোৰ বৰ ভয়ংকৰ হ'ব। হওক। তাৰবাবে পৰোৱা নকৰোঁ বেগম চাহেবা!

ছাহ্জাদী : চমৎকাৰ তোমাৰ প্ৰকাশভংগী। তুমি মহলৰ বান্দা, ভৃত্য বা তেনে শ্ৰেণীৰ লোক যে নোহোৱা তাক তোমাৰ কথাৰ পৰাই ধৰিব পাৰিছোঁ। কিন্তু..... তুমি! তেন্তে তুমি কোন? থাকা ক'ত? কি কৰা? নামটোৱেই জানো তোমাৰ একমাত্ৰ পৰিচয়?

আনোৱাৰ : *(তিক্ত হাঁহি)* মই কোন, থাকোঁ ক'ত, কৰো কি- এইবোৰ শুনিলে হয়তো আপুনি উচপ খাই উঠিব।

ছাহ্জাদী : কৌতূহল হৈছে বাবেই জানিব বিচাৰিছোঁ।

আনোৱাৰ : বেগম চাহেবা! মই এই লালকিল্লাৰ ভিতৰতেই এগৰাকী ছাহ্জাদীৰ- অন্দৰ মহলত থাকোঁ। *(যন্ত্ৰ সংগীতত ধ্বনি)*

ছাহ্জাদী : *(উচপ খাই ; ধমক দি)* যুৱক ! হুঁচত থাকি কথাৰ উত্তৰ দিবা। কি বলকিছা এইবোৰ?

আনোৱাৰ : হোঁঃ *(তিক্ত সুৰৰ শব্দ)* আপোনাৰ বিশ্বাস হোৱা নাই? -অৱশ্যে! নহ'বৰে কথা।

ছাহ্জাদী : তুমি বাৰু কাৰ কথা ক'বলৈ গৈছা?

আনোৱাৰ : তেখেত আপোনাৰেই অভিভাৱিকা। আপোনাৰেই আত্মীয়। আপোনাৰ আব্বাজানৰ সবাতোকৈ আদৰৰ ভনী ৰৌশনাৰা বেগম চাহেবা *(যন্ত্ৰ সংগীতত সুৰ।)*

চাহ্জাদী : *(আচৰিত হৈ)* ৰৌ-শা-নাৰা বেগম?

আনোৱাৰ : *(কিঞ্চিত ব্যংগ সুৰত)* এৰা। সম্বন্ধত আপোনাৰেই পেহী অৰ্থাৎ মৰমৰ ফুফীজান।

ছাহ্জাদী : (মাত থোকা-থুকি হ'ব) ফু-ফী-জান, ৰৌচনাৰা বেগম চাহেবাৰ মহলত থাকা তুমি? কি এক ভয়ংকৰ কথা। কিন্তু বেগম মহলৰ ভিতৰত কেতিয়াও কোনো পুৰুষৰ প্ৰৱেশ ঘটিব নোৱাৰে। হাৰেমৰ আইনমতে ই বে-আইনী, এক জঘন্য অপৰাধ-- ই ঘোৰ অন্যায়, পাপ।

আনোৱাৰ : মহলৰ বাহিৰত ছাহ্জাদী?

ছাহ্জাদী : হোঁ! *(হঠাৎ চমক খাই উঠি, পুনৰ সতৰ্ক হয়)* ঠিক কৈছা। এগৰাকী বাদছাহৰ জীয়ৰীয়ে বেগম মহলৰ বাহিৰতো এজন অপৰিচিত লোকৰ লগত এইদৰে কথা পাতি থকাটো সমানেই অপৰাধ, সমানেই বে আইনী।

আনোৱাৰ : তাতো এটা তফাৎ আছে ছাহ্জাদী। আপুনি ধৰা পৰিলে আল্লা-হজৰতৰ দাবী শুনিব। খুউব বেছি আপোনাৰ পৰা এটা কৈফিয়ৎ তলব কৰিব। কিন্তু মই যদি ধৰা পৰোঁ মোৰ শাস্তি হ'ব সেই অন্ধকাৰ কয়েদখানাৰ ভিতৰত ; সিও মৃত্যুদণ্ড।

ছাহজাদী : আনোৱাৰ! তোমাক মই দুটা প্ৰশ্ন কৰিছিলোঁ। এটা প্ৰশ্নৰ উত্তৰ পালোঁ। কিন্তু আনটো প্ৰশ্নৰ উত্তৰ দিবলৈ তুমি সংকোচ কৰিছা?

আনোৱাৰ : কিয়নো, সেই প্ৰশ্নৰ উত্তৰ দিবলৈ মোৰ জিভা শুকাই যায়।



চাহ্জাদী : কিন্তু মই যে জানিবই লাগিব।

আনোৱাৰ : ইমান উদগ্ৰীৱ হৈছে যেতিয়া কৈছোঁ। শুনক। এগৰাকী নাৰীয়ে নিজৰ দেহা বিক্ৰী কৰি যেতিয়া ৰোজগাৰি কৰে তাইক কোৱা হ'য় বাৰ-বনিতা, পতিতা। কিন্তু নাৰীৰ ঠাইত যদি কোনো পুৰুষক একে কাৰ্যত লিপ্ত হ'বলৈ বাধ্য কৰোৱা হয় তেনেহ'লে সেই পুৰুষৰ বাবে কি প্ৰতিশব্দ ব্যৱহাৰ হ'ব মই নেজানো।

ছাহ্জাদী : আনোৱাৰ!

আনোৱাৰ : ও, আপোনালোকে জানিব হজৰৎ চাহেবা। আপোনালোকৰ গাত বাদছাহী খুন আছে। আপোনালোক আমিৰ, গুণী, জ্ঞানী, বিদ্বান।

ছাহ্জাদী : *(থোকা-থুকি কণ্ঠস্বৰ)* তাৰমানে? মই ঠিক বুজা নাই আনোৱাৰ!

আনোৱাৰ : কিন্তু আপোনাৰ ভয়-বিহ্বল চকুযুৰি আৰু ৰক্তিম মুখমণ্ডলে সেই নুবুজাখিনিৰ উপলব্ধি প্ৰকাশ কৰিব পৰা নাই ছাহ্জাদী চাহেবা।

ছাহ্জাদী : বেগম মহলৰ ভিতৰত জানো এনে জঘন্য পাপ কাৰ্য........?

আনোৱাৰ : ওঁ, এইবাৰ কিন্তু আপুনি ঠিক বুজিব পাৰিছে হজৰৎ চাহেবা।

ছাহ্জাদী : কিন্তু আনোৱাৰ! ফুফীজানৰ মহললৈ তুমি প্ৰথম আহিলা কেনেকৈ ? নিজৰ ইচ্ছাৰে?

আনোৱাৰ : ছিঃ! নিজ ইচ্ছাৰে কোন সম্ভ্ৰান্ত ঘৰৰ ল'ৰাই এনে নৰক কুণ্ডত প্ৰৱেশ কৰিব?

ছাহ্জাদী : তোমাৰ দৰে এজন স্বশ্ৰী, সুঠাম তৰুণ----

আনোৱাৰ : অকল ময়েই জানো? মোৰ দৰে দহজন যুৱক জব্দ হৈ আছে।

ছাহ্জাদী : আকৌ বাহিৰৰ জগতখনলৈ উভতি যাবা কেনেকৈ?

আনোৱাৰ : ক'ব নোৱাৰোঁ।

ছাহ্জাদী : কাৰণ----

আনোৱাৰ : আপোনাৰ ফুফীজানৰ মহলত আমি এক বিশেষ বন্দীশালত আৱদ্ধ।

ছাহ্জাদী : (প্ৰায় চিঞৰি দিব) কিন্তু কিহৰ বাবে?

আনোৱাৰ : (চেপা কণ্ঠস্বৰ) আপোনাৰ ফুফীজান হজৰৎ ৰৌশনাৰা বেগমক দিনে নিশাই প্ৰয়োজন সম্ভ্ৰান্ত বংশৰ এজন অতীৱ সুন্দৰ সুশ্ৰী পুৰুষৰ সংগ সুখ। *(যন্ত্ৰ সংগীত ধ্বনি)*

ছাহ্জাদী : কি আচৰিত? এনেবোৰ তৰুণ জব্দ হয় কেনেকৈ!

আনোৱাৰ : জব্দ নহয় ছাহ্জাদী চাহেবা। অপহৰণ কৰি অনা হয়-- চলে-বলে কৌশলে।

ছাহ্জাদী : আনোৱাৰ!

আনোৱাৰ : আৰু এই কাম কৰোৱা হয় ৰৌচনাৰা বেগমৰ বেতনভোগী কিছুমান দৈত্যৰ লেখীয়া কুৎসিৎ চেহেৰাৰ প্ৰহৰীৰ দ্বাৰা। বেগম ভক্ত প্ৰহৰীবোৰে বিনিময়ত লাভ কৰে বিভিন্ন ৰকমৰ ভোগৰ সামগ্ৰী আৰু প্ৰচুৰ উপঢৌকন। অৱশ্যে এক চৰ্তৰ বিনিময়ত

ছাহ্জাদী : কি সেই চৰ্ত?

আনোৱাৰ : ৰৌশনাৰা বেগমৰ মহলত চলি থকা এইবোৰ কু-কাৰ্যৰ কথা ঘুণাক্ষৰেও সিহঁতে ক'তো প্ৰকাশ কৰিব নোৱাৰিব।

ছাহ্জাদী : স্বয়ং বাদছাহ আব্বাজান জীয়াই থাকোঁতেই ফুফীজানৰ ইমান স্পৰ্দ্ধা।

আনোৱাৰ : তৰুণ যুৱকৰ বাবে থকা আপোনাৰ ফুফীজানৰ এনে ধৰণৰ দুৰ্বলতাৰ কথা বাদছাহ্ চালামতে খুউব ভালদৰেই জানে অথচ প্ৰতিৰোধৰ বাবে কোনো বিধিগত ব্যৱস্থা লবও নোখোজে।

ছাহ্জাদী : কিয়নো সেই গৰাকী দানৱী মোৰ আব্বাজানৰ সবাতোকৈ প্ৰিয় ভগিনী- ৰৌশনাৰা বেগম! হোঃ ! *(ব্যংগ সুৰ মিহলি)*

আনোৱাৰ : সম্ৰাটৰ সেই দানৱী ভনীয়েকৰ জৈৱিক তৃষ্ণাৰ বলি হৈ পৰিছোঁ আমি দহজন অসহায় ৰক্ষিত যুৱক।

ছাহ্জাদী : আনোৱাৰ!

আনোৱাৰ : সুষম আহাৰ, ৰেচমী পোছাক, সুগন্ধি প্ৰসাধনৰ সামগ্ৰী একোৰেই অভাৱ নাই আমাৰ, নাই মাথোন এখন মুক্ত পৃথিৱী, এখন নীলা আকাশ।

ছাহ্জাদী : এইদৰে দিন কটাব লাগিলে এদিন তোমালোকৰ জীৱনত ক্লান্তি আহিব। সেইদিনা?

আনোৱাৰ : সেইদিনাই এই নাৰকীয় দেহবোৰ লৈ গৈ পেলাই দিব বিষাক্ত ফেঁটী সাপৰ মুখত নতুবা দৈত্য সদৃশ সেই প্ৰহৰীবোৰৰ চোকা তৰোৱালৰ মুখত।

ছাহ্জাদী : কি মৰ্মান্তিক তোমালোকৰ জীৱন!

আনোৱাৰ : আপোনাৰ হুচিয়াৰ ফুফীজানে সকলো সময়তে আমাৰ ওপৰত চোকা নজৰ ৰাখে। কিয়নো এবাৰ মাত্ৰ কিল্লাৰ বাহিৰত খোজ পৰিলেই সকলো গোপন কথাই প্ৰজাৰ মাজত জনাজাত হ'ব।

ছাহ্জাদী : হ'ব আনোৱাৰ। এই বিষয়ে আৰু একো নুশুনো।

আনোৱাৰ : আমাৰ ভৱিষ্যতৰ কথা আপুনি ভাবিছে কেলেই ছাহ্জাদী চাহেবা? আমাৰ পুৰুষত্বক আমি নিজেই ঘিণ কৰোঁ। মৃত্যুৱেই হ'ব আমাৰ একমাত্ৰ মুক্তি।

ছাহ্জাদী : হে খোদাতুল্লা। ইমান জঘন্য পাপ, ইমান গোনাহ তুমি নীৰৱে চাই আছা? হে ৰছুল্ নচলে জানো তোমাৰেই ইচ্ছাত এই জাহান?

আনোৱাৰ : এজন খোদাৰ ইচ্ছাত জামাল যিদৰে চলি আছে এখন জাহান্নামো সেইদৰেই চলি থাকে ছাহ্জাদী বেগম চাহেবা।

ছাহ্জাদী : এযাৰ কথা মই বুজা নাই আনোৱাৰ ; মাথোন কচৰতৰ খাতিৰতেই মহলৰ পৰা ওলাই আহিবলৈ ফুফীজানে তোমাক অনুমতি দিছেনে?

আনোৱাৰ : এই প্ৰশ্নৰ উত্তৰ বৰ জটিল। উত্তৰত হয়তো অশ্লীলতাৰ সুৰো নিহিত হ'ব পাৰে। আপুনি মোক অপ্ৰস্তুত নকৰিব।

ছাহ্জাদী : মোৰ কৌতূহল হৈছে যেতিয়া তুমি মোক জনাবই লাগিব।

আনোৱাৰ : যিটো দেহা জৈৱিক তৃষ্ণা আৰু আত্ম-তৃপ্তিৰ বাবে আনে ভোগ কৰে তাক



নিপোটল কৰি ৰাখিবলৈ হ'লে মুকলি বতাহত কছৰৎ কৰাৰ প্ৰয়োজন আছে বেগম চাহেবা।

ছাহ্জাদী : কিয়? মহলৰ ভিতৰতে কোনো বন্ধ কোঠাৰ মাজত কছৰৎ কৰা হ'লে,

আনোৱাৰ : আপোনাৰ ফুফীজানেও সেই একেটা প্ৰশ্নই কৰিছিল। উত্তৰত কৈছিলোঁ মুক্তাংগনৰ মুকলি বতাহ নেপালে পুৰুষৰ পুৰুষশক্তই গা-কৰি উঠিব নোৱাৰে। কলেবৰ শিথিল হৈ নাৰী দেহলৈ ৰূপান্তৰিত হ'ব মাথোন।

ছাহ্জাদী : উত্তৰ শুনি ফুফীজানে কোনো প্ৰতিক্ৰিয়া প্ৰকাশ নকৰিলে?

আনোৱাৰ : আপোনাৰ ফুফীজান বৰ চতুৰ বুদ্ধিমতী। মোৰ উত্তৰত নিহিত হৈ থকা অপৰিসীম খং, পুঞ্জীভূত ক্ষোভ আৰু অশ্লীলতাৰ সুৰখিনি উপলব্ধি কৰিছিল বুলিয়েই বেচ কিছুদিনলৈ মোৰ ওপৰত নজৰ ৰাখিবলৈ "পিছ খিদমৎ" এজন নিয়োগ কৰিছিল। (ৰঙীন সূৰুযৰ আলোক পৰিব। দুই-চাৰিটা প্ৰভাতী পখীৰ মাত শুনা গ'ল, নেপথ্যত যন্ত্ৰ সংগীতৰ সুৰ) পোহৰ হৈ আহিল ছাহ্জাদী বেগম। মোক যাবলৈ হুকুম দিয়ক।

ছাহ্জাদী : মোৰ ক'বলগীয়াখিনি যে বাকী থাকি গ'ল। নুশুনা জানো?

আনোৱাৰ : পোহৰ হৈ অহাৰ আগে আগে মহল সোমোৱা নিয়ম ছাহ্জাদী।

ছাহ্জাদী : তেতিয়া হ'লে মোক কথা দি যোৱা আনোৱাৰ; তোমাৰ লগত আকৌ কেতিয়া দেখা হ'ব।

আনোৱাৰ : *(হতাশ আৰু ব্যাকুল হৈ)* মোক আমনি নকৰিব বেগম চাহেবা। দেহটো মোৰ নিথৰ হৈ গৈছে। এইদৰে জীয়াই থকাৰ বাসনা মোৰ সমূলি নাই।

ছাহ্জাদী : আনোৱাৰ! *(আনোৱাৰৰ এখন হাত চেপি ধৰে)*

আনোৱাৰ : হাতখন এৰি দিয়ক ছাহ্জাদী চাহেবা। কোনোবাই দেখিলে সৰ্বনাশ হ'ব। বুজিলোঁ চাহী হাৰেমৰ জীৱন ধাৰা এইবোৰেই। সোঁতৰ বিপৰীতে বা আপুনি যাব কেনেকৈ?

ছাহ্জাদী : আনোৱাৰ । তোমাৰ অপ্ৰস্তুত মন্তব্যটিৰ ঠিক কিহৰ ইংগিত বহন কৰিছে ক'ব। নোৱাৰোঁ। কিন্তু মোৰ মন...........

আনোৱাৰ : আপোনাৰ মনে যদি ইমানকৈ বিচাৰিছে, আপোনাৰ ফুফীজান ৰৌশনাৰা বেগমক কওকচোন। আপোনাৰ সজালৈ প্ৰেৰণ কৰিলে মোৰ স্বত্ব আপোনাৰ ওপৰতেই অৰ্পিত হ'ব। কিন্তু *(হুমুনিয়াহ!)* আৰু অসম্ভৱ। দৈহিক আৰু মানসিক বিপৰ্যয় মোক চেপি পেলাইছে।মোক মুক্তি দিয়ক। আপোনাৰ ওচৰত শেষবাৰৰ কাৰণে মই জীৱন ভিক্ষা মাগিছো। *(কান্দোনৰ সুৰ নিৰ্গত হয়।)*

ছাহ্জাদী : *(অভয়ৰ সুৰত)* আনোৱাৰ! আনোৱাৰ!

আনোৱাৰ : এগৰাকী নাৰীক মাথোঁ সংগ সুখ যোগাবলৈকে জীৱন অতিবাহিত কৰিছোঁ; তাকো এক আৱদ্ধ পিঞ্জৰাৰ মাজত! উঃ এই ঘোৰ অপমান আৰু এই ক্লেশ সহ্য কৰি থকাতকৈ ক্ৰীত দাসৰ বজাৰত যদি বিক্ৰী হৈ গ'লোহেঁতেন বেগম চাহেবা...

ছাহ্জাদী : আনোৱাৰ!

আনোৱাৰ : ক্ৰীত দাসৰ বজাৰৰ পৰা পুৰুষক কিনি অনা হয় মেহনতী কৰিবৰ বাবে। জৈৱিক লালসা পুৰোৱাৰ বাবে নহয়। কোনো মালিকেই চুৰতৰ ফালে ভ্ৰূক্ষেপ নকৰে।

ছাহ্জাদী : *(ব্যংগসুৰত উত্তৰ দিব)* সেই একোখন ক্ৰীতদাসৰ বজাৰতেই একো একো গৰাকী ৰূপৱতীও বিক্ৰী হৈ যায় সিহঁতৰ কুমাৰী বয়সতেই । এনে নাৰীক মালিকে লৈ গৈ কি ঘৰুৱা মেহনতীৰ বাবে ব্যৱহাৰ কৰে? আন নেলাগে আনোৱাৰ! এই বিশাল প্ৰসাদৰ ভিতৰতে চালামত ই-ছাহেনশ্বাহ আলমগীৰ বাহ দুৰ মহামান্যা বেগম চাহেবা উদীপুৰী মহলত প্ৰকৃততে কোন আছিল? *(যন্ত্ৰ সংগীতত করুণ সুৰ)* 'নখাছ'ৰ পৰা কিনি অনা এগৰাকী যুৱতী মাত্ৰ।

আনোৱাৰ : (মিনতিৰ সুৰত) গুস্তাকি মাফ কৰক বেগম চাহেবা জীৱনৰ অসহ্য যন্ত্ৰণাবোৰ একেলগে হৈ প্ৰতিবাদৰ কণ্ঠেৰে মাথোন উদ্‌গীৰণ হৈছে।

ছাহ্জাদী : সেয়েহে তোমাৰ মুক্তিৰ কথাকেই ভাবিছোঁ।

আনোৱাৰ : ছাহ্জাদী।

ছাহ্জাদী : ভুল নুবুজিবা। তোমাৰ পুৰুষত্বক মই অপমান নকৰোঁ; তোমাৰ মালিকা হোৱাৰ বাসনা ই নহয়। স্বাৰ্থবিহীন হ'ব মোৰ পদক্ষেপ।

আনোৱাৰ : ছাহ্জাদী?

ছাহ্জাদী : মোৰ কথা বিশ্বাস হোৱা নাই আনোৱাৰ? বাদশ্বাহ জীয়ৰী মই। মিছা কথা নকওঁ জানিবা। এই প্ৰাসাদ দুৰ্গ পাৰ কৰি বহু দূৰ দেশলৈ তোমাক পঠিয়াই দিয়াৰ কথা পাঙিছোঁ। তাত তুমি মুক্ত মানুহৰ দৰে জীৱন যাপন কৰিবা।(যন্ত্ৰ সংগীতৰ সুৰ)

আনোৱাৰ : (সুৰ ম্লান হৈ গ'ল) আৱদ্ধ জীৱনত প্ৰথমবাৰৰ বাবে এটা নতুন সুৰ শুনিবলৈ পাইছোঁ বেগম চাহেবা। তৃষ্ণাতুৰ শুষ্ক কণ্ঠত যেন এটোপাল পানী। এজন বন্দীৰ বাবে ইমান মেহেৰবাণী!......... ইমান দৰদ!

ছাহ্জাদী : তোমাৰ সন্দেহ দূৰ হোৱা নাই আনোৱাৰ?

আনোৱাৰ : হাৰেমৰ বায়ু, পানী, বতাহত ডাঙৰ-দীঘল হোৱা ছাহ্জাদীৰ অন্তৰতো যে মানৱীয় অনুভূতি সঞ্চাৰ হয়! কিন্তু এই কথা ভাবিবলৈকে দেখোন......

ছাহ্জাদী : উপলব্ধিৰ প্ৰয়োজন আনোৱাৰ। সূৰ্যাস্তৰ পাচত তোমাৰ জীৱনলৈ এয়া সূৰ্যোদয়ৰ ৰঙীণ আভা। এই আভা, এই কিৰণ পৱিত্ৰ প্ৰেমৰ--মোহব্বতৰ

আনোৱাৰ : *(কম্পিত কণ্ঠ)* বেগম চাহেবা! চাওক আধা ঘড়ীৰ সময়ো, সম্পূৰ্ণকৈ পাৰ হৈ যোৱা নাই ইমান কম সময়ৰ ভিতৰতে.....

ছাহ্জাদী : ঠিক, ঠিক তুমি উপলব্ধি কৰিছা আনোৱাৰ। জীৱন ৰাগিণীৰ সুৰ তুমি শুনিছা। প্ৰেমৰ জন্ম প্ৰথম দৃষ্টিতে হয় আনোৱাৰ। মোৰ মোহব্বতৰ আৰম্ভণি ঘড়ীৰ কাঁটাৰে জুখি চাবলৈ বৃথা চেষ্টা নকৰিবা। *(চেতাঁৰেৰে সুৰৰ ঝংকাৰ, নদীত ধল অহাৰ শব্দ সংকেত)*



আনোৱাৰ : এতিয়া মোৰ কোনো ভয় নাই ছাহ্জাদী। নাই কোনো বিপদৰ সংকেত, থাকিলেও সেই প্ৰাচীৰ অতিক্ৰম কৰিম। অন্তৰত মোৰ মোহব্বতৰ জোঁৱাৰ
*(যন্ত্ৰ সংগীতৰ সুৰ, মঞ্চ আন্ধাৰ হ'ল)*

## তৃতীয় দৰ্শন

*(মহলৰ বাগিচা, দূৰৈৰ পৰা যন্ত্ৰ সংগীতৰ সুৰ ভাঁহি আহিব।)*

ছাহ্জাদী : বাঃ বাগিচা খনত বহুত ফুল ফুলিছে। মধুৰ মিশ্ৰিত সুবাসে মছ্‌গুল কৰিছে মোৰ মন। ঠিক এই মুহূৰ্ততে যদি মনৰ আছিক আনোৱাৰক আজি আকৌ লগ পালোহেঁতেন। *(আনোৱাৰৰ প্ৰৱেশ।)*

আনোৱাৰ : মই নিচেই ওচৰত বেগম চাহেবা *(পাচফালৰ পৰা মাত দিয়ে)*

ছাহ্জাদী : আনোৱাৰ!

আনোৱাৰ : সৌ জোপোহাটিৰ আঁৰৰ পৰা মাথোন আপোনাক লক্ষ্য কৰিছিলোঁ।

ছাহ্জাদী : তোমাৰ আগমনে ৰোমাঞ্চিত কৰিছে মোৰ মন। কল্পনা কৰা নাছিলোঁ আনোৱাৰ, অপেক্ষাও যে ইমান মধুৰ হ'ব পাৰে।

আনোৱাৰ : *(চেপা কণ্ঠস্বৰত)* কিন্তু বেগম চাহেবা ; বিস্ময় আৰু আশংকাৰ গহ্বৰত মই যে অস্থিৰ।

ছাহ্জাদী : আনোৱাৰ!

আনোৱাৰ : ইমান ওচৰ চাপি কথা কোৱাৰ বাবে বান্দাক ক্ষমা কৰিব বেগম চাহেবা। নিৰ্জন গভীৰ ৰাতি কথা সৰুকৈ ক'লেও তাৰ শব্দ বহু দূৰলৈ যায়।

ছাহজাদী : গোটেই ৰাতি মই উজাগৰে আছোঁ। তুমি ওচৰত নাই আনোৱাৰ কিন্তু তোমাৰ স্পৰ্শ মই পাইছোঁ।

আনোৱাৰ : মনত লগ পোৱাৰ হেঁপাহ আছিল বাবেই অতি সহজেই আপোনাক লগ পালো।

ছাহ্জাদী : ইমান অতৰ্কিতে লগ পাম বুলি ময়ো ভবা নাছিলোঁ আনোৱাৰ। খোদাক বহুত বহুত ধন্যবাদ। কিবা কিবি কোৱা আনোৱাৰ। মোৰ কৰ্ণ কুহঁৰত তোমাৰ মুখখন গুজি দি মৃদুস্বৰত কোৱা।

আনোৱাৰ : ছাহ্জাদী, কালি মহললৈ উভতি যোৱাত যে মোৰ দেৰি হৈছিল আপোনাৰ ফুফীজানে লক্ষ্য কৰিছে। আজি হয়তো মোক নজৰ ৰাখিবলৈ 'পিচ খিদমৎ' এজনক পঠিয়াব। মেহেৰবাণী কৰি কছৰৎ কৰা ঠাইলৈ আপুনি নেযাব। অকলে মোক কছৰৎ কৰি থকা দেখিলেই তাৰ সন্দেহ দূৰ হ'ব আৰু ক্ষন্তেক ৰৈ সিও আঁতৰি যাব। কছৰৎ শেষ হ'লে মই নিজেই আপোনাক বিচাৰি উলিয়াম।

ছাহ্জাদী : এবাৰ যদি সন্দেহ উপজিছে যিকোনো প্ৰকাৰেই হওক তোমাক সিহঁতে বন্দী কৰিব। মই যে গমেই নাপাম আনোৱাৰ। নাই নাই তুমি যাব নোৱাৰা আনোৱাৰ। এই বোৰখাঁটো পিন্ধি লোৱা আৰু মোৰ মহললৈ ব'লা। অন্ততঃ যিমান দিনলৈ

তোমাক এই কিল্লাৰ পৰা উলিয়াই পঠিয়াব নোৱাৰোঁ মোৰ মহলতে লুকুৱাই ৰাখিম।

আনোৱাৰ : মই নিজৰ সকলো ক্লেশ, লাঞ্ছনা, দুখ কষ্ট সহি বলৈ প্ৰস্তুত ছাহ্‌জাদী। কিন্তু মোক উদ্ধাৰ কৰাৰ বিনিময়ত যদি আপোনাৰ কোনো বেইজ্জতী হয়।

ছাহ্‌জাদী : আনোৱাৰ (ক্ষন্তেক ৰৈ চকুৱে চকুৱে মিলন।)

আনোৱাৰ : ছাহ্‌জাদী *(উভয়ৰ আলিংগন, নেপথ্যত যন্ত্ৰ সংগীতৰ সুৰ)* সামান্য ভৃত্য এজনৰ বাবে আপোনাৰ অপৰিসীম মেহেৰবাণী ছাহ্‌জাদী।

ছাহ্‌জাদী : মেহেৰবাণী নহয় আনোৱাৰ, ই মোৰ মোহ'ব্বত্। পল-অনুপল, দিন-মাহ সময়ৰ হিচাপ নেমানি বাৰিষাৰ বানৰ দৰে মোৰ জীৱনলৈ এয়া প্ৰথম মোহ্‌ব্বতৰ আগমন। কালি মাত্ৰ তোমাক লগ পাইছোঁ অথচ এনে লাগিছে তুমি যেন মোৰ বহু দিনৰ, বহু যুগৰ চিনাকি মোৰ মনৰ মানুহজন।

আনোৱাৰ : এজন অপৰিচিত, অজ্ঞাত লোকৰ প্ৰতি ছাহ্‌জাদীৰ ইমান আকুলতা, ইমান দৰদ দেখি তবধ মানিছোঁ।

ছাহ্‌জাদী : এই আকুলতা, এই ভালপোৱা মোৰ অভিনয় নহয়, আনোৱাৰ। ছাহ্‌জাদী জিন্নৎউন্নিছাৰ হৃদয়ৰ আহ্বান, ভালপোৱাৰ মধুৰ ঝংকাৰ। তুমি কাণপাতি শুনা আনোৱাৰ! প্ৰতিধ্বনি তুমি শুনিব পাৰিবা।

আনোৱাৰ : মুক্তিহীন বন্দীৰ জীৱনত অনুভূতিৰেই বা কি মূল্য আছে বেগম চাহেবা। জীৱন শলিতা জ্বলি জ্বলি শেষ হৈ গৈছে।

ছাহ্‌জাদী : ব'লা আনোৱাৰ আমি ইয়াৰ পৰা পলাই যাওঁ।

আনোৱাৰ : আপুনি ভ্ৰম বলকিছে বেগম চাহেবা। এই প্ৰাসাদ, এই দুৰ্গৰ চাৰিবেৰৰ পৰা আকৌ মুক্তি! চোকা প্ৰহৰীৰ চকুত ধূলি মাৰি, সুউচ্চ প্ৰাচীৰ পাৰ হৈ আপুনি পলাই যোৱাৰ কথা ভাবিছে?

ছাহ্‌জাদী : বক্‌ছিছ। বাদশ্বাহী মহলত কি এনে গুপ্ত কাম সমাধা কৰিব নোৱাৰি যিটো বক্‌ছিছৰ বিনিময়ত নহয়।

আনোৱাৰ : কিন্তু....

ছাহ্‌জাদী : আনোৱাৰ মোৰ নিজৰ সৰ্বস্ব খৰচ কৰিম বকছিছৰ বিনিময়ত। চোকা প্ৰহৰীৰ চকুত ধূলি মাৰি ব'লা পলাই যাওঁ। এই কিল্লা পৰিত্যাগ কৰোঁ।

আনোৱাৰ : পলাই গৈ কি কৰিম হজৰৎ বেগম চাহেবা। দৈহিক পৰিশ্ৰম, বিদ্যা, শিক্ষা, যুদ্ধ-কৌশল এই সকলোবোৰ কথাই পাহৰি গৈছোঁ।

ছাহ্‌জাদী : মই অন্ততঃ তোমাৰ সেৱা কৰিব পাৰিম। তাতকৈ পৰম আনন্দৰ কথা মোৰ বাবে আৰু কি হ'ব পাৰে আনোৱাৰ। তুমি মোৰ আজিগ-চৌহৰ আৰু মই তোমাৰ জাওজা। এয়ে একমাত্ৰ পৰিচয় হ'ব আমাৰ।

আনোৱাৰ : *(হাঁহি)* বাদশ্বাহ-চালামতৰ জামানাত ই অসম্ভৱ, খোদাবন্দজাদী। প্ৰজাই কোৱা শুনিছোঁ বাদশ্বাহ সকলৰ দৃষ্টি ইমানেই তীক্ষ্ণ যে শিলাময় পৰ্বত এটাৰ ভিতৰত কি বস্তু আছে তাকো দেখে, গভীৰ দৰিয়াৰ তলত কি ঘটে তাৰো খবৰ ৰাখে।



ছাহ্‌জাদী : *(আনোৱাৰৰ বুকুৰ মাজত মূৰ গুজি দিয়ে)* আনোৱাৰ আমি দুয়ো যদি দূৰ দিগন্তলৈ, অটব্য এখন হাবিৰ ভিতৰলৈ নতুবা উত্তৰ কুমায়ুণৰ কোনোবাখন নিৰিবিলি পাহাৰৰ ওপৰলৈ গুচি যাওঁ?

আনোৱাৰ : এয়া আপোনাৰ অলীক কল্পনা। সমাজিকতহে এনে ঘটনা ঘটে বেগম চাহেবা। মোহ্‌ব্বতৰ জোৱাৰত থৌকি-বাথৌ হৈ আপুনি প্ৰতিবন্ধকতাৰ সকলোবোৰ প্ৰাচীৰ পাহৰি পেলাইছে। পাহৰি গৈছে আপোনাৰ পূৰ্বপুৰুষ মহান আকবৰ বাদশ্বাহে কৰি থৈ যোৱা অধ্যাদেশৰ কথা । কোনো মোগল সম্ৰাট দুহিতাই কেতিয়াও বিয়াত বহিব নোৱাৰিব।

ছাহ্‌জাদী : সকলোৱেই জানে সেই নিদেৰ্শৰ কথা। মইও জানো। আনোৱাৰ, সকলো জানিও মই তোমাক কৈছোঁ তুমি মোক গ্ৰহণ কৰা। এবাৰ "তুমি' সম্বোধনেৰে বুকুৰ মাজত আঁকোৱালি লোৱা।

আনোৱাৰ : ছাহ্‌জাদী! *(দুয়োৱে আলিঙ্গন, চেতাঁৰত সুৰৰ ঝংকাৰ)*

ছাহ্‌জাদী : হাৰেমৰ চাৰিবেৰৰ মাজৰ পৰা মই উদ্ধাৰ হ'ব খোজো আনোৱাৰ।

আনোৱাৰ : সেয়া জানো কেতিয়াবা সম্ভৱ হ'ব পাৰে ছাহ্‌জাদী?

ছাহ্‌জাদী : মোক এযোৰ মগনিয়াৰ সাজ আনি দিবানে?

আনোৱাৰ : তুমি বৰ আঁকৰী মেহবুবা। লাইলি মোৰ। এই দুনিয়াৰ ধাৰা একোৱেই বুজি নোপোৱা তুমি। খুব চুৰতী ছাহ্‌জাদীয়ে মগনিয়াৰ বেশেৰে আলিবাটত খোজ পেলোৱাৰ লগে লগেই লৌকচক্ষুত ধৰা পৰি যাবা। বাদশ্বাহী লাহ-বিলাহ আৰু চাল-চলনাৰ আদব-কায়দাক মগনিয়াৰ সাজ-পোছাকেৰে ঢাকি পেলাব নোৱাৰি বেগম চাহেবা।

*(হঠাৎ অলপ দূৰত এটা শব্দ হ'ব। চক্ খাই দুয়ো দুয়োৰে অলপ আতৰি যায়।)* বহুত দেৰি হৈ গ'ল হজৰৎকুম। সূৰ্য উদয়ৰে সময় হ'ল। কোনো পৰোৱা নকৰাকৈ মোহ্‌ব্বতৰ আলাপত এইদৰে মগন হৈ থাকিলে আমি প্ৰহৰীৰ চকুত ধৰা পৰি যোৱাত বিলম্ব নহ'ব।

ছাহ্‌জাদী : কালি আকৌ আহিবা আনোৱাৰ।

আনোৱাৰ : সঘনাই মিলা-মিছা হ'লে আমি ধৰা পৰি যাম ছাহ্‌জাদী। মোৰ দৰে সামান্য এটা ভৃত্যাৰ লগত হাৰেমৰ এগৰাকী ছাহ্‌জাদী জড়িত কৰি মানুহে কুৎসিৎ মন্তব্য কৰিব; সি মোৰ প্ৰণে নসহে ছাহ্‌জাদী। অন্ততঃ এসপ্তাহ মান উকলি যাওক।

ছাহ্‌জাদী : এসপ্তাহ! মোৰ বাবে বহু সময়। নহয়, নহয় ই অসম্ভৱ আনোৱাৰ। ভাবিয়েই মই অস্থিৰ হৈ পৰিছোঁ।

আনোৱাৰ : সেই একেই অস্তিৰতা মোৰ প্ৰাণতো সঞ্চাৰ হোৱা নাই জানো ছাহ্‌জাদী? অলপ অপেক্ষা কৰা, খোদাতুল্লাক প্ৰাৰ্থনা কৰা। *(প্ৰস্থান)*

ছাহ্‌জাদী : চকুৱে চকুৱে ক্ষন্তেক মিলনৰ যিকণ ,সুখ, অনাবিল আনন্দ লাভ কৰিছোঁ তাক বিলীন হৈ যাব নিদিবা আনোৱাৰ। আনোৱাৰ (পুনৰ মাতে।)

আনোৱাৰ : *(দূৰৈৰ পৰা)* হুচিয়াৰ ছাহ্‌জাদী। কেইদিনমান লগ পাবলৈ নাহিবা। দূৰৈৰ পৰাই

মোক নিৰীক্ষণ কৰিবা। তোমাৰ আচিক আনোৱাৰ যাতে এই জঘন্য কয়েদখানাৰ পৰা মুক্ত হ'ব পাৰে তাৰ বাবে মাথোন খোদাতুল্লাৰ ওচৰত মৌন প্ৰাৰ্থনা কৰিবা।

*(যন্ত্ৰ সংগীতৰ সুৰ, মঞ্চ আন্ধাৰ হ'ল)*

## চতুৰ্থ দৰ্শন

(নেইমুদ্দিনৰ কুঠৰি। কুঠৰিটোৰ ভিতৰত এখন সৰু খাট)

নেইমুদ্দিন : পাহৰি নেযাবি আনোৱাৰ, তই লাহে লাহে এটা সিংহৰ গুহাত প্ৰৱেশ কৰিছ। তই যেন সেই হিংস্ৰ পশুটিৰ নাকত গাঁঠি লগাবলৈকো কুণ্ঠাবোধ কৰা নাই।

আনোৱাৰ : পিয়াৰী ছাহ্জাদী বেগম চাহেবা জিন্নৎউন্নিছাৰ বাবে মই সকলো কৰিব পাৰোঁ নেইম চাচা।

নেইমুদ্দিন : হাঃ হাঃ হাঃ তই বুদ্ধিভ্ৰষ্ট হৈছ। মোহব্বতৰ নামত তোৰ মূৰত এটা ভয়ংকৰ কীট সোমাইছে। সেই ভয়ংকৰ কীটৰ দংশনত তই চকুৰ পচাৰতে নিঃশেষ হৈ যাবি।

আনোৱাৰ : খুউব কম সময়ত মই বহু পথ অতিক্ৰম কৰি গ'লোঁ। এতিয়া আৰু ঘূৰি অহাৰ প্ৰশ্ন নুঠে।

নেইমুদ্দিন : সম্ৰাট ঔৰংজেৱৰ ভগ্নী ৰৌশনাৰা বেগমক ফাঁকি মাৰি অগ্ৰসৰ হোৱা মানেই তোৰ জীৱনশলিতা চিৰিদিনৰ বাবেই নিৰ্বাপিত হৈ যোৱা।

আনোৱাৰ : নেইম্ চাচা।

নেইমুদ্দিন : ৰৌশনাৰা বেগম চাহেবাৰ প্ৰকৃত প্ৰতাপ আৰু ক্ষমতাৰ কথা তই নেজান? বাদশ্বাহৰ পাচতেই হাৰেমৰ সৰ্বময়ী কৰ্তী তাই। আনকি বাদশ্বাহ পুত্ৰ ছাহজাদা মু-আজ্জম, প্ৰধান বেগম নবাব বাঈতকৈ বেছি প্ৰতিপত্তি আছে ৰৌশনাৰা বেগম চাহেবাৰ।

আনোৱাৰ : মোক এটা উপায় দে নেইম চাচা।

নেইমুদ্দিন : আনোৱাৰ! মোৰ আপোন বেটা জীয়াই থকা হ'লে আজি তোৰ সমানেই হ'লহেঁতেন। মোৰ কথা শুন, মই বুঢ়া হৈ আহিছোঁ। আজি দুকুৰিৰো ওপৰ বছৰ মই ৰৌশনাৰাৰ বেগম মহলত দ্বাৰ ৰক্ষীৰ কাম কৰিছোঁ। কোনোকালে কোনো সময়তে মই কোনো মানুহৰ প্ৰতি দৰদ দেখুৱাৰ কথা ভবা নাছিলোঁ। কিন্তু তোৰ কথা মই ভাবিছোঁ। গোপনে হ'লেও তোক মই কৈছোঁ যোৱা দুদিনেই মোৰ ওচৰত প্ৰতিজ্ঞা কৰি তই প্ৰতিজ্ঞা ভংগ কৰিছ, মোৰ কথা শুন। তই আৰু বাগিচালৈ নাহিবি। ছাহ্জাদীকো আহিবলৈ বাৰণ কৰিবি।

আনোৱাৰ : মই নিজৰ বিপদৰ কথা তিলমাত্ৰও ভবা নাই, ভাবিছোঁ ছাহ্জাদীৰ কথা।

নেইমুদ্দিন : মূৰ্খ! বাদশ্বাহৰ জীৱিতকালত কোনেও কেতিয়াও মুন্নী বেগমৰ অনিষ্ট কৰিব নোৱাৰে। অনিষ্ট হ'ব তোৰ, ঘোৰ অনিষ্ট হ'ব।



আনোৱাৰ : খুউব বেছি প্ৰাণদণ্ড হ'ব, হওক তাৰবাবে মোৰ কোনো ভয় নাই।

নেইমুদ্দিন : হোঃ এই মৌত! এই মৌত যে কি ভয়ংকৰ কিমান নৃশংস হ'ব পাৰে, নেদেখিলে তই কল্পনা কৰিব নোৱাৰ আনোৱাৰ। ৰৌশনাৰা বেগমৰ ঈৰ্ষা যেনে প্ৰবল, প্ৰতিহিংসাও সিমানেই ভয়ংকৰ। নিজৰ বাহিৰে এই দুনিয়াত তাই কাকো ভাল নেপায়। জৈৱিক কামনা চৰিতাৰ্থ কৰাত তাই যেনেদৰে ক্ষুধাতুৰ, ক্ষমতা দখল কৰাতো তাই সিমানেই আকুল।

আনোৱাৰ : বন্ধ কৰা সেই ডাইনীৰ অশ্লীল কাহিনী।

নেইমুদ্দিন : আনোৱাৰ তই দহজন ৰক্ষিত তৰুণৰ এজন জানিবি। বেগম, ৰৌশনাৰাই যদি কেনেবাকৈ গম পায় যে তই গোপনে অন্য কোনো নাৰীৰ প্ৰতি আসক্ত হৈছ তেনেহ'লে তোক নিৰ্মম শাস্তিৰে প্ৰতিশোধৰ তৃষ্ণা পূৰণ কৰিব।

আনোৱাৰ : বিচাৰ বুদ্ধি, বিবেকৰ লগত ফেৰ মাৰি মই বৰ্তমান-ভৱিষ্যত সকলো পাহৰি পেলাইছোঁ নেইম চাচা। মই মাথোঁ কল্পনা কৰিছোঁ ছাহ্জাদী জিন্নৎউন্নিছা বেগমৰ সান্নিধ্য, মোহব্বত্।

নেইমুদ্দিন : এই কল্পনা, মাথোন তোৰ খোৱাব তাৰ বাহিৰে একো নহয়। বাস্তৱত সি মাথোন এটা শূন্য। এই কথা তই কিয় ছাহ্জাদীয়েও ভালদৰে জানে।

আনোৱাৰ : আচৰিত নেইম চাচা, দিনত যুক্তি আৰু বিবেচনাৰে পতিয়ন যোৱা মোৰ মনটো ৰাতি হোৱাৰ লগে লগে হৈ উঠে উন্মত্ত। নিশাৰ অন্ধকাৰে আনি দিয়ে আবেগ আৰু উত্তেজনা।

নেইমুদ্দিন : তোৰ কথাবোৰ কোনোবা আৰব্য ৰাজকুমাৰে মদিৰাৰ নিচাত মছগুল হৈ থাকি কোৱাৰ দৰেই লাগিছে আনোৱাৰ। কিন্তু ৰাজপালিত কুমাৰ আৰু ৰাজ ৰক্ষিত যুৱকৰ মাজত তফাৎ কোনখিনিত সেইটো নিশ্চয় তই বুজি পাৱ।

আনোৱাৰ : নেইম চাচা!

নেইমুদ্দিন : তই যাগৈ, পোহৰ হৈ আহিছে।
(যন্ত্ৰ সংগীতৰ সুৰ, মঞ্চ আন্ধাৰ হ'ল)

## পঞ্চম দৰ্শন

*বাগিচাৰ মাজত এডাল প্ৰকাণ্ড বকুল গছ। কেউপিনে ঘিটমিটীয়া অন্ধকাৰ। আন্ধাৰৰ মাজতে গছৰ আঁৰত এটি ছায়ামূৰ্তি। দূৰৈৰ ঘণ্টাত চাৰিটা কোবৰ শব্দ ভাঁহি আহিছে।*

আনোৱাৰ : গছজোপাৰ আঁৰত কাৰ এই ছায়ামূৰ্তি! ছাহ্জাদী! নহয়তো? *(হঠাৎ চিনি পায়)* ছাহ্জাদী! ছাহ্জাদী! আকৌ তুমি ইয়ালৈ আহিছা?

ছাহ্জাদী : কালি মোক হুচিয়াৰ কৰি পঠিওৱা জন দেখিছোঁ আজি মোতকৈ অস্থিৰ? *(আনোৱাৰ নিমাত)* নিমাত কিয় আনোৱাৰ ? কি ভাবিছা?

আনোৱাৰ : একো ভৱা নাই ছাহ্জাদী। তকদিৰত যি লিখা আছে সেয়ে হ'ব। সন্মুখ যুদ্ধত নামিছোঁ যেতিয়া তকদিৰৰ কণ্টকত খোচ খাই ক্ষত-বিক্ষত হ'বই লাগিব।
ছাহ্জাদী : লোৱা এই বোৰ্খাটো পিন্ধা আৰু মোক অনুসৰণ কৰা।
আনোৱাৰ : ক'লৈ যাম ছাহ্জাদী?
ছাহ্জাদী : অন্ধ নিয়তিৰ ফালে। ভয়াবহ পৰিণতিৰ ফালে।
আনোৱাৰ : ছাহ্জাদী!
ছাহ্জাদী : চুপ থাকা আনোৱাৰ। প্ৰহৰীবোৰৰ চকুত ধূলি দি আমি দুয়ো মহলত প্ৰৱেশ কৰিম।
আনোৱাৰ : ভয়াবহ যাত্ৰাৰ আগতে এবাৰ নিজৰ বিবেকক প্ৰশ্ন কৰি চোৱা ছাহ্জাদী।
ছাহ্জাদী : যি হ'ব লগীয়া আছে হ'ব। শীঘ্ৰেই বোৰ্খাটো পিন্ধি লোৱা। *(আনোৱাৰে বোৰ্খাটো পিন্ধা আৰম্ভ কৰে)* নিশব্দে মোক মাত্ৰ অনুসৰণ কৰা।
*(নেপথ্যত যন্ত্ৰ সংগীতৰ সুৰ প্ৰথমতে দ্ৰুত হৈ ক্ৰমান্বয়ে ক্ষীণ হৈ আহিল। দুয়োৰে প্ৰস্থান ঃ মঞ্চ আন্ধাৰ হ'ল।)*

## ষষ্ঠ দৰ্শন

*জিন্নৎউন্নিছাৰ কক্ষ। আনোৱাৰৰ কোলাত মূৰ থৈ জিন্নৎউন্নিছা।*

আনোৱাৰ : ছাহ্জাদী! আমাৰ দুয়ো দুয়োৰে এই আকৰ্ষণ সৰ্বনাশৰ। *(যন্ত্ৰ সংগীত)*
ছাহ্জাদী : দকৈ ভাবি থাকি ইয়াৰ পৰিণাম গৈ কি হ'ব তাক বুজাৰ চেষ্টা আৰু নকৰোঁ। শুভৰাত্ৰিৰ অন্ত হৈ প্ৰভাত পৰ্যন্ত দুনিয়াত কাৰো কথা নেভাবিবা আনোৱাৰ। মাত্ৰ তুমি আৰু মই। *(বাহিৰত বতাহ, ধুমুহা বৰষুণৰ প্ৰচণ্ড শব্দ আৰম্ভ হ'ব।)*
ছাহ্জাদী : আনোৱাৰ। *(লাইট আৰু চাউণ্ডৰ এফেক্ট হঠাৎ বেছি হ'ল।)*
আনোৱাৰ : ছাহ্জাদী *(আনোৱাৰৰ বাহু বন্ধনত ছাহ্জাদী)*
ছাহ্জাদী : এটা ৰাতিৰ কেইদণ্ডমান মাথোন সময়। কিন্তু হৈ যাব ই এক ইতিহাস। দিন মাহ বছৰ বাগৰি যুগ-যুগান্তৰৰ ইতিহাস *(এফেক্টবোৰ ম্লান হৈ আহিল।)*
আনোৱাৰ : এনে লাগে যেন কোনেও কাহানিও জীৱনত ইমান ৰোমাঞ্চকৰ অনুভূতি অনুভৱ কৰি পোৱা নাই- এনে এক মধুৰমিলন।
ছাহ্জাদী : এনে এটা নিশাৰ কল্পনাকলৈ কোনো কবিয়ে কবিতা লিখিবলৈ ল'লেও মাহ-বছৰ বাগৰি যাব মাথোঁন; কল্পনাৰ মাজত।
আনোৱাৰ : ক'ব নোৱাৰোঁ এই মাদকতা, এই আলিংগন জীৱনৰ সত্য মাহাত্ম্য নে অবান্তৰ খোৱাব মাত্ৰ।
ছাহ্জাদী : আহা আনোৱাৰ খোদাতুল্লাক প্ৰাৰ্থনা কৰোঁ এই প্ৰণয়লীলাৰ যেন সমাপ্তি নহয়।
আনোৱাৰ : জীৱনৰ আনন্দ, সুখ সপোন এই সকলোবোৰৰ এদিন সমাপ্তি হয় বাবেই হয়তো ইয়াৰ ইমান মূল্য। সমাপ্তিয়েই সৃষ্টিৰ লীলা ছাহ্জাদী।



ছাহ্জাদী : তুমি বৰ সুন্দৰকৈ ক'ব পাৰা আনোৱাৰ। *(যন্ত্ৰ সংগীতৰ সুৰ কমি আহিল।)*
আনোৱাৰ : এবাৰ খিড়িকীৰে পূবৰ আকাশখন চোৱা ছাহ্জাদী।
ছাহ্জাদী : *(উঠি গৈ খিড়িকীৰে বাহিৰলৈ চালে)* উষাৰ ৰঙীন কিৰণ। পৰম ৰজনীৰ অন্ত পৰিল। চোৱা আনোৱাৰ স্ফটিক উজ্জ্বলতাৰে সৌ সুউচ্চ পৰ্বতমালা।
আনোৱাৰ : এই উজ্জ্বলতা- এই পোহৰ বেদনাৰ ছাহ্জাদী। প্ৰণয়ৰ ৰাতি শেষ হ'ল আবেগৰ অন্ত পৰিল। এইবাৰ আমাৰ আখ্ৰি হিচাপৰ সময়।
ছাহ্জাদী : ব'লা আনোৱাৰ দীন--দৰিদ্ৰৰ পোছাক পৰিধান কৰি এই মহল দুয়ো পৰিত্যাগ কৰোঁ।
আনোৱাৰ : ক'লৈ যাবা?
ছাহ্জাদী : অটব্য কোনো হাবিৰ মাজলৈ।
আনোৱাৰ : ভাবিছা নেকি বাদশ্বাহৰ চিপাহীয়ে আমাক বিচাৰি নেপাব?
ছাহ্জাদী : তেন্তে ব'লা দূৰৰ কোনো এখন গাঁওত এটুকুৰা সৰু জমিন লওঁ। তুমি ফছল কৰিবা, মই ঘৰ-সংসাৰ চাম। এনেদৰেই ওৰেটো জীৱন কটাই দিম। ধন-দৌলতবোৰ আমাক কেলেই?
আনোৱাৰ : শাৰীৰিক পৰিশ্ৰম যে কি এই সম্বন্ধে তোমাৰ কোনো ধাৰণাই নাই। তুমি বাদশ্বাহৰ ঘৰৰ জীয়ৰী।
ছাহ্জাদী : ইমান নিৰাশ নহ'বা আনোৱাৰ।
আনোৱাৰ : মৌলৈ চোৱা ছাহ্জাদী। মই কোনো বাদশ্বাহ বা চুলতানৰ ঘৰত জন্ম লোৱা নাই। অথচ পথাৰতনো খেতিৰ মাটি কি দৰে চহ কৰে ঘে হুৰ পৰা আটানো কেনেকৈ বনায় এইবোৰ ময়েই একো নেজানো।
ছাহ্জাদী : নিৰাশ নহ'বা আনোৱাৰ, মোৰ কথাখিনি ধৈৰ্যৰে শুনা।
আনোৱাৰ : তুমিহে বেছি অধৈৰ্য হৈ পৰিছা পিয়াৰী। আমাৰ এই গোপন মিলনৰ কথা যদি বাদশ্বাহ চেলামতৰ কাণত পৰে আমাক বৰদাস্ত নকৰিব ছাহ্জাদী। মোক বচোৱাটো দূৰৰ কথা লগে লগে তুমিও বাদশ্বাহৰ কোপদৃষ্টিত পৰিবা।
ছাহ্জাদী : মিলনৰ নিৰ্মল আনন্দ উপভোগ কৰি জিন্দেগী সফল কৰিলোঁ আনোৱাৰ। ইয়াৰ পাছত.....
আনোৱাৰ : ইয়াৰ পাছত আজিজা, তোমাৰ কোমল ভৰিৰ তলুৱাত যদি এডাল কাঁইটেও বিন্ধে সহ্য কৰাটো মোৰ বাবে টান হ'ব মেহবুবা। তোমাৰ বেইজ্জতী হোৱাতকৈ মোৰ বাবে মৌত- ই-ফজ্বেত শতগুণে মুছতাক।
ছাহ্জাদী : তেনেকৈ নক'বা আনোৱাৰ। খোদাৰ কুদৰতত আমি দুয়ো বাচি থাকিম।
আনোৱাৰ : আল্লাৰ যদি মেহেৰবাণী হয় দুয়োৰে মিলন হয়তো হ'ব। জীয়াই থাকো যদি মনত ৰাখিম ছাহ্জাদী তোমাৰ ইমান দয়া, ইমান মোহব্বত মোৰ অন্তৰৰ পিয়লা ভৰাই পান কৰিছোঁ। মই যাওঁ ছাহ্জাদী মোক অনুমতি দিয়া। সৌৱা চোৱা পূব আকাশত ৰাঙলী আভা।
এয়ে হয়তো শেষ দেখা।

ছাহজাদী : আ-নো-ৰা-ৰ! তেনেকৈ নক'বা আনোৱাৰ।

আনোৱাৰ : এটি অনুৰোধ ছাহ্জাদী।

ছাহ্জাদী : কোৱা আনোৱাৰ।

আনোৱাৰ : অনুৰোধ নহয় বৰঞ্চ তোমাৰ ওচৰত মোৰ ভিক্ষা।

ছাহ্জাদী : নিশ্চয় দিম কোৱা। জান দিব লাগে যদি তোমাৰ বাবে তাকো দিম। কোৱা।

আনোৱাৰ : এৰা জানৰ কথাই কবলৈ গৈছোঁ। তোমাৰ ফুৰ্ফীজান ৰৌশনাৰা বেগমৰ চকুত যদি ধৰা পৰোঁ মোক লগে লগে কয়েদ কৰিব। তিল তিলকৈ মোক কাৰাগাৰত অমানুষিক অত্যাচাৰ কৰিব। মোৰ যন্ত্ৰণাই তেওঁৰ প্ৰতিশোধ হ'ব। সেয়েহে কৈছোঁ ছাহ্জাদী সেই জাহান্নামী অত্যাচাৰ আৰু নিষ্ঠুৰ শাস্তিৰ পৰা তুমি মোক উদ্ধাৰ কৰিব লাগিব।

ছাহ্জাদী : কোৱা-কোৱা-কেনেকৈ *(অধৈৰ্য হৈ পৰে)*

আনোৱাৰ : তিল তিলকৈ মৃত্যু বৰণ মই কৰিব নোখোজোঁ ছাহ্জাদী। উঃ তুমি কল্পনা কৰিব নোৱাৰো সেই শাস্তি কি ভীষণ।

ছাহ্জাদী : আনোৱাৰ!

আনোৱাৰ : তেনে মৃত্যুৰ গৰাহলৈ গতি কৰাৰ আগেয়ে তোমাৰ আত্মৰক্ষাৰ সেই ছুৰীখন মোৰ কলিজা ভেদ কৰি বুকুত বহুৱাই দিবা। সেয়ে হ'ব মোৰ শান্তিৰ খোচ। যদি মৰিবই লাগে মই যেন তোমাৰ হাততেই শান্তিৰে মৃত্যু বৰণ কৰিব পাৰোঁ। সেয়েই হ'ব মোৰ বেহস্তৰ সুখ আৰু শান্তি *(যন্ত্ৰ সংগীতত গভীৰ সুৰ বাজি উঠিল। আনোৱাৰক পুনৰ বোৰ্খা পৰিধান কৰা দেখা গ'ল। সুৰ লাহে লাহে ক্ষীণ হৈ আহিল। আনোৱাৰৰ প্ৰস্থান মঞ্চ আন্ধাৰ হ'ল।)*

## সপ্তম দৰ্শন

*মহলৰ বাহিৰত দুটা ঘৰৰ মাজৰ সংলগ্ন পথ। জিন্নৎউন্নিছা বেগমৰ শয়ন কক্ষৰ নাতি দূৰৈত তলৰ ঘটনাটো ঘটিব। পোহৰ ভালকৈ হোৱা নাই। বোৰ্খা পিন্ধি অহা আনোৱাৰক প্ৰহৰী এজনে হেঁচা মাৰিধৰি লোহাৰ দণ্ড এডালৰে মূৰত আঘাত কৰি বেহুচ কৰি পেলালে। বোৰ্খাটোৰে মেৰিয়াই চোঁচোৰাই লৈ গ'ল। এই গোটেই কাৰ্যখিনি দ্বিতীয় মঞ্চৰ ব্যৱস্থা থাকিলে উপস্থাপন কৰিবলৈ সুবিধা; নহ'লে নেপথ্যত শব্দ সংকেতেৰে বুজাব লাগিব।)*

*(জিন্নৎউন্নিছাৰ কক্ষ)*

ছাহ্জাদী : কিহৰ শব্দ হ'ল বাৰু? আনোৱাৰ নিৰাপদে ওলাই যাব পাৰিছাতো? কোনো ক'তো উঠা নাই, অথচ মই স্পষ্ট এটা শব্দ শুনিবলৈ পালোঁ। হায় খোদা অজান আশংকাত মোৰ বুকুখন কঁপিছে ( এনেতে পৰ্দা আঁতৰোৱাৰ শব্দ হ'ল।)



ছাহ্জাদী : কোন? ৰুকেয়া। *(ৰুকেয়াৰ প্ৰৱেশ)*

ৰুকেয়া : চালাম ছাহ্জাদী বেগম।

ছাহ্জাদী : কি হ'ল ৰুকেয়া আজি ইমান সোনকালে উঠিলি যে?

ৰুকেয়া : হজৰৎবেগম চাহেবা, আপোনালোকৰ মৰ্জি, কিম্বা খুচিৰ বাবেই আমি সময়ত সেৱা আগবঢ়োৱাই আমাৰ কাম। ছাহ্জাদী চাহেবা আজিকালি দোক-মোকালিতে উঠে যেতিয়া আমিও উঠা দৰকাৰ।

ছাহ্জাদী : ৰুকেয়া।

ৰুকেয়া : কওক ছাহ্জাদী কিবা ফৰমাইছ?

ছাহ্জাদী : ৰাতি ভাল টোপনি নহ'ল অ' ইকাটি-সিকাটিকৈ মাত্ৰ বাগৰ সলাই থাকিলোঁ।

ৰুকেয়া : অ' সেয়েহে বিছনাৰ অৱস্থা এনে? বেগম চাহেবাৰ তবিয়ৎ ভালে আছেতো?

ছাহ্জাদী : বৰ আত্মীয়তাৰে প্ৰশ্ন কৰিলি দেখোন? মই দিয়া উত্তৰটোৱেই তই জানিবৰ বাবে যথেষ্ট নহয় জানো? তোক যে আকৌ এটা বেলেগ কৈফিয়ৎ তলব কৰিব লাগিব! *(ৰুকেয়াৰ প্ৰস্থান- নেপথ্যত যন্ত্ৰ সংগীতৰ সুৰ।)*
এক অজান আশংকাত মোৰ বুকুখন কঁপি উঠিছে। আসন্ন মৃত্যক তুচ্ছজ্ঞান কৰি তুমি আহিছিলা আনোৱাৰ। দেহা-মন পূৰ্ণ কৰি মিলন সুধা মই পান কৰিলোঁ। তুমি কিন্তু মোৰ লগত জিন্দেগীৰ বাজি মাৰি গ'লা আনোৱাৰ। *(নেপথ্যত দবা কোবোৱাৰ শব্দ হৈ থাকিব। প্ৰতিটো শব্দই যেন ছাহ্জাদীৰ বুকুত ধুম-ধুমাই আঘাত কৰিছে।)* আশা আৰু নিৰাশাৰ দোমোজাত মই দিনটো পাৰ কৰিব লাগিব। মোৰ বাবে যেন প্ৰতিটো লহ্মা যন্ত্ৰণাদায়ক হৈছে। মোৰ এই শংকা উচিত হৈছে জানো? মোৰ আজিজ আনোৱাৰ আকৌ আহিব! অহোৰাত্ৰি বাগিচাৰ নিভৃত নিকুঞ্জৰ মাজত মই আকৌ তাক লগ পাম? *(চেতাঁৰত আশাৰ সুৰ)*

## অষ্টম দৰ্শন

*আকৌ বাগিচা। দোক-মোকালি পুৱা। ছাহ্জাদী আহে। নেপথ্যত যন্ত্ৰ সংগীত।*

ছাহ্জাদী : ক'তা? আনোৱাৰ বাগিচালৈ অহাৰ কোনো চিন মোকামেই নাই। দুবৰিখিনি সতেজ হৈয়ে আছে। শূন্য বগিচাত আজি মোৰ অভিসাৰ যাত্ৰা। অহাৰ সময়ো ইতিমধ্যে উকলি গৈছে। কিল্লাৰ সেই প্ৰাচীৰখনত ঊষাৰ আভা। কিন্তু সেই আভাৰ কিৰণ ইমান তেজাল কিয়? *(যন্ত্ৰ সংগীত লাহে লাহে কমি হৈ গ'ল। এটা দিন পাৰ হৈ যোৱাৰ শব্দ ধ্বনি। মঞ্চ আন্ধাৰ হৈ পুনৰ লাহে লাহে পোহৰ হ'ল। শব্দ আৰু যন্ত্ৰ সংগীতৰ মিশ্ৰিত প্ৰতিক্ৰিয়াৰে সুৰ।)*

ছাহ্জাদী : আনোৱাৰ উদ্যান শূন্য কৰি তুমি ক'লৈ গ'লা? সুশোভিত উদ্যান আজি মোৰ বাবে তেনেই অনাড়ম্বৰ, সুগন্ধি বতাহো যেন মোৰ বাবে বিষাক্ত। কিল্লাৰ সৌ

প্ৰাচীৰত কালি তেজ ৰঙা পোহৰ। আজি দেখিছোঁ সেইয়া পোহৰ নহয় যেনিবা তেজৰ চেকুৰা।

*(নেপথ্যত দবাত ঢং ঢং কোবৰ শব্দ। মঞ্চ লাহে লাহে আন্ধাৰ হৈ আহিল।)*

## নৱম দৰ্শন

*ছাহ্জাদী জিন্নৎউন্নিছাৰ কক্ষ। বিছনাত পৰি থকা অৱস্থাত ছাহ্জাদীৰউচুপনিৰশব্দ।*

ছাহ্জাদী : *(ভীষণ উত্তেজিত)* ৰুকেয়া! ৰুকেয়া!

ৰুকেয়া : আদেশ কৰক ছাহ্জাদী বেগম চাহেবা।

ছাহ্জাদী : *(উত্তেজিত হৈয়ে ক'ব)* মই ফুফীজান মহামান্য ৰৌশনাৰা বেগম মহললৈ যাম। যোৱাৰ বন্দোবস্ত কৰা হওক।

ৰুকেয়া : আজি?

ছাহ্জাদী : এতিয়াই।

ৰুকেয়া : হুকুম আনিবলৈ এগৰাকী সেৰিকাক পঠিয়াম ছাহ্জাদী চাহেবা?

ছাহ্জাদী : নীতি--নিয়ম মানি থাকিবলৈ মোৰ ধৈৰ্য নাই।

ৰুকেয়া : হাৰেমত চলি থকা নীতি-নিয়মৰ ব্যতিক্ৰম হ'লেই বাদশ্বাহী আদবৎ গলৎ হ'ব। আপোনাক তিৰস্কাৰ নকৰিব জানো?

ছাহ্জাদী : সেই শাস্তি গ্ৰহণ কৰিবলৈ মই প্ৰস্তুত।

ৰুকেয়া : কিন্তু ৰাতিপুৱাৰ আহাৰ আপুনি যে একোৱেই কৰা নাই ছাহ্জাদী?

ছাহ্জাদী : এতিয়া একোৰে প্ৰয়োজন নাই মোৰ। হাতত সময় বৰ কম।

ৰুকেয়া : পাল্কী আৰু পাল্কী বাহক কেইজনক খবৰ দিওঁ?

ছাহ্জাদী : পাল্কীৰ ব্যৱস্থা কৰি অবাবতে সময় নষ্ট কৰাৰ প্ৰয়োজন নাই। পাল্কী দেখিলেই মানুহৰ কৌতূহল হ'ব। অযথা প্ৰশ্নৰ সন্মুখীন হ'ব নোখোজোঁ। বৰঞ্চ এটা বোৰ্খা আনি মোক পিন্ধাই দে। শ্বাহী মৰ্যাদা ৰক্ষা কৰিবলৈ ইয়াতকৈ বেছি কৰাটো এতিয়া আৰু সম্ভৱ নহয়।

ৰুকেয়া : বাদশ্বাহে পিচত জানিব পাৰিলে--

ছাহ্জাদী : খুউব বেছি মোক কয়েদ কৰাৰ হুকুম দিব! দিয়ক, তালৈ মোৰ পৰোৱা নাই। *(শব্দ সংকেত ঃ ন বজাৰ সংকেত ধ্বনি শুনা যাব।)*

ৰুকেয়া : এতিয়া মানে চাগে হজৰত ৰৌশনাৰা বেগম চাহেবাব ফজেৰব নামাজ হোৱাই নাই।

ছাহ্জাদী : কোন দিনাখননো সময়ত ফুফীজানৰ নামাজ হয়? চকুৰে--মুখে পানী এচলু মাৰিবলৈ সময় হ'লেও বহুত জানিবি। যিগৰাকীৰ ওপৰত হাবেমৰ শিষ্টাচাৰ, আদব-কায়দা আৰু শ্বাহী মৰ্যাদা শিকোৱাৰ গুৰুভাব ন্যস্ত তেওঁৰেই যদি...... বাৰু



যাওক সেইবোৰ কথা। তই যা মোক আৰু বিৰক্ত নকৰিবি। মোৰ পথ মই নিজে ল'ম। *(দ্ৰুত গতিত প্ৰস্থান, মঞ্চ আন্ধাৰ হ'ল।)*

## দশম দৰ্শন

*ৰৌশনাৰা বেগম চাহেবাৰ কক্ষ। ছাঃ জিন্নৎৰ প্ৰৱেশ।*

ৰৌশনৰা : চালাম আলেইকুম পেহীজান। আলেইকুম চালাম! মুন্নী তুমি ! বহা! আলেয়া। *(আলেয়াৰ প্ৰৱেশ, আলেয়া, ৰৌশনাৰা বেগমৰ দাসী)* আমাৰ দুয়োৰে বাবে চৰবৎ আৰু কিছু ফলৰ ব্যৱস্থা কৰা। ওঁ কোৱাচোন বেটী কি ভাবিনো আজি পুৱাতে আগমন। অ' ইমান দিনৰ পিচত হঠাতে পেহীজানক মনত পৰিল হ'বলা। *(হঠাতে সুৰ সলনি কৰি)* ই কি, তুমি খোজকাঢ়ি অহা নাইতো?

ছাঃ জিন্নৎ : খোজকাঢ়িয়েই আহিলোঁ ফুফীজান।

ৰৌশনৰা : কি কোৱা? ছাহী হাৰেমৰ আদব-কায়দা পাহৰি গ'লা নেকি?

ছাঃ জিন্নৎ : এই কণ পথ! কেইখোজেই বা হ'ব? পাল্কীখনত উঠি আহিবলৈ মোৰ লাজ লাগে, হাঁহিয়েই উঠে।

ৰৌশনাৰা : *(শাসনৰ সুৰত)* হাঁহি, লাজৰ কথা নহয় মুন্নী। আল্লা-হজৰতে গম পালে খুউব খং কৰিব।

ছাঃ জিন্নৎ : আপুনি নিশ্চিত হ'ব পাৰে পেহীজান। আব্বাজানে গম পোৱাৰ আগতেই মই নিজেই গৈ তেখেতক জনাম।

ৰৌশনাৰা : *(ক্ৰুদ্ধ স্বৰত)* তুমি হয়তো ভাবিছা জীয়ৰী বুলি তোমাক একো নকয়, তিৰস্কাৰ নকৰে।

ছাঃ জিন্নৎ : সেইবোৰ মই একো ভবা নাই। মোৰ আব্বাজান দিন-দুনিয়াৰ মালিক, স্বাভাৱিকতে মোৰো মালিক। বাদশ্বাহৰ তিৰস্কাৰ বুলিয়েই আৰু দহজনৰ দৰেই শিৰোধাৰ্য কৰি ল'ব লাগিব। মই মোৰ আব্বাজানক বুজি পাওঁ, নিজে গৈ নিজৰ কচুৰ কবুল কৰিলে আব্বাজানে কেতিয়াও খং নকৰে। *(আলেয়াই কিছু ফল-মূল আৰু দুগিলাছ চৰ্বতেৰে সুসজ্জিত থাল এখন দি থৈ যায়)*

ৰৌশনাৰা : পাৰিবাগৈ ক'ব?

ছাঃ জিন্নৎ : চেষ্টা কৰি চাম।

ৰৌশনাৰা : শুনা মুন্নীজান, তোমালোকক হাৰেমৰ নীতি-নিয়ম, শিষ্টাচাৰ আদি শিকোৱাৰ ভাৰ ছাহেনচাহে মোৰ ওপৰত অৰ্পণ কৰিছে। সেইবাবেই মোৰ কিছু গৰজ আছে, কিছু দায়িত্ব আছে।

ছাঃ জিন্নৎ : শিষ্টাচাৰ, নীতিশিক্ষা এই সম্পৰ্কে আলোচনা কৰিবলৈ আমি পাচে--পৰেও বহুত সময় পাম। অদৰকাৰী কথাবোৰতে সময়বোৰ গৈছে। আজি মই এটা বিশেষ আৰ্জিলৈ আপোনাৰ ওচৰলৈ আহিছোঁ।

ৰৌশনাৰা : মোগল হাৰেমৰ আদব-কায়দা, লালকিল্লাৰ খ্যাতি, বংশৰ মৰ্যদা এই ধৰণৰ গুৰুত্বপূৰ্ণ বিষয়বোৰ এৰাই চলিবলৈ যোৱাটো তোমাৰ দৰে এগৰাকী শিক্ষিতা ছাহ্‌জাদীৰ পক্ষে উচিত নাছিল জিন্নৎউন্নিছা বেগম। তাতে আকৌ বাদশ্বাহ আলমগীৰৰ কন্যা তুমি। যি, কি নহওক আগমনৰ উদ্দেশ্য কোৱা। কি আৰ্জি তোমাৰ।

ছাঃ জিন্নৎ : ফুফীজান, আৰ্জি পেচ কৰিবলৈ হ'লে মই আস্পৰ্দ্ধাৰ সীমা পাৰ হৈ যাব লাগিব। সি হ'ব এক হিমাকৎ। গুস্তাকি মাফ্ কৰিব। ক'বলৈ মই সাহস গোটব পৰা নাই। ক্ষমাৰ প্ৰতিশ্ৰুতি পালেহে পেছ কৰিব পাৰোঁ। নহ'লে শুনিয়েই আপুনি ভীষণ উত্তেজিত হৈ উঠিব।

ৰৌশনাৰা : হে আল্লা। গুস্তাকি কিম্বা হিমাকৎ দুয়োটাৰ প্ৰশ্ন জড়িত হৈ থাকিব পৰা এনে কি আৰ্জিনো তোমাৰ থাকিব পাৰে? ওঁ চৰ্বত গিলাছ লোৱা *( নিজেও গিলাছ হাতত লৈ জিন্নতক বুজোৱাৰ সুৰত)* চোৱা জিন্নৎউন্নিছা তোমালোক মোৰ নিজৰ জীয়ৰীৰ দৰে। মোৰ বাবে তোমালোকৰ সৰু-সুৰা দোষ-ক্ৰটীবোৰ বে-আদবী হ'ব নোৱাৰে। সি যদি অপৰাধো হয় তাক সংশোধন কৰাবলৈ চেষ্টা কৰিম। প্ৰয়োজন অনুসৰি দিহা-পৰামৰ্শ দিম। *(গিলাছ থয়)*

ছাঃ জিন্নৎ : যি কথা মই ক'বলৈ গৈছোঁ সি ছাহী বাদশ্বাহ মহলৰ পক্ষে পৰম লজ্জাৰ কথা। পবিত্ৰতাপৰ কথা।

ৰৌশনাৰা : *(আকৌ শাসনৰ সুৰত)* তুমি অনৰ্থক বিলম্ব কৰিছা জিন্নৎ। নিৰ্ভয়ে কোৱা।

ছাঃ জিন্নৎ : আপোনাৰ পৰাই এদিন গম পাইছিলোঁ যে মোগল ছাহ্‌জাদীসকল চিৰকুমাৰী হৈ থাকিব লাগিব। ই চালামত আকবৰ শ্বাহ বাদশ্বাহৰ আমোলত প্ৰৱৰ্তন কৰা এক সংস্কাৰ। এই সংস্কাৰক পুত্ৰ পুৰুষানুক্ৰমে ছাহেনশ্বাহ জাহাংগীৰ, ছাহজাহান আনকি আমাৰ আব্বাজান ঔৰংজেৱেও অৱজ্ঞা কৰা নাই। এই আচৰিত বিধানটি আপুনিও মানি চলিছে। আনহাতেদি আপুনি প্ৰমাণসহ প্ৰতিপন্ন কৰিছে যে নাৰী হৃদয়তো পুৰুষৰ দৰেই জৈৱিক কামনা বাসনা থাকিব পাৰে ফুফীজান। আপোনাৰ দূৰদৰ্শিতা আৰু প্ৰজ্ঞা দুয়োটাই তাৰিফ কৰিছোঁ। *(ব্যংগ সুৰত)*

ৰৌশনাৰা : *(কিছু কৰ্কশ সুৰত)* ৰৌশনাৰা। আওপকীয়া পাতনি এৰি পোনে পোনে আৰু স্পষ্টকৈ কোৱা তুমি কি ক'ব বিচাৰিছা।

ছাঃ জিন্নৎ : আপোনাৰ পৰিচৰ্যা আৰু বিশেষ প্ৰয়োজনৰ বাবে আপোনাৰ মহলত কেইজনমান সুশ্ৰী, সুঠাম ডেকা ল'ৰা জব্দ হৈ আছে। শুনিছোঁ সিহঁত একোজন সম্ভ্ৰান্ত বংশৰ ল'ৰা। *(যন্ত্ৰ সংগীত।)*

ৰৌশনাৰা : কোনে ক'লে তোমাক? কাৰ ইমান আস্পৰ্দ্ধা! যিয়ে তোমাক এই খবৰ দিছে জানিব পাৰিলে মই তাক জীৱন্তে সেই কয়েদখানাৰ নৰখাদক জানোৱাৰৰ সন্মুখত দলিয়াই দিম।

ছাঃ জিন্নৎ : জব্দ হৈ থকা সেই যুৱক কেইজনৰ এজনক মই গ্ৰহণ কৰিব খোজো মোৰ জীৱন সংগীৰূপে, স্বামী হিচাপে। *(যন্ত্ৰ সংগীত খৰ হ'ল।)*



ৰৌশনাৰা : মই তোমাক সুধিছোঁ। *(খঙত)*

ছাঃ জিন্নৎ : কোনে ক'লে এই গোপন কথা? এয়েতো? কাৰ নাম ক'ম। মহলৰ সকলোৱে জানে এইবোৰ কথা। কিন্তু ক্ষমা কৰিব, ফুফীজান মহলৰ কোনো লোকেই মোক এই বিষয়ে একো সম্ভেদ দিয়া নাই। মই স্বয়ং আব্বাজানৰ পৰাই এই কথা গম পাইছিলোঁ।

ৰৌশনাৰা : গোকাট মিছা কথা!

ছাঃ জিন্নৎ : তেনেহ'লে শুনক, এনে ধৰণৰ এটা অপবাদক কেন্দ্ৰ কৰি আজি কিছুদিন আগতে আপোনাৰ মহলত এটা অদ্ভুত পৰিৱেশৰ সৃষ্টি হৈছিল। বিনিময়ত এজন তৰুণ যুৱকৰ প্ৰাণদণ্ড হৈছিল। কথাটো বেচ কিছুদূৰলৈ জনা-জনি হৈ যোৱাৰ বাবে এই হাৰেমৰ সবাতোকৈ পুৰণি আৰু বিশ্বাসযোগ্য চৰ্দাৰজনৰ বদলি হৈছিল। কওক ফুফীজান? এই ঘটনা সংঘটিত হৈছিল কেৱল মিছাকথাক কেন্দ্ৰ কৰিয়েই?

ৰৌশনাৰা : *(খঙত জ্বলি উঠি)* স্পষ্টকৈ কোৱা কোনজন যুৱকক বিচাৰি মোৰ ওচৰলৈ আহিছা?

ছাঃ জিন্নৎ : আনোৱাৰ।

ৰৌশনাৰা : ই যে এক সৰ্বনাশী অনুৰোধ।

ছাঃ জিন্নৎ : সৰ্বনাশ আমাৰ দুয়োজনৰ বাবেই।

ৰৌশনাৰা : সাংঘাতিক ভুল কৰিছা। ভয়ংকৰ হ'ব তাৰ পৰিণাম। তুমি যি আনোৱাৰৰ সন্ধানত ইয়ালৈ আহিছা সেইজন আনোৱাৰ হাৰেমৰ প্ৰহৰীৰ হাতত বন্দী হৈছে। *(তিক্ত হাঁহিৰে)* জানিব পাৰিছোঁ মোৰ অজ্ঞাতে দুদিনমানৰ পৰা সি কোনোবা বেলেগ ৰমণীৰ লগত মিলা-মিছা কৰিছিল। আৰু সেই অপৰাধৰ বাবে তাক কয়েদ কৰা হৈছে।

ছাঃ জিন্নৎ : বৰ্তমান তাক ক'ত ৰখা হৈছে?

ৰৌশনাৰা : কয়েদখানাত। যি সৰ্বনাশ হ'ব লগা আছিল সেয়ে হৈ গ'ল। এতিয়া মাত্ৰ আনোৱাৰৰ পৰিৱৰ্তে আন কাৰোবাৰ নাম তুমি মোক কৈ চাবা পাৰা। সম্ভৱ হ'লে বিবেচনা কৰি চাব পাৰোঁ।

ছাঃ জিন্নৎ : আন কাৰোবাৰ নাম মোৰ জনা নাই আৰু জনাৰ প্ৰয়োজনো নাই।

ৰৌশনাৰা : তেতিয়াহলে আনোৱাৰ সম্পৰ্কে ইয়াতকৈ বেছি সম্ভেদ দিয়া সম্ভৱ নহ'ব। চোৱা জিন্নৎউন্নিছা তুমি বাদশ্বাহ চালামতৰ কনিষ্ঠ জীয়ৰী। মৰমৰ মুন্নী বেগম। তোমাৰ বাবে অসম্ভৱ বুলি কি থাকিব পাৰে? যোৱাচোন এবাৰ নিজেই বিচাৰি যোৱা। কিজানিবা সম্ভৱ হয়েই (ব্যঙ্গ)

ছাঃ জিন্নৎ : এৰা মই বাদশ্বাহ আলমগীৰ ঔৰংজেৱৰ কন্যা ছাহ্‌জাদী জিন্নৎউন্নিছা। সেই পৰিচয় মই নিজৰ কাৰ্য্যৰ প্ৰতিপন্ন কৰিম। জীৱনৰ সৰ্বশ্ৰেষ্ঠ মাণিক টুকুৰা যিয়ে মোৰ পৰা কাঢ়ি লৈ গ'ল তাক মই ক্ষমা নকৰোঁ। মোৰ মোহব্বতক কোনোবাই যদি বিদ্ৰূপ কৰিছে কোনোবাই যদি ধ্বংস কৰিছে তাক মই কেতিয়াও বৰদাস্ত নকৰোঁ। ফুফীজান আপুনি মাত্ৰ চাই থাকক প্ৰয়োজনত মই কি কঠোৰ হ'ব পাৰোঁ,

কি ভীষণ হ'ব পাৰোঁ।

*(যন্ত্ৰ সংগীত দ্ৰুত হৈ হঠাৎ বন্ধ হৈ গ'ল, মঞ্চ আন্ধাৰ হ'ল।)*

## একাদশ দৰ্শন

*(এটুকুৰা মুকলি ঠাই)*

তহমিনা : চালাম ছাহ্জাদী চাহেবা।

ছাঃ জিন্নৎ : তহমিনা, তোৰ লগত মোৰ কিছু জৰুৰী কথা আছিল।

তহমিনা : কওক ছাহ্জাদী চাহেবা।

ছাঃ জিন্নৎ : ইয়াত নহয়। তই থকা কোঠাটোলৈ মোক লৈ যাব লাগিব।

তহমিনা : *(আচৰিত হৈ)* মুন্নী বেগম চাহেবা! কি কৈছে আপুনি?

ছাঃ জিন্নৎ : লৰা-লৰি ব'ল। ইয়াত কথা পতা নিৰাপদ নহয়।

তহমিনা : কিন্তু আপুনি? মই থকা কোঠালৈ? মোৰ বিশ্বাস হোৱা নাই ছাহ্জাদী বেগম চাহেবা। সঁচাই যাবনে সেই এন্দুৰৰ গাতটোলৈ?

ছাঃ জিন্নৎ : আঃ অনাহকত সময় নষ্ট কৰিছ? ব'ল *(দুয়োৰে প্ৰস্থান, মঞ্চ আন্ধাৰ হয়। আন্ধাৰত কাঠৰ দুৱাৰৰ শলখা খোলাৰ শব্দ হ'ল। এটা সৰু কোঠাৰ ভিতৰত ক্ষন্তেক যন্ত্ৰ সংগীত বাজি উঠিল। আকৌ মঞ্চ পোহৰ হ'ল।)*

ছাঃ জিন্নৎ : ওঁ এই মোনাটো ৰাখ। ইয়াত ডেৰশ মোহৰ আছে লাগিলে আৰু এশ পাবি। ক' আনোৱাৰক ক'ত বন্দী কৰি থৈছে?

তহমিনা : মালেকা ৰৌশনাৰা বেগম চাহেবাকতো আপুনি ভালদৰে জানে। এই গুপ্ত সংবাদ প্ৰকাশ কৰি দিয়া বুলি জানিলে মোক জীৱন্তে জানোৱাৰৰ মুখত মেলি দিবগৈ। দোহাই মোক মাফ কৰক ছাহ্জাদী বেগম।

ছাঃ জিন্নৎ : নোকোৱাকৈ থাকিব খুজিলেও একে শাস্তিয়েই ভোগ কৰি তই মৰিব লাগিব।

তহমিনা : *(তহমিনা থৰথৰকৈ কঁপিবলৈ ধৰে)।* নহয়, নহয় মোৰ বাবে সি সম্ভৱ নহ'ব বেগম চাহেবা।

ছাঃ জিন্নৎ : এই চোকা ছুৰীখন তোৰ বুকুত মই বহুৱাই দিম। ফুফীজানে সুধিলে কবি শাণিত কৃপাণ টোৱাই মুন্নী বেগমে তোক বাধ্য কৰাইছিল। কঁপিছ কেলেই ক'?

তহমিনা : সেইদিনাখন আপোনাৰ কক্ষৰ পৰা ওলাই অহাৰ ঠিক পাচতে হজৰত-ই বেগম চাহেবা ৰৌশনাৰা বেগমৰ প্ৰহৰীয়ে আনোৱাৰক জব্দ কৰিছিল। প্ৰহৰী দুজনে আপোনাৰ মহলৰ ওচৰত আগৰ পৰাই চোপ লৈ আছিল। এহাতমান দীঘল এডাল দণ্ডৰে মূৰত আঘাত কৰি তাক বেহুচ কৰি লৈছিল। তাৰ পাচত সি পিন্ধি অহা বোৰ্খাটোৰে তাক মেৰিয়াই লৈছিল।

ছাঃ জিন্নৎ : শয়ন কক্ষৰ বাহিৰত অদ্ভুত শব্দ এটা মই শুনিছিলোঁ অথচ মানুহৰ দৱৰা-দবৰি নাইবা টনা আজোৰা একোৰে শব্দ শুনা নাছিলোঁ।



তহমিনা : ৰৌশনাৰা বেগমৰ বচাত-বচা সেই দৈত্যৰ লেখীয়া প্ৰহৰী কেইটাই চকুৰ পলকতে মানুহ কৰায়ত্ত কৰিব পাৰে আৰু প্ৰয়োজনত নিমিষতে শেষ কৰি দিবও পাৰে।

ছাঃ জিন্নৎ : আনোৱাৰ মোৰ কক্ষত থাকিব পাৰে বুলি ফুফীজানে কেনেকৈ জানিলে?

তহমিনা : আপোনাৰ পৰিচাৰিকা ৰুকেয়াই আপোনাক বেইমানী কৰিছে।

ছাঃ জিন্নৎ : ওঁ বুজিছোঁ। ফুফীজান ৰৌশনাৰা বেগম চাহেবাৰ পৰা প্ৰচুৰ বক্‌ছিছ লাভ কৰি তাই সকলো দ্বাৰৰ বাতৰি লগে লগে যোগান ধৰিছে।

তহমিনা : বকছিছ নে আন কিহবাৰ আক্ৰোশ তাক কোৱা টান।

ছাঃ জিন্নৎ : সন্দেহ, মোৰ ঠিকেই আছিল। তোৰ পৰা জানি যেনিবা নিশ্চিত হ'লোঁ। তাইক উপযুক্ত শাস্তি দিয়াত মই বিলম্ব নকৰোঁ তহমিনা। কিন্তু তাৰ আগতে ক' আনোৱাৰক বচোৱা যায় কেনেকৈ।

তহমিনা : *(উচুপি)* কাক বচাবলৈ যাব ছাহ্জাদী বেগম চাহেবা। আনোৱাৰৰ দেহটো ইতিমধ্যে থেতেলাই পেলোৱা হৈছে।

ছাঃ জিন্নৎ : তহমিনা!

তহমিনা : সি কোনোমতে নেবাচে বেগম চাহেবা। তজবজীয়া ডেকা বুলিয়েই ইমান পৰে হয়তো তাৰ প্ৰাণ বায়ুটো ওলাই যোৱা নাই। মই খোদাতুল্লাৰ ওচৰত দোৱা মাগিছোঁ মোৰ এদিনৰ পাচ-ওৱাক্ত নামাজৰো কোনো যদি মূল্য থাকে, হে খোদা, তাক মাৰি নিয়া, তাৰ প্ৰাণ বায়ু উলিয়াই নিয়া ৰছুল! সেই কষ্ট চকুৰে চাই সহি থকা অসম্ভৱ ছাহ্জাদী বেগম। *(কান্দে।)*

ছাঃ জিন্নৎ : নেকান্দিবি তহমিনা। এতিয়া কামৰ কথালৈ আহ। হাতত সময় একেবাৰে কম।

তহমিনা : আৰু কি কামৰ কথা কৈছে বেগম চাহেবা?

ছাঃ জিন্নৎ : যিকোনো উপায়ে তই মোক সেই কয়েদখানাৰ অন্ধকাৰ কোঠালিটো দেখুৱাই দিব লাগিব য'ত মোৰ প্ৰাণৰ আচিক আনোৱাৰ তিলতিলকৈ মৃত্যুৰ ক্ষণ গণিব লাগিছে।

তহমিনা : সি এক দুঃসাহসিক কাম হ'ব মুন্নী বেগম। এক অসম্ভৱ কথা। সেই কাম মই কৰিব নোৱাৰিম।

ছাঃ জিন্নৎ : পাৰিবই লাগিব। মই যে তাক ৱাদা কৰি থৈছোঁ। তহমিনা। তই মোক নিৰাশ নকৰিবি। ক' তোক আৰু কিমান মোহৰ লাগিব।

তহমিনা : *(দুখত হাঁহি)* মোহৰৰ লোভ মোৰ নাই বেগম চাহেবা।

ছাঃ জিন্নৎ : তেতিয়াহ'লে ক'বলৈ তই ইমান শংকা বোধ কৰিছ কিয়?

তহমিনা : শুনক, ৰৌশনাৰা বেগমৰ যিটো মহলত শয়ন কক্ষ তাৰ তলত অৰ্থাৎ মাটিৰ তলতো এটা দুখলপীয়া ঘৰ আছে। সেই ঘৰবোৰত কি থাকে, কোন থাকে সেইবোৰ নিশ্চয় আপুনি জানে। নেজানিলেও জনাৰ প্ৰয়োজন নাই, কিন্তু সেই খলপীয়া ঘৰৰ তলতে আৰু এটা অন্ধকূপ আছে।

ছাঃ জিন্নৎ : অন্ধকূপ? ইমান তলত?

তহমিনা : তাতে কয়েদখানা বনোৱা আছে। সেইবোৰৰ খবৰ আপোনালোকে নেজানে, আমি

জানো। জনাৰ আৱশ্যকতা আছে। এই কয়েদখানাবোৰলৈ বতাহ যোৱাৰ বাবে মাত্ৰ দুটা সুৰুঙা থাকে আৰু পোহৰৰ বাবে টিমিক-টামাককৈ জ্বলি থকা এগছি চাকি থাকে। কয়েদখানা নুবুলি মৌতখানা বুলিও কোৱা হয়। প্ৰতিটো মৌতখানাত লৌহ কপাট আছে। বন্দী কয়েদীয়ে যিমানে চিঞৰ-বাখৰ নকৰক বাহিৰত কোনেও নুশুনে। কিছুমান কয়েদখানাৰ চাবি থাকে উজীৰ-এ-আজমৰ হাতত আৰু কিছুমানৰ চাবি ৰাখে স্বয়ং ছাহেনচাহে নিজে। এই খলপটোত ঢেকীয়াপতীয়া বাঘ, বলীয়া কুকুৰ প্ৰয়োজনত এৰি দিয়া হয়। পহৰাৰ দায়িত্বত থাকে বিকট দৈত্যৰ লেখীয়া চেহেৰাৰ কিছুমান প্ৰহৰী। সিহঁত বোবা আৰু কলা। বাদছাহৰ হুকুমৰ বাহিৰে সিহঁতে আৰু একো নুবুজে।

ছাঃ জিন্নৎ : কয়েদখানাৰ বন্দীৰ অৱস্থা শুনিলেই শুনা জনৰো কলিজাৰ তেজ বৰফ হৈ যাব তহমিনা। আনোৱাৰৰ ওপৰত প্ৰতিহিংসা চৰিতাৰ্থ কৰিবলৈ ফুফীজান শিলৰ দৰে ইমান কঠোৰ হৈ পৰিল কিয়?

তহমিনা : এগৰাকী সামান্য দাসীৰ বাবে সেই প্ৰশ্নৰ জবাব দিয়াতো ধৃষ্টতা মাথোন ছাহ্জাদী বেগম।

ছাঃ জিন্নৎ : তোক আন এটা প্ৰশ্ন কৰোঁ। ক' তোৰ মালেকা ৰৌশনাৰা বেগমে নিশা শোৱনি কোঠাৰ দুৱাৰ কেতিয়া বন্ধ কৰে?

তহমিনা : ন'বজাৰ ঘণ্টা বজাৰ লগে লগে কোঠাৰ দৰজা বন্ধা হয়। তাৰ পাচত যিকোনো দাসী ভিতৰলৈ সোমাব নোৱাৰে। খুব প্ৰয়োজনৰ বাবে এটা ঘণ্টা আছে ; বজা শুনিলে ফৰিদা নামৰ এগৰাকী পুৰণি দাসী আছে তাইহে সোমাব পাৰে। তাকো কাচিৎহে প্ৰয়োজন সাপেক্ষে।

ছাঃ জিন্নৎ : ল' এই মোহৰ কেইটা ৰাখ। ৰাতি দহমান বজাত মই আকৌ তোৰ ওচৰলৈ আহিম। ৰৌশনাৰা বেগমৰ মহলৰ কাযেদিয়েই সেই মাটিৰ তলত থকা অন্ধকাৰ কূপটোলৈ যাম। তই মাথোঁ মোৰ লগত যাব লাগিব।

তহমিনা : ছাহ্জাদী বেগম!

ছাঃ জিন্নৎ : চুপ। চুপ মোহৰ কেইটা ল। *(তহমিনাই মোহৰকেইটা লয়।)* যি কৈছোঁ শুনি যা। ফুফীজানৰ মহলৰ দায়িত্বত থকা সেই প্ৰহৰী কেইজনক কৌশলেৰে তই আঁতৰাই ৰাখিব লাগিব। তই মহলৰ পুৰণা দাসী। বহুত কিটিপ তোৰ জনা আছে। মোহৰ কেইটাৰে কিছু বিষৰ যোগাৰ কৰিবি। বিষখিনি মাংসৰ টুকুৰাৰ লগত মিহলাই সেই ক্ষুধাৰ্ত জানোৱাৰৰ সন্মুখত আগতিয়াকৈ দলিয়াই থৈ আহিব লাগিব।

তহমিনা : কিন্তু মই যে.....

ছাঃ জিন্নৎ : তই একোৱেই কৰিব নালাগে। তাৰ পাচত যি কৰিব লাগে সকলো মই কৰিম। তই মাত্ৰ আনোৱাৰক বন্দী কৰি থোৱা কয়েদখানাটো দেখুৱাই দিবি।

তহমিনা : (কান্দোনৰ সুৰত) অসম্ভৱ এই কাম ছাহ্জাদী। বৰঞ্চ মোক মুক্তি দিয়ক।

ছাঃ জিন্নৎ : কাম সমাপ্ত নোহোৱাকৈ তোক মুক্তি দিয়া প্ৰশ্নই নুঠে। মই কোৱা ধৰণে কামবোৰ কৰি যাবি কোনো বিপদে তোক চুব নোৱাৰে। অন্ততঃ মই জীয়াই থকালৈকে। কিন্তু মোৰ অবাধ্য হ'লে তয়ো কুকৰ্মত লিপ্ত হোৱা বুলি ছাহেনচাহৰ ওচৰত তোৰ বিপক্ষে গোচৰ দিম।



তহমিনা : ছাহ্জাদী বেগম চাহেবা!

ছাঃ জিন্নৎ : তোৰ ছাহ্জাদী বেগম চাহেবাৰ চকুত এতিয়া মাত্ৰ প্ৰতিহিংসাৰ জুই, আৰু প্ৰতিহিংসা চৰিতাৰ্থ কৰাই একমাত্ৰ স্পৃহা।

তহমিনা : এইদৰে আপোনাৰ জিন্দেগী...

জিন্নৎ : জীৱন-জীন্দেগী মোৰ শেষ হৈ গৈছে। কাৰ বাবেনো আৰু মই দুখ কৰিম? কাৰ বাবে মোৰ বিলাপ। কাৰ বাবে মই হাহাকাৰ কৰিম তহমিনা? তই মাত্ৰ চাই যা তোৰ ছাহ্জাদী জিন্নৎউন্নিছা প্ৰয়োজনত কি ভীষণ হ'ব পাৰে, কঠোৰ হ'ব পাৰে আৰু কি ভয়ংকৰ ৰূপ ধাৰণ কৰিব পাৰে।
*(হাঁহি হাঁহি কান্দি দিয়ে, মঞ্চ আন্ধাৰ)*

## দ্বাদশ দৰ্শন

*বেগম মহল দাসীবোৰৰ থকা এটি কোঠা। দাসীবোৰৰ মাজতে কথোপকথন।*

১ম দাসী : দুদিন মানৰ পৰা বেগম মহলৰ ভিতৰত শান্তি নোহোৱা হৈছে। সকলো ফালে ওলট-পালট।

২য় দাসী : এৰা অ' বাঈ ছাহ্জাদীজনীৰ কাণ্ড-কাৰখানা দেখি তাজ্জব মানিছোঁ। ভালৰেই লক্ষণ নে বেয়াই কিবা এটা ঘটিব ক'ব পৰা নাই।

১ম দাসী : দোলা নাই। দাসী নাই। আনকি দেহৰক্ষিণীও এগৰাকীও লগত নোলোৱাকৈ বাদছাহ জীয়ৰীজনী মহলৰ পৰা ওলাই আহিব লাগেনে?

২য় দাসী : কিবা ভূতে পোৱা গাভৰুৰ দৰে সুদা ভৰি দুটা পকাত কোবাই হম্‌হম্ কৰে শব্দ কৰি আপোন মহলৰ পৰা গৈ পেহীয়েকৰ মহল পালেগৈ।

১ম দাসী : বাদশ্বাহী গৌৰৱটো গ'লে ই বংশৰ সূৰুয ডুবিবলৈ ইহঁতক আৰু বেছি পৰ নেলাগে। এইবোৰ ভাল লক্ষণ কাহানিও হ'ব নোৱাৰে। মোগল হাৰেমৰ মৰ্যাদা,বেগম ছাহ্জাদীৰ আত্মসন্মান সকলো ৰসাতলে নিলে।

২য় দাসী : আচল ঘটনাটো কি হৈছে গম পাইছানে নাই পাছে?

১ম দাসী : পূৰাকৈ গম পোৱা নাই এথোন।

২য় দাসী : পেহীয়েকে পুহি ৰখা চাকৰৰ ল'ৰাৰ লগত হতালি-বতালি আমাৰ ছাহ্জাদী জিন্নৎউন্নিছা বেগমৰ। প্ৰহৰীৰ হাতত হাতে-লোটে ধৰা পৰিলত পেহীয়েকৰ কঢ়া আদেশ পৰিল। ল'ৰা গৈ কয়েদখানাত সোমাল। কোনেনো জানে এতপৰে চাগে তাৰ জানটো মাৰিয়েই পেলালে।

১ম দাসী : অ' সেয়েহে ছাহ্জাদী বলিয়াৰ দৰে হৈ পেহীয়েকৰ ফালে চোঁচা লৈছে।

২য় দাসী : ক'তা? পেহীয়েকৰ মহলতটো কোনো হাই-উৰুমিৰ শব্দ নাই। কথাৰ কটা-কটি বা কাজিয়া পেচাল হলেও কিবা শব্দ শুনিব পোৱা গ'লহেঁতেন। *(এনেতে নেপথ্যত হাঁহি-খিকিন্দালিৰ শব্দ-ৰৌশনাৰা বেগম মহলৰ পৰা ভাঁহি আহিল)* শুনা বাঈ।

১ম দাসী : হাঁহি-খিকিন্দালিৰহে শব্দচোন।

২য় দাসী : পেহীয়েকে ভতিজীয়েকৰ বিয়াকে ঠিক কৰিলে যেন পাওঁ *(ব্যংগ)*

১ম দাসী : ওঁ দিয়াব বাদশ্বাহে বিয়া। বান্দা এটাৰ লগত বাদশ্বাহে চেলামতৰ জীয়েকৰ বিয়া এই ভয়ানক কথাটো ভাবিব পাৰিছ কেনেকৈ? এই কথা বাদশ্বাহে বৰদাস্ত কৰিব?

২য় দাসী : ঠিকেই যি বাঘৰ লেখীয়া বাদশ্বাহ। এবাৰ চকুলৈ চালে কলিজাৰ কেঁচা তেজ গোট মাৰি যায়। জান বাঈ। ছাহ্জাদী পেহীয়েকৰ মহললৈ চোঁচা লৈ যাওঁতে আনকি বোৰ্খাটোৰে মুখখনো ঢাকি লবলৈকো পাহৰিলে হেনো। ৰাস্তাত দেখা পাই ৰুকেয়াই পাচফালৰ পৰা এবাৰ সোঁৰৱাই দিছিল। ছাহ্জাদীয়ে যিহে ঘোপাকৈ চালে।

১ম দাসী : সেই শান্ত-শিষ্ট দৃষ্টিৰ নিৰ্জু মুন্নী বেগম জনী দুই-চাৰি দিনতে কি যে হৈ গ'ল। ছে ঃ এইবিলাক দেখি—শুনি শান্তি নোহোৱা হ'ল।

২য় দাসী : বাঈ পলাই যাওঁ বল।

১ম দাসী : কেনি পলাবি? ক'লৈ পলাবি? এই লালকিল্লাত এনে এটা সুৰুঙা আছেনে? এই দুনীয়াত এনে এডোখৰ গুপ্ত ঠাই আছেনে যি শ্বাহী নিজামতৰ আগোচৰ ।

ৰুকেয়া : হাঃ হাঃ হাঃ *(হাঁহি হাঁহি প্ৰৱেশ।)*

২য় দাসী : কোন? ৰুকেয়া! কি হ'ল বলিয়াৰ দৰে হাঁহিছ যে?

ৰুকেয়া : তোৰে কথাত হাঁহি উঠিছে। তই, মই, বাঈ এইবোৰ মানুহ যে দেখিছ সকলো বাদশ্বাহৰ ঘৰত কিনা বান্দী, কিনা গোলাম। ক'ৰবালৈ যোৱাৰ অধিকাৰ আমাৰ কপালত লিখা হোৱা নাই। মালিক বা মালিকাৰ হুকুম অবিহনে মহলৰ পৰা এক কদমো ইফাল-সিফাল কৰিব নোৱাৰিবি। ক'তো কোনেও আমাক আশ্ৰয় নিদিয়ে, সহায়ো নকৰে। কেতিয়াবা যদি কোনোবাই আশ্ৰয় দি ৰাখেও সি বাদশ্বাহৰ পৰা কাৰাদণ্ড ভোগ কৰিব লাগিব। এই আপদাহ্ লগাই নমৰ। খবৰদাৰ।

২য় দাসী : তই আকৌ খবৰদাৰ ক'বলৈ কোনগৰাকী মালিকা হৈ আহিলি?

ৰুকেয়া : কি ক'লি তই? মোক মালিকা নহয় বুলি কৰ। ছাহ্জাদী জিন্নৎউন্নিছা বেগম মহলৰ যিমান দাসী, বান্দী, বেটী আছে মই সকলোৰে ওপৰত বুজিছ?

২য় দাসী : হোঁঃ নিমখ খাবি এগৰাকীৰ কাম কৰিবি কাৰোবাৰ।

ৰুকেয়া : বক্চিছ, বুজিছ বক্চিছ। বাদশ্বাহী ঘৰত মুখ খুলিলেই বক্চিছ।

২য় দাসী : ৰৌশনাৰা বেগমৰ ওচৰত মুখ খুলিনো কিমান বক্চিছ আদায় কৰিলি?

১ম দাসী : গুপ্ত কথাৰ জপা খুলি দিয়া কি দৰকাৰ আছিল তোৰ? তই লাভ কৰা কেইটামান



মোহৰৰ বিনিময়ত ফুল কুমলীয়া সেই নিৰপৰাধী নিৰ্জু ল'ৰাটো কয়েদখানাৰ চিকাৰ হ'ল।

২য় দাসী : ছাহ্জাদী জিন্নৎউন্নিছা বেগমৰ কাণত যদি কেনেবাকৈ এই কথা যায় কয়েদখানাৰ মস্ত শিলডোখৰত তোকো এছাৰি পেলাব।

১ম দাসী : এৰা, ছাহজাদী বেগমৰ মেজাজ এতিয়া গম পাবলৈ টান হৈছে।

২য় দাসী : ভালৰ বাবে কৈছোঁ ৰুকেয়া শুন। তই ছাহ্জাদী জিন্নৎউন্নিছাৰ ওচৰলৈ গৈ দোষ চিকাৰ কৰি ল'। মানুহগৰাকী মৰমিয়াল। ক্ষমা নিশ্চয় কৰিব।

ৰুকেয়া : মই গৈ অকলে খোচামতি কৰি মৰিব লাগিছে কেলেই? তইও যাব লাগিব। ৰৌশনাৰা বেগম চাহেবাৰ বক্‌ছিছৰ ভাগ দেখোন আটাইবোৰে লৈছিলি। এতিয়া ক্ষমা খোজাৰ বেলিকা মই অকলে গৈ জীৱন্ত বাঘৰ সন্মুখত পৰি মৰিলেহে হ'ব।

২য় দাসী : আমি যোৱাত হ'লে নাই দেই।

ৰুকেয়া : নগ'লে মইও শুদাই নেৰিম। *(এনেতে বাহিৰত কোনোবা অহাৰ শব্দ।)*

১ম দাসী : ৰ' চুপ কৰ। কোনোবা এইপিনে অহা যেন লাগিছে। *(এজন প্ৰহৰী হাতত চাবুক লৈ সোমাই আহে, আন দুজনে হাতত শিকলি লৈ পাচে পাচে আহে।)*

প্ৰহৰী : তহঁত যি য'তেই আছ ত'তেই থাক। এই বন্দী কৰ ইহঁতক। আটাই কেইজনীৰ হাত ভৰিত লোৰ বেৰিবোৰ লগাই দে। টানি লৈ যা কয়েদখানালৈ।

ৰুকেয়া : কথা নাই, বতৰা নাই অতৰ্কিতে আহি আমাক এইদৰে বন্দী কৰাৰ আদেশ কোনে দিলে?

১ম দাসী : আমি ছাহ্জাদীৰ আগত গোচৰ তৰিম।

প্ৰহৰী : *(চাবুকেৰে একোব মাৰিলত শব্দ এটা হ'ল।)*

১ম দাসী : আঃ *(চিঞৰি)*

প্ৰহৰী : চুপ থাক। কোনেও টু শব্দ এটাও কৰিব নোৱাৰিবি।

ৰুকেয়া : আমাৰ কাপোৰ-কানি, বিছনা পত্ৰবোৰ—

প্ৰহৰী : হোঁঃ বিছনা-পত্ৰ *(ধমক দিয়ে)* কয়েদখানাত শেতেলি পাৰি বিশ্ৰাম কৰিবলৈ যাবি? শুন, আৰু কোনোবা দিনা অন্ধ কূপৰ পৰা যে ওলাই আহিব পাৰিবি সেই আশা নকৰিবি। ছাহ্জাদীৰ আদেশ ভালদৰে শুনি ল' (১) ছাহ্জাদী জিন্নৎউন্নিছাৰ মহলত আজি তহঁতৰ ঠাইত এদল নতুন দাসী আৰু সেৱিকা নিয়োগ কৰা হৈছে। (২) একমাত্ৰ পিছ্-খিদমৎ ল'ৰাটোক ৰেহাই দি পুৰণা দাসী বান্দীৰ সমস্ত দলটো বন্দী কৰি কয়েদখানালৈ চালান দিয়া হ'ব। (৩) কয়েদখানালৈ পঠিওৱাৰ আগতে লোহাৰ হাতোৰা লগোৱা এই চাবুকডালেৰে তহঁতৰ একোজনীৰ পিঠিত পাঁচোটাকৈ কোব দিয়া হ'ব। হাঃ হাঃ হাঃ। ইয়াৰ একোবেই ভীষণ। য'তেই কোব পৰে মাংসবোৰ ফাঁটি হাতোৰাবোৰত লাগি আহে। হাঃ হাঃ হাঃ। *(চাবুক মৰা শব্দ)*

দাসীসকল : আঃ আঃ আঃ আঃ *(বিকট চিঞৰ)*

*(মঞ্চ অন্ধাৰ হ'ল)*

## ত্ৰয়োদশ দৰ্শন

*এই দৰ্শনত দুখন মঞ্চ ব্যৱহাৰ হ'ব। দুখন মঞ্চৰ ব্যৱস্থা নেথাকিলে মাথোঁ দ্বিতীয় মঞ্চৰ মঞ্চ সজ্জাৰেই যথেষ্ট হ'ব। জিন্নৎ আৰু তহমিনাৰ কথোপকথন দেখুৱাবলৈ সুবিধানুযায়ী মঞ্চৰ ব্যৱহাৰ কৰিব। প্ৰথম মঞ্চৰ সাজ-সজ্জা ঃ ৰৌশনাৰা বেগম মহলৰ সুবৃহৎ দীঘল বাৰাণ্ডা। বাৰাণ্ডাৰ পৰা নামি অহা খট্ খটি বা চিৰীৰ ব্যৱস্থা আছে। চৰিত্ৰসমূহক বাৰাণ্ডা গচকাই চিৰীৰে নমাই পঠিয়াব পাৰে। দ্বিতীয় মঞ্চ সজ্জাঃ কেউপিনে কলা ইটাৰে নিৰ্মিত ওখ বেৰ। মাটিৰ তলত থকা অন্ধকাৰ কাৰাগাৰ বুজাবলৈ ওপৰৰ পৰা নামি অহা চিৰী বা ৰাস্তা একাষে দেখা যাব। বেৰৰ চুকত ঢিমিক-ঢামাককৈ জ্বলি থকা দুটা চুঙা চাকি। চিৰীয়েদি নামি আহিল তহমিনা পাচে পাছে ছাহ্‌জাদী জিন্নৎউন্নিছা।*

তহমিনা ঃ এই চিৰীয়েদি নামি আহক ছাহ্‌জাদী চাহেবা। খোজ দিওঁতে সাৱধান হ'ব। কোনো শব্দ নকৰাকৈ আহিব।

ছাহ্‌জাদী ঃ তহমিনা!

তহমিনা ঃ অন্ধকাৰ কাৰাগাৰত শিল বা ইটা এচপৰাইও চোৰাংচোৱাৰ কাম কৰিব পাৰে। সেয়েহে সন্তৰ্পণে খোজ দিয়াৰ কথা কৈছোঁ ছাহ্‌জাদী।

ছাহ্‌জাদী ঃ মোৰ ৰক্ত ধমনীত পূৰ্বপুৰুষ টাইমুৰ, চেংগীজখাৰ তেজ উথলি উঠিছে তহমিনা। সন্ত্ৰাস বা ভয় কাক বোলে মই এতিয়া একো নুবুজো। চকুৰে আগত মাত্ৰ প্ৰতিশোধৰ অগনি।

তহমিনা ঃ *(কুঁজা হৈ)* চাব এইখিনিতে অলপ কুঁজা হৈ সোমাব, এতিয়া আমি আমাৰ লক্ষ স্থান কাৰাগাৰৰ সেই অন্ধকাৰ গহ্বৰত প্ৰৱেশ কৰিম।

ছাহ্‌জাদী ঃ সেই কুকুৰকেইটা ?

তহমিনা ঃ চুকটোলৈ, চাওক । মৰি পৰি আছে। *(শব্দ আৰু যন্ত্ৰ সংগীতৰ সংযোজিত মিশ্ৰণত এটা ভয়াবহ সুৰ বাজিব।)*

ছাহ্‌জাদী ঃ এই খলপটোৰ নামেই অন্ধকূপ নহয় জানো?

তহমিনা ঃ হয় জানোৱাৰ কেইটাক আগৰে পৰা বশ কৰি ল'ব নোৱাৰিলে ইয়ালৈ অহাটো সম্ভৱেই নহয়। মই আগতে এবাৰ আহি জহৰ মিহলোৱা বিষাক্ত মাংসৰ টুকুৰা কিছুমান সিহঁতৰ সন্মুখত দলিয়াই থৈ গৈছোঁ, ওঁ এতিয়া এইফালে লক্ষ্য কৰক। কঁকালত মস্ত তৰোৱালখন লৈ বন ম'হৰ দৰে সৌ কেটোৰ ক'লা বিকট চেহেৰাৰ প্ৰহৰীজন যে দেখিছে সিয়েই হ'ল কয়েদখানাৰ মুখ্য দুৱৰী। তাৰ মৰ্জিৰ ওপৰত সি শুব, বহিব বা এনেয়ে ঘূৰি থাকিব।

ছাহ্‌জাদী ঃ নাক বজা শব্দ শুনিছোঁ। বোধহয় সি শুই আছে।

তহমিনা ঃ সি ভালদৰে জানে? এই অন্ধকূপলৈ অহাতো কাৰো বাবে সম্ভৱ নহয়।



ছাহ্‌জাদী ঃ তেতিয়াহ'লে অনতি বিলম্বে কাৰ্য সিদ্ধি কৰিব লাগিব।

তহমিনা ঃ সুযোগৰ সৎব্যৱহাৰ কৰক ছাহ্‌জাদী। আপোনাৰ কঁকালৰ চোকা তৰবাৰীৰে একে খোচতে তাৰ কলিজা ভেদ কৰক। যাওক নামি যাওক্। *(ছাহ্‌জাদী জিন্নৎউন্নিছাই খাপৰ পৰা তৰবাৰী উলিয়াই ল'ব)* পলম নকৰিব। খুব সাৱধান হ'ব। সি কিঞ্চিত উমান পালেই আপোনাৰ ওপৰত জঁপিয়াই পৰিব। সেই সুযোগ তাক নিদিব। এইখিনিৰ পৰা আৰু কিন্তু এক ইঞ্চিও মই আগবাঢ়ি নেযাওঁ ছাহ্‌জাদী।

ছাহ্‌জাদী ঃ তই আঁতৰি যা তহমিনা।
*(নেপথ্যত যন্ত্ৰ সংগীতৰ ধ্বনি দ্ৰুত হৈ আহি ব।)*

তহমিনা ঃ লৌহ কপাটৰ চাবি তাৰ কঁকালত খুচি থোৱা আছে। ছাহ্‌জাদীয়ে হাতত তৰোৱাল লৈ বিদুৎ বেগেৰে নামি আহি ভিতৰলৈ চোঁচা ল'লে। *(প্ৰস্থান হঠাৎ যন্ত্ৰ সংগীত বন্ধ হ'ল। প্ৰহৰীক হত্যা কৰা হ'ল। বিকট চিঞৰ এটা নেপথ্যৰ পৰা ভাঁহি আহিব। চাইণ্ড ইফেক্টত টুং টাং শব্দ। এখন এখনকৈ তিনিখন লৌহ দুৱাৰ খোলাৰ শব্দ। পোহৰ লাহে লাহে কমি মঞ্চ এন্ধাৰ হ'ল।)*

## চতুৰ্দশ দৰ্শন

*অন্ধকাৰ কুঠৰি এটা। কেউপিনে বেৰ। পোহৰ আৰু বতাহ সোমাবলৈ মাথোঁ দুটা সুৰুঙা। সন্মুখৰ লৌহ কপাট খোলা। মঞ্চ খোলাৰ লগে লগে আনোৱাৰৰ মুখমণ্ডল আৰু শৰীৰৰ ওপৰ ভাগত পোহৰ পৰিল। দেখা গ'ল আনোৱাৰৰ দেহা নৃশংস অত্যাচাৰত জৰ্জৰিত। নিৰ্বাক নিস্তেজ দোল খোৱা শৰীৰ। চাবুকেৰে কৰা চিৰ্‌লা চিৰ দেহৰ ছাল। মাংস ওলাই গৈছে। অক্ষি কোটৰৰ পৰা চকুহাল যেন ওলাই আহিব। শুকান জিভা আৰু ওঁঠ। মুখ মেল খোৱা । চকুৰ মণিহাল উন্মুক্ত হৈ বগাখিনি দৃষ্টিগোচৰ হৈছে। সমস্ত দেহৰ পৰা তেজ বিৰিঙিছে। ঠায়ে ঠায়ে গৰম লোহাৰ পোৰা দাগ। হাত দুখন ওপৰলৈ দাণ্ডি বেৰত শিকলিৰে বন্ধা আছে। ভৰি দুখনো শিকলিৰে বান্ধি থোৱা আছে।)*

ছাহ্‌জাদী ঃ *(কান্দোন কিন্তু অস্ফুট ধ্বনি)* খোদা! এয়া মই, এয়া মই কি দেখিছোঁ। আনোৱাৰ আজিজ মোৰ। এই নৃশংস দৃশ্য চাবলৈ মই জীয়াই আছিলোঁ। ফুফীজান! *(স্বগতক্ত)* এই নাৰকীয় শাস্তি দি মাৰিবলৈ তুমি নিশ্চয় আদেশ কৰা নাছিলা। কিন্তু সেই নিৰ্দয় প্ৰহৰীবোৰে সিহঁতৰ বাহুবল আৰু কুৎসিত প্ৰবৃত্তি চৰিতাৰ্থ কৰিছে মোৰ প্ৰাণৰ আনোৱাৰৰ কোমল দেহটোৰ ওপৰত *(কান্দে)* ফুফীজান! *(প্ৰায় চিঞৰ দিয়ে)* এই বীভৎস দৃশ্যৰ নায়িকা একমাত্ৰ তুমিয়েই! *(এইবাৰ হুকহুকায় কান্দে। প্ৰকৃতিস্থ হৈ)* প্ৰতিশোধ ল'ম। মই ভয়ানক প্ৰতিশোধ ল'ম। মই কাল সৰ্পিনীৰ দৰে জাগি উঠিম। আপচোচ কৰাৰ সময় আৰু মোৰ নাই। *(বুকুৰ ওপৰত কাণখন থৈ)* আনোৱাৰৰ বুকুৰ মাজত কলিজাৰ স্পন্দন মন্থৰ হৈ গৈছে। মাত্ৰ

ধুক- ধুক এটা মৃদু শব্দ। বুজিছোঁ খোদা আনোৱাৰক বচোৱাৰ আৰু কোনো উপায়ো নাই। দুনিয়াৰ কোনো হেকিমে আনোৱাৰৰ প্ৰাণ বচাব নোৱাৰে। হে করুণাময় খোদা আৰু কিমান যাতনা কিমান ক্লেশ সি সহ্য কৰিব? তাৰ প্ৰাণবায়ু কাঢ়ি লৈ যোৱা ৰ্ছুল। *(কান্দে)* নাই নাই ইমান কষ্ট তাৰ মই চাই থাকিব নোৱাৰোঁ খোদা মোৰ অপৰাধ মাৰ্জনা কৰা আজিজ - ই- মন। মোৰ বহুত দেৰি হৈ গ'ল মোৰ প্ৰাণ। তোমাক যি ৱাদা কৰিছিলোঁ সেই ৱাদা মই ৰাখিম আনোৱাৰ *(কান্দে, নেপথ্যৰ পৰা আনোৱাৰৰ কণ্ঠস্বৰ ভাঁহি আহে।)* "তোমাৰ ফুফীজান ৰৌশনাৰা বেগমে যদি মোক কাহানিবা কয়েদ কৰে তেন্তে সেই জাহান্নামী অত্যাচাৰৰ পৰা তুমি মোক উদ্ধাৰ কৰিব লাগিব। তিল্‌তিলকৈ মৃত্যু বৰণ মই কৰিব নোখোজোঁ ছাহ্‌জাদী; তেনে মৃত্যুৰ গৰাহলৈ গতি কৰাৰ আগেয়ে তোমাৰ আত্মৰক্ষাৰ সেই ছুৰীখন মোৰ কলিজা ভেদ কৰি বুকুত বহুৱাই দিবা সেয়ে হ'ব বেহস্তৰ সুখ আৰু শান্তিৰ খোচ। যদি মৰিবই লাগে মই যেন তোমাৰ হাতেৰেই শান্তিৰে মৃত্যু বৰণ কৰিব পাৰোঁ।" *(হঠাৎ জাগি উঠি কঁকালৰ খোচত থকা তৰবাৰীখন আনোৱাৰৰ বুকুত সুমুৱাই দিলে)* এই লোৱা আ-নো-ৱা-ৰ। মোৰেই তৰবাৰীৰ আঘাতত শেষ নিশ্বাস ত্যাগ কৰা। তোমাৰ অন্তিম সেই কামনা মই পূৰ্ণ কৰিলোঁ আজিজ ই-মন। এতিয়া শান্তিৰে শয়ন কৰা। তুমি এক তিল কষ্টও আৰু নোপোৱা। মোৰ জান আ-নো-ৱা-ৰ *(চিঞৰি দিব। আনোৱাৰৰ দেহাটো সাৱটি ধৰে, যন্ত্ৰসঙ্গীতত করুণ সুৰ বাজি উঠিল। মঞ্চ অন্ধকাৰ হৈ আহিল।)*

## পঞ্চদশ দৰ্শন

*নাটকৰ নাট্য মুহূৰ্ত পুনৰ প্ৰথম দৰ্শন চলি থকাত ঔৰংজেৱ আৰু ছাহ্‌জাদী জিন্নত উন্নিছাৰ কথোপকথনৰ মাজলৈ ঘূৰি আহিব।*

ঔৰংজেৱ : এজনক খুন কৰাটো এটা অপৰাধ। ই ভয়ংকৰ গুনাহ।

ছাহ্‌জাদী : নহয়, নহয়, আব্বাজান, এয়া গুনাহ নহয়। প্ৰাণৰ আছিক আনোৱাৰক নিজ হাতেৰে খুন কৰি তাক মই মুক্তি দিলোঁ আব্বাজান। *(কান্দে)*

ঔৰংজেৱে : *(হুমুনিয়াহ)* ইমান অদ্ভুত উত্তেজনাৰ কাৰণ তেতিয়াহ'লে এইয়ে মুন্নী বেটী?

ছাহ্‌জাদী : হয় আব্বাজান ; আৰু এই জাহান্নমী পৰিকল্পনাৰ মুখ্য নায়িকা ফুফীজান ৰৌশনাৰা বেগম। মোৰ অভিযোগ মই দাখিল কৰিলোঁ। মই বিচাৰিছোঁ এই ভয়ংকৰ অপৰাধৰ এটা নায্য বিচাৰ হওক খুদাবন্দ; আৰু বিচাৰিছোঁ ফুফীজানৰ মহলত ৰক্ষিত বাকী নজন যুৱকৰ নিৰাপদ মুক্তি।

ঔৰংজেৱ : মুন্নী বেটী অভিযোগ দাখিল কৰিছা যেতিয়া তাক ন্যায্য ৰূপেই বিচাৰ কৰা হ'ব। কিন্তু......



ছাহ্‌জাদী : আব্বাজান? *(কৌতুহলী দৃষ্টিৰে ঔৰংজেৱৰ চকুলৈ চাই থাকিব।)*

ঔৰংজেৱ : ৰৌশনাৰাই মহলত আবদ্ধ কৰি ৰখা সেই নজন যুৱকৰ প্ৰাণ বচোৱা সম্ভৱ নহ'ব।

ছাহ্‌জাদী : কিয় আব্বাজান? কিয়?

ঔৰংজেৱ : *(শান্ত সুৰত, কিন্তু ঈষৎ হাঁহিৰে)* কিছুমান অপৰাধৰ বিচাৰ সকলো সময়তে ন্যায্য নীতিৰ মাজেৰে কৰাটো সম্ভৱ নহয় বেটী। চাহী হাৰেমৰ মৰ্যাদা তাতোকৈ বহুত বেছি। সেই মৰ্যাদা পথৰ ধূলিৰ লগত মিহলি হৈ যাব দিব নোৱাৰি।

ছাহ্‌জাদী : কি যুক্তিত সেই নজন চফল যুৱকক অপৰাধী বুলি গণ্য কৰা হ'ব আব্বাজান?

ঔৰংজেৱ : সিহঁত নজন যুৱকে এক গভীৰ ষড়যন্ত্ৰত মিলিত হৈ মহলৰ ভিতৰত মোৰ ভনী ৰৌশনাৰা বেগমক বন্দী কৰি পেলাইছিল।

ছাহ্‌জাদী : আব্বাজান?

ঔৰংজেৱ : ৰৌশনাৰাৰ পৰা অৰ্থ সম্পদ আৰু কিছু জহৰত সৰকাই পলোৱাৰ সুযোগ বিচাৰি মহলত চোপ লৈ থকা অৱস্থাত প্ৰহৰীৰ হাতত আটাই কেইজন যুৱকেই ধৰা পৰি যায়।

ছাহ্‌জাদী : *(আচৰিত হৈ)* আব্বাজান আপোনাক প্ৰশ্ন কৰিব পাৰোঁনে-?

ঔৰংজেৱ : এনে এটা কুটিল ঘটনাৰ ওপৰত তোমাৰ প্ৰশ্ন যিয়েই নহওক বেটী তাৰ উত্তৰটো প্ৰাণদণ্ড অৱশ্যেই হ'ব।

ছাহ্‌জাদী : এই দৰে মনেসজা মিছা অপবাদ এটা জাপি দি---

ঔৰংজেৱ : সেই মিছা অভিযোগটোক সঁচা বুলি সজাই পৰাই কিল্লাৰ কাজী-ই-মুকদ্দমৰ ওচৰলৈ পঠিওৱা হ'ব।

ছাহ্‌জাদী : কিন্তু মিছা অভিযোগৰ শাস্তি......

ঔৰংজেৱ : প্ৰাণদণ্ডৰ বাহিৰে আন একো শাস্তিয়েই হ'ব নোৱাৰে। অৱশ্য এই প্ৰাণদণ্ড বিহা হ'ব একেবাৰে গোপনে।

ছাহ্‌জাদী : আব্বাজান?

ঔৰংজেৱ : বেটী তুমি বিশ্ৰাম কক্ষলৈ যোৱা। এই মুহূৰ্তত তোমাৰ গভীৰ নিদ্ৰাৰ প্ৰয়োজন। তোমাৰ পৰিচাৰিকাজনীৰ হাতত এপালি টোপনিৰ দৰৱ মই পঠিয়াই দিম।

ছাহ্‌জাদী : আব্বাজান,আপোনাৰ বিচাৰত মই যে শান্তি সন্তুষ্টি কোনোটোৰেই লাভ কৰিব পৰা নাই। কেইজনমান নিৰপৰাধী যুৱকে অনাহকত্ প্ৰাণ বিসৰ্জন দিব তাকো এই ছাহেনছাহ ঔৰংজেৱৰ বিশাল ৰাজ্যৰ ছাহী হাৰেমৰ ভিতৰত।

ঔৰংজেৱ : তেনে হয় বেটী। তুমি বুজিও অবুজ হ'বলৈ চেষ্টা নকৰিবা।

ছাহ্‌জাদী : আব্বাজান---!

ঔৰংজেৱ : শুনা, এখন বিশাল ৰাজ্যৰ খিতাপ বজাই ৰাখিবলৈ বহুসময়ত দেখা যায় অনাহকত নিৰপৰাধী বহুজনে মৃত্যুক আঁকোৱালি লয়। ঠিক যি দৰে বাদছাহৰ অংগ ৰক্ষকে শত্ৰুজনৰ আক্ৰমণ নিজে প্ৰথম বুকু পাতি লয়। ব্যক্তিগত ভাৱে কোনো দোষৰ বশবৰ্তী নোহোৱাকৈয়ে জানোঁ যুদ্ধ এখনত বহুবোৰ সৈনিকে প্ৰাণ বিসৰ্জন

দিবলগীয়া নহয়। উন্মত্ত সৈনিকৰ দলবোৰ যি ভূমিৰ মাজেৰে যুদ্ধ ক্ষেত্ৰলৈ যাত্ৰা কৰে তাৰ আশে-পাশে থকা গাঁওবোৰৰ নিৰপৰাধী প্ৰজাবোৰ এনেয়ে নিঠৰুৱা হয়, গৃহহীন হয় আনকি মৃত্যু মুখতো পৰে। কিয়? নিজৰ দেশখন বচোৱাৰ বাবেই নহয় জানো? এইবোৰ আল্লাৰ মৰ্জি। দুনিয়াৰে প্ৰচলিত ৰীতি। *(হুমুনিয়াহ)* মুন্নী!

ছাহ্‌জাদী : আব্বাজান!

ঔৰংজেৱ : কিন্তু তোমাক কথা দিছোঁ বেটী এই নিৰপাধী যুৱক কেইজনৰ পিতৃ-মাতৃ, ঘৰ-পৰিয়ালৰ খোজ-খবৰ লৈ যথোচিত আৰ্থিক সাহায্য দিয়া হ'ব। লগতে হয়তো সংস্থাপনৰ ব্যৱস্থাও কৰা হ'ব।

ছাহ্‌জাদী : এইবোৰৰ বিনিময়ত প্ৰকৃত অপৰাধীজনৰ কোনো বিচাৰেই নহ'ব আব্বাজান?

ঔৰংজেৱ : অৱশ্যেই কৰা হ'ব বেটী। মাথোন কিছুমান বিশেষ ধৰণৰ অপৰাধীৰ ক্ষেত্ৰত বিচাৰ আৰু শাস্তি প্ৰদানৰ প্ৰণালীও সুকীয়া হয়।

ছাহ্‌জাদী : *(হুমুনিয়াহ)* আব্বাজান।

ঔৰংজেৱ : মুন্নী বেটী, তোমাক আজি মই এটা অতি ক্ষুদ্ৰ জহৰৰ বটল দিম। বাদছাহৰ ঘৰত জনম লৈছা যেতিয়া জানাই বাদছাহ সকলৰ বাবে জহৰ ঠিক অস্ত্ৰ-শস্ত্ৰৰ দৰেই এবিধ আপুৰুগীয়া আহিলা। দুবছৰ মান আগতে লালকিল্লাৰ হাৰেমলৈ তাহা বিদেশী হেকিম এজনে মোক দুটা সৰু জহৰৰ বটল দি থৈ গৈছিল। আজি পৰ্যন্ত এই জহৰৰ চোক পৰীক্ষা কৰাৰ কোনো সুযোগ পোৱা নাই। পৰীক্ষা চোৱাৰ অনুমতি তোমাকেই প্ৰদান কৰা হ'ল বেটী। মাথোন মনত ৰাখিবা ভয়ংকৰ অপৰাধীৰ ক্ষেত্ৰতহে, তাকো অতি প্ৰয়োজনত এই ধৰণৰ জহৰ ব্যৱহাৰ হয়। *(যন্ত্ৰ সংগীতত ধ্বনি)* কাৰোবাক এই ধৰণৰ জহৰ চৰ্বত বা আন কিবা পানীয়ৰ লগত মিহলাই যদি দিব পৰা যায় নিমিযতে সৰ্বশৰীৰত তাৰ ভীষণ প্ৰতিক্ৰিয়া হয়, যি প্ৰতিক্ৰিয়া কোনো দিনে কোনো হেকিমেই প্ৰতিৰোধ কৰিব নোৱাৰিব।

ছাহ্‌জাদী : পান কৰোঁতাই গিলাৰ আগতেই যদি গম পাই যায়?

ঔৰংজেৱ : বেটী ইয়াৰ সোৱাদ, ৰং বা গোন্ধ কোনোটোৱেই নাই, গতিকে এই বিষয়ে তুমি নিশ্চিত থাকিব পাৰা।

ছাহ্‌জাদী : আব্বাজান, খুউব দৰকাৰত..........! ব্যৱহাৰ কৰিব পাৰোঁ?

ঔৰংজেৱ : অৱশ্যেই দৰকাৰ তোমাৰ হ'ব পাৰে। নি লগতে ৰাখাচোন? স্ফটিকৰ ক্ষুদ্ৰ বটল এটাত স্বচ্ছ এখুদিমান গুড়ি। অথচ সিয়েই হেনো তীব্ৰৰ পৰা তীব্ৰতৰ হোঃ *(ঈষৎ হাঁহি।)*

*(পুনৰ যন্ত্ৰ সংগীতত ভয়াবহ সুৰ। মঞ্চ আন্ধাৰ হ'ল।)*



## যোড়য দৰ্শন

*(মঞ্চ আকৌ পোহৰ হ'ল।)*

ছাহ্‌জাদী : আল্লা হজৰত বাদছাহ চালামতৰ দৰ্শনাৰ্থী হৈ আপোনাৰ কন্যা জিন্নৎউন্নিছা হাজিৰ আব্বাজান। *(বাহিৰৰ পৰা)*

ঔৰংজেৱ : ও আহা মুন্নী বেটী।

ছাহ্‌জাদী : *(প্ৰৱেশ)* আব্বাজান। জানিব পাৰিছোঁ প্ৰধান বিচাৰক কাজী চাহেবৰ বিচাৰ মৰ্মে ফুফীজান ৰৌশনাৰা বেগম মহলত আবদ্ধ হৈ থকা নজন যুৱকৰ প্ৰাণ দণ্ডৰ আদেশ হৈছে।

ঔৰংজেৱ : শুনি সুখী হ'বা মুন্নী বেটী তোমাৰেই অনুৰোধ ৰক্ষা কৰি প্ৰিয়তমা বেগম উদীপুৰী মহলৰ আদেশ মৰ্মে সিহঁতৰ দৈহিক অত্যাচাৰ মোকুফ কৰি পোনে পোনে প্ৰাণদণ্ড দিবলৈ অনুমতি প্ৰদান কৰা হৈছে।

ছাহ্‌জাদী : প্ৰাণদণ্ড!

ঔৰংজেৱ : তুমিতো জানাই বেটী, বাদছাহ ঔৰংজেৱৰ আমোলত কোনো অপৰাধীৰ শাস্তি হ্ৰাস কৰা বা মোকুফ কৰাৰ ক্ষমতা কেৱল মোৰ প্ৰিয়তমা বেগম উদীপুৰী মহলৰ বাহিৰে আন কাৰোৱেই নাই।

ছাহ্‌জাদী : আব্বাজান সেই নটা মৃতদেহ......

ঔৰংজেৱ : ইছলামিক ৰীতি মতেই কবৰ দিয়াৰ ব্যৱস্থা কৰা হৈছে। তুমি যিজনকে কুৰবানি কৰিছা সেই আনোৱাৰ হুছেইনকো উত্তম ৰূপে কবৰ দিয়া হৈছে।

ছাহ্‌জাদী : বাদছাহ চালামতৰ অশেষ কৰুণা। আনোৱাৰৰ পৱিত্ৰ আত্মাই খোদাতুল্লাৰ কোলাত শান্তিৰে শয়ন কৰক আব্বাজান।

ঔৰংজেৱ : ইয়াৰ মাজতে আকৌ মৰ্মান্তিক ঘটনা এটাও ঘটিছে মুন্নি বেটী। তোমাৰ ফুফীজান ৰৌশনাৰা হঠাতে শয্যা শায়ী হ'ল। ফুফীজানে নিজৰে মহলৰ দাস-দাসীবোৰৰ চৰম বিপৰ্যয় আৰু শাস্তিৰ কথা শুনি চাগে মানসিক আঘাত পালে।

ছাহ্‌জাদী : হ'বও পাৰে। ৰৌশনাৰাক প্ৰবোধ বাণী শুনাবলৈ মাত এগৰাকী বিশ্বাসী সেৱিকাক ৰাখি সেই মহলৰ সকলোবোৰ দাস-দাসীক বন্দী কৰি মাজ নিশা এখন অজান ঠাইলৈ স্থানান্তৰ কৰা হৈছে মোৰ আদেশত।

ছাহ্‌জাদী : উত্তম আব্বাজান।

ঔৰংজেৱ : কিন্তু মই পোৱা বাতৰি অনুযায়ী তোমাৰ ফুফীজানৰ মানসিক ৰোগ নহয়। কোনো হেকিমেই চিনাক্ত কৰিব নোৱাৰা কিবা এবিধ অচিন দুৰাৰোগ্য ৰোগ। *(যন্ত্ৰ সংগীতত ভয়াবহ সুৰ।)* আনকি ফিৰিঙ্গি হেকিমেও ধৰিব নোৱাৰিলে। মাত্ৰ দুটা ৰাতিৰ ভিতৰতে শৰীৰটো হেনো ফুলিবলৈ ললে। গাৰ ছালবোৰ চকলা চকলকৈ

এৰাই গ'ল। দেহৰ ৰং বিবৰ্ণ হৈ কদ্ৰূপ ৰূপ ধাৰণ কৰিলে, সেই সুন্দৰ মুখমণ্ডল কিম্ভুত কদাকৰ হৈ এটা জানোৱাৰৰ ৰূপলৈ পৰিৱৰ্তিত হ'ল।

ছাহ্‌জাদী : আৰু ক'ব নেলাগে আব্বাজান। বাদছাহ চালামতৰ ইমান স্নেহ আৰু উদ্বেগ থকা সত্বেও ফুফীজানক বচোৱাটো হয়তো সম্ভৱ হৈ নুঠিল। নহয় জানো আব্বাজান?

ঔৰংজেৱ : অৱশ্যেই বেটী। আল্লা করুণাময়। ৰৌশনাৰাই এই শাৰীৰিক কষ্ট বেছি দিন ভোগ কৰিবলগীয়া নহ'ল। মাত্ৰ এসপ্তাহ ভুগিয়েই তোমাৰ ফুফীজানৰ প্ৰাণ বায়ু উৰি গ'ল। *(যন্ত্ৰ সংগীতত ভয়াবহ সুৰ, ক্ষন্তেক নীৰৱতা।)*

ছাহ্‌জাদী : আলম পনাহ? *(যন্ত্ৰ সংগীত লাহে লাহে কমি আহিল)*

ঔৰংজেৱ : কোৱা, আকৌ কিবা সুধিবা? ৰৈ গ'লা যে?

ছাহ্‌জাদী : আলমপনাহ? তহমিনা? তহমিনৰ কি হ'ল?

ঔৰংজেৱ : কয়েদখানলৈ যোৱা সেই গুপ্তপথ তোমাক দেখুৱাই দিয়াৰ পিচত তাইক আৰু সাধাৰণ প্ৰজাৰদৰেই জীৱন যাপন কৰিবলৈ দিয়াটো সম্ভৱ নহয় বেটী।

ছাহ্‌জাদী : তাইৰ কোনো বিপদ নহয় বুলি তাইক মই কথা দিছিলোঁ আব্বাজান।

ঔৰংজেৱ : বাদছাহৰ পুত্ৰী, তুমি ৰাজনীতিৰ কানুন নজনা নহয়। ছোৱালী মানুহৰ জৱান বৰ শিথিল বেটী। তুমিও নিশ্চয় এই কথা জানা। অৱশ্যে তহমিনাক প্ৰাণদণ্ডৰ পৰা ৰেহাই দিয়া হৈছে। কিন্তু এতিয়াৰ পৰা তাইক এই মহলৰ ভিতৰত ৰখা নহ'ব। তাইক এটা বেলেগ কিল্লালৈ স্থানান্তৰিত কৰা হ'ব। এই কিল্লাৰ সবাতোকৈ পুৰণি সেৱিকা বুলিয়েই তাইৰ প্ৰতি এই সহানুভুতি দেখুওৱা হ'ল।

ছাহ্‌জাদী : তহমিনাৰ প্ৰতি দেখুওৱা সহানুভুতিৰ বাবে মই কৃতজ্ঞ আব্বাজান।

ঔৰংজেৱ : বেটী, মই এবাৰ স্থিৰ কৰা কোনো বিচাৰৰ কৈফিয়ৎ কেতিয়াও কাকো নিদিও। অৱশ্যে কোনো বাদছাহেই নিদিয়ে। তোমাৰ মানসিক অৱস্থাই মাত্ৰ মোক বাধ্য কৰাইছে।

ছাহ্‌জাদী : মোৰ আৰু কিছু আৰ্জি আছে। আল্লা হজৰত এতিয়া কওক মোক যদি আপুনি বিয়া দিলেহেঁতেন অনুমানিক কিমান খৰচ হ'লহেঁতেন?

ঔৰংজেৱ : হোঃ *(হাঁহে)* কেবা লক্ষও হ'ব বেটী।

ছাহ্‌জাদী : মই বিয়াত নবহো, মই আপোনাক কথা দিলোঁ। কিন্তু মোৰ বিয়াৰ বাবদ আপোনাৰ যি ধন খৰচ হ'লহেঁতেন সেইখিনি মই পাব পাৰোঁনে আব্বাজান।

ঔৰংজেৱ : অৱশ্যেই পাবা? কিন্তু সেই ধনেৰে বা তুমি কি কৰিবা তাক মই জনাৰ প্ৰয়োজন আছে বেটী।

ছাহ্‌জাদী : মই এটা মছজিদ নিৰ্মাণ কৰিম। বৰ ডাঙৰ মছজিদ আব্বাজান।

ঔৰংজেৱ : ওঁ বুজিছোঁ। আনোৱাৰ হুছেইন নামৰ সেই যুৱকজনৰ স্মৃতি যুগমীয়া কৰিব খুজিছা?

ছাহজাদী : মোৰ এই আস্পৰ্দ্ধা দেখি খং নকৰিব আব্বাজান।

ঔৰংজেৱ : হ'ব বেটী। তোমাৰ আছিক আনোৱাৰৰ সমাধিৰ স্থানতেই হ'ব মছজিদ। যুগে যুগে দেশ-বিদেশৰ ধাৰ্মিক মুছলমানসকলে এই মছজিদত পদাৰ্পণ কৰি তোমাৰ



আনোৱাৰৰ হকে আল্লাৰ ওচৰত শান্তি কামনা কৰিব।

ছাহ্‌জাদী : আব্বাজান আৰু মোৰ কোনো অভিলাষ নাই।

ঔৰংজেৱ : কিন্তু তুমি নিজৰ বাবে কি ভাবিছা মুন্নী বেটী? ইমান কমবয়সৰ পৰা এটা সুদীৰ্ঘ জীৱন অকলে---

ছাহ্‌জাদী : আল্লাৰ নাম স্মৰণ কৰি থাকিম আব্বাজান। যদি অধিকাৰ প্ৰদান কৰে আজীৱন আপোনাৰ লগত থাকি আপোনাৰ সেৱা কৰিব খোজো আব্বাজান।

ঔৰংজেৱ : জিন্নত! জিন্নত!!

ছাহ্‌জাদী : আগন্তুক জীৱনৰ দীঘলীয়া দিনবোৰ এইদৰেই অতিবাহিত হৈ যাব আব্বাজান। মোৰ সন্মুখতেই দেখোন আছে উদাৰ দৃষ্টান্ত। জেষ্ঠা ফুফীজান চাহিবাৎ উজজমানী জাহানাৰা বেগম চাহেবাৰ দৃষ্টান্ত।
*(যন্ত্ৰ সংগীতত মধুৰ সুৰ)*

ঔৰংজৰে : *(জাহানাৰাৰ কথা কওতে শিল পৰা কপৌৰ দৰে ৰৈ গ'ল)* হোঁ!

ছাহ্‌জাদী : কি ভাবিছা আব্বাজান? ফুফীজান জাহানাৰাৰ নাম লওঁতেই

ঔৰংজেৱ : ওঁ, ভাবিছোঁ। এই লালকিল্লাৰ চাৰিওপিনে থকা ওখ ওখ দেৱালবোৰৰ কথা। মোৰ দৃষ্টিয়ে আজি এই দেৱাল ভেদ কৰি মহাশূন্যৰ কোনো এক নিৰ্জন ঠাইত এটা অৱলম্বন বিচাৰি ঘূৰি ফুৰিছে বেটী। জাহানাৰাৰ স্মৃতিয়ে মোক আমনি কৰিছে। জীৱনৰ পুৰণি দিনবোৰৰ ঘটনাবোৰে মোক আজি বৰ আমনি কৰিছে। বেটী হ'ব তোমাৰ আশা পূৰণ কৰা হ'ব। আনোৱাৰৰ স্মৃতি সৌধত নিৰ্মিত হ'ব এক মছজিদ আৰু সেই মছজিদৰ নাম ৰখা হ'ব "কুমাৰী মছজিদ"।
*(যন্ত্ৰ সংগীত। দূৰৰ পৰা কোৰাণ পাঠৰ আৱাজ ভাঁহি আহিব। মঞ্চ আন্ধাৰ হৈ আহিল।)*

সমাপ্ত

# জন্ম

## মহেন্দ্ৰ বৰঠাকুৰৰ



### চৰিত্ৰাৱলী

অবিনাশ. অজয়. গোস্বামী. অফিচাৰ. ১ম কৰ্মী. ২য় কৰ্মী. বিষয়া. বৃদ্ধ. ১ম অৰ্দালী. ২য় অৰ্দালী. আৰু মিনাক্ষী. ৰীতা বাইদেউ



মূল মঞ্চটি মুঠ ছয় ভাগত ভগাব। মঞ্চৰ 'ক' অংশ মূল মঞ্চৰ পৃষ্ঠ ভূমিৰ পৰা অন্ততঃ তিনফুট ওখ হ'ব। সেই অংশ পৰিত্যক্ত সামৰিক চাউনিৰ আভাস থাকিব। মঞ্চৰ 'খ' আৰু 'গ' অংশ এফুটকৈ ওখ হ'ব আৰু সেই দুই মঞ্চত ৰীতা বাইদেউ আৰু মীনাক্ষীৰ ('গ' অংশত) শোৱণী কোঠা হ'ব। 'ঘ', 'ঙ' আৰু 'চ' অংশ মূল মূল মঞ্চৰ পৃষ্ঠ ভূমি। এই কেইটি অংশতেই প্ৰথম অফিচ (ঘ) ফেৰিৱালা (চ) নিৰ্বাচনী অফিচ (ছ) আৰু দ্বিতীয় অফিচত অভিনয় হ'ব। পোহৰৰ ব্যৱস্থা এনেভাবে কৰিব যাতে কেৱল অভিনয় চলিথকা অংশতহে পোহৰ পৰে মঞ্চৰ অন্যান্য ঠাই আন্ধাত হৈ থাকে।

অবিনাশ : (চিঞৰি) ঐ, ঐ অজয়, অ-জ-য়, অ-জ-য়, ধেৎ এইদাল যে ক'তো অকণো থিৰেৰে বহি থাকিব নোৱাৰে! *(আক' চিঞৰে)* অ-জ-য়। যাঃ *(হঠাৎ হাড় এটুকুৰাত উজুতি মাৰি দিয়ে। "ধুইত" বুলি কৈ হাড়দাল তুলি লয় আৰু সুঙি চাই মুখখন বিকাতই দিয়ে। তাৰ পিচত হঠাৎ মনত কিবা এটা খেলোৱাৰ দৰে হাড়দাল ওপৰলৈ মাৰি পঠিয়াই আৰু পুনৰ হাতপাতি ধৰে। এনেদৰে দুই তিনিবাৰ খেলি থাকোতেই অজয় সোমায় আহে।)*

অজয় : ইমানকৈ টেটুফালিছিলি কিয় অ'?

অবিনাশ : ধেৎ তেৰি, দিলিহি গোলমাল কৰি ! খেল এটা খেলিছিলোঁ। অজয় এইদাল এদাল শুকান হাড়, এদিন এইদাল হাড়ৰ ওপৰত মাংস আছিল তেজ আছিল, প্ৰাণ আছিল, আৰু... *(হাড়দাল দলিয়াই দিয়ে)*

অজয় : আৰু তোৰ মূৰ আছিল। লেতেৰা ক'ৰবাৰ! *(অবিনাশে হাতখন আক' শুঙি মুখখন বিদৰায় দিয়ে)* কি হ'ল?

অবিনাশ : গোন্ধাইছে! থুই। *(অবিনাশৰ কথা যেন অজয়ে শুনাই নাই, এনেভাৱে সি ইফালে সিফালে কিবা এটা বিচাৰি ফুৰাৰ দৰে থাকে)* তইনো কি চাই ফুৰিছ?

অজয় : ক'ৰবাত বন্দুক তন্দুক পৰি আছে নেকি চাইছোঁ।

অবিনাশ : তোলৈ ইয়াত কোনোও বন্দুক থৈ যোৱা নাই দে। আহ্ বহো ইয়াতেই। এটুকুৰা ওখ ঠাইত অবিনাশ বহে। অজয়ে ইফালে সিফালে কিবা এটা চাই চাই আপোন মনেৰে কৈ যায়।)

অজয় : আচলতে জীৱনটো যে কি মই দেখোন একো বুজি নাপাওঁ। কেতিয়াবা ভাবোঁ জীৱন মানে এটা ধেমালি, এটা খুব চিৰিয়াছ ধেমালি, কেতিয়াবা ভাবোঁ... ধুইত কিবা খেলি মেলি লাগি যায়। এই—

অবিনাশ : হুঁ।

অজয় : হাতচাব জান?

অবিনাশ : নাজানো।

অজয় : এৰা, সেইবোৰ ভাল কথা ক'ত শিকিবি।

অবিনাশ : তই জান?

অজয় : শিকিলে পাৰিম অৱশ্যে। কেইটামান কথা জানো কিন্তু মানে এই যে ওপৰৰ লাইনটো দেখিছ, এইদাল হাৰ্ট লাইন, মাজৰ এইদাল তোৰ হেড্ লাইন, আৰু এই যে হাতৰ 'বেচ'ৰ পৰা উঠি আহিছে এইদাল, এইদাল লাইন .... এইদাল লাইন তোৰ লাইফ লাইন। *(অজয়ো অবিনাশৰ ওচৰত বহেহি)* চাও, তোৰ হাতখন।

অবিনাশ : দৰকাৰ নাই।

অজয় : দৰকাৰ নাই যদি নালাগে। *(অবিনাশে কিছু সময়ৰ আগৰে পৰা অজয়ৰ চকুলৈ চাই থাকে আৰু অজয়ৰ কথা কেইটা শেষ হোৱাৰ লগে লগে সশব্দে হাঁহি দিয়ে।)*

অজয় : তোৰ আক' কি হ'ল?

অবিনাশ : ক চোন ক, (জীৱনৰ কথা-ক) এই যে কৈছিলি জীৱন মানে চিৰিয়াছ ধেমালি, জীৱন মানে... *(আক' হাঁহি)*, তোৰ মুখত এইবিলাক কথা শুনি বেছ ফূৰ্তি লাগে কিন্তু। জীৱনৰ আৰু কি মানেদাল আছে মোক কচোন। জীৱন মানে জীৱন আৰু! হাঁহ-কুকুৰা, গৰু-ছাগলী, বাঘ-শিয়াল, মহ-মাখি, ভেকুলি, পঁইতাচৰণী, এন্দুৰ দালশলীয়া- এই সকলোবোৰৰ বাবে জীৱনৰ যি অৰ্থ আমাৰ বাবেও সেই একেই অৰ্থ। তাৰ অৰ্থ বিচাৰি *(হাঁহি)* যাঃ! (অবিনাশৰ হাঁহি মাৰ যোৱাৰ আগতে অজয়েও সশব্দে হাঁহি দিয়ে। অবিনাশ গম্ভীৰ হৈ যায়) ঐ, আৰে ঐ, অজয় কি হ'ল তোৰ?

অজয় : হাঁহি উঠিছে।

অবিনাশ : কিয়?

অজয় : তই হঁহা দেখি। এই যে কেনেকৈ ইমান হাঁহিব পাৰ, তাকে ভাবি মোৰ *(হাঁহি)* মানে মোৰ ..... *(হাঁহি অন্যফালে আঁতৰি যাব খোজে।)*

অবিনাশ : আক' কেনি যাৱ?

অজয় : বন্দুক, বন্দুক চাইছোঁ-

অবিনাশ : সৰু ল'ৰাৰ নিচিনাকৈ কি যে কথাবোৰ কৰ; তোলৈ ইয়াত কোনেও বন্দুক থৈ যোৱা নাই। আহ্ আহ্ বহি থাকহি।

অজয় : চা চোন, ইমান প্ৰকাণ্ড মিলিটেৰী কেম্প এটা ইয়াত দুবছৰ ধৰি থাকিলে। অথচ....*(কথা কৈ কৈ বহেহি)*

অবিনাশ : তোৰ বাবে বন্দুক এটা থৈ নগ'ল। যুদ্ধ এখন কৰিবলৈ হওতে মোৰো মন গৈছে।

অজয় : একৰকমৰ যুদ্ধ এখনত মই ইতিমধ্যে নামিছোঁ। *(কল্ড ওৱাৰ নে শীতল যুদ্ধ এনেকুৱা কিবা এখন)*

অবিনাশ : বিপক্ষত?

অজয় : বহুত। মই (হওতে) এতিয়ালৈকে বাছি উলিয়াব পৰা নাই। মানে ধৰ, কোন সপক্ষত কোন বিপক্ষত এই কথাটোকে মই বুজি উঠিবগৈ পৰা নাই। দেউতাই এটা হিচাপ দিছে।

অবিনাশ : হিচাপ? কেনে ধৰণৰ বা?

অজয় : হিচাপ মতে দেউতা এতিয়া বুঢ়া হ'ল। আমি বিশেষকৈ মই ডাঙৰ হ'লো পঢ়া-শুনা শেষ কৰিলোঁ। ইঞ্জিনীয়াৰিং পঢ়িবৰ কাৰণে মোৰ লগত ভালেমান টকা খৰচ কৰা হ'ল। মই হেনো সেই, কথা মৰ্মে মৰ্মে বুজা দৰকাৰ। আন হাতেদি মোৰ বয়সৰ ল'ৰা থাকিলে



বাপেক মাকবোৰ নিশ্চিন্ত হৈ তীৰ্থ কৰিবলৈ যোৱাতো নিয়ম। কিন্তু গোলমাল হৈছে- ভনীজনীক বিয়া নিদিয়াকৈ, ভাই দুটাই পঢ়াশুনা শেষ নোহোৱাকৈ, ঘৰৰ দায়িত্ব এই অপদাৰ্থ বৰ পুতেকক দি যাব নোৱাৰি। গতিকে দেউতাৰ মনত দুখ। মই কিবা এটা কৰিব লাগে?

অবিনাশ : নিশ্চয় লাগে। মধ্যবিত্ত সংসাৰৰ পিতৃয়ে জ্ঞান অৰ্জন কৰিবলৈ, চখ কৰিবলৈ কাহানিও কোনো ল'ৰাক পঢ়াব নোৱাৰে। বুজিছ অজয়, তোৰ কথা ভাবি ভাবিয়েই মই আজি ওলাই আহিছোঁ।

অজয় : ময়ো আচলতে তোৰ কথাকেই ভাবি আহিছোঁ বুজিছ। তোৰো চাগে' বৰ মস্কিল হৈছে।

অবিনাশ : চিগাৰেট আছে?

অজয় : এটুকুৰা আছে, তোক নিদিও। জুইশলা আছে?

অবিনাশ : *(জেপৰ পৰা জুইশলা এটা উলিয়াই চাই)* এদাল কাঠি আছে, তোক দিব নোৱাৰোঁ।

অজয় : বুৰ্বক, এহোপা তই খাবি, এহোপা মই খাম। দে, জুই শলাটো দে।

অবিনাশ : তই চিগাৰেটটো দে চোন। *(অজয়ে এটুকুৰা চিগাৰেট উলিয়াই অবিনাশক দিয়ে। অবিনাশে জ্বলায়)* অ, পিচে কি হ'লগৈ?

অজয় : কি?

অবিনাশ : যুদ্ধৰ পৰিণতি?

অজয় : এক তৰফীয় ভাবে চিজ ফায়াৰ, অৰ্থাৎ ঘৰৰ পৰা ওলাই আহিলোঁ। বুঢ়াই কিছুমান উদাহৰণ দিছিল যেনে- তেওঁৰ বন্ধুপুত্ৰ কিবা x নে yয়ে মোৰ বয়সতেই ইঞ্জিনীয়াৰ হৈ বহুত সা-সম্পত্তি কৰি বিয়া বাৰু কৰাই মাক বাপেকক তীৰ্থ ফুৰাই আনিলেগৈ। আৰু দুটামান কিবা কিবি উদাহৰণ দিছিল, পিছে শুনাৰ ধৈৰ্য নহ'ল। এই xyবোৰক লৈ বৰ বিপদ হৈছে থ'। ইহঁতক চালা বোমামাৰি উৰাই দিও যেন লাগিছে।

অবিনাশ : ৰচোন, বাপেকক তই কি কলি সেইটো নকৰ কেলেই?

অজয় : কব অৱশ্যে পাৰিলোহেঁতেন যে দেউতা, তোমাৰ বয়সত টাটা-বিৰলাৰ দলে বহুত পুতেকক বহুৱাই বহুৱাই খুৱাইছে, তুমিনো খুৱাব নোৱাৰা কিয়? পিচে একো নকলো আৰু!

অবিনাশ : বুৰ্বক তই মোৰ কথা নকলি কিয়? মই, এই এম. এছ. চি. পাছ অবিনাশ শৰ্মা তোৰ আদৰ্শনীয় উদাহৰণ হ'ব পাৰোঁ, বহুত বেকাৰৰ প্ৰেৰণাৰ উৎস হ'ব পাৰোঁ।

অজয় : ঐ, কথাৰ লাচতে তই চিগাৰটে খাই শেষ কৰিলি দেখোন, দে, দে, *(অবিনাশৰ পৰা চিগাৰেট লয়)* ধেৎতেৰি ধৰিবলৈকে ঠাই নোহোৱা কৰিলি, হাতেই পুৰিব এতিয়া!

অবিনাশ : আক্ষেপ নকৰ লাষ্ট পাফ অব্ এ চিগাৰেট এণ্ড দা ফাৰ্ষ্ট কিছ...

অজয় : চুপ, সেইবোৰ বাজে কথা যেতিয়াই তেতিয়াই নক'বি। (চিগাৰেটটো বৰ আৰামেৰে হুপিবলৈ লয়। *কিছু সময় নীৰৱে থাকে)* হেৰি অ' অবিনাশ- *(অবিনাশে হামিয়াই)* তই এটা কাম কৰ।

অবিনাশ : কি?

অজয় : তইতো কিবা এটা কৰিব লাগিব।

অবিনাশ : তয়োতো কিবা এটা কৰিব লাগিব।

অজয় : মোৰ কথা গুলী মাৰ, মই চলি যাম যেনে তেনে। কিন্তু তইতো কিবা এটা কৰিবই লাগিব'

হেৰি কৰ, মানে... মানে... মানে... বিজিনেছ ৰাইট, বিজিনেছ কৰ, বেঙ্কৰ লন ল, চৰকাৰৰ এইড ল, বিজিনেছ.... বিজিনেছ... বিজিনেছ.....

*(অজয়ে কথাখিনি কৈ থাকোতেই পোহৰ ক্রমে নিস্প্রভ হৈ আহি শেষত মঞ্চ আন্ধাৰ হৈ পৰিব। তাৰ পিচত মঞ্চৰ 'ঘ'অংশত পোহৰ পৰিব। মঞ্চৰ অন্যান্য অংশ সম্পূৰ্ণ আন্ধাৰ থাকিব। অজয়কে দৰ্শকে দেখিবলৈ নাপাব। মঞ্চৰ 'ঘ' অংশত এটি কাৰ্যালয়ৰ আভাস, অফিচাৰ বহি থাকে। পোহৰ পৰাৰ পিচত অৰ্দালিয়ে ভিজিটিং কাৰ্ড এখন অফিচাৰকে দিয়েহি।)*

অফিচাৰ ঃ আহিবলৈ দে। *(অৰ্দালি যায় অলপ পিচতে অবিনাশ আহে আৰু নমস্কাৰ জনায়।)*

অফিচাৰ ঃ কওঁকচোন আপোনাৰ কি কথা আছে।

অবিনাশ ঃ মই চাৰ মোৰ স্কীমখনৰ সম্পৰ্কে....

অফিচাৰ ঃ অ' ৰাইট, আপুনি কালিও এবাৰ আহিছিলে নহয়?

অবিনাশ ঃ আজিৰ সৈতে তিনিদিন একেৰাহে আহিছোঁ।

অফিচাৰ ঃ কি কৰিব, বৰ অসুবিধা বুজিছে। ঠিক আছে, আপুনি এটা কাম কৰক, কাইলৈ আহক, ঠিক বাৰমান বজাত আহক, মই চাই চিতি থম আজি মোৰ সময় বৰ কম।

অবিনাশ ঃ চাওক, এই তিনিদিন একেটা কামৰ বাবে হোটেলত সেই খৰছ ভৰি ভৰি থাকিব লগা হৈছে অহা যোৱা সেই বিলাকৰ খৰছ আছেই গতিকে আজিয়েই.....

অফিচাৰ ঃ মোৰ উপায় নাই বুজিছে। এনেবিলাক কামত অলপ ধৈৰ্য......

অবিনাশ ঃ চাওক, নীতি শিক্ষা লোৱাৰ মোৰ ইচ্ছা সমূলি নাই। যোৱা ছমাহৰ আগতে মই মোৰ স্কীম আপোনালোকক দিছোঁ, তিনিবাৰ আপোনালোকক দেখা কৰিবলৈ আহিছোঁ। প্ৰতি বাৰেই দুই তিনিদিনকৈ হোটেলত থাকি খৰছ ভৰিছোঁ আৰু এতিয়া ধৈৰ্যৰ কথা মই কিয় শুনিব লাগে?

অফিচাৰ ঃ খং নকৰিব মিষ্টাৰ শৰ্মা। এইটো এটা চৰকাৰী অফিচ, ইয়ালৈ আপোনাৰ দৰে বহুত মানুহ আহে। আমি সকলোৰে ইণ্টাৰেষ্ট চাৰ্জ কৰিব লাগে। বাই দি ওৱে আপোনাৰ স্কীমটো কি হৰ আছিল?

অবিনাশ ঃ *(বিদ্রূপৰ হাঁহিৰে)* চিয়াঁহি তৈয়াৰ কৰা। চাওঁক, প্ৰায় পাঁচশ টকা খৰছ কৰি এক্সপাৰ্টৰ হতুৱাই মই স্কীমখন তৈয়াৰ কৰিছোঁ। মোৰ আশা আপোনালোকৰ পৰা মই এইড পাম অন্ততঃ কিছু টকা সুদত ধাৰে পাম।

অফিচাৰ ঃ ৰ'ব, যি কোনো এটা বস্তু উৎপাদন কৰিলেইতো নহ'ব, তাৰবাবে লাগিব ডিষ্ট্ৰিবিউচন, মাৰ্কেট, আইমীন বজাৰ এখনতো লাগিব। আপুনি বজাৰ ক'ত পাব?

অবিনাশ ঃ কিয়, আপোনালোক।

অফিচাৰ ঃ মই ঠিক বুজা নাই।

অবিনাশ ঃ আমাৰ ইয়াত যিমানবোৰ অফিচ, কেছাৰী আছে, তাৰ প্ৰত্যেকেই নহলেও অন্ততঃ আধাখিনিয়েও যদি আমাৰ বস্তু লয়, তেনেহলে সুকীয়া বজাৰৰ প্ৰয়োজন কি?

অফিচাৰ ঃ *(সশব্দে হাঁহি দিয়ে)*

অবিনাশ ঃ কি হ'ল, হাঁহি দিলে দেখোন?



অফিচাৰ ঃ নহয় মানে *(আকৌ হাঁহি)* মানে আপোনাৰ চেন্স অৱ হিউমাৰ বেচ আছে দেখিছোঁ। আমাৰ মানে কি জানে এই ফাইল, এই কমপ্লেন, এই ধৰক একো একোজন মানুহৰ বক্তৃতা, মন্ত্ৰীৰ ফোন, এম.এল.এৰ ৰিকমেণ্ডেচন ইত্যাদি আজে বাজে কাৰবাৰ বিলাকত মূৰ একদম কিবা হৈ থাকে বুজিছে। গতিকে অলপ 'জলি মানে ৰসিক মানুহ পালে মাজে মাজে ভাল লাগে।

অবিনাশ ঃ (অসম্ভৱ গহীন হৈ পৰে) আপুনি মোক কি বুলি ভাবিছে?

অফিচাৰ ঃ মানে? অ', আই এম চৰি, আপুনি ইমান দেৰি থিয় হৈ আছে; অহ্ ন, আপুনি বহক।

অবিনাশ ঃ ধন্যবাদ (অবিনাশ বহে)

অফিচাৰ ঃ চাওঁক, মই দুঃখীত যে এতিয়া মোৰ এঠাইলৈ যাব লগা আছে। মানে জানেই একো একোজন ভি. আই পি. আহিলে আমিবোৰো ব্যস্ত হৈ থাকিব লাগে। গতিকে আপুনি আন এদিন আহক।

অবিনাশ ঃ কিন্তু মোৰ বজাৰৰ কথা শুনি আপুনি ইমানকৈ হাঁহিছিল কিয় মোক বুজায় দিবনে?

অফিচাৰ ঃ মানে?

অবিনাশ ঃ নহয়, মই যে কৈছিলোঁ বোলো মোৰ ইণ্ডাষ্ট্ৰীৰ যি প্ৰডাকচন হ'ব তাৰ বজাৰ আপোনালোকৰ হাততেই কথাষাৰ শুনি আপুনি কি ইউমাৰ বিচাৰি পালে বা?

অফিচাৰ ঃ *(হাঁহি)* কথা হৈছে মিষ্টাৰ শৰ্মা, বেয়া নাপাব আকৌ দেই খোলা খুলিকৈ কোৱাৰ কাৰণে মানে ইয়াৰ প্ৰডাকচন কোৱালিটি কেনে হ'ব সেইটো জানো কিবা বুজিবলৈ বাকী আছে? জানে, মিষ্টাৰ ডাগ্‌লেছ চাহাব, হেগিনচ্ চাহাবৰ পৰা আদি কৰি এতিয়াৰ সেই *(নেটিভৰ দিনলৈ)* ডেড়কুৰি বছৰ চাকৰি কৰিলোঁ তো, বহুত কথাই বুজি পাওঁ দিয়কচোন। মুঠ কথা আপুনি আমি প্ৰতিযোগিতাৰ মুখামুখী হ'ব নোৱাৰোঁ, কাৰণ সেইখিনি.... অৰ্থাৎ আচল কথা হ'ল এইবোৰ বৰ ৰিক্সৰ কাম বুজিছে। এই বোৰত লাগিলে আপোনাৰ টকা-পইচাও যথেষ্ট খৰছ হব, ধৈৰ্যও লাগিব আৰু বহুতবোৰ কথা ভাবিবলৈ শিকিবও লাগিব।

অবিনাশ ঃ কি লাগিব, কি নালাগিব সেয়া মোৰ কথা। মই জানিব খুজিছোঁ- মোৰ কাম কৰি দিব নে নিদিয়ে? অৰ্থাৎ স্কীম অনুযায়ী মই সাহায্য পাম নে নাপাম? *(অফিচাৰে চিগাৰেট এটা জ্বলাই লাহে কৈ উঠে)* ৰ'ব, আপুনি কেনি উঠিছে?

অফিচাৰ ঃ চাওঁক মিষ্টাৰ শৰ্মা, এই অফিচতে মই চুলি পকালো, বয়সত আপুনি মোৰ ল'ৰাৰ নিচিনা। গতিকে অফিচৰ ভিতৰত কিবা এটা অপ্ৰীতিকৰ ঘটনা ঘটাতো মই নিবিচাৰোঁ। সেয়েহে মই সুখী হ'ম, আপুনি যদি ভদ্ৰভাবে ইয়াৰ পৰা ওলায় যায়।

অবিনাশ ঃ বয়সৰ দোহাই দি যদি মোৰ পৰা আপোনাৰ কিবা বিচাৰিব লগা আছে, তেনেহ'লে এই অফিচৰ বাহিৰত বিচাৰিলেই মই ভাল পাম।

অফিচাৰ ঃ আপুনি কি 'মিন' কৰি এইষাৰ কথা কৈছে?

অবিনাশ ঃ আপুনি যি 'মিন' কৰে সেইটোৱেই।

অফিচাৰ ঃ কি? আপুনি ওলাই যাওঁক, প্লীজ গেট আউট, আই চে ইউ গেট আউট। (খঙত ফোপাবলৈ ধৰে)

(অবিনাশ বহাৰ পৰা উঠে আৰু অফিচাৰৰ মুখামুখীকৈ থিয় হয়গৈ। দুয়ো দুয়োলৈ কিছু সময় চাই থাকে।)

অবিনাশ : (হাঁহি) খং উঠিছে? আপোনালোকক জোকাই লবলৈ আমিও ভাল নাপাও। কিন্তু...

অফিচাৰ : (হঠাৎ বহেগৈ) এটা দিন আছিল যি দিন এইখন চকীৰ সন্মুখত মূৰ তুলি কথা কব পৰাতো একো একোটা ঘটনা বুলি অভিহিত হৈছিল, (হুমুনীয়া কাঢ়ি) চেইঞ্জড্ সেইদিন থকা হলে! (অত্যন্ত ক্লান্ত হৈ আঁউজি দিয়ে) যাওক, আপুনি যাওক মিষ্টাৰ শৰ্মা, আই এম টায়াৰড্। (কলিং বেল টিপি দিয়ে) অৰ্দালি সোমায় আহে) এখেতক লৈ যা।

অবিনাশ : (বিদ্রুপৰ হাঁহিৰে) ইয়াৰ পিচৰ বাৰ আহোতে আপোনাক এই আসনত নেদিলেই, মই ভাল পাম. মযো চেষ্টা কৰিম যাতে এই যুগটোৱে আপোনাক নিষ্কৃতি দিয়ে। মজাৰ কথা কি জানে? আচলতে খং উঠিব লাগিছিল মোৰ, আচলতে মই আপোনাক 'গেট আউট' বুলি ক'ব লাগিছিল (হাঁহি) কিন্তু কলে আপুনি মোক! আহো গুডবাই। (অবিনাশ যায়) পাচে পাছে অৰ্দালি। অফিচাৰে কিছু সময় চাই থাকি টেবুলত ঢকা এটা মাৰি ফোনত ডায়েল কৰে।)

অফিচাৰ : কোনে কৈছে? হাজৰিকা? সোতৰ নম্বৰ ফাইলটো লৈ আহক।

(ৰিচিভাৰ থৈৰ বহাৰ পৰা উঠে আৰু এটা চিগাৰেট জ্বলায়। কিবা ভাবি ইফালে সিফালে অহা যোৱা কৰে। মঞ্চ ক্ৰমাৎ আন্ধাৰ হৈ আহে। পোহৰ আহি ক্ৰমাৎ মঞ্চৰ 'ক' ভাগত পৰেহি। প্ৰথমে অজয়ৰ ওপৰত পোহৰ পৰেহি দেখা যায় অজয় স্থিৰ হৈ বৈ আছে আৰু অবিনাশ তলমূৰ কৰি বহি আছে।)

অজয় : ধেৎ কি দাল কৰিলি এই? মিছাকৈয়ে বুঢ়াতোৰ খং তোলালি। নহ'ব, বুজিছ তোৰ দ্বাৰা নহ'ব। তোৰ খং বেছি। তোক ধৈৰ্য ধৰাৰ কথা কৈছে, তই কেইবছৰমান ধৈৰ্য ধৰি বহি থাক?

অবিনাশ : মানে? তই কৈছ কি?

অজয় : ধৈৰ্য ধৰ অ', ধৈৰ্য। নহ'লে ব্যৱসায় কেনেকৈ কৰিবি?

অবিনাশ : কি ক'ব খুজিছ অলপ খোলাখুলিকৈ নকৰ কেলেই?

অজয় : *(হঠাৎ সাৰ পোৱাৰ দৰে)* হুঁ, কি হ'ল? ধেৎ তেৰি, মই মনে, মনে ভাবিছিলোঁ তই বিজিনেছ কৰ, চৰকাৰক তোৰ স্কীম দে, পিচে দেখিলোঁ নহ'ব। সিমান খিনি ধৈৰ্য তোৰ নহবগৈ। মোৰ মনক চকুৰে দেখিলোঁ ৰঙা ফিটাৰ মেৰপাকত তই যেন, তই যেন..... যাঃ.....

অবিনাশ : তোৰ মূৰটো কিন্তু বেয়া নাছিল অ'।

অজয় : *(হঠাৎ হাড়দাল বুটলি নিজৰ হাতৰ তলুৱাত মাৰি মাৰি)* বুজিছোঁ ভাল আছিল। কিন্তু তাৰ পৰা লাভ কি হ'ল? ইউনিভাৰচিটিৰ চাৰ্টিফিকেট এখন পালোঁ, ডিগ্ৰী এটা পালোঁ; খা, এতিয়া ডিগ্ৰীটোকে পুৰি পুৰি খাই থাক। ধূৰ *(হাড়দাল পেলাই দিয়ে।)*

অবিনাশ : এৰা অ', কিবা হাঁহি উঠে দেখোন।

অজয় : মোৰ পিচে আটাইতকৈ হাঁহি উঠে কি ভাবি জান?

অবিনাশ : কি ?

অজয় : এই যে তোৰ নাম অবিনাশ আৰু মোৰ নাম অজয়। কিন্তু আমাৰ নামতো বেলেগো হ'ব পাৰিলেহেঁতেন্। মইতো অজয় নহৈ সঞ্জয় হ'ব পাৰিলোহেঁতেন, দুৰ্জয় হ'ব পাৰিলোহেঁতেন ধনঞ্জয় হ'ব পাৰিলোহেঁতেন।



অবিনাশ : কেতিয়াবা কিছুমান কথা গোলমাল লাগি যায়। এই যে অঙ্ক কৰোতে আমি Problemত পৰিলেই xটো ধৰি লঁও। কিয় সেই ছাব্বিশটা আখৰৰ ভিতৰত xটো যে বাছি লোৱা হ'ল? ধুইত্..........

অজয় : আমি দুয়োটা বাৰু কিয় পেট বেমাৰী হ'লো কচোন? মোৰ ক্ৰনিক ডিচেণ্ট্ৰি আৰু তোৰ পিত্ত নে গেষ্ট্ৰিক। অবিনাশ আৰু অজয়। পেটৰ বেমাৰৰ লগত যুঁজি যুজি এইয়া একুৰি পাঁচ বছৰত ভৰি দিলোঁহি। এই, এতিয়া অন্ততঃ এই বেমাৰটোকে জীয়াই ৰাখিবলৈ আমি কিবা এটা কৰিব লাগে।

অবিনাশ : লাগেতো বুজিছোঁ। আচ্ছা অজয়, এই কেম্পটোত থকা সকলোবিলাক মিলিটেৰীয়েই বাৰু যুদ্ধ কৰিব লগা হৈছিল নে?

অজয় : সেইটো ক'ব নোৱাৰোঁ। অন্ততঃ ইয়াত যে যুদ্ধৰ আখৰা কৰিছিল সেইটো খাটাং.

অবিনাশ : কৰবাত যদি পুতি থোৱা মাইন চাইন এটাকে পালোহেঁতেন।

অজয় : কি কৰিলিহেঁতেন ?

অবিনাশ : অকমান ফূৰ্তিকে কৰিব পাৰিলোহেঁতেন। (গম্ভীৰ হৈ) ঐ, তইতো এটা কাম কৰিব পাৰ।

অজয় : কি কাম?

অবিনাশ : ইলেক্চনতে উঠ।

অজয় : পাগল হলিনেকি!

অবিনাশ : একো থিক নাই, জিকি যাব পাৰ। চেষ্টা এটা কৰ বুজিছ, মন স্থিৰ কৰ। ঘূৰা পকা কৰ, হৈ যাব। তোৰ হৈ কাম কৰিবলৈকো বহুত ওলাব দে। মোৰ মনেৰে তই টেক্কা মাৰি যাব পাৰিবি।

অজয় : ধূৰ-

অবিনাশ : ধূৰ নহয়, অ', কোনে জানে, ফৰ্মুঠি লাগি যাব পাৰে। তই যদি সঁচাকৈয়ে ইলেক্চনত জিকিব পাৰ, যদি তই এতিয়াৰ দৰে ভাল ল'ৰা হৈ থাকিব পাৰ..... যদি তই শিয়াল বান্দৰ বিলাকক খেদি দিব পাৰ। নিৰ্বাচন...., নিৰ্বাচন...... অজয় নাথ.... অজয় নাথ...

*(ক্ৰমে মঞ্চ আন্ধাৰ হৈ পৰে দূৰত শ্ল'গান শুনা যায়- "অজয় নাথ জিন্দাবাদ।" "জয় অজয় নাথৰ জয়", "অজয় নাথক ভোট দিয়ক।" মঞ্চৰ 'চ' ভাগত ক্ৰমাৎ পোহৰ পৰে, দেখা যায় পাঞ্জাবী পায়জামা পৰিহিত অজয় নাথে কিবা এটা চিন্তা কৰি ইফালে সিফালে কৰি আছে। ওচৰত দুজন কৰ্মী। তিনিওৰে মুখ দেখি বুজা যায় যেন তেওঁলোকে ইতিমধ্যে কিবা কথা আলোচনা কৰি আছিল। স্থান---- অজয় নাথৰ...)*

১ম কৰ্মী : হয় ছাৰ, এতিয়া মোক দুশ টকা দিলেই হ'ব ছাৰ! আমি পাঁচজন আছোঁ, হাতীজান, বৰচোমনি, গৰখীয়া- এই কেইখন গাঁৱলৈ আমি এতিয়া যাম? মাইক আৰু পেট্ৰ'লৰ বাবতেই এই টকামান লাগিব ছাৰ।

২য় কৰ্মী : ছাৰ সৰুপৰী গাঁৱত আপোনাৰ প্ৰতিদ্বন্দ্বী নিত্যা শৰ্মাই কাইলৈ ভোজ দিছে। আপুনিও কিবা এটা কৰিব লাগে। তাৰোপৰি ছাৰ বৰচাপৰিৰ. ইলেক্চন অফিচৰ বাবে পাঁচশ টকা

লাগে। তাৰ Workers বিলাকে কালি পইচা নোপোৱাৰ বাবে ইলেকচ্‌ন কেম্পেনৰ বাবে নোলাল ছাৰ।

১ম কৰ্মী : এই বিলখনো পে কৰিব লাগে চাৰ (জেপৰ পৰা বিল এখন উলিয়াই) বাৰশ টকা আজি পে নকৰিলে মাইক তিনিটা নিদিও বুলি কৈছে। তাৰোপৰি পষ্টাৰ বিলাকো প্ৰেছৰ পৰা আনিব লাগে।

২য় কৰ্মী : (ফুচ্‌ ফুচাই কোৱাৰ দৰে) আৰু এটা কথা ছাৰ আমাৰ কমিউনিটিৰ মানুহখিনিক আপুনি ছাৰ এবাৰমান লগ ধৰি অহাতো ভাল।

অজয় : আমাৰ কমিউনিটিৰ মানে?

২য় কৰ্মী : হয় ছাৰ আমাৰ কমিউনিটিৰ মানে, আমাৰ কমিউনিটিৰ, মানে ছাৰ আমাৰ .... মানে হাতীজানে, সৰু পীৰা, বৰ চোমনি, মতা চাং- এই কেইখন গাঁৱত ছাৰ আমাৰ কমিউনিটিৰ ভোটাৰ সাত হেজাৰ পাঁচশ একৈশজন আছে। আমি চাৰ হিচাপ তন্ন তন্নকৈ উলিয়াই থৈছো। এইখিনি চলিদ ভোট আমি ছাৰ পাব লাগে।

১য় কৰ্মী : হয় ছাৰ, আমি ছাৰ হিচাপ এৰি এটা পইচাৰ কথা বেছি নকওঁ আনকি এটা হাঁহি বা হুমনীয়াও হিচাপতকৈ বেছি নামাৰোঁ। সকলো খৰছ কৰা পইচাৰেই ভাওচাৰ আছে ছাৰ। লগত কাগজ পেন্সিল লৈয়েই ফুৰো আৰু প্ৰত্যেকটো কাম কৰিয়েই ভাওচাৰ লিখো মানে লিখাও ছাৰ।

অজয় : শুনা, তোমালোকে মোৰ বাবে ভোটৰ প্ৰচাৰ চলাব নালাগে। মই কোনো কমিউনিটিৰ হৈ উঠিব খোজা নাই অথবা টকা ঢালি ভোজ ভাত খুৱাই ভোট কিনিববলৈ মোৰ পইচাও নাই। যদি এই চৰ্তত মোৰ হৈ তোমালোকে 'কেনভাচ' কৰিব খুজিছা, কৰা, নহলে অন্য কেণ্ডিডেটৰ হৈ কাম কৰাগৈ মোৰ আপত্তি নাই।

১য় কৰ্মী : আপুনি ছাৰ ওলোটা বুজিছে। নিত্যা শৰ্মাই ছাৰ পঞ্চাশ খন গাড়ী দিনে দৌৰাইছে, ঠায়ে ঠায়ে ভোজ খুৱাইছে দুশখন চাইকেল কিনি দিছে- গাঁৱত কেনভাচ কৰিববলৈ আপুনিহে ছাৰ.....

অজয় : মই কৈছোৱেই নহয়, মোৰ পৰা সেইবোৰ একো নহ'ব। কোনোবাই উপযুক্ত বুলি ভাবি ভোট দিলে দিব, নহলে নাই। মই একো দিব নোৱাৰোঁ। শুনা, মই স্পষ্টভাবে কৈ দিওঁ- মই কোনো সম্প্ৰদায়, কোনো ধৰ্মৰ ফালৰ পৰা উঠিব খোজা নাই, মোৰ হাতত খৰছ কৰিববলৈ পইচা নাই, মই ভোজ খুৱাব নোৱাৰোঁ, চাইকেল কিনি দিব নোৱাৰোঁ, ঠিকাদাৰৰ ওচৰত হাত পাতিবগৈ নোৱাৰে মই আহিলোঁ। *(অজয় সোমায় যায়)* দুয়োজন কৰ্মীয়ে কিছু সময় পৰস্পৰে পৰস্পৰে চকুলৈ চাই থাকে।)

১ম কৰ্মী : দেখিলা দোস্ত, ভদ্ৰলোক কাও কাওকৈ গুচি গলগৈ।

২য় কৰ্মী : এই বেঙা চবৰ লগত কি কাম কৰিবি ৰে? ভোট পোৱাতো একেবাৰে চোজা কথা পাইছে। তই যে মোক কিয় এইদালৰ ওচৰলৈ মাতি আনিছিলি জানো। বল নহলে নিত্যা শৰ্মাৰ দলত যাওঁ।

১য় কৰ্মী : নিত্যা শৰ্মাৰ গাড়ীৰ ওচৰত, ঘৰৰ আগত 'অজয় নাথৰ জয়' বুলি টেটুফালি চিঞৰিছিলি, এতিয়া আক' তালৈ কেনেকৈ যাবি?



২য় কৰ্মী : গুলি মাৰ তোৰ সেই চব কথা বৃটিছৰ তলত চাকৰি কৰা দেশপ্ৰেমিক বিলাকে কিবা স্বাধীন চৰকাৰৰ তলত চাকৰি নকৰাকৈ আছেনে? যাৰে টকা তাৰে জয়। যাৰ খাম তাৰ গুণ গাম- সেইটো শাস্ত্ৰৰ নীতি। দূৰ বেটাই নাম লৈছে- অজয়। হু হ'ব পৰাজয়। মাটি ভেটি চব খতম্‌ কৰি দিম ৰ। ইলেকচন খেলে। দূৰ! বল ব'ল নিত্যা শৰ্মাৰ তালৈ বল। *(দুয়োটা ওলায় যায়। মঞ্চ আন্ধাৰ হয় লাহে লাহে মঞ্চৰ 'ক' ভাগত পোহৰ পৰে। দেখা যায় অজয় আৰু অবিনাশ ওচৰা-ওচৰিকৈ বহি আছে। অজয়ৰ পোচাক প্ৰথমৰটো।)*

অবিনাশ : *(হুমুনীয়া কাঢ়ে)*

অজয় : কি হ'ল?

অবিনাশ : নোৱাৰিবি। পিচত সকলোৱেই হাঁহিব। দৰকাৰ নাই।

অজয় : কিহৰ কথা কৈছ?

অবিনাশ : এই ইলেকচন। পইচা নহলে ইলেকচন নহয় বুজিছ। আৰু এটা কথা মই বুজি নাপাওঁ- এই যে লাখ লাখ টকা- লাখেই ধৰচোন, মানে ইমানবোৰ টকা কেনভাছিঙত খৰছ কৰে।

অজয় : ধুইত, মই ইলেক্‌চন খেলিম বুলি তোক কোনে ক'লে? দুনীয়াৰ যত চব মিছা কথা, যত চব ভণ্ডামী, জুৱাচুৰি কাৰবাৰ মই কৰিব নোৱাৰো। সেই বিলাকত মই নাই।

অবিনাশ : এৰা তোক লৈ মহা বিপদ হৈছে অ' কি যে কৰিবি একো ভাবি পোৱা নাই। কিবা এটা কৰিব লাগিব বুজিছ- কিন্তু...। *(এনেতে অবিনাশৰ কামিজৰ ভিতৰ সোমায় যেন পোক এটাই পিঠিফালে কামুৰি দিয়ে থিক এনে ভাৱত "উস" কৰি উঠে।)*

অজয় : কি হ'ল?

অবিনাশ : *(পিঠি ফালে হাত থৈ)* উস্‌ চালা চালা, কিবা পোক সোমালে যেন পাইছো। ধেৎ। *(অজয় অবিনাশৰ পিঠিৰ কামিজটো দাণ্ডি পৰুৱা এটা উলিয়াই আনে।)*

অজয় : কি কৰিবি ইয়াক?

অবিনাশ : মূচৰি পেলা? চালা অকণমান Chance পালেই ইহঁতি 'এটেক' কৰে। মাৰি পেলা, মাৰি পেলা। উস্‌ চালা মূৰটোকেই গোলমাল লগাই দিলে। অলপ মোহাৰি দে না। (অজয়ে অবিনাশৰ পিঠিটো মোহাৰি থাকে আৰু এবাৰ হঠাৎ ৰৈ যায়।)

অবিনাশ : কি হ'ল?

অজয় : মিলিটেৰী বিলাকে বাৰু কি খায় অ?

অজয় : *(সশব্দে হাঁহি দিয়ে)* কিয় এই হাড় দাল দেখি ছাগলী মঙহঁলে মনত পৰিছে নেকি?

অজয়. : নহয়, মানে সিহঁতৰ কাৰোবাৰ বাৰু পেটৰ অসুখ নাছিল নে?

অবিনাশ : পেটৰ অসুখ থাকিলে কিবা যুদ্ধ কৰিব পাৰে নেকি?

অজয় : শিলিখা খায় যুদ্ধ কৰা গল্পটো তোৰ মনত আছে?

অবিনাশ : সেইটো কবিৰাজী প্ৰপগেণ্ডা। ধুইত্‌ ।

অজয় : ঐ মজাৰ কথা এটা মনত পৰিছে। অ' এটা গ্ৰেণ্ড আইডিয়া। তই পাৰিবি তই নিশ্চয় পাৰিবি।

অবিনাশ : কি পাৰিম?

অজয় : ৰ চোন ৰ, মই চিন্তা কৰি চাওঁ, তইতো সব্ সৰকৈ কথা কৈ যাব পাৰ, হো, হো, কৈ তোৰ ওচৰলৈ মানুহ আহিব বুজিছ। গ্ৰেণ্ড, গ্ৰেণ্ড আইডিয়া।

অবিনাশ : পাগল! কিন্তু কথাটো কি?

অজয় : ৰ চোন ৰ, তই...... তই...... তই....

*(মঞ্চ আন্ধাৰ হয়। ক্ৰমে মঞ্চৰ চ ভাগত পোহৰ পৰে। কিছু সংখ্যক মানুহে অবিনাশক আগুৰি থাকে। এজন বৃদ্ধই অত্যন্ত কৌতুহলেৰে অবিনাশলৈ চাই থাকে। অবিনাশৰ হাতত সৰু চিচাৰ বটল এটা। তাত কিছুমান বৰি থাকে। ওচৰত এটা বাকচ। অবিনাশ এইবাৰ ফেৰিৱালা সাজত)*

অবিনাশ : ফ্ৰেণ্ডচ্, জেণ্টেলমেন আৰু লেডীজ, ৰাইজ আৰু ককাই ভাই, বাই ভনী সকল, প্যাৰে ভায়ো ঔৰ বহেনো- এই সুন্দৰ আবেলি আপোনালোক ঘৰৰ পৰা ওলাই আহিছে, কোনোবা বজাৰলৈ আহিছে, কোনোবা এই নদীৰ পাৰত হাৱা খাবলৈ আহিছে আৰু কোনোবাই হয়তো আগেয়ে বন্দবস্ত কৰি থোৱা মতে নিজৰ নিজৰ দিল জানক মানে লাভাৰক মিট কৰিবলৈ আহিছে। আপোনালোকে কোনো কাৰো ধাগুত ৰৈ থকা নাই। চাৰা চংচাৰ, চাৰা দুনিয়া হৰদম ঘূৰিছে। কাৰণ আপোনালোক জীয়া মানুহ। কওক আপোনালোক জীয়া মানুহ নহয়? অলবৎ হয়। আপোনালোক সকলো জীয়া মানুহ; গাত তেজ থকা মানুহ দিলত জোৰ থকা মানুহ, বুকুৰ পাট্টাত হিমৎ থকা মানুহ গতিকে খুচি মনেৰে ঘূৰি ফুৰিছে। কিন্তু আপোনালোক সদায় এনেদৰে ঘূৰি ফুৰিব পাৰেনে? আপোনালোকৰ দৰে সকলো মানুহ ঘূৰি ফুৰিব পাৰেনে? নোৱৰে। মই কৈছোঁ নোৱাৰে। আলবৎ নোৱাৰে। আপোনালোকৰ ঘৰত, অকল ঘৰতে কিয়, ইয়াত আপোনালোকৰ মাজত হয়তো এনেকুৱা মানুহ আছে যাৰ দেহত জীৱ আছে, গাত তেজ আছে, কিন্তু দিলত তাকত নাই, শক্তি নাই। কিন্তু তেওঁলোকৰো বজাৰ কৰিবলৈ মন আছে, চিনেমা চাবলৈ মন আছে, লাভাৰক লগত লৈ নৈ পাৰে পাৰে ফুৰিবলৈ মন আছে; কিন্তু পৰা নাই। কাৰণ? কাৰণ আছে। কাৰণ নিশ্চয় আছে। চাওক দিনটোত দচবাৰ যেতিয়া আপুনি টিং লৈ বাৰীৰ পাচফালে দৌৰ মাৰিব লগা হয়, অথবা অফিচলৈ বুলি ওলাই, চিনেমা চাবলৈ বুলি ওলাই, বজাৰ কৰিবলৈ বুলি ওলাই, লাভাৰৰ ওচৰলৈ বুলি ওলাই দুখোজ আহিয়েই পুনৰ ঘূৰি গৈ কাপোৰ সলাব লগীয়া হয় নতুবা দুই তিনিদিন ধৰি এবাৰো যদি আপুনি সেইফালে যাব লগীয়া নহয়, নতুবা কিবা এটা খাই উঠাৰ পিচতে আপুনি যদি গেলা দুৰ্গন্ধ উগাৰ মাৰিব লগা হয়, সকলো সময়তে আপোনাৰ পেটতে। যদি ভাত খাই উঠা পাচৰ দৰেই ডাঙৰ আৰু দুৱাৰত খুন্দা মাৰিলে দুৱাৰ ভাগি যাব লগা হোৱাৰ দৰে টান হৈ থাকে, আপুনি লাভাৰক লৈ ফুৰিবলৈ যোৱাৰ উৎসাহ পাব? আপুনি চিনেমা চাবলৈ যাব পাৰিব? নোৱাৰে। আপুনি বিচাৰি ফুৰা ছোৱালীজনীৰ লগত আপোনাৰ ফাদাৰ-মাদাৰে যদি সেই দিনাই আপোনাৰ বিয়া পাতি দিব খোজে I am sure আপোনাৰ বিয়া কৰোৱাৰ ফূৰ্তিও তেতিয়া থাকিব নোৱাৰে। সেই মুহূৰ্ত্তত আপোনাৰ অন্যান্য সকলো বিসৰ্জন দি ডাক্তৰৰ ওচৰলৈ যাবলৈ মন যাব। ডাক্তৰে কব আপুনি ষ্টুল পৰীক্ষা কৰাওক, ব্লাড পৰীক্ষা কৰাওক, এক্সৰে কৰাওক তাৰ পিচত দেখিব আপোনাৰ অগ্ৰং বগ্ৰং পৰীক্ষা কৰোতে খৰছ হল দুইশ টকা, আৰু



শেষত দৰৱ দিলে দুই টকাৰ৷ অসুখ কি? হয়তো গেছ হৈছে, হয়তো লিভাৰ বাঢ়িছে হয়তো হুক্ ওৱাৰ্ম হৈছে। থ্ৰেডওৱাৰ্ম হৈছে, ৰাউণ্ড ওৱাৰ্ম হৈছে, হৈছে হৈছে, কিবা এটা হৈছে আৰু। মই কম সেই চব ঝঞ্জাতত যোৱাৰ আপোনাৰ কোনো দৰকাৰ নাই। আপোনাৰ কি হৈছে, কি হ'ব পাৰে, কি হোৱাতো বেয়া আৰু কি হোৱাতো ভাল সেইটো মই জানো। কেনেকৈ জানো মেজিক? যাদু ? প্যাৰী ভায়ো ঔৰ বহেনো এই যে সৰু বটলটো দেখিছে, দেখিছে? এই সৰু চিচিটো? ইয়াত সৰু দুটামান বড়ি আছে মানে টেব্লেট দিনে মাত্ৰ এটাকৈ খাওক, দেখিব আপোনাৰ পেটৰ অগ্ৰং বগ্ৰং সমস্ত জঞ্জাল খটম হৈ গৈছে। আপোনাৰ মুখত হাঁহি বিৰিঙিছে, আপোনাৰ গালৰ ৰং মানে ৰূলাৰ সলনি হৈ গৈছে। আপুনি নৰকৰ পৰা স্বৰ্গলৈ আহি গৈছে। কেনেকৈ? কেনেকৈ এইটো সম্ভৱ হ'ল? কাৰণ এই চিচিৰ ভিতৰত সৰু টেব্লেটোৱে আপোনাৰ পেটত থকা একশ, দুশ তিনিশ বছৰীয়া পুৰণা পেলুৰ জইন মাৰি দিছে। আপুনি নয়া জনম পাইছে। আপুনি.....

বৃদ্ধ : *(ৰুগ্ন কণ্ঠে)* বোপাই অ', হেৰ চাওঁ (আগুৱাই, আহে) চাওঁচোন বোপাই, দে বোপাই মোকো তোৰ সেই ঔষধ এ বটল দেচোন। নাতি ল'ৰাটো যাওঁ যাওঁ, ঠিকেই কৈছ বোপাই। হগা-মুটা পৰীক্ষা কৰা, হেন কৰা, তেন কৰাৰ শক্তি মোৰ নাই বোপাই। দে বোপাই, মোৰ নাতি ল'ৰাটোৰ কাৰণে... উস্ অ বোপাই তাৰ বাপেকটোও যোৱা বছৰ মৰি থাকিল। ল'ৰাটোৰো কিবা এটা হ'বলৈ হ'লে মাকজনী পাগলী হৈ যাব। তাইক আৰু মই বুজাব নোৱাৰিম বোপাই, দে দে, তোৰ দৰৱ খাই ল'ৰাটো যদি ভাল হয়- ঈশ্বৰে তোৰ মঙ্গল কৰিব বোপাই । তোক....

অবিনাশ : আপুনি- আপুনি দেউতা-

বৃদ্ধ : হো বোপাই আঠ অনা কিয়, টকাটোকে ল, মোৰ ল'ৰাটো যদি ভাল হয়, হেৰ বোপাই...

অবিনাশ : নাই নাই দেউতা- আপোনাক মই এই দৰৱ দিব নোৱাৰোঁ।

বৃদ্ধ : দে অ' বোপাই, তাৰ ফেট্‌ফিটিয়া পেটটো যদি অলপ......

অবিনাশ : আপোনাক এই দৰৱ দিব নোৱাৰোঁ দেউতা। এইবোৰ দৰৱ নহয়, এইবোৰ ফাঁকি, ফাঁকি, আপোনাৰ দৰে সৰল, সহজ, অভাৱগ্ৰস্ত মানুহক ঠগী... নাই, নাই দেউতা মই নোৱাৰোঁ, মই নোৱাৰোঁ, মই...

*(মঞ্চ ক্ৰমাৎ আন্ধাৰ হৈ আহে। তাৰ পিচত লাহে লাহে মঞ্চৰ 'ক' অংশত পোহৰ পৰে দেখা যায় অজয়ৰ মুখত "নোৱাৰোঁ" নোৱাৰোঁ শব্দটো শুনা নুশুনাকৈ ওলায়। অবিনাশ অজয়ৰ ওচৰতে শুই থাকে।)*

অজয় : নোৱাৰ, নোৱাৰ, কিয় নোৱাৰিবি? কিয় নোৱাৰিবি।

অবিনাশ : কি হ'ল?

অজয় : ইমান চেণ্টিমেণ্ট লৈ তোৰ দ্বাৰা একো নহ'ব। ইমানবোৰ মানুহৰ আগত সঁচা কথা ক'বলৈ তোক কিহে পাইছিল।

অবিনাশ : মানে? তই কৈছ কি?

অজয় : *(হঠাৎ সম্বিত ঘূৰাই পোৱাৰ দৰে)* হুঁ কি বুলিলি? অ' *(হাঁহি)* নহয়, মানে ধেৎ, ধেৎ

তেৰি, মই ভাবিছিলোঁ তই শিলিখাৰ টেবলেট বনাই কৰ্টৰ আগত ফেৰিৱালা হৈ গৈ। দৃশ্যটো এবাৰ কল্পনা কৰি চাইছিলোঁ। ধেৎ (হাঁহি) বাদ দে সেইবোৰ। চিগাৰেট আছে?

অবিনাশ : চিগাৰেট নাই। ইমাৰ্জেঞ্চী ষ্টকত বিড়ি দুটা আছে, চুৰ কৰি অনা বিড়ি বাবে আচুতীয়াকৈ থৈছোঁ।

অজয় : চুৰ কৰি অনা মানে?

অবিনাশ : ৰাতিপুৱা ঠাই সাৰিবলৈ অহা মানুহজনীয়ে কেইটামান বিড়ি লৈ আহিছিল, সম্ভৱ গিৰিয়েকৰ বাবে। ঠাই সাৰোতে তাই গাত লোৱা কাপোৰ খনেৰে সৈতে বিড়ি কেইটা বাৰান্দাত থৈ দিছিল, দুটা মাৰি দিলো বাপেকে।

অজয় : জ্বলাওঁ দে।

অবিনাশ : জুই শলা আছে?

অজয় : নাই।

অবিনাশ : ধেৎ তেৰি!

অজয় : বিড়ি আনিলি অথচ জুইশলা নাই। খা কিহেৰে খাৰ। তই যে কি এটা বুৰ্বক। চশমা থাকিব, চকু নাই, জিভা থাকিব, দাঁত নাই, ভাল নালাগে কিবা। আচ্ছা এই মিলিটেৰী বোৰে যদি চিগাৰেটৰ টিন কেইটামনে জুইশলা বাকছ কেইটামনে এৰি থৈ গ'লহেঁতেন!

অবিনাশ : কেম্পটো ইয়াৰ পৰা কিয় উঠাই নিলে বাৰু?

অজয় : মই কেনেকৈ ক'ম?

অবিনাশ : এৰা, তই কেনেকৈ কবি? কেই বাজিল বাৰু?

অজয় : বাজিল ছাগে কিবা এটা? ভোক লগা নাই জানো?

অবিনাশ : একাপ চাহ খাবলৈ মন গৈছে অ'।

অজয় : বল যাওঁ।

অবিনাশ : ক'লৈ?

অজয় : ক'লৈ মানে... এৰা ক'লৈ যে যাম! সৌফালে যাওঁ ব'ল। সৌ যে সেইফালে বাঁহ গছ জোপা আছে তাৰ তলত বাৰু সেইটো কিহৰ গাঁত অ'।

অবিনাশ : কেম্পৰ যত চব আবৰ্জনা তাতে চাগে' পেলাইছিল।

অজয় : কিয়? সেইটো কিবা ট্ৰেইনিং গ্ৰাউণ্ডো হ'ব পাৰে, ব'ল যাওঁ সেইফালে।

অবিনাশ : ৰ চোন। কিবা ভাগৰ লাগিছে দেখোন অ'। কাম কৰিলে মানুহৰ ভাগৰ লাগে কাম নকৰিলেও তেনেহলে ভাগৰ লাগে নেকি?

অজয় : মই কেনেকৈ ক'ম?

অবিনাশ : তোৰ ভাগৰ লগা নাই?

অজয় : কিবা এটা যে লাগিছে থিক, কিন্তু কি যে লাগিছে......

অবিনাশ : ঐ বৰ মজাৰ কথা এটা মনত পৰিছে অ', তই,তই পাৰিবি । You are the--মানে পাৰিবি বুজিছ বঢ়িয়া হ'ব।

অজয় : পাৰিম বুজিছোঁ, কিন্তু কি সেইটো বুজি ল'ব লাগিব।

অবিনাশ : ঠিকা। Contract



অজয় : পোনপতীয়াকৈ ক।

অবিনাশ : Capital investment নকৰাকৈ কাৰবাৰ কৰিব পৰাটেহে আচল কাৰবাৰ (বুলি আমাৰ ৰাজধানীৰ পুৰোহিত পাণ্ডা সকলে বক্তৃতা দিয়েই থাকে) কথাটো হওঁতে মিছা নহয় বুজিছ, অলপ চেষ্টা লাগে, অলপ বুদ্ধি লাগে অলপ কষ্ট কৰিব পৰা হ'ব লাগে।

অজয় : তাৰ পিচত তোৰ মূৰটো কৰিব পাৰিম নহয় জানো?

অবিনাশ : যাৰ মূৰ কৰ কৰি থাকিবি। এতিয়া মোৰ কথা শুন, সেই হলৌবাৰীত সজা কেম্পৰ বাবে বহুত বাঁহ লাগে। বাঁহৰ ঠিকা ল, লাভ হ'ব। এনেয়ো তই ইঞ্জিনীয়াৰ মানুহ, তই নোৱাৰিলে কোনে পাৰিব? বুজিছ ভাল বিজিনেছ , কেপিটেল নালাগে। বাঁহ Collect কৰিবি, ডেলিভাৰী দিবি আৰু পইচা লবি, বচ। খুৱ সহজ কথা---খুব সহজ- তই দেখিবি, দেখিবি... দে... খি.. বি..

*(মঞ্চ আন্ধাৰ হৈ যায়। লাহে লাহে মঞ্চৰ 'ঙ' ভাগত পোহৰ পৰে। দেখা যায় এটা অফিছ ঘৰৰ এখন মেজ আৰু তাৰ আনুসঙ্গিক সৰঞ্জাম। বিষয়া জনৰ সমুখৰ চকীত অজয়। মেজৰ ওপৰত ফাইল দ'ম)*

বিষয়া : ৰ'ব বিলখন দিয়াৰ লগে লগে পেমেণ্ট, নহয়।

অজয় : কিমান দিনলৈকে 'লগে লগে' বুলি কোৱা হয়।

বিষয়া : আপোনাৰ নো কিমান টকাৰ বিল?

অজয় : তিনি হাজাৰ পাঁচশ টকা। বিল চাবমিট কৰাৰ তিনিমাহ হ'ল।

বিষয়া : *(হাঁহি)* অ' হয় নেকি? মই আৰু' অপোনাৰ কথাৰ ধৰণ দেখি ভাবিছিলোঁ তিনি বছৰ মানেই হ'ল বুলিহে। তিনি মাহতে আপুনি বিলৰ পেমেণ্ট পাবনে?

অজয় : কিন্তু পেমেণ্ট নাপালে মই বাঁহ চাপ্লাই কৰিম ক'ৰ পৰা? ময়োতো বাঁহ কিনিবহে লাগিব।

বিষয়া : সেইটো আপোনাৰ নিজৰ কথা, মোক তাৰ কৈফি য়ৎ সাধিছে কিয় হেৰি? এই ৰোৰ কামত মানে... মানে... অলপ আৰু সেই কাৰণেই আমি এইবোৰ ঠিকা আমাৰ নিজৰ মানুহক দিবলৈ বেয়া পাওঁ বুজিছে? মানে এই যে অসমীয়া জাতিটো আছে এই জাতিটোৰ ধৈৰ্য মানে পেচেঞ্চ বৰ কম। ভুকুতে কল পকাবলৈ বিচাৰে।

অজয় : চাওক, সেইবিলাক কথাৰ প্ৰতি মোৰ অকণো আগ্ৰহ নাই। গতিকে সেইবোৰ কথাৰে সময় নষ্ট কৰাতকৈ মোৰ বিলখনৰ বিষয়ে কি কৰিব পাৰে তাকে কওক।

বিষয়া : কথা নুবুজে যদি আৰু কি ক'ম। ঠিক আছে, তেনেহঁলে হেৰি কৰক, মানে সৌ সিটো ৰুমত একেবাৰে মুখতে চুৰীয়া পাঞ্জাবী পিন্ধা এজন মানুহ আছে। আপুনি Kindly তেখেতক লগ ধৰকচোন। বাৰু ৰব, মই মতাই দিছোঁ। (কলিং বেল বজায়। অৰ্দালি আহে) গোস্বামী বাবুক মাত *(অৰ্দালি যায়)* ওঁ কি কৈছিলোঁ, মানে বিজিনেছ লাইনত আপোনাক নতুন যেন লাগিছে, বহুত কথা হয়তো আপোনাৰ শিকিবলৈ আছে। *(গোস্বামী সোমাই আহে)*

গোস্বামী : মোক মাতিছিল বোলে ছাৰ-

বিষয়া : হেৰি, গোস্বামী, এখেতে মানে মিষ্টাৰ ... কি আছিল... টায়েটেলটো ?

অজয় : নাথ।

বিষয়া : অ' মিষ্টাৰ নাথ।

গোস্বামী : হয় ছাৰ।

বিষয়া : এখেতৰ সেই বেম্বু চাপ্লাইৰ বিলখনৰ কথা। বাৰু মিষ্টাৰ নাথ, আপুনি এখেতৰ লগত কথা পাতকচোন মই অকণমান আহোঁ। সোনকালে আহিম। *(বিষয়া যায়)*

গোস্বামী : আপোনাৰ বিলখন মানে... অ' সেই হলৌবাৰী কেম্পৰ চাপ্লাই নহয়? ইয়েচ মনত পৰিছে, ভালেমান টকাৰ বিল নহয় জানো?

অজয় : তিনি হাজাৰ পাঁচশ টকাৰ।

গোস্বামী : ৰাইট্ ৰাইট্ আচল কথা কি জানে মিষ্টাৰ নাথ, মানে দোষ আচলতে আপোনালোকৰ গাতহে। আমি ইমান লুতুৱা নাছিলো নহয়। কিন্তু আপোনালোকে জোৰ কৰি লুতুৱা কৰিলে কি কৰোঁ বাৰু কওকচোন।

অজয় : (মৃদু হাঁহিৰে) লুতুৱা স্বভাৱটো মোৰো আছিল দিয়ক, হ'লে কি হ'ব। এতিয়া মৰিছোঁ নহয় পেটৰ অসুখত।

গোস্বামী : *(মূৰ খজুৱাই)* নহয় মানে মই সেইটো লুতুৱাৰ কথা কোৱা। নাই, মানে .. *(হাঁহি)* আপুনি নতুন মানুহ নহয়? এইবোৰ অলপ অফিচিয়েল লেঙ্গুৱেজ ইউজ কৰিছে। বুজিছে- *(সুৰ সলায়)* তেনে আপুনি ষাঠি গাড়ী বাঁহ দিলে - নহয় নে?

অজয় : নহয়, নহয় ষাঠি গাড়ী কিয় দিম, এশ গাড়ী দিছোঁ।

গোস্বামী : খালে খালে। আচলতে আপুনি ষাঠি গাড়ীহে দিব লাগিছিল।

অজয় : হেৰি ইমান পাহৰিলে কেনেকৈ হ'ব আপোনালোকে এশ গাড়ীৰ অৰ্ডাৰ দিয়া নাছিল জানো? যিমান অৰ্ডাৰ দিছে সিমান দিছোঁ।

গোস্বামী : তাকেতো কৈছো। আপুনি ষাঠি গাড়ী দিয়া হ'লে বাকী চল্লিছ গাড়ী আমি অফিছৰ পৰাই দিলোহেঁতেন নহয়।

অজয় : সেইটো কেনেকৈ হ'ব?

গোস্বামী : হয়, হয়, মিষ্টাৰ নাথ, বিজিনেচ কাৰবাৰটো সদায় মিলিজুলি কৰিব লাগে বুজিছে, দুইপইচা আপুনিও পাওক, দুইপইচা আমাৰো ওলাওক, নে কি কয়? এতিয়াতো আপোনাৰ বিল পাচ কৰা টানেই হ'ল।

অজয় : কাৰণ ?

গোস্বামী : কিবা এটা Interest নাথাকিলে লোকৰ কাম লোকে কিয় কৰিব হয়নে?

অজয় : মই বুজা নাই।

গোস্বামী : *(মূৰ খজুৱাই আৰু কিছু কঠোৰ হয়)* বুজিবলৈ আপোনাৰ বহুত বাকী আছে বুলি মই গম পাইছো। শুনক আপোনাৰ এশ গাড়ী বাঁহৰ প্ৰতিটোৰে এটা Physical verification কথা আছে।

অজয় : কিন্তু ইমান দিনে বাঁহটো আপোনালোকে কামত লগালেই। এতিয়া আক' কিহৰ কথা আছে।

গোস্বামী : সেইবোৰ কম্প্লিকেছিত সোমাব লগা নহওক বুলিয়েই মই আপোনাক ইমানবোৰ সঁচাকথা কৈছিলোঁ, কিন্তু আপুনি যেতিয়া নিয়ম মানিছে আমিও নিয়ম মনাটোৱেই উচিত নহ'ব



জানো? পাব আপুনি নিশ্চয় বিলৰ টকা পাব, মাথোন এবছৰ দেৰ বছৰ সময় লাগিব পাৰে।

অজয় : কিন্তু মোক আজি টকা লাগে।

গোস্বামী : টকানো কাক নালাগে হেৰি?

অজয় : চাওক, কোনো ধৰণৰ ধৈৰ্য ধৰা এতিয়া আৰু মোৰ বাবে সম্ভব নহয়।

গোস্বামী : বাৰু, তেতিয়া হ'লে আপুনি একাউণ্টেন্টৰ ওৰচলৈ যাওক, অ' Sorry তেখেতক আজি আপুনি লগ নাপাব।

অজয় : ঠিক আছে, মই জানো কেনেকৈ আপোনালোকৰ পৰা কাম আদায় কৰিব লাগে। শুনক মোৰ নাম অজয় নাথ। জীৱনত সকলো পৰিস্থিতিৰ মুখামুখী হোৱাৰ সাহস মোৰ আছে। আপোনাৰ বিভাগীয় মন্ত্ৰী লগত লৈ আপোনালোকক দেখা কৰিমহি, মই আহিছোঁ। *(কোবাকুবিকৈ অজয় ওলায় যায়)। গোস্বামীয়ে কিছু সময় ভেবা লাগি চাই থাকে। তাৰ পিচত "কি কাৰ ওচৰলৈ যাব?" বুলি নিজকে নিজে কৈ কব নোৱাৰোঁ ভাবে কলিং বেলত হাত দিয়ে কলিং বেল বাজি থাকে। অৰ্দালি সোমাই আহে।)*

গোস্বামী : ঐ, ঐ গৰু, এই মানুহজনে যাবৰ সময়ত কি বুলি কৈ গ'ল- শুনিছিলি?

অৰ্দালি : নাই শুনা।

গোস্বামী : কি? নাই শুনা? তই কাৰ ঘোঁৰা ঘাঁহ কাটিছিলি? কিয় শুনা নাছিলি?

অৰ্দালি : ছাৰ আপোনালোক ডাঙৰ মানুহ কথা পাতোতে......

গোস্বামী : তোক, তোকো মই চাকৰিৰ পৰা খেদিম।

অৰ্দালি : নহয় ছাৰ, তেখেতে চাহাবে মন্ত্ৰীৰ ওচৰলৈ যোৱাৰ কথা কৈছিল-

গোস্বামী : মন্ত্ৰীৰ ওচৰলৈ? সচাঁ সঁচা কৈছিল তেনেকৈ? মন্ত্ৰীৰ কি কৰিব? কি কৰিব মন্ত্ৰীয়ে মোক?

অৰ্দালি : *(ভয়ে ভয়ে)* একো নকৰে ছাৰ।

গোস্বামী : (ধমক দি) তেনেহলে ভয় কৰিবলৈ কি আছে? কি আছে ভয় কৰিবলৈ?

অৰ্দালি : একো নাই ছাৰ।

গোস্বামী : কি কলি? তোক মাতিবলৈ কোনে কৈছে? ভাগ, যা, যা ইয়াৰ পৰা। *(অৰ্দালি দৌৰ মাৰে। গোস্বামীয়ে অক' ক'ব নোৱাৰাকৈ কলিং বেলত হাত দিয়ে। বেল বাজি থাকে। মঞ্চ আন্ধাৰ হৈ যায়। ক্ৰমে মঞ্চৰ 'ক' ভাগত পোহৰ পৰে। অবিনাশে অকলে অকলে খিলখিলাই হাঁহি বাগৰি পৰে।)*

অজয় : ঐ, কি, হৈছে তোৰ? পাগলৰ দৰে হাঁহিছ্ কেলেই?

অবিনাশ : জমিছে অ' বেচ জমাই আহিছ।

অজয় : কি?

অবিনাশ : কিন্তু ইমান খংলৈ তই কিটো কৰিবি?

অজয় : মানে?

অবিনাশ : *(গহীন হৈ)* ঠিকা কৰিলেও গোলমাল আছে বুজিছ, নোৱাৰিবি। তই সেইবোৰ গোলমালত সোমাব নোৱাৰি।

অজয় : এৰা অ' ময়ো ভাবিছোঁ তই কি কৰাটো ভাল হ'ব। কিবা এটাতো কৰিবই লাগিব। আচ্ছা গাঁৱলৈ গৈ খেতি কৰিবগৈ পাৰিবি ?

অবিনাশ : মাটি? গাঁৱত দেউতাই গোটেই জীৱন আধি মাটিত খেতি কৰিয়েই কটালে। বেঙ্কৰ ধাৰ লবলৈকো বোলে নিজৰ নামৰ মাটি বন্ধকত দিব নাগে। পাগল। চব পাগল বুজিছ। কাৰবাৰ বোৰ দেখিলে কিবা হাঁহি উঠে।

অজয় : অলপ হাত ভৰি কেইটা পোনাও ব'ল।

অবিনাশ : কেনি যাব?

অজয় : এনেয়ে সৌফালে। তোৰ দৌৰিবলৈ মন যোৱা নাই? এই প্ৰকাণ্ড ফিল্ড খনত দৌৰিবলৈ ভাল লাগিব অ, ঘোঁৰা এটা পোৱা হলে খুব চেকুৰালোহেঁতেন বাপেকে।

অবিনাশ : বলচোন,সৌফালে যাওঁ, সৌ ওখ টিলাটোৰ পৰা দূৰত ব্ৰহ্মপুত্ৰখন চাবলৈ বেচ ভাল লাগিব।

অজয় : মিলিটেৰী বিলাকে বাৰু এইবোৰ চাবলৈ সময় পাইছিলনে?

অবিনাশ : সেইটো মই কেনেকৈ জানো? কিন্তু এই খাল, সৌ টিলা বিলাকক প্ৰটেক্টৰ হিচাপে লৈ যুদ্ধ আখৰা যে কৰিছিল, সেইটো একেবাৰে থিক কথা।

অজয় : *(উঠি ভৰি হাত জোকাৰে)* ৰ, দৌৰো ৰ, *(অজয় দৌৰি ভিতৰ সোমায় অলপ পিচত ভিতৰৰ পৰা চিঞৰে। চিঞৰটো বহুত দূৰৰ পৰা আহিব।)* অবিনাশ অ..বি..নাশ.

অবিনাশ : অজয়... (চিঞৰে)

অজয় : অবিনা...শ

অবিনাশ : অজয়....*(চিঞৰি, চিঞৰি অবিনাশ ভিতৰ সোমায়)*

*(আঁৰকাপোৰ উঠাৰ পিচত ক অংশত দেখা যায় অজয় আৰু অবিনাশে দুয়ো দুয়োৰে হাতত ধৰা ধৰিকৈ শক্তি পৰীক্ষাৰ খেল খেলে। পাঞ্জা খেল। এ সময়ত, খেলৰ সিদ্ধান্ত নোহোৱাকৈ, দুয়ো দুয়োৰে হাত এৰি দি সশব্দে হাঁহি দিয়ে আৰু দুয়ো দুয়োৰো পিঠিত পিঠিয়া পিঠিকৈ আউজি ভাগৰ পলুৱাই। কেই মুহূৰ্তমান এনেদৰে থকাৰ পিচত দুয়োটা পুনৰ প্ৰথমৰ দৰে বহে।)*

অবিনাশ : এই, পইচা আছে।?

অজয় : পইচা মই ক'ত পাম?

অবিনাশ : ডিঙিটো শুকাই গৈছে। চাহ একাপ ক'ৰবাত খাব লাগিছিল।

অজয় : শৰ্মাৰ দোকানৰ আগৰ ধাৰবোৰ মাৰিলি জানো ?

অবিনাশ : ব'ল শৰ্মাৰ দোকানলৈকে যাওঁ। ক'ম অহা মাহত আদায় দিম বুলি।

অজয় : মিছাকৈয়ে দুটা কথা শুনিবলৈ মই নাযাওঁ।

অবিনাশ : বাকী নিদিলে গোলমাল লগাই দিম ব'ল।

অজয় : তই যে কি আৰু! হাতত বাৰু পইচা এটাও থাকিব নাপায়নে? ঐ, থিক কথা এযাৰ মনত পৰিছে, আচ্ছা তই প্ৰেমত পৰিছিলি নহয়?

অবিনাশ : ঔ, কলেজত থাকোতে।

অজয় : কলেজত থাকোঁতে মানে? এতিয়া বাদ দিলি নেকি?

অবিনাশ : তই যে জানি শুনিও কথাবোৰ সোধ আৰু। মইতো কৈছোৱেই মীনাক্ষীয়ে মোক এতিয়াও



বিচাৰে, মোৰ সাহস হোৱা নাই। প্ৰেম কৰিবলৈকো অন্ততঃ নিশ্চিন্ত মন এটা লাগে অ'।

অজয় : মীনাক্ষীৰ বাপেকতো বেচ ধনী আৰু হাত থকা মানুহ!

অবিনাশ : অসুবিধা সেই খিনিতেই। শহুৰৰ অনুকম্পাতে সংসাৰ পাতো কেনেকৈ কচোন? মীনাক্ষীক ভাল পাওঁ আৰু ভাল পাওঁ, বচ, বিয়া এইচব বাজে কথা।

অজয় : মই কৈছোঁ তই বিয়া কৰা। মীনাক্ষীকে বিয়া কৰা। তোৰ ভাগ্য মুকলি হ'ব পাৰে। মোৰ কথা শুন— মীনাক্ষী মানীক্ষী সেই লাজকুৰীয়া লাহী ছোৱালীজনী সেই কন্দা কন্দা চকুহালি তাই ওৰণী-বাৰণি লৈ তোৰ ওচৰলৈ আহিব... তাই.... তাই.... তাই....

*(মঞ্চৰ 'গ' ভাগত পোহৰ পৰে। এটি সাধাৰণ কোঠা। এখন বিছনা, খণ্ডত মীনাক্ষীয়ে বাকচ, আলনা আদিৰ পৰা বস্তুবোৰ দলিয়াই দলিয়াই পেলায়। অবিনাশ সোমায় আহি কিছু সময় নিৰীক্ষণ কৰি মীনাৰ ফালে আগবাঢ়ি যায়।)*

অবিনাশ : মীনা, মীনা, কি হৈছে তোমাৰ? ঘৰৰ বস্তুবোৰ এনেদৰে দলিয়াইছা কিয়? *(মীনাক্ষীয়ে হুকহুকাই কান্দি বিছনাত পৰে। অবিনাশে কিছু সময় মীনালৈ চাই থাকি লাহে লাহে মীনাৰ ওচৰত বহে আৰু অতি মৰম লগাকৈ কয়)* মীনা তুমি কান্দিছা কিয়। কাৰ ওপৰত ইমান খং উঠিছে? মীনা! *(মীনাৰ গাত মৰমেৰে হাত থোৱাৰ লগে লগেই মীনাই ঠেলা মাৰি দিয়ে।)*

মীনাক্ষী : নুচুবা মোক। নাহিবা মোৰ ওচৰলৈ।

অবিনাশ : তোমাৰ কি হৈছে মীনা?

মীনাক্ষী : ক'তা কি হৈছে মোৰ? কি হ'ব পাৰে মোৰ মোৰ একো হোৱা নাই। তোমাৰ ওচৰত আছোঁ। যেতিয়া মোৰ কি হ'ব পাৰে?

অবিনাশ : তুমি কান্দিছা কিয়?

মীনা : *(অভিমানেৰে)* কান্দিছো? (বিক্ষুব্ধ হাঁহিৰে) হাঁহিছো। খুউব হাঁহিছো তোমাৰ ওচৰত থাকি মই কেনেকৈ কান্দিম? ধাৰ সধা মানুহ আহি ঘৰতে মোক অপমান কৰি যাব, মই নাহাঁহি থাকিম কিয়? ঘৰ ভাড়া দিব নোৱাৰাৰ কাৰণে ঘৰৰ মালিকে আহি মোক ৰঙা চকু দেখুৱাই ঘৰৰ পৰা ওলাই যাবলৈ ক'ব, মই নাহাঁহি থাকিব পাৰোনে? হাঁহা, তুমিও হাঁহা, হাঁহা... হাঁহা. হাঁহানা.. হাঁহা.. হাঁহা.. *(কান্দি দিয়ে)।*

অবিনাশ : মীনা! মীনা।

মীনা : হাঁহিছো নহয়, চোৱা মই খুব হাঁহিমে। আৰু হাঁহিম? হাঁহি আৰু? আৰু হাঁহিম? হাঁহিম? হাঁহি?

অবিনাশ : মীনা!

মীনা : নামাতিবা মোক। বিয়া কৰাই আনি তুমি মোক কি খুৱাইছা? কি পিন্ধাইছা? দেউতাই যাচি দিয়া চাকৰি কৰিবলৈ তোমাৰ পুৰুষত্বত আঘাত লাগিলে— অথচ কোলাৰ কেছুৱাক গাখীৰৰ টিন এটা আনি খুৱাবহি নোৱাৰা, সেইটোত পুৰুষত্বৰ মৰ্যাদা বাঢ়িল নহয়? ধাৰ সধা মানুহৰ অপমান সহ্য কৰি থাকি তোমাৰ পুৰুষত্বই গৰ্ব কৰিব পাৰে, মই নোৱাৰোঁ। মই অপমান বোধ কৰোঁ।

অবিনাশ : *(খঙেৰে)* মীনা তোমাৰ মুখ যথেষ্ট বাঢ়ি গৈছে।

মীনা : অ' এতিয়া মোৰ মুখ বাঢ়িছে! তোমাৰ আৰ্থিক অক্ষমতাক ঢাকিবৰ কাৰণে আনৰ ওচৰত তোমাৰ হৈ ওকালতি কৰিব লগা নোহোৱা হলে, মোৰো মুখ বন্ধ কৰি থোৱাত বিশেষ আপত্তি নাথাকিলহেঁতেন। দেউতাই যাচি দিয়া চাকৰিত তুমি দেউতাৰ অনুকম্পা দেখা পালা- আৰু এতিয়া ধুবি, মুছি নাপিত, দোকানীৰ অনুকম্পাত দিন কটাবলৈ তোমাৰ লাজ লগা নাই?

অবিনাশ : মই কৈছো তুমি মুখ বন্ধ কৰা।

মীনা : নকৰো, কব লগাখিনি মই কমেই।

অবিনাশ : তুমি পাগল হৈ গৈছা।

মীনা : আৰু কি হৈছোঁ? নোকোৱা কিয় আৰু কি হৈছোঁ মই? *(হাঁহি)* পাগল হৈছো! মই যদি পাগল হৈছোঁ তেনেহলে তাৰ বাবে দায়ী তুমি, তুমি। মোৰ কি মন নাযায়-মই মোৰ বাইদেউহঁতৰ দৰে সুখী, স্বচ্ছল সংসাৰ এখন পাতি হাঁহি ধেমালিৰে দিন কটাও? মোৰ জানো মন নাযায় মোৰ ল'ৰা ছোৱালীক মনৰ হেঁপাহেৰে খাবলৈ দিওঁ, পিন্ধিবলৈ দিওঁ, খেলিবলৈ দিও? মোৰ জানো মন নাযায় মোৰ বাইদেউহঁতৰ দৰেময়ো দেশ বিদেশত ভ্ৰমণ কৰো? মোৰ কি মন নাই.. মন নাই... মন...নাই... *(কান্দে।)*

অবিনাশ : *(কোমল মাতেৰে)* মীনা! (কান্দোন বেছি হয়) কপাল মীনা, কপাল; তোমাৰ কপাল, মোৰ কপাল, ইহঁত ল'ৰা-ছোৱালী কেইটাৰ কপাল।

মীনা : তোমাৰ খেয়ালি আৰু পুৰুষত্বৰ গৌৰৱৰ বাবে ল'ৰা-ছোৱালী কেইটাক জগৰীয়া নকৰিলেই মই ভাল পাম।

অবিনাশ : মীনা, দেউতাৰালৈ লিখিদিয়া মীনা, তেখেতে দিব খোজা চাকৰিটো মই ল'ম, ল'ম মীনা ল'ম মীনা..

*(মঞ্চ ক্ৰমাৎ আন্ধাৰ হৈ আহে। এক অশান্ত সঙ্গীত শুনা যায়। ক্ৰমাৎ পোহৰ পৰে মঞ্চৰ 'ক' ভাগত। দেখা যায় অবিনাশ অজয়ৰ ওচৰতে ঘাইঁনিত শুই আছে। অজয় বহি আছে।)*

অজয় : ওঁহো, বাদ দে।

অবিনাশ : কি বাদ দিব লাগে?

অজয় : নহয়, মানে, আৰে শহুৰৰ অনুকম্পাত তই চাকৰি লবি কিয়? নাই, নাই সেইটো কৰিবলৈ মই তোক দিব নোৱাৰোঁ।

অবিনাশ : কি হ'ল তোৰ?

অজয় : *(হঠাৎ সাৰ পোৱাৰ দৰে)* হু, অ', নাই , ধেৎ *(খিল খিলকৈ হাঁহি)* মোৰ ভাব হৈছিল, মীনাক্ষীৰ লগত তই সংসাৰ কৰিছ, কাজিয়া কৰিছ, যাঃ কি যে বাজে চিন্তা!

অবিনাশ : মীনাক্ষীক বিয়া কৰাব পৰা হ'লে বেয়া নাছিল, পিছে নোৱাৰিমগৈ। কম্প্ৰমাইজ কৰিব লগা হ'ব পাৰে, সম্ভব নহ'ব।

অজয় : ইমাৰ্জেঞ্চী ষ্টকত থকা বিড়ি দুটা আছে নহয়?

অবিনাশ : জুইশলাৰ যোগাৰ কৰচোন।

অজয় : তই এটা মস্ত বুৰ্বক অ, বিড়ি আনিলি অথচ জুইশলা নাই।



অবিনাশ : আঁঠুৰ বিষ উঠিছে, ব'ল যাওঁ।

অজয় : ক'লৈ?

অবিনাশ : কিনো কৰিবি ইয়াত? মিলিটেৰীয়ে এই ঠাই খনত কেম্প কৰি থাকি গ'ল অথচ বন্দুক এটা এৰি থৈ নগ'ল। বন্দুক এটা পোৱা হ'লে অন্ততঃ চিকাৰকে কৰিব পাৰিলোহেঁতেন।

অজয় : গাধ, তই এটা গাধ। বন্দুক পালেই চিকাৰ কৰিব পাৰিবিনেকি? গুলী ক'ত পাবি? এই যে এতিয়া বিড়ি আছে অথচ জুইশলা নাই। বন্দুক থাকিব অথচ ....ধেৎ, চব বাজে কাৰবাৰ!

অবিনাশ : কিবা ভাল লগা নাই। কিবা এটা কৰিবৰ মন গৈছে, কি যে কৰিবৰ মন গৈছে জানো। ঐ এটা কাম কৰোঁ-

অজয় : কি?

অবিনাশ : সৌ টিলাটোলৈ দৌৰো ব, চাওঁচোন একে কোবে উঠিব পাৰোনে নোৱাৰোঁ।

অজয় : ঐ, এটা কাম কৰোঁ-

অবিনাশ : কি?

অজয় : চিঞৰো ধৰ।

অবিনাশ : পাগল নেকি?

অজয় : আচ্ছা, তাহানি যে আমাৰ ইংৰাজী প্ৰফেচাৰ চৌধুৰী ছাৰে কোনোবা নাটকৰ পৰা গান এটা গাইছিল মনত আছে?

অবিনাশ : নাই।

অজয় : যাঃ তই বৰ dull অ, সেই যে-

We Swear to Release Thee from
Hunger
And Hardship,
From Things That Are Ugly And Common
And Mean;
The People Together Shall Build
A Great City
The Finest And Fairest that
Ever Was Seen

*(তাৰ পিচত গুণগুণাই সুৰ ধৰি গানটো গাবলৈ চেষ্টা কৰে)।*

অবিনাশ : এই সেই গানটো ? গা- না-

অজয় : গান ? মই কি গান গাব লাগে অ'?

অবিনাশ : সেই যে গানটো তোৰ ৰীতা বাইদেৱে গাইছিল----

অজয় : ৰীতা বাইদেৱেতো বহুত গানেই গাইছিল।

অবিনাশ : এৰা বহুত গানেই গাইছিল ৰীতা বাইদেৱে। অথচ এটা অতুলনীয় কণ্ঠ হঠাতে কিয় যে বন্ধ হৈ গ'ল। মোৰ এতিয়াও এনে লাগে যেন ৰীতা বাইদেৱে তোকে, মোকে সমুখত

বহুৱাই লৈ তানপুৰাখনত আঙুলি বুলাই বুলাই গাইছে— সজীৱ কৰিলোঁ স্বপ্ন আমাৰ সুৰৰ মায়াৰে মোৰ।

অজয় : মনে মনে থাক অবিনাশ, ৰীতা বাইদেউৰ কথা ক'লে মোৰ বুকুখন কঁপি উঠে।

অবিনাশ : তথাপি.... তথাপি এৰা অ' তই ৰীতা বাইদেউৰ ওচৰলৈ যা, হাজাৰ হওক ৰীতা বাইদেউতো অন্য দহজনী ছোৱালী হ'ব নোৱাৰে।

অজয় : মাজে মাজে তই ইমান চিৰিয়াছ কিয় যে হৈ যাৱ? ধেৎ মোৰ ভাল নালাগে।

অবিনাশ : মই ক'ব খুজিছোঁ.... তই ৰীতা বাইদেউৰ ওচৰলৈ যা, ভিনীহিয়েৰক এবাৰ কগৈ যে চাকৰি....

অজয় : চাকৰি ? ভিন্‌দেউৰ ওচৰত?

অবিনাশ : ৰীতা বাইদেউ! এটা বৰ কোমল, বৰ পৱিত্ৰ নাম। কি যেন এটা সুৰ মই শুনিছোঁ, -সজীৱ কৰিলো স্বপ্ন আমাৰ সুৰৰ মায়াৰে মোৰ। ৰীতা বাইদেৱে যেন, সঁচাকৈয়ে আমাৰ স্বপ্ন সজীৱ কৰিছে। যেন..... যেন...

(মঞ্চ ক্ৰমাৎ আন্ধাৰ হয়। লাহে লাহে পোহৰ পৰে মঞ্চৰ 'খ' ভাগত। এটি সুসজ্জিত কোঠা। এক আভিজাত্যৰ নিদৰ্শন কোঠাৰ চৌদিশে। দেখা যায় চুচক চামাক কৰি অজয় ইফালে সিফালে চাই আছে। কিছু সময় মঞ্চত অজয় অকলে। ভিতৰৰ পৰা সম্পূৰ্ণ আধুনিক সজ্জাৰে সজ্জিতা হৈ ৰীতা বাইদেউ সোমাই আহে।

অজয় : *(ৰীতা বাইদেউক দেখি)* নমস্কাৰ, মই মানে ৰীতা বাইদেউক...

ৰীতা : অজয়!

অজয় : ৰীতা বাইদেউ— তই!

ৰীতা : হঠাৎ আজি তই কিয় আহিলি অজয়?

অজয় : তই? তই সঁচাকৈয়ে জানো ৰীতা বাইদেউ?

ৰীতা : *(খিল খিলাই হাঁহি)* চিনি পোৱাত অসুবিধা হৈছে নহয়? তোক কিন্তু মই ঠিক চিনি পালোঁ। তই বাৰান্দাত থিয় হওঁতেই মোৰ সিটো কোঠাৰ আয়নাত তোৰ মুখখন দেখিয়েই বাহাদুৰক ক'লোঁ— যা বাবুক আনি একদম কোঠাত বহিবলৈ দে হি ।

অজয় : *(নিজে নিজে কোৱাৰ দৰে)* ৰীতা বাইদেউ!

ৰীতা : তই আহিবি বুলি কিন্তু ভবা নাছিলো। তইতো মোৰ সংসাৰ চাবলৈ কাহানিও অহাৰ কথা নাছিল, তইতো ইয়ালৈ কাহানিও অহাৰ কথা নাছিল, তইতো মোৰ এই ৰূপত কাহানিও দেখাৰ কথা নাছিল। তই জানোঁ মোৰ এই সাজ-সজ্জা কেতিয়াবা দেখাৰ কথা আছিল? সঁচাকৈয়ে তই মোক চিনি পোৱা নাছিলি নহয়?

অজয় : *(নিজৰ অজ্ঞাতে কথা কেইটা এটা এটাকৈ ওলাব)* মুখত এই ঘৰ্মাক্ত প্ৰলেপ, চকুৰ পতাত সাগৰৰ নীলাভ, চেলাউৰিত তুলিকাৰ টান, ওঠত ৰঙা জবাৰ ৰং অঙ্গে অঙ্গে ইমান অলঙ্কাৰ, দেহত কি অতুলনীয় আৱৰণ তই, তই মোৰ ৰীতা বাইদেউ কেনেকৈ হ'বি? মোৰ ৰীতা বাইদেই কিয় হ'বি? নাই নাই তই ৰীতা বাইদেউ হ'ব নোৱাৰে, তই ৰীতা বাইদেউ কেতিয়াও হব নোৱাৰ। কি যেন .... কি যেন ৰীতা বাইদেউ..!

ৰীতা : *(আকৌ হাঁহি)* তোৰ ভাল লগা নাই? ভাল লগা নাই মোৰ এই প্ৰাসাদোপম অট্টালিকা দেখি? তোৰ ভাল লগা নাই মোৰ মুখৰ প্ৰতিটো আদেশ পালনৰ বাবে সভয়ে প্ৰস্তুত হৈ বৈ থকা ইমানবোৰ লগুৱা লিকচৌ দেখি? মোৰ ভোগ, মোৰ বিলাস, মোৰ প্ৰাচুৰ্যই তোৰ হৃদয় মন ভৰাই তোলা নাই? মই যে তোৰ বাইদেউ, তই যে মোৰ ভাই বৰ মৰমৰ ভাই অজয়— মই কিমান সুখী, মই কিমান সুখী কিমান—

(টেলিফোন বাজে)

ৰীতা : *(ৰিচিভাৰ তুলিলৈ)* হেল্ল',তুমি ৰৈ আছা নেকি? ... কি? .. মোৰতো হৈ গ'ল... কি যে কোৱা... ধেৎ.... মই একদম ৰেডী আছোঁ। প্লীজ .. খং নকৰিবা না... ইস তুমি তেনেকৈ ক'লে মই মৰি যাম ভাই... জাষ্ট এ মিনিট.... কি গাড়ী? না... সেইখন গাড়ী নিনিও- —ধেৎ ইমান ডাঙৰ গাড়ীখন ভাল নালাগে। কি? .. যা.. দুষ্ট! ও.. বাই ... *(ৰিচিভাৰ থয়..)* ভিনদেউৰে ফোন কৰিছিল অ'। এটা আৰ্জেণ্ট এনগেজমেণ্ট আছে তেওঁ বোলে ৰৈ আছে, অকনমান দেৰি হোৱা হ'লেই তোক আজি লগ নাপালোহেঁতেন. মই ঠিক যাবলৈ ওলাইছিলোৱেই. তই আজি থাকিবি নহয়?

অজয় : (হাঁহি) মোৰ কাপোৰৰ ধূলি লাগি তোৰ ঘৰৰ চকী মেজবোৰ লেতেৰা হ'ব পাৰে বুজিছ আৰু.... আৰু কি জান? মই যি জনী ৰীতা বাইদেউক লগ পাবলৈ আহিছিলোঁ সেই জনীতো তই নহয়। মই কাৰ ওচৰত থাকিম?

ৰীতা : অজয়!

অজয় : সেই যে এটা গান *(সজীৱ কৰিলো স্বপ্ন আমাৰ...)*

ৰীতা : নাই নাই সেইবোৰ কথা মোক নুসুধিবি অজয়। গান মই পাহৰিলোঁ। বৰ হাঁহি উঠে বুজিছ। কি যে পাগলৰ দৰে এদিন মই গান গাইছিলো। বুৰ্বকৰ দৰে মানুহবোৰে মোৰ মুখলৈ চাই চাই মোৰ গান শুনিছিল; এইটো বাৰু এটা কথা হ'লনে কচোন? মই এতিয়া বুজি পাইছোঁ অজয়— গান -চান এইবিলাকৰ কোনো অৰ্থ নাই। এইবিলাক খাবলৈ নোপোৱা অথচ ভেম এৰিব নোখোজা মধ্যবিত্তৰ বিলাস। কি হ'ব গান গায়? নাই, নাই মোৰ আজি কোনো স্বপ্ন নাই, সুৰৰ মায়া নাই, মোৰ একো নাই মোৰ একো নাই অজয় মোৰ.... মই বাৰু নিঃস্ব নেকি অঁ? অজয়- *(অজয়ৰ চকু অদূৰত থকা এক'ৰিয়ামটোত আৱদ্ধ)* কি চাইছ, তেনেকৈ তন্ময় হৈ -- কি চাই আছ অজয়?

অজয় : *(চক খাই উঠে)* হু, নাই মানে মানে— ৰীতা বাইদেউ —তই যে আচলতে কোন, তই-তই যে মানে তোৰ নাম যে কেতিয়াবা..........

ৰীতা : *(হাঁহি দিয়ে)* সেইফালে কি চাইছিলি? সৌ এক' ৰিয়ামটো? বহু টকা খৰছ কৰি সজোৱা এই এক'ৰিয়ামটো চাই তোৰ ভাল লাগিছে নহয়? চা না এইখিনি সাগৰীয়া মাছ, সিহঁতে ইয়াত কি পোৱা নাই বাৰু? সিহঁতেতো ইয়াতো নাচি ফুৰিছে। সিহঁতে ইয়াতো বহুত কিবাকিবি পাইছে। কিন্তু... কিন্তু অজয় সাগৰ পোৱা নাই আৰু, আৰু এই সুনিৰ্মিত অট্টালিকাত, এই এক'ৰিয়ামত মই, ময়ো বন্দী অজয়, ময়ো বন্দী।

অজয় : ৰীতা বাইদেউ!

ৰীতা : ৰীতা বাইদেউ! সঁচাকৈয়ে সঁচাকৈয়ে তই মোক ৰীতা বাইদেউ বুলি মাতিছ? কিন্তু মই জানো তোৰ ৰীতা বাইদেউ? ঘৰত বোৱা সাধাৰণ কপাহী মেখেলা চাদৰ পিন্ধি হাতত

তানপুৰা লৈ সুৰেৰে সহস্ৰ দৰ্শকক অবাক কৰি যোৱা সেইজনী ৰীতা বাইদেউ মই হয় জানো অজয়? (পাগলৰ দৰে হাঁহি) কিমান যে হাঁহি উঠে সেইবোৰ কথা মনত পৰিলে! তোৰ হাঁহি নুঠে? অজয়, আজি মই পত্নী, মোৰ স্বামীয়ে তোৰ ভিনিহিয়েৰে কি চাকৰি কৰে জান? নাই, ক'ত জানিবি তই! ইমান গুণী ইমান দূৰদৰ্শী— তোৰ ভিনিহিয়েৰ! চা-চোন চাকৰিৰ মাত্ৰ সাতোটা বছৰতে লক্ষ টকাৰ অধিকাৰী হ'ব পাৰিলে। পাৰিবি তেনেকুৱাকৈ চাকৰি কৰিব?

অজয় : বাইদেউ!

ৰীতা : চা, চা, অজয়,এয়া এপদ এপদকৈ মই তোৰ আগত মোৰ শৰীৰৰ সমস্ত অলঙ্কাৰ, সমস্ত আভৰণ খুলি দিওঁ চা, তোৰ ৰীতা বাইদেউক বিচাৰি চা, চা-না, চা, চা নাচাৰ কিয় চা *(এফালৰ পৰা গাৰ অলঙ্কাৰ আৰু খহাই যায়)*

অজয় : *(চিঞৰি)* বাইদেউ!

ৰীতা : নাপাৰ, তই আৰু তোৰ সেই ৰীতা বাইদেউক বিচাৰি নাপাৰ। এইফালে আহ, মোৰ ওচৰলৈ আহ, আহচোন। (Iron safe খোলে ) এইবোৰ কি দেখিছ? চা, চাচোন এইবোৰ মোৰ অলঙ্কাৰ। ভিনিহিয়েৰৰ মোলৈ কিমান মৰম! চা চুই চা আৰু, আৰু এইবোৰ চা, টকা। ইমান টকা দেখিছিলি কেতিয়াবা? স্কুলৰ শিক্ষক দেউতাক সমগ্ৰ জীৱনত ইয়াৰ সিকি ভাগো উপাৰ্জন কৰিব পাৰিছিলনে বাৰু? চা না কিমানবোৰ টকা। (হাঁহি) কি ভাবিছ? ব্লেক মানি বুলি তই ছাগে বুজিছই নহয়? যিহকে ভাব ভাব। এইবোৰ কিন্তু আমাৰ নিজা টকা কিমান সুন্দৰ চাকৰি কৰে তোৰ ভিনিহিয়েৰে। চা চোন চুই চা, না কি হ'ল? এইজনী পখিলা। কেনেকৈয়ে ইয়াত সোমালহি জানো! মৰি থাকিল দে হি! টকাৰ হেঁচাতেই মৰিল নেকি বাৰু? আয়ে দেহি! অজয়, লাগে তোক টকা? দেউতাক নকবি কিন্তু। দেউতাই জানে- এইবোৰ চব বেয়া টকা বুলি, মাষ্টৰ মানুহ নহয়— জীৱনটো বৈদিক যুগতে ৰাখিব খোজে! চুই চা না... *(অজয় লাহেকৈ হাত সুমুৱাই* Case Box *ৰ পৰা পিস্তল এটা উলিয়াই আনে। গুলিও আনি ভৰায়)* আৰে-. তই তই পিস্তলটো লৈছ কিয়?

অজয় : কাৰণ তই জীয়াই থকাতো মই নিবিচাৰোঁ।

ৰীতা : *(চিঞৰি)* অজয়!

*(হঠাৎ মঞ্চ আন্ধাৰ হৈ পৰে। লগে লগে অবিনাশে চিঞৰি দিয়ে- "অজয়! অজয়! 'ক' অংশত পোহৰ পৰাৰ লগে লগে দেখা যায় - অজয় অবিনাশৰ ওচৰত শুই আছে। টোপনি।)*

অবিনাশ : *(অজয়ৰ গাত হেচুকি দিয়ে)* অজয়, পিস্তল পিস্তল-

অজয় : *(সাৰ পায়)* হু, *(ঘপকৈ উঠে)* পিস্তল?

অবিনাশ : পিস্তল!

অজয় : ঐ, কি হ'ল?

অবিনাশ : হু ? তই, ধেৎ মোৰ আৰু' কি হ'ল? কি যে হ'ল? কি যে এক অদ্ভুত বিকৃত চিন্তাই মোৰ মগজুত গোলমাল লগাইছিল। তই যেন ৰীতা বাইদেউৰ...... যেন পিস্তলেৰে... ধুইত...।

অজয় : পাগল। অকনমান শুই থাক ঐ। ভাল লাগিব।



অবিনাশ : শুবলৈ মন গৈছে শুই থাক। মই কিন্তু এতিয়া দৌৰিমহে।

অজয় : কি ?

অবিনাশ : উঠ, আমি চিঞৰো ধৰ।

অজয় : পাগল হৈছ নেকি তই?

অবিনাশ : ভাল মানুহ হৈ দেখোন বহুত দিন থাকিলি, দেচোন, এতিয়া অলপ পাগলামিকে কৰোঁ। *(কথা কৈ কৈ অবিনাশ উঠে আৰু দুই এখোজ ইফাল-সিফাল কৰে।)*

অজয় : কেনি যাৰ?

অবিনাশ : হুঁ, (আকৌ অজয়ৰ ওচৰত আহি বহেহি) কেনি যাম? এৰা কেনি যে যাম? ঐ মোৰ বুকুখনত হাত দি চা চোন!

অজয় : কি হৈছে?

অবিনাশ : কব নোৱাৰোঁ। কিবা বিষ বিষ অনুভব কৰিছোঁ। তই কান্দিব পাৰ?

অজয় : নোৱাৰোঁ।

অবিনাশ : ময়ো নোৱাৰোঁ। কিন্তু চিঞৰি চিঞৰি কান্দিব পৰা হ'লে বেয়া নাছিল কিজানি। কিযে কৰো, কেনি যে যাওঁ মন গৈছে গাৱঁৰ ঘৰলৈ গুচি যাওঁগৈ।

অজয় : গাৱঁৰ ঘৰলৈ গৈ কি কৰিবি!

অবিনাশ : সেই একেই কথা- কি কৰিবি, কি কৰিবি, কি কৰিবি। দেউতাই সুধিব- পঢ়াশুনা শেষ কৰিলি— এতিয়া তই কি কৰিম বুলি ভাবিছ, গাৱঁৰ মানুহে আহি সুধিব— ইমান পঢ়াশুনা কৰি আহিছ বোপাই, এতিয়া কি কৰিবি পিছে? গাৱঁত সৰুতেই এৰি অহা লগৰ সোপাই সুধিব— হেৰ, এতিয়া কি কৰিবি? সেই একে কথা, সেই একেই কথা— কি এতিয়া কি কৰিবি, কি কৰিবি, কি কৰিবি। একো নকৰো, মই একো কৰিবলৈ নিবিচাৰোঁ, মই একোৱেই নকৰোঁ কাৰণ মোৰ কৰাৰ বাট তোমালোকে বন্ধ কৰি দিছ।

অজয় : অবিনাশ! তই খং কৰিছ?

অবিনাশ : তই ক- তই কিয় পঢ়িছিলি? তই ক মাৰৰ কাণৰ ডিঙিৰ অলঙ্কাৰ বন্ধকত থৈ মাটি বেচি কিয় ডিগ্ৰী লবলৈ আহিছিলি? তই কি পাইছ, তই কি পাবলৈ আশা কৰিব পাৰ?

অজয় : পাবি অবিনাশ, সকলো পাবি।

অবিনাশ : *(ব্যঙ্গ সুৰত)* পাবি অবিনাশ সকলো পাবি। তোৰ মুৰ পাম। তোৰ মোমায়েৰে বৰ (sincere) হৈ চাকৰি কৰি বুৰক্ৰেট আঁতৰাবলৈ উঠি পৰি লাগিছিল। কি হ'ল? কি হ'ল পিচত? কিয় নিজেই চাকৰি ইস্তফা দিব লগা হ'ল? কিয় দিব লগা হ'ল? নকৰ কেলেই কিয় কাম ৰিজাইন দিব লগা হ'ল? তোৰ সন্মুখত সৌবোৰ চাৰিশ পাঁচশ টকাৰ চাকৰিয়ালৰ প্ৰকাণ্ড দালান কেনেকৈ উঠিছে সেই খবৰ তইঁতে লোৱা নাই কিয়? ক, উত্তৰ দে, হাঁ কৰি মুখ মেলি কি চাই আছ? *(ব্যঙ্গ সুৰে)* পাবি অবিনাশ সকলো পাবি! নিলৰ্জ! নপুংসক!

অজয় : মুৰ ঠাণ্ডা কৰ অবিনাশ। মোৰ ওপৰত খং কৰি তোৰ কি হ'ব কচোন!

অবিনাশ : কাৰণ তোৰ এতিয়াও খং উঠা নাই কাৰণ তই অপদাৰ্থ, কাৰণ তোৰ শৰীৰত যৌৱনৰ আচল তেজ নাই, কাৰণ তই ধৈৰ্য ধৰাৰ নিলৰ্জ উপদেশ দিয়।

অজয় : তয়ো মোৰ ওচৰত তোৰ যৌৱনৰ বাহাৰ দেখুৱাব খোজ অবিনাশ। তোৰ দদায়েৰে যেতিয়া

তেওঁৰ সোঁতৰ বছৰীয়া ছোৱালীজনী দুকঠা মাটী বন্ধকৰ পৰা মোকলোৱাৰ আশাত দুকুৰি বছৰীয়া সেই ঠিকাদাৰ জনলৈ বিয়া দিছিল তেতিয়া তোৰ ডেকা মানুহটোৱে তাক বন্ধ কৰিবৰ কাৰণে কি কৰিছিলনো? লেকচাৰ মাৰ! *(চিঞৰি চিঞৰি খঙেৰে)* মই কৈছোঁ তই ভীৰু, মই কৈছোঁ তই কাপুৰুষ, মই কৈছোঁ তই নিবীর্য্য। তই ভণ্ড, তই (হঠাৎ অবিনাশ আগবাঢ়ি আহে আৰু অজয়ৰ ডিঙিটোত খামুচি ধৰে।)

অবিনাশ : তই.. তই... *(অজয়ে গোঁ গোঁৱাবলৈ ধৰে আৰু হঠাৎ অবিনাশে অজয়ৰ ডিঙিটো এৰি দিয়ে)* অজয়!

অজয় : অবিনাশ ! (দুয়োটাই দুয়োটাকে সাবতি ধৰে। দুয়োটাৰে চকুত চকুপানী)

অবিনাশ : *(বৰ কোমল সুৰে)* আমাৰ কি হৈছে অজয়? কিবা যেন... কিবা যেন...যেন..।

অজয় : আহ অবিনাশ বহহি। বৰ ভাগৰ লাগিছে। *(অবিনাশ বহে)* সৌ সূৰ্যটো চা লাহে লাহে ডুবি গৈছে। ইয়াৰ পিচত আন্ধাৰ নামিব ৰাতি হ'ব, তাৰ পিচত? সূৰ্য আক' ওলাব। আক' এটা পুৱা আহিব, এটা নতুন পুৱা এটা নতুন দিন, এটা নতুন সূর্য। কিন্তু তাৰ আগতে ৰাতি হ'ব আন্ধাৰ হ'ব আৰু .. আৰু হয়তো..।

অবিনাশ : ধুমুহা হ'ব চাইক্লোন হ'ব, বিজুলী মাৰিব, বজ্ৰপাত পৰিব, বৰষুণ হ'ব বানপানী হ'ব মানুহ মৰিব, অজস্ৰ মানুহ উটি যাব, এটা প্ৰচণ্ড জোকাৰণিয়ে পৃথিৱী তল ওপৰ কৰিব, এটা প্ৰচণ্ড আঘাতে বহু পাহাৰৰ শিখৰ ভাঙি চিঙি চূৰ্ণ কৰিব, এটা প্ৰচণ্ড আক্ৰোশে সমগ্ৰ জীৱিত কণ্ঠক উন্মাদ কৰিব, হয়তো পৃথিৱীয়ে ৰক্তস্নান কৰিব হয়তো পৃথিৱীত আৰ্তপ্ৰাণৰ চকুলোৱে বন্যা তুলিব, হয়তো আমাৰ মৃত্যু হ'ব হয়তো আমাৰ জন্ম হ'ব। তাৰ পিচত, তাৰ পিচত এটা নতুন পুৱা এটা নতুন সূর্য জীৱন এটা নতুন স্পন্দন এটা নতুন স্পন্দন..স্পন্দন। *(অবিনাশ লাহে লাহে বহি পৰে আৰু অজয়ৰ কোলাতে মূৰ দি শুই পৰে। কিছু সময় নীৰৱ এটি বিশৃঙ্খল সঙ্গীতৰ সুৰ বাজি থাকে।)*

অজয় : *(উঠি)* কেনি যাৱ?

অবিনাশ : সৌ টিলাটোৰ ফালে।

অজয় - মোৰ ভাগৰ লাগিছে নাযাওঁ।

অবিনাশ : ধুইত, *(অবিনাশ সোমায় যায়। অজয় ইফালে সিফালে চাই প্ৰথম দৃশ্যত পেলাই দিয়া হাড় দাল আক' বুটলি লয়। এবাৰ নাকৰ ওচৰলৈ নি শুঙি চায়। মুখখন কিবা কৰি পেলাই-তাৰ পিচত হাড় ডাল ওপৰলৈ মাৰি পঠিয়াই আৰু আকৌ থাপ মাৰি ধৰে। আকৌ এবাৰ দলিয়াই দিয়ে। এনেতে ভিতৰৰ পৰা অবিনাশে চিঞৰে।)*

অবিনাশ : *(দূৰৰ পৰা)* অজয়, অ- অজয়...

অজয় : *(হাত দুখন মুখৰ ওচৰলৈ নি)* অবিনাশ...

অবিনাশ : অ জ য়

অজয় : অ-বি-না-শ

অবিনাশ : *(চিঞৰি অথচ স্পষ্টকৈ)* আমাক কিবা এটা কৰিবলৈ লাগে।

অজয় : লা-গে *(অবিনাশ দূৰৰ পৰা হাঁহে) অজয়েও হাঁহে।)*

অজয় : আমাক কিবা কৰিবলৈ লাগে-



*('লাগে' শব্দটিত জোৰ দি দীঘলীয়াকৈ ক'ব)*

অবিনাশ - *(ভিতৰৰ পৰা হঠাৎ কিবা এটা আকাঙ্খিত বস্তু হেৰাই পোৱাৰ আনন্দৰে)* অজয়, অজয় পাইছোঁ পাইছোঁ, *(অজয়ে কৌতুহলেৰে চাই থাকে। কিছু সময়ৰ পিচত অবিনাশ ওলাই আহে। হাতত এটা পুৰণা মামৰে ধৰা বন্দুক।)*

অজয় : কি, কি, পালি?

অবিনাশ : এটি পুতি থোৱা পুৰণা বন্দুক।

অজয় : ধুইত্!

অবিনাশ : হ'ব চাফা কৰি ল'ম, হ'ব বুজিছ হ'ব দে..

অজয় : কি হ'ব হ'ব কৰিছ, কি দাল হ'ব?

অবিনাশ : আঁখৰা। আঁখোৰাটো অন্ততঃ হ'ব দে চোন। চা, চা চোন।

অজয় : *(বন্দুকটো চুই)* আঁখৰা! এই আঁখৰা হ'ব আমাৰ জাতীয় জড়তাক ধ্বংশ কৰাৰ আঁখৰা আমাৰ ক্লীবত্বক ধ্বংশ কৰাৰ আঁখৰা, তোৰ মোৰ আমাৰ জীৱনক জীৱন কৰাৰ আঁখৰা

**সমাপ্ত**

# জৰৌৰৌৱা পৰজা

## মুনীন ভূঞা



## চৰিত্ৰাৱলী

ককা. পৰ্ঘু. হলধৰ. কাৰ্ফাই. কতপা. ভৃগু. ৰাঘ. গাঁওবুঢ়া. বিষয়া. এগৰাকী তিৰোতা.
প্ৰথম তিৰোতা. দ্বিতীয় তিৰোতা. ৰুক্মিণী. টেকেলা. কাঠকটীয়া. কাঠবৰুৱা.
চৰিয়া. বৰা. বৰফুকন. লক্ষ্মীসিংহ. ন- ফুকন. বুঢ়াগোহাঞি.
ফুকন বুঢ়াগোহাঁই. বৰবৰুৱা. বিষয়াসকল.



### দৃশ্য—১

ককাই তামোল খুন্দি থাকিব, নাতিনীয়েক পৰ্ঘুৱে ধনু চাঁচি থাকিব।

ককা : বাউসীত মঙহৰ চপৰা। কলাফুলত মঙহৰ চপৰা। মতগজ পাহোৱাল ডেকাটো হ'লি। থুঁতৰিতো দাড়ি বিৰিঙিলে।

পৰ্ঘু : অই ককা, তোৰ পৰকতি লৰিছে নেকি? যিহকে পাই তাকে বলকিছ কিয়?

ককা : শুন ঐ পৰ্ঘু, মোৰ পৰকতি লৰা নাই । তোৰ ভালক চিন্তিহে কৈছোঁ।

পৰ্ঘু : পোনাই ক কি ক'ব খুজিছ?

ককা : ইমানদিন বনৰীয়া চৰাইৰ পাচত ধেনু লৈ ফুৰিলি, মাছ মাৰিলি নাও বালি, ভাওনা-সবাহ কৰিলি, বাপেৰৰ লগত পথাৰত হালৰ মুঠিত ধৰিলি। এতিয়া পাঁচঠৰীয়া ডাঙৰী আনিব পৰাটো হ'লিহি। বনৰীয়া চৰাইৰ দৰে মুকলি মনেৰে ফুৰিব পাৰিছিলি, এতিয়া সেই দিন গ'ল ।

পৰ্ঘু : কেলেই?

ককা : তোৰ নাম পাইকত পৰিছে।

পৰ্ঘু : অ' সময় পৰিলেই নেকি?

ককা : *(মুখত খুন্দা তামোল সুমুৱাই)* নাজান নেকি পাঁচ কম একুৰি বছৰ হ'লে পাইকত নাম সোমায়? আমাৰ বৰাই বাপেৰক কৈ পঠাইছে। তহঁত উঠি অহা ডেকাখিনিক লৈ নতুন পাইক গোটকেইটা হয় কৰিব। পিছে পাইক হ'লে পাল পাতি ৰজা বিষয়াৰ ঘৰত গা খাটি দিব লাগিব নহয়? গতিকে বাপেৰে তোৰ গোনা ম'হৰ স্বভাৱ এৰিবলৈ কৈছে।

পৰ্ঘু : কি গোনা ম'হৰ স্বভাৱ দেখিলি তহঁতে?

ককা : ৰজাৰ ঘৰত বা বিষয়াৰ ঘৰত বাপেৰৰ ঘৰৰ দৰে কোনজনী মাৰে আদৰ-সাদৰ কৰিব। কথাই কথাই হুটা মাত মাতিলে চাওদাঙৰ কাষ পাবগৈ লাগিব চাবি। কাঁড়ী পাইকৰ ল'ৰা কাঁড়ী পাইকেই হ'বি। গেবাৰি খাটিবলৈ জনম লৈছ যেতিয়া ডাঙৰীয়াৰ খাত-পামত খেতি কৰিবি, ক'ৰবাত আলি-পদূলি বন্ধাব লাগে, লৈ যাব, যাবি, পুখুৰী বন্ধাব লাগে যাবি। আকৌ যুঁজ-বাগৰ আছেই, নাও চলাবলৈ দিলে নাও চলাবি। যাঠি মাৰিবলৈ দিলে যাঠি মাৰিবি। তইতো ধনুৰ্দ্ধৰেই। সেই বিদ্যাৰ কথা নকওঁৱেই, আৰু চাৰি মাহৰ পাচত তোৰ পাল শেষ হ'লে তই গুচি আহিবি। তোৰ পাইক গোটৰ আন এটা যাব। বাপেৰক পাল মাৰিবলৈ যোৱা দেখা নাই? অই গোনা ম'হ।
*(ধেনু চোঁচাত ব্যস্ত নাতিনীয়েকক হাতৰ লাখুটিডালেৰে দুখ নোপোৱাকৈ খোঁচমাৰি দিয়ে।)*

পৰ্ঘু : দেখিছোঁ নহয়। পাইকৰ ল'ৰাক এইবোৰ শিকাব লাগে নেকি?

ককা : অ' তেনেকৈ আমিও গৈছিলোঁ।? *(ককা বহাৰ পৰা উঠিল)* আমাৰ দিনত যেনিবা চাৰিমহীয়া পাল নাছিল। তিনিমহীয়াহে আছিল। কেইখন ৰণ কৰিলোঁ। সেই বোৰ দিনৰ

কথা মনত পৰিলেই এতিয়াও গা উঠে। গোটেই মুলুকৰ ৰণুৱাবোৰ গোটাই আনি বৰ পথাৰত গোট খুৱাব। বৰ বৰ কেৰাহীত ভাত সিজোৱাই ভাত সিজাব। বৰ বৰ নগা ঢাৰিত ভাত মেলি দি ৰ'দত শুকুৱাওঁতাই ৰ'দত শুকুৱাব। টোপোলা কৰোতাই আকৌ শুকান ভাতকে টোপোলা কৰি কৰি বান্ধিব। টোপোলা ভাত ৰণলৈ লৈ নগ'লে কোনজনী মাৰে ৰণৰ পথাৰত চাউল সিজাই খুৱাব এই গোমোঠা।

*( লাখুটিডালেৰে পৰ্ঘুক আকৌ খুঁচে)*

পৰ্ঘু : কৈ যা, কৈ যা।

ককা : শুন, শুন গোটেই মুলুকৰ ৰণুৱা সেনাই মিলি দিনত ৰণৰ আখৰা কৰিব। কি চাবা সেই কেইটা দিন। কিৰিলিৰ কোবত বনৰ চৰাই চিৰিকটি পলাই ফাট মাৰে।

পৰ্ঘু : আৰু কি কৰ?

ককা : ধেনু চোঁচাই ধেনু চুঁচিব, গুণ দিয়াই গুণ দিব, বিহিয়া সোণোৱালে গোপনে বিহ পকাই কাঁড়ৰ আগত বিহ দিব। পিছে ৰণৰ আগৰ পৰা বিধে বিধে ভগোৱা খেলে সেইবোৰ বছৰটো যোগায়ে থাকে। হ'লেও সেই সময়তে বছা বছাখিনিহে একলগ হয়। সেই কেইদিন দিন-ৰাতিৰ ছেদভেদ নাথাকে অ' বোপাই। জোঁৰ লগাই ৰাতি ৰাতি আখৰা চলে। ৰুদ্ৰসিংহ স্বৰ্গদেউৰ দিনত বঙালৰ দেশ লওঁগৈ বুলি গুৱাহাটী পাইছিলগৈ বুজিছ। *( যুঁজৰ কথা কওঁতে গা উঠাত কঁকালত দুখ পালে।)* স্বৰ্গদেউ স্বৰ্গী হোৱাতহে ঘূৰি আহিলোঁ। সেইবোৰ বাৰু বাদ। শুন, বাপেৰে কৈছে বৰাদেৰক ভাৰ ভেটি দি পাইকৰ পৰা নাম কটাই তোক চমুৱাৰ শাৰীত সুমুৱাই দিব। তেতিয়াহে বোলে বাপেৰে বেপাৰত ধৰিব পাৰে বোলে। যোৰাবাৰ দুটামান ধান পাইছিল বোলে। পিছে খেতিও কৰিব লাগে, পালো মাৰিব লাগে, গতিকে মুকলিমূৰীয়াকৈ বেপাৰত ধৰে ক'ৰ পৰা? শুনিছনে নাই? এই কি ভাবিছ?

পৰ্ঘু : ভাবিবলৈ কিটো আছে, যি ভাল দেখ কৰ।

*(ধেনুখন সাজি উঠি কাঁড় টোৱাই চায়। ভাওনাৰ যুঁজৰ নাচ দুবিধমান নাচে মুখেৰে খোলৰ বোল গাই থাকে। ককাকেও লাঠিডালকে ধেনু কৰি যুঁজৰ ভাও দিয়ে। পৰ্ঘুৱে নাচৰ শেষত ধেনুখন টোৱাই দূৰলৈ কাঁড় মাৰি পঠায়।)*

## দৃশ্য--২

কাৰ্ফাইয়ে মাটি ভাঙি 'আছে, লগত দুই পুতেক। হলধৰে ৰজাৰ ঘৰত পাল মাৰি ঘূৰি আহিছে। পিঠিত টোপোলা এটা।

হলধৰ : *(দূৰৈৰ পৰা)* কি অ' - ককাই? মাটি ভাঙিছ? বোলো মাটি ভাঙিছ নেকি?

কাৰ্ফাই : কোন অ' সেইটো ?

হলধৰ : হেৰ' এইকিটা দিনতে চিনি নোপোৱা হ'লিনে?



কাৰ্ফাই : হলধৰ নেকি? চাওঁ ৰ'বিচোন ৰ'বি। হেৰৌ চাৰি মাহ দেখাই নাই। কেনেকৈনো জানো তই আহি ওলাবি বুলি। আহচোন আহ।

হলধৰ : ৰবি গৈছোঁ।

*(হলধৰ সোমাই আহে। দুয়ো বহে । কাৰ্ফায়ে হাঁচটিৰ পৰা তামোল-পাণ উলিয়াই কাটিবলৈ ধৰে।)*

কাৰ্ফাই : তোৰ পাল শেষ হ'ল ক'বই পৰা নাছিলোঁ পাই । তই গড়গাঁও পালিগৈ বোলে।

হলধৰ : নকবি বুজিছনে। তিতা-কেঁহা লাগিছে।

কাৰ্ফাই : সেইবোৰ চিন্তি কি লাভ? কাঁড়ী পাইক হৈ জনম ল'লি যেতিয়া বিষয়াৰ পামত গেবাৰি খাটিবই লাগিব, আকৌ লাগক যুদ্ধ। মূল দেৱাল তোলক। হাতত ধেনু লৈ যা যুঁজলৈ। বঙালৰ স'তে যুঁজ আজিকালি নোহোৱা হ'ল কাৰণেহে।

হলধৰ : তই পিছে মগলু দেশলৈ ভাল লতা কাটি ৰণলৈ গৈছিলি। সেইবাৰ নাখাই-নব'ই শুকাই খীণাই তেনেই চেপেটা লাগিহে ঘৰ পালিহি।

কাৰ্ফাই : নক'বি, সেইবাৰ ইজনক যুঁজৰ ভাৰ দিয়ে নাযায়। সিজনক ভাৰ দিয়ে অসুখ হয়। আমি আকৌ কাঁড়ী পাইকমখাৰ ক'ত উদ্ধাৰ আছে। যা, ফুকনে যি কয় তাকে কৰিবলৈ। হাবি কাটি বাট উলিয়াই নাপাওঁহে নাপাওঁ। কমখন কাঁড়ী পাইক নাখাই নব'ই মৰিললে।

হলধৰ : এতিয়া ক, নদীৰ পাৰত নতুনকৈ যে মাটি ভাঙিছ কি লগাবি?

কাৰ্ফাই : এ লগাবিনো কি আৰু? মাহ গোটাদিয়েক, কচু আৰু ধোঁৱাপাত।

হলধৰ : ধোঁৱাপাত?

কাৰ্ফাই : এৰা অ'-- ল'ৰাটো যোৰাবাৰ বেপাৰলৈ যাওঁতে ধোঁৱাপাত বৰকৈ চলিছিল। এইবাৰ বোলে নদীৰ পাৰত ন-মাটি অকণমান মোকোলাই ধোঁৱাপাত অলপ সৰহকৈ কৰোঁ। বেপাৰতো লগাব পাৰিম।

হলধৰ : এৰা, তোৰ ল'ৰা দুটা বুজন হ'ল যেতিয়া মাটিও ভাঙিব পাৰিছে বেপাৰতো লগাব পাৰিছ। এনেকৈ হ'লে টোপোলা-টাপলি দি পাইকৰ পৰা চমুৱাৰ শাৰীলৈ উঠোতে কেতেপৰ? আমাৰহে সেইফেৰা ভাইগি নহ'ব কোনোদিনে।

কাৰ্ফাই : এৰা।

হলধৰ : খেতিৰ মাটি বুলিবলৈ সেই পাইকৰ নামত পোৱা মাটি দুপুৰা। তাকো কোনদিনা শইকীয়া, হাজৰিকা, ৰাজখোৱাৰ খেলে পাইক ভাঙি মাটি কাঢ়ি লয় তাৰো ঠিক নাই। পাল মাৰিবলৈ গ'লে লগতে শইচটো মইছটো নিনিলে কুকুৰে কাঁইট নোখোৱা অৱস্থা কৰে।

কাৰ্ফাই : নক'বি আৰু।

হলধৰ : এইবাৰ খেতি চপোৱাৰ দিনতে মোৰ গা খাটনিৰ দিন পৰিল। ভঁৰালত কি উঠিল কি নামিল একো খবৰ নাপাওঁ। চা-চোন বাৰু এইজন স্বৰ্গদেউৰ দিনত আকৌ চাৰিপোৱা পাইকৰ ঠাইত তিনিটিয়া পাইকেৰে একগোট কৰিবলৈ পালে।

কাৰ্ফাই : এই-- এই কথাবোৰ ভাবিলে মোৰ তেজমূৰীয়ে ধৰে। আগেয়ে বছৰটোত চাৰিজনৰ মাজত ভগাই গা-খাটনি কৰিছিলোঁ। এতিয়া তিনিজনৰ মাজত ভগোৱা নিয়ম কৰিলে,

সিফালে খেজেনাৰ ওপৰত খেজেনা। দেশত এই খেতি কৰি খোৱা-কিটা থাকিব নোৱাৰা হ'ল দেই। খেজেনা সোধাবৰ দিনা কিবা কেৰফাই ধেনুৰে ৰজাঘৰীয়াক সী দিবৰ মন যায়।

হলধৰ : এনেয়ে তোৰ নাম কেৰফাই থোৱা নাই দেই। *( যাবলৈ সাজু হয়)*

কাৰ্ফাই : নহয়নো কি অ'!

হলধৰ : পিছে তেনে কথা সমজুৱাকৈ মুখলৈ নানিবি। *( গৈ গৈ)* ৰজাঘৰৰ অইন যি হওক নহওক ৰজাৰ বিৰুদ্ধে, বিষয়াৰ বিৰুদ্ধে কোনে কি কৈছে তাৰ খবৰ ৰখাৰ ঠিক ব্যৱস্থা কৰি থৈছে। বৰশীত দিব, ওলাব মজা তেতিয়া।

*( হলধৰ বাহিৰ হৈ যায়। কাৰ্ফায়ে একেটা খণ্ডতে বৈ থাকে।)*

## দৃশ্য ৩

কতপাৰ ঘৰৰ চোতাল। কতপাই কৰ দিবলৈ গৈ ঘূৰি আহিছে। কান্ধত ভাৰ এখন। বাৰীৰ জেওৰাখন ভঙা দেখি কান্ধৰ ভাৰখন থেকেচা মাৰি থৈ খণ্ডত ক'ব।

কতপা : তইঁতসোপাই লগ লাগি মোৰ মূৰটো নোচোবোৱাকৈ নেৰিছ। দিনটোলৈ মানুহটো ওলাই গ'লো কাৰণেই গোটেইখন তহিলং কৰিলি? ঐ ঐ গৰু, কি কৰি আছিলি দিনৰ দিনটো? মাৰ পুতেৰ লগ লাগি মোক সমূলঞ্চে শেষ কৰিবি।

*( ভৃগুৱে আঁতৰৰ পৰা কতপাৰ খং মুখ টিপা হাঁহিৰে চাই আছিল। হাতত বেতৰ সূত এডাল লৈ সি চুঁচি আছে।)*

ভৃগু : *(দূৰৈৰ পৰা)* ঐ কতপা, ইমাননো খং খাইছ কিয়? হ'ল কিনো?

কতপা : (ভৃগুৰ কথা তাৰ কাণত পৰা নাই) এদিনলৈ ঘৰখন চাব নোৱাৰ। হ'বিগে আক' ফুকনটোহঁত। কোনে হাক দিছে তহঁতক? দিনৰ দিনটো টলৌ টলৌ কৈ ঘূৰি ফুৰিবি.....

ভৃগু : আও হেৰ' কতপা ( ক্ৰমাৎ ওচৰ চাপে) তোৰ দেখোন খঙে টিংখোপত চৰি আছে। কি হ'ল আমাকে কচোন।

কতপা : মোক-মোক সোপাই লগ লাগি ইহঁতে খাব বুজিছ। সেই উপজি পুৱাতে ৰাজখোৱাৰ বাহৰলৈ বুলি ওলাই গ'লোঁ। ভাৰ ভেটি সোধাবলৈ । কড়িয়ে গণ্ডাই হিচাপ । খেতি ইমানহে হৈছে। বামফচল অমুকহে হৈছে। তাৰ ভাগ ক'তা আৰু ভূতৰ ওপৰত দানহ ওলায় ৰাজখোৱাৰ টেকেলাকেইটাই সিহঁতৰহে হিচাপটো বেছি। হেৰ' একে পাইকৰ পোৱালি। খেতি নকৰাকৈ খাবলৈ পোৱা বাবে পাইকৰ দুখ পাহৰিলি।

ভৃগু : *(মুখত চেপা হাঁহি)* হেৰ' এই অৱস্থা কেৱল তোৰহে নে কতপা? মুলুকত কোনটো পাইকৰ অৱস্থানো ভাল, খেতিৰ মাটি অকণমান মোকলাব নোৱাৰ। বাৰী মাটিৰ কাৰণে গা-ধন, শইচ দুটামান কৰিবি, ভালৰ ভালটো বিষয়াক লাগে, ৰজা মন্ত্ৰীৰ নাম যাউতি - যুগমীয়াকৈ ৰাখিবলৈ পুখুৰী বন্ধায়, আমি পাইকসোপাই খেতি-বাতি এৰি, ল'ৰা, মাইকী এৰি পাল মৰাৰ নামত মাটি খান্দিবলৈ লাগে। এইখন গেবাৰি খাটিবলৈহে খেতিয়কসোপাই জন্ম লাভ কৰিছে। খং খাইছ কেলেই?

কতপা : কেলেই খং নুঠিব? মাটি অকণমান ভাঙি খেতি কৰিবা, লগাব কৰ-কাটল। নৈ-বিলত মাছ পুঠি এটা ধৰিবা লগাব জল কৰ। নৈখন পাৰ হ'বা, লগাব ঘাট কৰ, বস্তু-বাহানি এটা কৰিবা,



লগাব দাম। হাটত বোলে বেপাৰ এটা কৰিবলৈ যাবা, লগাব হাট কৰ।

ভৃগু : ক'ব লাগিছেনে ঐ ক'ব লাগিছেনে । খুঁত বুলি লগাওক আন বয়বস্তুৰ ওপৰত কৰ। ফাট বুলি লগাওক নাৱেৰে বেহা-বেপাৰ কৰাৰ কৰ। বিয়া পতাৰ নামত লগাওক ঘামেশা। কোনো নিৰ্বংশ হৈ মৰিলে সা-সম্পত্তিখিনিও নিয়ে ধুমাচ বুলি। কেৱল সেয়েহে নে? আমাৰ কাষৰ নদীয়াল মানুহখিনিয়ে কোৱা শুনো সিহঁতৰ ওপৰত বোলে বেলেগ বেলেগ কৰ লগায় । ভদ্ৰেই কোৱা মতে এনেকৈ কুমাৰ, কমাৰ, সোণ কামোৱাবোৰৰ ওপৰতো বিধে বিধে কৰ বোলে।

কতপা : চাচোন কথাই 'প্ৰতি কৰ-কাটল হ'লে জীওঁ ক'ৰ পৰা? ভাৰে-ভেটিয়ে কৰ সোধাবলৈ নগ'লে সন্তোষ দিব নোৱাৰোঁ। মুখেৰে ফুটাই ক'লে ৰঙা চকু দেখুৱাই ক'ব, 'ভাৰে খেতিয়ে দিব নোৱাৰ যেতিয়া চিকাৰূপকে দিবি। চিকাৰূপ পাওঁ ক'ৰ পৰা। হাতত কড়ি এটা পৰিলেই সোণ হাতত পৰা যেন লাগে। ইফালে দেৱতা ঈছৰলৈ বুলি বছৰেকত কিবা এটা আগবঢ়াব নোৱাৰিলে ৰোষত পৰিব লাগিব বুলি দেউ পূজাৰীয়ে সকীয়াই থাকেই। শৰাধ পাতি মৃতকৰ নামত কৰিব লগীয়াখিনি নকৰিলে পাপে চুৱে। সমাজ পাতি আছোঁ যেতিয়া সেইবোৰ পালিবলগীয়া নিয়মলৈ পিঠি দিব নোৱাৰোঁ নহয়। তাতো খৰচ আছেই। বছৰত গা ধনৰ বাবদ ৰূপ দুটকা, বাম মাটিৰ বাবদ ৰূপ দুটকা মুখৰ কথা নেকি?

ভৃগু : এই কতপা শুন, এনেকৈ ৰজাঘৰৰ বিৰুদ্ধে কৈ থাকিলে কি হ'ব? কিবা এটা কৰ।

কতপা : *( অক্ষম খণ্ডত উফৰি পৰে)* কৰিবৰ ক্ষমতা থকা হ'লে মই অকলেই তহিলং কৰিলোহেঁতেন বুজিছ। অকলে কিটো কৰিবি?

ভৃগু : হেৰ' অকলে বুলি তইহে ভাবিছ। গোটেই মুলুকত আমাৰ নিচিনাবোৰে তেনেকৈয়ে কথা কয়।

কতপা : কি?

*( কিবা যেন নতুন কথা এটা শুনিলে)*

## দৃশ্য ৪

গাঁৱৰ ৰাইজে নামঘৰ সাজিছে । কোনোৱে ঠাই চিকুণাইছে কোনোৱে বেতৰ সূত, কোনোৱে খুঁটা চুঁচিছে। কোনোৱে তামোলকে কাটিছে।

ভৃগু : হেৰ' নামঘৰৰ খুঁটাকেইটাও পচিল। চালখনো তেনেই উৰুখিল। গতিকে গাঁৱৰ ল'ৰাকেইটাই খুঁটাকেইটাকে নতুন কৰি লওঁ।

ককা : অ হয় হয়।

হলধৰ : নাহৰ গছৰ যেতিয়া সেইকেইটা চটি খুঁটা কৰাই ভাল পোন হ'ব। দীঘে দীঘে যাবও। বাকীবোৰ খুঁটা ভলুকা বাঁহৰ দিলেই হ'ব। নে কি কৰ অ' পৰ্ঘু। তোৰ সমনীয়াখিনিক ভলুকাখিনি গোটাবৰ ভাৰ দিছিলো নহয়?

পৰ্ঘু : *(দূৰৈৰ পৰা)* ৰঘুকে, তিখাইকে, জাতি বাঁহ কাটিবৰ দায়িত্ব দি আহিছোঁ। আমি খনে কড়িয়াই আছোঁ।

কাৰ্ফাই : গুৰুজনাৰ এইটো তিথিতে নামঘৰটো উচৰ্গা কৰি ভাল কৈ ভাওনা এখন পাতিব লাগিব। তেহে যদি ৰাইজখনৰ গতি লয়।

ভৃগু : হেৰ' দেশত যিখন ভাওনাৰ আখৰা চলিব ধৰিছে সেইখন সোনকালে দেখিবি ৰ।

ককা : ভৃগুহঁতে এইবোৰ কি কৈছে অ? ভাওনা দেৱৰ বস্তু তেনেকৈ নক'বি।

ভৃগু : ই ককা এইখন ভাওনা সৰগৰ দেৱতা আৰু মৰতৰ মনিচৰ মাজতে হ'ব।

ককা : জানো পাই, আজিকালি তহঁতে কিবোৰ বাইক মুখলৈ আন।

ভৃগু : *( আঁতৰলৈ টৌৱাই চিএৰে)* এই পৰ্ঘু যাচোন তহঁত কেইটা। নীলহঁতে খুঁটাটো দাঙিব পৰা নাই। হেপো-তেপো কৰি আনিছে। যাচোন যা দৌৰ।

পৰ্ঘু : অ' অ' গৈছোঁ গৈছোঁ। ৰবি অ' নীল আমিও গৈছোঁ

ভৃগু : অ কি কৈছিলোঁ ককা, ভাওনাৰ কথা, অ এইবাৰ আমাৰ ৰজাঘৰ আৰু পৰজা ঘৰৰ মাজত লাগিব। মই কৈ থ'লোঁ।

ককা : এনে নুশুনা-নোপজা কথা নক'বি বোপাই।

ভৃগু : খুঁটীয়াপুতাৰ সেই মায়ামৰীয়া সত্ৰৰ গোঁসায়ে তেওঁলোকৰ শিচসকল য'তে আছে তাৰ পৰা মাতি, অলপতে ষাঠিহাত দ হোলা পুতি সত্ৰৰ বৰভেটি বান্ধিলে । শিচে প্ৰতি একোচপৰা মাটি পেলাওঁতেই সত্ৰৰ বৰভেটি উঠিল।

ককা : পাচে কি হ'ল?

ভৃগু : লাখে লাখে শিচ তেওঁলোকৰ পাচত আছে যেতিয়া ডেকা গোসাঁয়ে ৰজাঘৰৰ বিৰুদ্ধে যুঁজ দিয়াৰ কথা ভাবিলে । পিচে বুঢ়া গোসাঁয়ে বাধা দিয়াতহে থাকিল।

কাৰ্ফাই : সিদিনা আমাৰ শইকীয়া দেউতাৰ ঘৰত শুনিলোঁ বোলে আমাৰ বৰবৰুৱাই গোসাঁইক নক'ব লগা কথা কৈ ককৰ্থনা কৰিলে।

ভৃগু : ভালেটিহে, হাজৰিকা আৰু ৰাজখোৱাৰ দেউতাৰ ঘৰতো শুনিছোঁ। তেওঁবিলাকে কয় বোলে দেশত নহ'ব লগা কিবা এখন হ'ব । লাখে লাখে পৰজাই একেলগ হৈ দ্ৰোহ আচৰাৰ কথা এবাৰ চিন্তিলে যেতিয়া বুঢ়া গোসাঁয়ে কিমান দিন বান্ধি ৰাখিব।

কাৰ্ফাই : চাৰিওফালে টেটু চেপিবলৈ ৰৈ আছে ঐ টেটু চেপিবলৈ ৰৈ আছে। ৰজা, বিষয়াই আমাক কাঁড়ী পাইক সজাই টেটু চেপিবলৈ ৰৈ আছে।

ককা : ৰজাই পৰজাক পালন কৰিব লাগে, পৰজাই ৰজাক দেৱতা জ্ঞান কৰিব লাগে, তাৰ ঠাইত ৰজা পৰজাৰ ৰণচালি । চকুমুদাৰ আগতে এইবোৰ কি শুনিছোঁ ক'ব নোৱাৰোঁ পাই।

ভৃগু : হেৰি অ' আমাৰ গাঁৱৰ কাষৰ সেই মাছমৰীয়া গাঁৱত গোটেইখন মোৱামৰীয়াৰেই শিচ। পাৰিলে সিহঁতৰ লগতো কথা-বাৰ্তা পাতি চাব লাগিছিল, সিহঁতো গোসাঁই ঘৰলৈ গৈছিল, চাগৈ, পোনে পোনে আচল খবৰ পাম।

কাৰ্ফাই : অ' সিহঁতৰ গাঁৱৰ তিৰোতা মানুহবোৰ মাছ সলাবলৈ আহেই। গমটো সিহঁতৰ পৰাই পাম।



## দৃশ্য– ৫

ৰাতি। গাঁৱৰে এঘৰ। ভিতৰত ৰাতিখোৱা সকাম চলি আছে। গীতৰ সুৰ ভাঁহি আহিছে। গাত এড়ীয়া চাদৰ লৈ পৰ্ঘু, ভৃগু, কাৰ্ফাইহঁত আগচালিত বহি ফুচফুচীয়া মেল পাতি আছে। ককা সোমাই আহে।

ককা : এই তহঁতে হ'বপায় আজিকালি শলিতা লগোৱা সকামত ফুচফুচীয়া মেল পাতিব ধৰিছ?

কাৰ্ফাই : ককা ৰস অকণমান............

ককা : সেইটো কাৰ্ফাই নে? বাৰু - বাৰু পঠিয়াই দিছোঁ।

ভৃগু : শুন হলধৰে নদীয়াল গাঁৱলৈ গৈ খা-খবৰ লৈ আহিছে। মোৱামৰীয়া গোসাঁয়ে শিচ থকা গাঁওবোৰত গাঁও বুঢ়া এজন পাতি দিয়ে নহয়। আমাৰ নামঘৰীয়াৰ দৰেই তেওঁ ধৰ্ম-কৰ্মৰ কাম-কাজ কৰে।

কতপা : কিবা আও ভাও পালিনে নাই তাকে ক।

ভৃগু : শুন, তেওঁলোকে নকয় যদিও আগৰ পৰা ভদ্ৰেৰ লগত কথা-বতৰা পাতিছিলোঁ খাতিয়ে সি মোৰ হৈ কোৱাত আও-ভাও কিছু দিলে।

হলধৰ : গোসাঁইঘৰে গাঁও বুঢ়ালৈ খা-খবৰ পঠাই থাকে। গাঁও বুঢ়াই পৰজা ঘৰৰ মাজত সেই খবৰবোৰ গোপনে দিয়ে।

কাৰ্ফাই : এতিয়া কি হৈছে।

ভৃগু : সেই গোসাঁই ঘৰৰ ভেটি তুলিবলৈ যোৱাৰ কথা নামঘৰ সাজোতে পাতিছিলোঁ নহয়।

হলধৰ : মাৰি যাওঁ মৰি যাওঁ
গুৰু ঋণ শুজি যাওঁ
চতুৰ্ভুজে ৰাখে ঐ
অষ্টভুজে ৰাখে।
এই ফাঁকি নাম গাই গোটেইখন পৰজা জাঙুলখাই আছে।

ভৃগু : কি কবি কাৰ্ফাই । সিহঁতৰ চকুলৈ চাবই নোৱাৰ । ৰজাঘৰৰ কথা ক'লে এনেকুৱাখন কৰে যেন এতিয়াই হাউহি মাৰি ধৰি শেষ কৰি থ'ব।

হলধৰ : ভৃগুৱে মন কৰিছনে নাই ক'ব নোৱাৰোঁ । বুঢ়া গোসাঁয়ে বাধা দিয়াৰ বাবে সিহঁতে যেন ভিতৰি ভিতৰি বৰ ভাল পোৱা নাই।

কতপা : নিজ গুৰুক এনেদৰে অপমান কৰি থকিলেনো শিচে সহে ক'ৰ পৰা। শইকীয়াৰ ঘৰত শুনিছিলোঁ বোলে বুঢ়াগোসাঁই আৰু ডেকা গোসাঁইৰ লগত চলাজনা স্বৰ্গদেৱৰ মাদৈসকলৰ সৈতে কেলেংকাৰী উলিয়াইছে বৰবৰুৱাই।

ভৃগু : হলধৰে কি ভাবে কব নোৱাৰোঁ। গোসাঁইক অপমান কৰাৰ বাবে শিচৰ মাজত খং ঠিকেই। পিছে শিচবোৰো আমাৰ নিচিনা একে অধম। সিহঁতৰ খং ৰজাঘৰৰ বিৰুদ্ধেহে। সিহঁতৰ খং আৰু আমাৰ খংবোৰ একেই।

হলধৰ : আও তই কথাটো মন কৰিছিলি তেনেহ'লে।

কাৰ্ফাই : কথাটো কি?

হলধৰ : হেৰ' নিজৰ গালে আঙুলি টোঁৱা। নিজেই গম পাবি।

ভৃগু : মই হ'লে সিহঁতৰ লগ লাগি কিবা এটা কৰাটোহে ভাবিছোঁ। ইমানখন পৰজাৰ খং একেলগ হ'লে ৰজাঘৰৰ অতপালিৰ অন্ত পৰিব।

হলধৰ : আজি আমি কথা পাতি আহিলোঁ যেতিয়া নিয়মীয়াকৈ খবৰ কৰি থাকিলেই হ'ল।

ভৃগু : তহঁতে কি কৰ?

কাফাঁই : তহঁতে যি ভাল দেখ কৰ। আমিও ভালহে পাওঁ।

সকলোৱে : এৰা ।

## দৃশ্য—৬

হলধৰ : *( উত্তেজিতভাৱে সোমাই আহে)* শুন, শুনি ল। দেশত বিচাৰ আছে নেকি?

কাফাঁই : ওৰা, তই আগতে কথা কি সেইটো ক, নহ'লে কেনেকৈ জানিম তইনো কি ক'ব খুজিছ।

কতপা : দেশত বিচাৰ নাই সেইয়া তই বেলেগে বুজাব নেলাগে বোপাই।

হলধৰ : নহয়, আমি কাঁড়ী-পাইকসোপাৰ কথা কোৱা নাই। এইবাৰ বৰবৰুৱাই গৈ নেওগ- শইকীয়াৰ ওপৰতো অত্যাচাৰ আৰম্ভ কৰিছে।

কতপা : হয় নে?

কাফাঁই : ভালেই হৈছে, পৰুৱাৰ পাখি গজিছে। পিচে কাৰ ওপৰতনো অত্যাচাৰ হৈছে?

হলধৰ : মই হাজৰিকাৰ ঘৰত শুনি আহিছোঁ। এই মাহৰ পহিলা দিনৰ দিনা গড়গাঁওৰ ৰজাঘৰত হাতী শোধাবলৈ হাতীচুঙী মৰাণবোৰ আহিছিল।

ভৃগু : মৰাণবিলাকে আমাৰ নিচিনাকৈ ৰজাক খেজেনা দিব নালাগে হেনো হয়নে?

হলধৰ : অ' শুনিছোঁ তেনেকৈ । হাতী যোগনীয়া, মৌ যোগনীয়া, খৰি যোগনীয়া, ৰং যোগনীয়া এনেকৈ হাতী, খৰি ৰং বছৰে বছৰে সিহঁতে যোগান ধৰে।

ভৃগু : সিহঁতৰ ওপৰত বোলে ৰজাঘৰৰ বৰবৰুৱাৰ আগৰে পৰা চকু। একো খুঁত উলিয়াব নোৱাৰে সেই কাৰণে।

হলধৰ : ময়ো তেনেকৈ শুনিছোঁ। সেই কাৰণে এইবাৰ হাতীচুঙীয়া নেওগ ৰাঘ শইকীয়া আৰু নাহৰ খোৱা মৰাণে বছা বছা হাতী আনি ৰজাক শোধালেহি। মূল হাতীটো বোলে সাত হাত এবেগেত। আঘোনীয়া দাঁত। নখো চাইটা। বৰবৰুৱাই ছিদ্ৰ উলিয়াব নোৱাৰে ; ৰাঘ নিশ্চিন্ত। পোনেই ৰজাক শোধালেগৈ। ইফালে বৰবৰুৱাৰ ফাঁই উঠিলেই। তেওঁৰ মতে মৰাণবোৰ বহতীয়াহে।

ভৃগু : ইস আমিনো কি?

হলধৰ : আমিবোৰ বাৰু কাঁড়ী-পাইক। হেৰ', শইকীয়া, নেওগ এনেহেন বিষয়াকো মৰাণ বুলিয়েই বহতীয়া বুলি ভাবে।

কতপা : কথাটো কচোন কথাটো ক।

হলধৰ : শুন। (Flash Back)

ৰাজসভা। বৰবৰুৱা আৰু অন্যান্য বিষয়াসকল বহি আছে। ৰাঘ নিৰ্ভীক আৰু আত্মবিশ্বাসেৰে থিয় হৈ আছে।



বৰবৰুৱা : সামান্য হাতী কেইটামান আৰু কেই নাওমান খৰি বছৰটোত যোগান দিয়া কাৰণেই হাতীচুঙী, খৰিযোগনীয়াকেইটাৰ ওপৰত শইকীয়াৰ বিষয়খন পাইছ। এই সামান্য কামকেইটাকে গত লগাই কৰিব নোৱাৰ। চাংমায়ে ক'ব খৰি নজ্বলে, মঙহ সিজে ক'ৰ পৰা? এনেয়ে পহুৰ মঙহ সিজিবলৈ টান জুই লাগে। গোটেইখনৰ অজীৰ্ণ ৰোগ হৈছে। সিফালে থাক হাবিৰ মাজতে। বনৰীয়া হাতী পিলো পিলোকৈ থাকে সেইবোৰ হাবিত। তহঁত বহতীয়ামখাই জনম জনম ধৰি হাতীকে ধৰি আহিছ, আমি দেও-মনিচবোৰ এই মুলুকলে অহাৰ পৰা। হেৰ' ৰাঘ, ফাকতি মাৰ আৰু বাছি বাছি কণা-ধেপা হাতী কেইটা স্বৰ্গদেউক থাপহি কিয়?

ৰাঘ : বৰবৰুৱা দেউতাই গাৰ মঙহ ঠাহি ঠাহি কাটেও, কল খাৰণিও ঢালে।

বৰবৰুৱা : মুখত জিভা লাগি থাকিব লাগে যদি চাই-চিতি কথা কবি।

ৰাঘ : দেউতা বছা বছা খৰি আনি গড়গাঁও ভৰাই দিওঁহি। বছা বছা হাতী পোৱালি শিকাই বুজাই পৈণত কৰি স্বৰ্গদেউক পোনে পোনে যোগাওঁহি।

বৰবৰুৱা : (মুখত ধৰি) অ- অ- স্বৰ্গদেউক পোনে পোনে সেৱা কৰিবিহি। ভাল কৰিছ। শইকীয়া হৈছ, অথচ আৰু অতখন ডা-ডাঙৰীয়া আছে কাৰো ওচৰত মুৰ দোৱাবলৈ প্ৰয়োজন নাই।

*( ৰাঘই তবধ লাগি বৰবৰুৱালৈ চাই থাকে)*

ৰাঘ : সেই আটাইকেইটা বছাৰো বছা হাতী। চাই লওক। মূল হাতীটো সাতহাত এবেগেত, দাঁত আঘোনীয়া, নখো চাইটা।

বৰবৰুৱা : সেইটো হাতী বুলি কয়। তই মোক আভুৱা ভাঁৰিবলৈ আহিছ? সেইটো হাতী বুলি কয় হুঁ?

ৰাঘ : কি ছিদ্ৰ উলিয়াব পাৰে দেখুৱাক। গোটেই চ'ৰাখন আছে। আটাইসকল বিষয়াও আছে। বোপা-ককাৰ পৰা হাতীৰ বিদ্যা শিকিছোঁ। কিনো জানিবলৈ থাকি গ'ল তাকে কওক। দেশৰ ডা-ডাঙৰীয়াসকল আপোনালোকে আটাইয়ে লাগি ভাগি কওক।

বৰবৰুৱা : তাৰ দক্ষিণ ফালৰ দাঁতটো চাপৰ।

ৰাঘ : দক্ষিণ ফালৰ দাঁতটো। আহকচোন ডা-ডাঙৰীয়াসকল। চাইমেলি দিয়ক। হয়নেকি কথাটো। আহকচোন আহক। *(বিষয়াসকলে তামোল চোবাই থাকে)* নহ'লে কাৰোবাক পাচক। *(কাৰো সাৰ-সিকটি নাপালে)* নাহে। ৰ'ব মই নিজেই চাই আহেঁগৈ।

*(দেখ দেখ মিছা কথা এটা শুনি ৰাঘ হতভম্ব হয়, ওলাই যায়, বিষয়াসকলে নিজৰ বিচাৰ বিবেচনাৰ প্ৰশ্ন উঠে বুলি নিৰুদ্বেগভাৱে তামোল চোবায় আৰু পিকদানিত পিক পেলায়। ৰাঘ কোবাকুবিকৈ সোমাই আহে)*

ৰাঘ : ক'তা মই নেদেখিলোঁ। দুয়োটা দাঁতেই সমান।

বৰবৰুৱা : ৰাঘ বৰ অতপালি নকৰিবি। হাতীটো কুলক্ষণীয়া।

ৰাঘ : *(আচৰিত হৈ )* কুলক্ষণীয়া।

বৰবৰুৱা : কুলক্ষণীয়া হাতী দিয়াৰ বাবদ তোক শাস্তি বিহা হ'ব।

ৰাঘ : শাস্তি, ইমান বছৰো বছা লক্ষী হাতী অনাৰ পাচত হাতীটো কুলক্ষণীয়া হ'লগৈ । তাৰ বাবদ এতিয়া ৰাঘ শইকীয়াই শাস্তি পাব।

বৰবৰুৱা : এই ইয়াক ফলীয়া ৰাবাঁহেৰে চেপি চেপেটা লগা, মোৰ চকুৰ আগতে।

ৰাঘ : ডা-ডাঙৰীয়াসকল, আপোনালোকে এতিয়াও বিচাৰ কৰক। মই দোষী হ'লে শাস্তি দিয়ক।

বিচাৰ কৰক, কিবা এষাৰ কওঁক। কওঁক কওঁক।

*(দুজন চাউদাং ৰাঘৰ দুকাষে থিয় হয়হি। তেওঁলোকে ব'লে নোৱাৰাত আৰু কেইজনমান চাউদাং আহি ৰাঘক পেলাই লৈ ৰা-বাঁহেৰে চেপে। তাৰ পাচত সৌকাৰে কোবায়। অতি কষ্ট খঙৰ মাজেৰে ৰাঘই কৈ যায়।)*

ৰাঘ : দেশ অসুৰপুৰী হ'ল। চন্দ্ৰ, সূৰ্য, বায়ু বৰুণ এই অধৰ্মৰ সাক্ষী। নগৰৰ লোকৰ কাৰো চকু নাই। এজনৰহে চকু। এই অধৰ্মৰ ফল পাব।

*(Flash Back শেষ হ'ব। কাফাঁই হলধৰহঁতৰ উত্তেজিত বচন আৰম্ভ হ'ব)*

সকলোৱে : ঠিক কৈছে, ঠিক কৈছে দেশ দেশ হৈ থকা নাই, এনেকৈ কেনেকৈ হ'ব।

## দৃশ্য—৭

মৰাণ গাঁও। এজাক মৰাণ ঘূৰি ঘূৰি নাচি নাচি গাব

'মৰি যাওঁ মাৰি যাওঁ। গুৰুৰ ঋণ সুজি যাওঁ।

চতুৰ্ভুজে ৰাখে ঐ অষ্টভুজে ৰাখে।

হাতে হাতে টোকোন। নচাৰ দৃশ্যতো হুঁচৰি গাওঁতে কৰা ভৰি চালনা থাকিব।

কেৱল গীতৰ ছন্দে ছন্দে মাটিত টোকোনডাল মাৰিব। দৃশ্যটো ৰাতিৰ।

## দৃশ্য—৮

গাঁৱৰ দৃশ্য। মোৱামৰীয়া গাঁওবুঢ়া এজন থিয় হৈ এই গীতটো গাই থাকিব।

পৰ্ঘু, ভৃগু, আদিয়ে একান্ত মনেৰে গাঁওবুঢ়াৰ কথা শুনিব।

গীত - ৰে ভাই

কেমন কৰ বিহাৰ

প্ৰচণ্ড বেগেৰে ঠাঠ ৰুধি আছে

উমান নাপাৰ তাৰ।

গাঁওবুঢ়া : অনিৰুদ্ধ দেৱৰ এইজনা গীতৰ ঠেলা এটিহে তোমালোকক গাই শুনালোঁ। অৰ্থও ভাঙি দিম নেকি?

আটায়ে : হয় হয় দিয়ক, কওক।

গাঁওবুঢ়া : হে ভাই, কি কৰি আছা? জীয়াই আছা কেনেদৰে? গোটেই দেশ চাটি প্ৰচণ্ড বেগেৰে ধুমুহা আহিব ধৰিছে। এতিয়াও তুমি গম পোৱা নাইনে?

আটায়ে : *(আটায়ে ইজনে সিজনৰ মুখলৈ চায়। বুজিবলৈ চেষ্টা কৰে। তাৰ পাচত অৰ্থটো ধৰিব পাৰিয়েই)* এৰা, এৰা, বুজিছোঁ।

গাঁওবুঢ়া : আজি গোসাঁয়ে খবৰ পঠাইছে, নাৱৰীয়া এটাৰ হাতত, ভিতৰ বিশ্বাসত তোমালোকক কথাটো ক'বলৈ আহিলোঁ।



ভৃগু : ভালেই কৰিলা গাঁওবুঢ়া। আমি শুনিবলৈ পাইছোঁ বোলে ৰাঘ মৰাণহঁত তোমালোকৰ গোসাঁইৰ শিষ্য।

গাঁওবুঢ়া : হয়, ৰাঘ মৰাণ আৰু নাহৰ খোৱা মৰাণ অষ্টভুজ গোসাঁইত শৰণ লোৱাৰ পৰা মৰ সকলৰ সৰহভাগ আমাৰ মোৱামৰীয়া গোসাঁইৰ শিষ্য হৈছে।

ভৃগু : পিছে ৰাঘক বৰবৰুৱাই দিয়া শাস্তিৰ কথা শুনিছানে নাই?

গাঁওবুঢ়া : তোমালোকে শাস্তি দিয়ালৈকে শুনিছা বুলি জানিব পাৰিছোঁ। আমাৰ ভদ্ৰেই কৈছে।

ভৃগু : তাৰ লগত আমি কথা পাতিছিলোঁ।

গাঁওবুঢ়া : দহ বাৰটা মানুহে ৰা-বাঁহেৰে চেপি ধৰি তাৰো ওপৰত কুৰিটা চমটাৰ কোব দিয়াত ৰাঘ চেপেটা লাগিল। তাৰ লগৰকেইটাই কাপোৰেৰে বান্ধি তেতিয়া তাক গোসাঁইৰ ওচৰ পোৱালেগৈ। তাত ৰাঘক সেই অৱস্থাত দেখি সকলো গুজৰি উঠিল। কিন্তু প্ৰথমে তাক সেকি-পুতকি দৰব-জাতি কৰি ভাল হ'বলৈ দিলে।

হলধৰ : ভাল হ'ল নহয়?

গাঁওবুঢ়া : ভাল হ'ল কিন্তু ৰাঘই পোতক তোলাৰ কথা দঢ়াই দঢ়াই ক'বলৈ ধৰিলে। গোসাঁয়ে যিমানে উত্তেজিত নহ'বলৈ কয়, সি সিমানে হয়। ডেকা গোসাঁয়েও ৰাঘক উচটনি দিলে, বোলে সি মৰাণ গাঁওবুঢ়াসকলক লৈ আগবাঢ়ি আহক যুঁজৰ সাজেৰে। মোৱামৰাৰ আন আটাইবোৰ গাঁওবুঢ়াক গোসাঁয়ে খবৰ পঠাব ৰণলৈ সন্তম হ'বলৈ।

ভৃগু : বুঢ়া গোসাঁয়ে সন্মতি দিলে?

গাঁওবুঢ়া : এইবাৰ গোসাঁয়ে বুজিলে যে ৰাঘ মৰাণক তেখেতে আৰু ৰাখিব নোৱাৰে। সেয়ে তেৰাইৰ ৰাঘক ক'লে—

*(Flash Back)*

ৰাঘ বহি থাকে। চুলি আউল-বাউল। গাত কাপোৰ। চকুত একুৰা জুই পাছফালে বুঢ়াগোসাঁই অষ্টভুজ। ৰাঘই একেটা অৱস্থাতে থাকিব। গোটেই কালছোৱা লৰচৰ নহ'ব। বুঢ়াগোসাঁয়ে আগৰ পৰা বুজাই বুজাই ভাগৰি গৈ আৰম্ভ কৰিব।

বুঢ়াগোসাঁই : তোক অতখন বুজালো-বঢ়ালো তথাপি কথাৰ লৰচৰ নকৰিলি। ই বায়ন ডেকাও তোৰেই ফলীয়া। এৰাতো মোৱামৰাৰ গোটেইখন শিচে সেই পিতামহ নিত্যানন্দ দেৱক অন্যায়কৈ নিধন কৰোৱাৰ পৰা অতখন অসন্তোষ লৈ আছহঁক। মালৌ পথাৰৰ ষাঠিহাত দ হোলা পুতি কীৰ্ত্তন ঘৰৰ বৰভেটি পাতোতেই একেখিনি শিচেৰে ৰজাক ধৰিবলৈ আমাৰ বায়ন ডেকাকে ধৰি আটাইবোৰ গাঁওবুঢ়াই মন্ত্ৰণা কৰিলে, মই বুজাই-বঢ়াই বাধা দি ৰাখিলোঁ। বোলো চলা-জনা ৰজা ৰাজেশ্বৰ সিংহ মোৰ পিতৃ স্বৰূপ। তেওঁৰ বিৰুদ্ধে দ্ৰোহ নাচৰিবি। ৰজা অন্ত হ'লে যি যুক্ত হয় কৰিবি। এতিয়া তেখেতো চলিল। তেখেতৰ আইকুঁৱৰীসকলকো বৰবৰুৱাই খেদিলে। আমি সহায়-সাৰথি আগবঢ়ালোঁ। তাতে বকতিয়ালৰ গেন্ধেলাই দেশজুৰি আইকুঁৱৰীসকলৰ সৈতে আমাৰ কুৎসা ৰটিলে, তাকো সহিলোঁ। নতুন ৰজা লক্ষ্মীসিংহ মোৱামৰা হৈ যাওঁতে সেই একেটা গেন্ধেলা বৰবৰুৱাই আমাক সবাৰো আগত ককৰ্থনা কৰিলে। চলাজনা ৰজাৰ দিনত এই একোটা গেন্ধেলাই আমাৰ বায়ন ডেকাক চাৰিটা ঢকাৰে শাস্তি দিলে তাক নোসোধাকৈ ৰজাক ভেটাৰ বাবদ। তাৰেই বা খং নাথাকিব

কিয়? এৰাতো মোৱামৰাৰ অতখন শিচৰ খং মই একেটা বুঢ়াই কিমান দিন বান্ধি ৰাখিম। তাতেই তোৰ ওপৰত এইবাৰ এই অত্যাচাৰ। মোৰ আৰু ৰাখিবলৈ শকতি নাই। ৰণ কৰিলি কৰ আৰু। শুন, ৰজা তহঁতৰ পৰা পাতিব নালাগে। পূৰ্বে ইন্দ্ৰবংশী ৰজা নামি আহি অনেক চং কৰি মহাদুখে এই দেশ ললে। সাতৰাজ মাৰি একৰাজ পাতিলে। আমাকো এই সকলে সংস্থাপন কৰি গৈছে। এতেকে ইন্দ্ৰবংশী তুংখুঙীয়াৰে ৰজা পাতিবি। তহঁতে মন্ত্ৰণা নাজান। সভাৰ কটকী কাকতিক দি থৈ খুৱাই-বুৱাই সিহঁতক ভিতৰ কৰি সিহঁতৰ মন্ত্ৰণাৰে কাম কৰিবি। মোৰ শিষ্য বৰগোহাঁই আদি সাতোঘৰৰে আছে। সেইবোৰকহে বৰচ'ৰাৰ বিষয়া পাতিবিহঁক। তহঁত ইতৰবোৰে চমুৱা, মেলডগীয়া, বৰভাণ্ডাৰ আদি কাম লবি, সভাৰ লোকৰ বৃত্তি আগৰ দৰে ৰাখিবি। কাজীৰো বিষয়া বৰ, শইকীয়া মোৰ ভকত খেলত থকাকৈ পাতিবি। খেল সলনি কৰি বিষয়া নাপাতিবি। ৰণ পাতিছ পাত, মই আৰু ৰাখিব নোৱাৰোঁ পাই।

Flash Back শেষ

*(সকলো উত্তেজিত)*

হলধৰ : এহ, এই একেবোৰ বিষয়াকে ৰাখিলে আমাৰ কি লাভ হ'ব? আমাক সকলোকে কাঁড়ী পাইকৰ পৰা গুচাব লাগে তেতিয়াহে আমাৰ লাভ হ'ব।

কতপা : মই মুকলিলৈ বেহা-বেপাৰ কৰিবলৈ পালেই হ'ল।

কাৰ্ফাই : কৰ নিদিয়াকৈ, ৰজা বিষয়াৰ ঘৰত গেবাৰি খাটিব নোপোৱাকৈ শান্তিৰে ভগৱন্তৰ নাম ল'ব পাৰিলেই হয়।

ভৃগু : অই তহঁতে ইমান হুলস্থূল কৰিব খুজিছ কিয়? গোসাঁয়ে কৈছে ৰজাক নাভাঙিবলৈ। আগতে ৰণখন জিকি লবলৈ দেচোন। গাঁওবুঢ়া, তুমি আমাক খবৰ দি থাকিবা। তোমালোকৰ গুৰুৰ শিচ বুলি তোমালোক উত্ৰাৱল। আমি বাকী ৰাইজসোপা কিন্তু ৰজাঘৰৰ বহতীয়া হৈয়ো উত্ৰাৱল হৈছোঁ। কিবা এটা হ'ব লাগে।

সকলোৱে : কিবা এটা হ'ব লাগে।

## দৃশ্য—৯

ভাওনাৰ যুদ্ধৰ আৰ্হিত আখৰা চলিছে। ৰাঘ উপস্থিত থাকিব।

## দৃশ্য—১০

নদীৰ পাৰ। এজন মানুহে ধীৰেৰে ব'ঠা মাৰি আহিব । লগতে গীত জাঁহি আহিব।

গীত : মেঘে বৰষুণে ওন্দোলাই আনিছে,
সাতো সাগৰৰ খেৱা
বুজো কি নুবুজো
ক'বকে নোৱাৰোঁ
ভৰা এ নদীৰে কথা মোৰ গুৰু ঐ।



*(গীতটো শেষ হোৱাৰ লগে লগে নাও পাৰত লাগে। পৰ্ঘু সোমাই আহে। ৰাইজখন বহি থাকে।)*

পৰ্ঘু : ভৃগু ককাই আছা নেকি?

ভৃগু : ক'ৰ পৰা আহিলি পৰ্ঘু।

পৰ্ঘু : উজনি গাঁৱলৈ গৈছিলোঁ। মোমাইদেউহঁতৰ ঘৰত সকাম এটা আছিল, তাতে ধোঁৱাপাত সলাই মাহ অকণো আনিলোঁ।

ভৃগু : তোৰ বেহা-বেপাৰ চলাই আছ। ভালেই কৰিছ দে।

পৰ্ঘু : নাই ককাইদেউ।

ভৃগু : ভদ্ৰেক লগ পাইছিলি নেকি?

পৰ্ঘু : পাইছিলোঁ, সেই কাৰণেই তোমালোক ইয়াত আছা বুলি পোনচাটেই ইয়ালৈকে আহিলোঁ।

ভৃগু : কিবা ডাঙৰ খবৰ আছে যেন পাওঁ।

পৰ্ঘু : আছে। উজনিৰ ডিবৰু আৰু ডাঙৰী নদীৰ মাজৰ ঠাইডোখৰত বোলে পৰজাবোৰ ৰণ মতলীয়া হৈ পৰিছে। ৰাঘ আৰু নাহৰে ৰাইজখনৰ দিহা-পৰামৰ্শ লৈ নামৰূপত থকা স্বৰ্গদেউৰ ঘৰুৱা মানুহক হাত কৰিছে। তিৰোতাবোৰেও পিচ পৰি থকা নাই।

*(Flash Back)*

ৰুক্মিণী আৰু অন্যান্য লগৰীয়াসকল। ফেপেৰি পাতি থাকে। বিষয়া, টেকেলা আদিয়ে তৰ্ক জুৰি থাকে।

বিষয়া : এতিয়াও কৈছোঁ ভালে ভালে কৰৰ বাবদ দিবলগীয়া ধান যিখিনি আছে উলিয়াই দে।

প্ৰথম গৰাকী তিৰোতা : আমাৰ পথাৰৰ সোণগুটীয়া ধানৰ ভাত খোৱা। আই অ' মোৰ সোণামুৱাহঁত শিকিয়া পাচি কেইটা আনিছ।

দ্বিতীয় গৰাকী তিৰোতা : ঘৰে প্ৰতি ডুলি একোটাকে আনি দিওঁ, হাতীয়ে টনা গাড়ীত তুলি নে।

প্ৰথম গৰাকী : আই ঐ দেহি, পথাৰত লানি নিছিগা হাতীৰ গাড়ী চাবলৈ কেনে শুৱনি লাগিব।

দ্বিতীয় গৰাকী : আগে আগে টেকেলা যাব, মূৰত পাগ, কান্ধত জোলোঙা।

প্ৰথম গৰাকী : মুখত সেলেঙি লগাবলৈ *( আগবঢ়াই দেখুৱাই)* হোঁ হোঁ হাচতিৰ পৰাই গান্ধ পাণৰ পাক লগাব পৰা তামোল এখন দিওঁ।

দ্বিতীয় গৰাকী : নে মোৰ ভাগৰ চালি এটুকুৰাও।

বিষয়া : তহঁতি পেংলাই কৰি ভাল কাম কৰা নাই হ'লে। আকৌ কৈছোঁ এতিয়াওঁ উলিয়াই দে।

ৰুক্মিণী : শুন, তই মিছা আশা কৰি আছ। আমি যি কৰিছোঁ ভাবি-চিন্তি কৰিছোঁ। তইনো কিমানৰ বিষয়াটো সেই বুলিহে আমাৰ কথা নাজান। শুন, এই বেলিৰ পৰা আমি স্বৰ্গদেউৰ ঘৰত দিব লগীয়া ধান নিদিওঁ। বহতীয়া পাতি আমাক মৌ যোগনীয়া, ঢাৰি যোগনীয়া, হাতী যোগনীয়া আদি যিবোৰ খেল পাতিছিলি সেই খেলবোৰে এইবাৰ কৰ নিদিয়ে। নিদিওঁ বুলি ৰাইজখনে নামঘৰৰ খুঁটাত গাঁঠি বান্ধিলোঁ যেতিয়া খোলাৰ নিয়ম নাই।

বিষয়া : তহঁতি আগ-পাছ নগণি এইবোৰ কি কৰিছহঁত ভুতুকী।

টেকেলা : নিগমে মৰিবি, আমাকো মাৰিবি।

ৰুক্মিণী : মৰিবলৈ ভয় আছে যদি আমাৰ লগ ল'হি। তহঁতৰ স্বৰ্গদেউৰ বংশৰ বৰজনা গোহাঁই আমাৰ

লগ লাগিলেই। যিখন আখৰা দিনে-ৰাতিয়ে চলিছে চেগ চাই, চাই যাবিহি। তহঁতখন পাচত ইনাও সিনাও হ'বিহঁত। আহিলে আহি যা।

*( বিষয়া আৰু টেকেলাৰ চকুত ভয়। টেকেলাৰ ভৰি কঁপে।)*

প্ৰথম গৰাকী : আই ঐ দেহী, মোৰ সোণামুৰাটোক কোনে এনেখন অৱস্থা কৰিছে। আহ, আহ।

বিষয়া : ৰজাৰ লগত এইবাৰ ফেপেৰি পাতি তহঁতি নিজৰে ভাল নকৰিলি। এতিয়া আমি কি বুলি মুখ দেখুৱাওঁগৈ।

দ্বিতীয় গৰাকী: যা যা, আমাৰ ধানেৰে পতা সাঁজেৰে হাঁহৰ মাংসৰ জুতি নাপাব যা।

*( আটাইমখা তিৰোতাই নেলীয়া কটাৰী দেখুৱাই খেদি যায়। বিষয়া টেকেলা পলাব। তিৰোতাসকলে তামোলৰ সেলেঙি লগা মুখ মেলি কিৰিলিয়াই। Flash Back শেষ।)*

পৰ্ঘু : বিষয়াই লাজে-অপমানে মুখচেলেকি গুচি গ'ল।

আটায়ে : বঢ়িয়া কৰিলে। বঢ়িয়া কৰিলে। *( কিৰিলি পাৰে)।*

ভৃগু : আমিও সেইটোকে কৰিব পৰা হ'লে।

ককা : সেইবোৰনো কি কথা কৰ তহঁতে। গোটেইখন উৰুলিপুঙা হ'লি।

পৰ্ঘু : তই কি বুজিবি। তহঁতৰ দিনবোৰ আমাকো সাৱটি থাকিবলৈ কৰ নেকি? ৰবি, আৰু এটা কাম কৰিলে ভুতুকীহঁতে , এইবাৰ কিবা গছ কাটিবলৈ স্বৰ্গদেউৰ মানুহ গৈছিল। তাৰ পাচত। Flash Back

মৰাণ গাঁৱৰ হাবি। ৰুক্মিণী সোমাই আহে । লগতে বিভিন্ন বয়সৰ এজাক মহিলা । আটাইৰে ৰণচণ্ডী মূৰ্তি।

ৰুক্মিণী : ধৰি আন সিহঁতক *( দুজন কাঠকটীয়াক ধৰি আনে। সিহঁত বিচূৰ্তি অৱস্থাত থাকে।)* আমাৰ হাবিত তহঁতক কোনে কাঠ কটিবলৈ দিলে।

কাঠকটীয়া : আমি নাজানো আই। টেকেলাই কৈছে কাটিছোঁ।

*( কাঠবৰুৱা সোমাই আহে)*

কাঠবৰুৱা : কি হ'ল কিহৰ কাৰণে কাঠ কটা বন্ধ কৰোৱাব লাগে।

ৰুক্মিণী : আমাৰ হাবিৰ কাঠ কাক সুধি কটোৱাইছ।

কাঠবৰুৱা : স্বৰ্গদেউৰ হাবি, স্বৰ্গদেউ বিষয়া স্বৰ্গদেউৰ মানুহ, স্বৰ্গদেউৰ আদেশ ।.মাজত মাত মাতিবলৈ তই কোন।

*( ৰুক্মিণী ৰণচণ্ডী ৰূপ ধৰি আগুৱাই আহে)*

এগৰাকী : আমাৰ ভুতুকীক অবাইচ মাত। নেলীয়া কটাৰীৰে জিভা ছিঙিম।

আন এগৰাকী: মাৰহঁতক চিনি পোৱা নাই?

*(তামোল কটা কটাৰীখন হাতত ধৰাই দেখুৱাই)*

আন এগৰাকী: *(চাদৰখন কঁকালত মেৰিয়াই বান্ধি)* আহ ৰজাৰ বিষয়াৰ গাত কিমান বল চাওঁ।

*( বিষয়াই ভয়ত নিজক চম্ভালি থাকিবলৈ চেষ্টা কৰে)*

কাঠবৰুৱা : শুনহঁক তহঁতে, স্বৰ্গদেউৰ মানুহক এইবোৰ কৰি ভাল কৰা নাই। আমাক ঢাকৰ গছ কাটিবৰ বাবে আদেশ দি বৰবৰুৱাই পঠাইছে। কাঠ নিনিলে আমাক কাটিব। তেতিয়া নিজক বচাবলৈ হ'লেও তহঁতৰ কথা স্বৰ্গদেউক জনাব লাগিব। হেনজানি এইবোৰ কাম হকা-বধা নকৰিবি।



ৰুক্মিণী : আমি আৰু স্বৰ্গদেউৰ বহতীয়া নহওঁ। আমি ৰাইজখনে নিজৰ পৰা স্বৰ্গদেউ পাতিম।

কাঠবৰুৱা : এনেকুৱা কথা নক'বি। তোকটো কাটিবই। তোৰ লগতে গোটেই ৰাইজখনকে পিহিব।

ৰুক্মিণী : যা যা সেইদিন উকলিল, আমাৰ মুনিহবোৰে যুঁজৰ আখৰা কৰিছে। তিৰোতাসোপাই লগ লাগি নেলীয়া কটাৰী দেখুৱাই তহঁতক ঘূৰাই পঠালে বুলি কবি গৈ যা।

*( গোটেইমখাই নেলীয়া কটাৰী দেখুৱাই ঘূৰাব ধৰে। কাঠকটীয়া দুজনক লৈ কাঠবৰুৱা লাহে লাহে ওলায় যায়। ৰুক্মিণীহঁতে মুখ বিকটাই হাঁহে।)*

*( Flash Back শেষ হয়।)*

ভৃগু : এনেবোৰ কথা শুনিলে গাত পিৰপিৰণি উঠে।

ককা : তহঁতে এইবোৰ ভাল কৰা নাইদেই বোপাইহঁত।

পৰ্ঘু : তই বুঢ়াই এইবোৰ কামত ক'ত লাগিবি। অতখন ৰজাৰ হৈ যুঁজিলিগৈ অৱস্থাটো একে থাকিল।

ককা : হেৰ বুঢ়াৰ কথা নুশুন-কিয়? এনেয়ো গোটেইখন পৰীয়া পিয়াপি দি ফুৰিছে, এনেবোৰ দিনত আৰু বেছি পৰজা গোট খাব নোৱাৰে। পৰীয়া ওলায়হিহে লাগে।

পৰ্ঘু : এতিয়া পৰীয়াৰ ভয়ত মনত সুত লগোৱা কথা এটাও নেপাতিম নেকি?

ককা : পাত পাত, সেইবোৰ কৰি ফলাবি।

পৰ্ঘু : আমাৰ গাঁৱতো ভাবুলি আৰু ভুতুকী এজনী ওলোৱা হ'লে।

ভৃগু : ওলাব ক'ৰ পৰা? আমি মতাসোপাই সোৰোপালি কৰি বহি থাকোঁ। আনে কিবা এটা কৰক, আনে কিবা কৰকগৈ। লোকৰ গাঁৱত মানুহে ভুগিছে যেনেকৈ, ধৈৰ্যৰ বান্ধ খোল খাইছেও তেনেকৈ। আমাৰ আকৌ কি চাবি, ধৈৰ্য টঙালি আঁতি আঁটি বান্ধি লৈছোঁ। মাইকীসোপাৰ মুখলৈ চালে কি হ'ব। নিজকে চিকুটি চা আগতে।

সকলোৰে : নাই এই ভাগে নহ'ব, এই ভাগে নহ'ব, কিবা এটা কৰিব লাগে।

ককা : ঐ মৰিবি মৰিবি তহঁতে। সৌটো, সৌটো দেখিছ। ছয়াময়াকৈ সেইটো কোন, আটায়ে লুকা লুকা নহ'লে গোটেই গাঁৱৰ ওপৰত চকু।

পৰ্ঘু : ধৰোঁৱেই নেকি তাক

(পৰ্ঘুৱে মিতদাখন লৈ দৌৰ মাৰিব। ককাই থাপ মাৰি ধৰিব। দুয়ো পৰি যায়। বাকী সকলোৰে ককা আৰু পৰ্ঘুক পৰাৰ পৰা তোলে। ককাই কঁকালত ধৰি ধৰি কয়)

ককা : ভাবি-চিন্তি কৰিবি । হুৰমূৰকৈ নহয়। বোপাইহঁত। এতিয়া কোন ক'ত পাৰ লুকা। (আটায়ে লুকায়, ককাও। দূৰৈৰ পৰা দীঘল চুলীয়া পাহোঁৱাল মানুহ এটা আহে। চকু ডাঙৰ। দৃষ্টি সন্দিগ্ধ। হাতত এখন মিত দা। লাহে লাহে, কিন্তু সাৱধানী খোজ-কাটল। বুঢ়াৰ হাপানি কাঁহ ওলাই আহিব খোজে। হেঁচি ধৰে। অবিৰাম বুঢ়াই কাঁহৰ সৈতে যুঁজ কৰি মৰা পৰে। পৰীয়াটোৱে একো উমান নাপাই গুচি যায়গৈ। আটাইবোৰে লুকাই থকা ঠাইৰ পৰা ওলাই আহি বুঢ়াক দেখে। মৰাৰ কথা গম পায় আটায়ে। পৰ্ঘুৱে বুঢ়াৰ ভৰিৰ পৰা মূৰটো তুলি পৰীয়াটো যোৱাৰ ফালে চায় আৰু হঠাতে দাখন তুলি পৰীয়াটোৰ ফালে দৌৰ দিয়ে। বাকীবিলাকেও একেদৰে কিছুদুৰ যায়।)

## দৃশ্য—১১

( ঢোলৰ চাপৰৰ মাত )

টেকেলা : *(চিএৰি ৰাইজক জনায় )* স্বৰ্গদেউৰ আদেশ, স্বৰ্গদেউৰ আদেশ, প্ৰতিগোট পাইকৰ এজনকৈ যুদ্ধৰ বাবে সাজি-কাচি ওলাব লাগে। নিজৰববীয়াকৈ ধনু, দা, সাজপাৰ লৈ যাব লাগিব। আজিৰ দিনটোৰ ভিতৰত সকলো গৈ বৰা, শইকীয়াৰ সহিতে ৰাজখোৱাৰ ঘৰত উঠিবগৈ লাগিব। স্বৰ্গদেউৰ আদেশ, স্বৰ্গদেউৰ আদেশ। *( ক্ৰমাৎ পুনৰ আবৃত্তি কৰি বাহিৰ হৈ যায়)*

*( মৃদু উত্তেজনা)*

হলধৰ : কি কৰা কাৰ্ফাই?

কাৰ্ফাই : যুদ্ধৰ আদেশ যেতিয়া যাবই লাগিব। ক'ত লগিছেনো পিচে। মহাজঞ্জালখন হ'ল নহয়। পথাৰৰ ধান শেষ হোৱাই নাই আনৰ হাতত এৰি যাবলৈ সত নাযায়।

ভৃগু : পোনতে ডিবৰু আৰু ডাঙৰীৰ মাজৰ ঠাইত। তাৰ পাচত চেঁচা নদীৰ কাষত। এতিয়া সৈন্য লাগে ৰজাসবক। যা তইঁতে জ্ঞাতিৰ লগত যুঁজগৈ।

## দৃশ্য—১২

(বৰাৰ ঘৰত ভৃগু আৰু হলধৰৰ সৈতে বৰা)

বৰা : শুন ভৃগু, ৰজাৰ আদেশ যেতিয়া পাইকগোটৰ পৰা একোটাহঁত যাবই লাগিব। বৰা বিষয়খন খাইছোঁ যেতিয়া মইও তহঁতক পঠাবই লাগিব। তহঁততকৈনো মই কিমান ওপৰত। তই কৈছ যে তয়ে হলধৰে পলাব খুজিছ। বহুতে ৰণলৈ নোযোৱাৰ উমান পাইছোঁ।

ভৃগু : চাওক দেউতা। বিদেশীবঙালৰ বিৰুদ্ধে আগতে যুঁজ হয়, পৰজাই ৰাখিবলৈ যায় এতিয়াও বিদেশীৰ লগত যুঁজ নাই কাৰণে দেশৰ মানুহক বিস্তৰ অত্যাচাৰ কৰিলে। পৰজাই দ্ৰোহ নাচৰিব কিয়? সেইবোৰ পৰজা আমাৰ কুটুম। আমাৰ দৰেই জৰৌবৌৰা।

বৰা : ভৃগু, এইবোৰ কথা তহঁতে যে উমান ধৰিব পাৰিছ, মই ভবাই নাছিলোঁ। শইকীয়াৰ ঘৰত এইবোৰ কথা পাতিছোঁ। তেখেতেও হাজৰিকাৰ সৈতে পাতিছে। শুনিছোঁ যুঁজ ডাঙৰেই। মৰাণে মোহনমালা গোহাঁইক ৰজা পাতিব বুলি লগত লৈছে। মোহনমালা গোহাঁই আমাৰ সকলোৰে মৰমৰ। গোহাঁই যেতিয়া মৰাণৰ লগ হৈ হাতীত উঠি আহে আমাৰ সেনাপতিয়ে অস্ত্ৰ তোলে কৰ পৰা। সেইবোৰ কথা শুনি আমিও মহা অশান্তিত আছোঁ। ৰজাৰ আদেশ যেতিয়া যুঁজলৈ আমিও যাবই লাগিব।

ভৃগু : নহয় দেউতা, আমাক নাটানিব। লাগিলে আমি ভকতীয়া হ'লো বুলিব। জ্ঞাতিৰ বিৰুদ্ধে আমি যুঁজিব নোৱাৰোঁ।

বৰা : তহঁত আটাইবোৰ নগ'লে মোৰ ফালে আধ্যা পাৰিব। যি যি ৰণলৈ ওলায় ওলাওক। তহঁত দুটাই যি কৰ কৰ। মই তহঁতৰ এইবোৰ কথাত একো নামাতো। মোৰ সময় নাই। ওলাবৰ হ'ল। ঘৰখন অলপ থান-থিত লগাই যাব লাগে। তই যা।



## দৃশ্য ১৩

*(যুঁজলৈ যোৱাৰ দৃশ্য)*

হাতে হাতে দা, টোকোন, ধেনু আদি লৈ সাধাৰণ মানুহৰ ধাৰ নিছিগা লানি এটা বে-চিজিলভাৱে ৰণ মতলীয়া খোজেৰে পাৰ হৈ যাব।

## দৃশ্য ১৪

*(যুদ্ধৰ সাজত যুদ্ধক্ষেত্ৰত)*

ৰাঘ : ডিবৰু নদীৰ সিপাৰে যুঁজ চলোতে যেনেকৈ নদীৰ পাৰ হ'বলৈ দি দলং কাটি ৰজাৰ সেনা আৰু সেনাপতি খাবলৈ নোপোৱা কৰিছিলোঁ এইজনা সেনাপতিৰ বিৰুদ্ধেও তেনে কিবা এটা ব্যৱস্থা লব লাগিব। ৰজাৰ সৈন্য সামন্ত আৰু অস্ত্ৰ-শস্ত্ৰৰ লগত আমাৰ চুণসনা কাঠৰ তৰোৱাল, মেচি দা আৰু ধেনুকাঁড়ে কি তিষ্ঠিব পাৰিব। ( *চিন্তা কৰি)* কালিলৈ আমাৰ এটা দলে যুঁজৰ আৰম্ভণিতে তয়া-ময়া যুঁজ কৰি হৰাৰ ভাও কৰি দেখা দেখিকৈ পলাই যাব। ওচৰৰ হাবিখনত আমাৰ আন এদল মানুহে দা লৈ জোপ পাতি থাকিব। ৰজাৰ সৈন্যই খুই মাৰি খেদি আহিব। তেতিয়া হাবিৰ পৰা ওলাই আমাৰ মানুহে ৰজাঘৰীয়া মানুহক পাচফালৰ পৰা কাটিব। তই কি কৰ?

এজন : ককাইটি তোৰ বুদ্ধিটো ভাল। কাইলৈ কি হয় চাবি।

## দৃশ্য ১৫

যুদ্ধত নানা ধৰণৰ উৰুমি হৈ থাকে আৰু তাৰ মাজতে ভৃগুৰ মাত শুনা যায়। সি ৰাঘৰ দলক বুজাবলৈ চেষ্টা কৰিছে যদিও ৰাঘৰ দল সহজতে পতিয়ন যাব খোজা নাই। সি যুঁজি যুঁজিযেই ৰাঘৰ সৈন্যক বুজাবৰ চেষ্টা চলাই গৈছে।

ভৃগু : ঐ নামাৰিবি ঐ নামাৰিবি। ৰ'বি । শুন, শুন শুনচোন শুন, আগতে শুনি লহঁক।

এজন : কি হ'ল, কি হ'ল, কি শুনিব লাগে? কিহৰ ফাকতি মাৰিছ? কাটি দুছোৱা কৰিম।

ভৃগু : কাটিবি, আগতে শুনি ল, আমি ৰজাঘৰীয়াৰ ফালৰ পৰা তহঁতক খেদাৰ চলেৰে পলাই আহিছোঁ।

সেনা : ফাকতি নামাৰিবি। এইবোৰ যুঁজৰ ফন্দি।

ভৃগু : তই আগতে মানুহ কটাটো বন্ধ কৰি শুনি লচোন।

সেনা : ৰবি, আমাৰ ককাইদেউক মাতো? অ' ককাইটি চাওঁ, এই ফালে আহকচোন ( ৰাঘ হাঁহে)

ৰাঘ : কি হ'ল?

সেনা : এইটোৱে কৈছে আমাক খেদি অহাজাক বোলে আচলতে আমাৰ লগ লাগিবলৈ আহিছে।

ভৃগু : হয় মানুহজাকক নাকাটিব। সুযোগ পালেই এই ফাললৈ আহিবলৈ আমিও আগৰে পৰা আলচ কৰি আছিলোঁ। আজি মই আগ হৈ দিয়াৰ লগে লগে সকলোৱে মোৰ পাচ ল'লে। আমি এতিয়াৰ পৰা আপোনাৰ মানুহ। মানুহখিনি ৰাখক।

ভৃগুৰ ফালৰ ঃ হয়, হয়। আমাক ৰাখক।

সকলোৰে

ৰাঘ ঃ ঐ মানুহ নাকাটিবি। ৰবি ৰবি নাকাটিবি। সকলো চাপি আহ ।

*( ভৃগুহঁতৰ দলটোক ৰাঘৰ মানুহে এতিয়া বিশ্বাসত লোৱা নাই। সাৱধানী দৃষ্টিৰে সিহঁতক ৰাঘৰ আগত থিয় কৰায়।)*

সকলো আহিলেনে? আজিৰ যুঁজত ৰজাঘৰীয়া সেনাৰ ডাঙৰ দল এটাই আমাৰ লগ লৈছেহি। নিজ মুখেৰে আমি সিহঁতৰ পৰা শুনো আহ।

ভৃগু ঃ আমি ৰজাঘৰীয়া সেনাই ৰজাঘৰৰ আদেশ মতেহে এই যুঁজলৈ আহিছোঁ। আপোনালোক আমাৰ জ্ঞাতিৰ লোক। সেয়ে জ্ঞাতিৰ বিৰুদ্ধে আমাৰ হাত নুঠে। আমৰ সেনাপতি ফুকন ৰজাৰ বিষয়া। তেওঁলোকে আমাক যুঁজিবলৈ ক'লেও আমাৰ গাত যুঁজৰ দেউ উঠা নাই ৰজাঘৰৰ বেছি ভাগৰে একেই অৱস্থা। গতিকে আপোনালোকে বৰ কষ্ট কৰিব নালাগে। আৰু বহুত আহিব। সোনকালে গড়গাঁও পাবলৈ লাগে।

ৰজাঘৰীয়া

সেনা ঃ হয় হয়।

ৰজা ঃ ৰজাঘৰীয়াৰ ভিতৰুৱা কথা শুনি আমি বৰ আনন্দিত, অত্যাচাৰী ৰজাক সোনকালে আঁতৰাব লাগে।

সকলোৰে ঃ হয় আঁতৰাব লাগে, আঁতৰাব লাগে।

ৰাঘ ঃ ৰাইজ, আনন্দতে গাওঁ আহক

তাৰে মানুহ তাকে কাটে
তাঁৰে হিলৈ তাকে মাৰে
চতুৰ্ভুজে ৰাখে ঐ
অষ্টভুজে ৰাখে

*(সমস্বৰে গায়)*

## দৃশ্য–১৬ (ক)

যুদ্ধক্ষেত্ৰত ৰাঘৰ ছাউনী। সময় ৰাতি। সকলোৰে মিলি ৰণনীতি তৈয়াৰ কৰিছে।

ৰাঘ ঃ ভৃগুৱে উত্তম খবৰ এটাকে দিছে। আমাৰ মোৱামৰীয়াসকলক বাকীসকল ৰাইজে কিবা মায়া কৰিব জনা বুলি ভয় কৰে। ৰজাঘৰীয়া বেছিভাগ সেনাৰ মাজত প্ৰচাৰ চলাই দিব লাগিব যে আমাৰ ভাবুলি আৰু ভুতুকীয়েও ৰণত তিৰোতা মানুহ হৈও যুঁজ কৰিছে। তেওঁলোকে মন্ত্ৰ কৰিব পাৰে। হিলৈ-বাৰুদৰ গুলী আঁচল পাতি লব পাৰে!

ভৃগু ঃ আপোনাৰ বুদ্ধিটো ভাল। এই প্ৰচাৰ ৰজাঘৰীয়া সেনাৰ মাজত চলাই দিয়াৰ পাচত তেওঁলোকক যুঁজৰ আগশাৰীত দেখিলে ৰজাঘৰীয়া সেনাৰ কলিজা ক'লা পৰি যাব।

ৰাঘ ঃ অমৰ চৰীয়া পঠাবলৈ দায়িত্ব তোকেই দিলোঁ।



ভৃগু ঃ ভাল আৰু এটা কাম কৰোঁ। আমাৰ মাজত মানুহ খোৱা পিশাচ আছে বুলি মিছাকৈ ৰজাঘৰীয়া মানুহবোৰৰ মাজত উলিয়াই দিওঁ। আমাৰ দুজনে ৰজাঘৰীয়াই দেখাকৈ গায়ে -মূৰে, চকুত সেন্দূৰ সানি এহাতে পোৱা শ'ল মাছ এটা ল'ব। আনখন হাতত খেৰৰ জুমুঠিত কাপোৰ বা কিবা ৰং লগাই কৰা মানুহৰ হাত বা ভৰি লৈ যুদ্ধৰ পথাৰত নাচিব সিহঁতে দেখাকৈ, তাৰ পাচত চাবিহঁক।

*( আটাইয়ে ফূৰ্তিত কিৰিলি পাৰে)*

## দৃশ্য–১৬ (খ)

*(যুদ্ধক্ষেত্ৰ)*

*(দুটা ক'লা মানুহে ভূত সাজি অদ্ভুত নাচ নাচি থাকিব। ৰজাঘৰীয়া সৈন্য ভয়ত মূৰ্চ্ছা যাব।)*

## দৃশ্য–১৭

*(যুদ্ধৰ ছাউনী)*

কাৰ্ফাই ঃ আগৰ আটাইবোৰ সেনাপতিয়ে আমাৰ গোহাঁই দেৱতাক দেখিলে যুঁজ এৰি দিয়ে। এইজনৰহে কি চুত খৰে খালে জানো, একো নামানি সমুখ সমৰ দিলে।

ভৃগু ঃ ভালেই হ'ল দে, সঁচাসঁচি যুঁজ এখনো চাব পৰা গ'ল।

কাৰ্ফাই ঃ পিচে বুঢ়ী দিহিং পাৰ হোৱাৰ পিচত এইখন যি মহাযুদ্ধ লাগিলে ইয়াৰ পাচত ইমান ডাঙৰ যুঁজ নহ'ব যেনেই পাইছোঁ।

ভৃগু ঃ আৰু মাথোঁ দুদিনৰ বাট। তাৰ পাচত ৰাঘ সেনাপতিয়ে বোলে পোনচাটেই গড়গাঁও ল'বগৈ। গড়গাঁৰৰ আমাৰ ফলীয়া মানুহে ভিতৰুৱা খা-খবৰ পঠাই আছে।

কাৰ্ফাই ঃ চাৰিও ফালৰ পৰা মানুহ আহি দলে দলে লগ লাগিছে। আমাৰ হলধৰে ওচৰৰ ভদ্ৰহঁতৰ গাঁৰৰ লগ লাগি আৰু য'ত যি আছে সকলোকে লৈ উত্তৰ পাবলৈ যোৱাৰ কথা। তাতো তমোময় ৰণ।

ভৃগু ঃ এৰা, ময়ো তাকেই ভাবিছোঁ।

কাফাই ঃ গড়গাঁৱলৈ ৰজা মন্ত্ৰীৰ ৰং চাবৰ বাবে মইযে তেনেই উত্ৰাৱল হৈ আছোঁ। সিহঁতৰ এতিয়া চাগে হাড়ত কঁপনি উঠিছে।

ভৃগু ঃ চাৰিওফালৰ পৰা পৰজাই আহি আমাৰ লগ হৈছে, এই খবৰ ৰজা ঘৰে পায়েই আছে। ইফালে ইখন যুঁজত হাৰিছে সিফালে সিখন যুঁজত হাৰিছে। সিহঁতৰ হাড়ত কঁপনি নুঠিবনে।

কাৰ্ফাই ঃ সিহঁতৰ কেঁহেৰাজ পৰা মুখত তেতিয়া কিমান দম্ভ থাকে তাক চাবলৈ পালেহে মোৰ মুখলৈ এগৰাহ বেছিকৈ ভাত যাব।

# দৃশ্য–১৮ (ক)

*( চিন্তামণিগড়ত লক্ষীসিংহ, কীৰ্তিচন্দ্ৰ আৰু অন্যান্য বিষয়াসকল। সকলোৰে মাজত উত্তেজনা। সময় ৰাতি)*

বৰফুকন : স্বৰ্গদেউ আইকুঁৱৰীসকলৰ সৈতে এই আঘোণমহীয়া হাড় কঁপোৱা জাৰত খোজকাঢ়ি ৰংপুৰৰ পৰা পলাই আহিবলগা হৈছে। সামান্য দোলাভাৰী কেইটাইও স্বৰ্গদেউৰ সঙ্গ এৰিলে। চৰাই পাখিৰ কোমল বিছনাৰ ঠাইত চিন্তামণি গড়ৰ বাঁহৰ চাঙত খপিব লগা হৈছে।

লক্ষীসিংহ : মোৰ কাৰণে আপোনাসবে চিন্তা নকৰিব। এতিয়া এই বিপদ কালত কেনেকৈ বাচিব পাৰি তাৰহে উপায় চিন্তা কৰা উচিত।

ন- ফুকন : বিদ্ৰোহীবোৰে আহি গড়গাঁও এই পাওঁ পাওঁ। নগৰৰ প্ৰজাক বিশ্বাস কৰিব নোৱাৰি। সবেই বিদ্ৰোহীৰ লগ ল'ব । আমাৰ ভালেমান বিষয়াই বিপক্ষ ল'লেই। গতিকে আমাৰ যে নিস্তাৰ আছে সেয়া মনে নধৰে।

লক্ষীসিংহ : এনে পৰিস্থিতিত যিবা কৰা উচিত ডাঙৰীয়াসবে তাকহে কৰা উচিত।

ন-ফুকন : আমাৰ বিচাৰ মতে স্বৰ্গদেউৰ সহোদৰ বৰজনা গোহাঁই যেতিয়া বিদ্ৰোহীৰ দলত আৰু তেখেতক যেতিয়া বিদ্ৰোহীয়ে ৰজা পাতিব, গতিকে সময় থাকোতেই আত্মসমৰ্পণহে যুগুত।

বাকীসকল : বিচাৰটি ভাবি চাবলগীয়া।

লক্ষীসিংহ : ডাঙৰীয়া সবেই বিচাৰ কৰক।

এজন : বৰ্তমান পৰিস্থিতিত এয়েহে যুগুত হ'ব। তাকে নকৰি যুদ্ধ কৰিবলৈও আমাৰ সেনা বিদ্ৰোহীৰ আগত তেনেই নগণ্য।

লক্ষীসিংহ : ডাঙৰীয়াসবৰ বিচাৰৰ ওপৰত মোৰ কোনো মতামত নাই। বৰবৰুৱা ডাঙৰীয়াই বা কি কয়।

কীৰ্তিচন্দ্ৰ : স্বৰ্গদেউ অধমৰ দোষ মৰিষণ কৰিব। ডা-ডাঙৰীয়াসবৰ মতামতৰ সৈতে মই একমত নহওঁ।

লক্ষীসিংহ : তেন্তে আপোনাৰ মতামত খোলোচাকৈ কওক।

কীৰ্তিচন্দ্ৰ : কেইটামান মৰাণে দ্ৰোহ আচৰিছে। দেশৰ দুষ্ট পৰজাই সিহঁতৰ লগ লৈছে। এতিয়া সেই দুষ্টমখাৰ চৰণত স্বৰ্গদেউ পৰিবগৈ। ই কেতিয়াও হ'ব নোৱাৰে। সিহঁতৰ স্বাৰ্থ আছে। ৰজাঘৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰা সামান্য কাঁড়ী পাইকত শৰণ লোৱাটো কোন বুদ্ধিমানৰ কাম?

বৰফুকন : বৰবৰুৱাৰ কথাবোৰ ওফাইদাং মৰা হৈছে। দেশৰ লাখ লাখ পৰজাই বিদ্ৰোহ আচৰিছে। কাৰোবাৰ মইমতালিৰ বিৰুদ্ধে।

কীৰ্তিচন্দ্ৰ : কাৰ মইমতালিৰ বিৰুদ্ধে?

বৰফুকন : চল ফন্দিৰে নাৰৰ গুৰি বঠা নিজৰ হাতলৈ নি দপদপনি মাৰি লুইতৰ চাকনৈয়াত নিজৰ লগতে বাকী সকলোকো পেলালে। মাজ পানীত কি কৰিব পাৰি?



লক্ষীসিংহ : এই শেষ নিশা হাতত কেই দণ্ড আছে। বিদ্ৰোহী আহি এই পায় এই পায়, নিজৰ প্ৰাণৰ চিন্তা। এতিয়া ঘৰুৱা কলহত মত্ত হ'লে কেনেকৈ হয়।

কীৰ্তিচন্দ্ৰ : *(কৰ্তৃত্ব আৰু খঙত)* স্বৰ্গদেৱে এনে অযুগুত কথালৈ কাণ নিদিয়ে। যদি নাও ডুবে আটাইবোৰ নাৰৰীয়াৰে দোষ। দুষ্ট মৰাণৰ লগ দুষ্ট কাঁড়ী পাইকে লৈছে। এইবোৰ নগৰীয়া ঠাইৰ সামান্য প্ৰজাই উত্তম লোকৰ সঙ্গত থাকি অধিক চতুৰ হৈ আছে। ইহঁতেও মৰাণৰ লগ লব। তেতিয়া দুষ্টৰ উন্নতি হৈ অৰ্ধমই দেশ ছাটিব। ধৰ্মনীতিৰ লোপ কৰি শান্ত-শিষ্ট লোকক নষ্ট কৰিব। কোনো কোনো উত্তমলোকে স্ব-ধৰ্ম ত্যাগ কৰি দুষ্টলোকৰ ধৰ্ম আচৰিব। গতিকে উত্তমলোকে স্ব-ধৰ্মত থকাটোৱে শাস্ত্ৰসন্মত। দুষ্টলোকৰ ওচৰত নতি স্বীকাৰ কৰা অনুচিত। সাধাৰণ নীচ প্ৰজাৰ বশ্যতা স্বৰ্গদেউৰ দৰে স্বৰ্গপুৰুষে কেতিয়াও নকৰিব।

লক্ষীসিংহ : ডা-ডাঙৰীয়াসকল মই চিন্তা কৰিব নোৱাৰোঁ। বিচাৰ শক্তি মোৰ লোপ পাইছে। মই আপোনালোকৰ ওচৰত আত্মসমৰ্পণ কৰিছোঁ।

কীৰ্তিচন্দ্ৰ : আমি স্বৰ্গদেউৰ সেৰকবো সেৰক। আমাৰ আগত তেনে কথা নক'ব। মই ফুকনসকলক দুখনমান নাও যোগাবলৈ পঠাইছোঁ। যোগাৰ হ'লেই আমি আটায়ে দিহিঙেদি কলিয়াবৰলৈ যাম। তাত আমাৰ বিষয়াসকল এতিয়াও বিশ্বাসী হৈ আছে। ফুকনসকল পাইহিহে লাগে। স্বৰ্গদেৱে ক্ষন্তেক বিশ্ৰামকে লওক।

লক্ষীসিংহ : প্ৰাণৰ কাতৰ সময়ত বিশ্ৰাম নহয় ডাঙৰীয়া। নানান দুশ্চিন্তাই মোক খুলি খুলি খাইছে।

কীৰ্তিচন্দ্ৰ : আপুনি বিচলিত নহ'ব স্বৰ্গদেউ, সেইয়া ফুকন আহিছে। *(ফুকন আহে)* নাও যোগাৰ হ'লনে ফুকন?

ফুকন : ওচৰে-পাজৰে ঘূৰি নাও নাপালোঁ। যি দুই এখন আছে নাৰৰীয়াই অবাইচ মাতি খেদি আহিল। স্বৰ্গদেউ আৰু ৰজাঘৰীয়াকে ধৰি যিখিনি কথা শুনি আহিলোঁ নিজৰ জীৱনৰ ওপৰতে ধিক্কাৰ জন্মিছে।

কীৰ্তিচন্দ্ৰ : *(গৰজি উঠে)* মনে মনে থাকক ফুকন। সকলো কথাৰে সীমা আছে। সামান্য নাওকেইখনমান যোগাৰ কৰিব নোৱাৰে। নিঃকিন লোকৰ অবাইচ মাত সহ্য কৰি মুখ দেখুৱাবলৈ আহিছে। তাতে তাক কাটি দুছোৱা কৰিব নোৱাৰিলে?

ফুকন : কিয় সাহসে নুকুলালে ক'ব নোৱাৰোঁ।

কীৰ্তিচন্দ্ৰ : আপুনি বাচি গ'ল। এতিয়া সময় নাই, নহ'লে আপোনাক উপযুক্ত পুৰস্কাৰ দিয়া গ'লহেঁতেন।
*( দূৰৈত হিলৈৰ শব্দ)*

লক্ষীসিংহ : *( ভয়ত)* কিহৰ শব্দ?

বুঢ়াগোহাঁই : হিলৈৰ শব্দ। নিশ্চয় বিদ্ৰোহীহঁতে গড়গাঁও ল'লে। আমালৈ আৰু কেতেপৰ?

কীৰ্তিচন্দ্ৰ : আমাৰ থৈ অহা সেনাই সেয়া যুঁজ দিছে। দুষ্টহঁতক কিছুসময় তাতে ভেটা দি ৰাখিব । আৰু পলম কৰিলে নহ'ব। মই নিজে যাওঁ নাও বিচাৰোঁ। স্বৰ্গদেউ আপুনি নিশ্চিত থাকক।
*( কীৰ্তিচন্দ্ৰ যায়)*

## দৃশ্য—১৮ (খ)

*(দূৰৈত হিলৈৰ শব্দ বাঢ়ি যায়)*

লক্ষীসিংহ : *(হামি মাৰি )* বৰবৰুৱা কেনি গ'ল? উমঘামেই নোহোৱা হ'ল যে?

বৰফুকন : (দূৰলৈ চায়) স্বৰ্গদেউ, আন্ধাৰত একো নমনি। বৰবৰুৱাৰ একো সম্ভেদ পোৱা নাই।

লক্ষীসিংহ : আন্ধাৰত ক'তনো হেৰাল সেই বুঢ়া মানুহজন?

বৰফুকন : মোৰ মন গোন্ধাইছে স্বৰ্গদেউ।

লক্ষীসিংহ : কিহৰ বাবে?

বৰফুকন : নিশ্চয় বৰবৰুৱা মৰাণৰ লগ লৈছেগৈ। তেখেতে তেনে কাম কৰিব নালাগিছিল। ইমান দিন স্বৰ্গদেউৰ অধীনত ক্ষমতা খালে। এতিয়া চাৰিওফালে বিদ্ৰোহী চাপি আহিছে। এই মুহূৰ্তত বৰবৰুৱাই স্বৰ্গদেউক আনি ভগাগড়ত এইদৰে মেলিব নালাগিছিল।

লক্ষীসিংহ : মই একোকে ক'ব নোৱাৰা হৈছোঁ। সকলোৱে মোক এনেদৰে নিঠৰুৱা কৰিছে কিয়? এতিয়া মৰাণহঁতে মোহনমালাক ৰজা পাতি থব । তেওঁত শৰণ ললেইমোৰ নিস্তাৰ। তাকো কৰিবলৈ নিদি মোক বিদ্ৰোহীৰ আঘাতে মৰিবলৈ দিলে। কি হৈছে মই ক'ব নোৱাৰোঁ। কি হৈছে মোৰ।

*( স্বৰ্গদেউ বিতত হৈ মূৰে-কপালে হাত দিয়ে।)*

বৰফুকন : স্বৰ্গদেউ, স্বৰ্গদেউ। *( দূৰৈত হিলৈৰ শব্দ বাঢ়ি আহে। কীৰ্তিচন্দ্ৰ আহে)*

কীৰ্তিচন্দ্ৰ : *( বেজাৰ মনে)* অতি কুচিৎ মহাম্লেচ আমি স্বৰ্গদেউৰ সেৱকবো সেৱক, সেই স্বৰ্গদেউক এনে সময়ত এৰি থৈ যোৱা বুলি কোনো টুটকীয়াই ক'লে বুলিয়েই স্বৰ্গদেৱে বিশ্বাস কৰিছে। মৰাণ কাষ চাপি অহাৰ লগে লগে ডা-ডাঙৰীয়া সকলোৱে বুদ্ধিভ্ৰষ্ট হৈছে। সেয়া বিদ্ৰোহীবোৰৰে জয়। নিঃকিন প্ৰজাই সকলোকে এনেদৰে বুদ্ধিভ্ৰষ্ট হোৱা দেখি আচৰিত হৈছে। সকলোৱে কৈছে বৰবৰুৱালৈহে মৰাণৰ খং, বৰবৰুৱাকহে মৰাণে মাৰিব। স্বৰ্গদেউ দেশৰ প্ৰজা কাৰো একো নাই। কাকো একো নকৰে সকলোৱে কয় মৰাণ ৰজা হোৱা নাই। বৰজনা গোহাঁইদেৱৰ পুতেককহে ৰজা পাতি আনিছে। ই কথা মিছা, স্বৰ্গদেৱে নুশুনিব, নপতিয়াব। এইটো দুষ্টলোকৰহে ফন্দি। মোৰ মানুহে ভাল দৰে জানি আহিছে। বৰজনা গোহাঁইক ৰজা পাতিম বুলি ফন্দিৰে চপাই লৈ তেওঁকে আগত ৰাখি দেশকে বৰাই মৰাণে কয় বৰজনা গোহাঁইলৈ অস্ত্ৰ ধৰিব পাৰে যি ধৰক, পোৱে পুতে সবংশে কাটিব। জিনিলেও ৰাজদ্ৰোহ কৰা হ'ব। এতেকে সি দুষ্ট লোকৰ ফন্দিহে।

লক্ষীসিংহ : বৰবৰুৱাই উচিত কথাকে কৈছে।

বৰবৰুৱা : মৰাণে মোক মাৰি আনক এৰিব এইখিনি নহয়। স্বৰ্গদেৱে তাক নপতিয়াব। দুষ্টহঁতে আপোনাক কেতিয়াও নেৰে। হাবিৰ প্ৰজাই ৰাজচক্ৰৱৰ্তীৰ পদ পালে তাক এৰি হাবিলৈ ঘূৰি যাব বুলি কোনোৱে ক'লেও স্বৰ্গদেৱে নপঠিয়াব।'

বৰফুকন : বৰবৰুৱাৰ কথা সকলোখিনি শাস্ত্ৰজ্ঞ আৰু নীতিপৰ। তাক আচৰিবও লাগে। কলিয়াবৰ পালেই সকলো উপায় হ'ব। কলিয়াবৰলৈ যাবলৈ নাও নহ'লে কিহেৰে যোৱা হ'ব? সিহঁতো মোৱামৰীয়াৰ ভকত। বাটত মৰ্যদা হেৰুৱাতকৈ ইয়াতে ববজনা গোহাঁইদেৱলৈ শৰণ লোৱাৰ খবৰ পঠোৱা ভাল হ'ব।



ফুকন : *( দূৰৈৰ পৰা)* নাও পোৱা গৈছে। পিছে ভাৰী নাও এখনহে। তাৰেই কিবা ব্যৱস্থা কৰক। সময় চাপি আহিছে।

বৰবৰুৱা : *(চিন্তা কৰি)* এখনহে নাও, নাৰেৰে স্বৰ্গদেউক আইকুঁৱৰীসকলৰ সৈতে পঠোৱা যাওক। (স্বৰ্গদেউৰ কাষ চাপি) স্বৰ্গদেউ আপুনি সাজু হওক।

বৰ ফুকন : স্বৰ্গদেউ ভাৰী নাও এখনহে! স্বৰ্গদেউ, গোহাঁইদেউ, আইকুঁৱৰীদেউসকল, আইসকলো আছে। তাত কোন যাব? ভাৰী নাৱত গাঁকে মৰাকৈ উঠিব নোৱাৰি। যদি ভাৰী নাৱত স্বৰ্গদেউ গ'লে, স্বৰ্গদেউৰ বন্দী—বেটী তুমি আমি অনেক আহিছোঁ। এইবোৰ স্বৰ্গদেউৰ লগত যাব কি ৰূপে? যাব নোৱাৰিলে, সিহঁতে নৌ এৰোতেই আমিয়েই লগ এৰা হ'ল।

বৰবৰুৱা : এতিয়া এনেবোৰ বিৰোধী কথা শুনি সময় খৰচ কৰাৰ সকাম নাই। যোৱাটো ৰাতিৰে পৰা এতিয়ালৈকে এনেবোৰ কথাৰে স্বৰ্গদেউৰ কাণ ঘোলা কৰা হ'ল। এতিয়া মন স্থিৰ কৰি আপুনি সাজু হওক।

বৰফুকন : স্বৰ্গদেউ, যাবলৈকো বাটতে হ'ল মোৱামৰা। দেশেই হৈছে তাৰেই। অনেক নাৱৰীয়া দিনে-- ৰাতিয়ে দিহিঙতে থাকে। তাতে সিহঁতৰ মেধিৰে সৈতে সকলোবোৰ ধৰ্ম-কৰ্মক নাজানে। তেনেবোৰে লোকজন নাইকিয়াকৈ পালে অপঘাতে নমৰাকৈ নেৰিব।

*(বুঢ়াগোহাঁই সোমাই আহিব)*

বুঢ়াগোহাঁই : স্বৰ্গদেউ, সৰ্বনাশ। গড়ৰ ভিতৰত বিদ্ৰোহী সোমাইছে।

কীৰ্তিচন্দ্ৰ : কি? এতিয়া কি কৰা যায়?

বুঢ়াগোহাঁই : আত্মসমৰ্পণৰ বাহিৰে আন উপায় নাই। সিহঁতে গড় বেৰি ধৰি আগবাঢ়ি আহিছে।

লক্ষীসিংহ : *(গৰজি)* আপোনালোকৰ ওপৰত ভৰসা কৰি থাকিয়েই এই নাজল নাথল অৱস্থা। বৰবৰুৱা শুনক, আপুনি বিদ্ৰোহীৰ বেহু ভাঙি তাৰ মাজেৰে যাওক মোৱামৰীয়া গোসাঁইৰ কাষলৈ।

বৰবৰুৱা : স্বৰ্গদেউ।

লক্ষীসিংহ : কোনো ওজৰ মই শুনিব নোখোজোঁ। এয়া মোৰ আদেশ। মোৱামৰা গোহাঁইৰ ৰজাঘৰৰ প্ৰতি মনোভাব ভাল, আপুনি আগেয়ে যি দায়-দোষ কৰিছিল তাক ক্ষমা খুজি শৰণ লওকগৈ। মোৰ আদেশ। আপুনি যাবই লাগিব।

বৰবৰুৱা : স্বৰ্গদেউৰ আদেশ শিৰোধাৰ্য। এই বুঢ়া দেহত শকতি থাকে মানে ৰজাঘৰৰ মই সেৱক। মই আহোঁ।

বৰবৰুৱা ওলাই যায়। বিদ্ৰোহীবিলাক সোমাই আহে। যিমান পাৰে সিমান বিদ্ৰোহীয়ে বিভিন্ন পথেৰে সোমাই আহিব। প্ৰত্যেকৰে হাতত একোডাল জোঁৰ আৰু লাঠি। কাঁহ, শঙ্খ, পেঁপা, ডবা আদি প্ৰথমে লাহে লাহে পাচত বেছিকৈ বাজি উঠে। স্বৰ্গদেউ, বৰগোহাঁই, বৰফুকন আদিক বিদ্ৰোহীহঁতে নিৰস্ত্ৰ কৰে। তেওঁলোকক আঁঠু লোৱায়। বিদ্ৰোহীহঁত আনন্দত মতলীয়া হৈ ঢোল—খোলৰ তালে তালে বাকীসকলৰ চাৰিওফালে ঘূৰি নাচিবলৈ ধৰে আৰু সৰ্বশেষত ৰাঘৰ নেতৃত্বত চিঞৰি উঠে—

'ৰাইজেই ৰজা, ৰাইজেই ৰজা'।

**সমাপ্ত**

# জীৱন কল্লোল

## ড° বসন্ত কুমাৰ ভট্টাচাৰ্য



### চৰিত্ৰৱলী

প্ৰথম. দ্বিতীয়. তৃতীয়. চতুৰ্থ



*(মঞ্চৰ আঁৰকাপোৰ আতৰি গ'ল। পোহৰ পৰিল। দৰ্শকলৈ চাই চাৰিটা চৰিত্ৰ থিয় দি থাকে)*

প্ৰথম : ( দৰ্শকলৈ চাই ) শ্ৰদ্ধেয় দৰ্শক মণ্ডলী, এয়া আমি নিবেদন কৰিবলৈ লৈছোঁ নাট্যকাৰ বসন্ত কুমাৰ ভট্টাচাৰ্য ৰচিত নাট জীৱন কল্লোল। সমাজ জীৱনৰ এটি বাস্তৱ চিত্ৰ প্ৰতিফলিত হোৱা এই বাস্তৱধৰ্মী নাটখনৰ চৰিত্ৰ চাৰিটা। মই শ্ৰী (নিজৰ নামটো ক'ব) ই প্ৰথম চৰিত্ৰৰ অভিনয় কৰিম।

দ্বিতীয় : (দৰ্শকলৈ চাই) মই শ্ৰী (নিজৰ নামটো ক'ব) ই দ্বিতীয় চৰিত্ৰৰ অভিনয় কৰিম।

তৃতীয় : (দৰ্শকলৈ চাই) মই শ্ৰী (নিজৰ নামটো ক'ব) ই তৃতীয় চৰিত্ৰৰ অভিনয় কৰিম।

চতুৰ্থ : (দৰ্শকলৈ চাই) আৰু মই শ্ৰী (নিজৰ নামটো ক'ব) ই চতুৰ্থৰ চৰিত্ৰৰ অভিনয় কৰিম।

প্ৰথম : আমাৰ অভিনয়ে আপোনালোকক সন্তুষ্ট কৰিব পাৰিব নে নাই নাজানো --

দ্বিতীয় : কিন্তু নাটখনে যাতে মঞ্চত সফলতা লাভ কৰিব পাৰে তাৰবাবে আমি এটা নম্ৰ প্ৰচেষ্টা কৰিছো।

তৃতীয় : সুদীৰ্ঘ এমাহ কাল আমি ৰিহাৰ্চেল কৰিছোঁ।

চতুৰ্থ : যথেষ্ট শ্ৰম, যথেষ্ট ধন খৰচ কৰিছোঁ।

প্ৰথম : আৰু আজি এয়া অভিনয় দেখুৱাবলৈ আপোনালোকৰ সন্মুখত থকা এই পৱিত্ৰ মঞ্চত থিয় দিছোঁ।

দ্বিতীয় : আমাৰ অভিনয়ৰ বঢ়া-টুটা, দায়-দোষ সকলোবোৰ নিজ গুণে আপোনালোকে মাৰ্জনা কৰিব বুলি পৰম আশা কৰি আমি আৰম্ভ কৰিবলৈ লৈছোঁ আমাৰ নাট -জীৱন কল্লোল!

তৃতীয় : জীৱন কল্লোল !

প্ৰথম : (নিৰ্দেশৰ সুৰত) Now get ready, Light-music sound (দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ মঞ্চৰ পিচৰ অংশত দৰ্শকলৈ পিঠি দি থিয় হ'ব। মঞ্চত পোহৰ সলনি হ'ল। যন্ত্ৰ সংগীত বাজি উঠিল)

দ্বিতীয় : (উইংচৰ ফাঁকেদি বাহিৰলৈ চাই) পৃথিৱীৰ বুকুত জুই জ্বলিছে।

তৃতীয় : (দ্বিতীয়ই চোৱাৰ ফালে চাই) আকাশৰ বুকুত ধোঁৱা উৰিছে।

চতুৰ্থ : (তৃতীয়ৰ দৰে চাই) ছাই হৈ গৈছে লতা, বন বিৰিণা। (তিনিও আতংকিত হয়। ঘনঘনকৈ উশাহ এৰে। চকুবোৰ কপালত উঠে)

দ্বিতীয় : খন্তেক পিচতেই জুই শিখাই আমাক পুৰি দেই চাৰখাৰ কৰিব।

তৃতীয় : (আতংকত চিঞৰি) জুই শিখাবোৰে বিস্তাৰ লাভ কৰিছে।

চতুৰ্থ : (চিঞৰি) সমগ্ৰ পৃথিৱীখন এটা অগ্নিপিণ্ডত পৰিণত হৈছে! (খন্তেক নীৰৱতা। দ্বিতীয় মঞ্চৰ সন্মুখলৈ আগবাঢ়ি আহে)

দ্বিতীয় ঃ (আপোন মনে) কিন্তু আমিতো নাজানো জুই নুমোৱাৰ কৌশল!

তৃতীয় ঃ (আগুৱাই আহি) জুইৰ আক্ৰমণ ৰোধ কৰাৰ কৌশল আমাক কোনেও শিকোৱা নাছিল।

চতুৰ্থ ঃ (আগুৱাই আহি) আমাক মাথোন শিকোৱা হৈছিল — অহিংসাই পৰম ধৰ্ম। সত্যৰ সদায় জয়। দান কৰিলে পুণ্য হয়। ইত্যাদি, ইত্যাদি।

দ্বিতীয় ঃ জুইৰ সতে যুঁজ কৰাৰ সাহস আমাৰ নাই। (বহে)

তৃতীয় ঃ পলাই যোৱাৰ পথো আমাৰ ৰুদ্ধঃ (বহে)

চতুৰ্থ ঃ জুইত পুৰি ভস্মীভূত হোৱাত বাহিৰে আমাৰ আৰু উপায় নাই। (বহে)
(গহীন খোজেৰে প্ৰথম চৰিত্ৰ তিনিওৰে ওচৰ চাপি যায়। প্ৰথম চৰিত্ৰক দেখি দ্বিতীয়, তৃতীয় আৰু চতুৰ্থই আথে-বেথে থিয় দি নমস্কাৰ জনায়।)

দ্বিতীয় ঃ

তৃতীয় ঃ (একেলগে) নমস্কাৰ ছাৰ!

চতুৰ্থ ঃ

প্ৰথম ঃ (গভীৰ কণ্ঠে) বহা, বহা! (তিনিও বহে) আজি তোমালোকক এটা সাধুকথা ক'ম! এটা সুন্দৰ সাধু। সাধু কথা শুনিবলৈ তোমালোকে নিশ্চয় ভাল পোৱা।

দ্বিতীয় ঃ

তৃতীয় ঃ (একেলগে) হয় ছাৰ, সাধু শুনিবলৈ আমি খুব ভাল পাও।

চতুৰ্থ ঃ কওক ছাৰ, আমি মন দি সাধু শুনিম।

প্ৰথম ঃ (গভীৰ কণ্ঠে) শুনা —

দ্বিতীয় ঃ কৈ যাওক ছাৰ !

তৃতীয় ঃ আমি শুনি যাম!

প্ৰথম ঃ শুনা, (ভাব সলাই) এখন দেশত এজন জ্ঞানী মানুহ আছিল।

চতুৰ্থ ঃ জ্ঞানী মানে কি ছাৰ?

প্ৰথম ঃ জ্ঞানী মানে জনা- বুজা। জ্ঞান থকা। (ভাব সলাই) সেই জ্ঞানী মানুহজনক মহাপুৰুষ বুলি কোৱা হৈছিল। তেওঁ দেশৰ উঠি অহা ল'ৰা-ছোৱালীবোৰৰ বাবে কিছুমান সাৰুৱা উপদেশ দি থৈ গৈছিল।

দ্বিতীয় ঃ উপদেশবোৰ কি কি ছাৰ?

তৃতীয় ঃ (আপোন মানে) উপদেশতকৈ আৰ্হি শ্ৰেষ্ঠ।

চতুৰ্থ ঃ (বাধা দি) ধেৎ , পোনচাটেই কৈ পেলালি এযাৰ কথা। (ভাব সলাই) ছাৰ, উপদেশবোৰ কি কি, কওক ছাৰ।

দ্বিতীয় ঃ আমি লিখি লব লাগিব নেকি ছাৰ?

প্ৰথম ঃ নালাগে। মাথোঁ শুনি যোৱা। জীৱনত এই উপদেশবোৰ কামত খটুৱাব পাৰিবা।

চতুথ ঃ হয় ছাৰ, আমাক উপদেশ লাগে।

প্ৰথম ঃ মহাপুৰুষজনৰ প্ৰথম উদ্দেশ্যটো হ'ল —— ডাঙৰৰ বাক্য শুনিবা। দ্বিতীয়তে কোনোবাই তোমাক এখন গালত চৰ মাৰিলে তুমি আনখন গালো পাতি দিবা।

চতুৰ্থ ঃ ই আকৌ কেনে ধৰণৰ উপদেশ ছাৰ?



দ্বিতীয় ঃ ই অন্যায়। মহাপুৰুষৰ এই অন্যায় বাণী আমি মানি লব নোৱাৰো ছাৰ!

প্ৰথম ঃ ৰ'বা। আৰু আছে।

তৃতীয় ঃ কওক ছাৰ।

প্ৰথম ঃ পেটৰ ভোকত ধৰফৰাই থাকিলেও তুমি কাৰো ওচৰত ভাত নুখুজিবা।

চতুৰ্থ ঃ সাংঘাতিক উপদেশ ছাৰ।

দ্বিতীয় ঃ মোৰ যে পেটটো কলমলাই আছে ছাৰ।

তৃতীয় ঃ তোৰ নিশ্চয় ভোক লাগিছে।

চতুৰ্থ ঃ (তৃতীয়ক) ঐ কথা বন্ধ কৰ। (প্ৰথমক) আৰু কি উপদেশ দিছিল ছাৰ?

প্ৰথম ঃ অন্যায়-অবিচাৰৰ কোনোদিনেই প্ৰতিবাদ নকৰিবা। নিজে নাখাই মৰিলেও অতিথিক সেৱা-শুশ্ৰূষা কৰিবা। গুৰুজনক দান-দক্ষিণা দি থাকিবা । বিপদত পৰিলে ভগৱানৰ উদ্দেশ্য পূজা-সেৱা আগবঢ়াবা। ইহজনমৰ সকলো দুখ-কষ্ট পূৰ্ব জনমৰ কৰ্মফল বুলি বিশ্বাস কৰি মনক সান্ত্বনা দিবা।

দ্বিতীয় ঃ এইবোৰ কেনে কথা ছাৰ?

তৃতীয় ঃ এইবোৰ উপদেশ মানি চলিব লাগিলে আমাৰ মৃত্যু অনিবাৰ্য ছাৰ।

চতুৰ্থ ঃ কিন্তু আমি মৃত্যুক ভয় কৰো ছাৰ।

প্ৰথম ঃ নহয়। মৃত্যুৰ যোগেদি স্বৰ্গ সুখ লাভ কৰিব পৰা যায়। মৃত্যুৱে স্বৰ্গ লাভৰ পথ মুকলি কৰি দিয়ে।

দ্বিতীয় ঃ ছাৰ, আপুনি যি জনা মহাপুৰুষৰ বাণী আমাক শুনালে তেওঁ কোন?

তৃতীয় ঃ তেওঁৰ নাম কি ছাৰ।

প্ৰথম ঃ মহাপুৰুষৰ নামৰ প্ৰয়োজন নাই। তেওঁৰ পৰিচয় তোমালোকে নাজানিলেও হ'ব। মাথোন তোমালোকে মনত ৰাখিব লাগিব তেওঁৰ কণ্ঠ নিসৃত জ্ঞানগৰ্ভ উপদেশবোৰ।

চতুৰ্থ ঃ এইবোৰ উপদেশ আমি মনত নাৰাখো ছাৰ

প্ৰথম ঃ যুগে যুগে মহাপুৰুষৰ বাণী বেদৰ বাণী স্বৰূপে দেশবাসীয়ে গ্ৰহণ কৰি আহিছে। তেমালোকে গ্ৰহণ নকৰিলে পাপ হ'ব।

দ্বিতীয় ঃ পাপ!

তৃতীয় ঃ পাপলৈ আমাৰ ভয় লাগে ছাৰ।

চতুথ ঃ আমি পুণ্য লাভ কৰিব বিচাৰোঁ ছাৰ।

প্ৰথম ঃ (গভীৰ কণ্ঠে) মহাপুৰুষৰ বাণীয়েই তোমালোকক পুণ্য লাভৰ পথ দেখুৱাই দিব। মনত ৰাখিবা মহাপুৰুষৰ বাণী বেদৰ বাণী।

দ্বিতীয় ঃ (চিন্তা কৰি) বুজি পাইছোঁ ছাৰ।

প্ৰথম ঃ আজি আৰু আন একো নপঢ়ুৱাওঁ।

তৃতীয় ঃ ছাৰ, ঘৰত কৰা অংকৰ বহী চাব নেকি?

চতুথ ঃ ভূগোলৰ মেপখন আঁকি আনিছোঁ ছাৰ ।

দ্বিতীয় ঃ সাহিত্যৰ কবিতা মুখস্থ লব নেকি ছাৰ?

প্ৰথম ঃ সেইবোৰ কাইলৈ হব। আজি মহাপুৰুষৰ বাণী কেইটাকে ক'লোঁ। ঘৰলৈ গৈ

বাণীসমূহৰ কথা চিন্তা কৰিবা। মনত ৰাখিবা — মহাপুৰুষৰ এই বাণীসমূহ তোমালোকক ভৱিষ্যত জীৱন গঢ়াত সহায় কৰিব। (আঁতৰি যায়) (দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ বহাৰ পৰা উঠি থিয় হয়। তিনিও চিন্তিত হৈ পৰে। বিক্ষিপ্তভাৱে তিনিও মঞ্চৰ বিভিন্ন স্থানত খন্তেক সন্মুখলৈ চাই থৰ হৈ থাকে, যন্ত্র সঙ্গীত বাজি উঠে।

দ্বিতীয় : (হঠাৎ চিঞৰি) সত্য !

তৃতীয় : (হঠাৎ চিঞৰি) প্রেম !

চতুৰ্থ : (হঠাৎ চিঞৰি) শান্তি !

দ্বিতীয় : অহিংসা।

তৃতীয় : মৈত্ৰী।

চতুৰ্থ : প্ৰীতি।

দ্বিতীয় : পাপ ।

তৃতীয় : পুণ্য ।

চতুৰ্থ : স্বৰগ।

দ্বিতীয় : জীৱন।

তৃতীয় : জুই।

চতুৰ্থ : নৰক।

দ্বিতীয় : আকাশ।

তৃতীয় : পৃথিৱী।

চতুৰ্থ : অগ্নিকুণ্ড।

দ্বিতীয় : (উইংচৰ ফাঁকেদি পূৰ্বৰ দৰে বাহিৰলৈ চাই) জুইকুৰা দপ্ দপকৈ জ্বলিছে - জ্বলিয়েই আছে।

তৃতীয় : (বাহিৰলৈ চাই) কুণ্ডলী পকাই উৰি আছে ধোঁৱা - কেৱল ধোঁৱা।

চতুৰ্থ : (বাহিৰলৈ চাই) ছাইৰে উপচি পৰিছে সেউজীয়া পৃথিৱীৰ কোমল বুকু।

দ্বিতীয় : (ঘূৰি) ছাৰে যিটো সাধু কথা কৈছিল, মহাপুৰুষৰ যি পবিত্ৰ বাণী শুনাইছিল - সিবোৰ আজি ক্ষয় যোৱা মুদ্ৰাৰ দৰে অচল।

তৃতীয় : (ঘূৰি) মহাপুৰুষৰ বাণীয়ে আমাক জুই নুমোৱাৰ কৌশল শিকাব পৰা নাই।

চতুৰ্থ : ছাৰে শিকোৱা বিদ্যাই আমাক জীৱনৰ পথৰ সন্ধান দিব পৰা নাই।

দ্বিতীয় : সেয়ে আমি উদ্‌ভ্ৰান্ত — অস্থিৰ। (মঞ্চৰ একাষে গৈ থৰ হয়)

তৃতীয় : মগজুৰ ভাৰসাম্য হেৰুৱাই আমি ঘূৰি ফুৰিছোঁ - কেৱল ঘূৰি ফুৰিছোঁ। (মঞ্চৰ একাষে গৈ থৰ হয়)

চতুৰ্থ : (আগুৱাই আহি) মোৰ অন্তৰাত্মাই নিজৰ স্থিতি বিচাৰি হাহাকাৰ কৰে। দাৰিদ্ৰ পীড়িত ঘৰখনত খন্তেকৰ বাবেও শান্তি নাই। দেউতাৰ অভাৱৰ সংসাৰখনত মই যেন বিহ ঢালিছোঁ। এক অসহিষ্ণু বেদনাৰ ভৰত মই ক্লান্ত — শ্ৰান্ত।
(প্ৰথম চৰিত্ৰ লাহে লাহে চতুৰ্থৰ কাষলৈ আহে)

প্ৰথম : (বুঢ়া মানুহৰ দৰে) বোপাই অ' — অ' বোপাই।



চতুৰ্থ : (ভাব সলাই) দেউতা —

প্ৰথম : (বিষণ্ণ ভাবে) মই বুঢ়া হলোঁ। দেহৰ শক্তি পৰি আহিল। চকুৰে মনিব নোৱাৰোঁ। আঁঠু দুটাৰ বল নাই। খোজ কাঢ়ি ফুৰিব নোৱাৰা হলোঁ।

চতুৰ্থ : (বিহ্বল হৈ) ক'ব নালাগে দেউতা, মই সকলো দেখিছোঁ — বুজিছোঁ।

প্ৰথম : (আপোন মনে) মোৰ লগৰ বন্ধুবোৰ ঢুকাল। মোৰো আৰু বেছি দিন নাই। জীয়াই থাকোতেই তোৰ কিবা এটা হোৱা দেখা পালে মই শান্তি পালোহেঁতেন। (হুমুনিয়াহ )

চতুৰ্থ : মই চেষ্টাৰ অকণো ত্ৰুটি কৰা নাই দেউতা। কিন্তু কৰিম কি? আজিকালি শিক্ষা-দীক্ষা, বিদ্যা-বুদ্ধি থাকিলেই চাকৰি পোৱা নাযায়।

প্ৰথম : নহয় অ' বোপাই। তই অলপ চেষ্টা কৰ। তোৰ চাকৰি এটা নহ'লে বুঢ়া কালত শুকাই মৰিম এতিয়া।

চতুৰ্থ : (ভাব সলাই) কাইলৈ এটা ইন্টাৰভিউ আছে। দেখা যাওকচোন, এইবেলি কি হয়।

প্ৰথম : যাচোন তেনেহলে। ঈশ্বৰে এইবেলি মূৰ দাঙি চায়েই কি জানি।

চতুৰ্থ : মই কিন্তু আশা কৰা নাই দেউতা।

প্ৰথম : (ভাৱ সলাই) মোৰ মনে কৈছে এইবাৰ তোৰ চাকৰি হ'ব। তোৰ যদি চাকৰিটো হৈ যায়, বুঢ়া গোসাঁইৰ থানত এখন নৈবেদ্য আগবঢ়াম। প্ৰথম মাহৰ দৰমহাৰ টকাৰে গাঁৱৰ গৰখীয়া ল'ৰা কেইটাকো এসাজ খুওৱাৰ ব্যৱস্থা কৰিম। সত্যনাৰায়ণ পূজা ফেৰাও পাৰিলে কৰিব লাগিব। বহু দিন ধৰি ঘৰখনত নাম প্ৰসংগৰ ব্যৱস্থা কৰিব পৰা নাই। চাকৰিটো হলে এইবাৰ কিন্তু গোসাঁই গুৰুৰ ঋণখিনি পৰিশোধ কৰিব লাগিব। (আঁতৰি যায়)
(ইতিমধ্যে মঞ্চৰ পিছৰ অংশৰ সোঁমাজত দ্বিতীয় চৰিত্ৰ অফিচাৰৰ ভংগীত বহি থাকিব। বহাৰ বাবে চকীৰ ব্যৱস্থা কৰিও ল'ব পাৰিব। চতুৰ্থ চৰিত্ৰ উইংচৰ কাষলৈ গৈ ভিতৰলৈ সোমাই অহাৰ ভংগীত খন্তেক ৰৈ থাকিব। দ্বিতীয় চৰিত্ৰই মাইমেৰে নিজৰ কৰ্ম ব্যস্ততা দেখুৱাব)

চতুৰ্থ : (দ্বিতীয়লৈ চাই) মে আই কাম ইন ছাৰ?

দ্বিতীয় : (কোনোফালে নোচোৱাকৈ) ইয়েছ্ কাম ইন। (চতুৰ্থ সোমাই আহে) প্লিজ টেক ইওৰ চিট।

চতুৰ্থ : (থিয় হৈ থাকিয়েই) থেংক্ ইউ ছাৰ।

দ্বিতীয় : আপোনাৰ নাম?

চতুৰ্থ : (অভিনেতাই নিজৰ নামটো ক'ব)

দ্বিতীয় : কোন চনত বি.এ. পাছ কৰিছে?

চতুৰ্থ : ঊনৈশ ঊনাশী চনত ছাৰ।

দ্বিতীয় : আগতে ক'ৰবাত চাকৰি কৰিছিল নেকি?

চতুৰ্থ : চাকৰি পালেহে কৰিব পাৰি ছাৰ।

দ্বিতীয় : (সামান্য হাঁহি) চাকৰিৰ প্ৰতি ইমান লালসা কিয়?

চতুৰ্থ : জীয়াই থকাৰ বিকল্প ব্যৱস্থা কৰিব পৰা নাই ছাৰ।

দ্বিতীয় : বিজ্‌নেছ নকৰে কিয়? আপোনালোক ডেকা ল'ৰাবোৰে বিজ্‌নেছ কৰিব লাগে । বিজ্‌নেছত প্ৰফিট ভাল।
চতুৰ্থ : বিজ্‌নেছ কৰিবলৈ মূলধন নাই ছাৰ ।
দ্বিতীয় : খেতি-বাতি? আই মিন এগ্ৰিকালচাৰ ......
চতুৰ্থ : মাটিখিনি বন্ধকত আছে চাৰ।
দ্বিতীয় : বুজিছোঁ। চাকৰি নহলে আপোনাৰ জীৱন জীৱিকাৰ কোনো পথ নাই।
চতুৰ্থ : হয় ছাৰ। দেউতা বুঢ়া হৈছে। মোৰ তলত তিনিজন ভাই আৰু দুগৰাকী ভনী আছে।
দ্বিতীয় : অৰ্থাৎ পৰিয়াল এটাই আপোনাৰ চাকৰিটোলৈ পৰম আগ্ৰহেৰে অপেক্ষা কৰি আছে। নহয় জানো?
চতুৰ্থ : হয় ছাৰ।
দ্বিতীয় : গতিকে চাকৰি এটা আপোনাৰ খুবেই প্ৰয়োজন।
চতুৰ্থ : নিশ্চয় ছাৰ। অনুগ্ৰহ কৰি ছাৰ - যদি আপুনি মোৰ বাবে চাকৰিটোৰ --
দ্বিতীয় : বুজিছোঁ। কিন্তু কথা হৈছে চাকৰিটোৰ বাবে আপুনি কিমান ধন খৰচ কৰিব পাৰিব তাৰ idea এটা মোক দিব লাগিব।
চতুৰ্থ : (ভাব সলাই) খৰচ কৰিবলৈ হাতত মোৰ ধন নাই ছাৰ।
দ্বিতীয় : ধন নাথাকিলে, আই মিন টকা খৰচ কৰিব নোৱাৰিলে চাকৰি পোৱা নাযায়।
চতুৰ্থ : মই একো বুজা নাই ছাৰ।
দ্বিতীয় : (হাঁহি) বি.এ. পাছ কৰিছে, অথচ এই সহজ কথাষাৰো নুবুজিলে। আচৰিত।
চতুৰ্থ : ছাৰ !
দ্বিতীয় : কওক, কেইহাজাৰ খৰচ কৰিব পাৰিব।
চতুৰ্থ : ছাৰ।
দ্বিতীয় : কওক কেই হাজাৰ খৰচ কৰিব পাৰিব।
চতুৰ্থ : ছাৰ।
দ্বিতীয় : দহ- দহ হাজাৰ ?
চতুৰ্থ : (চমকি উঠি) দহ হাজাৰ।
দ্বিতীয় : (ভাব সলাই) বুজিছে, এতিয়ালৈকে এই চাকৰিটোৰ বাবে দহ হাজাৰলৈকে উঠিছে। আপুনি যদি আৰু পাঁচ হাজাৰ যোগ দিব পাৰে, মই এবাৰ চেষ্টা কৰি চাব পাৰোঁ।
চতুৰ্থ : (নীৰৱ)
দ্বিতীয় : আপুনি দেখোন একো নক'লে? কওক পোন্ধৰ হাজাৰ খৰচ কৰিব পাৰিব?
চতুৰ্থ : (নীৰৱ)
দ্বিতীয় : ইয়েচ - কওক --
চতুৰ্থ : মো- মোক চাকৰি নালাগে ছাৰ। চাকৰি মই নকৰোঁ।
দ্বিতীয় : তেনেহলে আপুনি যাব পাৰে।
চতুৰ্থ : থেংক ইউ ছাৰ। (আঁতৰি যায়)
দ্বিতীয় : (শূন্যতে ফাইলৰ পাত লুটিয়াই) Next Candidate --



চতুৰ্থ : (আঁতৰৰ পৰা) মে আই কাম ইন ছাৰ?
দ্বিতীয় : (কোনোফালে নোচোৱাকৈ) ইয়েচ - কাম ইন।
(তৃতীয়ৰ ওচৰ চাপি আহে)
দ্বিতীয় : আপোনাৰ নাম ?
তৃতীয় : (অভিনেতাই নিজৰ নাম ক'ব)
দ্বিতীয় : বি.এ. কোন চনত পাছ কৰিছে?
তৃতীয় : ঊনৈশ সাতসত্তৰ চনত ছাৰ ।
দ্বিতীয় : অত বছৰে চাকৰি কিয় কৰা নাই?
তৃতীয় : চাকৰি পোৱা নাছিলোঁ ছাৰ।
দ্বিতীয় : ঘৰুৱা অৱস্থা?
তৃতীয় : বেয়া ছাৰ।
দ্বিতীয় : অৱস্থা বেয়া হ'লে চাকৰি কেনেকৈ পাব?
তৃতীয় : বুজা নাই ছাৰ।
দ্বিতীয় : বুজিবলৈ কি আছে? চাকৰি ল'ব লাগিলে শকত ধনৰ টোপোলাৰ প্ৰয়োজন। অৱস্থা বেয়া হলে ধন ক'ত পাব?
তৃতীয় : বুজিছো ছাৰ।
দ্বিতীয় : আপুনি কিমান টকা খৰচ ................
তৃতীয় : চাৰ, মাটি দুপুৰা বন্ধকত থৈ চাৰি হাজাৰ টকা যোগাৰ কৰিছোঁ।
দ্বিতীয় : (হাঁহি) মাত্ৰ চাৰি হাজাৰ?
তৃতীয় : বাকীখিনি চাকৰিটো পোৱাৰ পিছত দৰমহাৰ পৰা .......
দ্বিতীয় : Ten thousand বুজিছে দহ হাজাৰ টকা লাগিব।
তৃতীয় : (চমকি উঠি) দহ হাজাৰ!
দ্বিতীয় : কওক, ৰাজি ?
তৃতীয় : দহ হাজাৰ -- ছাৰ --ছা ..........
দ্বিতীয় : চিন্তা কিহৰ? চাকৰিটো পোৱাৰ পিচত উপৰোৱা টকাই হ'ব মাহিলী দহ হাজাৰ।
তৃতীয় : দহ হাজাৰ! উপৰোৱা টকা!
দ্বিতীয় : হয়তো বুদ্ধি খটুৱাব জানিলে তাতকৈও বেছি?
তৃতীয় : তাতকৈ বেছি?
দ্বিতীয় : আৰু দৰমহা ডেৰ হাজাৰ।
তৃতীয় : (চিন্তাযুক্ত হৈ) ডেৰ হাজাৰ। (আপোন মনে) উপৰোৱা দহ হাজাৰ। হয়তো তাতকৈও বেছি।
দ্বিতীয় : কওক, ৰাজি?
তৃতীয় : (নীৰৱ)
দ্বিতীয় : (ভাব সলাই) প্ৰতিশ্ৰুতি দিলেই চাকৰি । এটা চাকৰিতকৈ দহ হাজাৰ টকাৰ মূল্য কোনো গুণেই বেছি হ'ব নোৱাৰে। এবাৰ খৰচ কৰিলে জীৱনলৈ নিশ্চিন্ত হ'ব পাৰিব। (ৰৈ)

কওক, ৰাজি? (ৰৈ) চিন্তা কিহৰ? প্ৰতিশ্ৰুতি appointment letter দিলেই জীৱনৰ নিৰাপত্তা। কওক ,ৰাজি?

তৃতীয় : (আৱেগত অধীৰ হৈ) ৰাজি ছাৰ। মই ৰাজি। মোক চাকৰি লাগে। জীৱনৰ নিশ্চিত নিৰাপত্তা লাগে। (চোলাৰ জেপৰ পৰা টকা উলিওৱাৰ ভংগী) এয়া লওক ছাৰ, নগদ চাৰি হাজাৰ। Four thousand বাকীখিনি চাকৰি পোৱাৰ পিচত দৰমহাৰ পৰা কাটি....................

দ্বিতীয় : (টকা লোৱাৰ ভংগী) এতিয়া যাওক। কাইলৈ appointment letter issue কৰিম। পৰহিলৈ আপুনি জইন কৰিব।

তৃতীয় : Thank you ছাৰ। I shall remain ever greatful to you.

দ্বিতীয় : কিন্তু মনত ৰাখিব, ছমাহৰ ভিতৰত বাকী টকা আদায় নিদিলে -----

তৃতীয় : মোক বিশ্বাস কৰক ছাৰ, আজিলৈকে কোনো ক্ষেত্ৰতে বেইমানি কৰা নাই।

দ্বিতীয় : আৰু যদি বেইমানি কৰে তেন্তেহলে মোৰ হাতৰ পৰা সাৰি যাব নোৱাৰিব। (ভাব সলাই) কথাষাৰ যেন মনত থাকে (ৰৈ) যাওক।

তৃতীয় : Thank you sir (আঁতৰি যায়)

(দ্বিতীয়াই টকাখিনি লেখি লৈ জেপত ভৰোৱাৰ দৰে ভৰাই থয়। চিগাৰেট জ্বলোৱাৰ ভংগী। প্ৰথম চৰিত্ৰ দ্বিতীয়ৰ কাষলৈ আহি থিয় হয়।

প্ৰথম : (দ্বিতীয়ক) নমস্কাৰ ছাৰ।

দ্বিতীয় : হুঁ --কি হ'ল?

প্ৰথম : আপোনৰ এখন চিঠি আছে ছাৰ।

দ্বিতীয় : চিঠি?

প্ৰথম : হয় ছাৰ।

দ্বিতীয় : কোনে দিছে?

প্ৰথম : মিনিষ্টাৰ এম.কে. বৰুৱাই ছাৰ। আৰ্জেণ্ট ছাৰ। (চিঠি দিয়ে)

দ্বিতীয় : (চিঠি লয়)

প্ৰথম : মই আহিছোঁ ছাৰ। নমস্কাৰ। (আঁতৰি যায়)

দ্বিতীয় : (চিঠি পঢ়ি) মিঃ হাজৰিকা। প্ৰীতি আৰু শুভেচ্ছা জানিব। বিশেষ কাৰণত আপোনালৈ চিঠিখন লিখিবলৈ বাধ্য হ'লো । আপোনাৰ অফিচত খালী হোৱা ইউ. ডি. ৰ পোষ্টটোত শ্ৰীকুলেন্দু ডেকা নামৰ প্ৰাৰ্থীজনক appointment দিয়াৰ ব্যৱস্থা কৰিব। শ্ৰীমান ডেকা মোৰ শালপতিৰ ভাবী জোঁৱায়েক। খুব Honest আৰু efficient ল'ৰা। ইয়াৰ যেন অন্যথা নহয়। আবেলি ল'ৰাজনক আপোনাৰ অফিচলৈ পঠিয়াই দিম। আপুনি তাৰ হাততেই appointment letter খন পঠাব পাৰিব। পুনৰ প্ৰীতি জনাই সামৰিছোঁ।

(চিঠি পঢ়ি দ্বিতীয় চৰিত্ৰ চিন্তাযুক্ত হৈ পৰে। যন্ত্ৰ সংগীত বাজি উঠে)

প্ৰথম : (আগুৱাই আহি) বতাহ-- প্ৰচণ্ড বতাহ বলিছে।

চতুৰ্থ : (আগুৱাই আহি) বৰষুণ -- ধাৰাসাৰ বৰষুণ আহিছে।

তৃতীয় : (আগুৱাই আহি) বিজুলী --ঢেৰেকণি । শিলাবৃষ্টি। দুৰ্যোগ। অনন্ত দুৰ্যোগ



চতুৰ্থ : (উইংচৰ ফাঁকেদি পূৰ্বৰ -- দৰে বাহিৰলৈ চাই) আৰু জুইকুৰা দাও দাওকৈ জ্বলিয়েই আছে।

প্ৰথম : (হঠাৎ ভয় পাই) এফালে জুই আনফালে বতাহ বৰষুণ আৰু তাৰ মাজত আমি পথ বিচাৰি ফুৰা অসহায় নতুন পুৰুষ।

তৃতীয় : পথ ক'ত? ক'লৈ যাম আমি?

প্ৰথম : ৰুদ্ধ দেখোন সকলোবোৰ পথ। (খন্তেক নীৰৱতা। প্ৰথম চৰিত্ৰ আগুৱাই আহে)

দ্বিতীয় : মানে মই এটা কথা চিন্তা কৰিছোঁ অ'।

চতুৰ্থ : (দ্বিতীয়লৈ চাই) চিন্তা। চিন্তা কৰিবলৈ মগজু থাকিব লাগে। তোৰ জানো মগজুত কিবা পদাৰ্থ আছে?

তৃতীয় : (চতুৰ্থক) ধেৎ ফচকৈ তাক down নিদিবিচোন। সি কিবা ভাল কথাও চিন্তা কৰিব পাৰে। (দ্বিতীয়ক) কি চিন্তা কৰিছ কচোন।

প্ৰথম : হয়তো তই চিন্তা কৰা কথাই আমাক কিবা এটা সেন্দুৰীয়া পথৰ সন্ধান দিবও পাৰে। (ভাব সলাই) কৈ দেনা কি চিন্তা কৰিছ।

দ্বিতীয় : চিন্তা কৰিছোঁ কিবা এটা কৰাৰ কথা। (প্ৰথমক) বুজিছ, কিবা এটা নকৰিলে নহৈছে।

তৃতীয় : কিবা এটা কৰিবলৈ প্লান কৰিব লাগিব। উইদাউট প্লান কাম কৰিলে কৃতকাৰ্য হব নোঁৱাৰি।

চতুৰ্থ : কিন্তু টকা নাথাকিলে প্লান ফ্লান কৰিবি কেনেকৈ?

দ্বিতীয় : টকা লগা কাম নকৰোঁ নহয়। মানে টকা নোহোৱাকৈ-টকা উপাৰ্জনৰ দিহা কৰিব লাগিব।

প্ৰথম : অ' তাৰ মানে ভিক্ষা?

তৃতীয় : ভিক্ষা মাগি টকা টকা উপাৰ্জন কৰাতকৈ ডিঙিত চিপজৰী লগাই মৰি যোৱাই ভাল। (ভাব সলাই) আৰু আমাৰ দৰে ল'ৰা কেইটাক ভিক্ষা দিবই বা কিয়?

চতুৰ্থ : (চিন্তা কৰি) দিব -- সকলোৱে ভিক্ষা দিব। good idea পাই গ'লোঁ টকা উপাৰ্জনৰ পথ। (ভাব সলাই) আমি যদি কণা, খোৰা, বেমাৰী আৰু বোবাৰ ভাও লৈ ভিক্ষা মাগো সকলোৱে দিব। চাবি, মই অন্ধ হৈ ভিক্ষা মাগিম। (অন্ধৰ ভাও ধৰি) 'বাবু সকল, অন্ধ মানুহ। দুই চাৰি পাইচা দান কৰক। পুণ্য হ'ব। ধৰ্ম হ'ব। বেটা পুত্ৰ বাঢ়িব। দিয়ক, বাবুসকল, দুই চাৰি পইচা দান কৰক'

প্ৰথম : (হাত চাপৰি বজাই) বাঃ বাঃ, চমৎকাৰ দিছ দেই। টকাবোৰ নাচি নাচি তোৰ হাতত পৰিবহি। বঢ়িয়া idea (হাত চাপৰি)

দ্বিতীয় : (প্ৰথমক) ধেৎ, পাগল হৈছ নেকি? (ভাব সলাই) মই ভিক্ষা কৰাৰ কথা কোৱা নাই নহয়।

তৃতীয় : (দ্বিতীয়ক) তই দেখোন কি চিন্তা কৰিছ এতিয়ালৈকে কোৱাই নাই।

দ্বিতীয় : মোক ক'বলৈ chance দিছ জানো?

প্ৰথম : stop talking কথা বন্ধ। (দ্বিতীয়ক) বাৰু, এতিয়া ক।

দ্বিতীয় : মই কৈছোঁ -- আমি business কৰিম।

তৃতীয় : টকা নোহোৱাকৈ business ?

প্ৰথম : তাৰ মানে ডকাইতি?

তৃতীয় : magic ?

দ্বিতীয় ঃ সেইবোৰ নহয়। মই ভাবিছোঁ আমি হস্তৰেখা বিচাৰ কৰা এখন দোকান খোলোঁ। মূলধন নালাগে। কেৱল মুখৰ কথা। কোৰ্ট কাছাৰীৰ দুৱাৰ মুখত বহি যাম মানুহৰ হস্তৰেখা গণনা কৰিম। টকা আহি যাব।

তৃতীয় ঃ মাৰ খাই মৰিব লগিব ভাই। মই নোৱাৰোঁ দে বিক্স লবলৈ।

প্ৰথম ঃ মৰো নোৱাৰোঁ। মই অন্ধৰ ভাও লৈ ভিক্ষা মাগিবও নোৱাৰোঁ আৰু হস্তৰেখা বিচাৰ কৰি ধন ঘটিবলৈকো নাযাওঁ। (ভাব সলাই) যদি ক'তো একো নহয় --তেনেহলে মই ব্লেক মাৰ্কেট কৰিম। চিনেমাৰ টিকট ব্লেক কৰিম কণ্ট্ৰ'লৰ চেনী ব্লেক কৰিম। টকাই টকা।

তৃতীয় ঃ (চিন্তা কৰি) তাতকৈ ৰাজনৈতিক নেতাৰ দালাল হোৱাই ভাল। ইলেক্চন আহি আছে। এই সুযোগতে যদি লাখ টকা ইন্কাম কৰিব পাৰো নহয় -- চাৰা জীৱন খাই থাকিব পাৰিম।

চতুৰ্থ ঃ মই কিন্তু চাফ চাফ কথা কৈ দিছোঁ -- অন্ধ হৈ ভিক্ষা মাগিম। নো ৰিক্স।

দ্বিতীয় ঃ তহঁতে যি ভাল দেখা কৰি থাক। মই হ'লে জ্যোতিষী হ'ম। এইখন অদৃষ্টবাদীৰ দেশ। এইখন ভাৰতবৰ্ষ। ইয়াত পাপ-পুণ্য, স্বৰগ নৰক, কৰ্মফল,পূৰ্বজন্ম, পৰজন্ম কপালৰ লেখন, বিধিৰ বিধান ইত্যাদি বিশ্বাস কৰা হয়। গতিকে জ্যোতিষী হ'লে মৰণ নাই। (অভিনয়) আহক ৰাইজ ইয়াত হস্তৰেখা বিচাৰ কৰা হয়। শুভাশুভ নিৰ্ণয় কৰা হয়। গ্ৰহদোষৰ পৰা মুক্তি পোৱাৰ উপায় দিয়া হয়। মাত্ৰ এটকা -- এটকা --এটকা। সোণালী সুযোগ। এবাৰ পৰীক্ষা কৰি চাওক ৰাইজ। মাত্ৰ এটকা -- এটকা --এটকা।

প্ৰথম ঃ (সন্তৰ্পণে) টিকট লাগিব নেকি? বেলকনি মাত্ৰ সাত টকা, ৰিয়াৰষ্টল পাঁচ টকা। আহক, টিকট -- 'টিকট। মাত্ৰ কেইখনমান আছে -- লওকহি। কাক লাগে সোনকালে লওক--আহক। এইফালে আহক--এইফালে। হেৰি, লাগিব? সাত টকা। কম নাই। বেলকনি সাত টকা --সাত টকা। কেইখন লাগিব আপোনাক? পাঁচখন? দিয়ক পঁয়ত্ৰিশ টকা দিয়ক। কম নাই। নহ'ব দিয়ক। এক পইচাও কম নহ'ব।

তৃতীয় ঃ (বক্তৃতাৰ ভংগীত) শ্ৰদ্ধেয় ৰাইজ, আগন্তুক নিৰ্বাচনত আপোনালোকৰ অতি প্ৰিয় নেতা, প্ৰখ্যাত সমাজকৰ্মী আৰু বিশিষ্ট ৰাজনীতিবিদ মাননীয় শ্ৰীজয়ৰাম তালুকদাৰক ভোট দি জয়যুক্ত কৰক। মনত ৰাখিব ৰাইজ, জয়ৰাম তালুকদাৰৰ জয়েই ৰাইজৰ জয়। শ্ৰীতালুকদাৰক যদিহে আমি বিপুল ভোটত জয়যুক্ত কৰি বিধান সভালৈ পঠিয়াব পাৰোঁ তেনেহলে এই অঞ্চলটো আৰু পিচ পৰি নাথাকিব। তেখেতে চাকৰিহীনক চাকৰি দিব, মাটিহীনক মাটি দিব আৰু বিধৱা দুখুনীৰ দুখ মোচনৰ বাবেও প্ৰয়োজনীয় ব্যৱস্থা গ্ৰহণ কৰিব। গতিকে মই আপোনালোকক অনুৰোধ কৰিছোঁ যাতে

আগন্তুক নিৰ্বাচনত সকলোৱে শ্ৰীতালুকদাৰক হাতীৰ ছবিত ছাপ মাৰি ভোট দি জয়যুক্ত কৰে। নমস্কাৰ।

চতুৰ্থ ঃ (অন্ধৰ অভিনয়) অন্ধ মানুহ, দুই চাৰি পইচা দান কৰক। ধৰ্ম হব -- পুণ্য হব। বাবুসকল, দুই চাৰি পইচা দান কৰক। দিয়ক বাবুসকল। দুই চাৰি পইচা-- দুই চাৰি পইচা -- দুই চাৰি পইচা।

(নীৰৱতা। যন্ত্ৰ সংগীত বাজি উঠে। চৰিত্ৰ চাৰিটাই স্থান সলনি কৰে)



প্ৰথম ঃ (হঠাৎ পূৰ্বৰ দৰে বাহিৰলৈ চাই চিঞৰি) জুই ----।

দ্বিতীয় ঃ (বাহিৰলৈ চাই) পোহৰ।

তৃতীয় ঃ (বাহিৰলৈ চাই) ধোঁৱা।

চতুৰ্থ ঃ (বাহিৰলৈ চাই) ছাই।

প্ৰথম ঃ (ঘূৰি) আমি জীয়াই থাকিব খুজিলে জুইৰ সতে যুঁজ দিব লাগিব।

দ্বিতীয় ঃ (ঘূৰি) জুইৰ সতে যুঁজিব লাগিলে জুই হ'ব লাগিব।

তৃতীয় ঃ (ঘূৰি) প্ৰচণ্ড আগ্নিপিণ্ডলৈ ৰূপান্তৰিত হ'ব লগিব আমি।

চতুৰ্থ ঃ আমি জ্বলিব লগিব -- জ্বলাব লাগিব।

প্ৰথম ঃ (আগুৱাই আহি) জ্যোতি প্ৰসাদৰ ভাষাত 'তই কৰিব লাগিব অগ্নিস্নান।'

দ্বিতীয় ঃ (আগুৱাই আহি) কিন্তু অগ্নিস্নান· কৰাৰ সাহস আমাৰ নাই।

তৃতীয় ঃ আমি শক্তিহীন ক্লীৱ।

চতুৰ্থ ঃ কঠোৰ বাস্তৱে কাঢ়ি নিছে আমাৰ সকলো সম্পদ।

প্ৰথম ঃ বেদনাৰে উপচি পৰিছে জীৱন।

দ্বিতীয় ঃ উৰ্দ্ধশ্বাসে লৰি ফুৰিছোঁ আমি।

তৃতীয় ঃ দুৰ্গন্ধময় নৰকতুল্য পোতাশালত আমি অৱৰুদ্ধ।

চতুৰ্থ ঃ আমাৰ স্থিতি ক'ত? ক'ত আমাৰ স্থিতি? (এক মুহূৰ্তৰ নীৰৱতা। যন্ত্ৰ সংগীত বাজি উঠে। প্ৰথম চৰিত্ৰ আঁতৰি আহে।)

প্ৰথম ঃ (ভাব সলাই যান্ত্ৰিক কণ্ঠে) স্থিতি বিচাৰি সিহঁতে আৰ্তনাদ কৰিছে। উপায়হীন, অসহায় সিহঁত। হতাশাচ্ছন্ন সিহঁতৰ মন আৰু মগজু। গভীৰ নৈৰাশ্যই সিহঁতক সহ্যাতীত যন্ত্ৰণা দিছে। এনেদৰে আৰু কিমান দিন চলিব?

কোৰাছ ঃ আমি নোৱাৰোঁ। এনে বিষাদ, এনে বেদনা -- এনে নৈৰাশ্য আমি সহিব নোৱাৰোঁ। আমি বৰ ক্লান্ত-- আমি বৰ তপ্ত!

প্ৰথম ঃ (ভাব সলাই) ভাগৰি পৰিলে নচলিব। পথৰ কাঁইটবোৰ আঁতৰাই জীৱনৰ অন্বেষণত আগুৱাব লাগিব।

কোৰাছ ঃ অসম্ভৱ। আমাৰ কাৰণে জীৱনৰ অম্বেষণ আৰু সম্ভৱ হৈ থকা নাই। আমি বুৰিছোঁ। উঠিব নোৱাৰোঁ।

প্ৰথম ঃ (কাষ চাপি) চেষ্টা কৰিব লগিব। ভাগি পৰিলে নচলিব।

দ্বিতীয় ঃ এফালে জুই -- সিফালে বতাহ বৰষুণ! অনন্ত দুৰ্যোগ নামি আহিছে আমাৰ জীৱনলৈ। ইয়াৰ পৰা ত্ৰাণ পোৱাৰ আশা কৰাতো বাতুলতা।

তৃতীয় ঃ কেৱল জুই, ধোঁৱা আৰু ছাই।

চতুৰ্থ ঃ কেৱল ধুমুহা, বিজুলী, বৰষুণ।

কোৰাছ ঃ চৌপাশে প্ৰলয়ৰ তাণ্ডৱ লীলা চলিছে। মৃত্যুৰ কৰাল ছাঁই আৱৰি পেলাইছে আমাৰ সেউজীয়া পৃথিৱী। আমি মানুহ নহয় --মৃতদেহ।

প্ৰথম ঃ নহয়, মৃতদেহ নহয় , মানুহ। তোমালোক মানুহ। মানুহৰ দৰে -- জীয়া মানুহৰ দৰে তোমালোকে নিজৰ স্থিতি ইয়াত বিচাৰি ল'ব লাগিব। আৰু তাৰ বাবে মই তোমালোকৰ

কাষলৈ আহিছোঁ।

কোৰাছ ঃ (প্ৰথমলৈ চাই) তুমি কোন?

প্ৰথম ঃ মোক চিনি পোৱা নাই?

কোৰাছ ঃ উহুঁ - নাই পোৱা চিনি। তোমাকতো কাহানিও দেখা মনত নপৰে।

প্ৰথম ঃ মই তোমালোকৰ ভিতৰৰ মানুহজন।

কোৰাছ ঃ (আচৰিত হৈ) ভিতৰৰ মানুহজন তুমি! তেন্তে অত দিন ক'ত আছিলা তুমি? কিয় তোমাৰ স্থিতি আমি অনুভৱ কৰিব পৰা নাছিলোঁ?

প্ৰথম ঃ জীৱনবোধৰ গভীৰতা আৰু সুস্থতাৰ অভাৱত তোমালোকে মোৰ অস্তিত্ব অনুভৱ কৰিব পৰা নাছিলা। অৱশ্যে ময়ো তেতিয়া আছিলোঁ অবোধ শিশু। আজি মই পাহৰাল যোৱান। প্ৰাত্যহিক সংকীৰ্ণতাৰ পৰা মুক্ত কৰি মই তোমালোকৰ হৃদয়ত জগাই তুলিম উন্মাদনা আৰু ৰোমান্স। শেষ হৈ যাব তুচ্ছতাৰ সতে গঢ়ি উঠা তোমালোকৰ পংকিল সম্বন্ধ। (ৰৈ) আহা, সংগঠিত হৈ -- একত্ৰিত হৈ -- এক হৈ তোমালোক ওলাই আহা।

দ্বিতীয় ঃ (ভাৱ সলাই) মিছা কথা। আমি একত্ৰিত হ'ব নোৱাৰোঁ।

তৃতীয় ঃ (দৃঢ়তাৰে) সাম্প্ৰদায়িক সংঘৰ্ষত যিখন পৱিত্ৰ দেশৰ মাটি ৰক্তৰঞ্জিত হৈছে ত াত ঐক্যবদ্ধ হোৱাৰ প্ৰশ্ন উঠিব নোৱাৰে।

চতুৰ্থ ঃ আমাৰ মগজুত ধৰ্মান্ধতাৰ কীটবোৰে কিল্-বিলাই ফুৰিছে। সিবোৰৰ নিৰ্মম দংশনত অতীষ্ঠ আমি। সংগঠিত হোৱাৰ কথা চিন্তা কৰাৰ মানসিক প্ৰস্তুতি আমাৰ নাই।

প্ৰথম ঃ কিন্তু তোমালোক সংগঠিত হ'ব লাগিব। এয়া তোমালোকৰ ভিতৰত মানুহজনৰ আহ্বান। সময়ে এই আহ্বান সমৰ্থন কৰিছে। যুগে অনুমোদন জনাইছে। আহা।

দ্বিতীয় ঃ তোমাৰ আহ্বানত সঁহৰি জনালে আমি জানো সৌ জুইকুৰা নুমাব পাৰিম?

তৃতীয় ঃ বতাহ, বৰষুণ, ধুমুহা-ঢেৰেকনিৰ জানো শাম কাটিব?

চতুৰ্থ ঃ উদ্বেগ-অশান্তিৰ জানো অন্ত পৰিব ?

প্ৰথম ঃ (গভীৰ কণ্ঠে) দ্বিধা দ্বন্দ্ব, ঘাত-প্ৰতিঘাত, সন্দেহ-অবিশ্বাস আদিয়ে তোমালোকক প্ৰতিটো মুহূৰ্ততে যন্ত্ৰণা দি আছে। এই যন্ত্ৰণা -- এই অসহিষ্ণু বেদনাৰ উপশম ঘটাবলৈকে লাহে লাহে জনম লভিছোঁ মই। জুইকুৰা নুমাই যাব। সৌ বহল নৈ খনৰ পাৰ কাটি পানী বগৰাই আমি জুই নুমাব লাগিব। বতাহ বৰষুণ, ধুমুহা ঢেৰেকনিক প্ৰত্যাহ্বান জনাবলৈ মজবুতকৈ গঢ়িব লাগিব। আমাৰ বাসগৃহ। পলম নকৰি ওলাই আহা -- ওলাই আহা । বিশাল ধৰণীৰ কোমল বুকুত দৃঢ় পদচিহ্নেৰে ৰচনা কৰা সময়ৰ ইতিহাস। আহা --(দুহাত প্ৰসাৰিত কৰি তিনিওজনক আগুৱাবলৈ আহ্বান জনায়। দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ চৰিত্ৰ শাৰী পাতি প্ৰথমৰ ফালে চাই থৰ লাগি ৰয়।)

প্ৰথম ঃ (তিনিও জনলৈ চাই) কি চাই আছা? আহি থাকা।

দ্বিতীয় ঃ (হুমুনিয়াহ পেলাই) খোজ কাঢ়িব নোৱাৰোঁ। দেহ অবশ হৈছে।

তৃতীয় ঃ (আৰ্তকণ্ঠে) পেটত ভোক। মনত অশান্তি। বৰ কষ্ট পাইছোঁ।

চতুৰ্থ ঃ (ভগ্ন কণ্ঠে) শক্তি নাই যে আগুৱাবলৈ।

প্ৰথম ঃ (নিৰ্দেশৰ সুৰত) তিনিও একত্ৰিত হৈ বিবেকক বুদ্ধ কৰা, অন্তৰত শুদ্ধ কৰা। পাহৰি পেলোৱা



যে তোমালোক তিনিজন। ভাবা যে তোমালোক এক -- এজন। তিনিও মিলি এক হৈ হাতবোৰ ওপৰলৈ তোলা। শক্তি ফিৰাই পাবা। (যন্ত্ৰ চালিতৰ দৰে দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ লগালগি হৈ হাতবোৰ ওপৰলৈ তোলে। তিনিওৰে মুখ আৰু চকুত উল্লাস প্ৰকাশ পায়)

প্ৰথম ঃ শক্তি পাইছা?

দ্বিতীয় ঃ

তৃতীয় ঃ (একেলগে) পাইছোঁ।

চতুৰ্থ ঃ

প্ৰথম ঃ সেই শক্তিয়েই তোমালোকক নতুন মানসিকতাৰে নিজক গঢ়ি তোলাত সহায় কৰিব। তেতিয়া তোমালোকে নুমাব পাৰিবা সৌ জ্বলি থকা জুই কুৰা। সাজিব পাৰিবা মজবুত বাসগৃহ । ভাঙিব পাৰিবা অহংকাৰী সমাজৰ ক্লেদাক্ত গাঁথনি। গাব পাৰিবা জীৱনৰ মহা সংগীত। আহা -- যাত্ৰা আৰম্ভ কৰা। (দুহাত প্ৰসাৰিত কৰি এখোজ দুখোজকৈ পিছুৱাই থাকে। দ্বিতীয়, তৃতীয় আৰু চতুৰ্থই যন্ত্ৰ চালিতৰ দৰে প্ৰথমক অনুসৰণ কৰে।)

কোৰাছ ঃ পংগুত্ব আমি পৰিহাৰ কৰিছোঁ।
বিবেকক কৰিলোঁ বুদ্ধ।
মস্তিষ্ক আমাৰ উৰ্বৰ হ'ল।
জুই দেখি নহওঁ শংকিত
ধুমুহা ঢেৰেকনিয়ে বিচলিত আৰু কৰিব নোৱাৰে।
আমি লাভ কৰিলোঁ গতি অনিৰুদ্ধ।
(যোৱাৰ ভংগীত আটাইকেইটা চৰিত্ৰ থৰ হয়। যন্ত্ৰ সংগীত বাজি উঠি হঠাৎ বন্ধ হৈ যায়। এখন্তেক নীৰৱতা)

প্ৰথম ঃ (দৰ্শকলৈ চাই) শ্ৰদ্ধেয় দৰ্শক মণ্ডলী, এয়াই আছিল বসন্ত কুমাৰ ভট্টাচাৰ্য ৰচিত নাট 'জীৱন কল্লোল'ৰ অভিনয়। অভিনয়ৰ ভুল-ত্ৰুটিৰ বাবে আমি আপোনালোকৰ ওচৰত কৰযোৰ মাৰ্জনা বিচাৰিছোঁ আৰু দৰ্শক হিচাপে উপস্থিত থাকি উৎসাহিত কৰা বাবে আপোনালোক সদৌজনলৈকে আমি কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। নমস্কাৰ

সমাপ্ত

# ত্যাগ

## খগেন্দ্ৰ নাথ বৰা



## চৰিত্ৰাৱলী

বাপুটিপণ্ডিত. ল'ৰা-ছোৱালী. গেৰেলা. ৰাঙলীবাই. নিমাতীৰ মাক. থানেশ্বৰ মণ্ডল. বোৱাৰীয়েক . বদৰি মহাজন. প্ৰশান্ত. পুলিচ বিষয়া. বুঢ়ীআই. বিষয়া. চিপাহী. নৰেন গোস্বামী. তাৰিনী শৰ্মা. প্ৰতুল হাজৰিকা. কন্দৰ্প. অনন্ত ককা. ইন্দ্ৰ বৰগোহাঁই. নাট্যকাৰ .



### প্ৰথম দৃশ্য

*(টেঙাখাট গাঁৱৰ এখন প্ৰাথমিক বিদ্যালয়। ঢাৰিপাটীত বহি সৰু সৰু ল'ৰা-ছোৱালীজাকে চিঞৰ- বাখৰ কৰি থাকিব। ল'ৰা-ছোৱালীৰ জাকৰ মাজতে বাপুটি পণ্ডিতে তিনিঠেঙীয়া ভগা চকীখনত বহি টোপনিয়াই থাকিব। মাজে মাজে টোপনিৰ জালত চকীখনৰ পৰা পৰি যাব খোজে। মাজে মাজে টোপনিতে হাতত থকা এছাৰিডাল জোকাৰি চিঞৰিব)*

বাপুটি পণ্ডিত ঃ *(চকু মুদি টোপনিতে)* হেই... হেই... হেই... । পঢ়... পঢ়... পঢ়...। একৰ এক গ'লে থাকিল শূন্য। *(ল'ৰা-ছোৱালীজাকেও পণ্ডিতৰ লগে লগে চিঞৰি যাব)*

ল'ৰা-ছোৱালী ঃ একৰ এক গ'লে থাকিল শূন্য।

বাপুটি পণ্ডিত ঃ *(টোপনিতে মাতটো সৰু হৈ আহিব)।* দুইৰ এক গ'লে থাকিল শূন্য।

ল'ৰা-ছোৱালী ঃ *(চিঞৰি)*... দুইৰ এক গ'লে থাকিল শূন্য।

বাপুটি পণ্ডিত ঃ *(মাতটো আৰু সৰু হৈ আহিব)* .. তিনিৰ এক গ'লে থাকিলে শূন্য। (এনেতে ক'ৰবাৰ পৰা দৌৰি দৌৰি আহি সোমাবহি গেৰেলা। পেটত ধৰি ফোপাই ফোপাই কিবা ক'ব খুজিব। পণ্ডিত টোপনিৰ পৰা ধৰফৰকৈ উঠি থিয় হ'ব। তিনিঠেঙীয়া চকীখন লুটিখাই পৰিব। পণ্ডিতে গেৰেলাৰ গাত ধৰি জোকাৰি জোকাৰি সুধিব)... হেই.... হেই..... কি হ'ল। এই... এইটো। ভূতটো। কি হৈছে ভালকৈ কৈ নেপেলাৱ' কিয়? ক' ক' ক' - নামাতো ক'।

গেৰেলা ঃ *(পেটটোত জোৰেৰে হেঁচি ধৰি দীঘলকৈ উশাহ লৈ)* .......প.....প....প (খৰকৈ) প...প...প..।

বাপুটি পণ্ডিত ঃ *(গেৰেলাৰ ডিঙিটোত টিপামৰাৰ দৰে ধৰি মোহাৰি)* অ' ক' ক' ক'.. ক' ওলাব ওলাব ক'।

গেৰেলা ঃ *(ভয়ে ভয়ে কঁপি কঁপি)* প.. প... প...(খৰকৈ) প্ৰলয়।

বাপুটি পণ্ডিত ঃ *(জাঁপমাৰি)* আই ঔ... প্ৰলয়।

গেৰেলা ঃ ম.....ম.....ম(খৰকৈ) ম'ম... ম।

বাপুটি পণ্ডিত ঃ *(আকৌ গেৰেলাৰ ডিঙিটোত ধৰি কঁপি কঁপি)* আই ঔই..... আই ঔ ক'ক'ক', ক' ওলাব ওলাব ক'। জোৰ দে, জোৰ দে ওলাব।

গেৰেলা ঃ *(কঁপি কঁপি কান্দি)* ম...ম...ম *(খৰকৈ)* মহাপ্ৰলয়।

বাপুটি পণ্ডিত ঃ *(আকৌ এটা জাঁপমাৰি ছিটিকি পৰিব)* আই...ঔ...মহাপ্ৰলয়। মৰিলো ঔ। গাঁওবুঢ়া ঔ। (পণ্ডিত বাহিৰলৈ ওলাই আহিব খোজোতেই ধুতিখনত উজুটি খাই লুটি খাই পৰিব। ল'ৰা-ছোৱালীজাকো ভয়তে ফৰিং ছিটিকা দিব। কিছুমানে চিঞৰিব। কিছুমানে কান্দিব।)

ল'ৰা-ছোৱালী : *(কান্দি কান্দি চিঞৰি চিঞৰি)* ...অঁ ..মা...অঁ দেতা। (পণ্ডিত আৰু ল'ৰা-ছোৱালীজাক ৰাস্তালৈ দৌৰিব। ক্ষন্তেকৰ বাবে ষ্টেজখন আন্ধাৰ হ'ব। কিন্তু শব্দ থাকিব। এজাক ল'ৰা-ছোৱালী ৰাস্তাইদি কান্দি কান্দি দৌৰি যোৱাৰ শব্দ হ'ব। মাজে মাজে পণ্ডিতৰ চিঞৰ)

বাপুটি পণ্ডিত : গাঁওবুঢ়া ঔ... বচোৱা ঔ... প্ৰলয় প্ৰলয়... *(লগে লগে ল'ৰা-ছোৱালীৰ চিঞৰ)*

ল'ৰা-ছোৱালী : অঁ...মা...অঁ....দেতা *(এনেতে ষ্টেজখন পোহৰ হ'ব। নিমাতীৰ মাকে দীঘল ডাং এডালত নালীয়া কটাৰীখন লগাই অমৰা গছত থকা জাতিলাওটো পাৰিবলৈ হাঁকুটিয়াই থাকিব। এনেতে ফোপাই ফোপাই আহি ওলাবহি ৰাঙলীবাই)*

ৰাঙলীবাই : *(খৰকৈ নোৱোৱাকৈ গৈ থাকি)* হেৰৌ নিমাতীৰ মাক... শুনা নাইনে? দেশত কি হৈছে... গ'ল...গ'ল সকলো শেষ হ'ল।

নিমাতীৰ মাক : *(ডাংডাল ধৰি ৰাখিয়েই ভয়ে ভয়ে সোধে)* ..কি হ'ল বাই... কোৱাচোন কি হৈছে?

ৰাঙলীবাই : খৰকৈ' কি হ'ব আৰু। প্ৰলয়....... প্ৰলয়..... মহাপ্ৰলয়... সেইযে ভূঁইকঁপটো হোৱাৰ কথা আছিল। পালেহিয়েই হেনো। *(কথাকেইটা কৈ কৈ ওলাই যায়)*

নিমাতীৰ মাক : মানুহজনী থক থক্‌কৈ কঁপে। হাতত থকা ডাংডালো কঁপে। কথাকেইটা মুখৰ ভিতৰতে আওৰায় ....প্ৰলয়...প্ৰলয়....মহাপ্ৰলয়..*(ঠিক সেই সময়তে ওপৰৰ পৰা জাতিলাওটো আহি মূৰৰ ওপৰতে পৰেহি)* ...আই ঔ... মৰিলোঁ ঔ...বৌটি ঔ। (ষ্টেজখন ক্ষন্তেকৰ বাবে আন্ধাৰ হৈ পৰিব। নিমাতীৰ মাকৰ চিঞৰ থাকিব। ষ্টেজখন আকৌ পোহৰ হ'ব। ষ্টেজত মানুহ এজনে *(থানেশ্বৰ মণ্ডলে, বকপুখুৰীৰ পাৰত চকুৰে-মুখে চাবোন সানি হিন্দীগানৰ কলি এটা ওঁঠত লৈ গা ধুই থাকিব)*

থানেশ্বৰ মণ্ডল : *(চকুৰে মুখে চাবোনৰ ফেন লৈ)*....লাৰে লাল্লা- লাৰে লাল্লা- লাৰে লাল্লা- লা- *(এনেতে মূৰত দীঘল ওৰণি লৈ বোৱাৰীকে বেগাই আহি কাষতে ৰ'বহি)*

বোৱাৰীয়েক : (ওৰণি নোতোলাকৈয়ে ভয়ে ভয়ে)। শুনিছেনে?

থানেশ্বৰ মণ্ডল : *(চাবোনৰ ফেন লাগি থকা চকু দুটা মুদি)* ...কোন ঔ এইজনী?

বোৱাৰীয়েক : *(লাহেকৈ)* মই... ডাঙৰজনী।

থানেশ্বৰ মণ্ডল : আও... আজি দেখোন হাইঠা মাটিত পৰিল।

বোৱাৰীয়েক : *(ভয়ে ভয়ে খৰকৈ)* ...পৃথিৱীখন হেনো ফাটি চিৰাচিৰি দিব। প্ৰলয় আহিছে মহাপ্ৰলয় *(গৈ গৈ কৈ যায়)* ভূঁইকঁপটো হেনো পালেহিয়েই।

থানেশ্বৰ মণ্ডল : কি-কি-কি *(ভয়ে ভয়ে চাপৰি মাটি চুঁই)* ....পৃথিৱীখন ফাটি চিৰাচিৰি দিব। প্ৰলয়... মহাপ্ৰলয়... আই ঔ মৰিলোঁ ঔ.... সখিঔ..... (গায়ে-মুখে চাবোনৰ ফেন, লৈ থানেশ্বৰ মণ্ডল দৌৰে। এনেতে বিপৰীত ফালৰ পৰা আহি থকা বদৰি মহাজনৰ প্ৰকাণ্ড পেটটোত খুন্দা খাই আকৌ চিঞৰে....আই ঔ...মৰিলোঁ ঐ... প্ৰলয় .... প্ৰলয়।

বদৰি মহাজন : এই কি হ'ল .... কি হ'ল.... (ভয়ে ভয়ে থানেশ্বৰ মণ্ডলৰ গাত ধৰি) মই বদৰি মহাজন। কোৱা কোৱা কি হ'ল কোৱা?

থানেশ্বৰ মণ্ডল : প্ৰলয়...প্ৰলয়...মহাপ্ৰলয়...আই ঔ সখিঔ...*(বদৰি মহাজনকো লগতে টানি নিব খোজে)*

বদৰি মহাজন : *(জোৰেৰে চিঞৰি)* মৰিলোঁ ঔ.. প্ৰলয় ঔ... প্ৰলয় ঔ... গাঁওবুঢ়াঔ... *(থানেশ্বৰ মণ্ডলে বদৰি মহাজনক টানি নিয়ে)*.... নহয় ঔ... গাঁওবুঢ়াৰ ঘৰ সেইফালে নহয় ঔ.... এই ফালেই



গাঁওবুঢ়াৰ ঘৰ ঔ। (দুয়ো দৌৰে । ষ্টেজখন ক্ষন্তেকৰ বাবে আন্ধাৰ হ'ব। কিন্তু শব্দ থাকিব। ৰাস্তাত বেগাই দৌৰাৰ শব্দ হ'ব। মাজে মাজে মানুহৰ ফোপনি শুনা যাব। তাৰ মাজতে বদৰি মহাজনে চিঞৰিব...মৰিলোঁ ঔ... গাঁওবুঢ়া ঔ...*(তাৰ মাজে মাজে থানেশ্বৰ মণ্ডলৰ চিঞৰ)*

থানেশ্বৰ মণ্ডল : মৰিলোঁ ঔ... বচোৱা ঔ... সখি ঔ.... *(এনেতে ষ্টেজখন পোহৰ হ'ব। ষ্টেজত এখন গৰু গাড়ীৰ আগফালে ঢোকা দি তাৰ ওপৰতে কেইজনমান গাঁওলীয়া চেঙেলীয়া ল'ৰাই তাছ পাত খেলি থাকিব। সৰু সৰু ল'ৰা-ছোৱালী কেইটামানে গৰুগাড়ীত ধৰি জুমি জুমি চাই থাকিব)*

এজন : *(তাছ পাত কেইখিলা হাতত লৈ ডাকে)* ....ওঠৰ...

আনএজন : আছোঁ।

এজন : উনৈছ।

আনজন : আছোঁ। *(এনেতে থানেশ্বৰ মণ্ডল আৰু বদৰি মহাজন দৌৰি দৌৰি চিঞৰি কাষেদি পাৰ হৈ যাব)*

থানেশ্বৰ মণ্ডল : হেৰৌ.... ক'ত আছ'। মৰিলি মৰিলি, আটাইবোৰ মৰিলি। প্ৰলয়... মহাপ্ৰলয়। ভূঁইকঁপটো.... পালেহিয়েই *(এনেতে গৰু গাড়ীখনত পাছফালে থকা কোনোবা এজনে হঠাতে থিয় দিয়াত গাড়ীখনৰ আগটো দাং খাই আটাইবোৰ মাটিত লুটি খাই পৰিব। সৰু সৰু ল'ৰা-ছোৱালীবোৰে ভয় খাই চিঞৰিব)*

আটাইবোৰ : আই..... ঔ... মৰিলোঁ ... ঔ... *(আটাইবোৰ থানেশ্বৰ মণ্ডল আৰু বদৰি মহাজনৰ পাছে পাছে দৌৰিব। ষ্টেজখন আন্ধাৰ হ'ব। ৰাস্তাত দৌৰাৰ শব্দ হ'ব। কোনোবাই উজুটি খাই চিঞৰিব)*

কোনোবা : আই..ঔ মৰিলোঁ...ঔ...*(মাজে মাজে গৰু-ছাগলীৰ হেম্বেলনি শুনা যাব। তাৰ মাজে মাজে কাৰোবাৰ বিকট চিঞৰ)*

আনকোনোবা : প্ৰলয়... প্ৰলয়...মহাপ্ৰলয়..। গ'ল...গ'ল...গ'ল... সকলো গ'ল। পৃথিৱীখন ফাটি চিৰাচিৰ দিব। *(ষ্টেজখন পোহৰ হ'ব। গাঁও বুঢ়াৰ ঘৰ। গাঁওবুঢ়াই পিৰালিতে বহি হোকা টানি থাকিব। এনেতে আঁতৰত ল'ৰা-ছোৱালীজাকৰ সৈতে বাপুটি পণ্ডিতক দৌৰি অহা দেখি ভয় খাই চোতাল পাবহি)-*

বাপুটি পণ্ডিত : আই...ঔ...মৰিলোঁ ঔ... বচোৱা ঔ...... বাপুটি পণ্ডিত ল'ৰা-ছোৱালীজাকৰ সৈতে চিঞৰি চিঞৰি গাঁওবুঢ়াৰ পদুলিমুখ পাওতেই থানেশ্বৰ মণ্ডল আৰু বদৰি মহাজন উধাতু খাই সোমাই আহিব। বদৰি মহাজন নঙলাডালৰ তলেদি চাপৰি সোমাওতে পেটটো লাগি ধৰাত চিঞৰিব।

বদৰি মহাজন : আই...ঔ...মৰিলোঁ ঔ... গাঁওবুঢ়া...ঔ।

থানেশ্বৰ মণ্ডল : *(চোতালত মূৰে-কপালে হাত দি বহি পৰিব)* ...সখি ঔ...গ'ল..... সকলো গ'ল... মহাপ্ৰলয় আহিছে। সকলো শেষ হ'ল। পৃথিৱীখন ফাটি চিৰাচিৰি দিব। *(চোতালত মানুহেৰে ভৰি পৰিব। গাঁওবুঢ়াই ভয়তে ইফালে-সিফালে দৌৰি ফুৰিব। চাৰিওফালে*

*চিঞৰ-বাখৰ। এনেতে হঠাতে "ধুমুচ " কৈ ডাঙৰ শব্দ হ'ব। চোতালত ওপৰৰ পৰা ছিটিকি পৰা নাৰিকল ঠোকাৰ দৰে মানুহবোৰো ভয়তে ছেদেলি-ভেদেলি দিব)*

কোনোবা এজন : *(চিঞৰি)* ভূঁইকঁপ, ভূইকঁপ, বৰ ভূইকঁপ। (এনেতে চোতালত থকা নাৰিকল গছজোপাৰ পৰা কঁকালত দাখন খুচি টোপা কাঁড়ডালৰ দৰে নামি অহা গাঁওবুঢ়াৰ পুতেকক দেখি ক্ষন্তেকৰ বাবে সকলো নিমাত হ'ব।)

থানেশ্বৰ মণ্ডল : মাজতে মাত্ৰ সপ্তাহটো *(সেপ গিলি)* তাৰ পাচত সকলো শেষ। যিটো ভূঁইকঁপ হ'ব তেনেকুৱা হেনো আজিলৈকে পৃথিৱীত হোৱাই নাই। পৰ্বত-পাহাৰ সমান হ'ব। মাটি ফাটি সাগৰ হ'ব। আৰু- *(এনেতে আকাশৰ পৰা শব্দ এটা ভাঁহি আহিব। "গুম...গুম...গুম..।" সকলোৱে ভয়ে ভয়ে আকাশলৈ চাব। ভয়তে ইজনে-সিজনক সাৱটি ধৰিব। লাহে লাহে শব্দটো ডাঙৰ হৈ আহিব। মানুহবোৰৰ মাজত থকা চেনীৰাম আৰু ভদাইৰ চকুৱে চকুৱে পৰিব। চেনীৰামে চকু নমাই আঁতৰিব খোজোতেই ভদাইয়ে ক'ব।)*

ভদাই : সেই আগৰ কাজিয়াৰ কথা পাহৰি যা অ' চেনীৰাম। এতিয়া আটাইবোৰ একেলগে মৰিব লাগিব। *(শব্দটো ক্ৰমে ডাঙৰ হৈ হঠাতে এটা প্ৰচণ্ড শব্দ হ'ব- "গুৰুম"-। ভদাইয়ে ভয়তে চেনীৰামক সাৱটি ধৰিব। কিছুমানে ভয়তে মাটিত লুটি বাগৰ খাই পৰিব। এনেতে উৰাজাহাজ এখন জোৰেৰে আহি মানুহজাকৰ মূৰৰ ওপৰেদিয়েই পাৰ হৈ যাব। সকলোৱে সন্দেহেৰে ওপৰলৈ চাব)*

বাপুটি পণ্ডিত : *(বদৰি মহাজনৰ বাঁওকান্ধৰ পৰা হাতখন নমাই)* নাই, নাই চুলিৰ আগত জীৱটো বান্ধি এনেকৈ আৰু থাকিব নোৱাৰি। কাইলৈৰ পৰা ফুলনী থানত নাম-কীৰ্তন কৰিব লাগে। আইয়ে কিজানি চকুমেলি চায়েই।

গাঁওবুঢ়া : ৰ'বাহে। কথাষাৰ সঁচানে বা মিছা। প্ৰশান্ত, প্ৰদ্যুতহঁত টাউনলৈ মিটিং গাবলৈ গৈছে। সিহঁত আহিলহে সকলো গম পোৱা যাব। পৰহিয়েই গ'ল। আজি আবেলি পৰতেই পোৱাহি কথা। কিবা বোলে বিদেশী মানুহ জাকে জাকে অসমলৈ আহিছে। সিহঁতৰ দেশত হেনো মাটি নাই। আমাৰ চৰকাৰে হেনো সিহঁতক মাটি দিব। চৰকাৰক সিহঁতে হেনো ভোট দিব। *(সকলোৱে ৰাস্তালৈ চাব। ৰাস্তাৰ পৰা চাইকেলেৰে তিনিজন ল'ৰা মানুহৰ মাজলৈ সোমাই আহি'ব। সিহঁতৰ মুখমণ্ডল গুৰু গম্ভীৰ। সকলো নিমাত। প্ৰশান্ত গাঁওবুঢ়াৰ ফালে আগবাঢ়ি আহিব।)*

প্ৰশান্ত : বৰ দাইটি, তোমালোকৰ কি হৈছে? ইমানবিলাক মানুহ একেলগে। তে-ন-তে তোমালোকেও কথাটো *(প্ৰশান্তৰ কথাকেইটা শেষ হ'বলৈ নৌ পাওঁতেই বাপুটি পণ্ডিত আৰু বদৰি মহাজনে চিঞৰি ক'ব)*

বাপুটি পণ্ডিত : আই ঔ... মৰিলোঁ ঔ...হয়, হয়, হয়, কথাটো অ'। (প্ৰশান্তই কিনো হৈছে একো উৱাদিহ নাপাই বদৰি মহাজন। *(খঙত গৰ্জি উঠিব)*

প্ৰশান্ত : তোমালোকৰ কি হৈছে, নোকোৱা কিয় বৰ দাইটি?

থানেশ্বৰ মণ্ডল : *(গাঁওবুঢ়াই কিবা কোৱাৰ আগেয়েই)* হেৰৌ টাউনৰ পৰা আহিলি, একো নুশুনিলিনে? মাজতে মাথোঁ সপ্তাহটো। তাৰ পাছত সকলো শেষ। পৃথিৱীখন ফাটি চিৰাচিৰি দিব। সকলো মৰিব লাগিব। কোনো বাচি নাথাকে। হেৰৌ, ভূঁইকঁপ, বৰ ভূঁইকঁপ। *(ক্ষন্তেক*



*নিস্তব্ধ। সন্ধিয়া হৈ অহাৰ বাবে লাহ লাহে আন্ধাৰ হৈ আহিব। প্ৰশান্ত, প্ৰদ্যুত বীৰেনৰ গাত লাইটৰ ফকাচ পৰিব। বাকীবোৰ অস্পষ্ট হৈ পৰিব। আচল কথাটো ধৰিব পাৰি প্ৰশান্তই খঙত উত্তেজিত হৈ চিঞৰি চিঞৰি ক'ব)*

প্ৰশান্ত : শুনা বৰ দাইটি, কণদাইটিহঁত। এটা বৰ ডাঙৰ ভূঁইকঁপ আহিব ধৰিছে। সেই ভূঁইকঁপৰ প্ৰবল জোকাৰনিয়ে সমগ্ৰ অসমীয়া জাতিটোৰে অস্তিত্ব নাইকিয়া কৰি পেলাব। পৃথিৱীৰ গৰ্ভত থকা পদাৰ্থবোৰ উত্তপ্ত হৈ হোৱা সেই ভূঁইকঁপ ই নহয়। পৃথিৱীৰ উপৰি ভাগত থকা কিছুমান অপদাৰ্থ তেজ-মঙহৰ দপ্‌দপনিতেই এই ভূঁইকঁপৰ সৃষ্টি হ'ব। পৃথিৱীৰ গৰ্ভ উতলি হোৱা ভূঁইকঁপে আমাক একো কৰিব নোৱাৰে। এনেকুৱা বহুতো বৰ ভূঁইকঁপ, বৰ বানপানী আমাৰ ওপৰেদি পাৰ হৈ গৈছে। তথাপিও আমি জীয়াই আছোঁ। কিন্তু যিটো ভূঁইকঁপ আহিব ধৰিছে সি অতি ভয়ংকৰ। তাৰ জোকাৰণিত আমি সমগ্ৰ জাতিটোৱেই নিচিহ্ন হৈ যাম। প্ৰকাণ্ড এডাল অজগৰ সাপৰ দৰে সিহঁতে আমাক আহি এফালৰ পৰা গ্ৰাস কৰি আহিছে। *(প্ৰশান্ত ক্ষন্তেক ৰ'ব। কাঁহ পৰি জিন্ যোৱাৰ দৰে সকলো নিস্তব্ধ। মাজে মাজে ঝি.....ঝি" শব্দ শুনা যাব। ভয়ে ভয়ে কিবা এক বুজাব নোৱাৰা ভাবত মানুহবোৰে ইজনে সিজনৰ মুখলৈ চাব। গাৰ চোলাটোৰে মুখখন মোহাৰি প্ৰশান্তই আকৌ ক'ব)*.....সিহঁত আজি ক'ত নাই? সকলোতে সিহঁতৰ টিঘিল ঘিলনি। নদীয়ে পলস পেলাই যোৱা সাৰুৱা চাপৰিবোৰলৈ যোৱা দেখিবা তাতো সিহঁতে বৰ পীৰা পাৰি লৈছে। দুৰ্গম অৰণ্যবোৰলৈ যোৱা তাতো সিহঁত বাঘমূৰ্তিলৈ ৰৈ আছে। আৰু এতিয়া সিহঁতে আমাৰ সাতামপুৰুষীয়া বৰভেটিটো গচকি বৰ পেৰাত হাত দিছেহি। *(হাত জোকাৰি উত্তেজিত হৈ)*....আৰু তোমালোকে কি কৰিছা? এটা জাতি আজি মৃত্যুৰ দুৱাৰ দলিত। আৰু তোমালোক উৰাবাতৰি বুকুত সাৱটি বহি আছা। মহাপ্ৰলয়ৰ ভয়ত দৌৰ মৰা শহাটোৰ দৰেই তোমালোক আজি ভয়বিহ্বল। তোমালোক কাপুৰুষ। তোমালোক ভীৰু। কুকুৰ-মেকুৰীৰ দৰে তোমালোক আজি নিজৰ মাজতে খোৱা-কামোৰা কৰি মৰিব ধৰিছা। তোমালোক অকৰ্মণ্য। ভূঁইকঁপৰ নাম শুনি পথাৰলৈ যাবলৈ এৰিলা। হাঁহ-পাৰ খাই গৰাল-বাহ উদং কৰিলা। পুখুৰী সিঁচি তলি উলিয়ালা। তোমালোকে আমাক কি দিলা? কেৱল উত্তৰাধিকাৰী হিচাপে আমালৈ এৰি থৈ যাব ওলাইছা এটি বৰভূঁইকঁপ যাৰ কৰাল গ্ৰাসত আমাৰ জাতিটোৱেই আজি নিচিহ্ন হৈ যোৱাৰ উপক্ৰম হৈছে।

হাতযোৰ কৰিছোঁ দাইটিহঁত। হিংসা-বিদ্বেষ, খাম-খেয়ালি, জাত-পাত, খেল-মেল পাহৰি তোমালোক দলে-বলে ওলাই আহা। আৰু সময় থাকোতেই বৰখুঁটি মাৰি অজগৰটোক ৰখোৱা। মনে সজা মহাপ্ৰলয়ৰ নামত তোমালোক যেনেকৈ আজি একত্ৰিত হৈছা ঠিক তেনেকৈ তোমালোকৰ সন্মুখৰ বাস্তৱ প্ৰলয়টোৰ, সন্মুখীন হোৱা। নহ'লে পৃথিৱীয়ে পাহৰি যাব অসম নামৰ এডোখৰ মনোমোহা ভূখণ্ডত অসমীয়া নামেৰে এটি মহান জাতিয়ে বাস কৰিছিল। পাহৰি যাব লাচিত নামৰ এজন অতি দুঃসাহসী দেশ-প্ৰেমিকৰ এই ভূখণ্ডতেই জন্ম হৈছিল। পাহৰি যাব কুশল কোঁৱৰ, মূলাগাভৰু, কনকলতাৰ কথা...। আহা... তোমালোক ওলাই আহা। আমাক কেৱল বুদ্ধি ভৰষা দিয়া। অনুপ্ৰেৰণা দিয়া। আমি তেজ দিম। তৰোৱাল-যাঠি-জোঙেৰে দুৰ্গা আইৰ দৰে অসমী আইয়ো আজি

জাগ্ৰত হৈছে। অসমী আইৰ এই শক্তি হ'ল অন্যায় আৰু অত্যাচাৰৰ বিৰুদ্ধে। সত্য আৰু ন্যায় প্ৰতিষ্ঠাৰ বাবে। অসমী আইৰ এই দুৰ্জেয় শক্তিৰ আগত কোনো আসুৰিক শক্তিয়েই থিয় দিব নোৱাৰে। জয় আমাৰ অনিবাৰ্য। জয় আই অসম। জয় আই অসম! জয় আই অসম! *(প্ৰশান্ত, প্ৰদ্যুত, বীৰেনে হাত জোকাৰি চিঞৰিব। লগে লগে গাঁৱৰ ডেকা মখায়েও চিঞৰিব- "জয় আই অসম"..)*

প্ৰথম দৃশ্য শেষ

## দ্বিতীয় দৃশ্য

*(গধূলি সময়। টেঙাখাট গাঁৱৰ কাষৰ এটি হাবিতলীয়া বাট। বাটেদি এগৰাকী কুঁজী আলৰ বুঢ়ীয়ে চিঞৰি চিঞৰি গৈ থাকিব।)*

বুঢ়ী আই : মইনা বোপা, মইনা বোপা। আহ বোপা, ক'ত আছ' ওলাই আহ। মই তোৰ বুঢ়ী আই আহিছোঁ। (এনেতে দূৰৈত জীপগাড়ীৰ শব্দ হ'ব। বুঢ়ী আইৰ চিঞৰ আকৌ শুনা যাব) মইনা বোপা মইনা বোপা অ'। আহ অ' বোপা। নহ'লে মাৰক আৰু নাপাবি। আজি তিনিদিনে মানুহজনীয়ে একো খোৱা নাই। গাত জ্বৰ, দিনে-ৰাতিয়ে তোক বিচাৰি আছে বোপা। *(আঁতৰত জীপগাড়ীখন ৰখোৱাতৰ শব্দ হ'ব। কান্ধত ৰাইফল লৈ তিনিজন চিপাহী ষ্টেজলৈ সোমাই আহিব। লগতে এজন বিষয়া। বিষয়াজনৰ কঁকালত ৰিভলভাৰ।)*

পুলিচ বিষয়া : ..........এই বুঢ়ী, এই ৰাতিখন ইয়াত কি কৰিছ? কাক বিচাৰিছ?

বুঢ়ী আই : *(কঁকাল পোন কৰি ওপৰলৈ চাই)*...বোপাহঁত অ'। মোৰ মইনা বোপাক তহঁতি দেখিছিলিনে? দহ-পোন্ধৰ দিন সি ঘৰখনত নাই। ক'ত আছে, কি কৰিছে, কি খাইছে মোৰ বোপা অ'.... (কান্দে)

বিষয়া : *(অলপ চিন্তা কৰি খঙেৰে)* .... তোৰ বোপাৰ নাম কি? তই কোন গাঁৱৰ মানুহ?

বুঢ়ী আই : মোৰ বোপা, মোৰ বোপা, মোৰ বোপাৰ নাম মইনা বোপা *(খৰকৈ)* ...ক'ত আছে সি?

বিষয়া : *(বুঢ়ী আইৰ গাত ধৰি জোকাৰি)* কি মইনা, মইনা কৰি আছ। তাৰ নামটো ক'।

বুঢ়ী আই : তাৰ আচল নামটো মইনা বোপা। জন্মৰ পৰাই সি মইনা বোপা।

এজন চিপাহী : ছাৰ এনেকৈ নহ'ব। দুচাট মান দিলেহে বুঢ়ীৰ মুখেদি আচল কথা ওলাব। (হাত দাঙি) এই বুঢ়ী কলিনে সঁচা কথা।

বুঢ়ী আই : কি সঁচা-মিছাৰ কথা কৈছ তহঁত। মই তাৰ বুঢ়ীমাকজনী হৈ তাৰ নামটো নাজানোনে? কন্দৰ্পৰ পুতেক মইনাক কোনে নাজানে। টেঙাখাটলৈ যা। পেন্দুকণাটোৰেও ক'ব মইনাকোন।

বিষয়া : *(চিন্তা কৰি)* ক-ন্দ-ৰ্প। কন্দৰ্প বৰা। টেঙাখাট গাঁও। প্ৰশান্ত বৰা *(খৰকৈ)*। অ' ঠিক এইবাৰহে বুঢ়াৰ হাতত চেঙেলী পৰিছে। এই বুঢ়ীয়েই হ'ল পলাতক কন্দৰ্প বৰা আৰু



প্ৰশান্ত বৰাৰ মাক আৰু বুঢ়ীমাক। ব'ল বুঢ়ী থানালৈ ব'ল। তোৰ মুখৰ পৰা আৰু বহুত কথা উলিয়াব লাগিব।

বুঢ়ী আই : পাষণ্ডহঁত। মোক ক'লৈ নিয়? নিজৰ ঘৰখন থাকোতে আকৌ মই থানালৈ অশুচি হ'বলৈ যাম। মোৰ মইনাই পাব লাগিলে তহঁতক এতিয়া পাৰ মুচৰাদি মুচৰিলেহেঁতেন।

বিষয়া : চুপ বুঢ়ী। ব'ল ব'ল থানালৈ ব'ল। *(ডিঙিত ধৰি আগলৈ গতা মাৰি দিয়ে। বুঢ়ী আই হামখুৰি খাই পৰে।)*

বুঢ়ী আই : *(চিঞৰি)*...মইনা বোপা..অ'...মইনা বোপা। ক'ত আছ' ওলাই আহ্। চাহিচোন এই পশুকেইটাই মোক কিখন কৰিছে।

বিষয়া : *(ৰিভলভাৰটো উলিয়াই গাদিৰে বুঢ়ীআইৰ পিঠিত কোবায়)* চুপ্ থাক বুঢ়ী। কেপ্‌কেপাই নাথাকিবি।

বুঢ়ী আই : আই....ঔ....মৰিলোঁ ঔ...মইনা বোপা অ'...*(বুঢ়ী আই বাগৰি পৰে)*

বিষয়া : *(চিপাহী এটাৰ মুখলৈ চাই)* ...আন...বুঢ়ীক গাড়ীলৈ চোঁচৰাই আন্ (বিষয়াজন ওলাই যাব।)

চিপাহী : *(বুঢ়ী আইৰ চুলিত ধৰি চোঁচৰাই নিব)* ...চিঞৰি নাথাকিবি বুঢ়ী। চিঞৰ বন্ধ কৰি দিম একেবাৰে। মজা পাবি। *(ষ্টেজখনক্ষন্তেকৰ বাবে আন্ধাৰ হ'ব। বুঢ়ী আইয়ে চিঞৰি থাকিব। জীপগাড়ীখন যোৱাৰ শব্দ হ'ব। ষ্টেজখন আকৌ পোহৰ হ'ব। ষ্টেজত টেঙাখাট সমষ্টিৰ নিৰ্বাচন প্ৰাৰ্থী নৰেন গোস্বামী। এছ্. পি. তৰুণ কলিতা। ডি. এছ. পি প্ৰতুল হাজৰিকা আৰু ইন্সপেক্টৰ তাৰিণী শৰ্মা। প্ৰথম তিনিজন চকীত বহি থাকিব। ইন্সপেক্টৰ শৰ্মা থিয় হৈ ইফালে-সিফালে চাই থাকিব।)*

নৰেন গোস্বামী: ভোটলৈ মাজতে আৰু দুটা দিনহে আছে। এইখিনি সময় অতি মূল্যবান সময়। ইয়াৰ এটা মুহূৰ্তও যাতে এনেয়ে নাযায় তালৈ চকু দিব লাগিব। চলে-বলে কৌশলে আমি কাম কৰিব লাগিব।

তাৰিণী শৰ্মা : এতিয়ালৈকে চব ঠিকেই আছে ছাৰ। কেৱল টেঙাখাট আৰু বৰবাৰী এই গাঁও দুখনৰহে মতি-গতি বৰ ভাল দেখা নাই। মানুহবোৰো বৰ একা-চেকা হ'ল। কিন্তু আচৰিত ছাৰ, আজি কিছুদিনৰ আগলৈকে এই গাঁও দুখনৰ মানুহবোৰ একেবাৰে সোপাটিলা আৰু এলেহুৱা আছিল। গাঁৱৰ ডেকা মখাই সিহঁতক কি কৰিলে জানো।

নৰেন গোস্বামী: সেই যে প্ৰশান্ত বৰা নামৰ ল'ৰাটো। সি ইয়াৰে নেকি?

তাৰিণী শৰ্মা : হয় ছাৰ । টেঙাখাটৰ। বাপেকৰ নাম কন্দৰ্প বৰা। বাপেক-পুতেক হালৰে নামত দুটামান কেচ সাজি থৈছোঁ। কেইবাদিনো সিহঁতৰ ঘৰলৈ গৈ ঘৰত সিহঁতক পোৱা নাই । সিহঁতৰ নামকেইটা 'এবস্কণ্ডাৰছ লিষ্ট'তে ৰাখিছোঁ।

নৰেন গোস্বামী: *(মুখত হাত দি চিন্তা কৰি)* ....প্ৰশান্ত বৰা।

তাৰিণী শৰ্মা : হয় ছাৰ, প্ৰশান্তই যত কুটৰ ঘাই। ৰাতি ৰাতি গাঁৱে গাঁৱে আহি মিটিং গাই ফুৰিছে। কিবা হেনো ডাঙৰ ফান্দ পাতিছে। গাঁৱৰ মতা মানুহবোৰে আজি বহুত দিনৰ পৰা ঘৰত নাই। গাঁৱৰ পাচফালে থকা কাঠনিডৰাত হেনো চাউনি পাতিছে।

তৰুণ কলিতা : *(আচৰিত হৈ)* কিয় চি. আৰ. পি.ৰ এটা দলটো বহুত দিনৰে পৰা ইয়াত আছে। সিহঁতক

নি কিয় 'এমবোচ' নকৰে? আমাৰ হেড কোৱাৰ্টাৰৰ পৰা তেনে কোনো ইনষ্ট্ৰাকচন নাছিল নেকি। *(ডি. এছ. পি. হাজৰিকালৈ চাই।)*

প্ৰতুল হাজৰিকা ঃ ইনষ্ট্ৰাকচন আছিল ছাৰ। এমবোচো' কৰা হৈছিল। *(তাৰিণী শৰ্মালৈ চাই)* এমবোচৰ এক্সপেৰিয়েন্সটো আপুনিয়েই কওঁক মিঃ শৰ্মা।

তাৰিণী শৰ্মা ঃ হয় ছাৰ, আজি এসপ্তাহৰ আগতে মহঁয়েই চি. আৰ. পি.ৰ দলটো লৈ কাঠনিডৰাত সোমাইছিলোঁগৈ। ৰ'দৰ পোহৰ সৰকিব নোৱাৰা কাঠনি ছাৰ। দিনতেই আন্ধাৰ। গৈ কাঠনিডৰাত সোমাইছিলোঁহে মাত্ৰ, এনেতে চাৰিওফালৰপৰা কাঁড় বৰষিব ধৰিলে। লগে লগেই এজন চিপাহী বাগৰি পৰিল। বাকী কেইবাজনো জখম হ'ল। কাঁড় অহাৰ ফালে গুলী কৰিলোঁ। কিন্তু কাৰো সাৰ-সুৰ নাই। পাছত চি. আৰ. পি. কেইটাই আগবাঢ়ি নোযোৱাত উভতি আহিলোঁ।

তৰুণ কলিতা ঃ *(ক্ষন্তেক চিন্তা কৰি)* ... নাও আই...ৰিমেম্বাৰ। ইয়েচ আই গট ইটচ ৰিপোৰ্ট।

নৰেন গোস্বামীঃ এটা কথা কলিতা। কাঠনিডৰা জ্বলাই দিব নোৱাৰিনে?

তৰুণ কলিতা ঃ *(হাঁহি)* নোৱাৰি গোস্বামী। কাঠনিডৰা ৰিজাৰ্ভ ফৰেষ্ট। পাবলিক প্ৰপাৰ্টি। বহু মূল্যৱান গছ-গছনি আৰু বন্য জীৱ জন্তুৰে ভৰি আছে। অৰণ্যক ধ্বংস কৰিব নাপায়। বৰং পৰিৱেশ উন্নয়ৰ বাবে অৰণ্যৰ পৰিমাণ আমি বঢ়াবহে লাগে।

নৰেন গোস্বামীঃ তেন্তে পলাতক ক্ৰিমিনেলগালক ধৰাৰ একো উপাই নাই নেকি?

তৰুণ কলিতা ঃ আছে, আছে। উপায় আছে গোস্বামী। উপায় কিয় নাথাকিব। উই হেভ্ টু এমবোচ। এমবোচ ইন এ বিগাৰ ৱে। আমি কাঠনিডৰা আৰ্ম ফৰ্চৰে চাৰিওফালৰ পৰা বেঢ়ি ধৰিব লাগিব। কিন্তু এতিয়া ই অসম্ভৱ। বৰ্তমান আমাৰ ৰিজাৰ্ভ ফৰ্চ একেবাৰে নাই। আপুনি দেখোন এটা কাম কৰিব পাৰে গোস্বামী। *(কেৱাহিকৈ গোস্বামীৰ ফালে চাই)* আপোনালোক হাত দীঘল মানুহ। তাতে আপোনালোকৰ দলটোও ৰাজ্য-কেন্দ্ৰৰ উভয়তে শাসনাধিস্থ। গতিকে কেন্দ্ৰীয় চৰকাৰক কৈ-মেলি আৰু অলপ চি. আৰ. পি. দেখোন অসমলৈ অনাব পাৰে। তেতিয়া আমাৰো অলপ চিন্তা কমিব। *(বুলি হাজৰিকাৰ ফালে চাই।)*

নৰেন গোস্বামীঃ *(এচ. পি. কলিতাৰ ফালে খঙেৰে চাই তাৰিণী শৰ্মাক কয়)* আচ্ছা, শৰ্মা। ইয়াৰ মিচিং আৰু দেউৰী গাঁওকেইখনৰ মতি-গতি কেনে?

তাৰিণী শৰ্মা ঃ আপুনিতো জানেই ছাৰ। সেইদিনা আপুনি দি অহা ভোজটোৰ পাচৰে পৰা সিহঁতে টেঙাখাট আৰু বৰবৰী গাঁওৰ মানুহখিনিৰ লগত হলি-গলি দেখা নাই? সিহঁত আটাইবোৰেই ভোট দিবলৈ অহাৰ কথা।

নৰেন গোস্বামীঃ সিহঁতৰ কাষত কৈৱৰ্ত গাঁওখন একা?

তাৰিনী শৰ্মা ঃ সিহঁতো টেঙাখাটৰ মানুহখিনিৰ ওপৰত জ্বলি-পকি আছে। সেইদিনা বৰবৰী বজাৰত কৈৱৰ্ত কেইজনমানে টেঙাখাটৰ বামুণ কেইজনমানক ধৰি-বান্ধি খুব মৰিয়ালে। এইকেইদিনতে দুয়োখন গাঁৱৰ মানুহৰ মাজত যুদ্ধ এখন নালাগিলেই হয়। আপোনাৰ বুদ্ধিটোৱে কিন্তু বৰ কাম কৰিলে ছাৰ। কৈৱৰ্ত ল'ৰাটোৰ মৰাশটো প্ৰশান্তহঁতৰ ঘৰৰ পাচফালে পেলাই অহাৰ পাছৰে পৰা কৈৱৰ্ত মানুহখিনি টেঙাখাটৰ কলিতা- বামুণখিনিৰ ঘোৰ শত্ৰু হৈ পৰিল।



নৰেন গোস্বামীঃ গাৰ বলেৰেই সকলো কাম কৰিব নোৱাৰি শৰ্মা। মগজটোকো মাজে মাজে খটুৱাব লাগিব। মহা পৰাক্ৰমী দুৰ্যোধনে ধন-জন-ক্ষমতা সকলো থকা যুধিষ্ঠিৰক পাশা খেলেৰেহে বশ কৰিছিল। ওঁ...*(তলমুৰকৈ চিন্তা কৰি...)*.... / টেঙাখাট...বৰবৰী। এটা কাম কৰক শৰ্মা। আজি ৰাতিয়েই এটা গৰু কাটি তাৰ হাড়-মূৰবোৰ কাৰোবাৰ হতুৱাই টেঙাখাটৰ নামঘৰটোৰ ভিতৰত পেলাই আহক। আৰু বৰবৰীৰ মছজিদটোত আজি ৰাতিতেই জুই লগাই দিয়াওক। তাৰপাচত দেখা যাব কি হয়?

তৰুণ কলিতা ঃ ভাল হ'ব জানো গোস্বামী? এইবিলাকতো আইন বিৰেধী, সমাজ বিৰেধী কাম? এই বিলাকে সমস্যা বঢ়াবহে।

নৰেন গোস্বামীঃ বুজিছে কলিতা। এটা ভাল কাম কৰাৰ আগতে কেতিয়াবা কিছুমান বেয়া কামো কৰিব লগা হয়। আমি এটা ভাল কাম কৰিবলৈ ওলাইছোঁ। তাৰবাবে আমাৰ শাসনৰ বাঘ-জৰীডাল লাগে। চলে-বলে-কৌশলে এই বাঘ-জৰীডাল আমি ধৰিমেই। তাৰ পাছত আমি ভাল কাম কৰিম। আমাৰ বাবে। দেশৰ বাবে (জোৰেৰে হাঁহে)।

তৰুণ কলিতা ঃ *(আচৰিত হৈ)* কিন্তু সমাজৰ চকুত, আইনৰ চকুত এইবোৰ একো একোটা ডাঙৰ অপৰাধ।

নৰেন গোস্বামীঃ *(জোৰেৰে হাঁহি)* আইন, সমাজ এইবোৰ কি বস্তু কলিতা? এইবোৰ জানো আজিকালি আছে ক'ৰবাত। গতিকে যিবোৰ বস্তুৰ অস্তিত্বই নাই, সেইবোৰৰ বিষয়ে মূৰ ঘমাই কিবা লাভ আছে জানো? (এনেতে আঁতৰত জীপগাড়ী এখন জোৰেৰে আহি ৰোৱাৰ শব্দ হ'ব। এছ. পি কলিতাই শব্দটোৰ ফালে মূৰ ঘূৰাব।)

তাৰিণী শৰ্মা ঃ সেয়া হ'ব ইন্সপেক্টৰ চক্ৰৱৰ্ত্তী ছাৰ। পেট্ৰলিং দি আহিছে। *(তাৰ পাছত নৰেন গোস্বামীলৈ চাই)* ... পিচে ছাৰ এটা কথা । যদি ভোট দিবলৈ কোনো নাহে?

নৰেন গোস্বামীঃ *(আচৰিত হৈ)* কিয় মিচিং, দেউৰী, কৈৱৰ্ত গাঁওৰ মানুহখিনিয়ে ভোট দিবলৈ যাম বুলি দোখোন মোৰ আগত শপত খাইছিল।

তাৰিণী শৰ্মা ঃ ভোজ খাই, আপোনাৰ টকাকেইটা পাই শপত খালে হয় কিন্তু এতিয়া সিহঁতে পেটে পেটে ভয় খাইছে। কাৰণ সিহঁতৰ বহুতো ল'ৰা-ডেকা প্ৰশান্তৰ লগ লাগিছে। সিহঁতে ৰাতি ৰাতি হেনো আহি ভয় খুৱাই আছেহি।

নৰেন গোস্বামীঃ আচ্ছা, সিহঁত নাহিল বাৰু। সেই বৰচাপৰিৰ মিএগ্ৰা মানুহখিনি? সিহঁতৰ চাপৰিতো আৰু বহুত নতুন মানুহ সোমাইছেহি। সিহঁতক তাত মহঁয়েই দেখোন বহুৱাইছিলো।

তাৰিণী শৰ্মা ঃ সিহঁত একেবাৰে নতুন। নতুন ঠাইৰ একো আওভাও পোৱা নাই। ভয়তে হয়তো নাহিবও পাৰে।

নৰেনগোস্বামী ঃ ওঁ...*(চিন্তা কৰি)*...তেন্তে চিন্তা কৰিবলগীয়া কিটো আছে। ভোট দিয়াটো আমাৰ গণতান্ত্ৰিক অধিকাৰ। ভোট আমি দিবই লাগিব। যদি জনসাধাৰণে সেই অধিকাৰ ল'ব নোখোজে তেন্তে দেশৰক্ষক, আইন-শৃংখলা ৰক্ষক আপোনালোকেই সেই অধিকাৰ ল'ব লাগিব।

তাৰিণী শৰ্মা ঃ *(আচৰিত হৈ এছ. পি. আৰু ডি. এছ. পি.ৰ ফালে চাই আকৌ গোস্বামীলৈ চায়)*... ছাৰ আমি?

নৰেন গোস্বামীঃ *(উত্তেজিত হৈ থিয় হ'ব আকৌ বহিব)* হয়, আপোনালোকেই প্ৰয়োজন হ'লে ৰাইজৰ অধিকাৰ ল'ব লাগিব। ৰাইজৰ কৰ্তব্য আপোনালোকে কৰিব লাগিব। আপোনালোকেই ভোট দিব লাগিব। আমাক কেৱল শাসনৰ বাঘ-জৰীডাল লাগে। চলে-বলে-কৌশলে এই বাঘজৰীডাল আমি ধৰিমেই। তাৰপাছত আমি ভাল কাম কৰিম। আমাৰ বাবে। দেশৰ

বাবে *(অৰ্থপূৰ্ণ)* হাঁহি এটা মাৰি এছ. পি. কলিতাৰ ফালে চাই)...কি কয় মিঃ কলিতা। *(এছ. পি. কলিতা* গহীন হৈ থাকিব। ক্ষন্তেক পাছতে হঠাতে থিয় হ'ব। প্ৰতুল হাজৰিকাও থিয় হ'ব। নৰেন গোস্বামী বহি থাকিব)

তৰুণ কলিতা ঃ শৰ্মা, মোৰ ড্ৰাইভাৰটোক গাড়ীত বহিব কওক।

তাৰিণ শৰ্মা ঃ *(জোৰেৰে চেলুট এটা মাৰি) হয় ছাৰ। (খৰকৈ ওলাই যাব) ক্ষন্তেক পাচতে জীপগাড়ীখন ষ্টাৰ্ট দিয়াৰ শব্দ হ'ব।)*

দ্বিতীয় দৃশ্য শেষ

## তৃতীয় দৃশ্য

*(ৰাতি ভালেমান পৰ। টেঙাখাট গাঁওৰ পাচফালৰ কাঠ নিডৰাৰ মাজত প্ৰশান্ত, প্ৰদ্যুত, বীৰেন থিয় হৈ থাকিব। কন্দৰ্প বৰা, অচিন্ত কলিতা, প্ৰমোথ শৰ্মা বহি থাকিব। কাঁহ পৰি জিন যোৱাৰ দৰে নিতাল। মাজে মাজে ঝিলিৰ ঝি ঝি শব্দ শুনা যাব। কেইটামান শিয়ালেও দূৰৈত হুৱা দিব। এনেতে কন্দৰ্পই সেই নিস্তব্ধতা ভাঙিব।)*

কন্দৰ্প ঃ মাজতে মাত্ৰ ৰাতিটো। তাৰ ভিতৰতে ইমানবোৰ কাম। পাৰিব জানো ল'ৰাহঁতে ইমানবোৰ কাম। *(কপালত চুই)*

প্ৰশান্ত ঃ *(গৰ্জি উঠি)* ......দেউতা......এয়া মূৰে-কপালে হাত দি বহি থকাৰ সময় নহয়। নিৰ্ভীক ভাবে থিয় হওক। এইখন লাচিতৰ দেশ। এইখন মূলাগাভৰুৰ দেশ। এইখন বীৰ চিলাৰায়ৰ দেশ। ৰাতিটোৰ ভিতৰতে গড় বান্ধি লাচিতে দুৰ্জেয় মোগলক পৰাস্ত কৰিছিল। আৰু আজি আমি নৈতিকতাত মৃত, দুৰ্নীতিত পোত গৈ থকা মেৰুদণ্ডহীন স্বাৰ্থান্ধ এদল ৰাজনৈতিক দালাল আৰু সিহঁতৰ বহতীয়া চিপাহীজাককলৈ ভয় কৰিম? *(কোনোবা অহাৰ শব্দ হ'ব।)* কন্দৰ্পহঁত থিয় হ'ব। সকলোৰে সাচকিত হৈ মূৰ দাঙি চাব। লাঠিডালেৰে খেপিয়াই খেপিয়াই অনন্ত ককা ষ্টেজত সোমাবহি। সকলো আচৰিত হ'ব।

কন্দৰ্প ঃ মোমাইদেউ তুমি-

প্ৰশান্ত ঃ ককা তুমি এই ৰাতিখন অকলে?

অনন্ত ককা ঃ তহঁত গোটেই মখা ইয়াত আছহি। মইনো অকলে মৰিশালিখনত কেনেকৈ থাকোঁ। চাৰিওফালে কান্দোন। ল'ৰা-ছোৱালীৰ কান্দোন, মাইকী মানুহৰ কান্দোন। গোটেই গাঁওখনেই উচুপি আছে। মানৰ আক্ৰমণৰ সময়তো চাগৈ অসমীয়াৰ এনে দুৰ্দশা হোৱা নাছিল। (কোনোবা অহাৰ শব্দ হ'ব। সকলোৱে সচকিত হৈ মূৰ দাঙি চাব। দুজন ল'ৰা দৌৰি দৌৰি ষ্টেজলৈ সোমাই আহিব।)

এজন ঃ *(ফোপাই ফোপাই প্ৰশান্তৰ ফালে চাই)*....মইনা ককাইদেউ.... বৰ কেঁকুৰীটোৰে ডাঙৰ শিমলুজোপা কাটি বগৰাই দিয়া হ'ল। সিফালে বৰভেটাৰ দলংখনো পেট্ৰ'ল ঢালি জ্বলাই দিয়া হ'ল। এতিয়া ৰাস্তা একেবাৰে বন্ধ।



অনন্ত ককা ঃ ৰাস্তা বন্ধ কৰিছ, সিহঁতক মাৰিবলৈ ফান্দ পাতিছ, এইবোৰ কৰিছ হয়, পিছে এইবোৰে সমস্যাৰ ওৰ নেপেলায়। ই প্ৰতিহিংসাৰ জুইকুৰাহে দপ্‌দপাই জ্বলাই তোলে। ই সমাজৰ দেশৰ ধ্বংসহে মাতি আনে। তাতোকৈ আমাৰ এই সাতখন গাঁৱৰ আটাইবোৰ মানুহ একগোট হৈ একেলগে সাত ফালৰ পৰা যদি সিহঁতক ঘেৰি ধৰো তেতিয়া সিহঁতে বিৰাট জনশক্তিৰ ওচৰত সেও নামানি নোৱাৰিব। ৰাইজৰ একতা আৰু মিলা-প্ৰীতি দেখি সিহঁতৰ হাতৰ অস্ত্ৰ সৰি পৰিব।

কন্দৰ্প ঃ কিন্তু আমি এমুঠি মানুহে-

অনন্ত ককা ঃ *(গৰ্জি উঠে)* কোনে কৈছে আমি এমুঠি মানুহ। তৰাফুলি, জামুগুৰিগাঁওৰ মানুহবোৰ ক'লৈ গ'ল? বৰবৰী আৰু কৈৱৰ্ত গাঁৱৰ মানুহবোৰ? আৰু মিচিং আৰু দেউৰীগাঁওৰ মানুহবোৰ ক'ত লুকাল? সিহঁত জানো আমাৰেই ককাই-ভাই নহয়? যা সিহঁতৰ ওচৰলৈ যা। সিহঁতক বুজাই ক'গৈ— পদ্মেশ্বৰক কোনে হত্যা কৰি আমাৰ গাঁওত পেলাই থৈ গৈছিলহি? মছজিদত কোনে জুই দিছিল। কোনে নামঘৰত গৰুৰ হাড়-মূৰ আনি থৈ গৈছিলহি। আটাইকে বুজাই ক' একতা, মিলা-প্ৰীতি, পাৰস্পৰিক বুজা-বুজি এইবোৰ নোহোৱাকৈ পৃথিৱীত একো ভাল কামেই কৰিব নোৱাৰি। অসৎ নীচ ৰাজনৈতিক দালালহঁতে তহঁতৰ একোলৈকে ভয় নকৰে। ভয় কৰে কেৱল তহঁতৰ একতা, মিলা-প্ৰীতি আৰু পাৰস্পৰিক বুজা-বুজিলৈ। একতা, মিলা-প্ৰীতিৰে এক গোট হৈ তহঁতি শিলৰ দৰে দৃঢ় হৈ থাকচোন। দেখিবি বলে নোৱাৰা শিলক পৰি নমস্কাৰ কৰি দূৰতে সিহঁত বিদুৰ হ'ব। কিন্তু তহঁতৰ দুৰ্বলতাৰ সুযোগ লৈ তহঁতক ভাঙি থান-বান কৰি সিহঁতে সিহঁতৰ উজ্জ্বল ভৱিষ্যতৰ সপোন দেখিছে। যা—তহঁতৰ হেৰাই যোৱা সেই মূল্যৱান বস্তুকেইপদ বিচাৰি যা। যা—এইবাৰ কিন্তু আকৌ নেহেৰুৱাবি। ভালকৈ সযতনে ৰাখিবি। ইয়েই তহঁতৰ জীয়াই থকাৰ মূল্যমন্ত্ৰ। যা যা পলম নকৰিবি।

প্ৰশান্ত ঃ হয় ককা, আজি ৰাতিটোৱেই হ'ব আমাৰ অগ্নি পৰীক্ষা। এটি মুহূৰ্তও আমি এতিয়া এনেয়ে কটাব নোৱাৰোঁ। দেউতা, আপুনি বৰবৰীলৈ যাওক। ককাই কোৱাৰ দৰে বৰবৰী ৰাইজক কওকগৈ যুগ যুগৰে পৰা একেলগে বাস কৰি অহা এই দুয়োখন গাঁৱৰ মিলাপ্ৰীতিৰ এনাজৰী ডালত কোনে জুই দি চিঙিব খুজিছিল। কোনে আমাৰ নামঘৰত গৰুৰ হাড়-মূৰ পেলাই থৈ গৈছিলহি। প্ৰমোথ দাইটি, আপুনি কৈৱৰ্ত গাঁওখনলৈ যাওক। পদ্মেশ্বৰক কোনে হত্যা কৰিলে, কোনে আনি সেই মৰা শ আমাৰ গাঁৱত থৈ গৈছিলহি বুজাই কওকগৈ। আৰু অচিন্ত বৰদেউতা, তুমি মোৰ লগত ওলোৱা। আমি মিচিং আৰু দেউৰীগাঁও কেইখনলৈ যাওঁ। ৰাইজৰ তেজপিয়া, পাষণ্ড, নৰাধম সেই নৰেন গোস্বামীটোৰ উচটনিত সিহঁতে হেনো আমাৰ ওপৰত জ্বলি-পকি আছে। (ক্ষন্তেক বৈ অনন্ত ককাৰ ফালে চাই) ....আশীৰ্বাদ কৰা ককা, আমি যেন এই শুভকাম সুকলমে সমাধা কৰিব পাৰোঁ। *(ককাই কিবা ক'ব খোজোতেই কন্দৰ্পই মাজতে ক'ব।)*

কন্দৰ্প ঃ কিন্তু মানুহবোৰক যদি বুজাব নোৱাৰোঁ। সিহঁত যদি আমাৰ কথাত পতিয়ন নাযায়।

প্ৰশান্ত ঃ আমাৰ আন্দোলনৰ দ্বিতীয় পথো মই ভালদৰে বাচি থৈছোঁ দেউতা। কাঠনিবাৰীৰ পাৰখোৱা টিলাত আমাৰ ডেকামখাই আজি বহুত দিনৰে পৰা কুৰুক্ষেত্ৰ যুদ্ধৰ আখৰা

দি আছে। সেই যুদ্ধৰ আখৰাত জাত-পাত, খেল-মেল একো নাই। মিচিং, দেউৰী, কৈৱৰ্ত, বামুণ, কলিতা, হিন্দু, মুছলমান সকলোৱে তাত আখৰা কৰিছে। আমাৰ এই যুদ্ধ হ'ব অন্যায়-অত্যাচাৰ, অধৰ্মৰ বিৰুদ্ধে। আমাৰ সকলো যুক্তিপূৰ্ণ চেষ্টা বিফলে গ'লে আমি অস্ত্ৰ তুলি ল'ম। অতৰ্কিতে ভোট গ্ৰহণ কেন্দ্ৰ আক্ৰমণ কৰি জ্বলাই ছাৰখাৰ কৰি দিম। যাতে ভৱিষ্যতে কোনেও এনে দেশদ্ৰোহী, সমাজ বিৰেধী কাম কৰিবলৈ সাহ কৰিব নোৱাৰে।

অনন্ত ককা : অন্যায়-অধৰ্মৰ বিৰুদ্ধে অস্ত্ৰ ধৰাত পাপ নাই। স্বয়ং ভগৱানেই সেই শিক্ষা আমাক কুৰুক্ষেত্ৰ যুদ্ধতেই দি গৈছে। কিন্তু আমাৰ শক্তি যাতে অপব্যৱহাৰ নহয় তালৈ চকু ৰাখিব লাগিব। প্ৰয়োজনতকৈ অধিক শক্তি প্ৰয়োগ কৰাতো পাপ। আমি যাৰ বিৰুদ্ধে এতিয়া অস্ত্ৰ তুলি লব খুজিছোঁ সিহঁত আমাৰ আপোন। অবুজ কেঁচুৱাটোৱে বাবে বাৰে বেয়া বস্তুটো মুখলৈ নিয়াৰ দৰেই আমাৰ সমাজৰ এচামেও কেতিয়াবা অন্যায়, দুৰ্নীতি, অধৰ্মৰ বশৱৰ্তী হৈ নানান সমাজ বিৰোধী কামত লিপ্ত হয়। কেঁচুৱাটোক বেয়া কাম নকৰিবলৈ বাৰে বাৰে বাধা দিয়াৰ দৰে আমি সিহঁতকো বাধা দিব লাগিব। যদি কথাৰে নোৱাৰি তেন্তে গাৰ বলেৰে সিহঁতক বাধ্য কৰাব লাগিব। কিন্তু সেই বল প্ৰয়োজনতকৈ অধিক হ'ব লাগিব। *(এনেতে দুজন ল'ৰা দৌৰি আহি ষ্টেজত সোমাব। এজনে কন্দৰ্পৰ ওচৰলৈ আহি ক'ব।)*

এজন : দাইটি... বুঢ়ী আইক পুলিচে ধৰি-বান্ধি থানালৈ নিলে। থানাত হেনো বৰ অত্যাচাৰ কৰিছে। বেতেৰে কোবাই পিঠিৰ ছাল চিৰা-চিৰ কৰিছে। আজি দুদিন মানৰ পৰা নৰেন গোস্বামীটোও ৰাতি ৰাতি থানাতেই আছেহি।

কন্দৰ্প : *(চিঞৰি)*....আই..।

প্ৰশান্ত : *(বজ্ৰ মুঠিৰে হাত জোকাৰি উত্তজিত হৈ)* ...বুঢ়ী আই... বুঢ়ী আই...*(তললৈ মুখ কৰি কান্দে। হঠাতে আকৌ উত্তেজিত হৈ..)* মই ..., মই.., মই.... কুকুৰহঁতক জীয়াই জীয়াই পুৰি মাৰিম। প্ৰদ্যুত বীৰেন- তহঁতি এতিয়াই পাৰখোৱা শিৰিবলৈ যা। আমাৰ মৃত্যু বাহিনীক খবৰ দেগৈ। আমি যুদ্ধ ঘোষণা কৰিছোঁ। প্ৰত্যেকজন সৈনিককে সুসজ্জিত হৈ আহিবলৈ কবি।

অনন্ত ককা : উত্তেজিত নহ'বি। অধৈৰ্য নহ'বি মইনা...(কঁপি কঁপি হাত দাঙি প্ৰশান্তৰ ফালে আগবাঢ়ি) এক চৌৰিচৌৰাই মহাত্মাৰ গাত কলংক সানিছিল। দ্বিতীয় চৌৰিচৌৰাৰ সৃষ্টি কৰি অসমী আইৰ গাত কলংক নাসানিবি মইনা। উত্তেজনা আৰু অধৈৰ্যৰ স্থান বিপদত নাই। ইহঁতে শুদ্ধ বিবেচনাক কাঢ়ি নিয়ে। তহঁতি এতিয়া পাণ্ডৱ সেনাৰ ভূমিকাত আছ মইনা। দুষ্ট, অধৰ্মী কৌৰৱৰ দৰে তহঁতি ৰাতিৰ আন্ধাৰত লুকাই চুৰকৈ আক্ৰমণ কৰিব নোৱাৰ। মুকলি আকাশৰ তলত সূৰ্যৰ পোহৰত সমগ্ৰ বিশ্বই দেখাকৈ তহঁতি যুদ্ধ কৰিব লাগিব। কাৰণ তহঁতৰ উদ্দেশ্য মহান। ধৰ্ম, সভ্যতা মানৱতাই তহঁতক সঁহাৰি জনাব।

প্ৰশান্ত : নিষ্ঠুৰতাৰ সীমা যদি চেৰাই যায়, ধৈৰ্যৰ বান্ধটো জানো ঠিকে থাকিব ককা?

অনন্ত ককা : ঠিকে ৰাখিব লাগিব মইনা। ঠিকে ৰাখিব লাগিব। মানুহ যিমানেই স্বাৰ্থপৰ হয়, ধৈৰ্যৰ বান্ধটো সিমানেই ঢিলা হয়। তই স্বাৰ্থপৰ হৈছ মইনা। সেই স্বাৰ্থপৰতাই এতিয়া তোক



উত্তেজিত আৰু অধৈৰ্য কৰি পেলাইছে। যি জনী বুঢ়ী আইক তই তোৰ নিজৰ বুঢ়ী আই বুলি ভাবি উত্তেজিত হৈছ, সেইজনী কেৱল তোৰেই বুঢ়ী আই নহয়। তোৰ দৰে হাজাৰ হাজাৰ মইনাৰ বুঢ়ী আই সেইজনী। হাজাৰ হাজাৰ কন্দৰ্পৰ আই সেইজনী। সেইজনী আই সাধাৰণ আই নহয়। সেইজনী আই আমাৰ অসমী আই। আজি তোৰ বুঢ়ী আইজনীৰ দৰে অসমৰ চুকে-কোণে হাজাৰ হাজাৰ বুঢ়ী আইক সিহঁতে পাশৱিক অত্যাচাৰ কৰিছে। সেই আই আমাৰ আই। *(কিছুমানে: উঁচুপি উঁচুপি কান্দে)* সেই আই আমাৰ অসমী আই। *(ক্ষন্তেক ৰৈ হঠাতে কান্দে)* মইনা, তোৰ সেইজনী বুঢ়ী আই আছিল আমাৰ আই-বোপাইৰ একমাত্ৰ কন্যা সন্তান। ঘৰখনৰ সকলোৰে আলাসৰ লাডু । কোলা বাগৰিয়েই তাই কেঁচুৱা কাল পাৰ কৰিছিল। মাটিত কাচিৎহে ভৰি দিছিল। *(হঠাতে স্থিৰ চকুৰ দৃষ্টিৰে অন্য মনস্ক হৈ চিঞৰি হাত দুখন ওপৰলৈ দাঙি অহা বাটেদি খোজ লয়)*...আইকণ...আইকণ (হঠাতে আকৌ থমকি ৰৈ উভতি মইনাৰ ওচৰলৈ আহি ক্ষন্তেক ৰৈ বেছ দৃঢ়ভাৱে কয়) এতিয়া তোৰ সন্মুখত দুটা পথ আছে মইনা। *(হাতেৰে দেখুৱাই) এইফালে গ'লে তই এজনী বুঢ়ী আইক মুক্তি দিব পাৰিবি। আৰু এইফালে গ'লে তই হাজাৰজনী বুঢ়ী আইক মুক্তি দিব পাৰিবি। অসমী আইক মুক্তি দিব পাৰিবি। ....ক্ষন্তেক ৰৈ আকৌ গুৰু-গম্ভীৰ স্বৰে)* অন্যায়-অত্যাচাৰ, উৎপীড়নে মানুহক জুৰুলাহে কৰে, ই কেতিয়াও মানুহৰ মৃত্যু আনিব নোৱাৰে। জীৱন-যাত্ৰাত আগবাঢ়ি যাবলৈ ই মানুহক দুঃসাহসী, সবল আৰু সংগ্ৰামীহে কৰি তোলে। বেলিটোক যেনেকৈ কোনেও ঢাকি ৰাখিব নোৱাৰে সত্যকো তেনেকৈ কোনেও হেঁচি ৰাখিব নোৱাৰে। ই এদিন প্ৰকাশ পাবই। সত্যক জীয়াই ৰাখিবলৈ, সৎপথত আগবাঢ়ি যাবলৈ আমাৰ মন বেলিটোৰ দৰেই অলৰ-অচৰ হ'ব লাগিব। প্ৰয়োজন হ'লে আমি চৰম ত্যাগো কৰিব লাগিব। *(ক্ষন্তেক ৰৈ প্ৰশান্তৰ গাত ধৰিব। প্ৰশান্ত বহুপৰৰ পৰা তলমূৰ কৰি থাকিব)* এতিয়া তোৰ পথ বাচি ল' মইনা।

প্ৰশান্ত : *(বহুপৰৰ মৌনতাৰ পাচত হাত দুখনেৰে মুখখন ঢাকি জোৰেৰে হুকহুকাই কান্দি উঠিব। তাৰ পাচত প্ৰকৃতিষ্ঠ হৈ গুৰু-গম্ভীৰ স্বৰে)* মই মোৰ পথ বাচি ল'লোঁ ককা। *(হাতেৰে দেখুৱাই)* মই এই ফালেই যাম যিফালে গ'লে মই হাজাৰজনী বুঢ়ী আইক মুক্তি দিব পাৰিম। ....আই অসমীক মুক্তি দিব পাৰিম।

অনন্ত ককা : *(আৱেগেৰে)* বুজিছ মইনা, পৃথিৱীত প্ৰত্যেকটো ভাল, প্ৰত্যেকটো ডাঙৰ কামৰ আঁৰতেই কাৰোবাৰ মহান ত্যাগ আছে। *(প্ৰশান্ত, প্ৰদ্যুত, বীৰেনৰ মূৰত হাত ফুৰাই)* যাহঁক বোপাই, নিজ নিজ কামলৈ যা। মই আশীৰ্বাদ কৰিছোঁ তহঁত সফল হবিয়েই।

তৃতীয় দৃশ্য শেষ

## চতুৰ্থ দৃশ্য

*(ষ্টেজৰ আটাইকেইখন দুৱাৰেদি সমদল লৈ নেতাসকল সোমাবহি। বৰববী গাওঁৰ মুছলমান সম্প্ৰদায়ৰ মানুহখিনিৰ নেতা কন্দৰ্প। সকলোৰে মুৰত সৰু সৰু বগা টুপি। গাত কোৰ্তা, ভৰিত বহল, বগা আৰু চুটি পায়জামা। মিচিং আৰু দেউৰীগাঁওৰ থুলন্তৰ স্বাস্থ্যৰ মানুহবোৰৰ নেতৃত্ব দিছে প্ৰশান্তই। মানুহবোৰৰ কিছুমানৰ গাত একো নাই উদং। কৈৱৰ্ত গাঁৱৰ মানুহখিনিৰ নেতৃত্ব দিছে প্ৰমোদ শৰ্মাই। আৰু টেঙাখাট গাঁওৰ ৰাইজৰ নেতৃত্ব দিছে নবৈব বহুৱীয়া অনন্ত ককাই। টেঙাখাটৰ মানুহজাকৰ মাজত প্ৰথম দৃশ্যৰ বাপুটি পণ্ডিত, থানেশ্বৰ মণ্ডল, বদৰি মহাজন, গাঁওবুঢ়া চেনীৰাম, ভদাই আদিক দেখা যাব। নেতা কেইজন ষ্টেজৰ ভিতৰত থাকিব। ষ্টেজৰ দুৱাৰমুখবোৰত মানুহবোৰ থাকিব।)*

প্ৰশান্ত : *(ওপৰলৈ হাত জোকাৰি চিঞৰিব)* জয় আই অসম---জয় আই অসম--জয় আই অসম।

ৰাইজ : (সকলোৱেই চিঞৰিব) জয় আই অসম---জয় আই অসম।

অনন্ত ককা : *(আৰেগেৰে ইখন দুৱাৰৰ পৰা সিখন দুৱাৰলৈ গৈ মানুহবোৰলৈ চাই)* ....আহ্ কি সুন্দৰ দৃশ্য। যেন এক ঐশ্বৰিক দৃশ্য। এয়া আমাৰ মুছলমান ভাইসকল। এয়া আমাৰ প্ৰাণৰো আপোন জন-জাতি ভাই-ভনীসকল আৰু এয়া ক্ষন্তেকৰ বাবে আঁতৰি যোৱা আমাৰ কৈৱৰ্ত ভ্ৰাতৃসকল। এক মহান উদ্দেশ্য আগত লৈ আমি আজি এক গোট হৈছোহি। এতিয়া পৃথিৱীৰ কোনো শক্তিয়েই আমাক পৃথক কৰিব নোৱাৰে। আমি অভিন্ন। আমি এক। *(ওপৰলৈ হাত দাঙি)* চোৱা, চোৱা স্বৰ্গৰ দেৱতাসকল, ৰ' লাগি চোৱা। তোমালোকৰেই একতা আছে বুলি গৰ্ব নকৰিবা। মৰ্ত্যতো অসমীয়া নামেৰে এমুঠি মানুহ আছে যাৰ একতা আছে। যাৰ ভ্ৰাতৃত্বৰ ভাব আছে, যাৰ একো একোখন সুন্দৰ বহল অন্তৰ আছে। যোৱা সৃষ্টিকৰ্তাক কোৱাগৈ- এই অসমীয়া নামৰ মানুহ মুঠিয়ে এদিন এই ধৰাৰ নাম উজ্বলাব। *(প্ৰশান্তহঁতৰ ফালে চাই)* ...মইনা, কন্দৰ্প, অচিন্ত প্ৰমোথ। আজি মোৰ জীৱন ধন্য হ'ল। জীৱনত এনে এটি সুন্দৰ দৃশ্য দেখিবলৈ পোৱাটো কম ভাগ্যৰ কথা নহয়। মইনা---তোৰ আন্দোলনৰ দ্বিতীয় পথৰ এতিয়া আৰু প্ৰয়োজন নাই। একতা, মিলা-প্ৰীতিৰ মহান অস্ত্ৰৰে আমি এতিয়া সুসৰ্জ্জিত। আমি অপৰাজেয়। *(এনেতে ল'ৰা এজন দৌৰি আহি ষ্টেজত সোমাব।)*

ল'ৰাজন : *(প্ৰশান্তৰ ফালে চাই)* মইনা ককাউদেউ, আমি গমেই পোৱা নাছিলোঁ আজি পুৱতি নিশাতেই বৰকেঁকুৰীৰ শিমলুজোপা অঁতৰাই ভোটৰ মানুহখিনি লৈ চি. আৰ. পি. কেইটামানৰ সৈতে জীপ এখন সোমাল। লগতে পাষণ্ড নবেন গোস্বামীটোও শৰ্মা ইন্সপেক্টৰক লৈ সোমাল। সিহঁত যোৱাৰ পাচত ৰাইজে আৰু দুজোপা শিমলু পেলাই ৰাস্তা একেবাৰে বন্ধ কৰি পেলালে। এতিয়া কেৱল চি. আৰ. পি কেইটালৈহে ভয়।



অনন্ত ককা : চি. আৰ. পিৰ গুলীত কৈ আমাৰ মানুহৰ সংখ্যা হাজাৰ গুণে বেছি। বন্দুকৰ গুলীতকৈ ৰাইজৰ শক্তি বহুত বেছি। ইতিহাসত এনে কোনো দৃষ্টান্ত নাই য'ত বন্দুকৰ শক্তিয়ে জনতাৰ শক্তিক বশ কৰিব পাৰিছে।

প্ৰশান্ত : *(কিছুপৰ অনন্ত ককাৰ ফালে চাই হঠাতে ৰাইজৰ ফালে ঘূৰি)* ৰাইজ, এতিয়া আমি ভোট গ্ৰহণ কেন্দ্ৰটো চাৰিওফালৰপৰা বেৰি ধৰিম। প্ৰতিজন মানুহৰ আঁৰে আঁৰে 'অসমীয়া জাতি ৰক্ষাবাহিনীৰ একো একোজন সেনা থাকিব। মই আগবাঢ়ি গৈ ভোট গ্ৰহণ কেন্দ্ৰৰ কৰ্তৃপক্ষৰ লগত কথা পাতিম। চি. আৰ. পি. কেইটাই যদি গুলী কৰে তেন্তে লগে লগেই মই আদেশ দিম। তেতিয়াই আমাৰ বাহিনীয়ে কাঁড় বৰষিব। কিন্তু (চিঞৰি) শুনা প্ৰতিজন সৈনিক, মোৰ আদেশ নোপোৱালৈকে তোমালোকে কোনোও অস্ত্ৰ তুলিব নোৱাৰিবা। ৰাইজ, এতিয়া আগবাঢ়ক। জয় আই অসম। জয় আই অসম। জয় আই অসম। *(লগে লগে অগণন ৰাইজে চিঞৰিব---"জয় আই অসম"। ষ্টেজখন লাহে লাহে ক্ষন্তেকৰ বাবে আন্ধাৰ হ'ব। ৰাইজে চিঞৰি থাকিব--- "জয় আই অসম।" মাজে মাজে নেতাসকলৰ চিঞৰ "আগবাঢ়ক ৰাইজ"। এনেতে সেই চিঞৰ-বাখৰৰ মাজতে ষ্টেজখন পোহৰ হ'ব। জনসমদলৰ নেতাসকল দুৱাৰ মুখে মুখে ৰৈ থাকিব। দুৱাৰৰ ফাঁকে ফাঁকে মানুহবোৰক দেখা যাব। ষ্টেজৰ ভিতৰত প্ৰিজাইডিং অফিচাৰ ইন্দ্ৰ বৰগোহাঁই, পলিং অফিচাৰ কেইজনমান নিৰ্বাচনৰ প্ৰাৰ্থী নবেন গোস্বামী আৰু পুলিচ ইন্সপেকটৰ তাৰিণী শৰ্মা। তেওঁলোকৰ আগত ভোটৰ বাকচ কেইটা। তেওঁলোকক ৰাইফলধাৰী চি. আৰ. পি কেইজনমানে, বেঢ়ি থাকিব। বৰগোহাঁই আৰু গোস্বামী চকীত বাহি থাকিব। বাহিৰত চিঞৰ-বাখৰ বেছি হৈ আহিব।)*

তাৰিণী শৰ্মা : *(দুৱাৰ মুখৰ ওচৰলৈ আহি ডিঙি মেলি চাই বৰগোহাঁইৰ কাষলৈ গৈ)* ছাৰ অগণন মানুহে চাৰিওফালৰ পৰা বেৰি ধৰিছেহি। মানুহবোৰৰ আঁৰে আঁৰে ধেনুধাৰী সিহঁতৰ ডেকাল'ৰাবোৰো আছে। সিহঁতৰ এজন আগবাঢ়ি আহিছে। কোননো সেইটো? *(নিজৰ মুখৰ ভিতৰতে কোৱাদি কৈ কেইখোজমান আহি সমদলটোলৈ চাই)* ...হয় ছাৰ মই ভবাটোৱেই হয়। প্ৰশান্ত ছাৰ। প্ৰশান্ত বৰা।

ইন্দ্ৰ বৰগোহাঁই : বৰ ডাঙৰ সমস্যাত পৰিলোঁ শৰ্মা। এফালে প্ৰাণৰ ভয়। আনফালে চাকৰি। কি কৰা যায়। *(থিয় হৈ ইফালে সিফালে ঘূৰে। বাহিৰত "জয় আই অসম" 'ভোট গ্ৰহণ নচলিব' আদি শুনা যাব।)*

তাৰিণী শৰ্মা : *(বৰ গোহাঁইলৈ চাই)* ছাৰ আপুনি এবাৰ প্ৰশান্তৰ লগত দেখা কৰা ভাল হ'ব নেকি? তাৰ ইচাৰাতেই সমদলটো আগবাঢ়ি অহা নাই। আহিব লাগিলে নিস্তাৰ নহ'ব। ইয়াৰ পৰা ওলাই যোৱাৰ ৰাস্তাই একেবাৰে বন্ধ। ইফালে মানুহ দেখি চি. আৰ. পি কেইটায়ো খুব ভয় খাইছে।

নবেন গোস্বামী : নহয় বৰগোহাঁই। শত্ৰুক লাই দিয়াটো ভাল নহ'ব। ক্ৰিমিনেলটোৰ লগত কথা পাতি লাভ নাই। আমাৰ সীমাৰ ভিতৰতে সোমালেই তাক গুলী কৰিবলৈ কওক। নেতাজন বাগৰি পৰিলেই মানুহবোৰ ভয়তে ছত্ৰভংগ দিব। অসমীয়া মানুহৰ সাহ-পিত কিমান মই জানো।

তাৰিণী শৰ্মা : কিন্তু ছাৰ—

নৰেন গোস্বামী : কিন্তু চিন্তা এতিয়া একো নাই। পাহৰি নাযাব শৰ্মা। এই নিৰ্বাচনত যেনেতেনে আমি জয়ী হ'বই লাগিব। দেশখন আমি শাসন কৰিবই লাগিব। আজিৰ দিনটো কেৱল পাৰ কৰাই দিয়ক, দেখিব আপোনাৰ চাকৰিও ওপৰলৈ উঠি গৈছে। *(এনেতে ৰাইজৰ চিঞৰ বাখৰ বেছি হৈ আহিব।)*

ৰাইজ : আমাক আগবাঢ়িবলৈ দিয়ক। ....আমাক আগবাঢ়িবলৈ দিয়ক।

তাৰিণী শৰ্মা : *(দুৱাৰ মুখলৈ গৈ বাহিৰলৈ চাই)* ছাৰ, মানুহবোৰ একেবাৰে অধৈৰ্য হৈ পৰিছে। যিকোনো মুহূৰ্ততে সিহঁত আমাৰ ওপৰত জঁপিয়াই পৰিব পাৰে। চি. আৰ. পি কেইটা ভয়তে পেপুৱা লাগিছে। একেবাৰে গোটেই অঞ্চলটোৰে মানুহখিনি উঠি আহিছে ছাৰ। আপুনি বাহিৰলৈ ওলাই এবাৰ দেখা দিয়কচোন। ময়ো চিপাহীকেইটাৰ ভয় ভাঙিবলৈ চেষ্টা কৰোঁ। *(ষ্টেজখন ক্ষন্তেকৰ বাবে আন্ধাৰ হ'ব। এনেতে শুনা যাব-"জয় আই অসম" 'ভোট গ্ৰহণ নচলিব। ডাঙৰকৈ শুনা যাব- "আমাক আগবাঢ়িবলৈ দিয়ক।" ষ্টেজখন আকৌ পোহৰ হ'ব। ষ্টেজত ইন্দ্ৰ বৰগোহাঁইৰ সন্মুখত প্ৰশান্ত। ষ্টেজৰ দুৱাৰ মুখ কেইখনত ৰাইজৰ নেতাসকল।)*

বৰগোহাঁই : *(হাতযোৰ কৰি)* মই ইন্দ্ৰ বৰগোহাঁই। এই ভোট গ্ৰহণ কেন্দ্ৰৰ প্ৰিজাইডিং অফিচাৰ।

প্ৰশান্ত : বৰগোহাঁই ডাঙৰীয়া, আপুনি নিশ্চয় জানে এই ভোট গ্ৰহণ অসাংবিধানিক।

বৰগোহাঁই : কিন্তু এই নিৰ্বাচন সাংবিধানিক বুলি দেখোন ৰাজনৈতিক নেতাসকলে সভাই-সমিতিয়ে কাকতে-অনাতাঁৰে কৈ ফুৰিছে।

প্ৰশান্ত : *(উত্তেজিত হৈ)* ৰাজনৈতিক দালালবোৰৰ কথাই এখন দেশৰ কথা হ'ব নোৱাৰে। সংবিধান আৰু ৰাইজৰ কথাই এখন গণতান্ত্ৰিক দেশৰ কথা।

বৰগোহাঁই : কিন্তু স্বয়ং প্ৰধান মন্ত্ৰীয়েই দেখোন অলপতে সভা-সমিতিয়ে কৈ গ'ল যে এই নিৰ্বাচন সাংবিধানিক।

অনন্ত ককা : *(দুৱাৰ মুখৰ পৰাই গৰ্জি উঠিব)* ...কি নিজদেশত বিদেশী চোৰ গালক আশ্ৰয় দি সিহঁতক ভোট দিবলৈ অধিকাৰ দিয়াটো সংবিধানৰ কথা। যদি প্ৰধান মন্ত্ৰীয়ে সঁচাকৈ তেনেকৈ কৈছে তেন্তে প্ৰধান মন্ত্ৰীৰ সেই সংবিধানখন জ্বলাই ছাই কৰি দে। ভৰিৰে গচকি মোহাৰি দে। এইখন মহাত্মা গান্ধীৰ সেই পৱিত্ৰ সাংবিধানখন নহয়। এইখন দুখীয়া ৰাইজৰ কেঁচা তেজেৰে লিখা মহাজনৰ হিচাপৰ ৰঙা বহীখনহে।

বৰগোহাঁই : কিন্তু আমি চৰকাৰী চাকৰিয়াল। চৰকাৰৰ আদেশ পালন কৰাতো আমাৰ কৰ্তব্য।

প্ৰশান্ত : বাৰু বৰগোহাঁই ডাঙৰীয়া, মাজৰাতি আপোনাৰ টকা-পইচা, অলংকাৰ- পাতি লৈ পলাব খোজোতে ধৰা পৰা চোৰটোক আপুনি পুলিচক গটাই দিওঁতে পুলিচে যদি চোৰটোক নিৰ্দোষী বুলি কৈ এৰি দিব খোজে তেন্তে আপোনাৰ কৰ্তব্য কি হ'ব?

বৰগোহাঁই : মই তীব্ৰ প্ৰতিবাদ কৰিম।

প্ৰশান্ত : হয়, সেই প্ৰতিবাদ হ'ল আপোনাৰ অধিকাৰ। আপুনি উচিত বিচাৰ পাবই লাগিব। মানুহক মানুহ হিচাপে জীয়াই থাকিবলৈ কিছুমান অধিকাৰ লাগে। সেই অধিকাৰবোৰেই হ'ল মানৱ অধিকাৰ। এই মানৱ অধিকাৰসমূহক জীয়াই ৰাখিবলে সমগ্ৰ বিশ্বই আজি চিঞৰিছে। *(খৰকৈ)* আৰু এই মানৱ অধিকাৰ সমূহৰ ভিতৰত কোনটো আটাইতকৈ বেছি প্ৰয়োজনীয় জানেনে? যিটো কাম ভুল নাইবা সমাজৰ বাবে অনিষ্টকৰ বুলি ভাবে সেইটো কামৰ



পৰা বিৰত থকাটোৱেই হ'ব আপোনাৰ আটাইতকৈ ডাঙৰ অধিকাৰ বা কৰ্তব্য। লাগিলে সেই কামৰ আদেশ এখন ৰাষ্ট্ৰৰ নাইবা এজন শক্তিশালী ব্যক্তিৰেই হওক। বৰগোহাঁই ডাঙৰীয়া এই কথাষাৰ মই কোৱা নহয়। এইষাৰ কথা কোনে কৈছিল জানে। এই ঐতিহাসিক কথাষাৰ কৈছিল এই শতিকাৰ আটাইতকৈ শ্ৰেষ্ঠ মনিষীজনে- যাৰ নাম এলবাৰ্ট আনষ্টাইন। *(অলপ খঙেৰে খৰকৈ)* আপোনাৰ ঘৰত দেশখনত সোমোৱা বিদেশীজক বিদেশী নহয় বুলি কওতে কিয় আপুনি প্ৰতিবাদ কৰিব পৰা নাই? ক'ত গ'ল আপোনাৰ সেই মানৱ অধিকাৰ। বৰগোহাঁই ডাঙৰীয়া, সময় থাকোতেই আপোনাক আকৌ কৈছোঁ আপোনাৰ বিবেকৰ অবাধ্য নহ'ব। এই ঠাই এৰি গুচি যাওক। এই ভোট গ্ৰহণ কেতিয়াও হ'ব নোৱাৰে। ই অসাংবিধানিক। যিখিনি মানুহৰ ভোটৰ বাবে আপোনালোকে ইয়াত বোন্দাপৰ দি আছেহি সেই গাল এগাল বিদেশী চোৰ। চোৰক আমাৰ ঘৰৰ পৰা আমাৰ দেশৰ পৰা বাহিৰ কৰি দিয়াটো আমাৰ সকলোৰে কৰ্তব্য। *(এনেতে হঠাত বৰগোহাঁই ভিতৰলৈ সোমাই যাব। লগে লগে ৰাইজে চিঞৰিব- "আমাক আগবাঢ়িবলৈ দিয়ক" আমাক আগবাঢ়িবলৈ দিয়ক। প্ৰশান্তই দুৱাৰমুখলৈ গৈ উত্তেজিত ৰাইজক আগবাঢ়ি নাহিবলৈ বুজাব। এনেতে হাতত মেগা ফোনটো লৈ ইন্সপেক্টৰ শৰ্মা ষ্টেজত সোমাব।)*

তাৰিণী শৰ্মা : ৰাইজ আৰু আগনাবাঢ়িব। য'তে আছে ত'তে থাকক। ভোট গ্ৰহণ কেন্দ্ৰৰ সীমাত নোসোমাব। নহ'লে আমি গুলী কৰিবলৈ বাধ্য হ'ম।

প্ৰশান্ত : *(চিঞৰি)* গুলী কৰা, গুলী কৰা। প্ৰথমে মোৰ বুকুলৈকে গুলী কৰা। *(প্ৰশান্ত ভোট গ্ৰহণ কেন্দ্ৰৰ ফালে আগবাঢ়ি যাব। এনেতে বৰগোহাঁই, গোস্বামী আৰু চি.আৰ. পি. কেইটা ষ্টেজৰ ভিতৰলৈ সোমাই আহিব।)*

তাৰিণী শৰ্মা : সাৱধান আৰু এখোজো আগ নাবাঢ়িবি। সাৱধান *(উত্তেজিত হৈ) এই ল'ৰা আগ নাবাঢ়িবি। ষ্টপ। (মেগা ফোনটো মাটিলৈ দলিয়াই ৰিভলভাৰটো উলিয়াই প্ৰশান্তলৈ গুলীয়াব)* ...গুৰুম্ .......গুৰুম্ ........গুৰুম্। পেটত খামুচি ধৰি প্ৰশান্ত ৰৈ যাব।

ৰাইজ : আমাক আদেশ লাগে। আমাক আদেশ লাগে।

প্ৰশান্ত : *(যন্ত্ৰণাত কাতৰ হৈ খামুচি ৰাইজৰ ফালে ঘূৰি)* ৰাইজ *উত্তেজিত নহ'ব। অধৈৰ্য নহ'ব। এতিয়াও জীয়াই আছোঁ। আপোনালোক য'তে আছে ত'তে থাকক। এখোজো আগ নাবাঢ়িব। (তাৰ পাচত ঘূৰি নৰেন গোস্বামীলৈ আঙুলিয়াই )* পাষণ্ড, নীচ, দেশদ্ৰোহী, বিশ্বাসঘাতক। তহঁতি অসমীয়া জাতিটোৰ গাত কাললৈ কলংক সানিলি। যিটো জাতিয়ে দিল্লীৰ বিদেশীগালক খেদিবলৈ ৰাতিটোৰ ভিতৰতে গড় বান্ধিছিল, যাৰ দেশপ্ৰেম আছিল প্ৰাণৰো প্ৰাণ, যাৰ সন্তানে জ্বৰীয়া গাৰেই বিদেশী খেদিবলৈ হাতত হেংডাং তুলি লৈছিল সেই অসমী আইৰ সন্তান হৈ এতিয়া তহঁতি বিদেশী চোৰগালক আদৰিবলৈ অসমীয়াৰ বিৰুদ্ধে ভাৰতীয়া চিপাহী আনি গড় বান্ধিছহি। তহঁতৰ বিশ্বাসঘাতকতাক বুৰঞ্জীয়ে কোনো দিনেই ক্ষমা নকৰে। চিৰদিনৰ বাবে অসমী আইৰ চকুত তহঁতি নৰখাদক বিশ্বাসঘাতক হৈ ৰ'বি। *(ৰাইজে চাৰিওফালৰ পৰা চিঞৰিব।)*

ৰাইজ : আমাক আদেশ লাগে। আমাক আদেশ লাগে। আমি বিশ্বাসঘাতক নৰাধমকেইটাৰ বিচাৰ কৰিম। (ৰাইজ অধৈৰ্য হৈ পৰিব।)

প্ৰশান্ত : *(পেটত ধৰি যন্ত্ৰণাত কাতৰ হৈ)* অধৈৰ্য নহ'ব ৰাইজ। আপোনালোকেই আজি বিচাৰ কৰিব। দেশদ্ৰোহী, বিশ্বাসঘাতক কেইটাক মুকলি আকাশৰ তলত ৰাইজে আজি বিচাৰ

কৰিব। অসমীয়াই আজি আৰু এটি অমৰ দৃষ্টান্ত জগতলৈ থৈ যাব। *(ভোট গ্ৰহণ কেন্দ্ৰৰ ফালে ঘূৰি চিপাহী কেইটালৈ চাই)*.... চিপাহীসকল, তোমালোক নিদোষী। তোমালোক অশিক্ষিত। আনৰ অসৎ শিক্ষাৰে, আনৰ ভুল আদেশেৰে তোমালোক প্ৰভুভক্ত। তোমালোকৰ প্ৰতি আমাৰ বেয়া ভাব নাই। তোমালোকে কেৱল এই (নৰেন গোস্বামীহঁতলৈ দেখুৱাই) দেশদ্ৰোহী, বিশ্বাসঘাতক কেইটাক ৰাইজৰ হাতত গতাই দিয়া। আমি তোমালোকক মুক্তি দিম। *(চিপাহীকেইজনে ইজনে-সিজনৰ কাণে কাণে কিবা ক'ব। তাৰ পাছত ৰাইফল টোঁৱাই বৰগোঁহাই, গোস্বামী আৰু শৰ্মাক বেৰি ধৰিব। তিনিও হাত ওপৰলৈ দাঙি আত্মসমৰ্পণ কৰিব। শৰ্মাই হাতত থকা ৰিভলভাৰটো মাটিত থব। চিপাহীকেইটাই ৰাইফল কেইটা মাটিত থৈ প্ৰশান্তৰ ফালে চাব। প্ৰশান্তই সেহাই সেহাই ক'ব)*.... চিপাহীসকল, যোৱা তোমালোক এতিয়া মুক্ত। *(চিপাহীকেইটা আঁতৰি যাব। মানুহৰ মাজৰ পৰা কন্দৰ্প, অচিন্ত, প্ৰমোথ, প্ৰদ্যুত, বীৰেন আৰু অনন্ত ককা প্ৰশান্তৰ কাষলৈ দৌৰি আহিব। প্ৰশান্তই পেটত খামুচি ধৰি যন্ত্ৰণাত কাতৰ হৈ ক'ব)*... ৰাইজ, আপোনালোকৰ কথা মই ৰাখিলোঁ। দেশদ্ৰোহী বিশ্বাসঘাতক নীচ দালালকেইটাক আপোনালোকৰ ওচৰত গতালোঁ। আপোনালোকে ইহঁতৰ বিচাৰ কৰক। পৃথিৱীক দেখুৱাই দিয়ক দেশদ্ৰোহীৰ আৰু ৰাইজক কৰা বিশ্বাসঘাতকতাৰ শেষ পৰিণতি কি? উঃ .....উঃ.. *(লাহে লাহে মাটিত ঢলি পৰিব। দৌৰি অহা কন্দৰ্পই প্ৰশান্তৰ হালি পৰা দেহাটো ধৰি মূৰটো কোলাত ল'ব।)*

কন্দৰ্প ঃ *(আকাশ কঁপাই চিঞৰি)* ম....ই...না। *(প্ৰশান্তৰ অসাৰ মূৰটো বুকুত সাৱটি হুক্‌হুক্‌াই কান্দিব। এনেতে থৰক্ বৰককৈ অনন্ত ককা আগবাঢ়ি আহিব।)*

অনন্ত ককা ঃ *(থোকা-থুকি মাতেৰে)* এই অগণনলোকৰ কাৰো গাত ক'তো অকণমান আঁচোৰ এটাও লাগিবলৈ নিদি তই নিজে গুলী বুকু পাতি ললি মইনা। তোৰ ত্যাগ মহান। সেই ত্যাগতকৈয়ে, তই আৰু মহান মইনা। চন্দ্ৰ, সূৰ্য থাকে মানে তই অসমৰ আকাশত ভোটা তৰা হৈ জিলিকি থাকিবি। *(প্ৰশান্তৰ মুখৰ ফালে এবাৰ চাই দুয়োখন হাতেৰে মুখখন ঢাকি হুকা-হুকাই কান্দি উঠিব। তাৰ পাছত প্ৰশান্তৰ ভৰিৰ ফালে গৈ মাটিত বহি প্ৰশান্তৰ ভৰিৰ তলুৱাত মূৰটো লগাই)* ....*দে বাচা মোৰ শিৰত তোৰ অলপ পদধূলি দে।* জীৱনটো সাৰ্থক হওক। *(প্ৰশান্তৰ ভৰিৰ তলুৱাত অনন্ত ককাই মূৰটো লগাই মাটিত ঢলি পৰিব। ষ্টেজখন লাহে লাহে আন্ধাৰ হ'ব। অনন্ত ককাৰ গাত লাইটৰ ফ'কাছ পৰিব। চাৰিওফালৰ পৰা ৰাইজ ষ্টেজৰ ভিতৰত সোমাই পৰিব। ৰাইজৰ কান্দোন আৰু কোলাহল শুনা যাব।)*

ৰাইজ ঃ ....দেশদ্ৰোহী কেইটাক মুকলি আকাশৰ তলত ফাঁচী দিব লাগে... সিহঁতক জীয়াই জীয়াই পুৰি মাৰিব লাগে। সিহঁতক নঁচচা শূলত দিব লাগে... *(এনেতে অসহ্য যন্ত্ৰণাত কাতৰ হৈ দুই তিনিজন মানুহে আৰ্তনাদ কৰি উঠিব)* ...উঃ....আঃ....উহ। *(আৰ্তনাদ লাহে লাহে অস্পষ্ট হৈ আহিব। তাৰ পাছত বহুপৰ নিস্তব্ধ। এনেতে সেই নিস্তব্ধতা ভংগ কৰি এটাৰ পাচত এটাকৈ তিনিটা ৰাইফলৰ গুলীৰ শব্দ শুনা যাব)*

সমাপ্ত



# ধোঁৱা

## ৰফিকুল হোছেইন



## চৰিত্ৰৱলী

অমূল্য. অৰবিন্দ শংকৰ. ৰুদ্ৰ. পাৰ্থ. বিদিশা. হাজৰিকা.
চলিহা. পৰী. নিবিড়

## প্ৰথম দৃশ্য
## পৰিৱেশ
## সময় ঃ নিশা

মহানগৰীৰ এটা বিশেষ নিৰ্জন আবাসিক অঞ্চলৰ কিছু অভিজাত্যৰ চাপ থকা ভাড়াঘৰটোৰ ড্ৰয়িংৰুম। এই ভাড়াঘৰটোৰ বাসিন্দা তিনিজন হ'ল ক্ৰমে জিলা কৃষি বিষয়া অমূল্য, এখন দৈনিক কাকতৰ ষ্টাফ ফটোগ্ৰাফাৰ শংকৰ আৰু এল. আই. চি.ৰ চাকৰিয়াল অৰবিন্দ। *(হঠাৎ মঞ্চৰ Extreme.Down Right Position ত থকা ৰঙা ৰঙৰ টেলিফ'নত Light ৰ এটা Compact Zoom ভাঁহি উঠিব। উপৰ্যুপৰি ৰিং কৰাৰ শব্দ। ক্ষন্তেক পিচতে টেলিফ'নটো স্পৰ্শ কৰিব অমূল্যৰ হাতে। অমূল্য উৎকণ্ঠিত। উৎকণ্ঠাৰেই কিছু কথা পাতিছে। কিন্তু দৰ্শকে নুশুনে। ক্ষন্তেক কথা পাতি অমূল্যই 'ৰং নাম্বাৰ' বুলিকৈ ৰিচিভাৰ নমাই থব। দেখা যাব মঞ্চৰ অন্য এটা অৱস্থানৰ পৰা চোফাত বহি থকাৰ পৰা ফ'নটোলৈ উৎকণ্ঠিত ভাৱে অৰবিন্দই চাই আছে। হাতত একাপ চাহ। কোঁচত পুৰাৰ বাতৰি কাকত। ফ'নটো থৈ অমূল্যই ক্লান্ত ভাৱে কাষৰ অন্য এখন চোফাত বহি হঠাৎ কৈ উঠে।)*

অমূল্য ঃ অৰবিন্দ!

অৰবিন্দ ঃ কওক।

অমূল্য ঃ এই মুহূৰ্তত সঁচাকে মই তোমাৰ মনৰ প্ৰতিক্ৰিয়া জানিব বিচাৰিছোঁ।

অৰবিন্দ ঃ (হুমুনিয়াহ কাঢ়ি) মই কি ক'ম কওক?

অমূল্য ঃ মই কিন্তু সঁচাই এই কাণ্ডবোৰ দেখি বৰ ভয় খাইছোঁ!

অৰবিন্দ ঃ কিন্তু আচৰিত কথা, শংকৰ অকণো অস্থিৰ হোৱা নাই।

অমূল্য ঃ ময়ো লক্ষ্য কৰিছোঁ কথাটো! আচৰিত অৰবিন্দ, তুমি বিশ্বাস কৰা, যোৱা শেষ নিশা আমাৰ এই ভাড়াঘৰটোত তেওঁলোকে গোপনে আহি প্ৰৱেশ কৰাৰ পৰাই মই এক মুহূৰ্তও থিৰেৰে থাকিব পৰা নাই!

অৰবিন্দ ঃ ময়ো!

অমূল্য ঃ By the way শংকৰ এতিয়াও ওপৰৰ কোঠাৰ পৰা ওলাই অহা নাই কিয় ? তেওঁলোকৰ স'তে কি কৰিছে তাত, তুমি কিবা অনুমান কৰিব পাৰিছা?

অৰবিন্দ ঃ *(কিছু আগুৱাই ওপৰ কোঠালৈ লক্ষ্য কৰি)* বোধকৰো তেওঁলোকৰ স'তে কিবা গুৰুত্বপূৰ্ণ কথা পাতি আছে। এনেয়ে সি এজন জনপ্ৰিয় দৈনিক কাকতৰ ষ্টাফ ফটোগ্ৰাফাৰ। গোটেই ঘটনাটো নিশ্চয় পেপাৰৰ কাৰণে এটা এক্সাইটিং চাবজেক্ট পাই গৈছে।

অমূল্য ঃ *(হঠাৎ উত্তেজিত হৈ)* এইবোৰ শংকৰৰ বলিয়ালি। তাক আমি সাৱধান কৰি দিয়াতো ভাল হ'ব। মিছামিছি কি দৰকাৰ, এনেয়ে এইবোৰ।



অৰবিন্দ ঃ অমূল্য দা, এই প্ৰসংগত আপুনি অলপ বেছি মাত্ৰাই অস্থিৰ হৈ পৰিছে নেকি!

অমূল্য ঃ অস্থিৰ নহ'ম, তুমি এই পৰিস্থিতিটোক জোৰ কৰি সহজ কৰি নেপেলাবা।

অৰবিন্দ ঃ এই পৰিস্থিতিটো এতিয়া কেৱল এই চহৰখনতেই নহয়, এতিয়াতো সমগ্ৰ দেশ তথা পৃথিৱীতে

অমূল্য ঃ অফকৰ্চ, অফকৰ্চ, আই এগ্ৰিদ। যোৱামাহৰ সেয়া ৰেল প্লেটফৰ্মত হঠাৎ বোমা বিস্ফোৰণ। ৰাজপথত দিন দুপৰতে বিখ্যাত ৰাজনীতিকৰ মৃতদেহ। আকৌ এয়া চোৱা কালি আবেলি সেই ভয়াবহ অপহৰণটোৰ ঘটনা। পিচ মুহূৰ্ততে আৰক্ষীৰ সতে অপহৰণকাৰীৰ সেই নিৰ্মম এনকাউন্টাৰ।

অৰবিন্দ ঃ অমূল্যদা, এয়া চাওক, আজিৰ পেপাৰত লিখিছে, কালি সন্ধ্যাৰ পৰা আমাৰ এই চুবুৰিটোৰ সৌ পিতনিডৰাত পৰি থকা সেই সুন্দৰ সুঠাম যুৱকজনৰ শটো হেনো সেই অপহৰণকাৰীসকলৰে এজন বুলি সন্দেহ কৰা হৈছে।

অমূল্য ঃ অস! হাউ ড্ৰেডফুল! এনেয়ে মৰিছোঁ এইবোৰ জ্বালাত, তাতে আকৌ *(হঠাৎ ৰৈ যায়)।*

অৰবিন্দ ঃ কি?

অমূল্য ঃ কালি অফিচত এখন মষ্ট আৰ্জেণ্ট লেটাৰ পাইছোঁ।

অৰবিন্দ ঃ কাৰ?

অমূল্য ঃ পৰীৰ।

অৰবিন্দ ঃ পৰীবৌৰ?

অমূল্য ঃ ইয়েচ। সেইফালে হেনো সাংঘাতিক তালাচী অভিযান চলিছে. মানুহ ভয়ানকভাৱে আতংকিত হৈছে। নিবিড়ৰ লগৰ বহু ল'ৰা ধৰি নিছে। পৰীৰ সন্দেহ, নিবিড়কো নিয়াৰ সম্ভাৱনা আছে।

অৰবিন্দ ঃ নিবিড়ক! কিয়?

অমূল্য ঃ সি হেনো অলপতে ভালেমান মাচ প্লেটফৰ্মত কিছুমান বিপ্লৱধৰ্মী কবিতা পাঠ কৰি মানুহক উত্তেজিত কৰিছিল।

অৰবিন্দ ঃ *(হঠাৎ হাঁহি)* বাদ দিয়ক দাদা, এইটো এটা অপৰাধ হ'ব পাৰেনে?

অমূল্য ঃ অৰবিন্দ! নাথিং ইজ ইম্পচিবল নাউ। এতিয়া সকলো কথাই সম্ভৱ হ'ব পাৰে। *(হঠাৎ দেখে অৰবিন্দই টেলিফ'নটো অলস বাবে লিৰিকি-বিদাৰি থকা, অমূল্য চক্‌খাই)* কি হ'ল তুমি কাৰ স'তে কথা পাতিব বিচাৰিছা?

অৰবিন্দ ঃ *(আচৰিত হৈ )* নাঃ- কাৰো স'তে নহয়তো। এনেয়ে তুলি চাইছোঁ।

অমূল্য ঃ অ' এতিয়াৰ পৰা পৰাপক্ষত কাৰো স'তে কথা নাপাতিবা। কোনোবাই ৰিং কৰিলেও ৰেচপণ্ড নকৰিবা। অন্ততঃ এই ঘৰটোলৈ যা--তা কোনো মানুহ অহাতো এতিয়া মই পচণ্ড নকৰোঁ।

অৰবিন্দ ঃ কিন্তু আমাৰ এই পাৰাটোৰ প্ৰতিবেশীসকলকতো যি কোনো সময়ত অহাত আমি বাধা দিব নোৱাৰিম। এইধৰক চলিহা দা, হাজৰিকা দা, ৰহমান দা *(কৈ কৈ তেওঁ খিৰিকিৰে দূৰলৈ কিবা চায়)*

অমূল্য : সেইটো বেলেগ কথা *(হঠাৎ)* কি হ'ল তুমি খিৰিকীৰে কি চাইছা?

অৰবিন্দ : পিতনিৰ সৌ ডেড্‌বডিটো। অমূল্য দা, অলপ অলপ বাৰু দুৰ্গন্ধও বাহিৰ হোৱা নাইনে?

অমূল্য : আহ! সেইটো প্ৰশাসনৰ চিন্তা। তুমি মই ব্যস্ত হ'ম কিয়? *(হঠাৎ চিন্তাকৰি)* আচ্ছা, শংকৰে ওপৰ কোঠাত কি কৰিছে ইমান পৰে!

অৰবিন্দ : তাকেতো!

অমূল্য : মই কিন্তু চিন্তাত পৰিছোঁ। অৰবিন্দ, পৰীয়ে চিঠিত কি লিখিছে জানা?

অৰবিন্দ : কি?

অমূল্য : তেওঁ নিবিড়কলৈ অলপদিন এই ভাড়াঘৰটোত মোৰ স'তে থাকিবহি বিচাৰিছে!

অৰবিন্দ : বাঃ ভেৰী গুড নিউজ!

অমূল্য : কি গুড নিউজ? মোৰ আপত্তি আছে।

অৰবিন্দ : *(অবাক হৈ)* আপত্তি!

অমূল্য : পৰীয়ে মোৰ নিবিড়ক লৈ ইয়ালৈ অহাৰ অৰ্থই হৈছে, কিছু আতংকমুক্ত হোৱা। অথচ, ইয়াত এই ঘৰটোত আছেনে তেনে এক পৰিস্থিতি! আছে জানো?
*(দেখা যাব ওপৰকোঠাৰ পৰা ষ্টেয়াৰ কেচেদি, পিঠিত কেমেৰা ওলোমাই এক স্মাৰ্ট ভংগীত শংকৰ নামি আহিছে আৰু কৈ আহিছে।)*

শংকৰ : অৰবিন্দ। ওপৰকোঠাৰ খিৰিকীৰ এটা Angle ৰ পৰা যথেষ্ট attempt ল'লোঁ, zoom lense ফিট কৰিও চালো ওহো মিছাProper view টো নাপালোঁ।

অমূল্য : কিহৰ?

শংকৰ : সৌ পিতনিত পৰি থকা ডেডবডিটোৰ।

অমূল্য : *(চকীত বহি পৰি)* Oh God!

অৰবিন্দ : শংকৰ! তুমি বাৰু অলপ বেছি ৰিস্ক লৈছা নেকি?

শংকৰ : চ' হোৱাট? দিচ ইজ মাই প্ৰফেশ্যন। তুমিতো জানাই, মই পেপাৰৰ মানুহ। এটা এক্সাইটিং একশ্যন বা এটা মুমেণ্ট ফটোগ্ৰাফীত ধৰি ৰাখিবলৈ আমি জীৱনদি হলেও যুঁজিব লাগিব। অ' এক মিনিট! তেওঁলোক হেনো এতিয়াই আমাৰ স'তে মানে আমাৰ এই মেচ বাসিন্দা তিনিজনৰ স'তে এটা চিৰিয়াচ টক কৰিবৰ বাবে সৌ কোঠাটোৰ পৰা নামি আহিব। বাই দি ওৱে, তললৈ অহাৰ আগতে ঘৰটোৰ প্ৰতিটো কোঠাৰ দুৱাৰ-খিৰিকীবোৰ সতৰ্কতাৰে জপাই দিবলৈ কৈছে। গতিকে অৰবিন্দ, আমি কামটো ষ্টাৰ্ট কৰি দিওঁ।

অৰবিন্দ : ঠিক আছে, মই ভিতৰৰ কোঠাকেইটা চাই আহোঁ। *(প্ৰস্থান)*

অমূল্য : *(যথেষ্ট ভীতিগ্ৰস্ত হৈ)* শংকৰ!

শংকৰ : *(তলৰ কোঠাৰ খিৰিকীখন পৰীক্ষা কৰি কৰি)* কওঁক দাদা।

অমূল্য : তুমি বাৰু অকণো আতংকিত হোৱা নাইনে?

শংকৰ : *(নিজৰ স'তে ব্যস্ত থাকি)* কিহৰ বাবে দাদা?

অমূল্য : এই ভীৰ্ষণ ভাবে এগনাইজিং চিটুৱেশ্যনটোলৈ।

শংকৰ : *(নিৰ্বিকাৰভাৱে)* কিয়?

অমূল্য : চ'ৰি *(হতাশাত চকী এখনত বহি পৰে)*



শংকৰ : *(হঠাৎ ওপৰ কোঠালৈ চাই) অ' তেখেতসকল আহিছে, আহক, আহক।*
*(দেখা যাব ওপৰ কোঠাৰ ষ্টেয়ৰ কেচেদি আগে আগে যথেষ্ট সতৰ্ক ভংগীত ৰূদ্ৰ, মাজত চকুত কাপোৰ বন্ধা অৱস্থাত ক্লান্ত বিদিশাক ধৰি পিচে পিচে পাৰ্থ নামি আহি ড্ৰয়িংৰুমৰ মজিয়াৰ বিভিন্ন স্থানত পজিচন ল'বহি। ভিতৰৰ পৰা অৰবিন্দৰ প্ৰৱেশ! অমূল্য, অৰবিন্দৰ চকু মুখত পুনৰ উৎকণ্ঠা।)*

ৰূদ্ৰ : *(সতৰ্ক আৰু তীক্ষ্ণভাৱে ই ফালে—সি ফালে চাই)* মোৰ নাম ৰূদ্ৰ কোঁৱৰ *(ক্ষন্তেক বিৰতি)* অৱশ্যে এইটো মোৰ সঁচা নাম নহয়। এওঁ পাৰ্থ। বাচ্ পাৰ্থ বুলি মাতিলেই হ'ব। একান্ত গোপনীয়তাৰ স্বাৰ্থতেই আমি আমাৰ আচল নামবোৰ আপোনালোকক ক'ব নোৱাৰিম।

অমূল্য : *(আতংকিত স্বৰে) এক মিনিট! (দেখা যাব পাৰ্থই ক্ৰেডেলৰ পৰা ৰিচিভাৰটো তুলি লিৰিকি--বিদাৰি চাই আছে)*

ৰূদ্ৰ : কিবা ক'ব?

অমূল্য : মানে *(পাৰ্থলৈ দেখুৱাই)* এখেতে কাৰোবাৰ স'তে কিবা--

ৰূদ্ৰ : কিয় সুধিলে?

অমূল্য : মানে তেখেতে

পাৰ্থ : *(মূৰ তুলি)* মই? কিয় সুধিলে?

অমূল্য : নহয়, মানে সুধিছোঁ, কাৰোবাৰ স'তে কিবা, যোগাযোগ, মানে--

পাৰ্থ : *(হঠাৎ মিচিকিয়াই)* নাই নাই, জাষ্ট চাইছোঁ।

ৰূদ্ৰ : যি কি নহওক, আপোনালোকৰ সন্মুখত এই যে নাৰী গৰাকী দেখিছে, এওঁ হ'ল এই মহানগৰীৰে দেশৰ এগৰাকী আগশাৰীৰ নেতা তথা উদ্যোগপতিৰ একমাত্ৰ কলেজীয়া জীয়াৰী বিদিশা। কালি আবেলি চিটাৰ প্ৰেক্টিচ কৰিবলৈ আহোঁতে মহানগৰীৰ মাজ মজিয়াৰ পৰা এওঁকেই, হয় আমাৰ দ্বাৰা অপহৰণ কৰা হৈছিল। যিটো সংবাদ যোৱাৰাতি ৭-৩০ বজাৰ টি ভি নিউজ, ৰেডিঅ' নিউজ আদিত গম পাইছেই।

অৰবিন্দ : আজি পেপাৰত বিতং লিখিছেই।

ৰূদ্ৰ : হয় নেকি চাওঁ।

অমূল্য : হেৰি নহয়, মানে কথা এটা।

ৰূদ্ৰ : *(পেপাৰত চকু ৰাখি)* কওক

অমূল্য : মানে, আই মিন, আপোনালোকৰ এই অপহৰণৰ উদ্দেশ্যটো!

ৰূদ্ৰ : চাওক, চৰকাৰীভাৱে নিষিদ্ধ আমাৰ সংগঠনৰ কেইগৰাকীমান শীৰ্ষস্থানীয় নেতা এই ৰাজ্যৰ বিভিন্ন কাৰাগাৰত বন্দী হৈ আছে। তেওঁলোকৰ চৰ্তহীন মুক্তিৰ দাবীতেই এই অপহৰণৰ কৌশল। চাওক, দেশৰ এগৰাকী আগশাৰীৰ নেতা তথা উদ্যোগপতিৰ এই কন্যাগৰাকী কিন্তু আমাৰ কোনোধৰণে শত্ৰু নহয়।

অৰবিন্দ : আচ্ছা, কালি আবেলি চাৰিবজাতে হৈ যোৱা অপহৰণটোৰ প্ৰায় দহ ঘণ্টাৰ পিচত যোৱা শেষ নিশা আপোনালোকে এই চুবুৰিটোৰ বিশেষকৈ এই ঘৰটো আশ্ৰয়স্থল হিচাপে নিৰ্দিষ্ট ভাবে বাচি ল'লে যে?

ৰুদ্ৰ : সেয়া পৰিস্থিতিৰ হেঁচাত। আনহাতে এই ঘৰটোত উঠাৰ কাৰণ, এক নম্বৰ নগৰৰ এই চুবুৰিটো যথেষ্ট শান্ত আৰু নিৰ্জন হিচাপে জনাজাত। আমাৰ ধাৰণা, ইতিমধ্যে ব্যাপক তালাচী অভিযান আৰম্ভ হৈ যোৱাৰ পৰিপ্ৰেক্ষিতত কোনো উগ্ৰপন্থীক বিচাৰি নিশ্চয় এটা পৰ্যায়লৈকে তেওঁলোক নাহিব।

অৰবিন্দ : আৰু এটা কথা-

ৰুদ্ৰ : কওক।

অৰবিন্দ : যোৱা নিশাৰ পৰা সৌ পিতনিত পৰি থকা ডেড্‌বডিটো আজিৰ পেপাৰত লিখিছে আপোনালোকৰ সংগঠনৰে বুলি?

ৰুদ্ৰ : *(কিছু অস্বস্তিৰে)* হ'ব পাৰে!

অৰবিন্দ : কিন্তু এনে এটা পাব্লিক প্লেচত, সেইটো পেলাই থোৱাৰ অৰ্থ?

ৰুদ্ৰ : সেইটো প্ৰশাসনৰ কৌশল। ডেডবডিটো দেখি পাব্লিক ভীতিগ্ৰস্ত হ'ব। লাহে লাহে শটোৰ পৰা দুৰ্গন্ধ বাহিৰ হ'ব আৰু সেই দুৰ্গন্ধত অতিষ্ঠ হৈ এজন উগ্ৰপন্থীৰ প্ৰতি পাব্লিকৰ ঘৃণা জাগিব।

অমূল্য : *(উচপ খাই)* মাই গড্!

ৰুদ্ৰ : কি হ'ল, আপুনি ভয় খাইছে?

অমূল্য : নাই নাই, আচ্ছা মোৰ যে অফিচলৈ যোৱাৰ সময় অলপ নষ্ট হৈ আহিছে। মই বাৰু ভিতৰ কোঠালৈ যাব পাৰোঁনে?

ৰুদ্ৰ : চিয়'ৰ চিয়'ৰ, আৰে! এই ঘৰটোৰ মালিক আপোনালোকেই! আমাৰ পাৰমিশ্যনৰ প্ৰশ্ন আহিব কিয়?

*(লগে লগে অমূল্যই প্ৰস্থান কৰিব খোজে, হঠাৎ)*

ৰুদ্ৰ : আচ্ছা, এক মিনিট! আপুনি ইয়াৰে এগৰাকী ডিষ্ট্ৰিক্ট এগ্ৰিকালচাৰেল অফিচাৰ নহয় জানো? আপোনাৰ ফেমিলি লগত নাথাকে।

অমূল্য : হয়!

অৰবিন্দ : মোৰ নাম অৰবিন্দ চৌধুৰী।

ৰুদ্ৰ : জানো। আপুনি ইয়াৰে এল. আই. চি অফিচত চাকৰি কৰে।

অৰবিন্দ : হয়। হয়।

ৰুদ্ৰ : বাকী শংকৰৰ স'তে পৰিচয় হৈছেই। বেচ ভাল লাগিছে শংকৰক।

অমূল্য : এটা কথা নহয়।

ৰুদ্ৰ : কওঁক।

অমূল্য : *(কিছু দ্বিধাৰে)* আপোনালোকে বাৰু এই ঘৰটোত কিমান দিন থাকিম বুলি ভাবিছে?

শংকৰ : চেঃ অমূল্যদা, আপুনি কি কথাবোৰ সুধিছে মিচামিছি!

ৰুদ্ৰ : ৰ'ব ৰ'ব, আপোনালোকৰ এই ঘৰটোত আমি কিমানদিন থাকিম, সেইটো নিৰ্ভৰ কৰিব সময় আৰু পৰিস্থিতিৰ ওপৰত। প্ৰশাসনক আমাৰ সংগঠনে যিহেতু চূড়ান্ত সময় হিচাপে বান্ধি দিছে মাত্ৰ এশ ঘণ্টা সময়। যদি সময় উকলি যোৱাৰ পিচতো কোনো সু-মিমাংসা নহয়, তেন্তে আমি হয়তো বাধ্য হ'ম--



বিদিশা : *(মঞ্চৰ বিশেষ এক অৱস্থানত চকীত বহি থকা বিদিশা হঠাৎ আতংকিত হৈ)* আহ! মই অকণমান পানী খাওঁ *(সকলো সজাগ হৈ পৰে)*

ৰুদ্ৰ : *(কাষলৈ আহি)* পানী! পাৰ্থ

অৰবিন্দ : মই আনিছোঁ।

ৰুদ্ৰ : ন' নালাগে। পাৰ্থৰ বেগত পানী আছে। *(Changed দি)* ভণ্টি! তুমি ইমান ক্লান্ত হৈ পৰিছা কিয়? ভয় খাইছা? চোৱা, কালি সন্ধ্যাৰ পৰাই তোমাক ভৰষা দিছোঁ, আমি কেনো কাৰণতে তোমাৰ শত্ৰু নহওঁ আমি তোমাৰ দাদা, বন্ধু হয়? নাঃ ভয় নকৰিবা, একো ভয় নাই *(মুৰত হাত থৈ নিচুকায়।)*

পাৰ্থ : এয়া পানী

*(পাৰ্থই বিদিশাৰ মুখৰ আগত পানীৰ গ্লাচটো তুলি ধৰোঁতেই হঠাৎ টেলিফ'ন বাজি উঠে। সকলো আতংকিত। অৰবিন্দই ৰিচিভাৰ উঠাই। ৰুদ্ৰ আৰু পাৰ্থই বিদিশাৰ কাষত গাৰ্ড কৰে।)*

অৰবিন্দ : ইয়েচ! অ' আছে! এক মিনিট। অমূল্যদা আপোনাৰ ক'ল।

অমূল্য : মোৰ! *(কিছু দ্বিধাৰে আগুৱাই আহি)* ইয়েচ! হয় হয়, নহয়, মই ঠিক তেনেকৈ ক'ব নোৱাৰিম-কিন্তু--

ৰুদ্ৰ : *(হঠাৎ কাষলৈ আহি উত্তেজিত অথচ চেপা মাতেৰে)* কোন? কোনে সুধিছে? ক'ৰ পৰা সুধিছে?

অমূল্য : *(চক্ খাই)* আহ! ৰ'ব--ৰ'বচোন

ৰুদ্ৰ : ন' নেভাৰ ক'ব লাগিব, কোনে সুধিছে--

অমূল্য : ডাইৰেক্টৰ! ডাইৰেক্টৰ!!

ৰুদ্ৰ : কোন? কোন ডাইৰেক্টৰ?

অমূল্য : *(ৰিচিভাৰৰ মুখত হাতেৰে হেঁচি)* মোৰ ব'ছ। আমাৰ ডিপাৰ্টমেণ্টৰ!

ৰুদ্ৰ : *(চেপা কণ্ঠৰে)* কনফাৰ্মটো?

অমূল্য : এ এ একেবাৰে--*(হঠাৎ ৰিচিভাৰত মুখথৈ)* ইয়েচ নাই নাই কোনো পৰিস্থিতিৰ সৃষ্টি হোৱা নাই!

ৰুদ্ৰ : *(পুনৰ চক্‌খাই)* কি পৰিস্থিতি?

অমূল্য : *(মুখত বিৰক্তি লৈ ৰুদ্ৰক হাত দাঙি স্বাভাৱিক হ'বলৈ কয়। অন্যহাতে হঠাৎ মুখত যান্ত্ৰিক হাঁহি লৈ)* নাই নাই, মোৰ বন্ধু এজনহে। জাষ্ট ধেমালি কৰিছে। কি, কি ক'লে ছাৰ। অফিচ? যাম, ছাৰ যাম। মাত্ৰ আজি *(ৰুদ্ৰলৈ চাই)*—অলপ দেৰি হ'ব নেকি। হয়, গাটো একদম ভাল নহয় ছাৰ! হ'ব হ'ব, থৈছোঁ ছাৰ!

ৰুদ্ৰ : *(অপৰাধীৰ সুৰত)* চ'ৰি। বেয়া নাপাব। হঠাৎ মানে এটা বেলেগ সন্দেহত ভুগিছিলোঁ।

অমূল্য : *(হুমুনিয়াহ কাঢ়ি)* সঁচাকৈয়ে আমি এটা বিপদজনক পৰিস্থিতিত পৰিছোঁ, নহয় নে?

ৰুদ্ৰ : *(হঠাৎ হাঁহি)* আপুনি বাৰু খুব বেছি হতাশ হৈ পৰিছে নেকি?

অমূল্য : আনন্দ? আনন্দ কৰিবলৈ পৰিৱেশ ক'ত?

ৰুদ্ৰ : *(হঠাৎ হাঁহি উঠি অৰবিন্দৰ কাষলৈ গৈ)* আপুনি কি চিন্তা কৰিছে?

অৰবিন্দ : *(হঠাৎ উচপখাই উঠি)* মই! নাই নাই ক'তা, একো চিন্তা কৰা নাইতো।

ৰুদ্ৰ : শংকৰ, এই প্ৰসংগত আপোনাৰ প্ৰতিক্ৰিয়া কি?

শংকৰ : *(বেচ উৎসাহেৰে)* মই অৱশ্যে এক সাংঘাতিক উত্তেজনা অনুভৱ কৰিছোঁ।

ৰুদ্ৰ : নুবুজিলোঁ।

শংকৰ : এই ধৰক, প্ৰেছৰ মানুহ হিচাপে ইমান দিনে সদায় কিছুমান উত্তেজিত ঘটনাৰ পিচে পিচে মই ঘোঁৰাৰ দৰে দৌৰি ফুৰিছিলোঁ। আৰু এতিয়া দেখিছোঁ মই নিজেই তেনে এক উত্তেজিত ঘটনাৰ মাজৰে এজন হৈ পৰিছোঁ।

ৰুদ্ৰ : *(হাঁহি)* সুন্দৰ বিশ্লেষণ *(হঠাৎ গম্ভীৰ হৈ)* আচ্ছা, দিনত বা সন্ধ্যা আপোনালোকৰ যিকোনো চিনাকি ব্যক্তি এই পাৰাটোলৈ আহিব পাৰে নিশ্চয়।

অৰবিন্দ : পাৰে পাৰে নিশ্চয় পাৰে--

অমূল্য : পাৰে নহয়, আহেই --

ৰুদ্ৰ : অল ৰাইট। আমাৰ উপস্থিতি যাতে তেওঁলোকে গম নাপায়।

অমূল্য : কিন্তু গম পোৱাৰ সম্পূৰ্ণ সম্ভাৱনা আছে।

ৰুদ্ৰ : গতিকেই কওঁ, আজিৰ পৰা প্ৰতিদিনে পুৱাৰ পৰা ৰাতি দহবজালৈকে আপোনালোকৰ সৌ টি. ভি. ৰুমটোতে আমি আত্মগোপন কৰি থাকি ৰাতি দহ বজাৰ পিচত কিছু কৌশলগত কাৰণতে এই ড্ৰয়িং ৰুমটোলৈ নামি আহিম। কিয়নো হঠাৎ যিকোনো বিপদৰ সম্ভাৱনা ঘটিলে আমি যেন সহজেই নিজৰ নিৰাপত্তা ল'ব পাৰোঁ।

অমূল্য : বিপদ! মাই গড!

ৰুদ্ৰ : আৰু এটা কথা, আমাৰ এই গোপন আশ্ৰয়ৰ কথা ক'তো যেন প্ৰকাশ নহয়; আপোনালোকৰ প্ৰতিমুহূৰ্তৰ খোজ-কাটল, কথা-বতৰা, চকু-মুখৰ ভংগিমাত যেন সম্পূৰ্ণ স্বাভাৱিকতা বজাই ৰাখে। বিশেষকৈ, অফিচত, ৰাস্তাত, বজাৰত বা গাড়ী-মটৰত যাওঁতে সকলোতে। পাৰিব নহয়?

অমূল্য : *(অসহায়ভাৱে)* কৈছে যেতিয়া, চেষ্টাতো কৰিবই লাগিব।

ৰুদ্ৰ : জানিব, আমাৰ সংগঠনটো এটা সশস্ত্ৰ সংগঠন। এই ঘৰটোত বৰ্তমান আমি আশ্ৰয় লৈ থকাৰ কথা আমাৰ সংগঠনৰ কিন্তু প্ৰতিজন কৰ্মীয়ে জানে।

*(অমূল্য+অৰবিন্দ+শংকৰ+বিদিশাৰ প্ৰতিক্ৰিয়া)*

*(হঠাৎ টেলিফ'ন বাজি উঠে। সকলো সন্ত্ৰস্ত)*

শংকৰ : *(বিচিভাৰ দাঙি)* ইয়েচ। অ' আচ্ছা, একমিনিট। অৰবিন্দ তোমাৰ ক'ল।

অৰবিন্দ : *(দৌৰি আহি)* কোন? অ' মই! (ইফালে--সিফালে চাই) আচ্ছা, এতিয়া নহয়। ন' ন' আই ৰিকুৱেষ্ট। কি? মই কোনো কথা ক'ব নোৱাৰিম।

*(দেখা যাব ৰুদ্ৰ + পাৰ্থ+ বিদিশা আতংকিত। অন্যফালে উত্তেজিত অমূল্যক শংকৰে কাণে কাণে কিবা এটা কৈ আছে আৰু অমূল্যাই ক্ষন্তেক শুনি বিৰক্তিৰে মঞ্চৰ অন্য এটা কোণলৈ গতি কৰে।)*



ৰুদ্ৰ : *(অৰবিন্দৰ কাষলৈ আহি)*--কোন?

অৰবিন্দ : *(চক্‌খাই উঠি)* জাষ্ট মোৰ কলিগ! *(হঠাৎ ৰিচিভাৰৰ কাষলৈ মুখ নি )*--হা কি? নাযাবও পাৰোঁ। আজি অফিচ! নাই নাই যাম যাম--কিন্তু আজি লগ দিব নোৱাৰিম! প্লিজ! মোৰ আজি অসুবিধা আছে। নাই, নাই, মই এতিয়া একো নকওঁ।

ৰুদ্ৰ : *(ৰিচিভাৰৰ খুব কাষত কাণ পাতি)* মাইকী মানুহ!

অৰবিন্দ : *(চক্‌খাই)* হয় হয়। কি? নহয় নহয়, এইফালে বেলেগ এজনহে। আস! নুবুজা কিয়? হেল্লো! হেল্লো!! *(কিছু হতাশাৰে ফোন থৈ শংকৰলৈ চাই)*—মল্লিকা!

শংকৰ : *(কৌতুক কৰি)* বুজি পাইছোঁ!

ৰুদ্ৰ : আই চি! *(হঠাৎ Change দি)* আচ্ছা, আপোনালোক প্ৰত্যেকৰে যিহেতু এতিয়া অফিচ আদি যোৱাৰ সময় হৈ গ'ল, গতিকে কথা পাতি সময় নষ্ট নকৰোঁ। তথাপি আকৌ এবাৰ কৈছোঁ, আপোনালোকে যেন আমাক শত্ৰু হিচাপে নলয়। ইয়েচ! আমাৰ বক্তব্য ইমানেই! আপোনালোকক এৰিছোঁ। পাৰ্থ!

*(লগে লগে পাৰ্থক দেখা যাব বিদিশাক ধৰি পুনৰ ওপৰ কোঠালৈ আগবাঢ়িছে। পিচে পিচে সতৰ্কভাৱে ৰুদ্ৰ। পাৰ্থই বিদিশাক লৈ সোমাই যাওঁতেই টেলিফ'ন বাজি উঠিব। ৰুদ্ৰ থমকি ৰ'ব)*

অৰবিন্দ : *(পুনৰ তুলিলৈ)* ইয়েচ! অ' হা?

অমূল্য : *(আতংকিতভাৱে)* কোন?

অৰবিন্দ : *(দ্বিধাৰে)* মল্লিকা (হঠাৎ মৌনভাৱে হাঁহি ৰুদ্ৰৰ প্ৰস্থান)

অমূল্য : ননচেঞ্চ। সেই মল্লিকা বোলাজনীক কৈ দিয়া, এইৰোৰ দিনত এতিয়া কোনোবা প্ৰেমিকাই প্ৰেমিকৰ স'তে টেলিফ'নত প্ৰেমালাপ কৰাৰ সময় নহয়!

অৰবিন্দ : কৈছোঁ, কৈছোঁ--*(হঠাৎ Changed দি)* কি? অ' অ' হা?

অমূল্য : *(নিজকে কয়)* এইডালৰ সদ্যহতে লাইনটো কাট কৰি থোৱাই ভাল হ'ব যেন পাওঁ। উহ! টেলিফ'ন এটাৰ ৰিং শুনিলেও ইমান ভয় খোৱা যায়। এই ধাৰণাতো মোৰ কালিলৈকে হোৱা নাছিল। চেঃ কি বিপদ। কি বিপদ!! *(কৈ কৈ খৰ গতিত প্ৰস্থান)*

*(এই সংলাপটো কৈ থাকোতেই মিচিকি হাঁহি মাৰি শংকৰ খিৰিকীৰ কাষলৈ গৈ পাট্টা খুলি দি পৰ্দা কোঁচাই দূৰলৈ কেমেৰাৰে লুক থ্ৰ' কৰে)*

অৰবিন্দ : *(মাইমিং কৰি থকাৰ পৰা)* ইয়েচ, উয়েচ,থাউজেণ্ড টাইম্‌চ। আহ তুমি নুবুজা কিয়? মোৰ কণ্ঠত উত্তেজনা! হাৰে! কি কৈছা তুমি? আঃ নিচিএঃৰিম। আৰে, তুমি কান্দিছা কিয়? আঃ হেল্ল', হেল্ল', একমিনিট! মল্লিকা, শুনা--আৰে!

*(হঠাৎ cut হৈ যায়। অৰবিন্দই ক্ষন্তেক হাতৰ ফোনটোলৈ চাই থাকি, হঠাৎ ক্ৰেডেলত থক্‌কৈ থৈ দি কিবা যেন এক ক্লান্তিত মুৰটো ধীৰে ধীৰে গুজি দিয়ে।)*

## দ্বিতীয় দৃশ্য

একেই পৰিৱেশ

সময় ঃ সন্ধ্যা

*(দেখা যাব হাতত তাচ এজাপ লৈ মঞ্চৰ এটা কোণত থকা অফিচিয়েল টেবিলৰ কাষত নিস্তেজভাৱে বহি থাকিব অমূল্য। মঞ্চৰ অন্য এক অৱস্থানত থকা ওৱাৰড্ৰবৰ পৰা ড্ৰিংকচৰ পেগ্ ঢলাৰ প্ৰাক্ প্ৰস্তুতি চলাইছে প্ৰতিবেশী মিঃ হাজৰিকাই। হাজৰিকা আধুনিক মনৰ এজন তজবজীয়া আদবয়সীয়া মানুহ। কাষৰ টেপ ৰেকৰ্ডাৰত কম ভলিউমত এটি পাশ্চাত্য সংগীত বাজি থাকিব)*

হাজৰিকা ঃ শুনিছা অমূল্য! মই কিন্তু কামবোৰ বৰ চিন্‌চিয়েৰলি কৰিব বিচাৰিছোঁ। বিশ্বাস কৰা এই গোটেই চুবুৰিটো মই ড'ৰ্টু ড'ৰ ভিজিট দিছোঁ। চলিহা, ফুকন, খাউণ্ড, হবিব ৰহমান, বিনোদ প্ৰধান আৰু এই ওচৰৰ যুৱক সংঘ, নামঘৰ কমিটী সকলোতে!

অমূল্য ঃ কিহৰ প্ৰসংগত?

হাজৰিকা ঃ কিয়? সেই ডেড্‌বডিটো উঠাই নিয়াৰ প্ৰসংগত আক'। দুদিনমানৰ পিচত ইয়াত থাকিব পাৰিবা? আমি দলে বলে গৈ সেই ডেডবডিটো উঠোৱাৰ প্ৰসংগত চিটি ক'ৰপৰেশ্যনৰ মেয়ৰ, প্ৰয়োজন হ'লে ৰাজধানীৰ উচ্চ মহলকো বাধ্য কৰাব লাগিব। *(অমূল্য চক্‌খাই উঠে)*

অমূল্য ঃ কিন্তু পেপাৰ টি. ভি. ততো কৈছে, কিবা এক অনিবাৰ্য কাৰণত প্ৰশাসনে লাচটো উঠোৱাত নিষেধাজ্ঞা জাৰি কৰিছে।

হাজৰিকা ঃ *(হঠাৎ উত্তেজিত হৈ)* গুলী মাৰাহে তোমাৰ পেপাৰ, টি. ভি। আমি মুঠতে যুদ্ধই কৰিব লাগিব বুজিছা। তুমিও ওলাবা!

অমূল্য ঃ মই ?

হাজৰিকা ঃ শংকৰ, অৰবিন্দকো কথাটো ক'ব লাগিব। আচ্ছা আমাৰ ফটোগ্ৰাফাৰ শংকৰ আৰু এল. আই. চি নাই নেকি?

অমূল্য ঃ শংকৰ প্ৰেছৰ পৰা ঘূৰাই নাই। অৰবিন্দ অফিচৰ পৰা আহিয়ে পুনৰ ওলাই গৈছে।

হাজৰিকা ঃ *(হঠাৎ ঘড়ী চাই)* অঃ! আচামিজ নিউজৰ টাইম হ'লেই। এক মিনিট। মই তোমাৰ টি.ভি. ৰুমৰ পৰা আহোঁ। *(এই বুলি ওপৰৰ কোঠালৈ কিছু আগবাঢ়ে)*

অমূল্য ঃ *(হঠাৎ উত্তেজিত হৈ)* ন' ন' হাজৰিকাদা। নাযাব!!

হাজৰিকা ঃ কিয়?

অমূল্য ঃ মানে যোৱাৰাতিৰ পৰাই টি. ভি. টোৱে একদম কাম কৰা নাই।

হাজৰিকা ঃ কিয়? মইতো কালি সন্ধ্যা ইয়াত নিউজ ৰিচিভ কৰি গৈছোঁ।

অমূল্য ঃ *(পাজল হৈ)* নহয়, নহয় কালিমানে লেট নাইট পিক্‌চাৰখন চাই থাকোতেহে বিপৰ্যইটো ঘটিল!

হাজৰিকা ঃ হাউ ষ্ট্ৰেঞ্জ! এনে এটা উত্তেজক সময়ত তুমি টি. ভি. টো অচল কৰি ঘৰত কেনেকৈ বহি আছাহে!



অমূল্য ঃ বেয়া নাপাব দাদা! মই আচলতে আজিকালি টি.ভি. ৰ কাষত বহি দেশ, দুনীয়াৰ খবৰ চাবলৈ, ৰাতিপুৱা শুই উঠি পেপাৰখন মেলি ল'বলৈ বৰ ভয় খোৱা হৈছোঁ!

হাজৰিকা ঃ *(কৌতুকেৰে)* আই চি! বুজিছোঁ, বুজি পাইছোঁ। অমূল্য! তুমি এটা ডাঙৰ অফিচৰ দক্ষ বিষয়া, হ'লেও..........*(কে কৈ পেগ্ ঢালে)*

অমূল্য ঃ হাজৰিকাদা

হাজৰিকা ঃ কোৱা

অমূল্য ঃ মোলৈ পেগ্ নবনাব

হাজৰিকা ঃ কিয়?

অমূল্য ঃ মুড নাই

হাজৰিকা ঃ *(হাঁহি)* হেৰা! আচলতে মই লক্ষ্য কৰিছোঁ সেই কিড্‌নেপিংটো হৈ যোৱাৰ পিচৰে পৰা আমাৰ মানুহবোৰ বৰ আতংকিত হৈ পৰিছে। তুমিও বাদ পৰা নাই। কি হ'ব এনেদৰে জুপুকা মাৰি থাকিলে। হেই ডেকা মানুহ! বি ব্ৰেভ্, ডু এনজয়!

অমূল্য ঃ হাজৰিকাদা! আপুনি বাৰু অকণো আতংকিত হোৱা নাইনে?

হাজৰিকা ঃ ওহো! নাই হোৱা, মুঠেও হোৱা নাই। হেৰা ডেকা মানুহ, তোমালোকেতো জানাই, মই হ'লোঁ সেনা বাহিনীৰ এজন অৱসৰপ্ৰাপ্ত বিষয়া। মোৰ জীৱনৰ সুদীৰ্ঘ দিনবোৰতো এই ধৰা যুদ্ধ—বিগ্ৰহ হত্যা, আতংক, দৌৰা-দৌৰি, এইবোৰতে পাৰ হৈ গ'ল--*(হঠাৎ)* অ' এক মিনিট!

*(কৈয়ে মূলখিৰিকিৰ কাষলৈ গৈ পৰ্দাদাঙি দূৰলৈ চাই)*

অমূল্য ঃ *(হঠাৎ চক্ খাই)* আপুনি পৰ্দা দাঙি কি চাইছে?

হাজৰিকা ঃ ডেড্‌বডিটো! লাহে লাহে ফুলিবলৈ আৰম্ভ কৰিচেহে। চোৱাচোন, দূৰৈত সৌৱা জোনাকৰ পোহৰত পিতনিডৰাত ডেড্‌বডিটো কেনেকৈ জিলিকি আছে। এনেকৈ হ'লেচোন দুদিনমানৰ পিচত এই চুবুৰিটোত মুকলিকৈ উশাহ--নিশাহ লোৱাই মস্কিল হৈ পৰিব।

*(কৈয়ে চেন্টাৰ চ'ফাত বহি পৰি হাতৰ পেগটো থৈ ওপৰ পকেটৰ পৰা পাইপ উলিয়াই জ্বলোৱাৰ প্ৰস্তুতি লয়। কোলাত এখন মেগাজিন মেলি লয়। হঠাৎ ড'ৰ বেল বাজি উঠে, অমূল্য চক্‌খাই উঠে। হাজৰিকা নিৰ্বিকাৰ।)*

হাজৰিকা ঃ কোন? ইয়েচ! সোমাই আহিব পাৰে। *(অমূল্যই দ্বিধা সংকোচেৰে দুৱাৰ খুলি দিয়ে। দেখা যাব দুৱাৰ মুখত নিচাগ্ৰস্ত চলিহা। বয়সস্ত কাণত ওৱাকমেনৰ হেডফ'ন)*

চলিহা ঃ গুড ইভিনিং ছাৰ! *(কৈয়ে সোমাই আহে। খোজ ঢলং--ধপং, আহি মঞ্চৰ এক বিশেষ অৱস্থানৰ চকী এখনত বহি পৰে।)*

হাজৰিকা ঃ *(কিছু বিৰক্তিৰে)* গুড ইভিনিং গান মাষ্টাৰ।

চলিহা ঃ *(হেডফ'ন খুলি)* অমূল্য! ঘৰখনত সোমাই থাকিও একো শান্তি পোৱা নাইহে। সেই ৰাতি-পুৱাৰে পৰা মানুহৰ ঘৰে ঘৰে ল'ৰা-ছোৱালীক আৰু কিমান গান-বাজনা শিকাই থাকিবাহে। তাতে যিহে ভয়ানক দিন-কাল পৰিছে। বোলো সন্ধ্যাটো ইয়াতে অলপ কটাই যাওঁ। *(হেডফ'ন পিন্ধি লয়)*

হাজৰিকা : তুমিটো প্ৰায়ে সন্ধ্যাটো ইয়াতে কটোৱাহি। এইটো আজিৰ কথানে কিবা? চলিহা বাবু পেগ এটা লোৱা। *(চলিহাৰ কোনো প্ৰতিক্ৰিয়া নাই। হাজৰিকা কাষলৈ আহি)* হেৰা। ল'বানে?

চলিহা : *(হেডফ'ন খুলি)*--হাঃ! ন' থেংকচ। দিনৰ পৰাই যথেষ্ট টানি আছোঁ আৰু বেছি হ'লে অ'ভাৰ হৈ যাব পাৰে। *(পুনৰ হেডফ'ন পিন্ধি লয়)*

হাজৰিকা : তুমি এতিয়াও বৰ আগুৱাৰহে থকা নাই। *(কিছু উচ্চস্বৰত)* শুনিছানে নাই মই কি কৈছোঁ? হেই!

চলিহা : (হেডফ'ন খুলি) হা--আ *(পুনৰ পিন্ধিবলৈ লৈ হঠাৎ)* হেৰি মেজৰ চাহাব, আপুনি নুবুজে কিয় সেই কিডনেপিংটোলৈ, তাতে এই পাৰাটোত সেই ডেড্‌বডিটোলৈ মানুহৰ মাজত যিহে আতংক আপুনি, আপুনি মাল নাখাই কি কৰিবহে! *(পুনৰ হেডফ'ন পিন্ধি গুম হৈ যায়)*

অমূল্য : *(হঠাৎ চক্‌খাই)* আহ! কথাবোৰ ইমান চিঞৰি কৈছে কিয়? মনে মনে--

হাজৰিকা : *(হঠাৎ হাঁহি)* তুমি ইমান ভয় খাইছা কিয়?

অমূল্য : নহয়। এইবোৰতো, সকলোৰে জনা কথা। তাকে ইমান চিঞৰ-বাখৰ কৰি ক'ব লাগেনে?

হাজৰিকা : *(নিজৰ হাতৰ পেগটো দেখুৱাই)* দিনটো টানি আছেতো *(হঠাৎ উত্তেজিত হৈ)* এইবোৰ বেয়া কথা। ইট্‌চ বেড। ভেৰী বেড!!

*(হঠাৎ দেখা যাব অমূল্যই খঙতে ওৱাৰ দ্ৰৱৰ ওপৰত থকা টেপ্ ৰেকৰ্ডাৰটো বন্ধ কৰি দিয়ে)*

হাজৰিকা : কি হ'ল? টেপ্‌টো বন্ধ কৰি দিলা যে ডেকা মানুহ!

অমূল্য : *(খঙেৰে)* একেলগে দুটা সংগীত শুনা নাযায়।

হাজৰিকা : কিয় মইতো এটাহে শুনি আছোঁ।

অমূল্য : *(এবাৰ টেপটো আৰু এবাৰ চলিহালৈ দেখুৱাই)* কিন্তু সৌজনে দুটা শুনি আছে। তেওঁৰ ডিচটাৰ্ব হ'ব পাৰে।

হাজৰিকা : নন্‌চেঞ্চ *(হঠাৎ চলিহাৰ কাষলৈ আহি)* হেৰা চলিহা, হেৰা গানমাষ্টাৰ,শুনিছানে নাই? *(নিজৰ ওৱাক মেনৰ দ্বাৰা শ্ৰুতিগোচৰ হোৱা গান শুনি নিমগ্ন হৈ থকা চলিহা হঠাৎ* চক্‌খাই আৰু হেডফ'ন গুচাই হাজৰিকালৈ চায়) তুমি গান-বাজনা ভাল পোৱা মানুহ হ'লা বুলিয়েই অনবৰতে এই ওৱাকমেন ডাল কিয় লগাই ফুৰাহে! কাণৰ কাষতে শব্দ। এনেয়ে চাৰিওফালে কি বিভৎস চাউণ্ড পলিওশ্যন। এইবোৰ ভালকথা নহয়। এইবোৰ অভ্যাসে মানুহক আত্মকেন্দ্ৰীক কৰি তোলে। ইট্‌চ বেড!

চলিহা : *(চূড়ান্ত বিৰক্তিৰে)* বাট দিচ ইজ মাই পাৰ্চনেল ৰাইট। প্লিজ, প্লিজ ড'ন্ট ডিচ্‌টাৰ্ব মি! *(কৈয়ে পুনৰ হেডফ'নটো পিন্ধি লয়)*

হাজৰিকা : *(উচ্চস্বৰত হাঁহি)* এব্‌চাৰ্ড। এইখন পৃথিৱীত এতিয়া কোনোবা ব্যক্তিৰ পাৰ্চনেল ৰাইট থাকিব পাৰেনে? *(হঠাৎ চলিহাৰ কান্ধত হাত থৈ)* পাৰে জানো?

চলিহা : *(পুনৰ চক্‌খাই আকৌ হেডফ'ন আঁতৰাই)* হা?

হাজৰিকা : পাৰে জানো?



চলিহা : *(খঙেৰে)* নন্‌চেঞ্চ। *(হঠাৎ টেলিফ'ন বাজি উঠে। অমূল্য চক্‌খাই উঠে। বাকী দুজন নিৰ্বিকাৰ।)*

হাজৰিকা : কোনে ফ'ন কৰিছে ধৰা।

অমূল্য : হেল্ল'। ইয়েচ, অমূল্য স্পিকিং। অ' গোহাঁই দেউ, কওঁক। কি ক'লে? চ'ৰি! নোৱাৰিম। আজি যাব নোৱাৰিম। মাফ কৰিব। নহয়, নহয়, আগবৱালাক কথাটো বুজাই ক'ব। তাতে আজি কালি মই ড্ৰিংকচ পাৰ্টি একদম এভয়েড কৰিছোঁ--

*(তেনেতে দেখা যাব ৰুদ্ৰ আৰু পাৰ্থহঁত থকা কোঠাৰ ফালে ৱাকমেন পিন্ধি থকা অৱস্থাৰেই চলিহাই ঢলং-পলংকৈ ধুতি কোচাই উঠি গৈছে। অমূল্যই ফ'ন কৰি থকাৰ পৰাই হঠাৎ দৃশ্যটো দেখি অস্থিৰ হৈ পৰে।)*

অমূল্য : এক মিনিট। কথা পাতি আছোঁ--এক, এক মিনিট। ধৰি থাকক *(কৈয়ে ফ'নটো থৈ দৌৰি গৈ ষ্টেয়াৰ কেচেদি ওপৰ কোঠালৈ গৈ থকা চলিহাক থাপ মাৰি ধৰি)* হেৰি চলিহা, চলিহা সেইফালে ক'ত যায়?

চলিহা : *(হঠাৎ হেড ফ'নটো খুলি)* জাষ্ট এক মিনিট!

অমূল্য : নাই নাই, সেই ফালে যাব নালাগে--

চলিহা. : *আৰে ইউৰিনেলৰ পৰা আহোঁ ভাই, বাধা দিছা কিয়?*

অমূল্য : আহ্ হা! সেই কোঠাটোৰ ইউৰিনেলটো বেয়া হৈ আছে।

চলিহা : ইউ-ইউৰিনেলটো বেয়া হৈ আছে, কি বেয়া হৈছেহে?

অমূল্য : *(থতমত খাই)* মানে--আপোনাৰ, পাইপটো ব্লক হৈ গৈছে।

চলিহা : ব্লক হৈ গৈছে, ছেঃ মোৰ যে ভীষণ...............

অমূল্য : আহক, আহকনা, মই আপোনাক বেলেগ ইউৰিনেল দিম নহয়। আমাৰতো এই ঘৰত কোঠাই কোঠাই এটাষ্ট বাথ কাম ইউৰিনেল আছে।

চলিহা : কিন্তু কোনটো ইউৰিনেললৈ যাব লাগে খৰ কৰা ভাই। মোৰ যে অদ্ভুত টেন্‌ডেঞ্চি আহিছে!

অমূল্য : চিঅ'ৰ চিঅ'ৰ, আহক আহক সেইফালৰ কোঠাটোলৈ ব'লক--আচ্ছা,একমিনিট *(পুনৰ টেলিফ'নৰ কাষলৈ আহি)* গোহাঁইদেউ এৰিব পাৰোনে? নাই নাই মাফ কৰিব--মই আজি একদম যাব নোৱাৰিম। প্লিজ!

চলিহা : *(অস্থিৰ হৈ)* অমূল্য--আপুনি আহিবনে? *(অমূল্যই হাতদাঙি ৰ'ৰলৈ কৈ টেলিফ'নত)*

অমূল্য : ইয়েচ। থৈছোঁ হা *(থৈ)* উহ মাই গড়!

চলিহা : অমূল্য!

অমূল্য : বলক। বলক *(কৈ কৈ চলিহাক লৈ প্ৰস্থান)*

*(হঠাৎ দেখা যাব এই গোটেই ঘটনাটো নিৰৱে পৰ্যবেক্ষণ কৰি থকা হাজৰিকাই হঠাৎ থিয় হৈ গৰ্জি উঠে)*

হাজৰিকা : ৰাবিচ!! *(Cut)*

### তৃতীয় দৃশ্য
### একেই পৰিৱেশ
### সময় ঃ নিশা

*(মঞ্চৰ এক বিশেষ অৱস্থানত এখন চকীত মুৰটো হাউলাই বহি থাকিব চকুত কাপোৰ বন্ধা বিদিশা। মূল খিৰিকীৰ কাষত থিয় হৈ জোনাকৰ পোহৰত কিবা চাই থাকে পাৰ্থই আৰু মঞ্চৰ এটা বিশেষ অৱস্থানত বহি নিজৰ ৰিভলভাৰটো কিবা পৰীক্ষা কৰি থাকে ৰুদ্ৰই।)*

ৰুদ্ৰ ঃ *(হঠাৎ চকু তুলি পাৰ্থলৈ চাই)* তুমি কি চিন্তা কৰিছা পাৰ্থ?

পাৰ্থ ঃ *(সচকিত হৈ)* নাই একো চিন্তা কৰা নাই।

ৰুদ্ৰ ঃ কিবা এটা কোৱা।

পাৰ্থ ঃ কি ক'ম।

ৰুদ্ৰ ঃ ক'বলৈ কি তোমাৰ একোৱেই নাই?

পাৰ্থ ঃ কি ক'ম

ৰুদ্ৰ ঃ *(হঠাৎ মৃদু হাঁহি দিয়ে)*

পাৰ্থ ঃ আপুনি!

ৰুদ্ৰ ঃ শুনা পাৰ্থ। মই সকলো বুজি পাইছোঁ। উপলব্ধি কৰিছোঁ!

পাৰ্থ ঃ কি?

ৰুদ্ৰ ঃ কালিৰে পৰা তুমি যেন ক'ৰবাত মোৰ পৰা অলপ বিচ্ছিন্ন হৈ পৰিছা। সেই কিডনেপ এক্‌শ্যনটো কৰাৰে পৰাই তুমি যেন মানুহটো অলপ সলনি হৈ পৰিছা। তোমাৰ আগৰ সেই উচ্ছল ৰূপটো যেন নাই। অৱশ্যে এইটো তোমাৰ প্ৰথম অপবেশ্যন!

পাৰ্থ ঃ নহয় কমৰেড্ ; আমাৰ সংগঠন, আমাৰ আদৰ্শৰ কাষত সঁচাকৈয়ে মই দায়বদ্ধ। তথাপি, তথাপি--

ৰুদ্ৰ ঃ তুমি কি ক'ব খুজিছা?

পাৰ্থ ঃ মানে মই ক'ব বিচাৰিছোঁ, আমি প্ৰকৃত শত্ৰুক বন্দী বা নিৰস্ত্ৰ কৰিব পাৰিলেহে বেছি ভাল নেকি?

ৰুদ্ৰ ঃ মানে?

পাৰ্থ ঃ শুনক! মই এৰি থৈ অহা ঘৰখনত মোৰো দুজনী ভণ্টি আছে।

ৰুদ্ৰ ঃ *(হঠাৎ কঠোৰ হৈ)* পাৰ্থ।

পাৰ্থ ঃ এয়া তুমি আদৰ্শৰ পৰিপন্থী কথা কৈছা।

পাৰ্থ ঃ অৱশ্যে! ঠিক আছে, মোক ক্ষমা কৰিব কমৰেড্।

ৰুদ্ৰ ঃ এটা কথা মন কৰিছা?

পাৰ্থ ঃ কওক

ৰুদ্ৰ ঃ *(ঘড়ী চাই)* কালি আমাৰ দ্বাৰা হৈ যোৱা কিড্‌নেপিংটোৰ পিচৰ পৰা চৰকাৰক আমি বান্ধি দিয়া সময় সীমাৰ ইতিমধ্যে প্ৰায় ২৯ ঘণ্টা সময় উকলি গৈছে।

পাৰ্থ ঃ হয়।



ৰুদ্ৰ ঃ আমাৰ হাতত আৰু মাত্ৰ ৭১ ঘন্টা সময় বাকী আছে। *(বিদিশাৰ আতংক)*

ৰুদ্ৰ ঃ ক্ৰমে আমি সোমাই পৰা এনে এক জটিল সন্ধিক্ষণত তুমি এনেদৰে বিচলিত হৈ পৰাতো মই কামনা নকৰোঁ।

পাৰ্থ ঃ চ'ৰি, আই. এম চ'ৰি কমৰেড্।

বিদিশা ঃ *(চকখাই)* আহ! মোৰ ভীষণ টোপনি আহিছে। মোৰ বৰ ভাগৰ লাগিছে। মোক বাৰু ক'ৰবাত অকণমান শুবলৈ সুবিধা কৰি দিব নেকি?

ৰুদ্ৰ ঃ নিশ্চয়। নিশ্চয়। পাৰ্থ, এওঁক এটা কাম কৰা, এওঁক সৌ চোফাখনতে শুৱাই দিয়া।

পাৰ্থ ঃ ঠিক আছে। *(কাষলৈ আহি)* উঠক, মোৰ হাতত ধৰক। আহক--বচ, ইয়াতে আপুনি নিৰ্ভয়ে শুই পৰক। ৰ'ব মই আপোনাক সহায় কৰি দিছোঁ।

বিদিশা ঃ পাৰিম। মই পাৰিম।

পাৰ্থ ঃ কোনো ভয় নাই। আমি ওচৰতে আছোঁ

বিদিশা ঃ কিন্তু মই শুব পাৰিম জানো?

ৰুদ্ৰ ঃ *(হঠাৎ কাষলৈ আহি)* পাৰিবা। পাৰিবা ভণ্টি। একা ভয় নাই। নিশ্চিন্তে শুই পৰা।

বিদিশা ঃ আঃ *(কৈ কৈ শুই পৰে ,ক্ষন্তেক নীৰৱতা)*

ৰুদ্ৰ ঃ প্ৰায় এঘাৰ বাজে। এই ঘৰটোলৈ আমাৰ অহা প্ৰায় ওঠৰ ঘণ্টা হ'ল তুমি মন কৰিছা পাৰ্থ?

পাৰ্থ ঃ হয়।

ৰুদ্ৰ ঃ *(হঠাৎ যেন মনত পৰে)* আচ্ছা, এই ঘৰখনৰ তিনিজন বাসিন্দাৰ এজন, মানে শংকৰ এতিয়াও ঘৰলৈ ঘূৰি অহা নাই, তুমি লক্ষ্য কৰিছা পাৰ্থ?

পাৰ্থ ঃ পেপাৰ, মেগাজিনৰ ব্যস্ত ফটোগ্ৰাফাৰ। ক'ত বা ব্যস্ত হৈ আছে।

ৰুদ্ৰ ঃ শংকৰ ল'ৰাজন বাকী দুজনতকৈ কিন্তু সাহসী। সাংঘাতিক ?? থকা ল'ৰা। বৰ এন্‌ঐৰজেট্‌ইক। মাত্ৰ ল'ৰাজন অলপ ভাৱ প্ৰবণ। কিছু ৰোমাণ্টিকো!!!

পাৰ্থ ঃ তেওঁৰ সৃষ্টিৰ মাধ্যমতো, সম্পূৰ্ণ আৰ্টৰ মাধ্যমতো।

ৰুদ্ৰ ঃ *(হঠাৎ খং উঠি)* সম্পূৰ্ণ আৰ্ট বুলি কি কথা আছে? জীৱনবোধৰ পৰাইতো আৰ্টৰ সৃষ্টি হয়। না ঃ তুমি যেন ক'ৰবাত অলপ.............

পাৰ্থ ঃ অৱশ্যে! *(ক্ষন্তেক নিৰৱতা) পাৰ্থ ধীৰে ধীৰে টেলিফ'নটোৰ কাষলৈ গৈ)* কথা আছিল যিকোনো সময়তে এই টেলিফ'ন নাম্বাৰটোত আমাৰ কমৰেডহঁতে যোগাযোগ কৰি ঘটনাৰ শেহতীয়া পৰিস্থিতিৰ বিষয়ে আমাক জনাব। কিন্তু ক'তা?

ৰুদ্ৰ ঃ অধৈৰ্য নহ'বা। এইটো যিহেতো নৰমেল ক'ল নহ'ব। তাৰবাবে আমাৰ কমৰেড্ সকলে যথেষ্ট কৌশল ৰচনা কৰিব লাগিব।

পাৰ্থ ঃ অৱশ্যে।

ৰুদ্ৰ ঃ হয়তো সেই সুবিধা তেওঁলোকে কৰিব পৰা নাই।

পাৰ্থ ঃ কিন্তু মোৰ মতে--

ৰুদ্ৰ ঃ কি?

পাৰ্থ ঃ নহয়, মানে আজি সন্ধিয়াতো টি.ভি বা ৰেডিঅ' নিউজত কিড্‌নেপিংটোৰ প্ৰসংগত বিভিন্ন উত্তেজনাৰ খবৰবোৰহে দিলে। ঘটনাৰ শেহতীয়া পৰিস্থিতিৰ বিষয়েতো একো নক'লে!

মোৰ মতে কেচ্‌টো এতিয়াও সন্তোষজনক গতিত আগবঢ়া নাই নেকি!

ৰুদ্ৰ ঃ তাৰবাবে তুমি হতাশ হৈছা নেকি?

পাৰ্থ ঃ হতাশ!

বিদিশা ঃ *(হঠাৎ সচকিত হৈ)* মোৰ বৰ পিয়াহ লাগিছে। অকণমান পানী!

ৰুদ্ৰ ঃ তোমাৰ টোপনি অহা নাই?

বিদিশা ঃ নাই অহা।

ৰুদ্ৰ ঃ পাৰ্থ! পানী! শুনা ভন্টি তুমি এনেকৈ আতংকিত হৈ থাকিলে আমি কিন্তু হতাশ হ'ম। কালি সন্ধিয়াৰ পৰা এই মুহূৰ্তলৈকে তুমি আমাৰ স'তে বহু সময় কটালা। অৱশ্যে তোমাক আমি আমাৰ ইচ্ছাৰ বিপৰীতেও যথেষ্টভাৱে বন্দিত্বৰ যন্ত্ৰণা দিবলগা হৈছে ঠিক। আমি আনকি আমাৰ নীতিগত কাৰণতে তোমাক এসাঁজ কাপোৰ সলাবলৈ দিবও পৰা নাই। পোহৰ চাবলৈ এখন্তেক এই চকুৰ কাপোৰখনো খুলি দিব পৰা নাই। *(পাৰ্থই পানী দিয়ে)* তাৰবাবে আমি দুঃখিত! নাঃ! তুমি চিন্তা নকৰিবা, চৰকাৰ আৰু আমাৰ হাতত এতিয়াও প্ৰায় সত্তৰঘণ্টা সময় আছে। আমি গভীৰ বিশ্বাসেৰে আশা ৰাখিছোঁ আৰু সত্তৰ ঘণ্টাৰ পিচতে হয় কাৰাগাৰ বন্দী আমাৰ সতীৰ্থসকলৰ মুক্তি হ'ব , নহয়—

বিদিশা ঃ *(হঠাৎ চক্ খাই উঠাত বিদিশাৰ হাতৰপৰা পানীৰ গিলাচটো সৰি পৰে)* আঃ সত্তৰ ঘণ্টা আৰু সত্তৰ ঘণ্টা মই কেনেকৈ কটাম! *(গভীৰ আতংকত বহি থকা চকীখনত মূৰ গুজি ফোপায়)*

পাৰ্থ ঃ *(উত্তেজিত হৈ)* কমৰেড্। আমি প্ৰসংগ সলোৱা উচিত।

ৰুদ্ৰ ঃ ইয়েচ! ইয়েচ!! চ'ৰি পাৰ্থ।

*(হঠাৎ নেপথ্যত গুলীৰ শব্দ। তিনিও উচপ খাই উঠে। পাৰ্থ দৌৰি খিৰিকীৰ ওচৰ পায় পৰ্দা কোচাই জুমি চাই। হাতত মুক্ত ৰিভলভাৰ । বিদিশাৰ কাষত ৰিভলভাৰসহ ৰুদ্ৰ।)*

ৰুদ্ৰ ঃ কোন? পাৰ্থ বি এলাৰ্ট। *(উত্তেজিত স্বৰত)* তুমি ওপৰৰ কোঠালৈ যোৱা। খিৰিকীৰে ভালকৈ তললৈ অৱজাৰ্ভ কৰা।

*(পুনৰ উপৰ্যুপৰি গুলীৰ শব্দ। ৰুদ্ৰ+ বিদিশা শংকিত)*

পাৰ্থ ঃ ঠিক আছে কমৰেড। এক মিনিট। মই আহি আছোঁ। *(পাৰ্থ ওপৰ কোঠালৈ দৌৰি যায়। পুনৰ গুলীৰ শব্দ। ৰুদ্ৰই দৌৰি আহি বিদিশাক গাৰ্ড কৰিব। অন্যদিশৰ ভিতৰ কোঠাৰ পৰা ভয়াৰ্তভাৱে দৌৰি আহে শোৱাৰ বেশেৰে অমূল্য আৰু অৰবিন্দ।)*

অমূল্য+ অৰবিন্দ ঃ কোন?

ৰুদ্ৰ ঃ নাজানো।

অমূল্য+অৰবিন্দ ঃ কিহৰ শব্দ?

ৰুদ্ৰ ঃ নাজানো। পাৰ্থই ভালকৈ নিৰীক্ষণ কৰিবলৈ ওপৰৰ কোঠালৈ গৈছে। শুনক, দুৱাৰত যদি কেনেবাকৈ শব্দ কৰে আপোনালোকে মই নিৰ্দেশ নিদিয়া পৰ্যন্ত যেন দুৱাৰ খুলি নিদিয়ে। এই নাৰীগৰাকীক অন্ততঃ মই পাৰ্থৰ যোগেদি সৌফালেদি পলুৱাই পঠাব লাগিব। আৰু মই সিহঁতৰ স'তে যুদ্ধ কৰিম। চাব, মোৰ কামাগু ফল' নকৰিলে কিন্তু আপোনালোকৰ বিপদ হ'ব। মই ক্ষমা নকৰিম।



*(পাৰ্থ ওপৰলৈ গৈ দৌৰি তললৈ নামি আহিব)*

পাৰ্থ ঃ শংকৰ। শংকৰ দৌৰি আহিছে এই ফালে। দুৱাৰখন খুলি দিয়ক সোমাবলৈ—

ৰুদ্ৰ ঃ তুমি কনফাৰ্মটো।

পাৰ্থ ঃ ইয়েচ কনফাৰ্ম! মই জোনাকৰ পোহৰত স্পষ্ট দেখিছোঁ, শংকৰ পিতনিখনৰ ফালৰ পৰা পিঠিত কেমেৰাটোলৈ দৌৰি আহিছে।

ৰুদ্ৰ ঃ তেওঁক কোনোবাই ফ'ল কৰিছে নেকি?

পাৰ্থ ঃ নাই, নাই, তেওঁ অকলে দৌৰি আহিছে। *(লগে লগে দুৱাৰত শব্দ)*

অৰবিন্দ ঃ *(ৰুদ্ৰক)* দুৱাৰখন খুলি দিওঁ?

অমূল্য ঃ ৰ'বা! সেয়া শংকৰ হয়তো?

পাৰ্থ ঃ আঃ মই নিশ্চিত *(পুনৰ দুৱাৰত শব্দ)*

ৰুদ্ৰ ঃ খোলক।

*(অৰবিন্দই দুৱাৰ খুলি দিয়ে। দেখা যাব, উদভ্ৰান্তভাৱে শংকৰ দৌৰি আহি কেমেৰাসহ চোফাত ঢলি পৰেহি। শংকৰে ফোপায়। অৰবিন্দই ঘপ্‌কৈ দুৱাৰ জপাই হুক মাৰি দিয়ে)* কি হ'ল শংকৰ? আপুনি ইমান ভয় খাইছে কিয়? সেয়া গুলীৰ শব্দ ক'ৰপৰা আহিছিল? কোনে গুলীয়াইছিল?

শংকৰ ঃ *(অতি বিষণ্ণভাৱে ফোপায় ফোপায়)* মই আপোনালোকৰ ওচৰত পৰাজিত হৈছোঁ। ৰাতিপুৱা মই সৌকোঠাত আপোনালোকক প্ৰতিশ্ৰুতি দি গৈছিলোঁ, আজি মই যিকোনো প্ৰকাৰে পিতনিত পৰি থকা সেই যুৱকজনৰ শটোৰ এখন ফটো খুব ক্ল'জৰ পৰা তুলিম। প্ৰেছৰ পৰা ঘূৰাৰ পৰত সেয়ে বহু হিচাপ কৰি বৰ সন্তৰ্পণে এটা এটেম্প লৈছিলোঁ, বাট আই কুড্‌নট। মই ফেইলৰ হ'লোঁ।

অমূল্য ঃ তুমি এই ফালে দৌৰি অহা সিহঁতে দেখিছে নেকি?

শংকৰ ঃ নাই দেখা। মই যথেষ্ট কৌশল কৰি এইফালে দৌৰি আহিছোঁ।

ৰুদ্ৰ ঃ মই বাৰে বাৰে কৈছিলোঁ আৰক্ষীবিভাগৰ চোৰাংচোৱা বাহিনী ভীষণ সতৰ্ক। আপুনি ইমান ৰিস্ক ল'ব নালাগিছিল, শংকৰ।

শংকৰ ঃ মই ৰিস্ক লৈ ভাল পাওঁ যে।

অমূল্য ঃ এইবোৰ তোমাৰ যথেষ্ট বলিয়ালি শংকৰ।

অৰবিন্দ ঃ ময়ো কওঁ।

অমূল্য ঃ মই এইবোৰ কথা একদম বুজি নাপাওঁ।

ৰুদ্ৰ ঃ একমিনিট! আপোনালোক শোৱকগৈ।

অমূল্য ঃ হা?

ৰুদ্ৰ ঃ অ' মই কৈছোঁ আপোনালোক শোৱকগৈ।

অমূল্য ঃ নিশ্চিন্তে?

ৰুদ্ৰ ঃ অনৰ্থক চিন্তা কৰি নাথাকিব।

মূল্য ঃ অনৰ্থক চিন্তা মানে?

ৰুদ্ৰ ঃ আঃ যাওক, শোৱকগৈ। আমি আছোঁ নহয়। চিন্তা কিহৰ? আমি, এই পাৰ্থ, মই গোটেই

বাতিটো যিহেতু ইয়াত পহৰা দি থাকিম, চিন্তা নকৰিব। যাওক শোৱকগৈ।

অমূল্য : পহৰা! আপোনালোকে দিব? আমি শুম। এই পৰিৱেশত? ইণ্টাৰেষ্টিং।

ৰুদ্ৰ : আঃ আপুনি অযথা...............

অমূল্য : ঠিক্ আছে ভেৰী গুড্। শুবলৈ চেষ্টা এটা দি চোৱাত আপত্তি কি? ওৱেল, ওৱেল মই আহিছোঁ। *(প্ৰস্থান)*

অৰবিন্দ : শংকৰ?

শংকৰ : *(ক্লান্তভাৱে চকু মেলি)* হো!

অৰবিন্দ : তুমি শুবলৈ নোযোৱা?

ৰুদ্ৰ : ন', শংকৰ ক্ষন্তেক ইয়াতে জিৰণি লওঁক। আপুনি শোৱকগৈ। একো ভয় নাই, কি ভয় খাইছে?

অৰবিন্দ : নাই, নাই ভয় আৰু কি? আচ্ছা *(প্ৰস্থান)*

ৰুদ্ৰ : শংকৰ!

শংকৰ : কওক।

ৰুদ্ৰ : আপুনি ভীষণ ভয় খাইছে নেকি?

শংকৰ : স্বাভাৱিক। এক মুহূৰ্তৰ বাবে বাচি আহিলোঁ!!

ৰুদ্ৰ : অৱশ্যে! আপোনাৰ এই ঘটনাটোৱে আমাকো এটা বিশেষ অভিজ্ঞতা দিলে। *(পাৰ্থই চাত্কৈ মূৰ তুলি ৰুদ্ৰলৈ চায়)*

শংকৰ : আমাৰ মানে?

ৰুদ্ৰ : মোক আৰু পাৰ্থক।

শংকৰ : কেনে অভিজ্ঞতা?

ৰুদ্ৰ : *(ইফালে সিফালে চাই ঘপ্কৈ শংকৰৰ কাযত বহি)* শুনক, আমাৰ সেই ডেড্বডিটো তুলি নিবলৈ যিকোনো সময়ত এটা চেষ্টা দিবৰ বাবে আমাৰ সতীৰ্থ বাহিনীৰ কোনোবা যিকোনো সময়তে আহিব পাৰে। এতিয়া অন্ততঃ আমি নিশ্চিত হ'লোঁ সি হ ঁ ত ৰ উপস্থিতিৰ বিষয়ে। আমাৰ বন্ধুহঁতক এতিয়া আমি এই পৰিস্থিতিৰ বিষয়ে স্পষ্টকৈ সজাগ কৰি দিব পাৰিম।

শংকৰ : অৱশ্যে। ময়ো ভাবোঁ কথাতো ভালেই হ'ল।

ৰুদ্ৰ : শুনক শংকৰ, সৌ পিতনিৰ মাজত পৰি থকা আমাৰ ডেড্বডিটোৰ আশে পাশে আমি সন্দেহ কৰাৰ দৰেই সঁচাকৈয়ে কোনোবা চোৰাংচোৱা বাহিনী আছেনেকি সেই কথাৰ বুজ ল'বলৈকে ৰাতিৰ পৰিৱেশত এখন ফটো ল'বলৈ পুৱাতে সৌ ওপৰ কোঠাত মই আপোনাক অনুৰোধ কৰিছিলোঁ। এগু নাও আই এম কনফাৰ্ম। সিহঁতৰ উপস্থিতিৰ বিষয়ে এতিয়া মই স্পষ্ট।

শংকৰ : *(হঠাৎ চক্ খাই)* কি? আপোনাৰ এনে কৌশলৰ কথা মইতো আগতে জনা নাছিলোঁ। কি ভয়ানক কথা। আজি যদি, মোৰ মৃত্যু হ'লহেঁতেন..... *(পাৰ্থ উত্তেজিত হৈ উঠে)*

ৰুদ্ৰ : আপুনি অযথা মৃত্যু আতংকত ভুগিছে শংকৰ! *(কিছু অস্বস্তি অনুভৱ কৰি)*



পাৰ্থ : কম্ৰেড! আমি আচলতে.........

ৰুদ্ৰ : ইয়েচ, ইয়েচ—আমি এটা কাম কৰোঁ, পাৰ্থ.............

পাৰ্থ : কওক।

ৰুদ্ৰ : তুমি এক কাম কৰা, তুমি ওপৰ কোঠালৈ গৈ তোমাৰ বেহেলাখন লৈ আনা।

শংকৰ : বেহেলা!

ৰুদ্ৰ : ইয়েচ পৰিৱেশটো সঁচাই বৰ গোমা হৈ গৈছে। জাষ্ট আমি অলপ ৰিলেক্স কৰোঁ। *(প্ৰতিটো চৰিত্ৰক পোহৰে বিভক্ত কৰি পেলাব। সংগীতৰ মৃদু প্ৰয়োগ। কাট্)*

শংকৰ : কিন্তু বেহেলা ক'ত আছে?

ৰুদ্ৰ : কিয়? যোৱানিশা আমি ইয়াত প্ৰথম সোমাওঁতে পাৰ্থৰ কান্ধত আপুনি সেই দীঘল জলহু বেগটো দেখা নাছিল জানো। কি, আমাৰ দৰে মানুহৰ কান্ধত থকা বেগবোৰত অকল অস্ত্ৰই থাকে বুলি ভাবে নেকি? *(হাঁহি)* নহয়, তাত কেতিয়াবা বেহেলা, মাউথ অৰ্গেন, গীটাৰ, কেতিয়াবা বাঁহীও থাকে। *(পাৰ্থ লাহে লাহে ওপৰ কোঠালৈ চিৰি বগাই গৈ থাকে)*

বিদিশা : *(হঠাৎ কিছু উৎসাহী হৈ)* কোনে বজাব?

ৰুদ্ৰ : তুমি শুনি ভাল পাবানে?

বিদিশা : নিশ্চয়!

ৰুদ্ৰ : বেহেলাখন পাৰ্থই বজাব।

শংকৰ : কিন্তু এই মাজনিশা বেহেলা।

ৰুদ্ৰ : কিয়, আপুনিয়েতো অথনি পুৱাতে কৈছিলে, আপুনি ফটোগ্ৰাফীৰ উপৰিও সংগীত আৰু কবিতা বৰ ভাল পায়।

শংকৰ : অৱশ্যে, অৱশ্যে!

ৰুদ্ৰ : শুনক আমাৰ দৰে বাৰু সংগীত শুনাৰ, কবিতা পঢ়াৰ বা যুদ্ধ কৰাৰ কিবা সময় থাকিব পাৰে। পাৰে জানো? *(শংকৰ আৰু বিদিশাই কিবা এটা বুজিবলৈ যেন চেষ্টা কৰে। পাৰ্থ সোমাই আহে। এটা চিৰিত বহি বেহেলা বজোৱাৰ প্ৰস্তুতি চলায়।)*

ৰুদ্ৰ : শংকৰ! যুদ্ধ ক্ষেত্ৰত কেতিয়াবা শেষ নিশাও কোনো মৃত সৈনিকৰ কাষত বহি, কোনো জীৱিত সৈনিকে গান গাব পাৰে, বাঁহী বজাব পাৰে, বেহেলা বজাব পাৰে, কবিতা পঢ়িব পাৰে। *(পাৰ্থৰ বেহেলা বাজি উঠে। বিদিশাৰ বিমুগ্ধ প্ৰতিক্ৰিয়া। ৰুদ্ৰই পাৰ্থলৈ চাই ধীৰে ধীৰে মূল খিৰিকীখনৰ কাষলৈ গৈ বাহিৰৰ পিতনি ডবাত পৰি থকা শটো আৰু জোনাকখিনি লক্ষ্য কৰে।)*

শংকৰ : *(বেহেলাৰ সুৰত নিমগ্ন হৈ লাহে লাহে স্বগতোক্তি কৰে)* পাৰে! পাৰে *(হঠাৎ নিজৰ গাটোলৈ লক্ষ্য কৰি)* আঃ মোৰ গোটেই গাটো বৰ গোন্ধাইছে। পিতনিত নামিলো, বোকা, চাৰিওফালে বোকা। জোনাকত, পিতনিত ওপণ্ডি থকা সেই যুৱকৰ শৰীৰটো আৰু তাৰ দেহৰ পৰা ওলোৱা দুৰ্গন্ধবোৰ মোৰ গাতো যেন বিয়পি পৰিছে! *(শংকৰৰ স্বগতোক্তিৰ মাজে মাজে পাৰ্থৰ বেহেলাৰ সুৰ বিয়পি যাব)*

## চতুৰ্থ দৃশ্য
## একেই পৰিৱেশ
## সময় ৰাতিপুৱা

*(দেখা যাব মঞ্চৰ এটা কোণত বহি অমূল্যই লাহে লাহে চাহ খাই অফিচৰ ফাইল লুটিয়াছো পৰীয়ে ফ্লাৱাৰ টাব এটাৰ যত্ন লৈ থকাৰ পৰা উঠি গৈ মূল খিড়িকীখনৰ কাষলৈ গৈ পৰ্দা গুচাই খিড়িকী খুলি পুনৰ বন্ধ কৰি দিয়ে)*

পৰী : ইচ ৰাম! কি দুৰ্গন্ধ। মোৰ যে বমি আহি যাব এতিয়া। আজি পুৱতি নিশা নাইট চাৰ্ভিচত আহি এই ঘৰটোত সোমোৱাৰ পৰাই এতিয়া এই পুৱা ন বজালৈকে মই যে একো এটা খাব পৰা নাই। *(অমূল্যলৈ চাই)* আপোনালোকে বাৰু কি কৰিছে? চুবুৰিটোৰ সোঁমাজতে থকা পিতনিডৰাত শ এটা পৰি আছে। শটো ক্ৰমে ফুলিছে। অঞ্চলটো দুৰ্গন্ধত থাকিব নোৱাৰা হৈছে। অথচ আপোনালাক ইমান নিৰ্বিকাৰ হৈ বহি আছে। হয়নে, আপোনালোকে বাৰু একো চিন্তাই কৰা নাই নেকি?

অমূল্য : *(নিৰ্বিকাৰভাৱে ফাইলত কিবা লিখি)* নাই কৰা!

পৰী : কিয়?

অমূল্য : কৰিব নোৱাৰোঁ।

পৰী : মই বুজা নাই।

অমূল্য : নুবুজিলে উপায় নাই। পৰাহেঁতেনতো ভালেই আছিল। আচ্ছা, তুমি এটা কাম কৰা।

পৰী : কি?

অমূল্য : যদি ইয়াত কষ্ট পাইছা *(ক্ষন্তেক ৰৈ হঠাৎ)* পুনৰ গুচি যাব পাৰা।

পৰী : *(অভিমানী)* কি? আপুনি তেনেকৈ কিয় কৈছে? *(হঠাৎ টেলিফ'ন বাজি উঠে। অমূল্য আতংকিত। পৰী বিৰক্ত)*

পৰী : উস্ ৰাম! এই ঘৰটোলৈ অহাৰ পৰাই এইপাতৰ উৎপাতত একবাৰে মূৰ গৰম হৈ গৈছে। হেৰি! আপোনাৰদৰে অফিচাৰবোৰৰ ঘৰত টেলিফ'ন এটা থাকিবই লাগে নেকি?

অমূল্য : লাগে। কোনে কৈছে, সেইডাল দাঙা আৰু শুনা!

পৰী : এইপাত ঘৰটোৰ পৰা আঁতৰাই পেলাব নোৱাৰিনে?

অমূল্য : নোৱাৰি। কোনে কৈছে শুনা।

পৰী : *(বিৰক্তিৰে ফোনৰ কাষলৈ গৈ)* মানে কৈছোঁ নহয়, একদম যা-তা *(ফোন দাঙি)* হেল্ল অ' কোনে কৈছে? মল্লিকা দত্ত! –*(হঠাৎ অমূল্যলৈ মুখ ঘূৰাই)* হেৰি! মল্লিকা দত্ত কোন? *(ক্ষোভেৰে)* কোনোবা মল্লিকা দত্তই বিচাৰিছে!

অমূল্য : *(বিৰক্তিৰে)* মোক নহয়। মাতি দিয়া!

পৰী : কাক?



অমূল্য : তোমাৰ মৰমৰ দেওৰক। বুজা নাই? অৰবিন্দ চৌধুৰী।

পৰী : *(হঠাৎ যেন স্বস্থিৰ নিশ্বাস এৰি)*–অ' অ' অৰবিন্দ। আছে আছে। অফিচ? নাই ওলাই যোৱা নাই। যাবলৈ সাজু হৈছেহে নেকি? এক মিনিট, মই মাতি দিছোঁ। আপুনি ধৰি থাকক হা-- *(মাতিবলৈ যায়)*

অমূল্য : হয়?

পৰী : *(হাঁহি)* হয়। *(ভিতৰ কোঠাৰ ফালে আগুৱাই)* অৰবিন্দ! অৰবিন্দ তোমাৰ ফ'ন

অমূল্য : *(বিৰক্তিৰে ফাইল লুটিয়াই)* কাম নাই মিছামিছি, টেলিফ'নত প্ৰেমালাপ'! কি আচৰিত কাৰবাৰ! *(দেখা যাব যথেষ্ট ব্যস্ততাৰে হাতত এটা V.I.P বেগ লৈ অফিচলৈ যোৱাৰ বেশেৰে অৰবিন্দ সোমাই আহি ফোনৰ কাষলৈ যায়। ফোন তুলি)*

অৰবিন্দ : কোন? অ' মই অৰবিন্দ। চাৰি বজাত? নাই, নাই, নহ'ব। মই আজি এফালে যাম। হা-অ' ঘৰলৈ। নহয়, নহয়, মই যাবই লাগিব। আৰে এইবোৰ তুমি কি কৈছা? তুমি মোক অকণো বুজিবলৈ--কি, আৰে, তুমি কান্দিছা কিয়? মল্লিকা শুনাচোন, মল্লি--cut. *(খঙেৰে ফোনটো ক্ৰেডেলত থয়)*

পৰী : কি হ'ল, কোন মল্লিকা!

অৰবিন্দ : মোৰ কলিগ!

অমূল্য : *(ফাইলত চকু থৈ বিৰক্তিৰে নিজৰ মাজতে)* হোঃ উড্ বি লাইফ পাৰ্টনাৰ।

পৰী : সঁচা? বাঃ!

অৰবিন্দ : নহয় মানে বৌ--

পৰী : আচ্ছা ৰ'বাচোন। মল্লিকা বোলা গৰাকীয়ে বাৰু কান্দিছিল নেকি?

অৰবিন্দ : এই বৌ, মাইকী মানুহৰ চেন্টিমেন্ট!

অমূল্য : আৰু সেই চেন্টিমেন্টকে ভাল পাই তুমি প্ৰেমত পৰিছা?

পৰী : আহ, ৰ'বচোন, অৰবিন্দ প্ৰেমত পৰিছে ভাল কথাহে! আচ্ছা কোৱাচোন ছোৱালীজনীৰ ঘৰ ইয়াতে। কোন কোন আছে ঘৰত?

অমূল্য : ঘৰ ক'ত কোন কোন আছে সেইবোৰ কোনো ফেক্টৰ্ নহয় পৰী। আচ্ছা ই অৰবিন্দ, তুমি যে ফোনত ক'লা কিবা ঘৰলৈ যোৱাৰ কথা তুমি কি গাঁৱৰ ঘৰলৈ যাবা?

অৰবিন্দ : হয়।

অমূল্য : এই মুহূৰ্তত?

অৰবিন্দ : কিয়?

অমূল্য : এই চিটুৱেশ্যনত আমাক এনেকৈ এৰি? তুমি জানানে, যি এক ভয়াবহ ঘটনাৰ পাকচক্ৰত এই ঘৰটোত আমি চিকাৰ হৈ পৰিছোঁ, তাৰ সময়সীমা উকলিবলৈ আৰু কিমান সময় আছে *(ঘড়ী চাই)* মাত্ৰ বাৰন্ন ঘণ্টা।

অৰবিন্দ : মই পলাব বিচৰা নাই।

অমূল্য : ন' তুমি পলাব বিচাৰিছা।

অৰবিন্দ : শুনক অমূল্যদা, কালি অফিচত ডাঙৰ ভন্টিৰ এখন জৰুৰী চিঠি পাইছোঁ

অমূল্য : *(শ্লেষেৰে)* ও, বুজিছোঁ!

অৰবিন্দ : মোৰ একমাত্ৰ ভাইটো দহ দিনৰ আগতে নিৰুদ্দেশ হৈছে। কোনোবাই হেনো ঘৰৰ আগৰ পৰাই গধূলিতে গাড়ীত উঠাই উধাও হৈছে। গতিকে মই যাবই লাগিব। আই মাষ্ট গ'।

অমূল্য : *(হঠাৎ চক্ খাই)* আই চি!

পৰী : অৰবিন্দ, তোমৰ ভাইটিক কিয় ধৰি নিলে?

অৰবিন্দ : একো ক'ব নোৱাৰোঁ বৌ!

পৰী : *(উৎকণ্ঠিত হৈ )* ইমান এটা ভয় লগা সংবাদ পায়ো তুমি ইমান নিৰ্বিকাৰ হৈ আছা কেনেকৈ?

অৰবিন্দ : শুনা পৰী বৌ! আজিকালি এইধৰণৰ খবৰবোৰ পালে উত্তেজিত হৈ, আতংকিত হৈ একো লাভ নাই। ক'তো নিৰাপত্তা নাই বৌ। আচ্ছা, মোৰ যে অফিচৰ সময় হৈ গ'ল। আবেলি অফিচৰ পৰা বাহিৰে বাহিৰে দুদিনমানৰ কাৰণে গাঁৱৰ ঘৰলৈ যাম। বৌ, ইমান দিনৰ মূৰত মাত্ৰ আজি পুৱতি নিশা তুমি ইয়ালৈ আহিলা, অথচ মই যে তোমালোকক ভালকৈ একো শুশ্ৰূষা কৰিব নোৱাৰিলোঁ। ঘূৰি আহি নিশ্চয় তোমক আৰু নিবিড়ক পুনৰ দেখা পাম। অমূল্যদা, আহিছোঁ *আহো বৌ। (প্ৰস্থান)*

পৰী : *(ক্ষন্তেক অৰবিন্দ যোৱালৈ চাই)* আচৰিত! হেৰি শুনিছে, এই যে অৰবিন্দই কৈ গ'ল, তেওঁৰ ভায়েক নিৰুদ্দেশ হৈছে, ল'ৰাজন বাৰু কিবা ৰাজনীতি আদিত জড়িত আছিল নেকি?

অমূল্য : ৰাজনীতিত? হেৰা আজিকালি ৰাজনীতি নকৰিলেও যিকোনো এজন সাধাৰণ নাগৰিক হঠাৎ নিৰুদ্দেশ হৈ যাব পাৰে। ৰাজপথ বা ঘৰৰ সম্মুখতে কাৰোবাৰ দ্বাৰা গুলীবিদ্ধ হৈ হঠাৎ বাগৰি পৰিব পাৰে। ভীতি প্ৰদৰ্শন পাব পাৰে। আতংক, বুজিছা, আতংক। এক গভীৰ আতংকই আমাক প্ৰত্যেককে এতিয়া চাৰিওফালৰ পৰা টেটু চেপি ধৰিছে পৰী!

পৰী : চিঃ আপুনি কথাবোৰ হঠাৎ ইমান গভীৰ কৰি পেলাইছে কিয়?

অমূল্য : গভীৰ নকৰিম! চোৱা পৰী, আজি তুমি মোৰ একমাত্ৰ পুত্ৰ নিবিড়কলৈ আমাৰ নিজা ঘৰখনৰ পৰা মহানগৰীৰ এই ভাড়াঘৰটোলৈ কিয় ঢপলিযাই আহিলা? কিছু নিৰাপত্তা, কিছু শান্তি বিচাৰি, নহয় জানো? অথচ ইয়াত তুমি কি পাইছাহি? যিখন ঘৰত এতিয়া তুমি উঠিছাহি তাত চৰকাৰে বিচাৰি চলাথ কৰা অপহৰণকাৰীসকলৰ দুজন গোপনে আশ্ৰয় লৈ আছেহি। এনে এক পৰিস্থিতিত তোমাৰ মোৰ আছেনে কিবা নিৰাপত্তা?

পৰী : আহ! মনে মনে থাকক। তেওঁলোক যিহেতু ওপৰ কোঠাটোতে আছে। কথাবোৰ শুনিও যাব পাৰে। তাতে আপুনি ইমান উত্তেজিত হৈ পৰিলে মই ভীষণ ভয় খাওঁ।

অমূল্য : কিয়?

পৰী : চাওক, আপোনাৰ যে যথেষ্ট প্ৰেছাৰ ট্ৰাব'ল আছে! হাৰ্ট ট্ৰাব'ল আছে!

অমূল্য : *(হঠাৎ মুখত বিষণ্ণ হাঁহি লৈ)* পৰী এনে এটা পৰিস্থিতিত এজন মধ্যবিত্ত নাগৰিকৰ এই ট্ৰাব'লবোৰ থকাতো ভাল। অন্ততঃ কোনোধৰণৰ অমানৱিক মৃত্যুৰ বিপৰীতে এক সুন্দৰ, নৰমেল মৃত্যুৰ বাবে সাজু হৈ থাকিব পাৰি।

পৰী : *(হঠাৎ শোকাকুল হৈ)* মোৰে শপত! আপুনি এনে কথা নক'ব!

*(হঠাৎ দেখা যাব ওপৰ কোঠাৰ চিৰিয়েদি আহিব নিবিড়। হাতত এখন কিতাপ)*



নিবিড় : আচ্ছা, আচ্ছা, মই আকৌ আহি আছোঁ। *(হঠাৎ থমকি)* মা, কি হ'ল? দেউতাৰ কিবা হৈছে? *(কাষলৈ আহি)* তুমি কান্দিছা যে?

পৰী : *(হঠাৎ চকুপানী মচি)* নাই কন্দা সোণ!

নিবিড় : দেউতা! তোমাৰ কিবা হৈছে?

অমূল্য : *(সচকিত হৈ)* ন', মই ঠিকেই আছোঁ। আচ্ছা নিবিড়। তোৰ হাতত সেইখন কি কিতাপ?

নিবিড় : কবিতা সংকলন, মাউ–চে–টুঙৰ

অমূল্য : *(চক্খাই)* মাউ-চে-টুং

নিবিড় : মই ঘৰৰ পৰা আহোঁতেই লৈ আহিছিলোঁ।

অমূল্য : *(আতংকিত হৈ)* বাটত সিহঁতবোৰে বেগ-চেগ চেক কৰা নাছিল নে?

নিবিড় : কৰিলে কিডাল পাব। মই এনেকৈ বুকুতে ভৰাই লৈ আহিছিলোঁ। ইণ্টাৰেষ্টিং কি জানা দেউতা? মই আজি তেওঁলোকৰ সৈতে বহুত কথা পাতিলোঁ। *(অমূল্য উত্তেজিত)* অ' তেওঁলোকে পিচে মোক কি সতৰ্ক কৰি দিছে জানা, তেওঁলোক ইয়াত থকাৰ কথা মই যেন ক'তো ডিচক্লজ নকৰোঁ। কৰিলে হেনো বিপদ হ'ব। মইনো কিয় কৰিম। হাজাৰ হওক তেওঁলোকতো আমাৰেই মানুহ।

অমূল্য : *(চক্খাই)* আমাৰেই মানুহ।

নিবিড় : জানা মা, তেওঁলোকে মোৰ স্থায়ী ঠিকনাটোও লৈছে। মোলৈ হেনো তেওঁলোকে খুব চৰ্টলি এখন বৰ সুন্দৰ কিতাপ পঠাই দিব-

অমূল্য : কাৰ?

নিবিড় : চে-গুৱেভাৰাৰ ।

অমূল্য : গুৱেভাৰা!

নিবিড় : ইয়েচ। তুমিতো এসময়ত যথেষ্ট কিতাপ পঢ়িছিলা। চে-গুৱেভাৰ পঢ়া নাই তুমি?

অমূল্য : জানো, পঢ়িছিলোঁ নেকি!

নিবিড় : ময়ো অৰশ্যে পঢ়া নাই। আচ্ছা, মা, শংকৰদা বাৰু বাহিৰলৈ ওলাই গ'ল নেকি?

পৰী : নাই যোৱানেকি! শংকৰকতো ক্ষন্তেক আগতে মই ৰুমতে দেখি আহিছোঁ।

নিবিড় : ভেৰী গুড। শংকৰদাৰ সৈতে মোৰ আজি এটা জৰুৰী এপয়েণ্টমেণ্ট আছে ।

অমূল্য : কেনে ধৰণৰ?

নিবিড় : মানে আজ পুৱা আহিয়ে শংকৰদাৰ সতে মোৰ কথা পকা হৈ গ'ল। কেপিটেল কেম্পাচত আজিযে দুটা বিৰোধী ৰাজনৈতিক দলে সন্মিলিত ধৰ্ণা দিব তাত শংকৰদাই দুখন ডেইলী পেপাৰৰ হৈ কিছুমান একৃশ্যন ফটোগ্ৰাফ কৰিব । ময়ো লগত যাম চাবলৈ।

অমূল্য : ন' ইটচ ইম্পচিব'ল!

নিবিড় : কিন্তু কিয়?

অমূল্য : তাত হাংগামা হ'ব পাৰে!

পৰী : দেউতাৰে ঠিকেই কৈছে নিবিড়।

নিবিড় : বাট হোৱাই! যদি হাংগামাই হয়, তেন্তে শংকৰদাওতো তাত বিপদত পৰিব পাৰে?

অমূল্য : তই জনা নাই, সেয়া শংকৰৰ প্ৰফেশ্যন। এইবোৰ কামত তেওঁলোকৰ অভ্যাস হৈ গৈছে।

নিবিড় : *(হঠাৎ ক্ষণিক চিন্তা কৰি)* অ' হয় নেকি? আচ্ছা দেউতা আজি ৰাতিপুৱাই শংকৰদাৰ মুখে শুনিলো, যোৱাৰাতি হেনো সৌ পিতনিডৰাত পৰি থকা শটোৰ ফটোগ্ৰাফ কৰিবলৈ গৈ কথমপিহে তেওঁ গুলীৰ মুখৰ পৰা বাছি আহিছিল।

অমূল্য : ইয়েচ! একেবাৰে সঁচা। সেইবাবেই কৈছোঁ, শংকৰৰ স'তে গৈ তয়ো এনেকুৱা বিপদৰ মুখা-মুখি হোৱাতো ভাল নহ'ব।

নিবিড় : উহ! ন' দেউতা, মই যামেই। এনেকুৱা এক্সাটিং চিকুৱেঞ্চবোৰ ফেচ কৰি মই কিবা এটা সাংঘাতিক থ্ৰিল অনুভৱ কৰোঁ। যাওঁচোন শংকৰদা ৰেডি হ'ল নে নাই চাই আহোঁ। *(প্ৰস্থান)*

পৰী : *(পৰী পিচে পিচে গৈ)* নিবিড়, হে প্ৰভু! দেখিছানে বাৰু! শুনিছেনে হেৰি! নিবিড়ক আপুনি অকণমান ধমকি দি শাসন কৰিব নোৱাৰেনে?

অমূল্য : শাসন! তোমাৰ যি পুত্ৰই মাও-চে-টুং, মায়াক্ভস্কীৰ কবিতা পঢ়িব পাৰে, দি ম'ষ্ট কম্প্লিটেদ মেন অৱ আৱাৰ এজ মানে চে-গুৱেভাৰা পঢ়াৰ সপোন দেখিব পাৰে , সেই পুত্ৰক তুমি ধম্কি দি শাসন কৰিবা? নেভাৰ। (*হঠাৎ*টেলিফ'ন বাজি উঠে। )

অমূল্য : নন্চেঞ্চ! পৰী সেইডাল দাণ্ডা আৰু কোনে বিচাৰিছে নাই বুলি কৈ দিয়া।

পৰী : *(বিৰক্তিৰে)* ছেঃ কিয়ে বিৰক্তিখন কৰি থাকে। *(ফোন উঠাই )* হেল্ল', নাই নাই, তেখেত ঘৰত নাই, নাজানো। আহ! কৈছোঁ নহয় , মই নাজানো বুলি। আচ্ছা পিচত, হ'ব এবাৰ ৰিং কৰিব পাৰে। থৈছোঁ।

অমূল্য : আকৌ এবাৰ ৰিং কৰাৰ সুযোগ দিলে।

পৰী : আহ! ইমান খং কৰিছে কিয়? উপায়তো নাই । কৈ দিলোঁ বাৰু! *(হঠাৎ ড'ৰ বেল বাজি উঠে)*

পৰী : কোন?

অমূল্য : নাজানো কোন। যোৱা খুলি দিয়া। *(দুৱাৰ খুলি দিয়ে পৰীয়ে। দুৱাৰ মুখত মেজৰ হাজৰিকা)*

হাজৰিকা : গুড মৰ্ণিং অমূল্য।

অমূল্য : *(বিৰক্তি ঢাকি ৰাখি)* মৰ্ণিং । বহক।

হাজৰিকা : কি অফিচাৰ, আজি অফিচ নোযোৱা?

অমূল্য : গাটো ভাল নহয়। ঘৰতে অফিচিয়েল কাম কিছু কৰি আছোঁ।

হাজৰিকা : বঢ়িয়া। আমাৰ অসমত এইটো এটা বৰ ভাল সুবিধা আছে দিয়া।

অমূল্য : কেনেকুৱা?

হাজৰিকা : কিয়! মাহটোৰ কমেও পোন্ধৰটামান দিন ঘৰতে অফিচ চলাই থাকিব পাৰি। তাতে মাহটোৰ দহটামান দিন বিভিন্ন পাৰ্টিয়ে দিয়া বন্ধবোৰতো আছেই! তদুপৰি লাচিত দিৱস, ফৰ্থ চেটাৰদে, চেকেণ্ড চেটাৰদে আছে। নন্চেঞ্চ *(হঠাৎ পৰীলৈ চাই)* তুমি ভালে আছা নহয়। তুমি আজি পুৰা-নিশা পালাহি বুলি বাহিৰত অৰবিন্দৰ মুখে শুনিলোঁ।

পৰী : খুৱা—একাপ চাহ?

হাজৰিকা : কাৰেক্ট। সুন্দৰ প্ৰস্তাৱ! আনিব পাৰা! মাত্ৰ শুনা—।

পৰী : কওক।



হাজৰিকা : চেনি কমকৈ দিবা। *(হাঁহি)* জানাইতো ড্ৰিংক্‌চ কৰা ইণ্ডিয়ান পিপলে আফটাৰ ফৰ্টি কেৱল হুইস্কীৰ বাহিৰে ৰাম বা ব্ৰাণ্ডি পৰ্যন্ত খোৱা উচিত নহয়। ডায়েবেটিচ ট্ৰাব'লত চাফাৰ কৰিব পাৰে। অ. কে?

পৰী : হ'ব *(প্ৰস্থান)*

হাজৰিকা : আচ্ছা, এটা কথা নহয় অমূল্য, যোৱা নিশা গুলীৰ শব্দ শুনিলা? আজিতো গোটেই চুবুৰী হুলস্থূল। পিতনিৰ ডেডবডিটো কোনোবাই উঠাই নিবলৈ আহিছিল। কিবা গম পোৱানে?

অমূল্য : এইবোৰ মই একো গম পোৱা নাই।

হাজৰিকা : আচ্ছা, প্ৰশাসনৰ এইবোৰ কেনেধৰণৰ কৌশল? এটা পাব্লিক প্লেচত এটা ডেডবডি পেলাই থ'ব, নিজেও নুঠায়, আনে উঠাই নিবলৈ আহিলেও গুলীয়াই। জঘন্য। *(অমূল্যৰ অস্থিৰতা)* তুমি কি ভাবা?

অমূল্য : মই? *(টেলিফ'ন বাজি উঠে)*

হাজৰিকা : কোনহে? ধৰা।

অমূল্য : *(বিৰক্তিৰে)* হাজৰিকাদা, ফোনটো কাইগুলি আপুনি উঠাওক। আৰু শুনক, কোনোবাই মোক বিচাৰিলে নাই বুলি ক'ব।

হাজৰিকা : কিয়?

অমূল্য : মই এতিয়া কাৰো স'তে কথা নাপাতো। একদম মুড নাই।

হাজৰিকা : আই চি! *(ফ'ন উঠাই)* হেল্ল', ইয়েচ, অ' নাই। কি? ক্ষন্তেক আগতে বিচাৰিছিল? ঘূৰি অহা-অ' নাই নাই, মইতো নাজানিম কিমান সময়ত—হা অ' মই ওচৰৰে। কি ক'লে—আধা ঘণ্টা—ঠিক আছে কৰি চাব পাৰে—ক'বতো নোৱাৰোঁ ক'ত গ'ল। নাই নাই কাকো কৈ যোৱা নাই
*(কৈ অমূল্যলৈ চাই)* ঠিক আছে। ট্ৰাই কৰিব। হ'ব, এৰোঁ। থেংকচ *(ফোন থয়)*

অমূল্য : *(বিৰক্তিৰে নিজকে)* আকৌ আধাঘণ্টাৰ পিচত! হপ্‌লেচ চব!

হাজৰিকা : কোন?

অমূল্য : চ'ৰি *(পৰী সোমাই আহে চাহ লৈ)*

পৰী : খুৱা, চাহ

হাজৰিকা : অ' চাহ। দিয়া। তুমি থাকিবা নহয় দুদিনমান?

পৰী : থাকিম চাগে। বহুতদিনৰ মূৰত অহা হৈছে নহয়।

হাজৰিকা : ল'ৰাটোও আহিছে?

পৰী : হয়!

হাজৰিকা : কি নাম আছিল তেওঁৰ?

পৰী : নিবিড়।

হাজৰিকা : সুন্দৰ নাম *(পাইপত ধঁপাত গুজি)* কলেজত পঢ়ি আছে?

পৰী : হয়।

হাজৰিকা : কলেজ বৰ্তমান বন্ধ নেকি?

পৰী : *(হঠাৎ পৰী, অমূল্য সচকিত হৈ )* তেনেকুৱাই। আপুনি খাওকচোন *(প্ৰস্থান)*

হাজৰিকা : *(চাহত সোহামাৰি)* সুন্দৰ। চাহকাপ সুন্দৰ হৈছে। *(হঠাৎ সলনি হৈ)* পিচে খাবা কি জুতি লগাই। চুবুৰিটোৰ চাৰিওফালে সেই ডেডবডিটোৰ যিহে দুৰ্গন্ধ। *(অমূল্যক)* হেৰা, কেৱল চৰকাৰী স্বাৰ্থতে মুকলি পিতনি এখনত পৰি থকা এটা ডেডবডি উঠাবৰ বাবে দুৰ্গন্ধত বমি বমি কৰি থাকিও যিখন দেশৰ মাত্ৰ এটা চুবুৰিৰ মানুহ সাহসেৰে ঐক্যবদ্ধ হ'ব নোৱাৰে, সেই দেশখনৰ এই নাগৰিকবোৰৰ চেতনা জাগ্ৰত নকৰাকৈ এচাম মুষ্টিমেয়ই কেৱল হাতত অস্ত্ৰ তুলি ললেই এটা জাতি কি স্বাধীন হ'ব পাৰিব? নোৱাৰে। কেতিয়াও নোৱাৰে।

অমূল্য : *(যথেষ্ট আতংকিত হৈ)* আহ! হাজৰিকাদা, আপুনি ইমান নিচিঞৰিব!

হাজৰিকা : চিঞৰিছোঁ। ক'তা?

অমূল্য : হয়। এইটো অন্যায় হৈছে।

হাজৰিকা : অন্যায়? কেনে অন্যায়?

অমূল্য : চাওঁক হাজৰিকা দা, সঁচা কথা ক'বলৈ হ'লে এনেকুৱাবোৰ কথা শুনিলে মই আজিকালি বৰ ভয় খাওঁ।

হাজৰিকা : *(শ্লেষেৰে)* আচ্ছা!

অমূল্য : মই এটা মধ্যবিত্ত চাকৰিয়াল।

হাজৰিকা : জানো

অমূল্য : মোৰ এটা পৰিয়াল আছে।

হাজৰিকা : জানো!

অমূল্য : সিহঁতক লৈ মোৰ কিছু সপোন আছে

হাজৰিকা : *(পুনৰ হাঁহি)* হোৱাই নট!

অমূল্য : প্লিজ! মোক এনেকৈয়ে জীয়াই থাকিবলৈ দিয়ক। মই কোনো ঝামেলা, কোনো হুলস্থুলত থাকিব নিবিচাৰোঁ। মই খুব নিৰপেক্ষ ভাৱে,সততাৰে জীয়াই থাকিব বিচাৰোঁ। ৰিয়েলি, ৰিয়েলি *(কণ্ঠত জড়তা ভাঁহি উঠিব।)*

হাজৰিকা : *(হঠাৎ উচ্চস্বৰত হাঁহি)* আচৰিত! এনে এক ভয়ংকৰ সময়ত, এইখন দেশৰ কোনোবা নাগৰিক নিৰপেক্ষ ভাৱে, সততাৰে, নিৰ্জঞ্জাল ভাৱে জীয়াই থাকিব পাৰেনে? *(হঠাৎ অমূল্যৰ কাষলৈ আহি)* পাৰে জানো?

*(অমূল্য উচপখাই উঠে। লগে লগে টেলিফ'ন বাজি উঠে। অমূল্য নিৰ্বিকাৰ। হাজৰিকাই ফোনটোলৈ চাই ক্ষন্তেক ৰৈ)* অমূল্য! ক'লটো ৰেচপণ্ড নকৰা কিয়? যোৱা কথা পাতা। কি হ'ব এনেকৈ নিজক লুকুৱাই। বাৰে বাৰে যি তোমাক বিচাৰিছে, যোৱা তাৰ স'তে কথা পাতা, মখামুখি হোৱা। *(কিছু উচ্চস্বৰত)* অমূল্য! *(ফোন উপৰ্যু পৰি ৰিং হৈ থাকে।)*

অমূল্য : *(হঠাৎ উচাপ খাই )* ইয়েচ!

*(কৈয়ে খুব ক্লান্তভাৱে আগুৱাই ফোনটো তুলি লৈ কান্দোন মিশ্ৰিত কণ্ঠেৰে ক্ৰমে উচ্চস্বৰৰ পৰা নিম্নস্বৰলৈ )* হেল্ল' !! *( অমূল্যৰ মুখত লাইট কম্পেক্ট।)*



**পঞ্চম দৃশ্য**

**একেই পৰিৱেশ**

**সময় ঃ মাজনিশা**

*(লাইট ফেড্ ইন কৰাৰ লগে লগে দেখা যাব ওপৰ কোঠাৰ পৰা ড্ৰয়িং ৰুমলৈ এক চূড়ান্ত উত্তেজনাত দৌৰি আহি ক্ষন্তেক ইফালে-সিফালে চাই ৰুদ্ৰই চিঞৰি উঠে)*

ৰুদ্ৰ : শংকৰ! শংকৰ। *(বাহিৰত বিজুলী ধেৰেকনিৰ ভয়াবহ শব্দ। বিজুলীৰ আভাস মূল খিৰিকীৰ মাজেদি জিলিকি উঠে। ৰুদ্ৰ ক্ষন্তেক ৰৈ পুনৰ ওপৰ কোঠালৈ উঠি যাব খোজোতেই শংকৰৰ ব্যস্ত প্ৰৱেশ)*

শংকৰ : কিয় মাতিছিল?

ৰুদ্ৰ : *(হঠাৎ ৰৈ )* অ' আপুনি আহিল শংকৰ। এক কাম কৰক এটা আৰ্জেণ্ট খবৰ আছে! ক্ষন্তেক আগতে পাইছোঁ।

শংকৰ : খবৰ!

ৰুদ্ৰ : অ' আপুনি অমূল্যদাহঁতক অতি শীঘ্ৰেই মাতি আনক। আপোনালোকৰ সতে এক জৰুৰী আলোচনা আছে। ইয়েচ, দেৰি নকৰিব। মই পটককৈ ওপৰৰ কোঠাৰ পৰা আহিছোঁ। যাওক (কৈয়ে ৰুদ্ৰ ওপৰৰকোঠালৈ ষ্টেয়াৰ কেচেদি দৌৰি উঠি যায়। শংকৰে কিছুসময় চিন্তা কৰি অন্যটো কোঠালৈ গতি কৰে। বাহিৰৰ বিজুলি-ঢেৰেকনি বাঢ়ি আহে। ক্ষন্তেক পিচতে নাইট গাউন পিন্ধি উদভ্ৰান্ত ভাৱে অমূল্যৰ প্ৰৱেশ। পিচে পিচে শংকৰ, পৰী আৰু নিবিড়ৰ প্ৰৱেশ)

অমূল্য : ক'ত? তেওঁলোক কোনো নাইতো?

শংকৰ : এইমাত্ৰ ওপৰৰ কোঠালৈ গৈছে। আহিব।

পৰী : হঠাৎ বাৰু কি এনে জৰুৰী ঘটনা ঘটি গ'ল?

অমূল্য : আমি বিপদত পৰা নাইতো শংকৰ।

শংকৰ : ক'বতো নোৱাৰোঁ।

নিবিড় : কেনে বিপদ দেউতা? কি কেনেবাকৈ তেওঁলোক ইয়াত থকাৰ কথা প্ৰশাসনে গম পাই গ'ল নেকি?

অমূল্য : ক'বতো নোৱাৰোঁ।

শংকৰ : একো অনুমান কৰিব পৰা নাই।

পৰী : যদি গম পাইছে, আমি বাৰু এক ভয়ানক বিপদত পৰি যাম নেকি?

অমূল্য : কোনো দিনেতো ৰাতি এনেকৈ তেওঁলোকে আমাক কোঠাৰ পৰা মাতি অনা নাই শংকৰ! মই কিন্তু বৰ দুঃচিন্তাত ভুগিছো শংকৰ।

*(হঠাৎ দেখা যাব ব্যস্তভাৱে ৰুদ্ৰ ওপৰ কোঠাৰ পৰা নামি আহি থমকি ৰৈ)*

ৰুদ্ৰ : অ' আপোনালোক আহিলে। *(হঠাৎ নিৰীক্ষণ কৰি)* কিন্তু আপোনালোকৰ মাজৰ এজন - মানে অৰবিন্দ বোলাজন?

শংকৰ : তেওঁ নাই। তেওঁ আজি পুৰা ঘৰলৈ গৈছে।

ৰুদ্ৰ : *(সন্দেহেৰে, ঘৰলৈ ! (কিছু উচ্চস্বৰত ) কিয়?*

শংকৰ : তেওঁৰ সৰু ভায়েকজন হঠাৎ নিৰুদ্দেশ হৈছে। কোনোবাই ধৰি নিছে হেনো।

ৰুদ্ৰ : চ'ৰি। *(হঠাৎ সলনি হৈ )* আচ্ছা বহক বহক, বহকচোন আপোনালোক। *(সকলো বহে)* এটা ডাঙৰ ঘটনা ঘটিছে

আটায়ে : ডাঙৰ ঘটনা! *(সকলো কৈয়ে বহাৰ পৰা থিয় হৈ যায়)*

ৰুদ্ৰ : এক মিনিট! শুনক, ক্ষন্তেক আগতে এই ঘৰটোত আমাৰ আৰু এজন সতীৰ্থ আহি প্ৰৱেশ কৰিছেহি।

অমূল্য : আৰু এজন?

ৰুদ্ৰ : তেওঁ এতিয়া পাৰ্থৰ স'তে সৌ ওপৰৰ কোঠাটোতে আছেহি। এতিয়া তেওঁ অনা খবৰটো হ'ল, অপহৰণটো লৈ আমি যি চৰ্ত চৰকাৰৰ ওচৰত আৰোপ কৰিছিলোঁ, সি এই পৰ্যন্ত এক সন্তোষজনক সমাধানত আগবঢ়া নাই। ইফালে আমি বান্ধি দিয়া সময়ৰ মাত্ৰ আঠাইশ ঘণ্টা থকাৰ সময়ত আমাৰ সংগঠনৰ সকলো সদস্য এতিয়া বিপদত পৰিছে।

শংকৰ : এতিয়া কি হ'ব! কি কৰিম বুলি ভাবিছে আপোনালোকে?

ৰুদ্ৰ : ক'ব নোৱাৰোঁ। মুঠতে জানি থ'ব, এই সম্পৰ্কে আমাৰ সংগঠন সিদ্ধান্তত অটল। যদি চূড়ান্ত সময় সীমা অতিক্ৰম কৰি যোৱাৰ পিচতো এক সন্তোষজনক সমাধানত উপনীত হ'ব পৰা নাযায়, আমি হয়তো নিশ্চিতভাৱেই আমাৰ নিয়ম অনুযায়ী ছোৱালীজনীৰ মৃত্যুদণ্ড পৰ্যন্ত দিবলৈ কুণ্ঠাবোধ নকৰিম। *(সকলো আতংকিত)* শুনক! আৰু এই সম্পৰ্কে এক স্থিৰ সিদ্ধান্ত ল'বৰ বাবেই আমাৰ অন্যান্য সতীৰ্থসকলক লগ ধৰিবলৈ ক্ষন্তেক পিচতে আমাৰ নতুন সতীৰ্থজনৰ স'তে মই এই মহানগৰীৰ এক বিশেষ প্ৰান্তলৈ গতি কৰিম। পাৰ্থ আৰু ছোৱালীজনী ইয়াতে থাকিব। এই টেলিফ'নটোৰ জড়িয়তে যিকোনো সময়তে আমাৰ শেষ সিদ্ধান্তৰ খবৰ আহিব। আপোনালোক সজাগ থাকিব। অন্যহাতে সৌ পিতনিত পৰি থকা আমাৰ সতীৰ্থৰ শটো উঠাই নিয়াৰ কামত যেন কোনো পাব্লিকৰ নেতাক সহায় নকৰে। কাৰণ শটো উঠাই নিবলৈ যিকোনো সময়তে আমাৰ সতীৰ্থবাহিনীৰ দুজন কৰ্মী অহাৰ প্ৰচেষ্টা চলাই আছে। ইয়েচ! মোৰ বক্তব্য ইমানেই। এতিয়া আপোনালোক নিজ নিজ কোঠালৈ যাব পাৰে।

*(সকলো নিজৰ কোঠালৈ যাব খোজে। হঠাৎ)*

ৰুদ্ৰ : শংকৰ! একমিনিট *(বাকীসকল বৈ যায়)* নাই, নাই আপোনালোক যাব পাৰে *(সকলোৰে প্ৰস্থান, শংকৰক বাদ দি)* আপুনি ঠিক সৌখিনিতে ক্ষন্তেক অপেক্ষা কৰক। যোৱাৰ আগতে পাৰ্থৰ স'তে মোৰ দুই এটা জৰুৰী আলোচনা আছে। এই ধৰক--পাঁচ মিনিট। বাচ। তাৰ পিচতে, সৌ কোঠাটোৰ পৰা মই মোৰ নতুন সতীৰ্থজনৰ স'তে ৰাতিৰ এই বতাহ বিজুলীৰসুযোগতে ওলাই যাম আৰু লগে লগে আপুনি দুৱাৰখন বন্ধ কৰি দিব।

শংকৰ : ঠিক আছে।

ৰুদ্ৰ : আচ্ছা, আপোনাৰ ঘড়ীত এতিয়া সময়?

শংকৰ : পিন্ধা নাই!

ৰুদ্ৰ : মোৰ ঘড়ীত তিনি বাজি পোন্ধৰ মিনিট! আঃ আমাৰ যাবৰ হ'লেই। মই আহিছোঁ। *(কৈয়ে*



*চিৰিয়েদি ৰুদ্ৰ দৌৰি ওপৰলৈ উঠি অদৃশ্য হৈ যায়। শংকৰে ক্ষন্তেক ৰুদ্ৰ যোৱালৈ চাই ধীৰে ধীৰে মূল খিড়িকীৰ কাষলৈ গৈ পৰ্দা কোচাই খিড়িকীখন হঠাৎ খুলি দিয়ে। সমগ্ৰ মঞ্চৰ পোহৰ কমি কেৱল দেখা যাব বাহিৰৰ তীব্ৰ গতিত চলি থকা বতাহ, বিজুলী আৰু গাজনিৰ মাজত শংকৰ)* Cut.

**ষষ্ঠ দৃশ্য**

**একেই পৰিৱেশ**

**সময় ঃ সন্ধ্যা**

*(লাইট ফেড-ইন কৰাৰ লগে লগে দেখা যাব এটা কৰ্ণাৰত থকা ওৱাৰড্ৰবৰ পৰা অমূল্যই ড্ৰিংকচৰ বটল উলিয়াই পেগ্ ঢালে। খায়। চিগাৰেট জ্বলাই! কাষৰ টেপ ৰেকৰ্ডাৰৰ পৰা ল'ভলিউমত এটি সংগীতৰ সুৰ বাজি থাকে। মূল চোফাত ধোপাং দি ঠেং--ঠুং মেলি বহাৰ ভংগীতে শুই আছে চলিহা। কাণত ৱাক-মেনৰ হেডফ'ন। হঠাৎ অমূল্যৰ চকু চলিহাৰ ওপৰত পৰে। হঠাৎ কিবা এক খঙত টেপটো বন্ধ কৰি চলিহাৰ কাষ চাপি আহি)*

অমূল্য : হেৰি! আপুনি শুইছেনে সংগীত শুনিছে? চলিহা, হেৰি চলিহা।

চলিহা : *(চক খাই চকু মেলি)* হা! মোক কিবা কৈছে?

অমূল্য : বোলো আপুনি শুইছেনে গান শুনিছে?

চলিহা : কি? শোৱাৰ কথা সুধিছে? গানৰ কথা সুধিছে? এহ। দুইটাই চলি আছে দিয়ক *(আকৌ শুই পৰে)।*

অমূল্য : আপুনি বৰ আচৰিত প্ৰাণীহে! দিনটো খাই ফিটিং হৈ থাকে। তাতে এই ব্যস্ত মহানগৰীখনত অনবৰতে কাণত এই ওৱাক মেনডাল লগাই ঘূৰি ফুৰে। হেৰি! গান--বাজনা শিকোৱা মানুহ হ'ল বুলিয়ে এইটো আপোনাৰ কি নিয়ম হে? শুনিছে চলিহা?

চলিহা : *(পুনৰ হেডফ'ন আঁতৰাই)* আহ! হেৰি অমূল্য, আপুনি এতিয়াও কিঞ্চিত ডেকা মানুহ। আপুনি ভয় নাখাব পাৰে, কিন্তু মই ভয় খাইছোঁ। বৰ ভয় খাইছোহে!

অমূল্য : আপোনাৰ ভয়টো কেনেধৰণৰ বা?

চলিহা : নাখাম? ভয় নাখাম? দেশৰ পৰিস্থিতি কি? য'তে ত'তে বোমা, হত্যা, সন্ত্ৰাস। তাতে আজি তিনিদিনৰ আগতে কি ভয়ানক অপহৰণটো হৈ গ'ল দেখিলা? এতিয়া তাকে লৈ টি. ভি. ৰেডিঅ', পেপাৰ গোটেইখন তাল--ফাল।

অমূল্য : পিচে এইবোৰৰ কাৰণে এতিয়া কৰিব কি?

চলিহা : কৰিব কিটো। এইটোকে কাণত লগাই পানী অকণমান টানি পৃথিৱীৰ সব চিন্তাৰ পৰা নিজকে আঁতৰাই ৰাখোঁ আৰু *(আকৌ পিন্ধে)*

অমূল্য : হু! সব চিন্তাৰ পৰা নিজকে আঁতৰাই ৰাখে। হ'পলেচ সব *(হাতৰ পেগটো খায় আৰু এটা ঢালে)*

চলিহা : *(হঠাৎ হেডফ'ন খুলি, পোনহৈ বহি)* আচ্ছা অমূল্য এটা কাম কৰিব নোৱাৰিনে?

অমূল্য : *(বিৰক্তিৰে)* কি?

চলিহা : আমাৰ এই চুবুৰিটোৰ পৰা এই হাজৰিকা বোলা সামৰিক বিষয়াটোক উলিয়াই পঠাব নোৱাৰিনে?

অমূল্য : হাজৰিকা? তেখেতে আকৌ আপোনাৰ ইমান শত্ৰু হ'ল কেনেকৈ?

চলিহা : নহ'ব? শত্ৰু নহ'ব? চাল্লা এনেয়ে সেই কিড্‌নেপিংটোলৈ চহৰ তাল--ফাল। তাতে আকৌ সি বেটাই সেই পিতনিডৰাত পৰি থকা কোনোবা সন্ত্ৰাসবাদীৰ ডেড্‌বডি এটা তোলালৈ গোটেই চুবুৰিৰ মানুহক উচটাই ফুৰিছে। কিবা হেনো ৰাজধানীত ধৰ্ণা দিবলৈ চহী লৈ ফুৰিছে, মই এইবোৰত নাই। মই চহী দিয়াত নাই। বুজিছে অমূল্য, সামৰিক বিষয়া হ'লে কি হ'ব? সিটো এতিয়া ৰিটায়াৰ্ড।

অমূল্য : সেইটো সকলোৰে জনা কথা।

চলিহা : হ'লে কি হ'বহে! সি এতিয়াও মিলিটেৰী কায়দাত মাজে মাজে সেই আগৰ অফিচাৰী মেজাজটো দেখুৱাব বিচাৰেহে। মই কিন্তু চাই আছোঁ অমূল্য-- কেতিয়াবা কিবা জমক উঠিব, ধৰিম বেটাৰ বুকুতে খামুচ মাৰি। থেকেচি পেলাম!

অমূল্য : সঁচাতো! *(হঠাৎ অমূল্যই হাঁহি দিয়ে)*

চলিহা : হঠাৎ আকৌ হাঁহিবলৈ কিটো হ'ল?

অমূল্য : কিয়? মোৰ হঁহাৰ অধিকাৰ নাই নেকি?

চলিহা : *(হঠাৎ অমূল্যৰ হাতৰ পেগলৈ চকু যায়)* এপেগ হ'বনে কি?

অমূল্য : *(গহীন হৈ)* নহ'ব।

চলিহা : *(হতাশাৰে)* হ'ব। *(হেডফ'ন পুনৰ পিন্ধি লয়। অমূল্যই পুনৰ টেপ ৰেকৰ্ডাৰটো অন কৰি দি পুনৰ পেগ ঢালে)*

চলিহা : *(হঠাৎ কিবা এটা মনত পৰাৰ ভংগীত হেডফ'ন আঁতৰাই)* আচ্ছা, এতিয়া বাৰু আবেলি কেইঁ বাজিল?

অমূল্য : আবেলি! আপুনি ক'ত আছেহে চলিহা?

চলিহা : কিয়?

অমূল্য : *(বিৰক্তিৰে)* এতিয়া সন্ধ্যা সাত বাজি দহমিনিট গ'ল।

চলিহা : *(চক খাই উঠি)* সৰ্বনাশ!

অমূল্য : কি হ'ল?

চলিহা : সেইপাতটো ড্ৰিংকচ কৰিবলৈ আহিবৰ সময় হৈ গ'ল চাগে।

অমূল্য : কোন?

চলিহা : সেই অহৌবলীয়া হাজৰিকাটো।

অমূল্য : তাতে কি হ'ল?

চলিহা : নাই নাই ভাই। সেই মেজাজী সামৰিক বিষয়াটোৰ মই মুখা-মুখি হোৱাত নাই। মই যাওঁৱেই *(দুখোজমান গৈ হঠাৎ ৰৈ)* আচ্ছা, তথাপিও কওঁ--বেয়া পাবা নেকি?

অমূল্য : কওক

চলিহা : এক পেগ্ হ'ব নেকি?



অমূল্য : নাই, নহ'ব। আপুনি যথেষ্ট টানি আছে। যাওক

চলিহা : যথেষ্ট? *(নিজৰ সমগ্ৰ শৰীৰ নিৰীক্ষণ কৰি)* হ'ব। আহোঁ। *(হঠাৎ হেড্‌ফ'নটো পিন্ধি আগুৱাই। অমূল্যই নিজৰ অৱশিষ্ট পেগ্‌টো ডিঙিত ঢালি টেবুলত থৈ হঠাৎ ঘূৰি দেখে চলিহা ঢলং পলংকৈ পাৰ্থ, বিদিশা থকা ওপৰৰ টি.ভি. ৰুমটোলৈ চিৰি বগাই উঠি গৈছে)*

অমূল্য : *(তলৰ পৰা)* আৰে, আৰে, আৰে, হেৰি চলিহা, চলিহা--

চলিহা : *(হঠাৎ ৰৈ হেডফ'ন খুলি)* হা?

অমূল্য : সেইফালে ক'ত যায়?

চলিহা : কিয়?

অমূল্য : আপোনাৰ বাৰু বাহিৰলৈ যোৱাৰ টেন্‌ডেঞ্চি আহিছে নেকি?

চলিহা : বাহিৰ! *(অলপ ভাবি)* ওহো! নাই অহাতো-

অমূল্য : তেন্তে সেইফালে ক'ত যায়?

চলিহা : কিয়? বাহিৰলৈ আক'!

অমূল্য : বাহিৰলৈ মানে?

চলিহা : কিয়, ৰাস্তালৈ আক'!

অমূল্য : ৰাস্তালৈ! হেৰি আপুনি কিহে? সেইফালে ক'ত ৰাস্তাডাল পাব? নামি আহক, নামি আহক।

চলিহা : *(ওপৰলৈ ভালকৈ চাই কনফাৰ্ম হৈ)* চিঃ চিঃ

অমূল্য : আপুনি বৰ যা--তাহে

চলিহা : আচ্ছা, হ'ব বাৰু। ভুল হয়েই আৰু?

অমূল্য : যাওক, যাওক সেইখন দুৱাৰেদি ওলাই যাওক

চলিহা : *(দুৱাৰৰ কাষ চাপি)* এইখন কাৰেক্টতো।

অমূল্য : ইয়েচ কাৰেক্ট।.যাওক

চলিহা : হয় নেকি? *(যাব খুজি)* আচ্ছা অমূল্য, এপেগ—

অমূল্য : নহ'ব যাওক

চলিহা : আচ্ছা। হ'ব আহোঁ *(প্ৰস্থান)*

অমূল্য : *(ধাৰামকৈ দুৱাৰখন মাৰি)* নন্‌চেঞ্চ

*(হাতত একাপ চাহ লৈ পৰী ভিতৰ কোঠাৰ পৰা সোমাই আহে)*

পৰী : কি হ'ল?

অমূল্য : একো হোৱা নাই।

পৰী : চলিহা খুৰা গ'ল নেকি?

অমূল্য : যোৱাতো মংগলজনক হৈছে।

পৰী : আপুনি বৰ খঙত আছে?

অমূল্য : খঙত! কি মই তোমাৰ লগত এই মুহূৰ্তত কোনোবা নদীৰ পাৰত বহি প্ৰেম কৰাতো উচিত নেকি?

পৰী : চিঃ এই বয়সত আপুনি এইবোৰ কি কথা কৈছে?

*(হঠাৎ ড'ৰবেল বাজি উঠে)*

অমূল্য : *(হঠাৎ চক্ খাই)* কোন আহিছে চোৱা ।

পৰী : শংকৰ নেকি?

*(দুৱাৰ খোলা। দুৱাৰ মুখত মি. হাজৰিকা)*

হাজৰিকা : গুড ইভিনিং পৰী।

পৰী : খুৰা। নমস্কাৰ *(মূৰ দুপিয়াই হাজৰিকা ব্যস্তভাৱে সোমাই আহি)*

হাজৰিকা : বুজিছা, অমূল্য। ঘটনাটোক লৈ যি বুজিছোঁ, আমাৰ এই চিটিখনক বাদ দিও গোটেই দেশখনতে সাংঘাতিক এটা টেঞ্চ ক্ৰিয়েট হৈছে

অমূল্য : আকৌ কি ঘটনা ঘটিল?

হাজৰিকা : এস্ নতুনকৈ একো ঘটা নাইহে। ঘটি যোৱাটোৰ কথাহে কৈছোঁ। মানে সেই ছোৱালীজনীৰ কিড্‌নেপিংটোৰ কথা কৈছোঁ। আজিৰ পেপাৰ পঢ়িছা?

অমূল্য : ওপৰে ওপৰে।

হাজৰিকা : ডেকাল'ৰামখাৰ এইধৰণৰ ভূমিকাক মই চাপ'ৰ্ট কৰিব পৰা নাই। সিহঁতৰ কোনোবা মানুহক কাৰাগাৰৰ পৰা মুকলি কৰি আনিব। তাৰবাবে এজনী নিৰ্দোষী ছোৱালীৰ জীৱন পণ ৰাখিব, এইটো কি এটা বিপ্লৱৰ পদ্ধতি হ'ল?

অমূল্য : *(কথাবোৰ শুনি অমূল্যৰ উত্তেজনা)* কথাবোৰ অলপ লাহে লাহে ক'লেও আমি শুনিম নহয়।

পৰী : খুৰা! একাপ চাহ?

হাজৰিকা : সুন্দৰ প্ৰস্তাৱ। অহ! ন' থেংকচ। মই ক্ষন্তেক পিচতে অলপ ড্ৰিংকচ কৰিম। তবে তুমি এটা কাম কৰিব পাৰা, এক গ্লাচ ফ্ৰেচ ওৱাটাৰ খুৱাব পাৰা--অ, কে?

পৰী : হ'ব। মই আনিছোঁ *(প্ৰস্থান)*

হাজৰিকা : *(ৰুমাল উলিয়াই ঘৰ্মাক্ত মুখ মচি চোফাত বহি)* অমূল্য! পেগ এটা বনোৱাহে। উস্ আজি গোটেই দিনটো এই বৃহৎ অঞ্চলটোত ঘূৰি ঘূৰি একেবাৰে ক্লান্ত হৈ পৰিছোঁ বুজিছা? এবাৰ ভাবিলোঁ তোমাক লগ লওঁ।

অমূল্য : মোক? কিহৰ বাবে?

হাজৰিকা : কিয়? সেই ডেডবডিটো উঠোৱাৰ প্ৰসংগত চিগ্‌নেচাৰ কেম্পেনিং এটা কৰি থকা নাই জানোঁ? কালিলৈ চিটি কৰ্পৰেশ্যনৰ মেয়ৰ আৰু কেপিটেল কেম্পাচত প্ৰতিবাদ ধৰ্ণা দিবলৈ মোৰ লগত সকলোৱে আগ্ৰহ প্ৰকাশ কৰিছে। *(হঠাৎ ইফালে--সিফালে চাই)* আচ্ছা, অমূল্য। আমাৰ ফটো গ্ৰাফাৰ শংকৰ নাই নেকি?

অমূল্য : নাই। প্ৰেছৰ পৰা এতিয়াও অহা নাই।

হাজৰিকা : আৰু এল. আই. চি. অৰবিন্দ।

অমূল্য : *(চেন্টাৰ টেবুলত ওৱাইন গ্লাচ থৈ)* অৰবিন্দৰ ভায়েক নিৰুদ্দেশ হৈছে তেওঁ ঘৰলৈ গৈছে।

হাজৰিকা : নিৰুদ্দেশ? আই চি! হোৱাট এ চেদ নিউজ! *(হঠাৎ সলনি হৈ)* আচ্ছা তেতিয়া হ'লে এতিয়া সদ্যহতে তুমিয়ে ইয়াত চিগ্‌নেচাৰটো মাৰা।



অমূল্য : কিহত?

হাজৰিকা : সেই ডেড্‌বডিটো পিতনিৰ পৰা উঠোৱাৰ সপক্ষে থকা আমাৰ এই প্ৰতিবাদ পত্ৰ আকৌ।

অমূল্য : ন', নেভাৰ, নেভাৰ!

হাজৰিকা : কি হ'ল?

অমূল্য : মই ক'তো চিগ্‌নেচাৰ --টিগ্‌নেচাৰ কৰিব নোৱাৰোঁ।

হাজৰিকা : কিয়?

অমূল্য : কৈছোঁ নহয়, মই নোৱাৰোঁ।

হাজৰিকা : অমূল্য চোৱাচোন, মহানগৰীৰ এই শান্তিপূৰ্ণ চুবুৰিটোত এনেকৈ দিন-ৰাতি এখন মুকলি পিতনিত এটা ডেডবডি পৰি থকাতো, তাৰ পৰা দুৰ্গন্ধ বাহিৰ হোৱাতো, সেই দুৰ্গন্ধত জনজীৱন অতিষ্ঠ হোৱাতো তুমি বিচাৰানে অমূল্য?

অমূল্য : এই প্ৰসংগত কোনো কৈফিয়ৎ দিবলৈ মই ৰাজী নহয়।

হাজৰিকা : কিয়?

অমূল্য : আপুনি বেয়া নেপাব। আপোনাৰ প্ৰতি মোৰ এটা অনুৰোধ আছে।

হাজৰিকা : কেনে অনুৰোধ?

অমূল্য : এই মুহূৰ্ততে, আপুনি এই ঘৰটোৰ পৰা ওলাই যাওক।

হাজৰিকা : *(হতবাক হৈ)* ৰিয়েলি?

অমূল্য : ইয়েচ! আৰু শুনক, ভৱিষ্যতে এনেধৰণৰ কোনো ৰাজনৈতিক প্ৰস্তাৱ লৈ মোৰ ঘৰলৈ নাহিব।

হাজৰিকা : অমূল্য! মই কোনো নেতা হোৱাৰ সস্তীয়া সপোন লৈ এই কাম কৰা নাই। যদি কৰিছোঁ মানুহৰ প্ৰকৃত বন্ধু হিচাপে। মানুহক সঁচা অৰ্থত ভালপোৱা এজন হিচাপে কৰিছোঁ।

অমূল্য : বাট আই ৰিকোৱেষ্ট প্লীজ ষ্টপ্ ইট। ষ্টপ ইট্।

হাজৰিকা : *(খঙেৰে)* অল্‌ৰাইট।

*(পৰীৰ প্ৰৱেশ)*

পৰী : *(ভয়েৰে)* খুৰা পানী

হাজৰিকা : অহ পানী আনিছা, পৰী, অমূল্য যথেষ্ট উত্তেজিত হৈছে। ভীতিগ্ৰস্ত হৈছে এই ঠাণ্ডাপানী গিলাছ তেওঁ খালেহে উপকৃত হ'ব। মোৰ হাতত হট ড্ৰিংকচ আছে। ইট ইজ এনাফ।

পৰী : কিন্তু হঠাৎ আপোনালোকৰ কি হৈ গ'ল খুৰা?

হাজৰিকা : শুনা পৰী, মই সুদীৰ্ঘ পঁয়ত্ৰিশ বছৰ সেনা বিভাগত দক্ষতাৰে চাকৰি কৰিলোঁ। অন্যদেশৰ বিৰুদ্ধে কেইবাখনো যুদ্ধত অহংকাৰেৰে যুঁজিলোঁ কিন্তু মই কোনোদিন অমানবিক নাছিলোঁ। নৃশংস নাছিলোঁ। পৰী। ষ্টিল--ষ্টিল মোৰ বুকুৰ মাজত জানা এজন মানুহ লুকাই আছে। এজন নিস্বাৰ্থ, এজন উদাৰ মানুহ। মোৰ চকুত ষ্টিল শুই আছে মানুহক ভালপোৱাৰ অলেখ সপোন, মানুহৰ পৃথিৱীত প্ৰেম আৰু শান্তি প্ৰতিষ্ঠা কৰাৰ সপোন। *(পেগটো খাই হঠাৎ অমূল্যলৈ চাই হুমুনিয়াহ এৰি)* অ' কে, গুড় বাই, গুড় বাই পৰী। *(কঁপি থকা হাতৰ গ্লাচটো ঠক্‌কৈ চেন্টাৰ টেবুলত থৈ মূল দুৱাৰেদি হাজৰিকা জোৰেৰে প্ৰস্থান। পৰী দৌৰি*

*গৈ দুৱাৰৰ ওচৰত থমকি ৰৈ পুনৰ খিড়িকীৰ পৰ্দা গুচাই হঠাৎ ঘূৰি)*

পৰী : হঠাৎ এইবোৰ কি হৈ গ'ল আপোনালোকৰ? খুৱা কিয় গুচি গ'ল এনেদৰে।

অমূল্য : ক'ব নোৱাৰোঁ।

পৰী : নহয় মোক ক'বই লাগিব।

অমূল্য : আহ পৰী, নাও আই এম ফুল্‌লি ডিচটাৰ্বড। প্লিজ পৰী, প্লিজ লিভ্‌মি এল'ন। *(কৈয়ে হঠাৎ হাতৰ ওৱাইনখিনি ডিঙিত ঢালি দিয়ে আৰু চকীত মূৰ গুজি দিয়ে)*

পৰী : *(অস্থিৰ হৈ হঠাৎ অমূল্যৰ হাতত থাপমাৰি ধৰি)* আজি আপোনাৰ হৈছে কি? সন্ধিয়াৰ পৰা এইবোৰ ইমানকৈ খাইছে কিয়? চাওঁ দিয়ক, এইবোৰ আৰু খাব নোৱাৰে *(কৈয়ে বটল, গ্লাচ ওৱাৰড্ৰবত নি থওঁতেই দেখা যাব ভিতৰৰ কোঠাৰ পৰা হাতত এখন মেলা ডায়েৰী লৈ আৰু অন্য হাতত এটা খোলা কলম লৈ নিবিড়ৰ খৰকৈ প্ৰবেশ। ওপৰ কোঠালৈ উঠি যাব খোজোতেই হঠাৎ অমূল্যই চিঞৰি উঠিব)*

অমূল্য : নিবিড়!

নিবিড় : দেউতা?

অমূল্য : ক'ত যাব?

নিবিড় : ওপৰৰ কোঠালৈ।

অমূল্য : কিয়?

নিবিড় : পাৰ্থদাক লগ পাবলৈ।

অমূল্য : ইমান সঘনে তোৰ তাত কি কথা থাকে?

নিবিড় : কথা মানে, দেউতা, মই এই কবিতাটো আজি দুপৰীয়াৰ পৰা যুঁজি যুঁজি এইমাত্ৰ ফিনিচ কৰিছোঁ। তেওঁক দেখুৱাই আনো।

পৰী : নিবিড়! তই এইবোৰ নেদেখুৱালে নহয়নে?

নিবিড় : নহয় মা! মই কবিতাটোত কি লিখিছোঁ জানা? মই লিখিছোঁ ;ময়ো তেওঁলোকৰ দৰেই দূৰন্ত নদী আৰু পাহাৰ ভাল পাওঁ, দগ্‌মগ সূৰ্য আৰু গভীৰ অৰণ্যানি ভাল পাওঁ, ভালপাওঁ সূৰ্যমুখী ফুল আৰু আকাশত সেউজীয়া মেঘৰ দৰে উৰি যোৱা ভাটৌ চৰাইৰ জাক। জানা মা, কবিতাটোৰ শেষৰ ফালে মই লিখিছোঁ ধীৰে ধীৰে মইয়ো সপোন দেখিছোঁ তোমালোকৰ দৰেই মানুহৰ মুক্তিৰ বাবে বিপ্লৱৰ ৰণাংগণত থিয় হ'বলৈ ময়ো এদিন গুচি যাম কোনোবা দুৰ্গম পাহাৰ পাৰহৈ, কোনোবা গভীৰ অৰণ্যানিৰ মাজলৈ আৰু এদিন জনসমুদ্ৰলৈ ঘূৰি আহিম পুনৰ সশস্ত্ৰ ৰূপেৰে এক প্ৰকৃত সৈনিকৰ বেশত।

অমূল্য : নিবিড়।

নিবিড় : দেউতা।

পৰী : *(নিবিড়ক সাৱটি ধৰি)* তই এইবোৰ কি সপোন দেখিছ সোণ? ভালনে, ভালনে এনে সপোন দেখা?

অমূল্য : *(পুনৰ)* নিবিড়-

নিবিড় : দেউতা?



অমূল্য : তই মোৰ একমাত্ৰ পুত্ৰ-

নিবিড় : নিশ্চয় দেউতা।

অমূল্য : কোনো চৰ্ততে মই তোক মোৰ বুকুৰ মাজৰ পৰা হেৰুৱাব নিবিচাৰোঁ।

নিবিড় : কিন্তু, এয়াতো মই হেৰাই যোৱাৰ সপোন দেখা নাই দেউতা। এয়াতো মই, মই দেখিছোঁ, পুনৰ জন্ম হোৱাৰ সপোন!

অমূল্য : *(যথেষ্ট বিৰক্তিলৈ)* কিন্তু এই সপোন যিদিনা তহঁতৰ ভংগ হ'ব, দেখিবি তহঁত এখন শূন্য বিশাল বালিচৰত শামুকৰ খোলা হৈ পৰি আছ!

নিবিড় : *(হঠাৎ খঙেৰে)* শুনক দেউতা। আমি দেখা এই সপোনবোৰক আপুনি এনেদৰে ব্যংগ কৰাতো, উপলুঙা কৰাতো উচিত হোৱা নাই। মা, মই অলপ ওপৰ কোঠাৰ পৰা আহিছোঁ। *(কৈয়ে তীব্ৰ গতিত ওপৰ কোঠালৈ নিবিড়ৰ প্ৰস্থান। পৰী অসহায়ভাৱে চোফাত ক্লান্ত ভাৱে বহি উচুপি উঠে)*

অমূল্য : পৰী!

পৰী : কওক।

অমূল্য : মই এটা কথা ভাবিছোঁ।

পৰী : কি ভাবিছে?

অমূল্য : ভাবিছোঁ, মই অফিচৰ পৰা পোন্ধৰদিন মানৰ ছুটী লওঁ।

পৰী : তাৰ পিচত?

অমূল্য : নিবিড়ক ইয়াৰ পৰা এই ঘৰটোৰ পৰা অতিশীঘ্ৰে আঁতৰাই লৈ যোৱাতো উচিত হ'ব।

পৰী : কিন্তু ক'লৈ আঁতৰাই লৈ যাব? আমাৰ নিজৰ ঘৰখনলৈতো এই মুহূৰ্তত কোনো কাৰণতে যোৱাতো উচিত নহ'ব। ইয়ালৈ অহাৰ অৰ্থই আছিল নিবিড়ৰ নিৰাপত্তা, অথচ ইয়াতো *(হুমুনিয়াহ কাঢ়ে)*

অমূল্য : মই ভাবিছোঁ, অন্ততঃ কিছুদিনৰ বাবে তুমি মই নিবিড় ডিব্ৰুগড়ত থকা আমাৰ একমাত্ৰ জীয়ৰী শান্তনাৰ ঘৰলৈকে যাওঁগৈ।

পৰা : বেয়া নহ'ব। কিন্তু.................................

অমূল্য : কি?

পৰী : নিবিড় যদি নাযাওঁ বুলি কয়?

অমূল্য : পৰী, নিবিড় আমাৰ একমাত্ৰ পুত্ৰ। তাক আমি শাসন কৰি হ'লেও বাধ্য কৰাম।

পৰী : কেতিয়া যাম বুলি ভাবিছে?

পৰী : ভাবিছোঁ কালিলৈকে?

পৰী : আপোনাৰ ছুটী?

অমূল্য : মই ডাইৰেক্টৰক কনভিঞ্চ কৰাম। তোমালোক সাজু হোৱা। *(কৈয়ে ফ'নৰ কাষত বহি ৰিচিভাৰ তুলি ডায়েল কৰোঁতেই হঠাৎ ড'ৰ বেল বাজি উঠে, হঠাৎ টেলিফ'নটো থৈ)* আকৌ কোন আহিল? দুৱাৰখন খুলি দিয়া পৰী। *(পৰীয়ে ধীৰে ধীৰে গৈ দুৱাৰ খুলি দিয়ে। সোমায় আহে হাতত কেমেৰালৈ ক্লান্ত শংকৰ )*

শংকৰ : বৌ কি কৰিছা?

পৰী : এয়া ।
শংকৰ : ভাত ৰন্ধা হ'ল?
পৰী : নাই, নাই হোৱা। তোমাৰ ভোক লাগিছে শংকৰ?
শংকৰ : ওহো। (*ক্লান্ত শংকৰ ছোফাত বহি মূৰটো পেলাই দিয়ে*)
পৰী : (*কাষলৈ আহি*) তুমি দেখোন বৰ ক্লান্ত হৈ আহিছা। কিবা এটা খোৱা।
শংকৰ : হ'ব বৌ। একো নাখাওঁ।
পৰী : এটা কথা নহয়, তুমি দিন-ৰাতি একাকাৰ কৰি কেৱল এই কেমেৰাটো লৈ পেপাৰৰ বাবে ইমান কষ্ট কৰি ফুৰা কিয়? দুদিনমান প্ৰেছৰ পৰা ছুটীলৈ অলপ ৰেষ্ট ল'ব নোৱাৰানে? দিনে দিনে তোমাৰ দেহাৰ কি হৈছে তুমি ভাবি চাইছানে? (*শংকৰৰ ওঁঠত বিষণ্ণ হাঁহি*)
অমূল্য : তুমি হাঁহিছা যে?
শংকৰ : অমূল্য দা!
অমূল্য : কিবা ক'বা নেকি?
শংকৰ : ভাবিছোঁ।
অমূল্য : কি ভাবিছা।
শংকৰ : মই প্ৰেছৰ চাকৰিটো এৰি দিম।
অমূল+পৰী : কিয়?
শংকৰ : ভাল লগা নাই। কোনো এক্সাইটমেন্ট নাই। কোনো থ্ৰিল নাই। মই বৰ ক্লান্ত হৈছোঁ। বৰ বিৰক্ত হৈছোঁ এই চাকৰিটো লৈ।
অমূল্য : কিন্তু এইটো তোমাৰ ভাল সিদ্ধান্ত হ'বনে শংকৰ?
শংকৰ : নহয় দাদা। চাওক, আজি বহুত দিন মই কেমেৰাটোৰ মাজেদি এপাহ ফুল জুমি চাব পৰা নাই। এটা মনোমোহা আবেলি এক সুন্দৰ প্ৰকৃতিৰ এখন নিজান নৈৰ ছবি তুলিব পৰা নাই। হাঁহি থকা এটা শিশু অথবা এজনী সুখী মাতৃৰ ছবি তুলিব পৰা নাই। (*কৈ কৈ শংকৰ শোকত ভাগি পৰে*)
পৰী : (*কাষচাপি গৈ চুলিত হাত বুলাই*) তুমি ইমান ভাগি পৰিছা কিয় শংকৰ? ইমান ফুৰ্তিবাজ ল'ৰা এনেকৈ ভাগি পৰা দেখিলে মই যে ভীষণ দুখ পাওঁ।
শংকৰ : নহয়, পৰী বৌ --কেৱল পেপাৰৰ মনোৰঞ্জনৰ বাবেই---পাঠকক চমক দিবলৈকে, উত্তেজিত কৰিবলৈকে কিমান তুলিম আৰু মাছ গ্ৰেভ বা গণ সমাধিৰ ছবি। অমূল্যদা চাওক, আজিকালি প্ৰতিটো মুহূৰ্ত এনে লাগে যেন মোৰ এই কেমেৰাটোত, মোৰ এই মানুহটোৰ গাত কেৱল যেন জুই, ধোঁৱা আৰু বাৰুদৰ গোন্ধ পাওঁ। আহ। মই যে বৰ ক্লান্ত হৈ পৰিছোঁ অমূল্যদা! ৰিয়েলি!!
অমূল্য : (*হঠাৎ সলনিহৈ*) ৰাইট ৰাইট! শংকৰ সঁচাই আমি প্ৰত্যেকেই এতিয়া এক জটিল সন্ধিক্ষণত থিয় হৈছোঁহি। শংকৰ। ময়ো এটা সিদ্ধান্ত লৈছোঁ।
শংকৰ : কেনে সিদ্ধান্ত ?
অমূল্য : কাইলৈ আবেলি নিবিড় আৰু পৰীক লৈ ময়ো ঘৰটোৰ পৰা যামগৈ।



শংকৰ : (*আচৰিত হৈ*)কি? আপুনি পৰী বৌ আৰু নিবিড়কলৈ এই ঘৰটোৰ পৰা যাবগৈ মানে?
অমূল্য : ইয়েচ।
শংকৰ : (*হঠাৎ কঠোৰ সুৰত*) চাওক অমূল্যদা, এই চূড়ান্ত সংকটৰ সময়ত এই ঘৰটোৰ পৰা অৰবিন্দ গ'লগৈ। এতিয়া পৰী বৌ আৰু নিবিড়কলৈ আপুনিও যাবলৈ ওলাইছে। এনেকৈ, এই ঘৰটোত মোক, এই শংকৰক অকলশৰে এৰি থৈ আপোনালোক গুচি যোৱাৰ অৰ্থ?
অমূল্য : মই, বাধ্য শংকৰ।
শংকৰ : ন', আপুনি পলাব বিচাৰিছে।
অমূল্য : ইয়েচ। মই পলাব বিচাৰিছোঁ। শংকৰ এই সময়টোত, এই ভয়ানক, এই জ্বলন্ত সময়টোত আমাৰ দৰে সাধাৰণ মধ্যবিত্ত নাগৰিকবোৰৰ আটাইতকৈ ডাঙৰ ট্ৰেজেদি কি জানা? (*কিছু উচ্চস্বৰত*) জানা?
শংকৰ : (*নিম্নস্বৰত*) কওক।
অমূল্য : আমি সাহসেৰে, এটা প্ৰজ্ঞা বা এটা প্ৰমিজলৈ এই পৰিস্থিতিক জয় কৰিবলৈ বীৰৰ দৰে ৰণক্ষেত্ৰত নামিবও নোৱাৰোঁ, অথবা এই পৰিস্থিতি, এই সময়ৰ বুকুত নিজকে নিৰপেক্ষ কৰি ৰাখিবও নোৱাৰোঁ। আচলতে এইটো এনে এটা সময়, আমি নিজক জয় কৰিবলৈ হ'লে যুঁজিবই লাগিব। অথচ আমি যে যুঁজিবও পৰা নাই শংকৰ। ৰিয়েলি, এই সময় বৰ নিৰ্মম। বৰ ভয়ানক ভাবে এই সময়ে আমাৰ দৰে প্ৰতিজন মধ্যবিত্ত নাগৰিকক ঘৰে ঘৰে বৰ নিঃসংগ বৰ ভয়াতুৰ কৰি তুলিছে শংকৰ!

*(কৈ কৈ চোফাৰ বাউসিত মুখ গুজি ভাগি পৰে অমূল্য। অন্য এখন চোফাত বহি থকাতে শংকৰ কেমেৰাটো বুকুত সাৱটি ক্ৰমে মূৰটো গুজি দিয়ে কেমেৰাত। পৰী ক্ৰমে ক্ৰমে অমূল্যৰ কাষ চাপি ভাগি পৰা অমূল্যৰ মূৰত হাত থৈ ফেঁকুৰি উঠে)*

**Light Music (cut)**

## সপ্তম দৃশ্য

**একেই পৰিৱেশ**

**সময় ঃ নিশা**

*(মঞ্চৰ এটা বিশেষ অৱস্থানত বিদিশা বহি থাকিব। মুল খিড়িকীৰ কাষত থিয়হৈ পাৰ্থই বাহিৰৰ আকাশলৈ চাই থাকিব। বাহিৰৰ জোনাক আদি পাৰ্থৰ মুখত পৰিবহি)*

বিদিশা : (*হঠাৎ*) কোনো নাই নেকি?
*(পাৰ্থই মুখ ঘূৰাই বিদিশালৈ চায়)*
বিদিশা : এই কোঠাত মই অকলে আছোঁ নেকি?
পাৰ্থ : আপুনি নিশ্চিন্তে থাকক। মই এইখিনিতে খিড়িকীৰ কাষতে আছোঁ।
বিদিশা : খিড়িকীৰ কাষত? কি চাইছে?
পাৰ্থ : বাহিৰখন।
বিদিশা : বাহিৰখনত কি চাইছে?

পাৰ্থ ঃ জোনাক-
বিদিশা ঃ জোনাক! আহ! কেনে লাগিছে জোনাক চাই?
পাৰ্থ ঃ ভাল লগা নাই। চকুৰ সন্মুখতে এখন মুকলি পিতনি। তাত এটা শ উপঙি আছে কি ভাল লাগিব?
বিদিশা ঃ শটো চাগে লাহে লাহে ফুলি উঠিছে নহয়? আঃ ! শটোৰ গোন্ধ লাহে লাহে ? এই কোঠাটোতো বিয়পি পৰিছে যেন পাইছোঁ--তাতে
পাৰ্থ ঃ *(কাষলৈ আহি)* আচ্ছা। আপোনাৰ টোপনি আহিছে?
বিদিশা ঃ ওহো! নাই অহা। মুঠেও অহা নাই।
পাৰ্থ ঃ ৰাতি কিমান হ'ল গম পায়?
বিদিশা ঃ নাপাওঁ।
পাৰ্থ ঃ প্ৰায় চাৰে এঘাৰ বাজিছে।
বিদিশা ঃ *(হঠাৎ উচাপ খাই, ক্ষন্তেক ৰৈ)* আমি য'ত আছোঁ, এই ঘৰটোত আজি কোনো নাই নেকি?
পাৰ্থ ঃ *(হঠাৎ সচকিত হৈ)* কিয় সুধিলে?
বিদিশা ঃ মানে আনকালে ওপৰৰ কোঠাত থাকিও দিনৰ ভাগত তলত কাৰোবাৰ কাৰোবাৰ মাত-কথা শুনা যেন পাওঁ, কিন্তু আজি যেন--
পাৰ্থ ঃ তেওঁলোক কেনিবা গৈছে চাগে!
বিদিশা ঃ আমাৰ স'তে থকা সেইযে মানুহজন, আপুনি যে ৰুদ্ৰ দা বুলি মাতে, তেখেত বাৰু হঠাৎ কেনি গ'ল। আজি ৰাতিপুৱাও সুধিছিলোঁ, আপুনি একো নক'লে!
পাৰ্থ ঃ *(পুনৰ সচকিত হৈ)* গৈছে এফালে, আহিব চাগে! আচ্ছা, আপুনি শুব?
বিদিশা ঃ অকণো টোপনি অহা নাই। *(ক্ষন্তেক নিৰৱতা )* এটা কথা, মই বাৰু কিমানদিন এনেদৰে থাকিব লাগিব?
পাৰ্থ ঃ *(অপ্ৰস্তুতহৈ)* আপুনি ভীষণ ক্লান্ত। দুৰ্বল,অনুগ্ৰহ কৰি মনে মনে থাকক।
বিদিশা ঃ কিন্তু মই যে উত্তৰটো নাপালোঁ, কিয় নাপালোঁ।
পাৰ্থ ঃ *(হঠাৎ কিছু কঠোৰ হৈ)* শুনক, কোনো কথাৰ উত্তৰ দিয়াৰ অধিকাৰ মোৰ নাই!
বিদিশা ঃ *(ভয় খাই)* হয় নেকি? *(হুমুনিয়াহ এৰে, পাৰ্থ ধীৰ গতিত পায়চাৰি কৰে। মাজে মাজে হঠাৎ সচকিতহৈ খিড়িকীৰ কাষলৈ গৈ কিবা চায়। পুনৰ ঘূৰি আহি একুৰেৰিয়ামটোৰ কাষত ৰয়)*
বিদিশা ঃ আচ্ছা, এটা কথা সুধিব পাৰোঁনে? *(পাৰ্থই কোনো উত্তৰ নিদি থমকি চাই ৰয়)* মোৰ দেউতা বাৰু, আপোনালোকৰ, শত্ৰু নেকি?
পাৰ্থ ঃ *(সচকিত হৈ)* এইবোৰ কথাৰ কোনো উত্তৰ মোৰ হাতত নাই।
বিদিশা ঃ মোৰ বাৰু দোষ কি ক'বনে?
পাৰ্থ ঃ আপুনি মনে মনে থকাতো মই বিচাৰিছোঁ।
বিদিশা ঃ কিন্তু মোৰ প্ৰশ্নৰ উত্তৰবোৰ মই পোৱা নাই কিয়? যি উদ্দেশ্যে মোক ইয়াত এনেকৈ পণ-



বন্দী কৰি ৰখা হৈছে, সেই উদ্দেশ্য যদি আপোনালোকে বিচৰা মতে সফল নহয়, আপোনালোকে বাৰু মোক কি শাস্তি দিব?--মৃত্যুদণ্ড!
পাৰ্থ ঃ *(হঠাৎ কিছু কঠোৰ হৈ)* চাওক, আপুনি এই মুহূৰ্তত মনে মনে থকাতো মই কামনা কৰিছোঁ। অনুগ্ৰহ কৰি মনে মনে থাকিবনে? *(কিছু কোমলহৈ)* শুনক, আপোনাৰ মই নিচেই কাষতে আছোঁ। অকণো চিন্তা নকৰিব। ভয় নাখাব। আপুনি, আপুনি *(হঠাৎ দ্বিধাৰে ৰৈ যায়)*
বিদিশা ঃ কি হ'ল? আপুনি মোক কিবা এটা ক'ব খুজিছে। কওক , কওক আক'।
পাৰ্থ ঃ আপুনি, আপুনি মোৰ নিজৰ ভণ্টিৰ দৰে । হয় মোৰ নিজৰ ভণ্টি দৰেই, একেবাৰে সঁচা।
বিদিশা ঃ *(ভীষণ উল্লাসিত হৈ)* সঁচা, মোৰযে কিমান ভাল লাগিছে শুনি। বাৰু! এটা কথা সুধিম বুলি সাহস হোৱা নাই। আজি সোধোঁনে?
পাৰ্থ ঃ *(হঠাৎ পৰিৱৰ্তন)* সোধক।
বিদিশা ঃ আপোনালোকে বাৰু সমুদ্ৰক চিনি পায়নে?
পাৰ্থ ঃ *(প্ৰতিক্ৰিয়া)* সমুদ্ৰ! কোন সমুদ্ৰ? অ' পাওঁ, নাই নাই নাপাওঁ, কিন্তু, কিয় সুধিলে?
বিদিশা ঃ আপোনাৰ কণ্ঠটো শুনিলে সমুদ্ৰৰ কথা শুনা যেন লাগে। *(পাৰ্থৰ প্ৰতিক্ৰিয়া)* জানে, সমুদ্ৰৰ শৰীৰত এসময়ত মই সদায় এটা গোন্ধ পাইছিলোঁ।
পাৰ্থ ঃ কি গোন্ধ?
বিদিশা ঃ ঘামৰ এটা লুণীয়া গোন্ধ। যিটো গোন্ধ এতিয়া মই আপোনাৰ আৰু ৰুদ্ৰ বোলা জনৰ শৰীৰতো যেন পাইছোঁ--*(হঠাৎ অতীত ৰোমন্থনত ডুবি)* জানে এসময়ত ডনবস্কত আমি একেলগে পঢ়িছিলোঁ। সমুদ্ৰ অৱশ্যে মোৰ দাদাৰ বন্ধু আছিল। খুব চিন্তাশীল আৰু জেদি আছিল সমুদ্ৰ। মই ভীষণ শ্ৰদ্ধা কৰিছিলোঁ। আৰু এদিন শুনিলোঁ সেই ভীষণ চোকা ল'ৰাটো বিশ্ববিদ্যালয়ত পঢ়ি থাকোতেই কিবা এক মহান বিপ্লৱৰ সপোনলৈ হঠাৎ নিৰুদ্দেশহৈ গ'ল। হ'ল যে হ'লেই, আৰু কোনোদিন তেওঁৰ খবৰ নাপলোঁ *(শোকাকুল হৈ)* অথচ মই যে সমুদ্ৰক লগ পাবলৈ আজিও বৰ আশাৰে ৰৈ আছোঁ।
পাৰ্থ ঃ *(কিছু ৰূঢ় কণ্ঠত)* মোৰ অনুৰোধ, আপুনি কথা নক'ব।
বিদিশা ঃ আপুনিয়েই বাৰু সমুদ্ৰ নেকি?
পাৰ্থ ঃ *(সচকিত হৈ)* নহয়! মই সমুদ্ৰ নহয়।
বিদিশা ঃ তেওঁক বাৰু চিনি পায় নেকি?
পাৰ্থ ঃ অ' পাওঁ।
বিদিশা ঃ পায়?
পাৰ্থ ঃ ন', নেভাৰ, নাপাওঁ। মই সমুদ্ৰক চিনি নাপাওঁ।
বিদিশা ঃ নহয়, আপুনি পায়। চাওক, মাত্ৰ এবাৰৰ বাবে, এক মুহূৰ্তৰ বাবে আপুনি মোৰ এই চকুৰ কাপোৰখন খুলি দিয়ক।
পাৰ্থ ঃ নেভাৰ!
বিদিশা ঃ মই মাত্ৰ এক মুহূৰ্তৰ বাবে আপোনাক চাব খুজিছোঁ।

পাৰ্থ : নেভাৰ, *(হঠাৎ কাষলৈ আহি)* শুনক, বৰ্তমান মই কেৱল এজন মানুহ বা ব্যক্তি নহয়। এক স্পষ্ট আৰু দৃঢ় আদৰ্শৰ দ্বাৰা পৰিচালিত এটা বিপ্লৱী সংগঠনৰ মই এজন যোদ্ধা। মনত ৰাখিব, এই মুহূৰ্তত আপোনাক মই পহৰা দি আছোঁ। আপুনি মোৰ বন্দী। এনে এক চূড়ান্ত ভাবে নিৰ্মম মুহূৰ্তত আপুনি, আপুনি মোক এজন সাধাৰণ ব্যক্তি বুলি নাভাবিব। কোনো ব্যক্তিগত যন্ত্ৰণাত ভুগাই মোক আৱেগিক কৰি নুতুলিব। সাৱধান।

*(বিদিশা ভয়ত বিবৰ্ণ হৈ পৰিব। নিজৰ মাজতে সাৱধান শব্দটো কেইবাবাৰো বিভিন্ন স্বৰ গ্ৰামত উচ্চাৰণ কৰি হঠাৎ হুকুহুকাই কান্দি উঠিব)*

পাৰ্থ : *(সম্পূৰ্ণ কাষলৈ আহি কিছু নিম্নস্বৰত অথচ ৰূঢ় ভাৱে)* আপুনি কান্দিছে কিয়? কিয় কান্দিছে? কিয় কান্দিছে আপুনি?

বিদিশা : *(শোকত ভাগি পৰি)* আহ! আন্ধাৰত ডুবি যোৱাৰ যন্ত্ৰণা, পোহৰ চাব নোৱাৰাৰ যন্ত্ৰণা কি ভয়াবহ! মই কেতিয়া মুক্ত হ'ম? মই মুক্ত হ'ম নে?

*(কৈ কৈ কান্দোনত ভাগি পৰে। পাৰ্থ কিবা এক গভীৰ চিন্তাত নিমগ্ন হৈ পৰে। মুখমণ্ডলত দ্বিধা-দ্বন্দৰ প্ৰকাশ।)*

*লাইট কম্পেক্ট। সংগীত।*

## অষ্টম দৃশ্য

### একেই পৰিৱেশ

### সময় : মাজনিশা

*(পাৰ্থই মঞ্চৰ এটা বিশেষ অৱস্থানত বৈ নিম্নসুৰত বেহেলা বজাই থাকিব। বিদিশা এখন চোফাত ক্লান্তভাৱে শুই থাকিব। ক্ষন্তেক পিচতে ভিতৰৰ কোঠাৰ পৰা চকু-মুখত এক ক্লান্তিৰ চাপ লৈ চিগাৰেট হুপি হুপি এহাতে কেমেৰাটো আৰু অন্যখন হাতত এজাপ ফটো লৈ শংকৰৰ প্ৰৱেশ। হঠাৎ পাৰ্থৰ বেহেলা থমকি ৰ'ব।)*

পাৰ্থ : *(কাষলৈ আহি)* কি হ'ল শংকৰ? এই মাজ নিশা আপুনি শোৱাৰ পৰা উঠি আহিল যে?

শংকৰ : এই মুহূৰ্তত, আপোনাৰ দৰে নিশ্চিন্তে বেহেলা বজাই থকাৰ এক মানসিক শক্তি অন্ততঃ মোৰ নাই।

পাৰ্থ : আপুনি কি ক'ব বিচাৰিছে?

শংকৰ : চাওক। যি উদ্দেশ্য আগত ৰাখি আপোনালোকে এই ছোৱালীজনীক পণ বন্দী কৰিলে, তাৰ সময় সীমা উকলি যাবলৈ আৰু কিমান সময় আছে জানে? মাত্ৰ পোন্ধৰ মিনিট!

পাৰ্থ : সেই সম্পৰ্কে মই স্পষ্ট।

শংকৰ : যদি উদ্দেশ্য সফল নহয়, যদি চৰকাৰে আপোনালোকৰ সমস্ত প্ৰস্তাৱ নাকচ কৰি দিয়ে, এই ছোৱালী গৰাকীৰ কি হ'ব?

পাৰ্থ : শংকৰ! সেই সিদ্ধান্ত মোৰ হাতত নাই। এই মুহূৰ্তত মই তাইৰ ৰখীয়া মাত্ৰ।

শংকৰ : *(মুখত হঠাৎ এক বিষণ্ণ হাঁহি ফুটি উঠে)* হয় নেকি ? এবচাৰ্ড। ৰিয়েলি এবচাৰ্ড!



*(কৈ কৈ হাতৰ কেমেৰাটোৰ ফ্লিমৰ'লটো উলিয়াই মজিয়ালৈ দলিয়াই দিয়ে আৰু হাতৰ ফটোবোৰ ইখনৰ পিচত সিখন নিৰ্বিকাৰ ভাবে চালে)*

পাৰ্থ : *(সচকিত হৈ ৰ'লটো মজিয়াৰ পৰা তুলি)* কি হৈছে! আপোনাৰ কি হৈছে শংকৰ? এই ৰ'লটো কিয় উলিয়াই পেলালে? ডেমেজড'?

শংকৰ : ইয়েচ, ডেমেজড!

পাৰ্থ : কিন্তু এই ফটোবোৰ। ইমান সুন্দৰ ফটোবোৰ ফালিছে কিয়?

শংকৰ : এই ফটোবোৰ সুন্দৰ? যিবোৰ ফটোত আছে বিভৎস মৃত্যুৰ প্ৰকাশ, বিষণ্ণ জীৱনৰ ছবি, ধোঁৱাময় আতংকৰ আভাস! এইবোৰ কি যুক্তিত ভাল ফটো হ'ব পাৰে?

পাৰ্থ : অফকৰ্চ!

শংকৰ : জানে পাৰ্থ, কেৱল সংবাদ ছবিৰ বাবেই আজিকালি এই কেমেৰাটো হাতত তুলি ল'লেই মই যেন এক বিস্ফোৰিত বোমাৰ শব্দ শুনো। গৰজি উঠা অস্ত্ৰৰ শব্দ শুনো। *(হুমুনিয়াহ কাঢ়ি)* মই বৰ আতংকিত হৈছোঁ পাৰ্থ!

পাৰ্থ : কিন্তু শংকৰ, এটা পৰিৱৰ্তনৰ বাবে, এটা জাতিৰ জাগৰণৰ বাবে এখন যুদ্ধ নহ'লে। কিছু ধ্বংস নহ'লে, ৰক্তপাত নহ'লে আমি কি কোনোবা দিনা স্বাধীন হ'ম?

শংকৰ : *(কিছু শ্লেষাত্মকভাৱে)* পৃথিৱীৰ বহু দেশেইতো এনে যুদ্ধ, এনে ধ্বংস, এনে ৰক্তপাতৰ বিনিময়ত বহু স্বাধীনতা পালে। কিন্তু সেই স্বাধীনতাবোৰ পৃথিৱীত কিমানদূৰ স্থায়ী হৈছে?

পাৰ্থ : শংকৰ! স্বাধীনতা শব্দটোক আপুনি ইমান তৰল ভাবে নল'ব। আজিৰ পৃথিৱীত কোনো স্বাধীনতা স্থায়ী নহয় ঠিক, কিন্তু বহু মূল্যৰ বিনিময়ত মানুহে অৰ্জন কৰা সেই স্বাধীনতাৰ য'তেই পতন ঘটে তাৰ পৰাই আৰম্ভ হয় অন্য এক স্বাধীনতাৰ বাবে সংগ্ৰাম। লওক, ফটোবোৰ তুলি লওক। *(ক্ষণিক চাই)* আপুনি কি যথেষ্ট আতংকিত হৈছে নেকি?

শংকৰ : স্বাভাৱিক, এনে এটা ভয়ানক পৰিস্থিতিত কিবা বিপদ ঘটিলে আপোনালোকৰ অন্তত যুঁজিবলৈ অস্ত্ৰ আছে। আমাৰ কিন্তু একো নাই।

পাৰ্থ : আপুনিও কি এই ঘৰ এৰি যোৱাৰ কথা ভাবিছেনেকি?

শংকৰ : নাই ভবা।

পাৰ্থ : তেন্তে?

শংকৰ : মই হতাশ হৈছোঁ।

পাৰ্থ : আমাক লৈ?

শংকৰ : ক'ব নোৱাৰোঁ।

পাৰ্থ : চাওক শংকৰ, আমি যি আদৰ্শত অটল বিশ্বাস ৰাখি মানুহৰ শোষণ মুক্তিৰ স্বপ্নত, বিপ্লৱৰ বাবে এটা পথ বাছি ল'লোঁ, বহুতেই আজি এই পথত আস্থা ৰাখিব পৰা নাই। দেশৰ বহু আগশাৰীৰ নাগৰিকে আমাৰ, এই পথ ভুল বুলি তীব্ৰ সমালোচনা কৰিছে। আমি জানো, বিপ্লৱৰ পথ চমু নহয়, ই কাঁইটিয়া, দুৰ্গম। হয়, এই স্তৰত যদি আমি কিবা ভুল কৰিছোঁ, তেতিয়া হ'লে বিপ্লৱৰ কোনটো শুদ্ধ আৰু বিকল্প পথ আছে দেশৰ অগণন সুস্থ ৰাজনীতিক, বুদ্ধিজীৱী, শিল্পী-সাহিত্যিকে আমাক দেখুৱাই দিয়ক। কেৱল এক পক্ষীয় সমালোচনাৰে পাৰিব, পাৰিব, কোনোবা শুদ্ধ হ'ব?

*(বিদিশা হঠাৎ সাৰ পাই উঠে। শংকৰ ক্লান্তভাৱে বুকুত কেমেৰাটো গুজি চোফা এখনত বহি মূৰটো হাউলাই দিব।)*

শংকৰ : মই লাহে লাহে ভাগি পৰিছোঁ। হতাশাত ভুগিছোঁ।

পাৰ্থ : কিয়?

শংকৰ : মানে মই লাহে লাহে চিন্তা কৰিছোঁ আপোনালোকৰ কথা, আপোনালোকৰ সংগঠন, আপোনালোকৰ দলীয় আদৰ্শৰ কথা।

পাৰ্থ : মই বুজা নাই।

শংকৰ : মানে মই ক'ব খুজিছোঁ সমাজৰ এক বৃহৎ পৰিৱৰ্তনৰ বাবে, জনসাধাৰণক ৰণক্ষেত্ৰত যোদ্ধা হিচাপে থিয় কৰাবলৈ যাওতে সন্ত্ৰাসবাদ কেতিয়াও বিপ্লৱৰ চৰ্ত হ'ব নোৱাৰে।

পাৰ্থ : আপুনি কি ক'ব বিচাৰিছে? আপুনি ক'ব বিচাৰিছে নেকি সন্ত্ৰাসবাদেই আমাৰ একমাত্ৰ লক্ষ্য?

শংকৰ : নিশ্চয়। নহ'লে এটা তথাকথিত বিপ্লৱ কৰাৰ নামত আপোনালোকে কেৱল সংগঠনৰ স্থিতি বজাই ৰাখিবৰ বাবেই জধে-মধে ব্যক্তি হত্যা, পুঁজি লুণ্ঠন, নাগৰিক অপহৰণৰ দৰে অৰ্থহীন লক্ষ্য কিছুমান বাচি ন'ললেহেঁতেন। এইবোৰ, এইবোৰ বিপ্লৱৰ লক্ষ্য নহয়! এইবোৰ আপোনালোকৰ মুষ্টিমেয় এক শ্ৰেণীৰ অন্ধ আৱেগ। আপোনালোকে পথৰ সলনি ঘটাওক। নহ'লে---

পাৰ্থ : শংকৰ! এয়া আমাৰ প্ৰাথমিক ৰণকৌশলহে। এয়া আমাৰ শেষ লক্ষ্য নহয়।

শংকৰ : কিন্তু ৰণকৌশল ৰচনা কৰাৰ নামত আপোনালোকে আমাৰ দৰে সাধাৰণ নাগৰিক বিলাকক দিনে দিনে অতিষ্ঠ কৰি তুলিছে। ভীতিগ্ৰস্ত কৰি তুলিছে। তাৰ জীৱন্ত প্ৰমাণ, এই ঘৰখন। জানিব, এটা বিপ্লৱৰ সফল সমাপ্তি কেতিয়াও কেৱল এটা সংগঠনে আবেগিক খেয়াল খুচিৰে ৰচনা কৰিব নোৱাৰে। পাৰে জনসাধাৰণেহে। কিন্তু আপোনালোকৰ গণ-ভিত্তি ক'ত? ক'ত আপোনালোকৰ গণ-ভিত্তি?

পাৰ্থ : শংকৰ! আপুনি যথেষ্ট প্ৰতিক্ৰিয়াশীল কথা কৈছে। আই ৰিকুৱেষ্ট আপুনি এই প্ৰসংগ সলাওক। সলাবনে?

শংকৰ : হয় নেকি? ঠিক আছে। এই মুহূৰ্তত যিহেতু মই বাধ্য। মই মানি লৈছোঁ।
*(দেখা যাব পাৰ্থ খিড়িকীৰ কাষলৈ গৈ পৰ্দা কোঁচাই কিছু লক্ষ্য কৰি, এবাৰ একুৱেৰিয়ামটোৰ কাষলৈ আহি ক্ষন্তেক নিৰীক্ষণ কৰি হঠাৎ শংকৰলৈ চাই উত্তেজিত হৈ পৰে। দেখা যাব শংকৰে এবাৰ হাতৰ ঘড়ীটোলৈ আৰু এবাৰ বিদিশাক, পুনৰ পাৰ্থক আতংকিত হৈ চাবলৈ লৈ উত্তেজিত হৈ পৰে।)*

পাৰ্থ : *(শংকৰৰ কাষলৈ খৰকৈ আহি)* আপুনি কি চিন্তা কৰিছে শংকৰ?

শংকৰ : মই পুনৰ আতংকিত হৈছোঁ।

পাৰ্থ : মানে!

শংকৰ : চাওক, এয়া ঘড়ী চাওক, সেই ভয়ানক বিচাৰৰ ভাল বা বেয়াৰ এটা শেষ ৰায়দানৰ বাবে আৰু মাত্ৰ পাঁচ মিনিট সময় বাকী আছে! *(দেখা যাব বিদিশা আতংকিত হৈ পৰিছে। পাৰ্থৰ চকুত ধৰা পৰে)* আপুনি আতংকিত হোৱা নাই পাৰ্থ।



পাৰ্থ : ষ্টপ্। ষ্টপ্ ইট! শংকৰ এই মাজনিশা, এটা কোঠাৰ ভিতৰত কোনো নাটক তৈয়াৰ কৰিবলৈ চেষ্টা নকৰিব। যাওক আপুনি শোবকগৈ।

শংকৰ : কিন্তু এই মুহূৰ্তত মই কোনো কাৰণতে শুব নোৱাৰিম।

পাৰ্থ : *(ক্ৰুদ্ধ স্বৰত)* আপুনি শুবলৈ বাধ্য। যাওক। গুড নাইট।
*(শংকৰ যাব খোজে। হঠাৎ টেলিফ'নটো বাজি উঠে। শংকৰ ৰৈ যায়। পাৰ্থ আৰু বিদিশা আতংকিত।)*

বিদিশা : কোন?

পাৰ্থ : *(বিশ্বাস- অবিশ্বাসৰ দ্বন্দ্বলৈ ফ'নৰ কাষলৈ গৈ ক্ৰমে ফ'নটো তুলি)* হেল্ল'! হেল্ল'! কোন? অ' নহয় ৰং নাম্বাৰ! *(এক স্বস্তিৰ নিশ্বাস লৈ শংকৰৰ প্ৰস্থান)*

পাৰ্থ : *(বিদিশাৰ কাষলৈ আহি)* কি হ'ল, আপুনি সাৰ পাই গ'ল?

বিদিশা : মই ভীষণ ভয় খাইছোঁ।

পাৰ্থ : মই কাষতে আছোঁ। একো ভয় নাই।

বিদিশা : ৰাতি কিমান হ'ল?

পাৰ্থ : ক'ব নোৱাৰোঁ।

বিদিশা : আপোনালোক শোৱা নাই কিয়?

পাৰ্থ : এনেয়ে।

বিদিশা : আপোনাৰ লগত কোনে কথা পাতিছিল?

পাৰ্থ : পাতিছিল এজনে। আপুনি মনে মনে থাককচোন।

বিদিশা : নোৱাৰোঁ। মনে মনে থাকিব নোৱাৰোঁ মই।

পাৰ্থ : আস! আপুনি শুবলৈ চেষ্টা কৰকচোন। প্লিজ!

বিদিশা : কিমান শুম। শুই শুই মই যে বিৰক্ত হৈ পৰিছোঁ। এনেকৈ হ'লে চোন মই পাগলী হৈ যাম।

পাৰ্থ : আস্! আপুনি

বিদিশা : নাই, নাই মই আৰু--- *(কান্দে)*

পাৰ্থ : আপুনি কান্দিছে কিয়?

বিদিশা : *(হঠাৎ থমকি)* এটা কাম কৰিব পাৰিব?

পাৰ্থ : কি?

বিদিশা : আপুনিয়ে কালি নিশা কৈছিল, বাহিৰত জোনাক নামিছে--

পাৰ্থ : অ' কৈছিলোঁ।

বিদিশা : মোৰ এটা অনুৰোধ ৰাখিব আপুনি?

পাৰ্থ : অনুৰোধ?

বিদিশা : মানে, আজি মোক এখন্তেকৰ বাবে বাহিৰৰ জোনাকখিনি চাবলৈ দিব?

পাৰ্থ : আপুনি জোনাক চাব! কিন্তু কিয়?

বিদিশা : মোৰ যে ভীষণ চাবলৈ মন গৈছে। অকল জোনাকেই নহয়, বেয়া নাপাই যদি কথা এটা কওঁ।

পাৰ্থ : কওক
বিদিশা : জোনাক চোৱাৰ লগতে, মোৰ *(ক্ষন্তেক বৈ হঠাৎ)* আপোনাকো চাবলৈ মন গৈছে।
পাৰ্থ : মোক?
বিদিশা : হয়
পাৰ্থ : কিন্তু কিয়?
বিদিশা : ক'ব নোৱাৰোঁ। কিন্তু মোৰ যে ভীষণ চাবলৈ মন গৈছে।
*(পাৰ্থৰ অস্থিৰ পায়চাৰি)*
বিদিশা : কি হ'ল, একো নামাতিলে যে! আপুনি মোৰ কাষত নাইনেকি?
পাৰ্থ : মই কোনো কাৰণতে চকুৰ কাপোৰখন--
বিদিশা : মই ক'তো প্ৰকাশ নকৰোঁ এই কথা। খোলক, খুলি দিয়ক মোৰ এই চকুৰ কাপোৰ।
পাৰ্থ : অসম্ভৱ!
বিদিশা : মাত্ৰ এখন্তেকৰ বাবে।
পাৰ্থ : *(স্বৰ্তঃস্ফুৰ্তভাৱে)* বিদিশা!
বিদিশা : বিদিশা। আস্! এই প্ৰথম আপুনি মোক বিদিশা বুলি মাতিছে।
*(পাৰ্থ সচকিত হৈ আঁতৰি যায়)* কি হ'ল, আপুনি কেনি গ'ল? কেনি গ'ল আপুনি?
পাৰ্থ : আপুনি জোনাক চাব বিদিশা!
বিদিশা : অ' মই জোনাক চাম।
পাৰ্থ : সঁচাই আপুনি জোনাক চাব?
বিদিশা : বিশ্বাস কৰক, সঁচাকৈ মই জোনাক চাব বিচাৰিছোঁ। খোলক, খুলি দিয়ক, খুলিদিয়ক
পাৰ্থ : *(কঠোৰভাৱে নিজকে)* মই ভুল কৰা হ'ব!
বিদিশা : নহয়।
পাৰ্থ : মই ভুল কৰা হ'ব নেকি? *(নিজকে)*
বিদিশা : নহয়।
পাৰ্থ : *(ক্ৰমে ক্ৰমে বিদিশাৰ কাষলৈ আহি কিছু সময় অন্তৰ্দ্বন্দ্বত থাকি হঠাৎ বিদিশাৰ মূৰৰ পিচফালে চকুৰ বান্ধি থোৱা কাপোৰৰ গাঁঠিত হাত থৈ ফুচ্‌ফুচাই)* নহয়তো।
বিদিশা : *(ফুচফুচাই)* নহয়।
*(পাৰ্থই বিদিশাৰ চকুৰ কাপোৰ চাৎকৈ খুলি দিয়ে)*
*(সংগীতৰ বিশেষ ধ্বনি পোহৰৰ বিশেষ প্ৰয়োগ ঘটিব। দেখা যাব খোলা কাপোৰখন হাতত লৈ বহু সময় থৰ লাগি চাই ক্লান্ত বিদিশা লাহে লাহে থিয় হ'ব। মঞ্চৰ এটা কোণলৈ গতি কৰি ধীৰে ধীৰে এটা ফ্লাৱাৰ টাৰ আলফুলকৈ সাৱটি ধৰিব। চোফা,-টেবিল স্পৰ্শ কৰি এটা সময়ত মঞ্চৰ বিশেষ অৱস্থানত থকা একুৱেৰিয়ামটোত স্পৰ্শ কৰি বৈ থকা পাৰ্থৰ কাষলৈ ধীৰে ধীৰে গৈ হঠাৎ পাৰ্থৰ মুখ প্ৰত্যক্ষ কৰি চক্‌খাই উঠি।)*
বিদিশা : আপুনি! আপুনি দেখোন, সমুদ্ৰ নহয়।
*(ক্ৰমে হতাশাত শোকাকুল হৈ )* মই যে আপোনাকেই সমুদ্ৰ বুলি ভাবিছিলোঁ। *(দুই হাতেৰে মুখ ঢাকি উচুপে)*



পাৰ্থ : *(গম্ভীৰভাৱে)* আপুনি জোনাক নাচায়?
বিদিশা : *(মুখৰ পৰা দুহাত আঁতৰাই ফেঁকুৰি ফেঁকুৰি)* চাম!
পাৰ্থ : সৌ খিড়িকীখনৰ কাষলৈ যাওক। যাওক আক'
*(বিদিশাই ক্লান্তভাৱে, যেন অনিচ্ছাৰে লাহে লাহে খিড়িকীৰ কাষলৈ গৈ ধীৰে ধীৰে পৰ্দা কোঁচাই)*
বিদিশা : *(হঠাৎ মুগ্ধ হৈ)* আস্! কি সুন্দৰ! কি সুন্দৰ! *(হঠাৎ চক্ খাই)* কি? সৌখনেই পিতনি নেকি? পিতনিত ওপঙি থকা সেইটো, সেইটোৱেই শটোনেকি? কি বিভৎসভাৱে ফুলি উঠিছে শটো। আস্! জোনাক, পিতনি আৰু এটা শ'। নাই, নাই, মই আৰু চাই থাকিব নোৱাৰোঁ *(কৈয়ে ভয়াৰ্তভাৱে দুচকু ঢাকি ধৰে)*
পাৰ্থ : কিন্তু আপুনি জোনাক চাব বিচাৰিছিল।
বিদিশা : *(হঠাৎ গম্ভীৰ স্বৰত)* শটো কাৰ?
পাৰ্থ : নাজানো!
বিদিশা : আপোনালোকৰ সতীৰ্থ! আপোনালোকে নাজানে?
পাৰ্থ : নাজানো।
বিদিশা : নহয় আপুনি জানে।
পাৰ্থ : বিদিশা! এনেকৈ প্ৰশ্ন কৰি থাকিলে মই কিন্তু কঠোৰ হ'বলৈ বাধ্য হ'ম।
বিদিশা : নহয় আপুনি জানে। ক'ব, ক'বনে?
*(পাৰ্থৰ অস্থিৰ পায়চাৰি)* *(বিদিশাই নিজকে কোৱাৰ দৰে)* ঠিক আছে, মই এটা কাম কৰোঁ। সৌ দুৱাৰখন খুলি *(হঠাৎ সিদ্ধান্ত লোৱাৰ দৰে)* শটো মই কাষৰপৰা চাই আহোঁ।
*(কৈয়ে দুৱাৰ খুলিবলৈ ধৰোঁতেই)*
পাৰ্থ : *(পলকতে বিভলভাৰ উলিয়াই)* বিদিশা মই কিন্তু ক্ষমা নকৰিম। ঘূৰি আহক, ঘূৰি আহক। ঘূৰি আহিবনে? *(আতংকিত বিদিশা ধীৰে ধীৰে ঘূৰে)* এটা শ কাষৰ পৰা চাই আপোনাৰ লাভ?
বিদিশা : একো লাভ নাই। মাত্ৰ চাব বিচাৰিছোঁ।
পাৰ্থ : কিয়?
বিদিশা : *(শোকাকুল কণ্ঠেৰে)* আপোনালোকৰ দৰে এজন তেজস্বী যুৱক কেনেকৈ মৃত্যুৰ শীতল কোলাত শুই থাকে, সেই কথা কাষৰ পৰা চাই এবাৰ অনুভৱ কৰিবলৈ মন গৈছে।
পাৰ্থ : *(ভীষণ অপ্ৰস্তুত হৈ)* ঘূৰি আহক। আপুনি ঘূৰি আহক।
বিদিশা : *(পুনৰ খিড়িকীৰ কাষত বৈ)* কি বিভৎস! কি বিভৎস এই জোনাক!
পাৰ্থ : শুনক আৰু সেই বিভৎস জোনাকত সেই পিতনি ডৰাত ওপঙি থকা শটোৰ নাম শটোৰ নাম সমুদ্ৰ!!
বিদিশা : *(চকখাই)* সমুদ্ৰ!! সমুদ্ৰ!! *(ক্ৰমে কান্দোনত ভাঙি পৰি ঘপকৈ একুৱেৰিয়ামটো সাৱটি ধৰে)*

পাৰ্থ : *(ধীৰে ধীৰে কাষত বৈ)* বিদিশা, বিদিশা, আপুনি কান্দিছে কিয়?

বিদিশা : *(ক্ষন্তেক পাৰ্থলৈ চাই থাকি)* এটা কাম কৰক।

পাৰ্থ : কি?

বিদিশা : *(ক্লান্ত কণ্ঠেৰে)* মোৰ চকুত আকৌ এই ক'লা কাপোৰখন বান্ধি দিয়ক। হ'ল, হ'ল মোৰ জোনাক চোৱাৰ হেঁপাহ পূৰ্ণ হ'ল। নাচাওঁ আৰু, নাচাওঁ। দিয়ক বান্ধি দিয়ক মোৰ চকুত এই কাপোৰখন।

*(পাৰ্থই লাহে লাহে কাষ চাপি আহে আৰু বিদিশাৰ চকুত কাপোৰখন বান্ধি দিয়ে। চেণ্টাৰ টেবিলত ৰিভলভাৰটো পৰি থাকে।)*

বিদিশা : *(কাপোৰ বান্ধা হোৱাৰ লগে লগে)* মোৰ বৰ ভাগৰ লাগিছে। মোৰ ভীষণ ভয় লাগিছে। মই যে বিষাদত ভুগিছোঁ। মোৰ বাৰু শেষবিচাৰৰ সময় ওচৰ চাপি আহিছে নেকি? আৰু কিমান সময় আছে?

পাৰ্থ : আপুনি মনে মনে থাকক প্লিজ!

বিদিশা : প্ৰস্তুত। মই আজি যিকোনো পৰিস্থিতিৰ মুখামুখি হ'বলৈ প্ৰস্তুত।

পাৰ্থ : আপুনি--

বিদিশা : আচ্ছা আপুনি মোৰ এটা অনুৰোধ ৰাখিবনে?

পাৰ্থ : কওঁক।

বিদিশা : যদি বেয়া নাপায় আপুনি বেহেলাখন আকৌ এবাৰ বজাবনে?

পাৰ্থ : এই মুহূৰ্তত?

বিদিশা : অ' এই মুহূৰ্তত!

পাৰ্থ : *(কিবা ভাবি)* ঠিক আছে হ'ব। *(লাহে লাহে বেহেলাখনৰ কাষলৈ আহি হাতত বেহেলাখন তুলি লওঁতেই হঠাৎ টেলিফ'নটো বাজি উঠে) (ডাইৰেক্চন, উপৰ্যুপৰি টেলিফোনৰ শব্দ। শংকৰৰ প্ৰৱেশ)*

শংকৰ : আপুনি কি চিন্তা কৰিছে। ফোনটো তুলি লওক।

পাৰ্থ : ন'

শংকৰ : নহয় মোৰ বিশ্বাস ফোনটোত এটা জৰুৰী সংবাদ আহিছে।

পাৰ্থ : কেনে সংবাদ?

শংকৰ : মানে আমি আটায়ে যিটো সংবাদৰ বাবে উৎকণ্ঠাৰে অপেক্ষা কৰি আছোঁ। আপুনি ক'লটো ৰেচপণ্ড কৰক।

পাৰ্থ : নেভাৰ।

শংকৰ : মই কনফাৰ্ম আমালৈ এটা সংবাদ আহিছে।

পাৰ্থ : ন', শংকৰ!

শংকৰ : নহলে ফ'নটো মই তোলো।

পাৰ্থ : নোৱাৰে!



শংকৰ : কিন্তু ক'লটো আপুনি ৰেচ্পণ্ড নকৰাৰ অৰ্থ।

পাৰ্থ : অৰ্থ। শংকৰ যদি সংবাদটো দুঃসংবাদ হয়।

শংকৰ : দুঃসংবাদ?

পাৰ্থ : হ'ব পাৰে। হ'ব পাৰে।

শংকৰ : দুঃসংবাদ!

পাৰ্থ : হ'ব পাৰে! হ'ব পাৰে *(কৈ কৈ পাৰ্থই তেওঁৰ উত্তেজনাত কঁপি থকা হাতখন টেলিফ'নত থয় আৰু কয়)* ন'হয়, নহ'বও পাৰে। কিন্তু হ'বওতো পাৰে। *(ৰিং হৈ থাকে) (ক্লান্ত অথচ উত্তেজিত কণ্ঠৰে)* সচাকে' *(ফুচফুচাই)* অৱশেষত এটা সংবাদ, এটা সংবাদ আহিছে, সংবাদ আহিছে! *(কৈ কৈ পাৰ্থই ৰিং হৈ থকা টেলিফ'নটো দেহৰ সমস্ত শক্তিৰে হেঁচি ধৰে। মঞ্চৰ অন্য দুটা অৱস্থানত আতংকিত শংকৰ আৰু বিদিশা)*

*(আৱহ সংগীত আৰু পোহৰৰ বিশেষ প্ৰয়োগ আৰু সমগ্ৰ প্ৰেক্ষাগৃহত টেলিফ'নৰ উপৰ্যুপৰি ৰিং হোৱাৰ ধ্বনীত নাটকৰ যবনিকা নামি আহিব)*

সমাপ্ত

# নতুন দিগন্ত

## ড° যোগেন বায়ন



### চৰিত্ৰাৱলী

মনবৰ. বংমন . মেধি. মনু সাতোলা . বিহুবৰ. নবীন মাষ্টৰ. দেৱেবা.
বিশ্বনাথ. হেমন্ত. শেৱালি. ৰঙিলী.



## প্ৰস্তাৱনা

শুনাহে বাপুসকল শুনা কাণপাতি
অসমীয়া মানুহৰ কেনে লটি ঘটি
আউসীৰ এন্ধাৰে আজি ঘেৰিলে অসম
অস্তিত্ব বিপন্ন আজি শংকত বিষম।

দেশত সোমাল লাখ লাখ বিদেশীৰ জাক
দুষ্কৃতিয়ে গ্ৰাসি ললে মিলিলে বিপাক
বদন-মীৰজাফৰে মিলি কৰে আস্ফালন
লাচিত অবিহনে নোহে দানৱ দলন।

কোন আছে লাচিতৰ লব হেংদান
কোন আছে চিলাৰায় বীৰ মহীয়ান
জ্ঞানীয়ে বিচাৰি পায় শ্ৰমহে সুচল
খেতি আৰু উদ্যোগহে দেশৰ বাহুবল।

কৰ্মইহে দেশ গঢ়িব আনিব সম্পদ
নিষ্কৰ্মাই সমাজলৈ আনিব বিপদ
আহা আজি অসমীয়া বিপদ কৰা অন্ত
বিপ্লৱে আনিব নিশ্চয় নতুন দিগন্ত।

## প্ৰথম দৃশ্য

*( মনবৰ ৰংমনহঁতৰ ঘৰৰ বহিৰ্ভাগ দেখা গৈছে। অলপ খোনা আৰু খোৰা দেবেৰাক এখন টুলত বহি থকা দেখা গৈছে। সি গছৰ গুটি কেইটামানেৰে খেলি থকা দেখা গৈছে। এনেতে পথাৰৰ পৰা ৰংমন আহে, হাতত এডাল এছাৰি।)*

দেবেৰা :- আ - আহিলা?

ৰংমন :- অ' আহিলোঁ। ঘৰত কোনো নাই নেকি? ( *দেবেৰা নিমাত*) ঐ দেবেৰা, তোক সুধিছোঁ। ককাইদেউ আৰু নবৌ ঘৰত নাই নেকি?

দেবেৰা :- ( *ইংগিত হাতৰ*) না- নাই?

ৰংমন :- গ'ল ক'লৈ ( *অলপ বৈ*) নেমাত কিয়?

দেবেৰা :- চিনেমা চাবলৈ গৈছে টা টা - টাউনলৈ।

ৰংমন :- চিনেমা চাবলৈ গৈছে হুঁ? টকা পালে ক'ত?

দেবেৰা :- ধা-ধান বিক্ৰী কৰিলে, এক কুইণ্টল - নাই - ডেৰ কুইণ্টল।

ৰংমন :- বাহ্ - বাহ্। ভঁৰালৰ ধান বিক্ৰী কৰি চিনেমা চায়? মই তেজক পানী কৰি হাল- কোৰ মাৰি, সাতডাল হেঙাৰ কাতি কৰি - পথাৰৰ পৰা চপাই আনি ভঁৰালতে থওঁ আৰু আমাৰ চাহাব মেমচাহেবে ভঁৰালৰ ধান বিক্ৰী কৰি চিনেমা চায়। (*এছাৰিডাল জোকাৰি*) আজি আহক দেখুৱাম চিনেমাৰ মজা।

দেবেৰা :- এছাৰি জোকাৰিলে কি হ'ব ককাই ? আগত পৰিলে তুমি দে -দে-দেখোন বেঙেমূতা গৰুৰ দৰে মনে মনে থাকা।

ৰংমন :- আজি তুমি চাই থাকিবা। ময়ে বেঙেমূতা গৰু হওঁ নে এই দুজনে বেঙেমূতা হৈ বে-কৰি চাই থাকে। আজি লগাম বাপেকে ৰাম-ৰাৱণৰ যুঁজ। সিহঁতে মোক কি বুলি ভাবিছে হুঁ - - কি বুলি ভাবিছে?

দেবেৰা :- তোমাক ৰামুধোবাৰ গাধটো বুলিহে ভাবিছে। হেঃ হেঃ হেঃ।

ৰংমন :- হাঁহিছা? পেংলাই কৰিছা নহয়? আজি ৰংমনৰ গাত বীৰা উঠিছে। আজি চাহাব মেমক বুজাই দিম গাধ কোন আৰু ঘোঁৰা কোন? দেবেৰা --

দেবেৰা :- কৈ ,কৈ যোৱা, কৈ যোৱা।

ৰংমন :- ককাইদেৱে গৰুটো গোহালিত বান্ধি থৈ গৈছেনে?

দেবেৰা :- হেঃ হেঃ হেঃ -- বন্ধা নাই। পথাৰত খুটি মাৰি বান্ধি থৈ গৈছে আৰু তোমাক সন্ধিয়াৰ লগে লগে গৰুটো আনি গোহালিত বন্ধাৰ কথা কৈছে।

ৰংমন :- কি কʼলি? গৰুটো মইহে বান্ধি থব লাগিব? গাখীৰ খাব সিহঁতে আৰু গৰুৰ লগত গৰু হৈ থাকিম মই? লাজ নেলাগে? লাজ নেলাগে?

দেবেৰা :- তুমি দেখোন মোৰ ওপৰতেই গ - গ - গৰম হে উঠিলা? মোক ক'লে কি হব? শ-শৰীৰত ডেকা তেজ আছে যদি ক-ককায়েৰাক কʼবা ন- বৌৰেৰাক ক'বা। মোৰ ওপৰত ছ-ছৰ্দাৰ উঠিলে কি হʼব।

ৰংমন :- শুনা দেবেৰা, তোমাক কোৱাৰ প্ৰয়োজন নাই, মই ভালকৈ জানো। কিন্তু দেবেৰা, দৰকাৰ হʼলে তুমি মোৰ হৈ সাক্ষী ক ব লাগিব। কʼবানে নাই?

দেবেৰা :- কম নিশ্চয় ক'ম, এশ বাৰ ক'ম। সঁচা কথা ক ব'লে এই দেবেৰাই কাকো ভয় নকৰে।

ৰংমন :- কথা ঠিক? সময় হ'লে তুমি সঁচা ক'বলৈ ভয় নকৰিবা।

দেবেৰা :- মই মুঠেই ভয় নকৰোঁ। সঁচা কথা ঘপ্‌ঘপ্ কৈ যাম।

ৰংমন :- ঠিক আছে, সেইটোৱে মোক লাগে। সময়ত ভয় নেখাবি কিন্তু?

দেবেৰা :- দেবেৰাই কাকো ভয় নকৰে।

ৰংমন :- ঠিক আছে। গৰু থাকক পথাৰৰ মাজত। মই গৰু নানো। গৰুক ঘাঁহ কাটি খুৱাও মই, পথাৰত মেলিব লাগে মই, গাখীৰ খীৰাব লাগে মই আৰু সিহঁত দুজনে ধোদৰ পচলা হৈ লিটাৰে লিটাৰে গাখীৰ খাব আৰু বজাৰত,বিক্ৰী কৰিব। ইহ - যেন বান্দৰে মেকুৰীক পিঠা ভগাই দিয়া কাৰবাৰ। এই বেলি সেইচব্ নচলিব। চাহ-চিঙৰা খোৱা, চিনেমা চোৱা নচলিব। শুন দেবেৰা, এই পৰৰ মূৰত কঁঠাল ভাঙি খোৱা কায়দা নচলিব - বুজিছা?

দেবেৰা :- সেই কথা ককায়েৰা আৰু নবৌৰেৰাক কবা।

ৰংমন :- তোকো ক'ম। তুমি পাৰা-প্ৰতিবেশী, তোমাক ক বʼই লাগিব।

দেবেৰা :- মই তোমাৰ সাততো নাই পাঁচতো নাই। সিহঁতে টাউনলৈ যাওঁতে মোক কলে — 'আমাৰ ৰংমন আহে মানে ঘৰটো চাবা।' মই পাৰা-প্ৰতিবেশী হিচাপে ইয়াত ঘৰটো ৰখি আছোঁ। মোৰ মনত তুমি যেনে ককায়েৰাও তেনে।

ৰংমন :- শুনা দেবেৰা, মোৰ কাৰণে তোমাৰ দুখ নেলাগে? তুমি সকলো কথাই জানা। হয়নে?

দেবেৰা :- তোমাৰ দুখ-কষ্ট দেখিলে সঁচাকৈ বৰ বে-বেয়া লাগে অ'।

ৰংমন :- দেউতাৰ ঢুকুৱাৰ পাচৰ পৰা গৃহস্থীৰ সকলো বোজা মোৰ ওপৰত। ককাই চাকৰি কৰি ঘৰৰ খৰচ অলপ কৰিছিল। চাকৰিৰ পৰা চাচ্‌পেণ্ড হৈ তাৰো মুদা মৰিল। এই সকলোবিলাক তুমি দেখি আছা, কেনে এটা কিষ্কিন্ধা কাণ্ড চলি আছে ঘৰখনত।

দেবেৰা :- এৰা অ, তোমালোকৰ এই অঘাসুৰ-বকাসুৰৰ কাহিনী মই ৰঙিলীক লগ পালেই কওঁ । তোমাৰ কথা শুনি তাই বৰ দুখ কৰে দেই।

ৰংমন :- ৰঙিলীয়ে মোৰ কথা কয় নেকি? কি কয় ভাল কয়নে?

দেবেৰা :- তোমাৰ সদায় ভালেই কয়। কথাৰ লাচতেই বুজি পাওঁ নহয় তাইৰ তোমালৈ কিমান মৰম, কিমান বেথা। লগ পালেই কেৱল তোমাৰ কথা সোধে। মানে তাইৰ ম - ম - মনটো তোমাৰ লগতে বন্ধা।

ৰংমন :- সিদিনাখন মোক সিহঁতৰ ঘৰলৈ মাতিছিল - মই বুজিছা, এই নবৌ থকা কাৰণেই নগলোঁ। ৰঙিলীয়ে মোক, মোক বেয়া পাইছে নেকি?

দেবেৰা :- মোক স - স-সকলো কথাকেই কৈছ। বুজিছে তাই বু - বু - বুজিছে, তোমাৰ অসুবিধা কোনখিনিত বুজিছে। ৰঙিলীয়ে তোমাক বৰ ভাল পায়হে বুজিছা?

ৰংমন :- ধেৎ, তুমি মোক ঠাট্টা কৰিছা যেন পাওঁ।

দেবেৰা ঃ- আৰে তোমাৰ ৰঙিলীৰ কছম। তোমাৰ কাৰণে তাই মৰি যা - যা - যাব পাৰে।

বংমন ঃ- তই সঁচাকৈ কৈছ নে? ৰঙিলীয়ে তোমাক কৈছে নেকি?

দেবেৰা ঃ- আৰে ভগৱানৰ কছম্ — আলবৎ কৈছে ?

বংমন ঃ- এহ্ তুমি মিছাকৈ কৈছা। ইমান লিখা-পঢ়া কৰা ছোৱালী। ক'ত মোৰ নিচিনা এজন থাৰ্ড ডিভিজন মেট্ৰিক পাছক ভাল পাবহে?

দেবেৰা ঃ- হেৰা, তোমাৰ ভালপোৱাৰ আগত এইবিলাকৰ কোনো মূল্য নাই। ক-কথাতে কয় নহয়- - টকাত ঘূৰে ধনীৰ মন, প্ৰেমত ঘূৰে ভূ-ভূ-ভূ-ভূ

বংমন ঃ- ভুমণ্ডল — (*দুয়ো হাঁহে*)

দেবেৰা ঃ- ঠিক্ কৈছা ভূ-ভূমণ্ডল। এহ্ ৰ'বা, ককায়েৰা আৰু নবৌৰেৰাই তোমাক ৰাতিৰ ভাত কেইটা ৰান্ধি থ'ব দিছে। মই কথাৰ লাচতে পাহৰিয়েই গৈছিলোঁ।

বংমন ঃ- টাউনত গা ঘেলাই চিনেমা চাই, ঘৰলৈ আহিব ৰাতি ন বজাত আৰু মই সিহঁতলৈ ভাত ৰান্ধি থ'ম? কচু ৰান্ধি থ'ম বাপেকে।

দেবেৰা ঃ- তুমি যি কৰা - কৰা। মোক ক'বলৈ কৈছিল, মই কলোঁ। মই যাওঁ (*যাব খোজে*)

বংমন ঃ- আহক্, সিহঁতলৈ ভালকৈ ভাতে- মঙহে ৰান্ধি টেবুলত সজাই থম। শুনা দেবেৰা, তুমি কৈ দিবা, এনেকৈ আৰু বেচি দিন নচলিব। বাৰিষা পৰিলেই আহিব মৰাসুঁতিতো ঢল। ঢল আহিলে একে কোবতে লংকা পোৱাবগৈ। মই এইবাৰ খাটাং কথা কৈ দিছো।

দেবেৰা ঃ- তুমি যি কোৱা ক'বা সিহঁতক। মোক ক'বলৈ কৈছিল, মই তোমাক ক'লো। তাৰ পিছত বালি-সুগ্ৰীবৰ ৰণখন চলাই থাকিবা। আমি চাই থাকিম।

বংমন ঃ- এইবাৰ চাই থাকা ক'ৰ পানী ক'লৈ যায়?

দেবেৰা ঃ- তুমি, এইবিলাক মোক শুনাইছা কিয়?

বংমন ঃ- তোমাক শুনাইছোঁ এই কাৰণেই যে দৰকাৰ হ'লে সঁচা কাহিনীবোৰ তুমি ৰাইজৰ আগত ক'ব লাগিব। ক'বা নে নাই?

দেবেৰা ঃ- ক'ম - নিশ্চয় ক'ম। কিন্তু তুমি গদাযুদ্ধ পাতা, ধনুযুদ্ধ পাতা সেইবিলাক তোমাৰ কথা। সেই বি- বিলাক মোক নক'বা।

বংমন ঃ- গদাযুদ্ধৰ দৰ্শক হ'ব লাগিব।

দেবেৰা ঃ- হ'ম, দৰ্শকো হ'ম। মই আহিলোঁ। (*তাৰ ঘৰৰ পিনে যায়*)

বংমন ঃ- আজি ভালদৰে ভাত খুৱাম তিনি কাঁহী। (*কঁকালত গামোচা টানি বান্ধে*) মই মানুহ নে কি বুলি ভাবা?

(*কাকো নেদেখি ঘৰৰ ভিতৰলৈ যায় আৰু এছাৰিৰে বস্তু-বাহানিত কোবাই থাকে। দুই এটা বস্তু বাহিৰলৈ দলিয়ায়। বিহুবৰ আহি পোৱাৰ পাচ ত কিবা এটা দলিওৱা বস্তু তাৰ গাতেই পৰে।*)

বিহুবৰ ঃ- (*অকণমান সোমাই আহে*) অ' বংমন! বস্তুবিলাক দলিয়াইছ কেলেই?

বংমন ঃ- (*ওলাই আহি*) মই আজি গোটেইখন ভাঙিম। মই ইয়াত নেথাকো। সিহঁতক 'বকাসুৰ বধ' ভাওনা দেখুৱাম।

বিহুবৰ ঃ- কাকনো 'বকাসুৰ বধ' ভাওনা দেখুৱাবা বংমন?



বংমন ঃ- আমাৰ বৰডেকা মনবৰ কাকতি আৰু তেৰাৰ ভাৰ্যা শেৱালি কাকতিয়নী। ঘৰত নাই, টাউনলৈ গৈছে। তাৰ পৰা আহিলে ভাওনাখন দেখুৱাম বুলি ভাবিছোঁ।

বিহুবৰ ঃ- হেৰা, মনবৰ কাকতিয়ে তোমাক কি কৰিলে?

বংমন ঃ- কি কৰা নাই কোৱা। ভঁৰালৰ পৰা এক কুইন্টল ধান বিক্ৰী কৰি ঘৈণীয়েকক লগত লৈ টাউনলৈ চিনেমা চাবলৈ গৈছে। মনবৰ — কাকতি , ফাকতি নহয় ১ নং কাকতি। মনবৰ কাকতিয়ে মোক জ্বলাই মাৰিলে। দুৰ্নীতি কৰিবলৈ গৈ চাকৰিৰ পৰা চাচপেণ্ড হৈ টাউন চহৰত টিঘিল ঘিলাই ঘূৰি ফুৰিছে। আকৌ ফিতাহি মাৰি ফুৰে সি গ্ৰেজুৱেট, ঘৈণীয়েক গ্ৰেজুৱেট। কিমান যে ওফাইদাং মৰা কথা।

বিহুবৰ ঃ- চাকৰিৰ কিবা গোলমাল লগা বুলি শুনিছোঁ, সঁচানে?

বংমন ঃ- ক'লো নহয় — দুৰ্নীতি কৰিব গৈ চাচ্‌পেণ্ড হৈ আছে আজি তিনিমাহে।

বিহুবৰ ঃ- এৰা অ', মই শুনিব পালো টকা নিদিলে বোলে ফাইলৰ কাকত উলিয়ায় ছিৰি পেলাই দিয়ে। এই গৰু চোৰৰ বুদ্ধি ভাল হোৱা নাই দেই। এতিয়াই কেনেকৈ চলিছে? ধাৰ-ধুৰ কৰিছে হ'ব পায়।

বংমন ঃ- কোনে তাক ধাৰ দিব? এই গাধটোৰ ওপৰত গৃহস্থালিৰ মেটমৰা ভাৰখন পৰিছে। মন্ত্ৰী, এম. এল. এক লগ ধৰি চাকৰি দিব বুলি কাৰো - কাৰোবাৰ পৰা টকাও লৈছে। ঘৰৰ বস্তু-বাহানি বিক্ৰী কৰি টাউনলৈ গৈ চিনেমা চাইছে, ৰেষ্টোৰাত বহি দুয়ো কাটলেট্-মামলেট্ খাইছে, চিনেমা চাইছে, ঘূৰিছে-ফুৰিছে, আৰামত আছে।

বিহুবৰ ঃ- চাকৰি-বাকৰি নাই, খেতি-বাতিত হাল-কোৰ মাৰিলেও পৰিয়ালটোৰ উপকাৰ হয়। বেচেৰা সৰু ভায়েকটোৱে খেতি-বাতি কৰি, মূৰৰ ঘাম মাটিত পেলাব আৰু তেওঁ তাৰ মূৰত কঁঠাল ভাঙি খাব।

বংমন ঃ- বি.এ পাছ কৰিছে, এতিয়া নাঙলৰ মুঠিত ধৰিবলৈ তাৰ লাজ লাগে নহয়?

বিহুবৰ ঃ- এই ফুটানিৰ কাৰণেই আজি অসমীয়াৰ এনে দুৰৱস্থা। অসমৰ মাটি লাহে লাহে গৈ বিদেশী বহিৰাগতৰ সম্পত্তি হৈ পৰিছে। মাটিয়েই যাৰ নাই, দেশত তাৰ কোনো স্বত্বও নাই। এই কথাটো যিজনে নুবুজে, সেইজনে নাগৰিকত্বও নুবুজে।

বংমন ঃ- মাটিৰ স্বত্ব হেৰুৱালে যে নাগৰিকত্বৰ স্বত্বও হেৰুৱায়, সেই কথা আমাৰ মনবৰ কাকতিৰ বুদ্ধি বৃত্তিয়ে চুকি নেপায়।

বিহুবৰ ঃ- অকল মনবৰ কাকতিৰে নহয় বহু শিক্ষিত অসমীয়াই বুজি নেপায় বা বুজিবলৈ ইচ্ছাও নকৰে। এইসকল হ'ল অপদাৰ্থ, জাতিৰ কলংক।

বংমন ঃ- ফাঁকি-ফুকা দি যদি কোনো কষ্ট নকৰাকৈ গা ঘেলাই খাব পাৰে, তেনেহলে দেহা মৰা খাটনি খাটিব কেলেই? খেতি কৰিবলৈ এই গাধটো আছো নহয়?

বিহুবৰ ঃ- বৰ বেয়া কথা- বৰ বেয়া কথা। সৰু ভায়েকৰ ওপৰত ইমান জুলুম, বৰ বেয়া কথা।

বংমন ঃ- দিনৰ দিনটো হালবাই খেতি পথাৰৰ পৰা আহিলোঁ। ভোকত পেট ৰপ্ ৰপাই আছে। পেটৰ কেঁচু কুমটিও মৰিল। দেবেৰাক ইয়াত বহাই থৈ অৰ্দাৰ দি গৈছে "বংমন আহিলে ৰাতিৰ ভাত-পানী ৰান্ধি থ'বলৈ কবি"।

বিহুবৰ ঃ- দিনভৰ একো নোখোৱাকৈ কাম কৰি আছিলা পথাৰত?

ৰংমন ঃ- ৰাতিৰ পঁইতা ভাত দুটামান আছিল, তাকে খাই বোকা খচি হালমাৰি আছোঁ। ঘৰত আহি চাওঁ, কেৰাহিত এটাও ভাত নাই। ইয়াত আহি শুনিলোঁ গৰু আনি গোহালিত বান্ধি থৈ ৰাতিৰ কাৰণে আকৌ মোকহে ভাত ৰান্ধি থ'বলৈ কৈছে।

বিহুবৰ ঃ- অত্যাচাৰৰ এটা সীমা আছে দেই। মনবৰ ইমান দূৰ গ'ল। তাৰ কি লাজ-চৰম নাইকিয়া হ'ল? তোমালোক ডেকা মানুহ ,খেতি পথাৰত হালকোৰ মাৰিবা আৰু নবৌৱেৰাই ঘৰত ভাত- পানী ৰান্ধি থ'ব, সেইটোহে সজ কথা। দেখ দেখকৈ নবৌৱেৰাজনী আছে, ভাত-পানী ৰান্ধি থ'ব। তুমি আকৌ হালমাৰি আহি ভাত ৰান্ধিবা কেলেই? তুমি কিবা অনাথ নে?

ৰংমন ঃ- বিহুকাই, অনাথ হ'লেও ভাল আছিল। নিজৰ ইচ্ছামতে এজনী চপাই ললোহেতেন! পথাৰৰ পৰা হাড় ভঙা পৰিশ্ৰম কৰি ঘৰলৈ আহি, সাজি দিয়া দুগৰাহ অন্ততঃ নিমখ-ভাত পালোহেতেন!

বিহুবৰ ঃ- বৰ অন্যায় কথা - বৰ লাজ লগা কথা। হেৰা ৰংমন , আমাৰো মা-দেউতা সকুতেই ঢুকাইছিল। ডাঙৰ হ'লোঁ ককাইদেউ আৰু নবৌৰ আদৰ-মৰমত। উপযুক্ত বয়স হ'ল ককাই -নবৌৱে ছোৱালী চাই বিয়া কৰাই দিলে।

ৰংমন ঃ- তোমালোক ভাগ্যৱান। আমাৰ ককাই- নবৌৱে ছোৱালী চাই বিয়া কৰাই দিয়া দূৰৈৰ কথা, কোনোবাই যদি ছোৱালী যাচিবলৈ আহেও, ইহঁত দুজনে মোৰ বদনাম কৈ ছোৱালীৰ বাপেক- মাকক ভয় খুৱাই দিয়ে।

বিহুবৰ ঃ- ছোৱালীৰ মাক-বাপেকক কি কয়?

ৰংমন ঃ- সেইবিলাক বহুত কথা। কাৰোবাক কয় কাম-বন নাই, লঠুৱা-ডঙুৱা এটাক বিয়া কৰাই দি ছোৱালীজনীক মূৰ খোৱা হ'ব। এইবিলাক নানা ৰঙৰ গল্প।

বিহুবৰ ঃ- কিনো কোৱাহে , নিজৰ ভায়েকৰ বদনাম কৈ ছোৱালী ভাঙে? কিবা অলপ দায়-দোষ থাকিলে তাক ঢাকিবহে লাগে। সিহঁতৰ উচিত কাম হ'ল বিয়া পতা, বিয়া ভঙাতো নহয়।

ৰংমন ঃ- দহবিঘা মাটিত অকলে হাল মাৰো, খেতি কৰোঁ আৰু অকলে ধান চপাওঁ, ভঁৰালত থওঁ। বাকী পাঁচশ-বিঘা মাটিত ৰবি শস্য ৰুই, ঘৰৰ খোৱাটো উলিয়াও বাকীখিনি কবি-মূলা, শাক -পাচলিৰ বজাৰত বিকো। মই বুই-কাটি অনা ধান ভঁৰালৰ পৰা উলিয়াই বিক্ৰী কৰি টাউনলৈ গৈ চিনেমা চায়। ৰেষ্টোৰাত চাহ- জলপান খায়। কোৱা, মোৰ খং উঠিবনে নাই?

বিহুবৰ ঃ- খং উঠিবৰ কথাই। অইন যিয়েই নকৰক, তোমাৰ বিয়াখন পতাত যে সিহঁতে বিধি-পথালি দি আছে, সেইটো বৰ বেইমানী কাম হৈছে।

ৰংমন ঃ- মোৰ বিয়া পাতিবলৈ ইহঁত দুজনৰ কোনো ৰকমৰ ইচ্ছা নাই।

বিহুবৰ ঃ- তোমাৰ বিয়াখন পাতি দিলে ঠেঙৰ ওপৰত ঠেং তুলি খাব কেনেকৈ?

ৰংমন ঃ- তুমি ঠিক ধৰিছা বিহুকাই, তুমি ঠিক ধৰিছা।

বিহুবৰ ঃ- হেৰি অ' ৰংমন, ভাল ছোৱালী বিচাৰি পোৱা নাই নেকি?

ৰংমন ঃ- এহ, নহয় নহয়, সেইবিলাক ফাঁকিহে। মই কিবা অক্ষম নেকি? নে গাতেই বলশক্তি নাই?



বিহুবৰ ঃ- হয় দিয়া, তোমাৰ দৰে স্বাস্থ্যবান, কৰ্মী ল'ৰাৰ কাৰণে ছোৱালীৰ অভাৱ নে? বাটে - ঘাটে ওলালেই কেৱল ছোৱালীহে ছোৱালী দেখোন।

ৰংমন ঃ- বিহুবৰ কাই, কিমান ছোৱালীৰ মাক-বাপেক আহিল বিয়াৰ কাৰণে তাৰ লেখ-জোখ নাই। ইহঁতে এইজনক ক'ব এটা দোষ আছে , লৰাটো ভালকৈ নুশুনে, এজনক ক'ব আমাৰ ৰংমন বৰ খঙাল, কথাত লাগিলেই চোকা দাখন উলিয়ায়। কাৰোবাক ক'ব এটা ভিতৰুৱা বেমাৰ আছে আমাৰ ৰংমনৰ, সেইকাৰণে বিয়াৰ কথা চিন্তা কৰিব পৰা নাই।

বিহুবৰ ঃ- কিনো কোৱাহে, তোমাৰ নিজৰ ককাই -নবৌৰ এই পাষণ্ড কাম। কাৰোবাৰ ভ া যে ক - ভনীয়েকৰ কিবা দায়-দোষ থাকিলে মানুহে লুকুৱায়, আৰু এওঁলোকে একোটা দোষ খুচৰি উলিয়ায়?

ৰংমন ঃ- কাৰোবাক ক'ব কাম-বন নাই ঘৈণীয়েকক পুহিব কেনেকৈ?

বিহুবৰ ঃ- উৱা, তুমিচোন গোটেই ঘৰখনকে পুহি আছা। ভীমকলৰ নোদোকা পুলিটোৰ দৰে লহং-পহং চেহেৰা, তাক কয় বোলে ভিতৰুৱা বেমাৰ আছে।

ৰংমন ঃ- কাৰোবাক ক'ব বেমাৰটো ভাল হলেহে বিয়াৰ চিন্তা কৰিম; নহ'লে পৰৰ ছোৱালী এজনী আনি বধৰ ভাগী হ'ব লাগিব।

বিহুবৰ ঃ- ইমান সাংঘাতিক কথা, ইমান বেইমানী কথা। দহ-পোন্ধৰ বিঘা মাটি অকলে চহায়, মৈ দি, ধান ৰুই, হোলোঙাবাৰি কান্ধত লৈ ধান চপায়। মৰণা মাৰি, জাৰি-জোকাৰি ভঁৰালত থয়। সেইজন , যাঁড়গৰুৰ দৰে চেহেৰাৰ কৰ্মযোগীজন হ'ল নিবনুৱা-বেমাৰী । এই থুলন্তৰ দেহাটো , বলধ গৰুৰ লগত এপাক যুজ দিব পাৰে, সি হ'ল বেমাৰী। হেৰা ৰংমন, তুমি বুলিহে ইমানখিনি সহ্য কৰি আছা। অইন কোনোবা ডেকা হ'লে ফাঁই উঠি এফালৰ পৰা টঙনিয়াই গ'লহেঁতেন।

ৰংমন ঃ- মোৰো কেতিয়াবা ফাঁই উঠি যায় আকউ। ভাবো মনতে, দিওঁ নেকি গোটেই সোপাকে লণ্ড-ভণ্ড কৰি। কথাতে কয় বোলে ঘাত মৰে নে ৰিম্‌ৰিমিত মৰে। এজনীক কথা দিছোঁ - - মোৰ হাত-ভৰি বন্ধা। নহলে বাপেকে হনুমানে লংকা দহন কৰা দিলোহেঁতেন! মোৰ হাত-ভৰি বন্ধা।

বিহুবৰ ঃ- কাৰোবাক কিবা কথা দিলা? কি কথা দিলা?

ৰংমন ঃ- বোলে চ'ত মাহৰ খেৰত জুই লাগিলে গোটেইখন পুৰি তহিলং দিব। ব'হাগলৈ বাট চা, ব'হাগতহে বিয়াৰ পানী পৰে বোলে।

বিহুবৰ ঃ- আজিচোন চ'তমাহৰ শেষ দিন। ৰাতি পুৱালেই ব'হাগ।

ৰংমন ঃ- টেকেলি ভাঙিম। চ'ত মাহৰ শেষ দিন টেকেলি ভাঙিম। কি কৰিম, বিহুকাই, সেইজনীক কথা দিছো -- কথা মই ৰাখিমেই। নহলে - নহলে -

বিহুবৰ ঃ- কোন অ' সেইজনী?

( *হঠাৎ দেবেৰা আহে*)

দেবেৰা ঃ- কি নহলে -- নহলে কৰি থাকা। আ - আ - আচল কথাটো নো নো নোকোৱা কিয়? কৈ কৈ দিয়া।

বিহুবৰ ঃ- কিবা আচল কথা আছে নেকি অ'? মোক লুকুৱাইছ হুঁ?

বংমন ঃ- নাই নাই -- তোমাক লুকুৱাবলৈ কিটো আছে?

দেবেৰা ঃ- তেনেহলে নোকোৱা কিয়?

বংমন ঃ- হেৰৌ গছত কঁঠাল ওঁঠত তেল।

দেবেৰা ঃ- কঁঠাল পকিছে, গছ-গছৰ পৰা পৰো পৰো অৱস্থা।

বংমন ঃ- হেৰৌ হাকুটি নাই -- পাৰিবি কেনেকৈ?

দেবেৰা ঃ- আছে অ' আছে! হা - হা - হাকুটি আছে।

বংমন ঃ- চুটি তেনেই চুটি। চুটি হাকুটিৰ কাম নাই।

দেবেৰা ঃ- দী-দী-দীঘল কৰি ল'ব পাৰি। কো-কো-কোনো চিন্তা নাই।

বিহুবৰ ঃ- (*ধমক মাৰি*) কি চুটি দীঘল কৰি আছা? খুলি নোকোৱা কিয়?

দেবেৰা ঃ- হয় দেই। ক ক ক ককাইক কোৱা ভাল হ'ব।

বিহুবৰ ঃ- তেনেহলে নোকোৱা কেলেই?

দেবেৰা ঃ- পা পা পাৰ্মিচন পালে এতিয়াই ক'ম।

বিহুবৰ ঃ- কি কথা লুকুৱাইছ বংমন। তোমাৰ ভালৰ কাৰণেই আমি কাম কৰি থাকিম। তুমি আমাক কথা লুকুৱালে তোমাৰেই বেয়া।

বংমন ঃ- হেৰা দেবেৰা -- কথাটো নোকোৱা কিয়?

দেবেৰা ঃ- তোমাৰ দেখো প্ৰা - প্ৰা - প্ৰাইভেট কথা।

বংমন ঃ- হেৰ, প্ৰাইভেট কথা আমাৰ বিহুকাইক ক'লে একো নহয়, বৰং পিচলৈ ভাল হ'ব।

বিহুবৰ ঃ- কচোন -- কি কথা ?

দেবেৰা ঃ- ৰ - ৰ - ৰ - ৰঙ্ - গিলি।

বিহুবৰ ঃ- কি লঙ্গিৰী - নে লঙগিলি।

দেবেৰা ঃ- বংমন ককাই, তুমি তুমিয়েই কোৱা।

বিহুবৰ ঃ- এইডালে কি লংগিলি - লংগিলি কৰিছে অ'?

বংমন ঃ- কথাটো হ'ল আমাৰ ৰঙিলীকলৈ।

বিহুবৰ ঃ- কোন ৰঙিলী?

বংমন ঃ- আমাৰ ককাইদেউ ৰঙিলীৰ ভিনিহিয়েক হয়। মানে নবৌৰ সৰু ভনীয়েক। ককাইদেউৰ খুলশালী।

বিহুবৰ ঃ- নবীন মাষ্টৰৰ ছোৱালী? কিমান ডাঙৰ হৈছে?

বংমন ঃ- ডাঙৰ ছোৱালী, কেতিয়াবাই গাভৰু হ'ল। এতিয়া কলেজত পঢ়ি আছে। অহাবাৰলৈ বি.এ ফাইনেল দিব।

বিহুবৰ ঃ- হয় নেকি? দেখিবলৈ কেনেকুৱা?

দেবেৰা ঃ- বঢ়িয়া - বঢ়িয়া। (*চকুৰে ইংগিত দিয়ে*) বৰ ভাল পায়।

বিহুবৰ ঃ- হেৰৌ দেখিবলৈ কেনেকুৱা?

বংমন ঃ- দেবেৰাই ক'লে দেখো।

বিহুবৰ ঃ- তোমাৰ চকুত কেনেকুৱা? দেবেৰাইটো সকলো গাভৰু ছোৱালীকে বঢ়িয়া কয়।

বংমন ঃ- দেবেৰাই কোৱা মতেই হয়।



বিহুবৰ ঃ- তেনেহলে গাখীৰতে ম'হৰ খুটি। ঢোল কোবাই দিলেই হৈ গ'ল। ইমানদিনে আহম্মকৰ দৰে মনে মনে আছা কেলেই?

ৰংমন ঃ- মনে মনে নেথাকি কি কৰো? ককাইদেউ আৰু নবৌ হেঙাৰ হৈ বাধা দি আছে। তাতে আকৌ মই হ'লো থাৰ্ড ডিভিজনে মেট্ৰিক পাছ। ছোৱলী হ'ল কলেজত বি.এ পঢ়া ছোৱালী। সেই কাৰণে হাকুটি চুটি বুলি কৈছোঁ।

বিহুবৰ ঃ- থোৱা, থোৱা তোমাৰ কলেজত পঢ়া ছোৱালী। তুমি এজন সুঠাম দেহৰ কৰ্মী যুৱক। খেতি কৰি শস্য চপোৱা জানো এটা qualification নহয়। বি.এ. পাছ এজন নিবনুৱাতকৈ ভাল খেতিয়ক এজনৰ সন্মান বহু বেছি। এজন ভাল খেতিয়কে এখন দেশৰ অৰ্থনৈতিক ক্ষেত্ৰত যি অৰিহণা যোগায়, তাৰ তুলনাত বি.এ পাছ কৰা মানুহৰ দাম অতি কম। দেশ এখনক প্ৰগতিৰ পথলৈ নিব পাৰে খেতি আৰু উদ্যোগে।

ৰংমন ঃ- সেইটো তুমিহে ভাবিছা। এচাম মানুহ আছে, সিহঁতে কয়, লিখা-পঢ়া নজনা মূৰ্খইহে বোলে হালৰ মুঠিত ধৰে।

বিহুবৰ ঃ- এৰা, এইচাম মানুহেই হ'ল প্ৰকৃততে মূৰ্খ। আজি পৃথিৱীৰ মানুহখিনিয়ে কি খাই জীয়াই আছে।

ৰংমন ঃ- খাদ্য খাই জীয়াই আছে।

বিহুবৰ ঃ- সেই খাদ্য ক'ৰপৰা আহিছে? কোনে যোগান ধৰিছে?

ৰংমন ঃ- সেই খাদ্য আহিছে খেতিৰ পৰা। যোগান ধৰিছে খেতিয়কে।

বিহুবৰ ঃ- আৰু সেই খেতিয়কসকলৰ তুমিও এজন। খেতি নহলে, খেতিয়ক নেথাকিলে বিশ্বস্ৰষ্টাৰ সৃষ্টিতেই কেনা লাগিলহেঁতেন!

ৰংমন ঃ- এই কথাবিলাক নজনা কাৰণেই আমাক মূৰ্খ বুলিবলৈ সুবিধা পাইছে।

বিহুবৰ ঃ- তুমি খেতি কৰিছা, সেই কাৰণে তোমাৰ ককায়েৰা আৰু নবৌৰেৰাই তোমাক মূৰ্খ বুলি হেয়জ্ঞান কৰিছে। প্ৰকৃত পক্ষে তোমাৰ ককায়েৰা মনবৰ কাকতি আৰু তেওঁৰ ঘৈণীয়েকহে মূৰ্খৰ শ্ৰেণীত পৰে। শুনা ৰংমন, এইবিলাক কথা কৈ লাভ নাই। হাল এৰি দিয়েই অসমীয়া মানুহ আজি ৰসাতলে যাব ধৰিছে আৰু মাটি, সম্পত্তি বাহিৰাগত বিদেশীৰ হস্তগত হৈছে।

দেবেৰা ঃ- ক - ক - ক - ককাইৰ কথাবিলাক শু-শু-শুনিয়েই ভাল লাগিছে।

বিহুবৰ ঃ- কথা শুনি ভাল লাগিলেই নহ'ব। হাতে- কামে লাগি যাব লাগিব। তাৰ আগতে ৰংমন আৰু ৰঙিলীৰ বিয়াখন পাতি দিব লাগিব।

ৰংমন ঃ- সেইটো তোমালোকেহে ভাবিছা, মাক-বাপেকে বা কি কয়?

বিহুবৰ ঃ- ৰংমন, মই নবীন মাষ্টৰক ভালকৈ চিনি পাওঁ। তেখেতে তোমাৰ দৰে কৰ্মী যুৱকক কেতিয়াওঅপচন্দ নকৰে।

ৰংমন ঃ- কিন্তু মোৰ লিখা-পঢ়া বিদ্যা দেখো ছোৱালীতকৈ কম। তেনেস্থলত এটা আপত্তিকৰ কথা নুঠিব জানো?

বিহুবৰ ঃ- সেইবিলাক তাহানিৰ দিনৰ কথা। এতিয়া ছোৱালীবিলাক শিক্ষিতা হৈছে। বহু বিয়াত দেখা যায় ল'ৰাতকৈ ছোৱালীৰ শিক্ষা-দীক্ষাহে বেছি। তদুপৰি তোমাৰ কলেজীয়া বিদ্যাহে

ছোৱালীতকৈ কম, তুমি এজন ভাল খেতিয়ক হিচাপে, বিচাৰ কৰিবলৈ গলে তুমি এজন Technically educated person.

ৰংমন :- কিন্তু সমাজৰ বেছিভাগেই দেখো কলেজীয়া বিদ্যাকহে বিদ্যা বুলি কয়।

বিহুৱৰ :- থোৱা তোমাৰ কলেজীয়া বিদ্যা। বি.এ. এম.এ. পাছ কৰি হেজাৰ হেজাৰ অসমীয়া ল'ৰাই টলৌ টলৌকৈ দালালৰ পাছে পাছে চাকৰি বিচাৰি ঘূৰি ফুৰিব লাগিছে। সিহঁত হালৰো নহ'ল ফালৰো নহ'ল।

ৰংমন :- তথাপি শিক্ষাৰ এটা বেলেগ দাম আছে।

দেবেৰা :- এৰা - শিক্ষাৰ দা-দা-দাম পেটত গামোচা বন্ধা। আকাশত চাংপতা কথা।

ৰংমন :- সকলোবিলাক শিক্ষিত ডেকা-গাভৰুৱে পেটত গামোছা বান্ধিছে নেকি?

বিহুৱৰ :- প্ৰায়বিলাকৰে তেনেই অৱস্থা। নহলে লাখে লাখে ভেগাবন্দৰ সৃষ্টি হ'ল ক'ৰ পৰা। অৱশ্যে এই কথা ঠিক যে অসমীয়া মানুহে কৰ্ম সংস্কৃতিক আদৰি লব নেজানে। আৰু ইয়াৰ সুবিধা গ্ৰহণ কৰি বহিৰাগত বিদেশীয়ে দেশখন ভৰি পৰিছে।

দেবেৰা :- ককাইদেৱে একেবাৰে আচল কথাটোকে কৈছে।

ৰংমন :- তুমি এজন আকৌ পণ্ডিত ওলালা। ক বুলিব নেজান পণ্ডিত হ'ব খোজা?

দেবেৰা :- ন - ন - নহয়নো কি? কাম কৰিছো খাইছোঁ। বি.এ পাছ কৰি ফুটানি মাৰি ওফাইদাং মাৰি ঘূ - ঘূ - ঘূৰি ফুৰা নাই। নিজে আ-আৰ্জি - খাইছোঁ।

ৰংমন :- তুমি ইয়াৰ পৰা যোৱা।

বিহুৱৰ :- ৰ বাঁ দেবেৰা, তুমি বিশ্বনাথ আৰু হেমন্তক চিনি পোৱা নহয়?

দেবেৰা :- পাওঁ - কিন্তু কোনখিনিত থাকে বা?

বিহুৱৰ :- আমতলী নামে এডোখৰ ঠাই আছে, আমাৰ বেঁকী নদীটোৰ পাৰতে।

দেবেৰা :- অ' - অ' - জা - জা - জানো-জানো।

বিহুৱৰ :- আমতলীত এটা লাইব্ৰেৰী আছে। সেই লাইব্ৰেৰীটোৰ ওচৰতে বিশ্বনাথ আৰু হেমন্তৰ ঘৰ। সিহঁতক ইয়ালৈ অলপ মাতি আনিব লাগে। পাৰিবি?

দেবেৰা :- পা - পাৰিম।

বিহুৱৰ :- সিহঁতক কবি বিহুৱৰ ককাইয়ে পঠাইছে। সিহঁতক তোৰ লগতে লৈ আহিবি - বুজিলি?

দেবেৰা :- অ' - অ' (*দেবেৰা ওলাই যায়*)

বিহুৱৰ :- শুনা ৰংমন, কথাটো মই অলপ চিন্তা কৰি চালোঁ। ৰঙিলীক বিয়া কৰিবলৈ যদি তোমাৰ মন, মই এবাৰ নবীন মাষ্টৰক কথাটো টুকুৰিয়াই চাব খোজো।

ৰংমন :- সেইটো তোমাৰ দয়া বুলিয়েই মই ধৰি ল'ম। তুমি মোৰ মোমাইৰ পুতেক ককাইদেউ, এজন গাৰ্জেন। কথাটো সুধিবলৈ তোমাৰ এক্তিয়াৰ আছে।

বিহুৱৰ :- ৰ বাঁ, ৰঙিলীৰ তোমালৈ আহিবৰ মন আছেনে? লিখা-পঢ়া জনা ছোৱালী, তাইক আকৌ ডাক্তৰ, ইঞ্জিনিয়াৰ নেলাগেতো?

ৰংমন :- নাই - নাই। তাই মোক মনটো দিছেই। মাক-দেউতাকে সুধিলেই আপত্তি নাই বুলি ক'ব।

বিহুৱৰ :- ছোৱালীয়ে তৎক্ষণাত মনৰ কথা নকয়। সিহঁতৰ বুক ফাটিলেও মুখ নেফাটে। যদি সময়ত ওলোটা



ৰংমন :- নাই - নাই, অন্তৰ খুলি সকলো কথাকে মোক কৈছে। মাত্ৰ অলপ ভয় কৰে বায়েক আৰু ভিনিহিয়েকলৈ।

বিহুৱৰ :- তেনেহলে চিন্তাৰ কথা নাই। ছোৱালী নিজে পচন্দ কৰিলে, বায়েক-ভিনিয়েকৰ কোন কুটা। আমি আগবাঢ়িব পাৰো।

ৰংমন :- তুমি তো নেজানা বিহুকায়, আমাৰ নবৌ হেজাৰত এজনী। এনে গোলমাল লগাই দিব যে মাক বাপেক ফাটি পলাব।

বিহুৱৰ :- একো কৰিব নোৱাৰে। ছোৱালী নিজে বিয়াত বহো বুলিয়ে কলে, বায়েকৰ কি সাধ্য আছে বাধা দিবলৈ।

ৰংমন :- মই ক'লোঁ নহয়, তুমি মইনাটোহে দেখিছা মইনাধৰা ফান্দখনতো দেখা নাই।

বিহুৱৰ :- হেৰা ভাইটি, মোৰো নাম বিহুৱৰ। অতি কমেও কুৰি / পঁচিছখন বিয়া পাতি দিলোঁ। কোনো বেটাই মোৰ কামত বাধা দিবলৈ সাহস কৰা নাই।

ৰংমন :- মই ক'লো নহয়, তুমি মইনাহে দেখিছা ফান্দখন দেখা নাই। এইখন বালী ৰজাৰ ফান্দ।

বিহুৱৰ :- হেৰা ৰংমন, মইনা মই দেখা নাই, কিন্তু ফান্দখন দেখিছো। মইনা তুমি সাৱধানে ৰাখিবা। ফান্দখন ভঙা দায়িত্ব মোৰ।

ৰংমন :- ককাই, তুমি কথাবিলাক ভাবি-চিন্তি কৈছানে?

বিহুৱৰ :- একেবাৰে ভাবি-চিন্তি কৈছোঁ। এই বিয়া মই পাতিমেই পাতিম।
(*এনেতে বিশ্বনাথ, হেমন্তক লৈ দেবেৰা আহে*)

দেবেৰা :- মই যাওঁ ককাইটি --- মোৰ অলপ কাম আছে ঘৰত। (*দেবেৰা যায়*)

বিশ্বনাথ :- (বিহুৱৰক) মহাদেউ, আমাক মাতিছিল নেকি?

বিহুৱৰ :- এৰাও, বিশ্বনাথ, তোমালোক দুজনক বৰ দৰকাৰ। প্ৰথম কোৱা, নবীন মাষ্টৰৰ সৰুজনী জীয়েক,-

বিশ্বনাথ :- আপুনি ৰঙিলীৰ কথা কৈছে?

বিহুৱৰ :- এৰা ৰঙিলী -- ৰঙিলীয়ে আমাৰ ৰংমনক বিয়া কৰাবলৈ আপত্তি কৰিব নেকি?

হেমন্ত :- নকৰে, সঁচাকথা ক'বলৈ গ'লে ৰঙিলীয়ে ৰংমনৰ বাহিৰে, অইন কাৰো লগতেই বিয়াত নবহে।

বিহুৱৰ :- তোমালোকে কেনেকৈ জানিলা?

বিশ্বনাথ :- ৰঙিলী আমাৰ 'নতুন দিগন্ত' সমাজৰ এজনী সক্ৰিয় সদস্যা। আমাক সকলো কথাই ৰঙিলীয়ে কৈছে। বায়েক -ভিনিহিয়েকে বিয়াখন হ'বলৈ নিদিয়ে। সেই ধমকিক্ আমি ভয় নকৰোঁ। আমাৰ সমাজৰ সকলো সদস্যই এইখন বিয়াৰ পক্ষপাতী তদুপৰি ৰঙিলী হ'ল আমাৰ মহিলা শাখাৰ সম্পাদিকা।

হেমন্ত :- আমি থিয় হ'লে বায়েক-ভিনিয়েক পলাই পত্ৰং দিব।

বিহুৱৰ :- তেনেহ'লে কোনো চিন্তা নাই? এই বিয়া নিশ্চয় হ'বই?

বিশ্বনাথ :- আমি 'গ্যাৰাণ্টি' দি কৈছোঁ, এই বিয়া অৱশ্যম্ভাৱী

বিহুৱৰ :- শুনিলা ৰংমন, ডেকা শক্তি তোমাৰ আৰু ৰঙিলীৰ বিয়া পাতি দিবলৈ সকলো ঠিক্ ঠাক্

করিয়েই থৈছে। তোমালোকৰ 'নতুন দিগন্ত' নামৰ সামাজিক-সাংস্কৃতিক অনুষ্ঠানৰ কাম কিমান দূৰ আগবাঢ়িছে।

হেমন্ত :- ৰামৰতন চৌধুৰী ডাঙৰীয়াই মীন মহলৰ কাৰণে তেখেতৰ চাৰে সাতবিঘা পতিত মাটি আমাৰ অনুষ্ঠানক দান কৰিছে। পুখুৰী খন্দা কাম চলি আছে। অহা সপ্তাহত সেই বিৰাট পুখুৰীটোত মাছ এৰি দিম। চাৰিওপিনে মাটি উঠাই যি ঢাপ্ বন্ধা হ'ব তাত মালভোগ কলৰ বাগান হব।

বিশ্বনাথ :- সত্ৰসমূহৰ মাটি বহু বিদেশীয়ে কৰায়ত্ত কৰিছে। এই মাটিবোৰ মুকলি কৰি বড়ো ধান, শালি ধান আদিৰ খেতি কৰিব লাগিব। সত্ৰসমূহক আমি খেতিৰ মাটিৰ বিনিময়ত আৰ্থিক সাহায্য আগবঢ়াম।

হেমন্ত :- চৰকাৰী বহু মাটি অবৈধভাৱে কিছুমান সন্দেহজনক বিদেশীয়ে দখল কৰি আছে। এই সমস্ত মাটি মোকলাই খেতিৰ বন্দৱস্ত কৰা হ'ব।

বিশ্বনাথ :- ব্ৰহ্মপুত্ৰৰ চৰ-চাপৰি বিলাক অবৈধভাৱে বলপূৰ্বক কিছুমান বিদেশীয়ে দখল কৰি আছে। এই চৰ-চাপৰি বিলাক হৈছে চোৰ-ডকাইতৰ আড্ডা। ওচৰ-চুবুৰীয়া দেশৰ পৰা বহু Dangerous criminal ৰ এই চৰ-চাপৰি কিছুমান দুৰ্গ হৈ উঠিছে। এইবিলাক অসমৰ মাটি, অসমীয়াই হস্তগত কৰিবই লাগিব।

হেমন্ত :- আমাৰ কৰ্ম-আঁচনিৰ আন এটা দিশ হ'ব আমি সমগ্ৰ অসমৰ ডেকা-গাভৰুক জগাই তুলিম। আমাৰ আতাইতকৈ দুৰ্বল আৰু গৰিহণা-প্ৰাপ্য স্বভাৱ হ'ল কৰ্ম-বিমুখতা। অসমীয়াই কৰ্মসংস্কৃতিৰ মাজেৰেহে সোণৰ অসমৰ গঢ় দিব পাৰিব। আমাৰ দলত ৰংমন কাই আৰু ৰঙিলী বাইদেউৰ বহু কথা তেওঁলোকে জানে।

বিহুবৰ :- শুনিলা ৰংমন, তোমালোকেও এই কৰ্ম-আঁচনিত সক্ৰিয় সহযোগ দিব লাগিব।

ৰংমন :- নিশ্চয়, দেশৰ কাৰণে, জাতিৰ কাৰণে প্ৰাণ দিবলৈ আমি সাজু আছো।

বিহুবৰ :- বিশ্বনাথ -- হেমন্ত, কালি ৰাতিপুৱা ৯ বজাত ৰংমনৰ চোতাললৈ আহিবা। এওঁলোকৰ পৰিয়ালৰ মাজত হোৱা অশান্তিৰ এটি সুবিচাৰ কৰিব লাগিব।

হেমন্ত :- আহিম, ৰংমন আৰু ৰঙিলীক আমাৰ কৰ্ম-আঁচনিত বৰ দৰকাৰ হ'ব। বাৰু আহোঁ *(বিশ্বনাথ আৰু হেমন্ত যায়।)*

বিহুবৰ :- ৰংমন, সেই কাৰণেই মই বিশ্বনাথ আৰু হেমন্তক মাতি পঠিয়াইছিলোঁ। এওঁলোকৰ সহায় তোমালোকৰ বৰ দৰকাৰ হ'ব। তদুপৰি ৰঙিলী হ'ল তেওঁলোকৰ সন্থাটোৰ এজন বিশিষ্ট কৰ্মী। এতিয়া তোমাৰ মইনা ভালকৈ ৰাখিবা, ফান্দখনৰ দায়িত্ব মোৰ। বুজিলানে নাই?

ৰংমন :- মোৰ মইনাই কিন্তু ঠিকেই থাকিব দেই ককাইদেউ।

বিহুবৰ :- *(দূৰলৈ দেখুৱাই)* সৌৱা দেখিছানে? নবীন মাষ্টৰ নহয়নে?

ৰংমন :- অ' হয়, তেখেতেই ; আমাৰ ঘৰলৈয়ে আহিছে।

বিহুবৰ :- লগত এজনী ছোৱালীও। কোন অ' সেইজনী।

ৰংমন :- *(লাজ লাজ কৰি)* সেইজনী ৰঙিলী আকউ -- নবৌৰ ভনীয়েক নহয় জানো?

বিহুবৰ :- বৰ ভাল হৈছে, বিয়াখন আজিয়েই পকা কৰিম। আজি তোমাৰ একাদশত বৃহস্পতি।



ৰংমন :- একাদশত বৃহস্পতি বুলি সেই কাৰণেই কৈছিলা নেকি?

বিহুবৰ :- নহয় নো কি? তোমাৰ বিয়াৰ কথা কৈ থাকোতেই কইনা হাজিৰ। ইয়াকেই কয় কপাল — হেৰ কপাল। দেখা নাই ৰঙিলীৰ হাতত ডাঙৰ টোপোলা।

ৰংমন :- ভাল কপালনে মন্দ কপাল?

বিহুবৰ :- ভালো নহয় মন্দও নহয়, একেবাৰে উত্তম কপাল। ব'লা ব'লা, তেওঁলোকে আহি পালেই। আগবঢ়াই লৈ আহো ব'লা।

*(বিহুবৰ আৰু ৰংমন আগবাঢ়ি যায়। নবীন মাষ্টৰ-ৰঙিলী সোমাই আহে। ৰঙিলীৰ হাতত এটি খোৱা বস্তুৰ টোপোলা।)*

বিহুবৰ :- আহক- আহক আমাৰ পৰম সৌভাগ্য। গঙ্গা বিচাৰি ভগীৰথ যাবই নেলাগে। ওলোটা গংগাইহে ভগীৰথক বিচাৰি আহিছে।

নবীন :- কি গঙ্গা-ভগীৰথ কৈ আছে, আমি হ'লে একো ধৰিবই পৰা নাই।

বিহুবৰ :- বুজিব সকলো বুজিব। আমপাতত, কলপাতত সেন্দূৰ ঘঁহিলে কি বুজে?

নবীন :- এটা শুভ কাম সম্পাদনা কৰাকে বুজায়।

বিহুবৰ :- তেনেহলে দেখোন বুজিছেই। বলকচোন, একাযৰীয়া হৈ দুযাৰ মাংগলিক অনুষ্ঠানৰ কথাকে পাতোঁ।

নবীন :- ৰঙিলী, যাচোন আই বায়েৰৰ লগতে দেখা কৰগৈ।

বিহুবৰ :- বায়েক-ভিনিহিয়েক ঘৰত নাই -- টাউনলৈ গৈছে। তুমি আইজনী সৰু মালিকৰ লগতে কথা-বতৰা হোৱাচোন। আমিও অলপ আমাৰ কথা পাতো।

*(নবীন আৰু বিহুবৰে মঞ্চৰ এটা কোণত ফাচ্‌ফুচকৈ কথা পাতে। আনপিনে ৰংমন আৰু ৰঙিলীয়ে এটি কোণত ৰসিক বাক্যলাপ কৰে, যিটো ভাব-ভংগীত বুজা যায়। ইতিমধ্যে ৰঙিলীয়ে ৰংমনৰ হাতত দুটা লজেন্স গুজি দিয়ে আৰু ৰংমনে জেপত ভৰায়। কিছুসময় এনেদৰে কথা-বতৰা হোৱাৰ পাছ ত নবীনে ৰঙিলীক মাতে।)*

নবীন :- আই ৰঙিলী, ঘৰৰ ভিতৰৰ পৰা দুটা মুঢ়া আনাচোন। আমি ইয়াতেই বহি অলপ কথা পাতো। *(ৰঙিলীয়ে দুটা মুঢ়া আনি দিয়ে)*

নবীন :- হেৰি অ' বোপা ৰংমন! ঘৰত চাহ-চেনি আছেনে?

ৰংমন :- আছে দেউতা।

নবীন :- দেচোন আমাক দু কাপ চাহ পগাই দেচোন। আমি টোপোলাত কিবাকিবি আনিছো। তাৰ পৰা কিছু উলিয়াই আমাক চাহৰ লগত দিব পাৰা।

বিহুবৰ :- নাই, আমাক একোৰেই নেলাগে, মাত্ৰ খালি চাহ দুকাপ হ'লেই হ'ব। সেইথিনি জীয়েক-জোৱায়েকে পিচত খাব।

*(ৰংমন ৰঙিলী ঘৰৰ ভিতৰ সোমায় আৰু নবীন বিহুবৰে কথা পাতে।)*

নবীন :- বুজিলা বিহুবৰ বিয়া বাৰৰ ক্ষেত্ৰত মই সমালোচনাৰ পাত্ৰ হ'ব নিবিচাৰো। সেইকাৰণে মই সকলো দিশ মাৰি মুৰিহে কামত আগবাঢ়িব খোজো। যাতে ভৱিষ্যতে কিবা এটি বেয়া ভাল হলেও মোক দুষিব নোৱাৰে।

বিহুবৰ ঃ- কথাটো অৱশ্যে দলিয়াই পেলাব নোৱাৰি। কিন্তু ৰংমন এজন কৰ্মী লৰা হিচাপে কোনোৰকমে অপাত্ৰ বুলি ক'ব নোৱাৰি। আপুনিয়েই চাওঁক, মনবৰৰ চাকৰি নাই আজি তিনিমাহ ধৰি, কিন্তু ৰংমনে ঘৰখন সুন্দৰভাৱে চলাই আছে। বাৰীৰ শাক-পাচলি, বাৰীৰ তামোল-পাণ, কল-কুঁহিয়াৰ আৰু খেতিৰ ধান কেইটাৰে গোটেই পৰিয়ালটো খাই লৈ আছে। মনবৰে ঘৰৰ কোনো কামেই নকৰে। এনে স্থলত ৰংমন ৰঙিলীৰ কাৰণে উপযুক্ত পাত্ৰ।

নবীন ঃ- তোমাৰ কথাষাৰ মই দলিয়াই পেলাব নোৱাৰোঁ। মোৰ নিজৰ ফালৰ পৰা কোনো আপত্তি নাই।

বিহুবৰ ঃ- কোনোবাই হয়তো শিক্ষা-দীক্ষাৰ কথাটো উলিয়াব পাৰে। ল'ৰাজন অশিক্ষিত নহয়, সিও মেট্ৰিক পাছ কৰিছে। ৰঙিলীয়ে বি.এ পঢ়ি আছে কিন্তু এই যুগত বি.এ, এম.এ পাছ কৰি ভেগাবণ্ড কোম্পানীত নাম ভৰ্তি কৰা বাদে বিকল্প নাই। আজি অসমত কিমান লাখ ল'ৰা-ছোৱালী নিবনুৱা হৈ আছে।

নবীন ঃ- মই এশ বাৰ তোমাৰ কথাত হয়ভৰ দিছোঁ। শিক্ষা-দীক্ষাৰ কথাটোলৈয়েই বায়েক-ভিনিহিয়েকৰ ভীষণ আপত্তি।

বিহুবৰ ঃ- সিহঁত দুজন হেঙাৰ হৈ পৰিছে?

নবীন ঃ- হেঙাৰ মানে, বৰ ডাঙৰ হেঙাৰ হৈ পৰিছে। শিক্ষাৰ ক্ষেত্ৰতো আপত্তি আছেই, তাৰোপৰি সিহঁতৰ আন এটি আপত্তিৰ কাৰণ হ'ল, একেখন ঘৰতে দুজনী ভনীয়েক পৰিলে হেনো সেইখন ঘৰত বিষম অশান্তিৰ সৃষ্টি হ ব।

বিহুবৰ ঃ- বহু ক্ষেত্ৰত দেখা গৈছে, দুজনী ভনীয়েক একেখন ঘৰত বোৱাৰী হৈ সোমোৱাত, সেই ঘৰৰ আশান্তি দূৰ হৈ শান্তি বিৰাজ কৰিছে। তেনে ঘৰো আমি দেখিছো।

নবীন ঃ- মই তোমাৰ কথা অস্বীকাৰ কৰা নাই। তেনে ঘৰো আছে।

বিহুবৰ ঃ- তেনেহলে আপত্তিৰ কি কাৰণ থাকিব পাৰে?

নবীন ঃ- মই দেখো তোমাক ক'লোঁৱেই; মোৰ কোনো আপত্তি নাই। তদুপৰি সিহঁতে কয় ক'ৰ এজন পুলিচ অফিচাৰ ঠিক্-ঠাক্ কৰিছে। সিহঁতে হেনো কথাও দিছে, ছোৱালী মনত লগা হ'লে বিয়া পাতিবই।

বিহুবৰ ঃ- পুলিচ অফিচাৰজনে আহি ছোৱালী চালেনে?

নবীন ঃ- নাই-ইয়ালৈ অহা নাই। তেওঁক হেনো টাউনলৈ নি ছোৱালী দেখুৱাব লাগে।

বিহুবৰ ঃ- আমাৰ ছোৱালীৰ কোনো দামেই নাই বুলি ভাবিছে। হেঁচি ঠেলি কোনোৰকমে বিয়া দিব পাৰিলেই যেন ৰক্ষা। কোনোবা 'ফোৰ টুৱেনটিৰ' পাকত পৰিছে আপোনাৰ জী-জোঁৱাই। ক'ত পুলিচ অফিচাৰ হ'ব, হয়তো পুলিচ কনষ্টেবল্ হ'ব পাৰে।

নবীন ঃ- এৰা, মোৰো তেনেই লাগিছে। টাউনলৈ ছোৱালী নি দেখুৱাব লাগে। নিধক কৰবাৰ।

বিহুবৰ ঃ- সেইজনে ছোৱালীক পণ্য দ্ৰব্যৰ দৰেহে জ্ঞান কৰে। একেবাৰে নীচ প্ৰকৃতিৰ লোক। অসমীয়া ছোৱালীৰ সমাজত উচ্চ স্থান আছে। 'ঘৰৰে লখিমী গাভৰু ছোৱালী উলিয়াই দিবলৈ টান।'

নবীন ঃ- শুনা বিহুবৰ, ওৰে জীৱনটো শিক্ষকতা কৰি এটি পৰমজ্ঞান উপলব্ধি কৰিছোঁ, যি



সমাজে নাৰীক উচ্চস্থান দিয়ে সেই সমাজ প্ৰগতিবাদী। অসমীয়া সমাজৰ সতী জয়মতী, ৰমণী গাভৰু,চন্দ্ৰী আই, সতী ৰাধিকা, কনকলতা, আই ভোগেশ্বৰী, একোটি উজ্জ্বল নক্ষত্ৰই অসমক জিলিকাই ৰাখিছে।

*(এনেতে ৰঙিলীয়ে দুকাপ চাহ আনে)*

বিহুবৰ ঃ- আমাৰ ৰঙিলী আইদেৱে চাহ আনিলেই।

ৰঙিলী ঃ- ককাইদেউ, মাই কেইখনমান পিঠা ভাজি দি পঠাইছিল। বেয়া নেপায় যদি কেইখনমান আনি দিওঁ।

বিহুবৰ ঃ- নাই - নাই নেলাগে। মোৰ পেটটো ভাল নহয়। সময় হ'লে পিঠা-পায়স সকলো খাম। তুমি যে আজি কৈছা মোৰ খোৱা যেন লাগিছে। আমাৰ ডেকা ৰংমনকে দিয়া, দহখন খালেও হজম কৰি পেলাব।

ৰঙিলী ঃ- তেওঁ নিজে নিজেই ল'লে এসোপা। কাইলৈ বোলে আকৌ পিঠা ভাজি আনিব লাগিব।

নবীন ঃ- এৰা কাইলৈ আহিবই লাগিব, বিশেষ কাম আছে জী-জোঁৱাইৰ লগত। বোপা ৰংমন, আমি আহোঁহে।

ৰংমন ঃ- কাইলৈ কেতিয়াকৈ আহিব দেউতা?

নবীন ঃ- কাইলৈ বিয়লিহে আহিম। বিহুবৰ তুমি বহা। আমাৰ গন্তব্য স্থান আকৌ দূৰণিবটীয়া। ইপিনে সন্ধ্যাও নামি আহিল। ৰঙিলী ব'ল।

*(নবীন মাষ্টৰ অলপ আগবাঢ়ে। ৰঙিলীয়ে ৰংমনৰ পিনে চাই চাই হাঁহে)*

ৰঙিলী ঃ- যাওঁ দেই --

*(দুয়ো অৰ্থপূৰ্ণভাৱে মিচিকিয়াই হাঁহে। ৰঙিলী যোৱাৰ পিনে ৰংমনে তধা লাগি চাই থাকে। বিহুবৰে মতাতহে তাৰ গালৈ তৎ আহে।)*

বিহুবৰ ঃ- ৰংমন! অ' ৰংমন!

ৰংমন ঃ- *(অপ্ৰস্তুত হয়)* অ' কি হ'ল ককাই।

বিহুবৰ ঃ- তুমি দেখোন সন্ধিয়াৰ জোনাকী পৰুৱাটিলৈ চায়েই থাকিলা।

ৰংমন ঃ- এ নহয় -- এনেয়ে। ককাই , দেউতাকে কি ক'লে? তেখেতৰ কিবা অমত আছেনেকি?

বিহুবৰ ঃ- ৰঙিলীৰ দেউতাকে মোক সকলো কথাই ক'লে। বেচেৰা বৰ বিপদত পৰিছে। তোমাৰ ককায়েৰা আৰু নবৌৱেৰাই তোমাৰ কাল হ'ল। সিহঁতে ৰঙিলীক তোমালৈ নিদিয়ে। কোনোবা পুলিচ অফিচাৰ উলিয়াইছে। ক'ত তোমাৰ পুলিচ অফিচাৰ আহিছে সকলো bluff.

ৰংমন ঃ- ককাইদেউ আৰু নবৌৰ কথা ৰঙিলীয়ে মোক ক'লে। তাইক মোলৈ বিয়া দিলে বোলে সিহঁতে বিয়াকে নেচায়। কোনো সহযোগ নকৰে। নবৌৱে বোলে মাক-দেউতাকক আঙুলি জোকাৰি জোকাৰি কৈছে, -- যে ৰঙিলীক মোলৈ বিয়া দিলে, তেওঁ বোলে বৰবিহ খাই মৰিব।

বিহুবৰ ঃ- এৰা, দেউতাকে মোক সকলো কথাকেই ক'লে দুখ মনে। মাষ্টৰ বাবু বৰ বিপাঙত পৰিছে। ডাঙৰ ছোৱালীৰ ধমকি পাই হেনো মাকে ভীষণ ভয় পাইছে। হেজাৰ হলেও জীয়েক-

জোঁৱায়েক। সিহঁতে যদি এনেকৈ বাটত হেঙাৰ বান্ধে, তেনেহলে ছোৱালীৰ মাক-বাপেকে আগবাঢ়ে কেনেকৈ?

ৰংমন :- আজি আমাৰ ঘৰটোতে জুই লগাই দিওঁ বাপেকে। সকলো পুৰি শেষ কৰি সন্ন্যাসী হৈ গুচি যাও যিপিনে চকুৱে লৈ যায়। এইহাল কপট- কপটী য'তে মৰে মৰক।

বিহুবৰ :- ৰ'বা, ইমান উত্ৰাৱল নহবাচোন। ৰঙিলীৰ লগত তোমাৰ বিয়া বন্ধ কৰিব কোনে? আমি আছো নহয়, আমি বাটৰ হেঙাৰ দূৰ কৰিমেই। ৰ'বা কথা এটা সোধো, ৰঙিলীয়ে, তোমাৰ লগত যে বিয়া পতাত পূৰা সন্মতি আছে, দৰকাৰ হলে মুখ খুলি ক'বতো?

ৰংমন :- তাইৰ পূৰা সন্মতি আছে। কিন্তু সেই অসমীয়া ছোৱালীৰ লাজ। কলিজা ফাঁটি গলেও মুখ খুলি ক'বলৈ সাহস নেপায়।

বিহুবৰ :- মাকৰ আগত প্ৰকাশ কৰিলেই হয়।

ৰংমন :- ইতিমধ্যে মাকক কৈছেই। আজি হেনো মাকক খোলাখুলিকৈ ক'ব যে 'বায়েক-ভিনিহিয়েকৰ কথা মতে ৰঙিলীয়ে কাকো বিয়া নকৰায়, কিন্তু মোকহে বিয়া কৰাব।

বিহুবৰ :- তেনেহলে তোমাৰ ইমান বলিয়ালি কৰাৰ কাৰণ কি? যাৰ বিয়া তাৰ চিন্তা নাই প্ৰতিবেশীৰ চকুত টোপনি নাই।

ৰংমন :- বিহুকাই, ৰঙিলীক লগত লৈ ক'ৰবালৈ পলাই যাওঁ নেকি?

বিহুবৰ :- হেৰৌ, 'ৰঙালী বিহুৰ বলিয়া বা' লাগিলেই তোমোৰ গাত। সেইবিলাক কৰিলে আকৌ দহজনে আজিকালি তোমাক গৰিহণাহে দিব। ছোৱালীৰো বদনাম হ'ব আৰু মাক-বাপেকেও এটি নতুন সমস্যাত পৰিব।

ৰংমন :- ককাই আৰু নবৌৰ কথা চিন্তা কৰি চোৱা। মোৰে ওপৰত টিঘিল-ঘিলাই খায় আৰু মোকে সজায় চুকৰ ভেকুলী। মই হালবাই, খেতি কৰি ইহঁতক আৰামত খুৱাই-বুৱাই ৰাখি আছোঁ আৰু মোৰে এটা শুভ কামত সিহঁতে বাধা দিবলৈ হেতা ওপৰা লগায়।

বিহুবৰ :- হেৰা ৰংমন, নদীৰ শিহুবিলাক দেখিছা নহয় – সিহঁত যিমনেই মূৰপুলুকা মাৰি উঠে, তাৰ দহ-গুণ তললৈ নামে। যিমান নামিব সিমানেই পানীত তিতিব। তুমি মাত্ৰ ৰহস্য চাই থাকা।

ৰংমন :- মই তোমোৰ ওপৰতেই সকলো ভৰসা কৰি আছো।

বিহুবৰ :- তুমি জানা আমাৰ বৌৰেৰা ছোৱালীক বুজাই- বঢ়াই লোৱাত একেবাৰে ওস্তাদ। ৰঙিলীক বৌৰেৰাহঁতে এনেভাৱে চালাক-চতুৰ কৰি ল'ম যে মাক-বাপেককতো তাইৰফলীয়া কৰি ল'বই আৰু দৰকাৰ হ'লে সমাজৰ মাজতে নিজৰ ইচ্ছাৰ কথা সদৰি কৰি দিব। তেতিয়া তোমাৰ ককায়েৰা আৰু নবৌৰেৰাই পলায়-পত্ৰং দিব।

ৰংমন :- তোমাৰ মুখত মৌ বৰষিব আৰু নবৌৰ মুখত ফুল চন্দন পৰিব।

বিহুবৰ :- মৌ, ফুল-চন্দন সকলোবিলাক পৰিব ধৰিলে, তুমি কি কৰিবা?

বিহুবৰ :- ৰংমন, আজি ককায়েৰা আৰু নবৌৰেৰাক ভাওনা দেখুৱাব লাগিব।

ৰংমন :- মই দেবেৰাক কৈছোৱেই আজি 'বকাসুৰ বধ' ভাওনা দেখুৱাম।

বিহুবৰ :- অকল 'বকাসুৰ বধ' কৰিলে নহ'ব। চোতালত কুৰুক্ষেত্ৰৰ সৃষ্টি কৰিব লাগিব। পাণ্ডৱে পাঁচখন গাঁও মাত্ৰ খুজিছিল কিন্তু তুমি অৰ্দ্ধসম্পত্তি চাব লাগিব। পিতৃ সম্পত্তিৰ সমানে আধা চাব লাগিব। বুজিলা?



ৰংমন :- পৈতৃক সম্পত্তিৰ আধা মোক লাগে।

বিহুবৰ :- ভাল কথা। ৰ'বা, ৰাতি খাবা কি? সিহঁতে দেখোন টাউনৰ হোটেলত পেট পূৰাই খাই আহিব -- তুমি খাবা কি?

ৰংমন :- ৰঙিলীয়ে যে এসোপা পিঠা আনিছিল, গোটেই সোপাকেই ভক্ষণ কৰি থৈছোঁ। আৰু দুটা লজেন্স পকেটত আছেই।

বিহুবৰ :- মই যাওঁ, তুমি কি বৃকোদৰৰ Acting সুন্দৰভাৱে কৰিব লাগিব।

ৰংমন :- তুমি চিন্তা নকৰিবা মই ভাওনাত সুন্দৰ Acting কৰিব জানো।

বিহুবৰ :- Acting হে কৰিবা। কোনো অস্ত্ৰ নলবা, কাৰো গাত হাত নিদিবা।

ৰংমন :- তুমি কোনো চিন্তা নকৰিবা। মই কাৰো গাত হাত নিদিওঁ।

বিহুবৰ :- কালি ৰাইজ মেল পাতিম এই চোতালতেই, সকলো কাম সুচাৰু ৰূপে সমাধা হ'ব লাগিব। মই আহিলোঁ।

*(বিহুবৰ যায়। ৰংমনে ঘৰৰ ভিতৰত কিবা কিবি বস্তু কোবাই ভাঙিব ধৰে। শব্দ শুনি দেবেৰা সোমাই আহে আৰু কোবৰ শব্দৰ লগে লগে অংগি ভগি দিয়ে। ভয়ে ভয়ে মাতে-*

দেবেৰা :- ৰংমন কাই, বো-বো বোলো শুনিছনে?

ৰংমন :- *(ভিতৰৰ পৰা)* কি হ'ল? *(ভিতৰৰ পৰা মাটিৰ টেকেলি দেবেৰালৈ মাৰে)*

দেবেৰা :- আই ঔ মৰিলোঁ। মো-মোৰ ঠে ঠে ঠেং গ'ল। *(কান্দে)*

ৰংমন :- *(ওলাই আহি)* ঐ ইয়ালৈ আহিছা কেলেই?

*(ৰংমনে পকেটৰ পৰা লজেন্স এটা দিয়ে, দেবেৰাই আনন্দ মতে হাতত লৈ মুখত সোমাই দিয়ে আৰু ৰংমনৰ লাঠিৰ কোব শুনি জিকাৰ খাই উঠে -পলায়। অলপ পাচত মনবৰ আৰু শেৰালি আহে। শেৰালিৰ হাতত জোতা, ভৰি কাটিছে। দেবেৰাই দৃশ্যটো আলেঙে আলেঙে চাই থাকে।)*

শেৰালি :- কোনোবাই ঘৰৰ ভিতৰত বস্তু -বাহানি কোবাই ভাঙি আছে। ভিতৰলৈ গৈ এবাৰ চাই আহাচোন।

মনবৰ :- এৰা, ৰংমন কলৈ গ'ল? অ' ৰংমন -- ৰংমন।

ৰংমন :- *(ওলাই আহি হাতত লাঠি এডাল)* কি হ'ল চিঞৰিছা কেলেই?

মনবৰ :- বস্তুবোৰ কোবাই ভাঙে কোনে?

ৰংমন :- মই -- মই ভাঙিছোঁ। মোৰ ভঁৰালৰ পৰা ধান উলিয়াই বিক্ৰি কৰি যে ট্ৰাংক কিনি আনিছিলি সেইটো ভাঙিছোঁ, সেইটো মোৰ সম্পত্তি।

মনবৰ :- মানুহ ঘৰত নোহোৱা সুবিধাতে এবটল ধৰিলি নেকি?

ৰংমন :- টাউনলৈ গৈ তই কেইবটল গিলিলি?

শেৰালি :- দেখিলা, দেখিলা তাৰ কাণ্ড-কাৰখানা। তাৰ কথাবিলাক শুনিলানে নাই? এতিয়াই এই কুকুৰটোক ঘৰৰ পৰা খেদি দিয়ক।

ৰংমন :- কাক খেদি পঠিয়াবা? এইখন মোৰ দেউতাৰ ঘৰ। এই ঘৰ-সম্পত্তিৰ আধা ভাগ মোৰ। মোক খেদি পঠিয়াবলৈ কাৰ এক্তিয়াৰ আছে। মই হলোঁ কুকুৰ। কুকুৰৰ ডাঙৰজন বৰ কুকুৰ

আৰু সেই বৰ কুকুৰৰ ঘৈণীয়েক হ'ল বৰ কুকুৰণী। এইজনী ভতুৱা কুকুৰৰ ঘৈণীয়েক, ভতুৱানী।

মনবৰ :- শুন ৰংমন, তোৰ এই অসভ্য কথা-বতৰাবিলাক আমি ভাল পোৱা নাই?

ৰংমন :- তোমালোকৰ অসভ্য কাম-কাজবিলাক ভাল পোৱা নাই।

মনবৰ :- আমি কি বেয়া কাম কৰিলোঁ। ঘৰ সোমাইছোঁ মাত্ৰ, তই মোৰ ট্ৰাংক ভাঙিব ধৰিছ।

ৰংমন :- মই দেহা মাৰি, কষ্ট কৰি ভঁৰালত ধান থৈছোঁ, তই সেই ধান বিক্ৰী কৰি টকা-পইচা লৈ দুয়ো টাউনৰ হোটেলৰ ৰেষ্টুৰেণ্টত বহি খৰছ কৰি তহিলং কৰিছ। সেইটো কি সভ্য কাম কৰিছ? কি ভাল কাম কৰিছ?

মনবৰ :- খেতিৰ মাটি মোৰ পৈতৃক সম্পত্তি, তাত মোৰ অধিকাৰ আছে।

ৰংমন :- পৈতৃক মাটিত খেতি কৰি ধান চপাই আনি ভঁৰালত থৈছোঁ। তাত মোৰ সম্পূৰ্ণ অধিকাৰ নহলেও বেছিখিনি অধিকাৰ আছে। সেই ভঁৰালৰ ধান খাই জীয়াই আছ তহঁত দুজন। সেই ধান বিক্ৰী কৰি কিনা ট্ৰাংকটোত, মোৰ আধিকাৰ অনেক বেছি।

মনবৰ :- পৈতৃক সম্পত্তি হ'ল বুলি ভাঙি পেলাবি?

ৰংমন :- পৈতৃক সম্পত্তি হ'ল বাবে বিক্ৰি কৰি, টাউনলৈ গৈ যধে-মধে খৰচ কৰিবি? পৈতৃক সম্পত্তি সমানে দুভাগ হ'ব। সেই সম্পত্তিৰ মই ইনকাম কৰিম হেজাৰ হেজাৰ টকা। নহলে ফাই উঠিলে নিজৰ ভাগ বেচি-কিনি গুচি যাম ক'ৰবালৈ।

মনবৰ :- যদি মই সম্পত্তি ভাগ কৰিবলৈ নিবিচাৰোঁ?

ৰংমন :- মোৰখিনি মই ভাগ কৰি ল'ম, তোৰ ভাগ যি ইচ্ছা কৰিবি। পৈতৃক সম্পত্তিৰ আধাভাগৰ গৰাকী মই। আইন আছে - আদালত আছে -আমাৰ ৰাইজ আছে। এই ৰাইজৰ সহায়তে মোৰ প্ৰাপ্য মই আদায় কৰিম।

শেৱালি :- অ', তলে তলে বহুদূৰ আগবাঢ়িছ? আহক কোন আহে, মইয়ো চাই লম। (*ভিতৰলৈ যায়*)

ৰংমন :- প্ৰশ্ন সেইটো নহয়। প্ৰশ্ন হ'ল কৰ্ম-বিশ্বাস। মাতৃ বসুন্ধৰীৰ বুকুভেদ কৰি, সৎ কৰ্মৰদ্বাৰা আহিলা গোটাই প্ৰাণ সন্তুষ্ট কৰিছে যিজনে, সিজনেই সেৱিছে ঈশ্বৰ। কৰ্মত বিশ্বাস যাৰ, তাৰ হৃদয়তেই হৰি বাস কৰে।

মনবৰ :- কোনে শিকালে ইমান ডাঙৰ ডাঙৰ কথা।

ৰংমন :- এয়া মহাপুৰুষ মাধৱদেৱৰ বাণী। বি.এ .পাছ কৰিলেই শিক্ষিত নহয়। দেশৰ প্ৰগতিত অৰিহণা যোগাব নোৱাৰা জনক প্ৰগতিবাদী বুলি ক'ব নোৱাৰি। কৰ্মইহে ধৰ্ম, কৰ্ম-সংস্কৃতিহে সমাজৰ, দেশৰ উন্নতি সাধন কৰে। নিষ্কৰ্মা জীৱন কুকুৰ জীৱন।

মনবৰ :- কোনে শিকালে ইমান ডাঙৰ ডাঙৰ বিপ্লৱৰ কথা।

ৰংমন :- জোৰ পুৰি হাতত লাগিল। অসমৰ ডেকা শক্তি আজি জাগি উঠিছে। ইয়াত ইন্ধন যোগাইছে গীতা, ভাগৱত, কীৰ্তন, নামঘোষাই। এই বিপ্লৱ, কৰ্ম-সংস্কৃতিৰ বিপ্লৱ।

মনবৰ :- কোনে পৰিচালনা কৰিব এই কৰ্ম-সংস্কৃতিৰ বিপ্লৱ। অসমত আজি নেতা ক'ত? ইয়াত আছে নেতা নামধাৰী কিছুমান শোষকৰ দল। ক্ষমতাৰ লোভত, গাদীৰ লোভত যি বিলাক তথাকথিত নেতাই নিজৰ দেশখনক বিদেশীৰ হাতত বিক্ৰী কৰিব পাৰে।



ৰংমন :- অসম গঢ়িছিল মহাবিপ্লৱী গুৰু শংকৰদেৱ, গুৰু মাধৱদেৱে। সেই দুজনা গুৰুৰ আদৰ্শই পৰিচালনা কৰিব আমাৰ বিপ্লৱ। লাচিতৰ হেংদান, চিলাৰায়ৰ প্ৰকাণ্ড তৰোৱালে জগাই তুলিব অসমৰ ডেকা- গাভৰুৰ দল। সেই গণ বিপ্লৱত অৰিহণা যোগাব বাহাদুৰ আলি গাঁওবুঢ়াই, ফৰ্মুদ আলিয়ে, কনকলতাই, তিলক ডেকাই।

মনবৰ :- ইমানবিলাক ডাঙৰ ডাঙৰ কথা ক'বলৈ কোনে শিকালে?

ৰংমন :- এৰা, ঠিকেই সন্দেহ কৰিছ। থাৰ্ড ডিভিজনে মেট্ৰিক পাছ কৰা এজনে বহু শিকিলে সমাজৰ কথা, দেশৰ কথা আৰু তই বি.এ. পাছ কৰাজনে একোৱে নিশিকিলি - কোনো জ্ঞান নহ'ল। মোক শিকাইছে আজি আমাৰ দেশৰ পৰিস্থিতিয়ে, অদূৰত জ্বলি থকা কৰ্ম-সংস্কৃতিৰ লেলিহান অগ্নিশিখাই। তয়ো শিকিব লাগিব। কৰ্ম-সংস্কৃতিকে সাৱোগত কৰি দেশোদ্ধাৰ কৰিব লাগিব। সেয়েহে তোৰ দৰে নিষ্কৰ্মা জনৰ পৰা মই ফালৰি কাটি যাব বিচাৰিছোঁ।

মনবৰ :- ঠিক আছে, কাইলৈ ৰাইজৰ বিচাৰ বহক আৰু সুবিচাৰ কৰি দিয়ক।

(*এনেতে ঘৰৰ ভিতৰৰ পৰা চিঞৰি চিঞৰি শেৱালি ওলাই আহে*)

শেৱালি :- মোৰ কপাল ঐ, চাওক, চাই যাওক আপোনাৰ ভায়েকৰ কাণ্ড-কাৰখানা। সি ক'ত ভাত ৰান্ধি থব, ৰান্ধনি শালত নতুন কম্বলখন জাপি থৈ, গৰুৰ দানা পানী ঢাকি কি অৱস্থা কৰি থৈছে। ট্ৰাংকটো ভাঙিছে আৰু ৰান্ধনি ঘৰৰ বস্তু-বাহানি কোবাই গুড়ি কৰি থৈছে। ইয়াক এতিয়াই হাতে-ভৰি বান্ধি সৌ খালটোত পেলাই দি আহক।

ৰংমন :- হেৰা, মুখ চাম্ভালি কথা ক'বা দেই। মাইকী মানুহ বুলি তুমি যাকে যি ইচ্ছা ক'বৰ অধিকাৰ ক'ত পালা ? মোৰ বস্তু মই ভাঙিছোঁ, তাত মাতিবৰ কাৰো সাধ্য নাই। গাত গৰম তেজ মোৰো আছে।

শেৱালি :- মই এইখন ঘৰত অগ্নিসাক্ষী কৰি, সমাজ সাক্ষী কৰি, পৰম্পৰা ৰক্ষা কৰি বোৱাৰী হৈ প্ৰৱেশ কৰিছোঁ। সেই কাৰণে মোৰো এইখন ঘৰত স্বত্ব আছে।

ৰংমন :- মই অস্বীকাৰ কৰা নাই। মনবৰ কাকতিৰ ধৰ্মপত্নী হিচাপে মনবৰৰ ভাগত তোমাৰ স্বত্ব বৰ্তিছে। কিন্তু তুমি বোৱাৰীৰ ধৰ্ম পালন কৰা নাই । ভঁৰালৰ ধান মোৰ অজ্ঞাতে বিক্ৰী কৰি টকাবোৰৰ অসৎ ব্যৱহাৰ কৰিছা। টাউনলৈ গৈ, চিনেমা বাইস্কোপ চাই, হোটেল-ৰেষ্টোৰাত বহি, ধুন-পেচ মাৰি ঘুৰি ফুৰাটো সৎ গৃহিণীৰ লক্ষণ হ'ব নোৱাৰে। দেৱেৰেকে হাল-কোৰ মাৰি, মূৰৰ ঘাম মাটিত পেলাই, ভঁৰালত থোৱা ধান বিক্ৰি কৰি ধান অপচয় কৰা সৎ বোৱাৰীৰ কৰ্তব্য হ'ব নোৱাৰে।

শেৱালি :- বোৱাৰী হলোঁ বুলি কেতিয়া টাউনলৈ গৈ চিনেমা চোৱাটো অপৰাধ?

ৰংমন :- অপৰাধ বুলি নকলোঁহেঁতেন যদি সেই কাম মাহত এদিন কৰিলাহেঁতেন! আজি কিমান ধৰি, সেই বিলাক কৰি আছা মনতে এবাৰ চিন্তা কৰি চোৱা। দেৱেৰেকে খেতি পথাৰত কাম কৰিব, ভঁৰালত ধান ভৰাই থব আৰু সেই দেৱেৰেকে ককায়েক-নবৌৱেকক ভাত ৰান্ধিও খুৱাব। তেওঁলোকে কোনো কাম নকৰিব কেৱল ভায়েকৰ ওপৰত বহি বহি খাব, অন্যায়ভাৱে ঘৰৰ টকা-পইচা বজাৰত উৰুৱাব। কোৱা, সেইজনী নবৌক মূৰত তুলি লৈ ফুৰিম নে, দুৰ্গন্ধ পচা পানীৰে ভৰা খালত পেলাই দিম?

শেৱালি :- মেট্ৰিকটো পাছ কৰিয়েই বৰ ডাঙৰ ডাঙৰ কথা শিকিছে।

রংমন ঃ- মই মূৰ্খ মানুহ, একোৱেই নেজানো। মই এটা কথাই জানো সেইটো কৰ্ম-সংস্কৃতি। বেদ-বেদান্ত, গীতা-ভাগৱতে কৈছে কৰ্ম-সংস্কৃতিৰ কথা। যি জাতিয়ে নিষ্কৰ্মা হৈ পৰিছে, সেই জাতিয়ে পৰ পদানত হৈছে।

মনবৰ ঃ- তই ডাঙৰক, পূজনীয়, পূজনীয়াক সন্মান দিব নেজানা। দেউতাৰ অযোগ্য সন্তান।

ৰংমন ঃ- আৰু তুমি দুৰ্নীতিৰ আশ্ৰয় লোৱা, দেশক হেয় প্ৰতিপন্ন কৰা মনবৰ কাকতি দেউতাৰ সুযোগ্য সন্তান? ভাবি চা, মই তোৰ দৰে চোৰ, প্ৰৱঞ্চক, দুৰ্নীতিগ্ৰস্ত নিষ্কৰ্মা নহওঁ। শ্ৰম কৰি নিজৰ পেট প্ৰৱৰ্তাইছো আৰু তহঁতৰ দৰে লম্পট হঁতকো পোহপাল দি আছোঁ।

মনবৰ ঃ- আমি ৰংমন কাকতিৰ ওপৰতহে বৰ্তি আছোঁ। সিয়েই পোহপাল দি আছে।

ৰংমন ঃ- সেই প্ৰশ্নটো নিজকে সুধি চা আৰু উত্তৰ নিজেই দে।

মনবৰ ঃ- সঁচাকৈ কব -- তই আমাৰ পৰা কি বিচাৰ?

ৰংমন ঃ- যিহেতু তোমালোকৰ কৰ্ম-সংস্কৃতিত বিশ্বাস নাই, মই তোমালোকৰ পৰা বেলেগ হৈ যাব বিচাৰো, নিজৰ সম্পত্তিৰ ভাগটো লৈ।

শেৱালি ঃ- দেখিলা উৰহীৰ ওৰ ক'ত? মোৰ ভনীজনীক বিয়া কৰাবলৈ নেপাই, ই বলিয়া হৈ পৰিছে। ৰঙিলীৰ কাৰণে তেনেই বলিয়া হৈ পৰিছ? (*মনবৰ যায়*)

ৰংমন ঃ- ভুল কৰিলা নবৌ, মই তোমাৰ ভনীয়েৰাক বিয়া কৰাবলৈ বলিয়া হৈ পৰা নাই। তোমাৰ ভনীয়েৰা ৰঙিলীহে মোক বিয়া কৰাবলৈ তেনেই বলিয়া হৈ পৰিছে।

শেৱালি ঃ- বৰমাল্য লৈ ৰঙিলীয়ে তোৰ কাৰণে ৰৈ আছে।

ৰংমন ঃ- এতিয়া নহয়। সমাজৰ সাক্ষাতে ৰঙিলীয়ে মোৰ পদধূলি শিৰত লব।

শেৱালি ঃ- নিলাজ -- নিধক ক'ৰবাৰ!

(*শেৱালিয়ে কুৎসিত ভেঙুচালি কৰি ভিতৰ সোমায়। ৰংমনে মুখ বিকটাই থিয় হৈ থাকে। লাহে লাহে এন্ধাৰ নামি আহে। প্ৰথম দৃশ্য শেষ।*)

## দ্বিতীয় দৃশ্য

(*মনবৰ-ৰংমনহঁতৰ চোতাল। সোঁ-মাজতে এখন বেঞ্চ। সেইখন, বহি আছে মেধি, মনুতসাতোলা আৰু নবীন মাষ্টৰ। তাৰ ওচৰতে এটা মুঢ়াত বিহুবৰ। মনবৰ আৰু ৰংমন দুয়ো দুফালে থিয় হৈ আছে। ৰংমনৰ ওচৰত দেবেৰা। পৰ্ট উঠাৰ লগে লগে এনে ভাব হয় যেন কিবা কথা-বতৰা চলিয়েই আছিল আগৰে পৰা।*)

মেধি ঃ- ৰ'বা, আমি আগতে দুয়ো পক্ষৰ কথা বিলাক ভালকৈ শুনি লওঁ। মনবৰ, দুয়ো ভাইৰ ভিতৰত তুমিয়েই ডাঙৰ নহয় জানো?

মনবৰ ঃ হয় পেহাদেউ, ময়েই ডাঙৰ।

মেধি ঃ- তোমালোকৰ মাজত কি গোলমাল হৈছে আমাক বুজাই কোৱাচোন।

মনু ঃ- এৰা, একো লুক-ধাক নোহোৱাকৈ আমাক কথাবিলাক সুন্দৰভাৱে বুজাই কোৱা। কোনো মিছা কথা নক'বা কিন্তু।



মনবৰ ঃ- মিছা ক'বলৈ কিটো হৈছে। যি ঘটিছিল তাকেই ক'ম।

মেধি ঃ- এৰা, সকলো কথা যাতে সত্য হয়। কোৱা --

মনবৰ ঃ- আজি কিছুদিনৰ পৰা মোৰ পৰিবাৰৰ শৰীৰটো ভাল নহয়। সদায় কিবা নহয় কিবা এটা অসুখ লাগিয়েই আছে। সেয়ে টাউনলৈ লৈ গ'লোঁ এজন ভাল ডাক্তৰক দেখুৱাবলৈ। ডাক্তৰে চালে অসুখ, ঔষধ-পত্ৰ লিখি দিলে, কিনিও আনিলোঁ।

ৰংমন ঃ- এনেকুৱা অসুখ যে পূবাদমে খাই-লৈ বোন্দা মেকুৰীটো যেন হৈ আছে।

মনবৰ ঃ- দেখিলে দেখিলে, সি মোক কথাকে ক'বলৈ নিদিয়ে।

মনু ঃ- (*ধমক্ মাৰি*) হেই -- পাতি হাঁহৰ দৰে পেক্‌পেকাই নেথাকিবিচোন! তাক কথা ক'বলৈ নিদিয় কেলেই? কথাৰ ওপৰত কথা নক'বি।

মেধি ঃ- তোমাৰ পাল পৰিলে তুমি ক'বা। মনবৰ তুমি কৈ যোৱা। কাৰো কথালৈ মন নিদিবা।

মনবৰ ঃ- আমি ঘূৰি আহোঁতে পলম হ'ব বুলি জানি, ৰাতিৰ ভাত কেইটা ৰংমনকে ৰান্ধি থবলৈ কৈ গলোঁ। আমি চহৰৰ পৰা ঘূৰি আহি দেখো, তাৰ কথা-বতৰ বিলাক বেলেগ ধৰণৰ। সি ভাত- পানীৰ ব্যৱস্থাটো কৰা নায়েই, তদুপৰি গোটেই পাক্‌ঘৰটোত গৰুক খুৱাবলৈ ৰখা দানা পানী সোপাকে ঢালি থৈ দিছে। ৰাতি পৰিবাৰে গাত লোৱা কম্বলখন ভাতৰন্ধা চৌকাটোৰ ওপৰত জাপি থৈ পানী ঢালি থৈছে। নতুন ট্ৰাংকটো লাঠিৰে কোবাই কোবাই ভাঙি গুড়া কৰি থৈ দিছে আখলৰ ওপৰতে।

মনু ঃ- কি ঐ ৰংমন, ঘৰত কোনো নোহোৱা দেখি এটোপা গৰম পানীকে ধৰিলি নেকি? নোলো হয়নে?

ৰংমন ঃ- কথা ক'বলৈ মোক আপোনালোকে মানা কৰিছে যিহেতু, মই এতিয়া কোনো কথা নকওঁ। ককাইদেউৰ কথা কোৱা শেষ হলেহে মই মাতিম। পেহাদেউ জীৱনত এদিনলৈ মদ-ভাং নিচা খাই পোৱা নাই। সেই কথা আমাৰ গাঁৱৰ প্ৰত্যেকজন মানুহেই জানে।

বিহুবৰ ঃ- নাই-নাই, ৰংমনে কোনোদিনেই মদ-ভাং খাই পোৱা নাই। মিছাতে আমি অপবাদ জাপি দিব নোৱাৰোঁ।

মেধি ঃ- মনবৰ, তোমাৰ কথাখিনি শেষ কৰি দিয়া পাচতহে ৰংমনে ক'ব।

মনবৰ ঃ- তাৰ পাচত, সি এই অপকৰ্ম কৰা বাবে তাক সুধিলোঁ, যে ঘৰৰ বস্তু -বাহানি তহিলং কৰিলি কেলেই? মই কথাষাৰ সুধিবহে পালোঁ, সি লাঠি এডাল লৈ মোক কোবাবলৈ খেদি আহিল। তাৰ চকুমুখ দেখি মোৰ জীৱ উৰি গ'ল। লাজ -অপমান আৰু ভয়ত মনে মনে থাকিলোঁ। এনেতে মোৰ পৰিবাৰে তাক ক'লে বাপু ৰংমন।

মনু ঃ- হেৰা মনবৰ, তোমাৰ পৰিবাৰৰ কথা, মানে বোৱাৰীৰ কথা, বোৱাৰী নিজে কোৱাহে ভাল। তোমাৰ কথাখিনি শেষ হ'লনে?

মনবৰ ঃ- মোৰখিনি শেষ হ'ল পেহাদেউ।

মনু ঃ- মেধি ডাঙৰীয়া, বোৱাৰীৰ কথা বোৱাৰীয়েই ক'লে ভাল হয়। নহয় জানো?

মেধি ঃ- সেইটো হয়, বোৱাৰীয়েই কওঁক। মনবৰ,তুমি বোৱাৰীক আহিব কোৱা। বোৱাৰী আহিব লাজ নকৰেতো?

দেবেৰা ঃ- নাই নাই। বি.এ. পাছ। লাজ কৰিব কে কে কেলেই? লাজ-তাক নকৰে।

*( শেৱালি ওলাই আহে। মনবৰে মূৰত কাপোৰ ল'বলৈ কোৱাত কাপোৰ লয় আৰু নেতা এজনৰ দৰে হাতযোৰ কৰি সেৱা কৰে।)*

মেধি ঃ- বোৱাৰী, আমি চাৰিজনেই বুঢ়া মানুহ। তাৰ ভিতৰত তোমাৰ দেউতাৰাও আছে। ৰংমনৰ লগত কি কথা-বতৰা হ'ল। সি কি কৰিলে কি নকৰিলে এই কথাবিলাক ভালকৈ কৈ যোৱা।

বিহুবৰ ঃ- বেছি বহল নকৰি, সত্য কথাখিনি ৰাইজক জনাই দিয়া। নে কি কোৱা মনু সাতোলা কাই?

মনু ঃ- যথোচিত কথা। আজি নাৰীয়ে সম অধিকাৰ বিচাৰিছে পুৰুষৰ লগত। সেই অধিকাৰ নাৰীৰ প্ৰাপ্য। দেশৰ প্ৰগতিত, সমাজৰ অগ্ৰগতিত নাৰীয়ে পুৰুষৰ সতে সম ভূমিকা গ্ৰহণ কৰিব লাগিব।

মেধি ঃ- মনুকাই, তুমি মহাদেৱৰ গীত গাঁওতে ৰঙালাওৱ সাধু কোৱা। বোৱাৰীয়ে কি কয়, সেই কথা ভালকৈ শুনি নল'লে বিচাৰ কৰিবা কেনেকৈ?

মনু ঃ- হেৰা মেধি ডাঙৰীয়া, মহাদেৱৰ গীতৰ লগত নন্দি-ভৃংগি আহি পৰিবই। কথাতে কয় নহয় 'দেশত লাগিল ৰণ -- গাঁৱত কোলাহল'। বাৰু বোৱাৰী, তুমি কৈ যোৱা।

শেৱালি ঃ- এনেদৰে ৰংমনে ঘৰটোত নানা উপদ্ৰপ কৰা দেখি মই লাহেকৈ সুধিলোঁ -- "বাপু ৰংমন তুমি ভাত নেৰান্ধিলা, গৰুও নানিলা, তদুপৰি গৰুৰ দানা-পানী সোপাকে পাকঘৰৰ চৌকাত ঢালি থৈ দিছা, এতিয়া বাৰু ভাত ৰান্ধো কেনেকৈ? সি কথাকে নকয় মাত্ৰ মোৰ পিনে কেৰাহিকৈ চাই এটা ভেকাহি মাৰিলে। মই পুনৰ কলো "মোৰ নতুন ট্ৰাংকটো মাত্ৰ সিদিনাখন কিনিলোঁ, তুমি কোবাই ভাঙি পেলালা, মোক কিন্তু ট্ৰাংক এটা কিনি দিব লাগিব।" এনেকৈ ক'বলৈ পালোঁ, সি গৰু কোবোৱা এছাৰিডাল লৈ মোৰ পিঠিত আৰু তলত উধাই মুধাই কোবাবলৈ ধৰিলে। মোৰ পিঠিখন ফাটি তেজ ওলাল। মই দৌৰি পলাব খোজাত মোক চুলিত ধৰি বগৰাই দিলে এই চোতালতেই।

*( শেৱালিয়ে হুক্ হুক্কৈ কান্দিবলৈ ধৰিলে আৰু সমাজৰ সকলোৱে আহ্ ইছ্ ইছ্ কৰিবলৈ ধৰিলে। এটা বিসদৃশ পৰিস্থিতিৰ সৃষ্টি হ'ল। মনু সাতোলাই কঁকালত এখন গামোচা বান্ধি ৰংমনলৈ চকু ঘোপা কৰি গৰ্জি উঠিল থিয় হৈ।)*

মনু ঃ- জগন্নাথ-জয় জগন্নাথ! এই নাৰকী এতিয়াও মাতৃ বসুমতীৰ ওপৰত থিয় হৈ আছে? এতিয়াও এই নাৰকীৰ মূৰত বজ্ৰপাত হোৱা নাই? ৰাম-ৰাম!! কৃষ্ণ-কৃষ্ণ!! হেৰৌ পাপী মদাহী,শেষত তই নাৰীৰ গাত হাত দিলি। পিঠিত কোবাই পিঠি ফটাই দিলি, নবৌৰেৰজনীক বগৰাই পেলালি। ধ্বংস হৈ যাবি। মাতৃ জাতিৰ গাত হাত দি জগতৰ কোনো সাৰি যোৱা নাই। ৰৌ ৰৌ নৰকত পচি মৰিবি।

মেধি ঃ- মনু ককাই, তুমি দেখোন দৈত্যগুৰু শুক্ৰাচাৰ্যৰ ভাওনাৰ বচন মাতিব ধৰিলা। ইমান উত্ৰাৱল হৈ পৰিলে বিচাৰ কৰিবা কেনেকৈ।

মনু ঃ- কি বিচাৰৰ কথা কৈছা মেধি ডাঙৰীয়া। এনেকুৱা চয়তানবোৰক গলত পঘা লগাই তামোলৰ গছত ওলমাই থ'ব লাগে।

মেধি ঃ- কথা সেইটো নহয়। প্ৰশ্ন হ'ব -- বেৱাৰীয়ে কোৱা কথাবিলাক সত্য নে অসত্য। সত্য



বুলি প্ৰমাণিত হ'লে, তাৰ বিচাৰত দণ্ড হ'ব, শাস্তি হ'ব। কিন্তু তাৰ আগতে এই কথা সত্য বুলি প্ৰমাণিত হ'ব লাগিব। তদুপৰি যিজনৰ বিৰুদ্ধে এই অপৰাধ অনা হৈছে, তেওঁক নিজপক্ষ সমৰ্থন কৰিবলৈ সুবিধা দিব লাগিব।

বিহুবৰ ঃ- এৰা, এইহে আচল কথা। সত্য-অসত্য বিচাৰ নকৰি কাকো শাস্তি বা অৰ্থ দণ্ড কৰিব নোৱাৰি। বোৱাৰীয়ে কোৱা কথা সঁচা নহ'বও পাৰে।

*( এনেতে দেবেৰাই 'আ-আ' কৰি কিবা ক'ব খুজিছিল কিন্তু কোনোৱে কাণ নিদিয়াত সি মনে মনে থাকিল।)*

মনু ঃ- যদি বোৱাৰী কোৱা কথাবিলাক অসত্য হয় তেন্তে (*ৰংমনক দেখুৱাই*) সেই ধুৰন্ধৰজন নিমাতে আছে কিয়?

ৰংমন ঃ- আপুনিয়েই মোক কথাৰ ওপৰত কথা ক'বলৈ মানা কৰিছে। মোক যেতিয়া আপোনালোকে কথা ক'বলৈ সুবিধা দিব, তেতিয়াহে মই সত্য উদঘাটন কৰিবলৈ চেষ্টা কৰিম।

*( পুনৰাই দেবেৰাই আ আ বুলি চিঞৰি উঠে)*

বিহুবৰ ঃ- সেইয়া দেবেৰাই কিবা ক'ব বিচাৰিছে। দেবেৰা হ'ল ইহঁতৰ প্ৰতিবেশী। যোৱা দুদিনত কি ঘটিছে, দেবেৰাই সকলো দেখি আছে।

মেধি ঃ- দেবেৰা কিবা ক'ব খুজিছা নেকি?

দেবেৰা ঃ- অ-অ (*মূৰ দুপিয়াই*) ৰ ৰ ৰংমন কাই, ন নবৌক মৰা নাই মি-মিছা কথা মিছা কক কথা। ধুম মি- মিছা। ম ম মই ইয়াতেই সকলো চা চাই আ আছিলোঁ।

বিহুবৰ ঃ- মনু কাই! দেবেৰাই কি ক'লে শুনিলেনে?

মনু ঃ- এৰা, দেবেৰা কি ক'ব বিচাৰিছা?

দেবেৰা ঃ- ৰ - ৰংমন কাই- ন -নবৌক মাৰা নাই মি-মি - মিছা কথা কৈ কৈ কৈছে। ঈশ্বৰৰ শ-শপত, মাৰা- মাৰা-না- নাই- মিছা কথা। মই চব্ চা-চাই আছিলো।

*( কথা বিষম দেখি শেৱালি ঘৰৰ ভিতৰলৈ যায়।)*

মনু ঃ- বোৱাৰীৰ নিশব্দে পলায়ন। 'চেকুলী ঐ চেকুলী, বুঢ়াকেইটাক কৰিলে ভেকুলী'

*( সকলোৱে গিৰ্ গিৰাই হাঁহে)*

মেধি ঃ- ৰংমন, তোমাৰ ওপৰত তোমাৰ ককায়েৰা আৰু নবৌৱেৰাই বহু অমানৱীয় অপৰাধৰ কথা সমাজক ক'লে। এই অভিযোগবোৰ তোমাৰ মতে যদি মিছা বুলি ক'ব খোজা তেনেহলে তাৰ বিৰুদ্ধে যথোচিত প্ৰমাণ দাঙি ধৰিব লাগিব। তোমাৰ কথাৰ ওপৰত নিৰ্ভৰ কৰিহে আমি অপৰাধ বিলাকৰ সত্যাসত্য বিচাৰ কৰি উলিয়াম।

বিহুবৰ ঃ- শুনা ৰংমন, যি ক'বা সত্য কথা ক'বা। সত্যৰ অপলাপ যাতে নহয়। মিছা আলু -ফালু কথাৰে সত্যক ঢাকিবলৈ চেষ্টা নকৰিবা।

ৰংমন ঃ- মই মোৰ পিতৃ-পিতামহৰ নামত ঈশ্বৰৰ নামত শপত খাই কওঁ -- কোনো মিছা কথাৰে সত্য ঢাকিবলৈ মই চেষ্টা নকৰোঁ। যদি তেনে কৰা বুলি প্ৰমাণিত হয় মই সৌ গছজোপাত ডিঙিত ৰছী লগাই মৰিম। (*সকলোৱে হাঁহে*)

মেধি ঃ- বৰ ভাল পালোঁ যে তুমি মিছা কবলৈ চেষ্টা নকৰা। কোৱা তোমাৰ কথা শুনো।

ৰংমন ঃ- মই কথা কোৱাৰ আগতে ৰাইজলৈ এটি সৰু নিবেদন আছে।

মেধি ঃ- যদি তোমাৰ নিবেদনটো আমাৰ ক্ষমতাৰ ভিতৰত পৰে, তেনেহ'লে নিশ্চয় সেইটো গ্ৰহণীয় হ ব। কোৱা তোমাৰ কি নিবেদন।

ৰংমন ঃ- আমাৰ নবৌৰ ভনীয়েক অৰ্থাৎ ককাইদেউৰ খুলশালী জনীক অলপ ৰাইজৰ সন্মুখলৈ অনাৰ ব্যৱস্থা কৰিব লাগে।

মেধি ঃ- ছোৱালীজনীক মাতিবলৈ কোন যাব? নবীন মাষ্টৰৰ ঘৰ ইয়াৰ পৰা বহুদূৰ হ ব।

ৰংমন ঃ- ছোৱালীজনী বৰ্তমান আমাৰ এইখন ঘৰতেই আছে।

মেধি ঃ- হয় নেকি? আমাৰ নবীন বাবুই বা কি কয়? অৱশ্যে আবিয়ৈ ছোৱালী যেতিয়া সমাজত দুযাৰ কোৱা কোনো অপৰাধৰ কথা নহয়।

বিষ্ণুবৰ ঃ- অকল আবিয়ৈ ছোৱালীয়েই নহয়। বি.এ. পৰীক্ষা দিব এইবাৰ। সমাজৰ কামতেই ঘূৰে। ছাত্ৰ সভাৰ এজন নেত্ৰী বুলিও শুনিব পাইছোঁ।

মেধি ঃ- (*নবীন মাষ্টৰক*) আপোনাৰ ছোৱালীজনীক ৰাইজে মাতিলে আপুনি কিবা আপত্তি কৰিব নেকি?

নবীন ঃ- ৰাম! ৰাম!! আপত্তিৰ কোনো কথা নাই। ৰাইজে যিহেতু ইচ্ছা কৰিছে, ময়ে মাতি আনিছোঁ বাৰু (*দুৱাৰ মুখলৈ গৈ মাতে*) ৰঙিলী, অ আইজনী অলপ ওলাই আহাচোন।

ৰঙিলী ঃ- (*ওলাই আহি*) মোক মাতিছে নেকি দেউতা?

নবীন ঃ- আমাৰ ৰাইজে তোমাক কিবা সুধিব বিচাৰিছে। অলপ আহাচোন।
(*ৰঙিলীয়ে ৰাইজক সেৱা জনায়*)

ৰংমন ঃ- সন্মানীয় ৰাইজ! মই হেনো নবৌক এছাৰিৰে কোবাই পিঠি আৰু শৰীৰৰ পিচফালতো জখম কৰি দিছোঁ। এইয়া মোৰ ওপৰত অভিযোগ। মহিলা এজনীৰ পিঠি আৰু পাচফালটো চাবলৈ এজন পুৰুষ মানুহৰ কাৰণে সম্ভৱ নহয়। কিন্তু তেওঁৰ নিজৰ ভনীজনীয়ে চোৱাত কোনো আপত্তি থাকিব নোৱাৰে।

বিষ্ণুবৰ ঃ- এবা ভনীয়েকে চাই আহি আমাক জনাব পাৰে।

মেধি ঃ- আইকণ, তুমি কথাবিলাক শুনিলাই। ৰংমনে তোমাৰ বাইদেৱেৰাৰ পিঠিত কোবাই হেনো পিঠিত তেজ উলিয়াই দিছে। এতিয়া বাইদেৱেৰাৰ গাটো চাই আহি আমাক জনাব লাগে কথাটো সঁচানে মিছা।
(*ৰঙিলীয়ে যায়, সকলোৰে দৃষ্টি ঘৰৰ পিনে। ফাচ্ ফুচ্ কথাবতৰা চলে। অলপ পাছত ৰঙিলী ওলাই আহে।*)

ৰঙিলী ঃ- পিঠি আৰু পাচফাল চালোঁ। কতো একো দাগ নাই, ভৰি গোৰোহা দুটাৰ ওপৰত ছাল ফাটি ঘাঁৰ দৰে হৈছে। নতুন জোতা পিন্ধোতে দুইখন ভৰিৰ সৰু গাঁঠিৰ কাষত কাটিছে যেন হে লাগিল।

মনু ঃ- এৰা, কথা দেখোন ক'ববাত হে। "কেঁচু খান্দোতে ওলাল সাপ কোনে ক'ত যাবি বাপৰে বাপ"। মনবৰৰ টেকেলিৰ টলি উদং।

ৰংমন ঃ- পেহাদেউ, অলপ সময় দয়া কৰি মনে মনে থাকক। মই আপোনাক হাতযোৰ কৰি প্ৰাৰ্থনা ক ৰিছোঁ।



মেধি ঃ- সঁচা কথা। মনুকাই, এতিয়া কোনোৰকমৰ মন্তব্য নিদিবা। কথাবিলাক ভালকৈ শুনি যোৱা।

ৰংমন ঃ- কালি নবৌ চহৰৰ পৰা আহোতে কান্ধত এখন 'ভেনিটি বেগ' ওলোমাই আনিছিল। সেই বেগখন ৰাইজৰ সন্মুখত ৰাখিব লাগে।

মনবৰ ঃ- ৰাইজ, সেই বেগখন শেৱালিয়ে নিজৰ জমা পইচাৰে কিনিছে। তাইৰ সেইখন নিজা বস্তু।

ৰংমন ঃ- এওঁলোকে কথা কওঁতে মই মনে মনে আছিলোঁ। মই কথা কোৱা সময়ত এওঁলোকেও মনে মনে থকা উচিত। ৰাইজে সুবিচাৰ কৰিলে ভাল হয়।

মনু ঃ- একেবাৰে সজ কথা। বালীলৈ যিপাত শৰ, সুগ্ৰীৱলৈও সেই একেপাত শৰ হ'ব লাগে। মনবৰ তোমালোকে কোনো কথাত প্ৰত্যুত্তৰ নকৰিবা। ৰংমনৰ কথা শেষ হ'লে ৰাইজৰ অনুমতি লৈ কিবা ক'বলগীয়া থাকিলে ক'ব পাৰিবা। নে কি কোৱা মেধি?

মেধি ঃ- অতি উত্তম কথা। (*ৰঙিলীক*) আইজনী বাইদেৱেৰাৰ ভেনিটি বেগখন আ না চো ন
(*ৰঙিলী যায় আৰু ভেনিটি বেগ এখন লৈ আহি মেধিৰ হাতত দিয়ে।*)

ৰংমন ঃ- মহাদেউ, ভেনিটি বেগৰ কাকতবোৰ উলিয়াই ৰাইজক দেখুৱাওঁক।

মেধি ঃ- (*বেগৰ পৰা কাকত লয়*) এই দুখন হ'ল জগদম্বা টকী হাউচৰ প্ৰথম শ্ৰেণীৰ টিকেট দাম ৮০ টকা এইখন Modern Chinese Resturant ৰ Payment কৰা বিল (*Bill*) coffee one kettle, Momo two plates, kabab two plates, Fried rice two plates Total Rs. 150.00 . এইখন হ'ল Bata shoe Co. ৰ Bill one pair Lady's shoeRs. 399.00

ৰংমন ঃ- মুঠ খৰচ কিমান টকা?

মেধি ঃ- মুঠ খৰচ হ'ল Rs. 629.00 এওঁলোকে চহৰলৈ গৈ খৰচ কৰিলে ছয়শ উনত্ৰিছ টকা।

ৰংমন ঃ- দেবেৰা, অ' দেবেৰা

দেবেৰা ঃ- মো মো মোক মাতিছা নেকি?

ৰংমন ঃ- ককাইদেৰে ভঁৰালৰ পৰা কিমান ধান বিক্ৰী কৰিছিল আৰু কিমান টকা পাইছিল।

দেবেৰা ঃ- ধান-বিক্ৰী কৰিলে হলিৰামৰ তাত দেৰ কুইন্টল, টকা পাইছিল প্ৰায় এহেজাৰৰ কিছু কম।

মেধি ঃ- তুমি ভালকৈ দেখিছা?

দেবেৰা ঃ- ময়েই ভঁৰালত সোমাই ধান উলিয়াই দিছোঁ। ময়েই ধান জুখি দিলোঁ, ককাইৰ কথামতে।

মেধি ঃ- আমাৰ নবীন বাবুই কি কয়? সকলোৱে বেয়া বুলি জোঁৱায়েকক দূষিছে।

নবীন ঃ- বেয়াক বেয়া বুলি ক'বই। ইহঁত হাতে-লোটে ধৰা পৰিছে। ইহঁত অপৰাধী।

মনু ঃ- আহোম ৰজাৰ দিনৰ ঘটনা হ'লে, ইহঁত গিৰীয়েক-ঘৈণীয়েকৰ চকু কেইটা চেপেনাৰে উলিয়াই আলি কাষৰ গছত বান্ধি থলেহেঁতেন। এতিয়া সেই ৰজাও নাই ৰাজ্যও নাই। আজি দেশত ওপৰৰ পৰা তললৈ সকলোৱে দুৰ্নীতিত পোত গৈ আছে।

ৰংমন ঃ- ৰাইজক মই সাতোটা সেৱা কৰি কৈছোঁ মোৰ কথা শেষ হোৱা নাই। মোক ক'বলৈ দিয়ক।

মেধি ঃ- ৰাইজ, ৰংমনৰ কথা এতিয়াও শেষ হোৱা নাই। আপোনালোকে কাণপাতি শুনক।

ৰংমন ঃ- মোৰ পূজনীয় ককাইদেউ মনবৰ কাকতিয়ে আপোনালোকৰ সন্মুখত শপত খাই ক'লে যে

নবৌৰ অসুখৰ কাৰণে চহৰৰ এজন ডাঙৰ ডাক্তৰক দেখুৱাইছে আৰু ডাক্তৰৰ Prescription মতে ঔষধো আনিছে। ডাক্তৰৰ Prescription আৰু ঔষধ কিন্তু নবৌৰ ভেনিটি বেগত নাই। সেইখন নিশ্চয় ককাইদেউৰ জেপত আছে। সেই Prescription খন ৰাইজক দেখুৱাব লাগে।

মনবৰ ঃ- Prescription খন ক'ৰবাত হেৰালে।

মেধি ঃ- Prescription খন বাৰু হেৰাল কিন্তু ঔষধবিলাকতো আছে; আমাক দেখুওৱা।
*( এনেতে তৎক্ষণাত শেৱালি সোমাই আহে)*

শেৱালি ঃ- এইখন বিচাৰ হৈছেনে ঢুলীয়াৰ চং হৈছে। ৰাইজ আমাৰ কাৰণে নহয়, এইখন ৰাইজ হ'ল ৰংমনৰ ৰাইজ। আপুনি গুচি আহক। আমাক বিচাৰ কৰি দিব নেলাগে। আমি হ'লো বেয়া মানুহ, আমি এঘৰীয়া হৈয়েই থাকিম। আমাক কোনো বিচাৰ নেলাগে। আপুনি গুচি আহক।

মনু ঃ- উৱা এইজনী বোৱাৰীৰ দেখো বৰ লম্বা লম্বা কথা। ফোৰ্ড কোম্পানীৰ মটৰ হৰ্ণটোৰ দৰে একেবাৰে ভো-ভোৱাই থাকে। আজি শিয়াল-শিয়ালনী ভালকৈ ফান্দত পৰিছা।

শেৱালি ঃ- মুখ খুলিবলৈ আপোলালোকে আমাক বাধ্য কৰাইছে। নিধক ক'ৰবাৰ!

মনু ঃ- *(থিয় হৈ)* হেৰা মুখ চম্ভালি কথা ক'বা দেই -- মুখ চম্ভালি কথা ক'বা। মনবৰ, এইবোৰ শুনি থাকিবলৈ তোমাৰ লাজ লগা নাইনে? তিৰীৰ গোলাম হৈ পৰিছা?

মনবৰ ঃ- সি কিমান আমাক অত্যাচাৰ কৰিলে, তাৰ হিচাপ নলয় কিন্তু আমাৰ দোষবিলাকহে খুচৰি খুচৰি আছে। সি যে বস্তু-বাহানি ভাঙি তহিলং কৰিলে তাৰ নাম নাই?

মনু ঃ- দোষ কৰিছা, দোষ স্বীকাৰ নকৰা কেলেই। হেৰৌ 'মিছা কথাৰ ঠেং চুটি - দিনে যায় আয়ুস টুটি।'

মেধি ঃ- ৰ'বাহে মনুকাই, ৰংমনৰ কথাবিলাক শেষ হ'বলৈ দিয়া।

ৰংমন ঃ- চহৰলৈ গৈ এওঁলোকে কি কৰে গম পালেই।

মেধি ঃ- এৰা, এওঁলোকে কামো নকৰে কিন্তু ঘৰৰ ধানকেইটা বিক্ৰী কৰি চহৰৰ হোটেলত খায়, চিনেমা চায়। বৰ বেয়া -- বৰ বেয়া কাম।

মনু ঃ- ইফালে আকৌ চাৰিশটকীয়া বাটা কোম্পানীৰ জোতা পিন্ধি গাঁৱৰ বাটৰ ধূলি উৰুৱাই আহে আকৌ নতুন জোতাই গেৰোহা কাটি বখলিয়াই দিয়ে।

ৰংমন ঃ- খোৰাই খোৰাই আহি, পদুলিমুখত জোতাযোৰ হাতত তুলি লৈছে।

মনু ঃ- মৈমন চিঙিয়াই জোতা পিন্ধাৰ দৰে অৱস্থা হ'ল। সিহঁতে শহুৰেকৰ ঘৰলৈ আহিলে জোতা পিন্ধিব লাগিবই। জোতাযোৰ হাতত লৈ আহে, শহুৰেকৰ ঘৰৰ ওচৰত পিন্ধে কিন্তু নতুন জোতাই গোৰোহা বখলিয়াই দিয়ে আৰু খোৰাই খোৰাই 'শশুৰ বাড়ীত' ঢোকে।
*(সকলোৱে গিৰ্জনি মাৰি হাঁহে)*

মেধি ঃ- ৰংমন, তোমাৰ কথা শেষ হ'লনে?

ৰংমন ঃ- ক'বলৈ বিশেষ নাই। এতিয়া আপোনালোকে দয়া কৰি দেউতাৰ সম্পত্তিখিনি ভাগ কৰি দিলে, মই বেলেগ হৈ বিয়া-বাৰু কৰাই ঘৰ-সংসাৰ পাতিব পাৰোঁ।



মেধি ঃ- তুমি এতিয়াও বৰলা ভাতেই খাই আছা নেকি?

বিহুবৰ ঃ- বেচেৰাই কি কৰিব? ককায়েক নবৌৱেকে তাৰ বিয়াৰ কথা কেতিয়াও নুলিয়ায়। কোনোবাই ছোৱালী যাচিবলৈ আহিলেও ভালে ব্যৱহাৰ নেপায়। ৰঙিলীকে বিয়া কৰাবলৈ ইচ্ছা প্ৰকাশ কৰিছিল আৰু ৰঙিলীৰো সন্মতি আছিল। মাক-দেউতাকৰো মত আছিল কিন্তু ককায়েক আৰু নবৌৱেকে পথালিকৈ বাজিছে।

মেধি ঃ- বিহুবৰ, তুমি নো কোনজনী ৰঙিলীৰ কথা কৈছা।

বিহুবৰ ঃ- আমাৰ নবীন মাষ্টৰৰ নুমলীয়া ছোৱালীজনী। কাকত-পত্ৰবোৰ সেইজনীয়েই আপোনাৰ হাতত দিলে দেখোন। সেইজনীয়েই ৰঙিলী।

মেধি ঃ- এৰা ছোৱালীজনী দেখাই-শুনাই ভালেই লাগিল। বৰ মৰম লগা ছোৱালী। হেৰি নবীন বাবু আপোনাৰ মত থাকিলে 'শুভস্য শীঘ্ৰম' কৰি পেলাব পাৰি।

নবীন ঃ- মোৰ তেনেকৈ কোনো অমত নাছিল। *(কওঁ-নকওঁকৈ)* মানে - মানে ছোৱালীৰ বায়েক ভিনিয়েকৰ অমত দেখি আমি বৰ চিন্তাত পৰিছোঁ।

বিহুবৰ ঃ- ৰঙিলীয়ে কি কয় বাৰু? তাইৰ মতামত লৈছেনে?

মনু ঃ- কিযে কোৱা বিহুবৰ কেৰাহীক সুধি কোনোবাই ভাত ৰান্ধেনে?

বিহুবৰ ঃ- মনু সাতোলা কাই, তোমাৰ যুগ গ'ল। আজিকালি ছোৱালীক নোসোধাকৈ বিয়া পাতিবলৈ গ'লে বিপদ আছে, বিশেষকৈ শিক্ষিতা ছোৱালীৰ ক্ষেত্ৰত। তেওঁ অমান্তি হলে No confidence দি বহি থাকিব।

দেবেৰা ঃ- ছো-ছোৱালী উৰ-ৰাও উৰাও কৈ আছে। দুয়োৰো বৰ মিল। তা-তা- তালিম সদায় চলিয়েই আছে। হেঃ হেঃ হেঃ *(সকলোৱে হাঁহে)*

মনু ঃ- হয় নেকি ৰংমন, তলে তলে নিগনিৰ গাঁত - বাহিৰত হলে নোপোৱা মাত।

ৰংমন ঃ- কি আৰু ক'ম পেহাদেউ ; বৰলা ভাত খাই আজি একুৰি পোন্ধাৰ বছৰ কটালো। বাকী দিনকেইটা কেনেবাকৈ পাৰ হ'ব আৰু।

মেধি ঃ- ৰংমন, তোমাৰ গাত বৈৰাগ্য দেৱতাই লম্ভিলে নেকি?

মনু ঃ- হেৰৌ তোৰ দৰে কৰ্মবীৰ এজনৰ কাৰণে ছোৱালীৰ অভাৱ? মোক নকলি কিয়? সাতকুৰি গণ্ডা অপেশ্বৰী কন্যা কলৰ তলত থিয় কৰাই দিলোহেঁতেন! আচল কথা ইয়াক বিয়া কৰাই দিলে, ইহঁত দুজনে টিঘিলঘিলাই ঠেঙৰ ওপৰত ঠেং তুলি খাব নোৱাৰে।

ৰংমন ঃ- বয়স যেতিয়া যথেষ্ট হ'ল, বিয়া কৰাবলৈ ইচ্ছা হৈছিল, কথাটো মিছা নহয়। কিন্তু মই এতিয়া কৈ ফুৰিলেহে হ'ব বোলে মোৰ বিয়াখন পাতি দিয়া। নবৌৰ সেইপিনে নজৰেই নাই।

শেৱালি ঃ- বলিয়াৰ দৰে যিহকে মুখত আহে তাকেই কয়, নিধক ক'ৰবাৰ। একেবাৰে বিয়া বলিয়া হৈ পৰিছে।

ৰংমন ঃ- দেখিলে - দেখিলে, মইহে বোলে বিয়া বলিয়া হলোঁ? পথাৰত হাল-কোৰ মাৰি আহি আকৌ মইহে ৰন্ধা-বঢ়া কৰোঁ। যিদিনাৰ পৰা পাকঘৰত সোমালো, সেই দিনাৰ পৰা নবৌৰ গাৰ পৰা বেমাৰ নুগুচা হ'ল।

মনু ঃ- হেৰা ৰংমন, নবৌৰেৰাই বেমাৰ হ'লে ভাত খায় নে নেখায়?

ৰংমন ঃ- হে ভাতহে নেখাব? দুয়োবেলা থেকেছি খায়।

শেৰালি ঃ- নিলাজটোৰ মুখত লেকাম নাইকিয়া হ'ল।

ৰংমন ঃ- শুনিলে কথাবিলাক শুনিলে?

মনু ঃ- বুজিলা মেধি ডাঙৰীয়া, কথা কোনখিনিত? আমাৰ গাঁৱলীয়া কথা এষাৰ আছে নহয় -- "কি আচৰিত বোলা -- ঘৰ পুৰা জুইত পুৰি মাৰে বজাৰত বেচে মূলা।"

ৰংমন ঃ- এজনী গৰু আছে, দুই তিনি লিটাৰ গাখীৰ দিয়ে। গাইজনীৰ কাৰণে ঘাঁহ কাটি অনা, দানা খুওৱা, পথাৰত এৰি দিয়া, গোহালিত বন্ধা আনকি গাইজনী খীৰোৱা পৰ্যন্ত মোৰ কাম। গাখীৰ এক লিটাৰমান বিক্ৰী কৰা হয়, পইচাখিনি নিয়ে আৰু দুই লিটাৰ গাখীৰ দুইজনে খায়। কেতিয়াবা গাখীৰৰ কথা ক'লে নবৌৱে ভেকাহি মাৰি উঠে -- "দাং বৰলা মতাডালে নো কি গাখীৰ খাব লাগিছে?"

শেৰালি ঃ- গাখীৰ খাই এইডাল নোদোকা হৈ পৰিছে। তাৰ দেহাটোলৈ নেচায় কিয়?

মেধি ঃ- ঠিক আছে বাৰু, গাখীৰ সিহঁতে খাইছে খাওঁক। কিন্তু তাৰ বিয়াখন পাতিবলৈ এওঁলোকে ঠেলা- ঠেলি কৰিবলৈ নেলাগিছিল। তাৰ উপযুক্ত বয়স হৈছে, তদুপৰি কৰ্মক্ষম এজন স্বাস্থ্যবান যুৱক। গোটেই ঘৰখন আজি সেই ডেকাটোৱে চলাই আছে।

বিহুবৰ ঃ- আমি তেনেকুৱা এজন বিশ্বকৰ্মাৰ দৰে ভাই পালে মূৰত লৈ থাকিলোহেতেন!

মনবৰ ঃ- ঠিক আছে আমিয়েই বেয়া মানুহ। ইমান ঘৰখনত অত্যাচাৰ কৰিলে কিন্তু তাৰ দোষৰ কথা কোনেও নকয় মাত্ৰ আমাৰ দোষহে আপোনালোকে দেখে।

বিহুবৰ ঃ- তোমালোকে যে কোনো কাম নকৰাকৈ, ৰংমনৰ উপাৰ্জনৰ ওপৰত হেলাৰঙে খাই আছা, সেই কথাটো এবাৰ চিন্তা নকৰা কেলেই?

মনবৰ ঃ- তাৰ কাৰণে জানো সি লাঠি হাতত ল'ব লাগে? মোৰ চাকৰি থকা সময়ত গোটেই পৰিয়ালটো মই চলাইছিলোঁ। আজি চাকৰি নাই হাত পাৰ বন্ধা।

মনু ঃ- দুয়ো পাৰ্টিৰে দোষ-গুণ আমি বিচাৰ কৰি চাইছোঁ। কিন্তু তাৰ বিয়াখন পাতি দিবলৈ কি ব্যৱস্থা কৰিছা? দুয়োপক্ষৰে সন্মতি থকা বিয়াখনত বিধি -পথালিৰ সৃষ্টি কৰিছা কিয়? সি অক্ষম নাইবা উপাৰ্জন নোহোৱা মানুহ নহয়। তাৰ বিয়াৰ বয়স পাৰ হৈ যাবলৈ ধৰিছে আৰু ইপিনে তোমালোক দুজনে তাৰ বিয়াখন যাতে হ'ব নোৱাৰে তাৰ বাবে হেঙাৰ বান্ধিছা। তাৰ বিয়া পাতি দিব লাগে।

মনবৰ ঃ- আপোনালোকেই বিয়াখন পাতি নিদিয়ে কেলেই?

মনু ঃ- তোমাৰ যদি সেইখিনি কাণ্ডজ্ঞান নাই, মনুষ্যত্ব নাই, তেনেহলে গাঁৱৰ মুখিয়াল মানুহ হিচাপে, তাৰ বিয়াখন পাতি দিবলৈ আমি সদায় প্ৰস্তুত আছোঁ। (*থিয় হৈ*) মাননীয় ৰাইজ, ৰংমনৰ ককায়েক মনবৰে তেওঁৰ দায়িত্ব কান্ধ পাতি ল'বলৈ অসমৰ্থ, সেইবাবে আমি গাঁৱৰ ৰাইজে তাৰ বিয়াখন পাতি দিম। ৰংমনৰ বিয়াত নিমন্ত্ৰিত সকলো আলহীকে এসাজ ভাত খুৱাব লাগিব। তাৰ কাৰণে যি খৰচ লাগে সম্পূৰ্ণ খৰচ মই বহন কৰিম, ৰাইজক এই প্ৰতিশ্ৰুতি দিলোঁ। (*হাত তালি*)



মেধি ঃ- সজ -- অতি সজ কথা। আমি এজনৰ দুখত বাকী সকলোৱে দুখী হ'ব লাগিব আৰু সেই দুখ নিবাৰণ কৰিবলৈ দলবান্ধি ওলাই আহিব লাগিব। মাউখে উটিলেহে আমি জীয়াই থাকিব পাৰিম। (*দেবেৰাই ঘৰৰ পিনে লৰ মাৰে।*)

বিহুবৰ ঃ- ৰংমনৰ বিয়াত দৰা-কইনাৰ সাজ-পোছাক আৰু বিয়াৰ কেইদিনত যিমানখিনি তামোল-পাণ লাগে তাৰ সকলো খৰচ মই বহন কৰিম। তাৰ উপৰিও আন খৰচ কৰিবলগীয়া হ'লে মই ভাৰ লম বুলি ৰাইজক প্ৰতিশ্ৰুতি দিলো।
(*ৰাইজে হাত তালি বজায়*)

মেধি ঃ- (*উঠি*) তেনেহলে ময়ো অলপ সহায় কৰিবলৈ গাত লওঁ। মই ঢুলীয়া পাৰ্টিৰ খৰচ, বিয়াৰ আগদিনাখনৰ ভাওনাৰ খৰচ আৰু দুদিনত চাহ-জলপানৰ সকলোখিনি খৰচ বহন কৰিম বুলি সভাত মই কথা দিলো। (*ৰাইজে হাত তালি বজায়*)

দেবেৰা ঃ- (*হাত যোৰ কৰি থিয় হ'ল*) মই দু দু দুখীয়া মা-মানুহ। মই চা চা চাইমনা খৰচ চাইমনাখনৰ খ খখৰচ মই দিম। (*সকলোৱে খুব তালি বজায়*)
(*হঠাতে দেবেৰা সোমাই পৰে আৰু গামোচাৰ গাঁঠিৰ পৰা এটা কাগজৰ মুঠা এটা মেধিৰ হাতত দিয়ে।*)

দেবেৰা ঃ- ম-মহাদেউ এইখিনি মই দিছো। এ এ এইখিনি ট টকা।

মেধি ঃ- ক'ত টকা আনিলি?

দেবেৰা ঃ- ভি ভি ভিতৰত আছে।

মেধি ঃ- হেৰৌ ক'ত পালি-কিমান টকা।

দেবেৰা ঃ- (*আঙুলি দহটা দেখুৱাই*) দ দহ হেজাৰ, দহ হেজাৰ।

মেধি ঃ- (*মুঠা খুলি চাই*) এৰা হয়তো -- বহু টকা দেখোন।

দেবেৰা ঃ- দ- দহ - হেজাৰ ৰংমন কাইৰ বি - বিয়াত দিছো। দহ হেজাৰ।

মেধি ঃ- ি বহুবৰ এওঁক তুমি চিনি পোৱা? ৰংমনহঁতৰ কি হয়?

বিহুবৰ ঃ- তেনেকৈ তেজৰ সম্পৰ্ক একোৱেই নাই, কিন্তু একেবাৰে নলে-গলে লগা। ৰংমনৰ বৰ দেউতাক আছিল পুৰন্দৰ কাকতি। বৰ আঢ্যৱন্ত লোক আছিল পুৰন্দৰ বাবু। বিৰাট সম্পত্তিৰ মালিক! দেবেৰাৰ মাকে তাক কোলাত তুলি লৈ আহিছিল পুৰন্দৰ কাকতিৰ আশ্ৰয় বিচাৰি। তেলৰ ঘাঁনিত কামকৰিলে। দেবেৰা পুৰন্দৰ বাবুৰ ঘৰতে ডাঙৰ-দীঘল হ'ল, লিখা-পঢ়াও শিকিলে। দেবেৰাৰ মাক ঢুকাল, দেবেৰা থাকি গ'ল। বৰকৰ্মী পুৰুষ। এইয়া তাৰ স্বোপাৰ্জিত টকা।

মেধি ঃ- তুমি এই গোটেইখিনি টকা ৰংমনৰ বিয়াত দিছা।

দেবেৰা ঃ- অ' অ' গো গোটেইখিনি।

বিহুবৰ ঃ- বিয়াৰ পাচত অলপ অলপকৈ ঘূৰাই দিব লাগিব?

দেবেৰা ঃ- না-না-না নালাগে। একেবাৰে দিছোঁ। ঘূ -ঘূৰাই নেলাগে।

মেধি ঃ- বিহাৰী মানুহ হ'লেও, তাৰ এখন সুন্দৰ অন্তৰ আছে।

দেবেৰা ঃ- না-না-না- মই অ- অসমীয়া। (*বুকুত চাপৰ মাৰে*)

মেধি ঃ- নিশ্চয় তুমি অসমীয়া। তুমি আমাৰ আপোন জন।

মনু ঃ- বস্তু-বাহানি, টকা-পইচা সকলো হ'ল। এতিয়া কইনাৰ final হ'লে, ঢোল কোবাই দিব পৰা হৈছে।

মেধি ঃ- নবীন বাবু, আপোনাৰ ছোৱালী ৰঙিলীক ৰংমনলৈ দিয়াত আপত্তি আছে জানো?

নবীন ঃ- ছোৱালী মোৰ নহয়, ছোৱালী আপোনালোকৰ। ৰাইজৰ ইচ্ছাই মোৰ ইচ্ছা। তাৰোপৰি ৰঙিলীৰ মাকৰো প্ৰবল ইচ্ছা ৰংমনক জোঁৱাই কৰিবলৈ। (*সকলোৱে হাত তালি দিয়ে*)

মনু ঃ- তেনেহলে আমি দিনবাৰ চাই বিয়াখন পাতি দিব পাৰো?

নবীন ঃ- নিশ্চয় পাৰে। ল'ৰাও আপোনালোকৰ ছোৱালীও আপোনালোকৰ। এনেস্থলত ইয়াৰ বিপৰীতে মাত মাতিবলৈ কাৰো অধিকাৰ নাই। ( *আকৌ হাত তালি পৰে*)

বিহুবৰ ঃ- এইখন ৰাইজে পাতি দিয়া বিয়া। কথাতে কয় নহয় যে ৰাইজে নখ জোকাৰিলে নৈ বয়। (ৰংমনে কাণে কাণে কিবা কয়) শুনক ৰাইজ, সুখবৰ। মইনাবৰিৰ যুৱকসকলে হেনো বিয়াৰ আগদিনাখন কোনো অৰিহণা নোলোৱাকৈ ৰংমনহতৰ চোতালত 'হনুমানৰ লংকা দহন' ভাওনাখন পাতিব।
(*সকলোৱে শলাগে। এনেতে মনবৰে কন্দাৰ সুৰত 'মহাদেউ' বুলি মাতে।*)

মনবৰ ঃ- (*কন্দাৰ সুৰত*) মহাদেউ! মই কি দিব লাগিব।

মেধি ঃ- সকলোৱে কিবা কিবি ক'লে দিয়াৰ কথা। তুমি দেখোন নেমাতিলা।

মনবৰ ঃ- (*গলত কাপোৰ লৈ*) মই অনুতপ্ত -- (*আঁঠু লৈ*) মই ৰাইজৰ ওচৰত কৰযোৰে গল বস্ত্ৰে প্ৰাৰ্থনা জনাইছোঁ মোৰ শত দোষ মাৰ্জমা কৰক (*হুক্ হুক্‌কৈ কান্দে*)

মেধি ঃ- তোমালোকৰ কথামতেই আমি ইয়ালৈ আহিছোঁ, তোমালোকৰ ভালৰ কাৰণে। তুমি যদি কিবা দিব খোজা, নিশ্চয় দিবা। হেজাৰ হলেও তোমাৰ সহোদৰ ভাই।

মনবৰ ঃ- আপোনালোকৰ সন্মতি পালে মই চাইমনাখন তৈয়াৰ কৰি দিম। মোক আদেশ দিয়ক।

মনু ঃ- নিশ্চয় দিবা তুমি বিয়াৰ চাইমনা পাতি দিলে। সকলোৱে সুখী হ'ব।
(*এনেতে হাতত সোণৰ গহণালৈ শেৱালি সোমাই আহে।*)

শেৱালি ঃ- (*আঁঠু লৈ*) মই সোণৰ গহনাখিনি দিছোঁ। ইয়াক বিক্ৰী কৰি বিয়াৰ কামত টকাখিনি খৰচ কৰক। আমি প্ৰাৰ্থনা কৰিছোঁ, আমাৰ দোষ ৰাইজে মৰিষণ কৰক।
(*দুয়ো ৰাইজক সেৱা কৰে। ৰাইজে হৰিধ্বনি দিয়ে।*)

মনু ঃ- সেৱকৰ কুশলৰ অৰ্থে

সকলোৱে ঃ- হৰিবোল হৰিবোল।

মেধি ঃ- বোৱাৰী, তুমি এই গৃহৰ লক্ষ্মী। তোমাৰ গলৰ , কাণৰ সোণ আমি বিয়াত খৰচ কৰিব নোৱাৰো। তুমি এইখিনি তুলি লোৱা। ৰাইজে কি কয়?
(*সকলোৱে হয় হয় বুলি কয়। শেৱালিয়ে সোণখিনি লয়*)

মনবৰ ঃ- সমান্য টকা-পইচাৰ লোভত মই সহোদৰ ভাইটোক শত্ৰুৰূপে আচৰণ কৰিছোঁ। মই অত্যন্ত অনুতপ্ত। ভাই ৰংমন তুমি মোক ক্ষমা কৰা। (*দুয়ো সাৱটি লয় আৰু উচুপি উচুপি কান্দে*)



ৰংমন ঃ- ককাইদেউ, পিতৃ অবিহনে, তুমি জ্যেষ্ঠ সহোদৰ হিচাপে পিতৃৰ স্থান অধিকাৰ কৰিছা। তুমি মোৰ শত অপৰাধ মাৰ্জনা কৰা ককাইদেউ। মই তোমাৰ অবাধ্য হৈছো। মোক ক্ষমা কৰা।

মনবৰ ঃ- তোমাৰ স্থান ভৰিত নহয়। তোমাৰ স্থান মোৰ বুকুত। ৰংমন, ময়ো তোৰ দৰে হাল বাম, খেতি কৰিম। মোক তই খেতি-বাতিৰ কাম শিকাই দিব লাগিব। মই ভালদৰে বুজি পাইছো, কৰ্ম-সংস্কৃতি অবিহনে এটা জাতি জীয়াই থাকিব নোৱাৰে। এই বিষয়ত তুমি মোক গুৰু হিচাপে সকলো শিকাই দিব লাগিব।

ৰংমন ঃ- অতি আনন্দৰ কথা। চাকৰি বিচাৰি ঘূৰি নুফুৰো। দুয়ো ভাই হাল-কোৰ লৈ খেতি কৰিম। দেশ -মাতৃৰ উৰ্বৰ বুকু শস্য শ্যামলা কৰি তুলিম। দেশৰ হেজাৰ হেজাৰ বুভুক্ষু জনতাৰ মুখত অন্ন তুলি দিবলৈ প্ৰাণপণে চেষ্টা কৰিম।

মনবৰ ঃ- ঠিক কথা দেশৰ ক্ষুধিত জনতাৰ মুখত অন্ন তুলি দিয়া এটি মহান কৰ্তব্য।

শেৱালী ঃ- আমি কৰ্ম-সংস্কৃতিকে সাৱটি লৈ অসমীয়াৰ মাজত ঐক্য, সংহতি গঢ়ি তুলি আমি দেশক প্ৰগতিৰ পথলৈ আগবঢ়াই নিম। দেশত শান্তি বিৰাজ কৰিব। ৰাইজক আমি প্ৰাৰ্থনা কৰিছোঁ,আমাৰ দোষ মৰিষণ কৰিব।

ৰংমন ঃ- তুমি যে মোৰ মাতৃ স্বৰূপা নবৌ। মাতৃ হেৰাই মই নবৌৰ ওচৰত মাতৃ স্নেহ বিচাৰি পাইছোঁ। মোৰ সেৱা গ্ৰহণ কৰা। (*ৰংমনে সেৱা কৰে, শেৱালিয়ে ৰংমনক উঠাই লয়।*)

শেৱালি ঃ- আজিৰ এই সমাজমেলে মোৰ অহংকাৰ চুৰ্ণ কৰি, মোক পৱিত্ৰ পথৰ সন্ধান দিলে। মই মোৰ ভনী ৰঙিলীক সমাজৰ সন্মুখলৈ লৈ আহোঁ।
(*শেৱালিয়ে ৰঙিলীক লৈ আহে। ৰঙিলী সমাজক সেৱা কৰে। হৰিধ্বনি দিয়ে*)

মনু ঃ- সেৱিকাৰ কুশলৰ অৰ্থে

ৰাইজ ঃ- হৰিবোল -- হৰিবোল। (*শেৱালি আৰু ৰঙিলী - মনবৰ আৰু ৰংমন একেলগে থিয় হয়।*)
(*বিশ্বনাথ আৰু হেমন্ত সোমাই আহে*)

বিশ্বনাথ ঃ- বাহ্ কি সুন্দৰ সংস্কৃতি, কি মনোমোহা দৃশ্য। এটি পৰিয়ালে নিজ সংহতি ৰক্ষা কৰি কৰ্ম সংস্কৃতিকে সাৱটি ললে সমাজত বিপ্লৱ আনিবলৈ। এই বিপ্লৱৰ দ্বাৰাই আনিব লাগিব নতুন দিগন্ত। বিদেশী অনুপ্ৰৱেশকাৰীয়ে অবৈধভাৱে চৰকাৰী মাটি, সত্ৰসমূহৰ মাটি আৰু ব্ৰহ্মপুত্ৰৰ চৰসমূহ দখল কৰি বহি আছে। সেইবোৰ বিদেশীৰ হাতৰ পৰা মুকলি কৰি অসমীয়া ডেকা- গাভৰুহঁতে খেতি কৰিব লাগিব, মাছ পুহিব লাগিব, হাঁহ-কুকুৰাৰ পাম খুলিব লাগিব, গৰু -ম'হৰ খুটি পাতিব লাগিব। তেতিয়া নিবনুৱা সমস্যা বহু পৰিমাণে সমাধান হ'ব, সমাজ আৰু দেশখনে প্ৰগতিৰ পথত খোজ পেলাব পাৰিব। আহা আমি সুন্দৰ কোঁৱৰ জ্যোতিপ্ৰসাদৰ কণ্ঠত কণ্ঠ মিলাই গাওঁ ---

গাঁৱৰ ল'ৰা গাঁৱে গাঁৱে বন্তি জ্বলাই যাম
গাঁৱলীয়া ছোৱালী শেৱালি মই নেৱালি
গাঁৱৰ কোলাত হাঁহি মাতি
সোণধানৰ জেউতি চ'ৰাম।

গাঁৱৰ ল'ৰা আগবাঢ়ি যাম,
হাবি কাটি আগবাঢ়ি যাম
পৰ্বত ভাঙি আগবাঢ়ি গৈ বাট উলিয়াম —
নিতৌ নতুন পাম
জুই সুৰীয়া, জয় সুৰীয়া নতুন গান গাম
ৰাইজৰ বৰ নামঘৰতে
সোণৰ ৰূপৰ পাত মেৰিয়া বৰখুটা লগাম।
গাঁৱৰ লৰা ..............................................

*(লাহে লাহে মঞ্চ অন্ধকাৰ হৈ আহে, গীতৰ সুৰৰ লয় কমি আহে। লাহে লাহে মঞ্চ ঢাকনিয়ে দৃশ্যটো আবৰি লয়।)*

সমাপ্ত



# নায়িকা নাট্যকাৰ

## সত্যপ্ৰসাদ বৰুৱা



## চৰিত্ৰাৱলী

নাট্যকাৰ . বিভুতি. চলিহা. ৰমণী. ৰেৱতী. দেউতাক. মাক. বিমল.
অনুপ. হিমাংশু. ভাস্বতী. শাশ্বতী. বাণী. নিৰু

## নায়িকা নাট্যকাৰ

*[মঞ্চত বিশেষ সা-সৰঞ্জামৰ প্ৰয়োজন নাই। পাচফালে ক'লা বা ডাঠ নীলা আঁৰ কাপোৰ এখন তৰি থ'লেই হ'ব। মঞ্চৰ পাচৰ, দৰ্শকৰ বাঁওফালৰ চুকটোৰ পৰা সোঁমাজৰ কিছু আগলৈকে, এখন এহাতমান ওখ, তিনিহাতমান বহল প্লেটফৰ্ম পতা থাকে, যেন পাচফালৰ উইঙ্‌চৰ ভিতৰৰ পৰা ওলাই আহিছে। দৰ্শকৰ সোঁফালে, মঞ্চৰ পাচৰ আঁৰকাপোৰখন সমান্তৰালভাৱে, কিন্তু এহাতমান আগত, আনখেন প্লেটফৰ্মৰ ভিতৰৰ পৰা মঞ্চলৈ প্ৰায় পাঁচ ছয় হাতমান সোমাই আহিছে। এইখন ওখই সাধাৰণতে লিখা-পঢ়া কৰা মেজৰ সমান আৰু বহলে চাৰি হাতমান হ'ব লাগিব, যাতে দুজনে তাৰ ওপৰত "কথক" বা সেই ধৰণৰ নাচ নাচিব পাৰে। তবলা বা বাদ্যযন্ত্ৰৰ ধ্বনি অৱশ্যে নেপথ্যৰ পৰা আহিব। এইখন প্লেটফৰ্মৰ মঞ্চত দেখা অংশৰ সমুখত এখন চকী। এই অংশটোক নাট্যকাৰে লিখা মেজৰূপে ব্যৱহাৰ কৰে। পট উঠিলত দেখা যায় যে নাট্যকাৰে চকীত বহি সন্মুখত জ্বলি থকাটেবুল লেম্প এটাৰ উজ্জ্বল পোহৰত লিখি আছে। মঞ্চৰ আন অংশত এন্ধাৰ। নাট্যকাৰে লিখিছে আৰু ভাবিছে, ভাবিছে আৰু লিখিছে। তেওঁৰ মনটোক কিবা চিন্তাই যেন অস্থিৰ কৰি তুলিছে। কিবা কল্পনাৰ আঁত যেন তেওঁ বিচাৰি পোৱা নাই। কিবা সিদ্ধান্তত যেন উপনীত হ'ব পৰা নাই। এবাৰ তেওঁ হঠাতে বহাৰ পৰা উঠি ইখন চাপৰ প্লেটফৰ্মৰ ওপৰত উঠি একেবাৰে সন্মুখ ভাগ পায়হি। হাতত লিখি থকা কলমটো। মঞ্চত আন পোহৰ নাই ; পাচ ফালৰ জ্বলি থকা পোহৰত দৰ্শকে ছায়ামূৰ্তি সদৃশ দেহৰ অৱয়বটো দেখা পায়। দৰ্শকে অনুভৱ কৰে, তেওঁ যেন মুখেৰে কিবা এটা শব্দ উচ্চাৰণ কৰিছে। শব্দটো লাহে লাহে স্পষ্ট হয়--'ভাস্বতী'--'ভাস্বতী'--'ভাস্বতী'--আৰহ সঙ্গীতে নাট্যকাৰৰ মনৰ ভাবৰ সঁহাৰি দিয়ে। 'ভাস্বতী' শব্দটোৱে দৰ্শক বহি থকা ঠাইৰ শব্দতৰঙ্গ তো যেন মৃদুকম্পন তোলে। দৰ্শকে স্পষ্টকৈ নাট্যকাৰে "ভাস্বতী" বুলি কোৱা শুনাৰ লগে লগে দৰ্শকৰ মনত কঁপনি তোলা আৰহ সঙ্গীতৰ ঝঙ্কাৰ বাজি উঠে আৰু ঠিক সেই সময়তেই দৰ্শকৰ বাঁওফালে মঞ্চৰ এটা নিৰ্দিষ্ট ঠাইত,স্পষ্ট লাইটৰ পোহৰ পৰে আৰু সেই ঠাইত ভাস্বতীক দেখা যায়। নাট্যকাৰে তেতিয়াও ছায়া মূৰ্তিৰ দৰেই দূৰলৈ দৃষ্টি নিবদ্ধ কৰি আছিল; হঠাৎ ভাস্বতীক দেখি "ভাস্বতী" বুলি আকৌ বিহ্বলভাৱে ডাঙৰকৈ চিঞৰি দিয়ে । ভাস্বতীয়ে কিন্তু মুখত পোহৰ পৰাৰ পৰাই ব্যঙ্গৰ সুৰত খিল্‌খিলাই হাঁহি আছিল। নাট্যকাৰে 'ভাস্বতী' বুলি মতাত সেই হাঁহি বন্ধ হয়। নাট্যকাৰে "ভাস্বতী" "ভাস্বতী" বুলি মাতি তেওঁৰ ওচৰ পায়হি। স্পট লাইটৰ ঠাইত ভাস্বতী আৰু নাট্যকাৰক ধৰিব পৰা উজ্জ্বল, অঞ্চল ভিত্তিক "জোনেল" লাইট জ্বলি উঠে। পোহৰ শুধ বগা নহৈ, পাতল নীলাভ, বেগুণীয়া নাইবা ৰঙচুৱা হালধীয়া (এম্বাৰ) হ'লে ভাল হয় ]*

ভাস্বতী ঃ হাঃ হাঃ হাঃ, কি ক'লে? ভাস্বতী? হাঃ হাঃ হাঃ।



নাট্যকাৰ ঃ *(ভাস্বতীৰ ওচৰ চাপি)* এৰা ভাস্বতী! কিয়, কিবা আপত্তি আছে নেকি?

ভাস্বতী ঃ আপত্তি নথকা নহয়। আপুনি নাটক লিখিছে, লেখক। কিন্তু মোৰ নামটোৰে আপোনাৰ নাটকৰ নামকৰণ নকৰিলেও পাৰিলে হয়।

নাট্যকাৰ ঃ আপত্তি কৰিবৰ অধিকাৰ তোমাৰ আছে মই মানো ; কিন্তু মই নিৰুপায়!

ভাস্বতী ঃ কিয়?

নাট্যকাৰ ঃ তোমাক লৈয়ে নাটক লিখিছোঁ যেতিয়া তোমাৰ নামটো ধাৰ নকৰি পাৰোঁ কেনেকৈ কোৱা?

ভাস্বতী ঃ মোক লৈ নাটক লিখিছে?

নাট্যকাৰ ঃ ওঁ

ভাস্বতী ঃ মোক লৈ সকলোৱে এনেকৈ টনাআঁজোৰা কৰে কিয় বুজি নাপাওঁ।

নাট্যকাৰ ঃ টনা আঁজোৰা কৰে এই কাৰণেই যে তুমি সাধাৰণ নিয়মৰ ব্যতিক্ৰম, তুমি অসাধাৰণ।

ভাস্বতী ঃ ধন্যবাদ। আপোনাৰ মুখত মোৰ প্ৰশংসা শুনি সঁচাকৈয়ে বেছ ভাল লাগিছে। কিন্তু কওক চোন, কিয় মোক অসাধাৰণ বুলি ক'লে, কোনখিনিত মই সাধাৰণ নিয়মৰ ব্যতিক্ৰম?

নাট্যকাৰ ঃ তোমাৰ দৰে লিখা-পঢ়া কৰা বুদ্ধিমতী ছোৱালী আমাৰ সমাজত সতকাই পোৱা টান। তদুপৰি-

ভাস্বতী ঃ তদুপৰি মই গান গাওঁ, নাচোঁ, ঘোঁৰাত উঠোঁ, চাইকেল, মটৰ আৰু এনেকি এৰোপ্লেনো চলাওঁ-- কিন্তু এইবোৰৰ কাৰণে আপুনি নিশ্চয় মোক সাধাৰণ ব্যক্তিক্ৰম বুলি ভবা নাই।

নাট্যকাৰ ঃ ভাবিলে জানো ভুল হ'ব?

ভাস্বতী ঃ মই স্বামী জীয়াই থাকোঁতেই দ্বিতীয়বাৰ বিয়া কৰাবলৈ ওলাইছোঁ আৰু এই কাৰণেই যে মোৰ ওপৰত আপোনালোকৰ চকু, সেই কথা মই জানো। সেয়েহে মোক ব্যতিক্ৰম বুলি কৈছে; মোক আমনি কৰাৰ এই চৰম পন্থা সেই কাৰণে আপুনিও বাছি লৈছে।

নাট্যকাৰ ঃ তোমাক আমনি কৰাৰ?

ভাস্বতী ঃ নিশ্চয়।

নাট্যকাৰ ঃ তোমাক কিয় আমনি কৰিম?

ভাস্বতী ঃ বাৰু, বেছ, আপুনি মোৰ কথা লিখিবলৈ ওলাইছে। কিন্তু কিমানখিনি জানে মোক? মোৰ বাহিৰা ৰূপটো আপোনালোকে দেখিছে, মোৰ বাহিৰা আচৰণ আপোনালোকে লক্ষ্য কৰিছে, কিন্তু মোৰ মনৰ কথাবোৰৰ কিবা ভু ৰাখেনে?

নাট্যকাৰ ঃ ৰাখিব পাৰিছোঁ নে নাই ক'ব নোৱাৰোঁ, চেষ্টাৰ ক্ৰুটি হ'লে কৰা নাই।

ভাস্বতী ঃ আপোনাৰ এই নাটকত হয়তো, শেষত গৈ, মোকেই সকলো দোষৰ ভাগি কৰিব।

নাট্যকাৰ ঃ তেনেকৈ ভাবিবৰ জানো কিবা যুক্তি আছে?

ভাস্বতী ঃ আপুনি লেখক,আপুনি নাট্যকাৰ, আপোনালোকে সাধাৰণতে বাহিৰা কথাবোৰ হে চালি-জাৰি চায়। মানহৰ মনৰ কথাবোৰ জানিবলৈ যত্ন নকৰে। সেয়েহে কৈছোঁ-- আপোনালোক, মানে আপুনিও সহানভুতিহীন--

নাট্যকাৰ ঃ তোমাৰ. ধাৰণা সঁচা নহয় ভাস্বতী। তোমাৰ প্ৰতি মোৰ অফুৰন্ত সহানভুতি আছে কাৰণেই তোমাক মোৰ নাটৰ নায়িকা কৰিব খুজিছোঁ। মই তোমাক জানিব খোজোঁ, বুজিব খোজোঁ

আৰু মই বিচাৰোঁ যে দৰ্শক পাঠকেও তোমাক জানক তোমাক বুজক ---

ভাস্বতী : কিন্তু এই কৌতূহল--

নাট্যকাৰ : স্বীকাৰ কৰোঁ ই মোৰ দুৰ্বলতা তথাপি--

ভাস্বতী : কওক ৰ'ল কিয়?

নাট্যকাৰ : সৰুতে তোমাৰ বিয়া হৈছিল। বিয়াৰ পাচত তুমি তোমাৰ স্বামীৰ ঘৰলৈ নগ'লা। দেউতাৰাৰ ঘৰতে থাকি পঢ়া-শুনা কৰিলা। এতিয়া বিশ্ববিদ্যালয়, পৰা ডক্টৰেট ডিগ্ৰী পাইছা ; আমি সকলোৰে আশা কৰিছিলোঁ তুমি পুনৰ সংসাৰ, জঞ্জালত নোসোমাই দেশ-সেৱাৰ কামত আত্ম-নিয়োগ কৰিবা। কিন্তু এতিয়া তুমি আকৌ বিয়া কৰাবলৈ ওলোৱা বুলি জানিব পাৰি আমাৰ মনতকৌতূহল জগাটো স্বভাৱিক নহয় জানো?

ভাস্বতী : আপুনি মোৰ সৰুতে বিয়া হোৱাৰ কথা কৈছে। কিন্তু তাৰ কাৰণে মোক দায়ী কৰিব নোৱাৰে। সৰুতে বিয়া নোহোৱা হ'লে আজি মোৰ এনে অৱস্থা নিশ্চয় নহ'লহেঁতেন।

নাট্যকাৰ : সমাজৰ সেই সময়ৰ প্ৰচলিত নিয়ম অনুসাৰে ষোল্ল বছৰৰ আগতে তোমাৰ বিয়া হৈছিল-

ভাস্বতী : তেতিয়া মোৰ বয়স এঘাৰ।

নাট্যকাৰ : সেই বিয়াৰ কাৰণে তুমিও আজি কাকো দায়ী কৰিব নোৱাৰা।

ভাস্বতী : মোৰ মা হেনো বৰ অস্থিৰ হৈ পৰিছিল মোক বিয়া দি উলিয়াই দিবলৈ!

নাট্যকাৰ : সেই কাৰণেই বোধকৰো দেউতাৰাই তোমাৰ বিয়াখন লৰালৰিকৈ পাতি দিছিল। সমাজৰ নিয়মটো ৰওক, মাৰাৰ আশাও পূৰণ হওক বুলি।

ভাস্বতী : কিন্তু ইমান অস্থিৰ হৈ নপৰা হ'লে--

*(ভাস্বতীক এন্ধাৰে আৱৰি। তাই আঁতৰি যায়। নাট্যকাৰক সামৰি, মঞ্চৰ, দৰ্শকৰ সোঁফালৰ অংশটোত পোহৰ পৰে। বাঁওফালৰ অংশটো এন্ধাৰ হৈ থাকে। ভাস্বতীৰ মাক সোমাই আহে। মাকক দেখিলে নগৰৰ চহকী ঘৰৰ বোৱাৰী যেন লাগে। --উচ্চ শিক্ষিতা নহয়, ভাবধাৰা পুৰণিকলীয়া)*

মাক : ছোৱালী ডাঙৰ হ'লে মাক-দেউতাকে বিয়া দি উলিয়াই দিয়ে। এইটোৱে নিয়ম। আমাৰ পৰিয়ালৰ ছোৱালীবোৰ সদায়ে সেই বয়সতে বিয়া হৈছে। মোকো মা-দেউতাই এঘাৰ বছৰ বয়সতে উলিয়াই দিছিল। ভাতুমণি বিয়াৰ কাৰণে মই চিন্তিত হৈছিলোঁ তেখেতৰ আওকণীয়া স্বভাৱটোৰ কাৰণেই- *[ভাস্বতীৰ দেউতাক সোমাই আহে। সাজপাৰত আভিজাত্যৰ আভাস)*

দেউতাক : সঁচাকৈয়ে কৈছোঁ ভাতুমণিক সিমান কম বয়সতে বিয়া দি উলিয়াই দিয়াৰ কথা মই ভাবিবকে পৰা নাছিলোঁ। সেয়েহে তুমি বেয়া পালেও মই ক'বই লাগিব যে ভাতুমণিৰ বিয়া মই পাতিব লাগীয়া হৈছিল তোমাৰ কাৰণেই।

*(মাক-দেউতাকৰ কথপোকথনৰ সময়ত নাট্যকাৰ মাজৰ মঞ্চখনৰ পাছৰ ফালে গৈ পোহৰ বৃত্তৰ বাহিৰত থিয় হয়। তেওঁৰ নিজৰ সংলাপৰ সময়তহে আগুৱাই আহে। দৰ্শকে অৱশ্যে তেওঁৰ ছায়া মূৰ্তিদেখা পাই থাকে।)*

মাক : সকলো দোষ মোৰ ওপৰতে জাপি দিলেই হ'ব নেকি? মই ভাতুমণিক বিয়া দিয়াৰ কথা কৈছিলোঁ হয় কিন্তু মই কেতিয়াও কোৱা নাছিলোঁ সেইটো ল'ৰাকে জোঁৱাই কৰক বুলি।



দেউতাক : কোৱা নাছিলা অৱশ্যে।

মাক : মই দঢ়াই দঢ়াই কৈছিলোঁ, মোৰ নগৰত ডাঙৰ হোৱা ছোৱালী গাঁৱত থাকিবগৈ নোৱাৰে বুলি।

দেউতাক : মোৰ সেই সময়ৰ অৱস্থাটোৰ কথা মনত পেলোৱাচোন। পিতাই আঁকোৰ-গোজালি দি ধৰিলে গাৱৰ ল'ৰা বিমলকে ভাতুমণিক গতাব লাগে বুলি। পিতাৰ মতৰ বিৰুদ্ধে মই যাওঁ কেনেকৈ?

মাক : ইমানেই পিতৃভক্ত হৈ পৰিছিল যে আপুনি নিজে ল'ৰাটোক চাবলৈকে নগ'ল।

দেউতাক : জোঁৱাই তোমাৰ পছন্দ হোৱা নাই বুলি বুজিয়েইতো বিমল পঢ়ি থকাৰ সুবিধা লৈ ভাতুমণিকো পঢ়ুৱাবলৈ ঠিক কৰিছিলোঁ। পিতায়ো আপত্তি কৰিব নোৱাৰিলে। কৰিবইবা কেনেকৈ? বিমল পঢ়ি থকা ল'ৰা, নিজৰ আৰ্জন নাই, সংসাৰ পতাৰ কথা সিও তোলা নাছিল।

মাক : আৰু এবছৰৰ ভিতৰতে পিতা স্বৰ্গী হ'ল।

দেউতাক : পিতা যোৱাৰ কিছু দিনৰ আচথ গ'ল মা। আৰু পিতা-মা স্বৰ্গী হোৱাৰ এবছৰৰ ভিতৰতে বিমলৰ হ'ল টি-বি। তেনে অৱস্থাত ভাতুমণিয়ে গৈ বিমলৰ সৈতে ঘৰ-সংসাৰ পতাৰ কথা তল পৰি গ'ল ।

মাক : বিমল যেতিয়া ভাল হৈ উঠিল, তেতিয়া কিয় ভাতুমণিক স্বামীৰ লগলৈ নপঠালে?

দেউতাক : পঠাই দিয়ক বুলিলেইতো আৰু পঠাই দিব নোৱাৰি। টি-বি বেমাৰটো আজিকালিহে ভয় নলগা হৈছে, সেই সময়ত বেমাৰটোক সকলোৱে ভয় কৰিছিল। তদুপৰি ডাক্তৰে দেখোনআমাৰ ঘৰলৈ আহি তোমাকেই কৈছিল বিমলে সংসাৰ পতাৰ কথা সম্প্ৰতি আৰু উঠিবই নোৱাৰে বুলি। তুমিয়েই কোৱাচোন, তেনে অৱস্থাত ভাতুমণিক বিমলৰ লগত থাকিবলৈ পঠাই দিয়াটো জানো সম্ভৱ হ'ল হয়?

মাক : বিমলে যে আকৌ বিয়া কৰাই ল'ৰা-ছোৱালী এহালৰ বাপেক হৈছে এতিয়ানো কেনেকৈ তাৰ সংসাৰখন চলিছে। সময় থাকোঁতেই তাক বাধা দিব লাগিছিল।

*( মাক উচাৎ মাৰি গুচি যায়)*

দেউতাক : এৰা বিমলক সময় থাকোঁতেই বাধা দিব লাগিছিল। বাধা দিয়া হ'লেই এই নতুন সমস্যাটেসমাধান কৰা সহজ হ'ল হয়।*(নাট্যকাৰ আগবাঢ়ি পোহৰ বৃত্তলৈ সোমাই আহে)*

নাট্যকাৰ : আপোনাৰ ছোৱালীৰ প্ৰতি থকা মৰমক অলপ অস্বাভাৱিকভাৱে গভীৰ বুলি ক'ব পাৰি।

দেউতাক : অস্বাভাৱিকভাৱে গভীৰ? মানে?

নাট্যকাৰ : মই ভাবোঁ আপোনাৰ অৱচেতন মনত দুটা শক্তিয়ে সমান্তৰালভাৱে ক্ৰিয়া কৰিছিল।

দেউতাক : দুটা শক্তিয়ে?

নাট্যকাৰ : ওঁ, দুটা শক্তিয়ে। নিজৰ মতৰ বিৰুদ্ধে ছোৱালীক বিয়া দিবলগীয়া হোৱাত আপুনি অশান্তিঅনুভৱ কৰিছিল। তেনে ধৰণে বিয়া দিয়া কথাটো আপুনি ন্যায়সঙ্গত হোৱা নাই বুলি ভাবিছিল আৰু সদায়ে উপায় বিচাৰিছিল কেনেকৈ প্ৰতিকাৰ কৰিব পাৰি তাৰ--

দেউতাক : তাৰ পাছত--

নাট্যকাৰ : আপুনি ভাবিছিল জোঁৱাইৰ অসুখৰ অজুহাতত নাইবা নিজৰ ভৰিত থিয় দিব পৰা নাই

বুলিয়েই আপুনি ভাস্বতীক বিমলৰ ঘৰলৈ নপঠিয়াই প্ৰথমতে কৰা অন্যায়, মানে আপুনি কৰা বুলি ভবা অন্যায়ৰ প্ৰতিকাৰ কৰিলে। হয়নে নহয় কওক--

দেউতাক : ক'ব নোৱাৰোঁ। আপোনাৰ দৰে কথাবোৰ মই ফঁহিয়াই চোৱা নাই।

নাট্যকাৰ : আৰু আপোনাৰ এই প্ৰচেষ্টাত ইন্ধন যোগালে ছোৱালীৰ প্ৰতি থকা আপোনাৰ মৰম বা মোহে। এই ধৰণৰ মৰম বা মোহকেই ফ্ৰয়দে ইডিপাচ্ কমপ্লেক্চ্ বুলি কৈছে। সেয়েহে মই ভাবোঁ,বৰ্তমান বিপৰ্যয়ৰ বাবে আপুনিও আংশিক ৰূপে দায়ী।

দেউতাক : আংশিক ৰূপে বুলি নকৈ সম্পূৰ্ণৰূপে বুলি ক'লেও মই বেয়া নাপাওঁ।

নাট্যকাৰ : আপোনাৰ স্বীকাৰোক্তিয়ে আপোনাৰ মহত্ত্বকে প্ৰকাশ কৰিছে।

দেউতাক : মই আজি বিমোৰত পৰিছোঁ নিজে লগোৱা গাঁঠি খুলিব নোৱাৰা কাৰণেহে। ছোৱালীক, বিয়াৰ, আচথ ঘৰত ৰাখি স্বামীৰ ঘৰলৈ যাবলৈ নিদি, পঢ়ুৱাই, এম. এ. পাছ কৰোৱাই, ডক্তৰেট পোৱা সুবিধা কৰি দিয়াৰ ফল মই আজি ভালদৰে ভোগ কৰিছোঁ। ভাতুমণিয়ে এতিয়া প্ৰফেছাৰ হিমাংশু শইকীয়াক বিয়া কৰাব খুজিছে।

নাট্যকাৰ : (পাতলকৈ) হয় নেকি? বেছ ৰোমাণ্টিক হৈ পৰিছে কথাবোৰ দেখিছোঁ।

দেউতাক : কথাটো আপুনি বৰ পাতলাই দিছে। মোৰ সমস্যাটো অলপ সহানুভূতিৰে বুজিবলৈ যত্ন কৰকচোন।

নাট্যকাৰ : বুজিছে বন্ধুৱা, সমস্যা যিমানেই গধুৰ নহওক পাতলকৈ ল'লেহে তাক সমাধান কৰাটো উজু হৈ পৰে। নহ'লে গধুৰ সমস্যাৰ লগত নিজৰ মনটোকে গধুৰ কৰি পেলালে উভয়ৰে হেঁচাত উশাহ নোপোৱাৰ সম্ভাৱনা বৰ বেছি।

দেউতাক : ভাতুমণি মোৰ একমাত্ৰ ছোৱালী হোৱা হ'লে চিন্তাৰ কাৰণ হয়তো একোৱে নাথাকিল হয়। কিন্তু মোৰ আন দুজনী ছোৱালীৰ কথাও মই ভাবিবলগীয়া হৈছোঁ। এইৰ ভাগ্যত যি আছিল হ'ল। তাইৰ লগতে আন দুজনীৰ ভৱিষ্যত মই এন্ধাৰ কৰি তুলিব নোৱাৰোঁ।

নাট্যকাৰ : লিখা-পঢ়া কৰি ভাস্বতীৰ জ্ঞানৰ পৰিধি বহল হ'ল। নিজে কথাবোৰ ভাবি চাব পৰা হ'ল। তাইৰ মনটোৱেও এটা নিৰ্দিষ্ট গঢ় ল'লে, সেই কাৰণেই সমস্যাৰ জটিলতা বাঢ়িছে। *(মাক পুনৰ ওলাই আহে)*

মাক : আগতে শহুৰ-শাহুৰ আগত মাত এযাৰ মাতিবৰ অধিকাৰ মোৰ নাছিল। কিন্তু আজি অৱস্থাৰ সলনি হৈছে। আজি তেখেতে মোক আওকাণ কৰিব নোৱাৰে।

দেউতাক : তোমাক বা তোমাৰ মতামতক মই কেতিয়াও আওকাণ কৰিব খোজা নাই। কি কৰিব লাগে এতিয়াও দেখোন তোমাক সুধিয়েই আছোঁ। কোৱা কি কৰিব লাগে?

মাক : বিমলৰ তালৈ ভাতুমণিক পঠিয়াই দিয়ক।

দেউতাক : কিন্তু ভাতুমণি যোল্ল বছৰৰ আগৰ সৰু ছোৱালীজনী হৈ থকা নাই নহয়। তাই ডক্তৰেট পোৱা কলেজৰ প্ৰফেছাৰ। তাইক তুমি বলেৰে বিমল, তালৈ পঠাবা কেনেকৈ? বিমলে বিয়া নকৰোৱা হ'লেও এটা কথা আছিল। এতিয়া তাই নাযাওঁ বুলিলে, মই জানো জোৰ কৰিব পাৰোঁ?

মাক : এনেকৈয়ে আপুনি ছোৱালীজনীৰ মূৰটো খালে। লগৰ ল'ৰাবোৰ ঘৰলৈ আহে মই হাক দিব খোজোঁ, অপুনি কয় থাওক নালাগে, তাই বেয়া পাব। ডেকা প্ৰফেছাৰ ঘৰলৈ



আহে, তাইক পঢ়াবলৈ। মই হাক দিব খোজোঁ, আপুনি কয় কলেজৰ টান পঢ়া, অলপ দেখুৱাই দিছে, দিয়ক। পঢ়াত আৰু পঢ়োৱাত মোৰ কোনো আপত্তি নাছিল, কিন্তু পঢ়োৱাৰ ছলত ইমান হলি গলি কিয়। এইবোৰ কথা মই আগৰেপৰা ভাল পোৱা নাছিলোঁ। পঢ়া-শুনা কৰিলে কি হ'ব? তাই ছোৱালী যি ছোৱালীয়েই । মাক দেউতাকতকৈ কেতিয়াও বেছি বুজা হ'ব নোৱাৰে। তাইৰ কিহত ভাল হ'ব, কিহত বেয়া হ'ব, সেই কথা তাইতকৈ আমি বেছি ভালকৈ বুজোঁ।

দেউতাক : এৰা, তুমিয়ে বুজাবাচোন।

মাক : লাই দি দি আপুনিয়েই তাইক মূৰত তুলিলে, এতিয়া আপুনিয়েই প্ৰতিকাৰৰ ব্যৱস্থা কৰিব লাগিব।

*(মাক গুচি যায়)*

দেউতাক : সেয়েহে মই কৈছিলোঁ বিমলক দ্বিতীয় বিয়া কৰাবলৈ দিব নালাগিছিল। বাধা দিব লাগিছিল কিন্তু দিয়া নহ'ল যেতিয়া---

*(দৰ্শকে বিমলক দেখা পায়)*

বিমল : হয়তো বাধা দিব পৰা অধিকাৰ আপুনি হেৰুৱাইছিল।

নাট্যকাৰ : কিয় তেনেকৈ কৈছা বিমল?

বিমল : কৈছোঁ এই কাৰণেই যে মোৰ ভাল হোৱাৰ, আচথ কেইবাবাৰো ভাস্বতীক নিয়াৰ কথা দেউতাক কৈছিলোঁহি। কিন্তু মোৰ প্ৰস্তাৰ তেখেতসকলে এটা নহয় এটা অজুহাতত অগ্ৰাহ্য কৰিলে।

দেউতাক : বেমাৰৰ কথা বাদ দিলেও বিমলৰ তেতিয়া তোমাৰ উপাৰ্জনৰ বাট মুকলি হোৱা নাছিল।

বিমল : মোৰ ওপৰত আপোনালোকৰ বিশ্বাস থাকিব লাগিছিল। তেতিয়া ধন ঘটিবৰ উপায় বিচাৰি পোৱা নাছিলোঁ যদিও আজিতো মই কিবা এটা কৰি কৰি সংসাৰখন চলাই আছোঁ।

নাট্যকাৰ : কিবা এটা কৰি নহয়, ভালভাৱেই চলাইছা।

বিমল : নগৰৰ ল'ৰা নহ'লেও মই ভাস্বতীৰ অনুপযুক্ত স্বামী নাছিলোঁ। মোৰ আঁতি-গুৰি, ৰেহ-ৰূপ, স্বভাৱ-চৰিত্ৰ চাইহে আপোনালোকে ছোৱালী সম্প্ৰদান কৰিছিল।

দেউতাক : এই কথা অস্বীকাৰ কৰিবৰ উপায় নাই।

বিমল : আপোনালোকে বিয়াখন পাতিলে হয়, কিন্তু বিয়াৰ, আচথ আমাৰ যাতে মনৰ মিল হয়, আমি যাতে ইজনে আনজনক চিনি পাব পাৰোঁ তাৰ কোনো সুবিধা আপোনালোকে কৰি নিদিলে।

দেউতাক : ভাতুমণি সেই সময়ত দেখোন নিচেই সৰু ছোৱালী, সুবিধা দিলেও যে তাই--থাওক সেইবোৰ উলিয়াই একো লাভ নাই এতিয়া--*(দেউতাকৰ প্ৰস্থান)*

বিমল : ভাস্বতীৰ বয়স বাঢ়ি অহাৰ পাছতো তেখেতসকলৰ ব্যৱহাৰৰ কোনো বিশেষ পৰিৱৰ্তন হোৱা নাছিল। তেখেতসকলে কোনো দিনাখনেই তেওঁক মোৰ ওচৰ চাপিবলৈ দিয়া নাছিল, সদায় চেষ্টা কৰিছিল আঁতৰাই ৰাখিবলৈ আৰু তাৰ ফলত আমাৰ দুয়োৰে মাজত এনে ব্যৱধানৰ সৃষ্টি হ'ল যে আমি লাহে লাহে অচিনাকি মানুহৰ দৰে হৈ পৰিলোঁ। তদুপৰি পঢ়িবলৈ দি আৰু নানা ধৰণৰ মানুহৰ লগত মিলিবলৈ দি ভাস্বতীৰ মনটো মোৰপৰা

আঁতৰাই নিবলৈকো সততে যত্ন কৰা হৈছিল।
*(মঞ্চৰ পোহৰ সলনি হয়। ভাস্বতী আহি নিজৰ নিৰ্দিষ্ট ঠাইত মঞ্চৰ সোঁ ফালে থিয় হয়। তাইৰ মুখত স্পট লাইটৰ পোহৰ। বিমল এন্ধাৰৰ মাজত স্থিৰ হৈ ৰয়।)*

ভাস্বতী : এনে ধৰণৰ সন্দেহেইতো তেওঁৰ প্ৰতি মোৰ মনটোক বিৰূপ কৰি তোলাত সহায় কৰিলে আটা- ইতকৈ বেছি। তেওঁৰ সৈতে বৰকৈ কথা পাতিবলৈ মা-দেউতাই সুবিধা দিয়া নাছিল যদিও,তেওঁৰ প্ৰতি মোৰ যথেষ্ট শ্ৰদ্ধা প্ৰথমছোৱাত আছিল। তেওঁৰ ব্যৱহাৰ মোৰ আশানুৰূপ হোৱা হ'লে সেই শ্ৰদ্ধায়ে হয়তো পাছলৈ আমাৰ সম্বন্ধ নিবিড় কৰি তোলাত সহায় কৰিলে হয়।

নাট্যকাৰ : আৰু অলপ বুজাই কোৱা।

ভাস্বতী : মই স্কুলৰ পঢ়া শেষ কৰি কলেজত নাম লগাই ল'ৰাৰ লগত পঢ়িবলৈ ললোঁ। সেইসময়ত ক্লাছৰ ছাত্ৰবোৰ প্ৰায়ে আমাৰ ঘৰলৈ মোক লগ ধৰিবলৈ আহিছিল। মোৰ লগত পঢ়াশুনাৰ আলোচনা কৰিছিল, কথা পাতিছিল, গল্প কৰিছিল। এইবোৰ হয়তো তেওঁ মনে মনে অপছন্দ কৰিছিল। সুবিধা পালেই এইবোৰ কথা উল্লেখ কৰি মোক ঠাট্টা কৰিছিল। কথা শুনাইছিল আৰু এই কাৰণেই মই ভাবিবলৈ বাধ্য হৈছিলোঁ যে তেওঁৰ মনটো সৰ্ব সাধাৰণতকৈ ঠেক।

নাট্যকাৰ : কিন্তু বিমলৰ এই সন্দেহ বা জেলাচি যে প্ৰেমৰে এটা অভিব্যক্তি তাক শিক্ষিতা ছোৱালী হিচাপে তুমি বুজিব পাৰিব লাগিছিল।

ভাস্বতী : বুজিব পাৰিব লাগিছিল মই স্বীকাৰ কৰোঁ। কিন্তু মোৰ মনটোক আকৰ্ষণ কৰিব পৰা শক্তিও তেওঁৰ থাকিব লাগিছিল।

বিমল : (এন্ধাৰৰ পৰা পোহৰ বৃত্তলৈ সোমায় আহে। তেওঁক দৰ্শকে স্পষ্টকৈ নেদেখিলেও ক্ষতি নাই) আকৰ্ষণ অনুভৱ কৰিব নোৱাৰাৰ প্ৰধান কাৰণ হ'ল অনুপ চলিহা।

নাট্যকাৰ : অনুপ চলিহা?

বিমল : ওঁ অনুপ চলিহা, যাৰ লগত তেওঁ গান গাইছিল নাচি ছিল......
*(মঞ্চৰ সন্মুখৰ অংশ এন্ধাৰ হৈ যায়। ভাস্বতী ওলায় যায়। বিমল আৰু নাট্যকাৰো সম্ভৱ হ'লে আঁতৰি যাব। নেপথ্যত, মঞ্চ এন্ধাৰ হোৱাৰ লগে লগেই কথক নাচৰ এটা টুকুৰাৰ বোল আৰু তবলাৰ ঠেকা বাজি উঠে। পাছফালৰ আঁৰ কাপোৰৰ সমান্তৰালকৈ পতা ওখ প্লেটফৰ্মখনতঅনুপে চলিহাই কথকৰ সেই টুকুৰাটোৰ ৰেওৱাজ কৰি থাকে। অকল নাচি থকা ঠাইখিনিৰ ওপৰতহে পোহৰ পৰে। অনুপৰ পিন্ধনত চুৰিদাৰ পায়জামা আৰু পাঞ্জাৱী। দেখাত শুৱনি। অনুপে অলপ সময় নচাৰ পাছতে ভিতৰৰ পৰা নৃত্যৰতা ভাস্বতী সোমায় আহি অনুপৰ লগত যোগ দিয়ে। দুয়ো কিছুপৰ খুব খৰ লয়ৰ নাচৰ টুকুৰা এট নাচি সম'ত আহি ৰোৱাৰ লগে লগেই সেই অংশ এন্ধাৰ হৈ যায়। অনুপ আৰু ভাস্বতী অদৃশ্য হয়। লাহে লাহে মঞ্চৰ সন্মুখৰ অংশত আগৰ দৰে পোহৰপৰে। বিমল আৰু নাট্যকাৰ আগৰ দৰেই থিয় হৈ থকা দেখা যায়)*

বিমল : সেয়া অনুপ চলিহা, যাৰ নৃত্যৰ ভঙ্গীয়ে, ছন্দময় সান্নিধ্যই ভাস্বতীক মোৰ পৰা নিছিল



আঁতৰাই। তেওঁলোকৰ এই সম্বন্ধৰ কথা কলেজৰ সকলোৰে মুখে মুখে হৈছিল যদিও মই তেওঁক এদিনলৈকে কোৱা নাছিলোঁ।

নাট্যকাৰ : অনুপ চলিহাৰ সৈতে গঢ়ি উঠা সম্বন্ধ দোষৰ নহয় বুলি ভাবিলেও ভাস্বতীয়ে তেওঁক ইমান ওচৰ চাপিবলৈ দিয়াটো বোধকৰোঁ উচিত নাছিল।
*(ভাস্বতী সোমাই আহে )*

ভাস্বতী : অনুপ চলিহাৰ লগত ফুৰাচকা কৰাটো সমাজৰ ঠেক মনা দহজনে বেয়া বুলি ভাবিলেও মই এনেএকো কৰা নাই যাৰ ফলত মোৰ মা-দেউতাৰ বা মোৰ পৰিয়ালৰ সন্মানত চেকা পৰিব পাৰে।

বিমল : এইবোৰকথা ওলোৱাৰ পাছতো মই এবাৰ ভাস্বতীক নিম বুলি আহিছিলোঁ। সেইবাৰো ওভতাই পঠোৱা হ'ল।

নাট্যকাৰ : আৰু সেই কাৰণেই বোধকৰোঁ তুমি ভাবিলা ভাস্বতীলৈ আশা নকৰি আকৌ বিয়া কৰোৱাই ভাল।

বিমল : মই পুনৰ বিয়া কৰোৱাৰ কথাটো বৰকৈ নাভাবিলে মা-ই নেৰিলে। বিধৱা মা, নাতি-নাতিনীৰ মুখ চাবলৈ বৰ হেপাহ।

ভাস্বতী : নিজৰ এখন সুকীয়া সংসাৰ পাতি লোৱাৰ এটা সহজ উপায় তেওঁ বিচাৰি পালে· আৰু তেওঁৰ জীৱনৰ পৰা মই বাদ পৰি গ'লো।

নাট্যকাৰ : এনে হোৱাৰ কাৰণে তুমি জানো বেয়া পাইছিলা?

ভাস্বতী : মনত যে এটা আঘাত পাইছিলোঁ সেই কথা আজি মই অস্বীকাৰ নকৰোঁ।

নাট্যকাৰ : কিয়?

ভাস্বতী : কোনোদিনাখনেই কল্পনা কৰা নাছিলোঁ আমাৰ দুজনৰ মাজত হোমৰ জুইক সাক্ষী ৰাখি আন এজনৰ আবিৰ্ভাৱ হ'ব; তেওঁ হঠাতে এনেকৈ বিয়া কৰাই পেলাব । আমি দুয়ো দুয়োকে চিনি পাবলৈ সুবিধা পোৱা নাছিলোঁ সঁচা, কিন্তু চিনাকি হোৱাৰ সম্ভৱনাৰ বাট যে এনেকৈ বন্ধ হৈ যাব মই কেতিয়াও ভবা নাছিলোঁ। প্ৰথমৰ মানসিক আঘাতটো সহ্য কৰি লোৱাৰ, আচথ মোৰ এনে এটা ধাৰণা হৈছিল যে তেওঁ মোৰ ওপৰত প্ৰতিশোধ ল'বলৈকে পুনৰ বিয়া কৰালে। মনলৈ সেই ভাবটো অহাৰ পাছৰ পৰাই ময়ো দৃঢ়-প্ৰতিজ্ঞা হ'লো মনৰপৰা তেওঁৰ সকলো স্মৃতিকে মচি পেলাবলৈ।

নাট্যকাৰ : বিমলে বিয়া কৰালেই জানিবা। সেই বুলি তেওঁৰ ঘৰৰ দুৱাৰ তোমাৰ কাৰণে কেতিয়াও জাপ খাই যোৱা নাই।

বিমল : মোৰ ঘৰৰ সকলোৱে ভাস্বতীক আদৰি ল'বলৈ সদায়ে উদ্‌গ্ৰীৱ। এতিয়াও আহোঁ বুলিলে-

ভাস্বতী : মিছা কথা, মোৰ দ্বাৰা আপোনাৰ সংসাৰৰ মাজত গৈ সোমাৱাটো কেতিয়াও সম্ভৱ নহ'ব। আপোনাৰ ব্যৱহাৰে মোক নতুন মানুহ ৰূপে নিজকে গঢ়ি তুলিবলৈ বাধ্য কৰিছে। মোৰ সন্মুখত আজি যিখন জগত মুকলি হৈছে তাক অতীতৰ স্মৃতিয়ে মোলান পেলাব নোৱাৰে।

বিমল : বেছ, তোমাৰ নতুন জীৱনক তুমি আদৰি লোৱা। মোৰ শুভ ইচ্ছা থাকিল।
*(বিমল ওলাই যায়)*

নাট্যকাৰ : পুনৰ বিয়া কৰোৱাৰ, আচথ তোমাক নিবলৈ বিচৰাটো বিমলৰ পক্ষে শোভনীয় হোৱা নাই বুলি ক'লে অৱশ্যে বঢ়াই কোৱা নহয়।

ভাস্বতী : অকল অশোভনীয়ই নহয়, ই আদিম মনোবৃত্তিৰো পৰিচায়ক।

নাট্যকাৰ : আদিম মনোবৃত্তিকো বহুতো সময়ত সমৰ্থন কৰিব পাৰি যদি তেনে মনোবৃত্তিৰ উৎস থাকে অন্তৰৰ অন্তস্থলীত ; গভীৰ অনুভূতিয়ে যদি তাক কৰে পৰিচালিত। তুমি বিমল মাজত এনে কোনো মহত্ত বিচাৰি পোৱা নাই যিহৰ পুষ্টি সাধনে তোমাৰ জীৱনটোক পৰিপূৰ্ণতাৰ ফালে আগবঢ়াই নিব পাৰে আৰু এই কাৰণতেই বিমলে তোমাৰ মনটোক অকণো আকৰ্ষণ কৰিব পৰা নাই। এনে আকৰ্ষণৰ শক্তি হয়তো গভীৰ ভাল পোৱাতকৈ কম তথাপি বৈবাহিক জীৱন সুখৰ আৰু শান্তিৰ কৰি তুলিবলৈ ই যথেষ্ট।

ভাস্বতী : মই স্বামীৰ সান্নিধ্যত আহিবলৈ বেছি সুবিধা পোৱা নাই সঁচা; কিন্তু যেতিয়া অলপ সুবিধা পাইছিলোঁ, তেতিয়া মই তেওঁৰ মাজত দেখা পাইছিলোঁ আদিম বৰ্বৰতা।

*(সন্মুখৰ মঞ্চ এন্ধাৰ হৈ যায়। এন্ধাৰত নাট্যকাৰ আৰু ভাস্বতী আঁতৰে। পাছৰ ওখ প্লেটফৰ্মৰ ওপৰত পাতল নীলাভ বেগুণীয়া পোহৰ পৰে। সেই পোহৰত দেখা যায় বিমলক। বিমলেভিতৰলৈ চাই "ভাস্বতী" বুলি মাতে। ভাস্বতী সেই প্লেটফৰ্ম ওপৰলৈ ভিতৰৰ পৰা উঠি আহে। বিমলে মদ খাই আহিছে সেয়ে মদপী মানুহৰ দৰে কথাবোৰ কয়।)*

ভাস্বতী : কি হ'ল? ইমানকৈ চিঞৰিছে কিয়? আপুনি গুচি গৈছিল নহয়, আকৌ আহিছে কিয়?

বিমল : শুনা ভাস্বতী মন্ত্ৰ উচ্চাৰণৰ মাজেৰে হোৱা সাতপাকৰ বন্ধন ইমান সহজে সুলকি নাযায়। সেয়ে আহিব লগীয়া হ'ল।

ভাস্বতী : আহিছে। বহক। চাহ খাওক আৰু গুচি যাওক।

বিমল : *(ঠাট্টাৰ সুৰত)* বাঃ, আহক, বহক, চাহ খাওক, তাৰ, আচথ গুচি যাওক--

ভাস্বতী : আপোনাৰ সতে অভদ্ৰতা কৰাৰ ইচ্ছা মোৰ নাই।

বিমল : কিন্তু গুচি যোৱাটো ইমান সহজ নহয়, বিশেষকৈ আজি ঘৰত তোমাৰ মা-দেউতা নাই । এই অকলশৰীয়া পৰিৱেশত যদি--

*(বিমলে থাপ মাৰি ভাস্বতীৰ হাতত ধৰে)*

ভাস্বতী : এৰক বুলিছোঁ এৰক।

বিমল : এৰিম? ইমান সহজে এৰি দিবলৈ ধৰা নাই। পাহৰি নাযাবা মই তোমাৰ স্বামী। তোমাৰ মনটোৰ ওপৰত মোৰ অধিকাৰ নাথাকিও সমাজে তোমাৰ দেহাটোৰ ওপৰত মোৰ অধিকাৰৰ স্বীকৃতি দিছে আৰু সেই অধিকাৰৰ বলতে--

ভাস্বতীয়ে নিজকে মুকলি কৰিবলৈ চেষ্টা কৰে, বিমলে এৰি নিদিয়ে তাৰ লগত সংলাপ কথনত স্বাভাৱিকতেই দুয়োজনৰে যথেষ্ট উষ্মা প্ৰকাশ পায়

ভাস্বতী : সেই সাতাম পুৰুষীয়া অধিকাৰৰ দাবী মই নামানো।

বিমল : যদি উৰ্বৰা ভূমিত শস্যৰ বীজ ছটিয়াই দিওঁ, যদি দিৰ পাৰোঁ---তেন্তে তেন্তে..

ভাস্বতী : এৰক,. নহ'লে মই চিঞৰি দিম..



বিমল : হাঃ হাঃ হা- তেন্তে তেন্তে তাৰ পৰা যি অঙ্কুৰ ওলাব সিয়েই মোৰ দাবীক ( ভাস্বতীয়ে মুকলি হ'বলৈ চেষ্টা কৰে) মোৰ দাবীক--

ভাস্বতী : আদিম বৰ্বতাৰে, পাশৱিক শক্তিৰে মোক বশ কৰিব নোৱাৰে।

*(উচাৎমাৰি মুকলি হৈ দৌৰি ভিতৰলৈ সোমাই যায়। লগে লগে মঞ্চ এন্ধাৰ হয়। সেই এন্ধাৰত বিমলো আঁতৰি যায়। সোঁমাজৰ মঞ্চৰ সন্মুখ ভাগত পোহৰ পৰাকৈ স্পট লাইট জ্বলি উঠে। এইখন মঞ্চৰ একেবাৰে পাছৰ পৰা লাহে লাহে নাট্যকাৰ আগুৱাই আহি স্পট লাইটৰ পোহৰ বৃত্তত প্ৰৱেশ কৰে। নাট্যকাৰ সংলাপ চিন্তা কৰি, দৰ্শকৰ ফালে চাই কয়। ভাস্বতীক, পুনৰ ওলাই আহিবলৈ অন্ততঃ দুই মিনিট সময় দিব লাগিব)*

নাট্যকাৰ : এনে পাশৱিক বৰ্বৰতাই ভাস্বতীৰ মনটোক বিমলৰ প্ৰতি বিৰূপ কৰি তোলাটো স্বভাৱিক। ভাস্বতীক সেয়ে দোষ, দিব নোৱাৰি। নাৰীৰ অন্তৰত আকৰ্ষণ জগাই তুলিব পৰা পুৰুষৰ যি গুণৰ প্ৰয়োজন বিমল সেই গুণৰ পৰাও বঞ্চিত। [অলপ হাঁহি পাতল কৈ] কাব্যিক ভাবে ক'বলৈ হ'লে বিমলৰ সংস্পৰ্শত ভাস্বতীৰ হিয়া-পদুমে পাহি মেলা নাছিল--

*(ভাস্বতী মঞ্চলৈ আহে।)*

ভাস্বতী : ইয়াৰ পাছতো আপুনি ক'বনে যে মই যি পথ লবলৈ ওলাইছোঁ। সেই পথ ভুল।

নাট্যকাৰ : ভুল বুলি নকওঁ। কিন্তু হাবিৰ পশুক যেনেকৈ বশ কৰিব পাৰি পশু সুলভ মানুহকোতোমাৰদৰে বুধিয়ক ছোৱালীয়ে বশ কৰাটো মই টান নহয় বুলি ভাবোঁ। মানুহৰ জীৱনটো এটাadjustment। তোমাৰ দৰে বিদুষী নহ'লেও তোমাতকৈ বোধকৰো শাশ্বতীয়ে এই কথাটো বেছি ভালকৈ উপলব্ধি কৰিছিল। যেতিয়া শাশ্বতী জীৱনলৈ আহিছিল ৰমণীৰঞ্জন- (নাট্যকাৰে ৰমণীৰঞ্জন বোলাৰ লগে লগেই গোটেই মঞ্চখন এন্ধাৰ হয়। নাট্যকাৰ আৰু ভাস্বতী আঁতৰি যায়। দশকৰ্ব সোঁফালৰ এটা অংশত স্পট লাইটৰ পোহৰ পৰে সেই পোহৰত দেখা যায় কে ৱল ৰমণীৰঞ্জনক। ৰমণী উদ্‌ভ্ৰান্ত।)

ৰমণী : *(উদ্‌ভ্ৰান্তৰ দৰে হাঁহে )*

হাঃ হাঃ হাঃ, সকলো মিছা, সকলো মিছা। সঁচা মাথোঁ এইটোৱেই যে সকলোৱে ভাবি ভাল পায় মই বলিয়া। ভাবক। মোৰ তাত কি? মোক বিলাতৰ ডাক্তৰে আহি চাইছে। জানে, মই অঙ্কৰ অনাৰ্ছ পেপাৰত ইউনিভাৰচিটিত ৰেকৰ্ড মাৰ্ক পাইছিলোঁ। মই হয়তো জজ হ'ব পাৰিলো হেঁতেন। জজৰ আসনত বহি সকলো ব্লেক মাৰ্কেটিয়াৰক ফাঁচী দিম। জানে, মই লটাৰীৰ টিকট কিনিছোঁ। এক কোটি টকা পাম। সেই টকাৰে এনে এটা বোমা তৈয়াৰ কৰিম, গোটেই পৃথিৱীখনকে ধ্বংস কৰি পেলাম। নতুনকৈ গুটি সিঁচি নতুনকৈ গছ গজাব নোৱাৰিলে একো নহয়। জানে, মই আগৰ জনমত স্বৰ্গদেউ ৰুদ্ৰসিংহ আছিলোঁ। হয়তো পিটাৰ দি গ্ৰেট আছিলোঁ। নহয়, নহয়, সকলো মিছা, সকলো মিছা, সঁচা মাথোঁ এইটোৱেই যে মই বলিয়া; হাঃ হাঃ হাঃ

*(ঠিক সেই সময়তে হাতত সাৰে ভৰিত সাৰে ৰমণীৰ ছোৱালী নিৰু দেউতাকৰ ওচৰলৈ আহি ৰমণীৰ মুখত পৰা পোহৰ বৃত্তত সোমাই পৰে আৰু দেউতাকৰ হাতত ধৰে। লগে*

*লগে পোহৰ বৃত্ত ডাঙৰ হৈ গোটেই মঞ্চটো পোহৰাই তোলে। সেই পোহৰত দেখা যায়, শাশ্বতীৰ বন্ধু বাণীও নিৰুৰ লগতে প্ৰৱেশ কৰিছে।)*

নিৰু : দেউতা, অ দেউতা, তুমি অহা বহুত সময় হ'ল নেকি?

ৰমণী : হু? অঁ।

নিৰু : তুমি আজিকালি মোৰ লগত কথা নাপাতা কিয়?

ৰমণী : শ্বতী ক'লৈ গ'ল?

নিৰু : মই মাক মাতি আনোগৈ দেই *(যায়)*

বাণী : চাওকচোন নিৰুয়ে আপোনাৰ ইমান মৰম বিচাৰে অথচ আপুনি তাইৰ সৈতে কথা এষাৰো নাপাতে।

ৰমণী : কি কথা পাতিম? মোৰ যে কি হয় হঠাতে সকলো কথা হেৰাই যায়!

বাণী : আপুনি ইমান ভাল ছাত্ৰ আছিল, মনত পৰেনে?

ৰমণী : কেলেই নপৰিব? মই ফাৰ্ষ্টক্লাচ অনাৰ্ছ গ্ৰেজুৱেট।

বাণী : আপোনাৰ কথা দেউতাই সদায়ে কয়।

ৰমণী : তোমাৰ দেউতা জজ। অসমৰ নামজ্বলা সাহিত্যিক। মই তেখেতক চিনি পাওঁ। তেখেতৰ গল্পবোৰ পঢ়িছোঁ।

বাণী : এয়া দেখোন আপুনি মোৰ লগত বেছ বঢ়িয়াকৈ কথা পাতিছে।

ৰমণী : মইতো বোবা হৈ যোৱা নাই
*(হাতত চৰবৎ এগিলাচ লৈ শাশ্বতী সোমাই আহে।)*

বাণী : তেন্তে শ্বতীৰ লগত, নিৰুৰ লগত, জেঠাদেউৰ লগত কিয় কথা নাপাতে?

ৰমণী : ক'ব নোৱাৰোঁ।
*(শ্বতীয়ে চৰবৎ গিলাচ আগবঢ়াই দিয়ে।)*

শাশ্বতী : এয়া চৰবৎ খাওঁক।

ৰমণী : চৰবৎ?

শাশ্বতী : বহকচোন চকীখনত। থিয় হৈ আছে কেলেই?

ৰমণী : হুঁ।

বাণী : লওক এইখিনি খাই পেলাওক।

ৰমণী : চৰবৎ? নাই নাই মই নাখাওঁ।

শাশ্বতী : খাওকচোন; কেলেই তেনেখন কৰিছে?

ৰমণী : মই যাওঁ। মোৰ বহুত কাম আছে। মই যাওঁ, মই যাওঁ
*(উচাৎ মাৰি ওচি যায়।)*

নিৰু : *(তাইৰ দেউতাকে কি কৰে তাকে চাই আছিল। হঠাৎ ওচি গ'লত, কন্দনামুৱা হৈ মাকক কয়)* মা, দেউতা গ'লগৈ--

শাশ্বতী : *(যেন সপোন এটাৰ আবেশ হঠাতে ভাঙি গ'ল; সচকিত হৈ)* হুঁ এৰা সোণ দেউতাৰা গ'ল গৈ। ধৰি ৰাখিব নোৱাৰিলোঁ।
*(শাশ্বতীৰ মাতত প্ৰকাশ পায় অন্তৰত গুমৰি উঠা গভীৰ বেদনা আৰু অসহায়তাৰ ভাব।*



*তাই ৰমণী যোৱাৰ ফালে অলপ পৰ চাই থাকি এটা হুমুনিয়াহ এৰি চৰবতৰ গিলাচটো লৈ ভিতৰলৈ যায়। বাণীয়েও নিৰুক লগত লৈ তাইক অনুসৰণ কৰে। আনফালেদি, অৰ্থাৎ বাহিৰৰ পৰা কথা পাতি পাতি শাশ্বতীৰ দেউতাক বিভূতি বৰুৱা আৰু তেওঁৰ বন্ধু কন্দৰ্প চলিহা সোমই আহে।)*

বিভূতি : বেৰতী এনেকৈ হঠাতে ওলাবহি বুলি ভবাই নাছিলোঁ।

চলিহা : থাকিব বোধকৰোঁ কেইদিনমান।

বিবতি : বেছি দিন যে থাকিব বিশ্বাস নহয়। সিটো আৰু মোৰ দৰে ৰিটায়াৰ্ড প্ৰফেছাৰ নহয়। বিলাতফেৰৎ ইঞ্জিনিয়াৰ, স্বাধীন ভাৰতত ইঞ্জিনিয়াৰবোৰ বৰ ব্যস্ত মানুহ।

চলিহা : ডাঙৰ বোপা--

বিভূতি : ছিলঙলৈ যোৱা বুলি শ্বতীয়ে ক'লে। আজিয়েই ওভতাৰ কথা। পিছে চলিহা--

চলিহা : কওক।

বিভূতি : ঘৰটো শেষ হ'বলৈ আৰু কিমান দিন লাগিব?

চলিহা : শ্বতীৰ বাবে সজোৱা ঘৰটোৰ কথা কৈছে?

বিভূতি : তুমি পুৰণা কন্ট্ৰেক্টৰ। ইমানদিন লগাব নালাগিছিল।

চলিহা : কাম প্ৰায় শেষেই হৈছে। মাত্ৰ ৰং দিবলৈ বাকী। যদি আপোনাক লাগে, দুই এদিনৰ ভিতৰতে অন্ততঃ দুটা কোঠা ৰেডি 'কৰি দিব পাৰিম।

বিভূতি : তাকেই কৰা। শ্বতীয়ে যাতে অতি সোনকালে ঘৰ ল'বগৈ পাৰে মই তাকেই বিচাৰোঁ।

চলিহা : ইমান লৰালৰি কৰিবৰ হঠাতেনো কি হ'ল? আপোনাৰ লগত থাকি তাই দেখোন ভালেই পায়। আৰু আপুনিও--

বিভূতি : অকল মোৰ কথা হোৱা হ'লে শ্বতীৰ কাৰণে মই বেলেগ ঘৰ নসজালোহেঁতেন চলিহা-

চলিহা : আকৌ হঠাতে নতুন কিবা ডেভেলাপমেণ্ট হৈছে নেকি?

বিভূতি : এইখন ঘৰত শ্বতী আৰু বেছি দিন থকা উচিত নহয়। তাইৰো আত্মসন্মান বোলা এটা বস্তু আছে।

চলিহা : ডাঙৰ বোপাই কিবা কৈছে নেকি?

বিভূতি : পোনপটীয়াকৈ একো নক'লেও শ্বতী ইয়াত, এইদৰে থকাটো সি ভাল নাপায়।

চলিহা : নিজৰ ভনীয়েকৰ প্ৰতি--

বিভূতি : তুমি পাহৰি গৈছা চলিহা, ডাঙৰ বোপাৰ ইচ্ছাশক্তিৰ ওপৰত আন এজনৰ যথেষ্ট প্ৰভাৱ পৰিছে। মই বোৱাৰীৰ কথা কৈছোঁ। শ্বতীৰ প্ৰতি ৰেৱতীৰ নিজৰ কোনো বেয়া ভাব নাথাকিলেও, আমি আশাকৰা উচিত নহয় যে বোৱাৰীয়েও তাইক আমাৰ দৰেই মৰম কৰিব। তদুপৰি শ্বতীৰ অৱস্থা অলপ অস্বাভাৱিক।

চলিহা : তাইৰ গিৰিয়েকো লগতে--

বিভূতি : শ্বতীৰ গিৰিয়েক! *(হুমুনিয়াহ কাঢ়ে)* বহুতো আশা কৰি, ভাল ঘৰৰ ভাল ল'ৰা চাই, শ্বতীক বিয়া দিছিলোঁ। ৰমণীৰঞ্জন ফাৰ্ষ্ট ক্লাছ অনাৰ্ছ গ্ৰেজুৱেট। তাৰ যে এনেকুৱা হ'ব কোনে ভাবিছিল! তুমিতো জানা চলিহা, শ্বতী মোৰ কিমান মৰমৰ। লক্ষ্ণৌৰ ওস্তাদৰ ওচৰত তাই চেতাৰ শিকিছিল।ছিনিয়ৰ কেমব্ৰীজ পাছ কৰা ছোৱালী তাই।

চলিহা : ৰমণীয়ে চাকৰিৰ কাৰণে যত্নও কম কৰা নাছিল।
বিভূতি : আন কত ল'ৰাই মোৰ ছাৰ্টিফিকেট লৈয়েই চাকৰি পালে, অথচ ৰমণীৰ বেলিকা একো এটা কৰি দিব নোৱাৰিলোঁ। গ্ৰহৰ প্ৰভাৱ চলিহা, গ্ৰহৰ প্ৰভাৱ! এটা চাকৰি অৱশ্যে নিজেই সি যোগাৰ কৰিছিল। এইডেড্ স্কুল এখনৰ শিক্ষকৰ কাম। দুবছৰ কাম কৰাৰ, আচথ হঠাতে এদিন শুনিলোঁ সি চাকৰি ৰিজাইন দিছে। কিয় এৰিলে কাকো নক'লে, কোনেও নাজানিলে।
চলিহা : মনৰ অশান্তিতেই হয়তো--
বিভূতি : অকল অশান্তিয়েই নহয় চলিহা। জীৱন যুঁজত জুৰুলা হোৱা ৰমণীৰ কিবা মনৰ অসুখো নিশ্চয় হৈছিল। ইমান সৰবৰহী কথকী ল'ৰাটো হঠাতে কথা নোকোৱা হৈ গ'ল! ইমান যে মৰম কৰিছিল, তাৰ ছোৱালী সেই নিৰুকো মৰম কৰিবলৈ এৰি দিলে। কত ডাক্তৰক দেখুৱালোঁ কোনেও একো কৰিব নোৱাৰিলে। বিলাতত ছাকিয়েট্ৰি শিকি অহা বিশেষজ্ঞইও হাৰ মানিলে।
*(উধাতু খাই লৰি নিৰু সোমাই আহে)*
নিৰু : ককা ককা, অ ককা--
বিভূতি : কি হ'ল অ' সোণ?
নিৰু : জানা ককা, দেউতা আহিছিল।
বিভূতি : কেতিয়া?
নিৰু : এই এতিয়া, মই ৰাস্তাৰ সৈতে উমলি থাকোতে। মাই চৰবৎ খাবলৈ দিছিল। নাখালে গুচি গ'ল।
বিভূতি : কিয়?
নিৰু : ক'ব নোৱাৰোঁ ককা, দেউতাই মোক কিয় মৰম নকৰা হ'ল? আগতে ইমান টফী,চকলেট আনিছিল আজি-কালি কিয় নিদিয়ে বাৰু? কথাও দেখোন নাপাতে। বহুত ৰাতি হ'লেহে শুবলৈ আহে। মা সুধা ক'লৈ যে গুচি যায়, ক'বকে নোৱাৰোঁ। মই স্কুললৈ গ'লেহে আহে, মই যে লগেই নাপাওঁ।
*(ভিতৰৰ পৰা শ্বতীয়ে মাতে)*
শাশ্বতী : নিৰু অ' নিৰু, এইফালে আহচোন।
বিভূতি : মাৰে মাতিছে যা সোণ--
*(নিৰু যায়)*
চলিহা : বেচেৰী ছোৱালীকণক দেখিলে সঁচাকৈয়ে বেয়া লাগে।
বিভূতি : তাইৰ মুখলৈ, শ্বতীৰ মুখলৈ, মাজে মাজে মই চাব নোৱাৰা হওঁ চলিহা।
*(তামোলৰ বটা লৈ নিৰু সোমাই আহে)*
নিৰু : ককা, এয়া তামোল।
*(বিভূতি আৰু চলিহাই তামোল লয়)*
নিৰু : মোক তোমাৰ খুন্দা তামোল দিবানে ককা?
বিভূতি : অলপহে দিম দেই। বেছি নিদিওঁ। হোঁ নে। সৰু ছোৱালীয়ে তামোল খাব নাপায় নহয়।
*(নিৰুয়ে খুন্দা তামোল মুখত ভৰায়)*



বিভূতি : হ'ল নহয়। আৰু নুখুজিবি দেই।
নিৰু : ককা মা-ই সুধিছিল তোমালোকক চাহ দিবনে?
বিভূতি : চলিহা, খাবৰ মন গৈছে নে?
চলিহা : থাওক, নাখাওঁ, নালাগে।
নিৰু : বাণী মাহীৰ কাৰণে চাহ কৰিছেই নহয়।
বিভূতি : বাণী আহিছে নেকি? কিমান পৰ হল?
নিৰু : বহুত পৰ হ'ল। দেউতা অহাৰ আগতে আহিছে। বাণী মাহীয়ে মোক এইতো কি দিছে চোৱা।
বিভূতি : কি অ'? চকলেট। মোক দিবিনে?
নিৰু : নিদিওঁ, নিদিওঁ, নিদিওঁ।
*(এই বুলি লেনিয়াই কৈ কৈ ওলাই যায়)*
চলিহা : এনে মৰম লগা হৈছে ছোৱালীকণ।
বিভূতি : তাই নথকা হ'লেতো শ্বতীৰ পক্ষে জীয়াই থকাই টান হ'লহেঁতেন।
চলিহা : নতুন ঘৰলৈ শাশ্বতী আৰু নিৰুক পঠিয়াই আপুনিও জানো থাকিব পাৰিব?
বিভূতি : সিহঁত আঁতৰি থাকিলে যে মোৰ পক্ষে ইয়াত থকাটো টান হ'ব, মই জানো। কিন্তু উপায় নাই। এইখন ঘৰত থাকিবলৈ দি মই শ্বতী আৰু গিৰিয়েকক প্ৰতি মুহূৰ্ততে অপমানিত হ'বলৈ দিব নোৱাৰোঁ।
চলিহা : আপোনাৰ কথা কিন্তু মই বুজি পোৱা নাই। ইয়াত আপোনাৰ লগত থাকিলে শ্বতী অপমানিত হ'বলৈ যাব কিয়?
বিভূতি : তুমি নুবুজিবা কন্দৰ্প! এইখন ঘৰত শ্বতীৰ ঠাই আছে সঁচা, নিৰুকো কোনেও একো ক'বলৈ যোৱা নাই--
চলিহা : তেনেহ'লে?
বিভূতি : এইখন ঘৰত যদি ৰমণীৰঞ্জনৰে ঠাই নহয় তেন্তে শ্বতীৰ ঠাই হৈ লাভ কি? ৰমণী বলিয়া হ'ব পাৰে, কিন্তু সি তাইৰেই গিৰিয়েক, নিৰুৰ দেউতাক। ডাঙৰ বোপাই পছন্দ নকৰে যে, মই তাক এনেদৰে ইয়াত থাকিবলৈ দিওঁ। মই যে নিজে ধন ভাঙি শ্বতীৰ কাৰণে ঘৰ সজাইছোঁ তাকো সি ভাল পোৱা নাই। সি ভাবে ৰমণী বলিয়া নহয়, বলিয়ালি তাৰ এটা ফন্দি মাথোন। সি ভাবে ৰমণী হেজ ফেইন্দ্ মেডনেচ্ টু এক্চ্প্লইট মি!
চলিহা : সঁচাকৈয়ে আচৰিত ধাৰণা!
বিভূতি : অকল সিমানেই নহয়। সি কয় যদি ৰমণী সঁচাকৈয়ে বলিয়া হৈছে তেন্তে শ্বতীয়ে আইনৰ সহায় লওক, জুডিছিয়েল ছেপোৰেশ্যনৰ বাবে এপ্লাই কৰক। সি কয়--
(এনেতে শাশ্বতী আৰু বাণী সোমাই আহে)
শাশ্বতী : দেউতা--
বিভূতি : অ' শ্বতী, কিবা কবি? বাণীও দেখোন। তই অহা কথা নিৰুৱে কৈছিল।
বাণী : কালিদাসৰ নাটকৰ বিষয়ে এটা প্ৰবন্ধ লিখিছোঁ। আপুনি চাই দিব লাগে।
বিভূতি : কেলেই চাই নিদিম। নিশ্চয় দিম। প্ৰবন্ধটো শ্বতীৰ হাতত থৈ যাবি।

শাশ্বতী : তুমি ক'ৰবালৈ ওলাই যাবানেকি?

বিভূতি : এয়া চোৱা কন্দৰ্প, আচল কথাটোকে পাহৰি গৈছিলোঁ। ব'লা তোমাৰ লগত ঘৰটোকে চাই আহোঁগৈ।

চলিহা : সন্ধ্যা হ'বৰ হ'ল এতিয়া--

বিভূতি : ব'লাচোন বাৰু--

চলিহা : ব'লা তেন্তে। আহিলোঁ শ্বতী। বাণী থাকিবা।

*(চলিহা আৰু বৰুৱা দুয়ো ওলাই যায়)*

শাশ্বতী : বুজিছ বাণী, এইখন ঘৰৰ মই এটা ডাঙৰ সমস্যা হৈ পৰিছোঁ।

বাণী : কিন্তু তুমি দেখোন--

শাশ্বতী : অৱশ্যে এফালেদি চালে সমস্যা একোৱেই নাই।

বাণী : মানে?

শাশ্বতী : মানে ককাইদেৱে যেনেকৈ কৈছে সেইমতে চলিলে সকলো ঠিক হৈ যায়।

বাণী : সেইমতে চলিব জানো পাৰিবা তুমি?

শাশ্বতী : নোৱাৰিম কিয়? নিৰুৰ দেউতাক পগলা বুলি প্ৰমাণ কৰি, আৰু তেনে কৰাত ককাইদেৱেই সহায় কৰিব, কোৰ্টৰ পৰা ছেপাৰেশ্যনৰ অৰ্ডাৰ লৈ শান্তিৰে জীৱন যাপন কৰাটো একো টান কাম নহয়।

বাণী : সেই জীৱনক তুমি শান্তিৰ জীৱন বুলি ক'বানে?

শাশ্বতী : মই কোৱাটো কেলেই লাগিছে? ককাইদেৱে ক'ব, নবৌৱে ক'ব। যিসকলে ডিভোৰ্চ সমৰ্থন কৰে তেওঁলোকে ক'ব। এনেকৈয়ে দহজনে ক'লেই মই কোৱা হ'ল।

বাণী : দেউতাৰে জানো সহ্য কৰিব পাৰিব?

শাশ্বতী : প্ৰথমে হয়তো খুব দুখ পাব। সমাজৰ সনাতন নিয়মৰ বিৰুদ্ধে যোৱাৰ কাৰণে মোক কেতিয়াও ক্ষমা নকৰে বুলি শপত খাব। আৰু হয়তো লাজতে মানুহৰ আগত মুখ নুলিয়াও বুলি জীৱনৰ শেষ দিনটোলৈকে ঘৰৰ ভিতৰতে বন্দী হৈ থাকিব, নাইবা এই ঠাই এৰি ক'ৰবালৈ গুচি যাব।

বাণী : কিন্তু ডাঙৰ হৈ নিৰুৱে যদি কেতিয়াবা দেউতাকৰ কথা সোধে?

শাশ্বতী : ধৰ মই বিধ............................(বিধৱা শব্দটো উচ্চাৰণ কৰাৰ আগতে বাণীয়ে কয়)

বাণী : বলিয়াৰ দৰে কি বকিছা?

শাশ্বতী : (মনৰ আচল ভাব ঢাকিবৰ বাবে হাঁহিবলৈ চেষ্টা কৰে) ময়ো হয়তো বলিয়া হৈ যাম বাণী, ময়ো হয়তো, ময়ো হয়তো--

*(শ্বতীৰ চকু চলচলীয়া হৈ যায়)*

বাণী : তুমি যে এনেকৈ দুৰ্বলতা প্ৰকাশ কৰিবা মই ভবা নাছিলোঁ।

শাশ্বতী : *(নিজকে সংযত কৰি)* ঠিকেই কৈছ বাণী, মই দুৰ্বল হ'লে কেনেকৈ চলিব? কিন্তু মই কি কৰিম? কিমান সহিম?

বাণী : তোমাৰ মনৰ ভিতৰৰ হাহাকাৰৰ কথা মই জানো শ্বতী। বুকুৰ ভিতৰৰ দুখবোৰ হেঁচি



ৰাখিবলৈকে যে তুমি হাঁহিবলৈ চেষ্টা কৰা সেই কথা মই বুজি পাওঁ। কিন্তু তথাপি ক'ম তুমি এনেকৈ ভাগি পৰিলে নচলিব।

শাশ্বতী : এৰা, মই এনেকৈ ভাগি পৰিলে নচলিব। মই নিজকে এনেকৈ তিল্‌তিলকৈ শেষ কৰি দিলে নচলিব। আনৰ বাবে নহ'লেও দেউতাৰ বাবে, নিৰুৰ বাবে মই জীয়াই থাকিবই লাগিব। (এনেতে শাশ্বতীৰ ককায়েক ৰেৱতী সোমাই আহে।)

ৰেৱতী : মই কলিকতালৈ উভতি যোৱাৰ আগতে কিবা এটা হেস্তনেস্ত কৰি যাব খোজোঁ। সময়বোৰ এনেয়ে গৈ আছে। বাণী, তয়ে অলপ বুজাবিচোন। শ্বতীয়ে মোৰ কথাবোৰ শুনিবও নোখোজে, বুজিবও নোখোজে।

বাণী : শ্বতী অবুজ ছোৱালী নহয়। কিন্তু তুমিও তাইৰ ফালৰ পৰা কথাবোৰ ভাবি চোৱা উচিত।

ৰেৱতী : তাইৰ ফালৰ পৰাও মই ভাবি চাইছোঁ। সমাজৰ সাতামপুৰুষীয়া ৰীতি-নীতিকে আঁকোৰগোঁজালি দি ধৰি থকাৰ দিন কেতিয়াবাই উকলিল। আগৰ দিনত যিবোৰ কথাই হুলস্থুলৰ সৃষ্টি কৰিছিল, আজি তেনেবোৰ কথাৰ বিষয়ে মানুহে আলোচনাকে নকৰে।

বাণী : সমাজখন যিমান আগবাঢ়িছে বুলি ভাবিছা সিমান আগবঢ়া নাই ককাইদেউ।

ৰেৱতী : চকুমেলি নাচাৰ কেলেই? কুৰি বছৰ আগতে শান্তি হোৱা ছোৱালী বিয়া দিয়াটো এটা সমস্যা আছিল! শান্তি নোহোৱা ছোৱালী, বিয়া নকৰাও বুলি দৃঢ় সঙ্কল্প লোৱাৰ বাবে, ৰঞ্জিৎ শৰ্ম্মাৰ বিয়া, হেনো এটা বেছ ডাঙৰ সমস্যাই হৈ পৰিছিল। আৰু আজিকালি হৈছে কি? কলেজলৈ নগ'লে ছোৱালীৰ দৰা পোৱা টান।

বাণী : তোমাৰ কথা অৱশ্যে কিছুদূৰ সঁচা।

ৰেৱতী : কিছুদূৰ নহয়, সম্পূৰ্ণ সঁচা। আজি স্পেচ্ ফ্লাইটৰ দিনত এই সৰু কথাবোৰ ভাবিবৰ সময় মানুহৰ নাই। সেয়ে বিধৱা ছোৱালীয়ে প্ৰেমত পৰি বিয়া কৰাই সুখৰ সংসাৰ পাতিছে। কোনেও একো এটা ক'বলৈ যোৱা নাই। গিৰিয়েকৰ লগত একেলগে থাকিব নোৱাৰি, বেলেগ হৈ আহি যে, ছোৱালীবোৰে দ্বিতীয়বাৰ বিয়া কৰাইছে, তহঁতৰ সমাজে জানো তাৰ প্ৰতিবাদ কৰিবলৈ গৈছে? বুইছ বাণী আজিৰ সমাজ বহুতো আগবাঢ়িছে, তহঁতে কেৱল খবৰ ৰখা নাই বা ৰাখিব খোজা নাই।

বাণী : কিন্তু শ্বতীৰ কথা--

ৰেৱতী : শ্বতীৰ কথাটো সহজ হৈয়ে আছে। তাই যি কৰিব আইন সঙ্গতভাৱেই কৰিব। ৰমণীৰ দৰে মানুহ এটাৰ লগত সংসাৰ নকৰিলে তাইৰ যে ডাঙৰ কিবা ক্ষতি হ'ব, মই নাভাবোঁ।

বাণী : কিয়?

ৰেৱতী : সি তাইৰ এটা জঞ্জালহে মাথোন। শিক্ষিত ছোৱালী তাই। স্বাধীনভাৱে কিবা এটা কৰিবৰ অধিকাৰ তাইৰ আছে, ক্ষমতাও আছে।

বাণী : কিন্তু নিৰুৰ কথাও তুমি ভবা উচিত।

ৰেৱতী : ভাবিবৰ কিটো আছে? তাইক ভাল চাই স্কুল এটালৈ পঠিয়াই দিম। হোষ্টেলত থাকি পঢ়িব। শ্বতীকো কলেজত নাম লগাই দিম। বি. এ. টো পাছ কৰক?

শাশ্বতী : তোমাৰ যুক্তিবোৰ অকাট্য, সন্দেহ নাই। কিন্তু অকল যুক্তিৰেই জানো জীৱনক পৰিচালিতকৰিব পাৰি?

বেৰতী : আনে নোৱাৰিলেও তহঁতৰ দৰে শিক্ষিতা ছোৱালীয়ে পৰা উচিত।

শাশ্বতী : কিমানেই বা আমাৰ শিক্ষা আছে কোৱা? ছিনিয়ৰ কেম্ব্ৰীজ পৰীক্ষা পাছ কৰি নিজকে শিক্ষিতা বুলি ভাবিলে অযথা অহঙ্কাৰ কৰাহে হ'ব। তুমি দেশ-বিদেশৰ নানা ঠাইলৈ গৈছা। নানা ধৰণৰ মানুহৰ সৈতে মিলিবলৈ সুযোগ পাইছা। তোমাৰ কথা বেলেগ। সেয়ে তোমাৰ কথাবোৰ সকলো সময়তে মানিব নোৱাৰিলে তুমি ক্ষমা কৰা উচিত।

বেৰতী : ইয়াত ক্ষমা কৰা নকৰাৰ প্ৰশ্ন উঠা নাই। মই মাথোঁ ক'ব বিচাৰিছোঁ, বৰ্তমান অৱস্থাত মই কোৱা দৰেই যদি কৰ, তেনেহ'লে ভৱিষ্যতে সুখী হোৱাৰ এটা সম্ভাৱনা আছে। ইউৰোপ বা আমেৰিকাৰ যি কোনো ছোৱালীয়ে তোৰ অৱস্থাত পৰিলে, মই কোৱা দৰেই কৰিলে হয়।

বাণী : ইউৰোপ আমেৰিকাৰ কথা নক'বা। সেইবোৰ ঠাইত গিৰিয়েক ঘৈণীয়েকৰ ক'ৰবাত অলপ মনৰ অমিল হ'লেই ডিভোৰ্চ কৰে। অথচ এবাৰো ভাবি নাচায়, গিৰিয়েক ঘৈণীয়েকৰ কথাকে নালাগে, দুজন বন্ধুও একেলগে থাকিলে মনৰ আৰু মতৰ অমিল হ'ব পাৰে।

বেৰতী : শ্বতী আৰু ৰমণীৰ মাজত মনৰ অমিলৰ প্ৰশ্নই উঠা নাই। মনৰ অমিলেই বা হ'ব কেনেকৈ? তাৰ এটা মত থাকিলেহে। মই কিন্তু তাৰ বুদ্ধিৰ তাৰিফ নকৰাকৈ থাকিব নোৱাৰোঁ।

বাণী : কিয়?

বেৰতী : মাষ্টৰি কৰিছিল। যিখিনি দৰমহা পাইছিল তাৰে বহুতৰে সংসাৰ সুন্দৰ চলি গৈছে। কিন্তু তাতো ঘৰ-সংসাৰ চলোৱাৰ লেঠা আছে, কাম-কাজৰ জঞ্জাল আছে। এতিয়া অৱশ্যে বঢ়িয়া জীৱন। চিন্তা নাই, ভাবনা নাই, খাইছে, শুইছে, ফুৰিছে চাকিছে--

বাণী : তুমি অপল বেছিলৈ গৈছা ককাইদেউ। তেওঁৰ হয়তো মনৰ অসুখ কিবা হৈছে--মেলাঙ্কলিয়া, মৰবিডিটি--

বেৰতী : মন এটা আচৰিত বস্তু বাণী। আছে বুলি জানো, কিন্তু দেখা নাপাওঁ। যদি সঁচাকৈয়ে অসুখ হৈছে তাক তেজপুৰ, ৰাঁচী বা আন কোনোবা ঠাইলৈ পঠাই দিয়ক। মনৰ অসুখৰ নতুন ধৰণৰ চিকিৎসা ওলাইছে। মেনটেল হস্পিটেলত বিষেজ্ঞৰ তত্ত্বাৱধানত ৰাখক--

শাশ্বতী : দেউতাক কৈছিলোঁ, দেউতাই তেজপুৰ, ৰাঁচীলৈ পঠোৱাৰ কথা শুনিবকে নোখোজে।

বাণী : ঘৰখন থাকোঁতে আন এঠাইলৈ পঠাবলৈ সঁচাকৈয়ে ভাল নালাগে।

বেৰতী : কিন্তু ভাল লাগে এটা এলেহুৱা মানুহক দিনে-নিশাই চাই থাকিবলৈ, ভাল লাগে তাৰ কাৰণে হাজাৰ হাজাৰ টকা খৰচ কৰি কংক্ৰীটৰ দালান সজাবলৈ--

*(বেৰতী ৰ কথা শেষ হোৱাৰ আগতেই কোঠাটোলৈ বিভূতি বৰুৱা আৰু কন্দৰ্প চলিহা সোমাই আহে)*

বিভূতি : ঘৰ মই সজাইছোঁ ৰমণীৰঞ্জনৰ বাবে নহয়, শ্বতীৰ বাবেহে।

বেৰতী : কথা সেই একেটাই। অন্ততঃ বৰ্তমান অৱস্থাত কোনো পাৰ্থক্য দেখা নাই। যদিও ভালদৰে বুজিছোঁ, তোমাৰ মনৰ চকুৰে তুমি নিজেই ৰমণী আৰু শ্বতী, দুয়োজনকে বেলেগভাৱে চাইছা। মাথোঁ পাৰ্থক্য ইমানেই যে মই প্ৰকাশ্যে যি কথাটো স্বীকাৰ কৰি লৈছোঁ তাক মানি ল'বলৈ তোমালোকে সাহ কৰা নাই।



বিভূতি : শ্বতী আৰু ৰমণীৰঞ্জন--জী আৰু জোঁৱাই। এজন স্বাস্থ্যৱতী, আনজন ৰুগীয়া। শ্বতীৰ প্ৰতি আছে মোৰ মৰম, ৰমণীৰঞ্জনৰ প্ৰতি সহানুভূতি--

বেৰতী : মই ক'ম দুয়োটাতেই তুমি মাত্ৰা চেৰাই গৈছা। তোমাৰ মৰমে আৱৰি ৰাখিছে শ্বতীক আনে চুব নোৱাৰাকৈ আৰু তোমাৰ সহানুভূতিয়ে ৰমণীক দিছে প্ৰশ্ৰয়--

চলিহা : আঃ ডাঙৰ বোপা, এই ৰাতিখন এইবোৰ আকৌ কিয় উলিয়াইছা? দেউতাৰা এনেয়ে চিন্তাত জুৰুলা হৈছে। মিছাকৈয়ে একচাইটেড্ হ'লে টোপনি নাহিব। জানাই দেখোন তেওঁৰ স্বস্থ্যৰ অৱস্থা--

বিভূতি : বাধা নিদিবা চলিহা, ক'বলৈ দিয়া। তাৰ মুখত যেন আজি নতুন কথা শুনিছোঁ। শ্বতী,বাণী,তহঁতেও শুন। আজি মই নতুনকৈ জানিলোঁ মোৰ মৰমে শ্বতীক আৱৰি ৰাখিছে আনে চুব নোৱাৰাকৈ আৰু মোৰ প্ৰশ্ৰয়ে--

বেৰতী : প্ৰশ্ৰয় দিয়া নুবুলি বুলিম কি? ৰমণীয়ে যাপন কৰিব পাৰিছে নিষ্কৰ্মা জীৱন, পাবত গজা ঘৰ জোঁৱাইৰ দৰে, তোমাৰ কাৰণেই।

বিভূতি : যদি তোৰ কথা সঁচা হয় তেন্তে নতুন ঘৰলৈ যোৱাৰ পাছৰ পৰা--

বেৰতী : অৱস্থাৰ বিশেষ একো পৰিৱৰ্তন নহয়। আশী হাজাৰ টকীয়া ঘৰৰ দুটা কোঠাত সিহঁত থাকি, বাকী কেইটা ভাড়াদি যথেষ্ট আৰ্জিব পাৰিব, আৰু ৰমণীয়ে হাঁহিবলৈকো বেছ সুবিধা পাব, আমাক, মানে, তোমাক এইদৰে এক্‌চ্‌প্লইট কৰাৰ আনন্দত।

চলিহা : ডাঙৰ বোপা সেই ঘৰটো মই সজাইছোঁ। আশী হাজাৰ টকা পৰা নাই। আৰু পৰিলেই বা, তুমি সেইদৰে ভবা উচিত নহয়। যিহকে নহওক শ্বতী আৰু ৰমণীৰ প্ৰতি দেউতাৰাৰ এটা কৰ্তব্যআছে।

বেৰতী : দেউতাই কৰ্তব্য কৰক, মই বাধা নিদিওঁ। আশী হাজাৰ কিয়, একলখ খৰচ পৰিলেও মোৰ ক'বলগীয়া একো নাই। কিন্তু অযথা চেণ্টিমেণ্টেল ন'হে--*(শাশ্বতীয়ে নিৰুক তিৰলৈ লৈ যায়, পিছে পিছে বাণী যায়।)*

চলিহা : জীয়েকৰ প্ৰতি দেউতাকৰ মৰমক এনেকৈ উপলুঙা কৰা--

বিভূতি : নিজৰ ছোৱালী হোৱা হ'লে--

বেৰতী : শ্বতী মোৰ ভনী, তাইৰ প্ৰতি মোৰ মৰম আনতকৈ কম বুলি ভবাটোহে তোমালোকৰ মহাভুল।

বিভূতি : ভনীয়েৰৰ প্ৰতি যদি ইমানেই মৰম তেন্তে এইবোৰ কথা উলিয়াইছ কিয়? তাইৰ ভালৰ কাৰণে মই যদি কিবা এটা কৰোঁ, তাত আপত্তি কিহৰ?

বেৰতী : যি কাম তুমি তাইৰ ভালৰ কাৰণে কৰা বুলি ভাবিছা, মই ক'ম তাৰ ফল বেয়াহে হ'বগৈ।

বিভূতি : তই কি ক'ব খুজিছ স্পষ্টকৈ ক।

বেৰতী : মই আগৰে পৰা কৈ আহিছোঁ, ৰমণীৰ লগত শ্বতীক বিয়া দি যি ভুল কৰা হৈছে, সেই ভুল শুধৰাবৰ যি সুযোগ আৰু সুবিধা আমি পাইছোঁ তাক মুকলি অন্তৰেৰে গ্ৰহণ কৰাটোৱেই এতিয়া আমাৰ একমাত্ৰ কৰ্তব্য।

বিভূতি : অৰ্থাৎ পৱিত্ৰ মন্ত্ৰ পাঠৰ মাজেৰে হোৱা শ্বতী আৰু ৰমণীৰ বিবাহৰ বান্ধোন ছিঙি, তাইক স্বতন্ত্ৰ জীৱন-যাপন কৰিবলৈ মুক্ত কৰি দিয়া--

চলিহা : নাই নাই, এইবোৰ আপোনালোকে কি কৈছে? হিন্দু ধৰ্মৰ এই পৱিত্ৰ বিবাহৰ বন্ধন অকল এই জনমৰ বাবেই নহয়, ডাঙৰ বোপা, এই বন্ধন জন্ম-জন্মান্তৰৰ। এটা কথাৰে, দহটা যুক্তিৰে, এই বন্ধন ছিঙিব নোৱাৰি ছিঙাটো অসম্ভৱ।

বিভূতি : নিজৰ হাতেৰে মই কন্যা সম্প্ৰদান কৰিছিলোঁ, অগ্নিক সাক্ষী কৰি ; মোৰ বুকুৰ ধন এই শাশ্বতীৰ ভৱিষ্যত জীৱন সুখৰ হওক বুলি কৰিছিলোঁ কামনা, বিচাৰিছিলোঁ ঈশ্বৰৰ আশীৰ্বাদ-

ৰেৱতী : কিন্তু তুমি যি কামনা কৰিছিলে, মন-প্ৰাণ দি যি বিচাৰিছিলা, হ'ল ঠিক তাৰ ওলোটাটো। শ্বতীৰ বিবাহিত জীৱন সুখৰ নহ'ল। বন্ধনে বঢ়ালে জঞ্জাল, নিদিলে তাইক সৌহাৰ্দৰ সোৱাদ, নানিলে তাইৰ বাবে প্ৰাণ ওপচোৱা উন্মাদনা। এশজনৰ ভিতৰৰ পৰা তোমাৰ মনত লগা এজনক বাছি গঢ় দিব বিচাৰিছিলা শ্বতীৰ জীৱন; ভাবিছিলা, তোমাৰ নিজৰ প্ৰভাৱৰ পৰশ পাই ঠন ধৰিউঠিব, সিহঁত দুজনৰে জীৱন, সেয়ে আজিও তুমি বিচৰা নাই তাইক মুক্তি দিবলৈ, কংক্ৰীটৰ অট্টালিকা সাজি বন্দী কৰি ৰাখিব খুজিছা তইক। কিন্তু পাহৰি গৈছা তোমাৰ কৰ্তৃত্বৰ হেঁচাত এজনী অসহায়া ছোৱালীয়ে--

চলিহা : ডাঙৰ বোপা, তুমি এইবোৰ কৈছা কি?
*(ৰমণী আৰু নিৰুক লগত লৈ শাশ্বতী লাহে লাহে সোমাই আহে)*

শাশ্বতী : মোৰ আগত তেখেতৰ কথাবোৰ হেৰাই যায়। হয়তো আন সকলোৰে আগত তেখেত মুখৰ হৈ উঠিব।
*(ৰেৱতীয়ে শ্বতীৰ কথাৰ সঁহাৰি দিবলৈ চেষ্ট কৰি কয়)*

ৰেৱতী : ৰমণী, শুনা। শ্বতীৰ দায়িত্ব ল'বলৈ অপাৰগ বুলি তুমিয়েই প্ৰমাণ কৰিছা। আমি নিবিচাৰোঁ, শ্বতীয়েও হয়তো নিবিচাৰে যে তাইৰ জীৱনটো তোমাৰ সৈতে সাঙোৰ খাই থাওক। যদি তুমি স্বেচ্ছাৰে তাইক মুক্তি দিয়া ভালেই আৰু যদি নিদিয়া...............

ৰমণী : *(অসহায়ভাৱে)* ম--মই

বিভূতি : তুমিয়েই ক'ব লাগিব। তোমাৰ ওপৰতেই নিৰ্ভৰ কৰিছে শ্বতীৰ ভৱিষ্যত।

ৰমণী : ম--মই কি ক'ম?

ৰেৱতা : কোৱা, তুমি নিজ ইচ্ছাৰে শ্বতীক মুক্তি দিবা নে নিদিয়া?

ৰমণী : মই কি কৰিম? শ্বতীয়ে কি কৰিব?

ৰেৱতী : শ্বতীৰ কথা শ্বতীয়ে ভাবিব, আমি ভাবিম। তোমাৰ কথা তুমি কোৱা।

ৰমণী : শ্বতীক এৰি, নিৰুক এৰি..মই যে বৰ অসহায়! মোৰ যে কোনো নাই!

নিৰু : মা!--দেউতা!!--ককা!!!
*(নিৰুয়ে একো হয়তো নুবুজে, তথাপি তাইৰ মাতত কিহৰ এই কৰুণ আকুতি? নিৰুৰ মাতে, ৰমণীৰ অসহায় দৃষ্টিয়ে, শ্বতীৰ অন্তৰ আত্মা কঁপাই তোলে। ইমান দিনৰ অনিশ্চয়তা ক্ষন্তেকতে নাইকিয়া হৈ যায়। তাই উপলব্ধি কৰে, তাইৰ ওপৰতে আজি নিৰ্ভৰ কৰিছে দুটা অসহায় জীৱনৰ ভৱিষ্যত। কল্যাণময়ী মাতৃত্বই তাইৰ অন্তৰৰ পৰা স্ত্ৰীসুলভ সকলো দুৰ্বলতা মুহূৰ্ততেআঁতৰাই দিয়ে। নিৰুয়ে অসহায়ৰ দৰে দেউতাকক সাৱটি ধৰে।)*

শাশ্বতী : কোনে ক'লে আপোনাৰ কোনো নাই। সকলো আছে। মই আছোঁ, নিৰু আছে। আপুনি অসহায় নহয়, আপুনি অকলশৰীয়া নহয়।



ৰেৱতী : *(খঙেৰে)* শ্বতী--

শাশ্বতী : মোক ক্ষমা কৰা ককাইদেউ, মই আৰু নোৱাৰিম। ইমান অসহায় মানুহ এজনক, মই নিঠৰুৱাকৈ এৰি যাব নোৱাৰিম। মোৰ বাহিৰে তেখেতৰ কোনো নাই! কোনে জানে হয়তো তেখেতৰ এনে অৱস্থাৰ কাৰণে আমিয়েই দায়ী।

ৰেৱতী : আমি দায়ী?

শাশ্বতী : আজিলৈকে মই তোমালোকৰেই হৈ আছোঁ। এক মুহূৰ্তৰ বাবেও তেখেতৰ হ'ব পৰা নাই। হয়তো বহুতো দুখ-বেদনাই মনতে গুমৰি গুমৰি তেখেতৰ এনে অৱস্থা কৰিছে। তেখেতৰ চকুলৈ চাই ইমান দিনে নুবুজা বহুতো কথা মই আজি বুজিছোঁ।

ৰেৱতী : ঠিক আছে। তেন্তে তই আমি দিব খোজা মুক্তি.....

শাশ্বতী : মুক্তি? নাই নাই, তেন্তে মুক্তি মই নিবিচাৰোঁ। শাশ্বত যি সম্বন্ধ তাকে আজি তোমালোকৰ শ্বতীয়ে মানি লব। মোক আজি আন একো নালাগে। নালাগে তোমালোকে আইনৰ সহায়ত দিব খোজা মুক্তি, নালাগে মোক দেউতাই সজাই দিয়া অট্টালিকা। স্বামী আৰু ছোৱালীকণক লৈ সৰু এটা জুপুৰি ঘৰতে আৰম্ভ হ'ব মোৰ নতুন জীৱন।
*(দেউতাক আৱেগ বিহ্বল হৈ এখোজ আগুৱাই আহে। শ্বতীয়েও আগুৱাই গৈ দেউতাকৰ ভৰিৰ ধূলি শিৰত লয়। দেউতাকে শ্বতীক বুকুত সাৱটি ধৰে)*

বিভূতি : শ্বতী আই মোৰ!
*(তেওঁৰ চকুত আনন্দৰ, তৃপ্তিৰ চকলো। তেওঁ শ্বতীক লৈ ৰমণী আৰু নিৰুৰ ফালে আগবাঢ়ি যায়। এনেতে মঞ্চ এন্ধাৰ হয়। পুনৰ পোহৰ হ'লত নিৰ্দিষ্ট পোহৰ বৃত্তৰ মাজত আগৰ অৱস্থাত দেখা যায় কেৱল ভাস্বতী আৰু নাট্যকাৰক। ভাস্বতীৰ মাতত উত্তেজনাৰ আভাস।)*

ভাস্বতী : শাশ্বতীৰ কথা মোক নক'ব। সনাতন ৰীতিৰ প্ৰেৰণাত আপোনাৰ কলমৰ খোচত শাশ্বতীৰ জীৱনৰ আপুনি যি ৰূপ দিব খুজিছিল তাক মই গ্ৰহণ কৰিম বুলি কিয় ভাবিছে?

নাট্যকাৰ : কিন্তু তুমিওতো শাশ্বতীৰ দৰেই নাৰী।

ভাস্বতী : নাৰী হয়। কিন্তু দুই নাৰীৰ দুটা মন, দুটা চিন্তাধাৰা থাকিব পাৰে। শাশ্বতীক আপুনি আপোনাৰ মতে গঢ় দিব খুজিলেও, শাশ্বতীৰ অন্তৰৰ হেঁপাহ হাবিয়াসক সনাতন ৰীতিৰ নামত নিষ্পেষণ কৰিলেও, মোক তেনে কৰিবলৈ নিদিওঁ। মোৰ মনটোৱে যি বিচাৰে অৱস্থায় মোক যি পথ অনুসৰণ কৰিবলৈ বাধ্য কৰিছে, বিবেক-বুদ্ধিয়ে যিটো কৰিবলৈ সকিয়াই দিছে, সেইদৰে মই কৰিমেই। সেইদৰে মই চলিমেই। কোনেও মোক বাধা দিব নোৱাৰে।

নাট্যকাৰ : ভাস্বতী!

ভাস্বতী : মোৰ যে এখন হিয়া আছে, মোৰ অন্তৰতো যে কোমল অনুভূতি আছে, সেই কথা মই উপলব্ধি কৰিছিলোঁ অনুপ চলিহাৰ সান্নিধ্যলৈ আহি। কিন্তু হিমাংশুৰ প্ৰতি গঢ়ি উঠা আকৰ্ষণৰ গভীৰতাই মোক একেবাৰে অভিভূত কৰি পেলাইছে।

নাট্যকাৰ : হিমাংশু তোমাৰ সহপাঠী?

ভাস্বতী : আমি ডক্টৰেট কৰিছিলোঁ একেলগে একেজন প্ৰফেছাৰৰ তলতে। চিনাকি হোৱাৰ, আচথ এতিয়া অনুভৱ কৰিছোঁ আমি দুয়ো দুয়োকে চিনি পাবৰ কাৰণে যেন বহুদিনৰ পৰাই বাট চাই আছিলোঁ।

নাট্যকাৰ : হিমাংশুৰো তোমাৰ দৰে এখন সংস্কৃতি সম্পন্ন অন্তৰ নিশ্চয় আছে। সেয়েহে বোধকৰোঁ তোমালোকে এজনে আনজনক আকৰ্ষণ কৰিব পাৰিছা। বোধকৰো এই কাৰণতেই তুমি এতিয়া হিমাংশুক বিয়া কৰাবলৈকো ওলাইছা।

ভাস্বতী : এতিয়া মই বিচাৰো মোৰ জীৱনৰ সোঁত এটা নিৰ্দিষ্ট গতিত প্ৰবাহমান হওক। এই যাত্ৰা পথৰ সহযাত্ৰী হ'ব হিমাংশু। হিমাশুৰ প্ৰতি গঢ়ি উঠা যি গভীৰ আকৰ্ষণে মোক অভিভূত কৰিছে হয়তো তাকেই প্ৰেম, ভালপোৱা বুলি ক'ব পাৰি। তাৰ মাজতে মই মোৰ সত্তাটোক উপলব্ধি আৰু পৰিপুষ্ট কৰিব পাৰিম বুলি ভাবিছোঁ।

নাট্যকাৰ : হিমাংশুৰো মনৰ কথা এয়েনে?

*(সন্মুখৰ দুয়োটা অঞ্চলেই পোহৰ হৈ উঠে। হিমাংশু প্ৰৱেশ কৰে)*

হিমাংশু : সকলো প্ৰতিকুল অৱস্থাৰ সন্মুখীন হ'বলৈ মই প্ৰস্তুত।

নাট্যকাৰ : পাহৰি নাযাবা জীৱনটো ৰোমান্স নহয়। তুমি উপলব্ধি কৰিব লাগিব যে প্ৰেম অন্তৰৰ সাময়িক উচ্ছাসতকৈ বেছি গভীৰ।

হিমাংশু : সেই উপলব্ধি মোৰ হৈছে।

নাট্যকাৰ : অকল সিমানে নহয়। তোমাৰ প্ৰেমক তুমি প্ৰতিষ্ঠা কৰিব লাগিব যুক্তিৰ বেদীত।

হিমাংশু : কৰিছোঁ। বৈজ্ঞানিকে ফুলৰ পাহিবোৰ ছিঙি মোহাৰি পেলোৱাৰ পাছতো ফুলৰ সুগন্ধ আমোলমোলাই থকাৰ দৰে মোৰ প্ৰেমৰ সুবাস দুগুণে চৰিছে, কমা নাই।

নাট্যকাৰ : তুমি তেন্তে ভাস্বতীক বিয়া কৰাবলৈ দৃঢ়প্ৰতিজ্ঞ।

হিমাংশু : মই সিদ্ধান্তত স্থিৰ। মোৰ সংকল্প অটল।

নাট্যকাৰ : ভাস্বতীৰ মাক-দেউতাকৰ মত তুমি নোপোৱা।

হিমাংশু : নাপাম বুলিয়েই বা কয় কেনেকৈ?

নাট্যকাৰ : ভাস্বতীৰ মাক পুৰণিকলীয়া মানুহ। দেউতাকো সংস্কাৰ বিমুক্ত নহয়।

হিমাংশু : কিন্তু তেওঁলোকে নিশ্চয় বুজিছে, ভাস্বতীৰ কল্যাণ হওক বুলি, তেওঁলোকে যি কৰিছিল তাৰ ফল আশা কৰাৰ দৰে নহ'ল। ভাস্বতীৰ জীৱনত নিষ্ফল হ'ল হোমৰ আগত উচ্চাৰণ কৰা পৱিত্ৰ মন্ত্ৰ।

নাট্যকাৰ : তুমি যিমান সহজে বুজিছা তেওঁলোকে সিমান সহজে বুজিবলৈ ইচ্ছা নকৰিব।

হিমাংশু : কিন্তু ভাস্বতীৰ জীৱন বিষময় কৰি তোলাটো নিশ্চয় তেওঁলোকৰ কামনা নহয়। ভাস্বতীৰ জীৱন সুখ আৰু তৃপ্তিৰে ভৰি উঠক বুলি তেওঁলোকে মুখেৰে ফুটাই নক'লেও অন্তৰেৰে বিচৰাটো স্বাভাৱিক কথা।

নাট্যকাৰ : বিমলৰ তৰফৰ পৰা বাধা আহিব পাৰে।

হিমাংশু : আহিলেও সেই বাধা আমি ওফৰাম।

নাট্যকাৰ : ভাস্বতী, তুমি কি ভাবিছা? তোমাৰ পৰা তোমাৰ মা-দেউতাৰাই বহুতোখিনি আশা কৰে। তুমি তেখেতসকলৰ আশাত কুঠাৰাঘাত কৰিবানে?

ভাস্বতী : মই আজি যি কৰিবলৈ ওলাইছোঁ, সেই কামত মা- দেউতাৰ সম্পূৰ্ণ সমৰ্থন থকা হ'লে সঁচাকৈয়ে বৰ আনন্দৰ কথা হ'ল হয়। কিন্তু কিয় যে সমৰ্থন কৰিব নোৱাৰে মই বুজি নাপাওঁ। মা-দেউতাৰ অন্তৰত যেনেকৈ মই আঘাত দিয়া অনুচিত মোৰ অন্তৰতো



তেওঁলোকে দুখ দিয়া উচিত নহয়।

*(সন্মুখৰ মঞ্চ আন্ধাৰ হৈ যায়। আন্ধাৰত নাট্যকাৰ, ভাস্বতী, হিমাংশু হয় 'ফ্ৰিজ' হৈ থাকে নাইবা আঁতৰি যায়। পাছফালৰ ওখ মঞ্চৰ ওপৰত পোহৰ পৰে। দেখা যায় ভাস্বতীৰ দেউতাকক।)*

দেউতাক : ভাতুমণিৰ মনৰ কথা, তাইৰ সমস্যাৰ কথা আমি, অন্ততঃ মই নুবুজা নহয়। পুৰণি সংস্কাৰকমাকে আঁকোৰ গোঁজালি দি ধৰি থাকিব বিচাৰিলেও মোৰ মনটোৱে সেই সংস্কাৰৰ মেৰপাকৰ পৰা ওলাই আহিব বিচাৰে। ভাতুমণিয়ে যি কৰিব বিচাৰিছে তাত বাধা, নাই নাই মই বাধা দিব নোখোজোঁ। আমাৰ মনৰ শুভকামনাৰ পৰাও তাই বঞ্চিতা নহয়। কিন্তু তাই যদি বিচাৰে যে আমি আগভাগ লৈ, দ্বিতীয়বাৰ তাইৰ বিয়াখন পাতি দিবলৈ আগবাঢ়ি আহিম, তেন্তে আমাৰ পৰা অলপ বেছি আশা কৰা হ'ব! তাই বুজা উচিত যে সমাজৰ দহজনৰ লগতে আমি থাকিব লাগিব, তাইৰ সমস্যা মই বুজিলেও সমাজৰ সমাজৰ দহজনে যে বুজি তাইৰ প্ৰতি সহানুভূতি দেখুৱাব তাক কেনেকৈ আশা কৰিব পাৰি। মোৰ মনত সদায়ে এইটোৱেই আশংকা যে তাইৰ এই কামে সমাজত এটা আলোড়নৰ সৃষ্টি কৰিব।

*(সেই অংশ এন্ধাৰ হয়। দেউতাক আঁতৰি যায়, সন্মুখৰ অংশত পোহৰ পৰে। হিমাংশু, ভাস্বতী আৰু নাট্যকাৰক আগৰ ঠাইতে দেখা যায়।)*

নাট্যকাৰ : দেউতাৰাই সঁচা কথাকে কৈছে ভাস্বতী। তোমালোকৰ এই কামে সমাজত যথেষ্ট আলোড়নৰ সৃষ্টি কৰিব।

ভাস্বতী : *(কিছু উত্তেজিত হৈ)* সমাজৰ কথা মোক নক'ব। আমাৰ বেলিকাহে সমাজ সদায়ে সজাগ, কিন্তু পুৰুষৰ বেলিকা সমাজ শুই থাকে। সমাজে কিয় মোৰ স্বামীক দ্বিতীয়বাৰ বিয়া কৰাওঁতে বাধা নিদিলে? সমাজে কিয় তেতিয়া মোৰ স্বামীক মোৰ প্ৰতি থকা তেওঁৰ দায়িত্বৰ কথা সোঁৱৰাই নিদিলে? এইখন সমাজৰ দোহাই নিদিব। পুৰুষে গঢ়া নীতি-নিয়মবোৰৰ কথা ক'লে মোৰমনটো বিদ্ৰোহী হৈ উঠে। সমাজে সদায়ে আমাক নিষ্পেষণ কৰাটো আমি আৰু সহ্য কৰি নাথাকোঁ।

নাট্যকাৰ : তোমাৰ দৰে আদৰ্শ নাৰীৰ প্ৰতি দহজনৰ আস্থা কমিব।

ভাস্বতী : মই আদৰ্শ নাৰী হ'ব নোখোজোঁ।

হিমাংশু : ভাস্বতীৰ দৰে যিসকল তেওঁলোকে শক্তি পাব অন্তৰৰ দুখৰ বোজা আঁতৰাই পেলাবলৈ; আৰু এনে লোকৰ সংখ্যাও আমাৰ সমাজত নিচেই কম নহয়। তেওঁলোকে ভাস্বতীক পথ প্ৰদৰ্শক বুলি পূজা কৰিব।

নাট্যকাৰ : সংসাৰৰ পঙ্কিলতাই তোমালোকৰ প্ৰেমক মলিয়ন কৰি পেলাব।

হিমাংশু : কল্যাণী গৃহণী ৰূপে ভাস্বতী সেই পঙ্কিলতাতকৈ থাকিব বহুত উৰ্দ্ধত। মাতৃত্বৰ গৌৰৱে তেওঁক তুলিব গৰীয়ান কৰি।

নাট্যকাৰ : কিন্তু সেই পথ ভোগৰ পথ, কামনাৰ পথ, প্ৰবৃত্তিৰ পথ। সেই পথেদি আগবাঢ়ি গৈ তোমালোকৰ প্ৰেমে মুক্তিৰ সোৱাদ নাপায়। মোহ বন্ধনৰ মাজত তাৰ অস্তিত্ব হেৰাই যাব।

ভাস্বতী ঃ আমাৰ প্ৰেম আপুনি স্বীকাৰ কৰি লৈছে, কিন্তু অনুমোদন কৰা নাই আমাৰ বিবাহৰ সিদ্ধান্ত। তাৰ মানে, আপোনাৰ অন্তৰো সংস্কাৰ বিমুক্ত নহয়। আমাৰ শিৰত হাত থৈ আমাৰ যাত্ৰা জয়যুক্ত হওক বুলি আশীৰ্বাদ কৰিবলৈ লেখক, নাট্যকাৰ, সাহিত্যিক আপুনিও সঙ্কোচ বোধ কৰে!

নাট্যকাৰ ঃ তুমি ভুল বুজিছা। কোনো সঙ্কোচ মোৰ নাই। মই মাথোন কল্পনা কৰিছোঁ তোমালোকৰ বাবে মহত্বৰ জীৱন।

হিমাংশু ঃ আপোনাৰ কল্পনাই বাস্তৱক আওকাণ কৰিছে।

নাট্যকাৰ ঃ মোৰ কল্পনাই কিন্তু বাস্তৱৰ পৰাই আহৰণ কৰিছে তাৰ গতি-প্ৰবাহ, তাৰ প্ৰাণ-শক্তি।

ভাস্বতী ঃ কাপুৰুষ আপুনি। সত্যক সুন্দৰভাৱে সাহিত্যৰ মাজেৰে সমাজত সুপ্ৰতিষ্ঠিত কৰিবলৈ সৎসাহস আপোনাৰ নাই।

নাট্যকাৰ ঃ শুনা ভাস্বতী। দৃশ্যমান জগতখনেই কেৱল বাস্তৱ নহয়। সত্যৰ অঙ্কুৰ মাথোন তাৰ ভিতৰতে নিহিত থকা নাই। সত্য আৰু প্ৰকৃত বাস্তৱৰ পৰিসৰ দৃশ্যমান বাস্তৱ জগতৰ সীমা অতিক্ৰম কৰি মানুহৰ ভাব জগতলৈকো বিস্তাৰিত হৈছে। মই শিল্পী, মই সাহিত্যিক, মই নাট্যকাৰ; মোৰ কল্পনা মাথোন এই দৃশ্যমান বাস্তৱ জগততে আৱদ্ধ নাথাকে, থাকিব নোৱাৰে। সেয়েহে মই বিচাৰোঁ তোমালোকৰ সংস্কৃতি সম্পন্ন অন্তৰে আজি বোধন কৰক সেই প্ৰেমক, যি প্ৰেমে নিবিচাৰে দেহৰ বন্ধন, স্বীকাৰ কৰে আত্মাৰ মিলন। যি প্ৰেমে শিকাব লৌকিকতাৰ ঠেক সীমা অতিক্ৰম কৰি অসীম প্ৰেমৰ মাহাত্ম্য উপলব্ধি কৰিবলৈ। শিকাব উপলব্ধি কৰিবলৈ, ত্যাগৰ মাজেৰে, ভোগ-বাসনা নিবৃত্তিৰ মাজেৰে, আত্মাৰ অন্তস্থলীত মধুৰ মিলন আনন্দ। মাথোন সেই প্ৰেমহে সত্য, সেই প্ৰেমহে অক্ষয় আৰু চিৰন্তন।

হিমাংশু ঃ কিন্তু মাটিৰ মানুহ আমি। আপোনাৰ আদৰ্শ প্ৰেমৰ কল্পনা ধূলি-বালিৰ পৃথিৱীৰ, তেজ-মঙহৰ মানুহৰ বাবে নহয়। পৃথিৱীখনক আঁকোৰ-গোঁজালি দি ধৰি থাকিবলৈ আমাৰ অপৰিসীম মোহ। এই মোহপাশত বান্ধ খাই থকাৰ বাহিৰে আমাৰ আন উপায় নাই।

নাট্যকাৰ ঃ তুমি পুৰুষ হিমাংশু। তোমাৰ মনত গতি প্ৰবাহৰ ৰূপ তুমি যি বুলি ভাবিছা, ঠিক তেনে নহয়। মই ক'ম তুমি নিজকে চিনিব পৰা নাই। তেজ-মঙহৰ মানুহ হ'লেও তোমাৰ এখনি অন্তৰ আছে। সেই অন্তৰখনৰ আছে চিৰন্তণ হেঁপাহ, কল্পনাৰ মানসী প্ৰিয়াক পৃথিৱীৰ কোনোবা নাৰীৰ মাজত বিচাৰি পাবলৈ। আজি ভাস্বতীৰ মাজতে হয়তো তুমি দেখা পাইছা তোমাৰ মানস প্ৰতিমাৰ মূৰ্তিমতী ৰূপ। সেয়েহে ভাস্বতীৰ প্ৰতি গঢ়ি উঠা আকৰ্ষণৰ মোহে তোমাক অভিভূত কৰি পেলাইছে। কিন্তু যদি বিবাহৰ যোগেদি এই বন্ধন চিৰন্তণ কৰিব খোজা তেন্তে তুমি হয়তো
এদিনাখন হতাশ হ'ব লাগিব। তোমাৰ পৌৰুষৰ গতি চাঞ্চল্যই তোমাক তৃপ্তিৰ সোৱাদ নিদিয়ে। নতুন কিহবাৰ সন্ধানত সি আকৌ স্থিৰতা হেৰুৱাব।

ভাস্বতী ঃ আপুনি পুৰুষ হিমাংশুৰ অন্তৰৰ গতি-চাঞ্চল্যৰ কথা ভাবিছে, কিন্তু ভবা নাই মোৰ মনৰ কথা। মই সমাজৰ শাশ্বত নিয়ম ভাঙি পেলাম। বিদ্ৰোহিনী অভিসাৰিকাৰ দৰে আগবাঢ়ি যাম হিমাংশুৰ মাজত নিজকে বিলাই দি জীৱনটো সাৰ্থক কৰি তুলিবলৈ। ধূপ যেনেকৈ জ্বলি জ্বলি নিঃশেষ হৈ যায়, মই নাৰী,ময়ো নিজকে শেষ কৰি দিব খোজোঁ হিমাংশুৰ



প্ৰেমৰ মাজত।

নাট্যকাৰ ঃ মইতো তোমাৰ তেনে ৰূপ কল্পনা কৰা নাছিলোঁ।

ভাস্বতী ঃ আপুনি ভুল কৰিছিল।

নাট্যকাৰ ঃ কিন্তু তুমি যে সাধাৰ নোহোৱা, তুমি যে অনন্যা। ভাস্বতী তুমি। মই ভাবিছিলোঁ ধীমান পুৰুষৰ দৰেই গতিশীল হ'ব তোমাৰো অন্তৰ। কোনো এটা নিৰ্দিষ্ট বিন্দুত আহি সি থমকি ৰৈ নাযায়। বিভিন্ন ৰূপৰ মাজেৰে সমাজত বৈচিত্ৰ্যৰ ৰহণ সানি সানি আগবাঢ়ি যাব এক মহান আদৰ্শৰ ফালে।

ভাস্বতী ঃ আমাক ক্ষমা কৰিব। আমি আপোনাৰ কল্পনাক, ৰূপ দিব নোৱাৰিলোঁ।

নাট্যকাৰ ঃ *(দূৰলৈ চায়, যেন ভাস্বতী আৰু হিমাংশুৰ অস্তিত্বৰ কথা তেওঁ পাহৰি গৈছে। তেওঁৰ চিন্তাধাৰাই যেন এটা নতুন পথৰ সন্ধান পাইছে।)* মোৰ আশা, মোৰ কল্পনা--

হিমাংশু ঃ বিশ্বাস কৰক আমাৰ বাবে এই বিবাহ বন্ধন নহয়।

ভাস্বতী ঃ ই আমাৰ যুটীয়া জীৱনক দিব মুক্তিৰ সোৱাদ, আমাৰ নৱ জীৱনৰ যাত্ৰা পথত যোগাব প্ৰেৰণা। আমাক আশীৰ্বাদ কৰক। *(ভাস্বতী আৰু হিমাংশুৱে নাট্যকাৰৰ ভৰিৰ ধূলি শিৰত লয়। নাট্যকাৰ তেতিয়াহে যেন পৰিৱেশ সচেতন হয়।)*

নাট্যকাৰ ঃ সুন্দৰ হওক তোমালোকৰ নতুন জীৱন।
*(ভাস্বতী আৰু হিমাংশুক নাট্যকাৰে দুয়োখন হাতেৰে দুয়োফালে ধৰি, উভতি, পাছফালৰ আঁৰ কাপোৰৰ ফালে আগবাঢ়ি যায়। মঞ্চ লাহে লাহে এন্ধাৰ হয়। ভাস্বতী আৰু হিমাংশু আঁতৰি যায়। নাট্যকাৰ গৈ চকীখনত বহে, হাতত কলম লৈ। আৰম্ভণিৰ দৰে সন্মুখত লিখি থকা নাটকখন। টেবুল লাইটটো জ্বলি উঠে। ক্ষন্তেক পাছতে তেওঁ তাৰ পৰা উঠি সোঁমাজৰ মঞ্চৰ একেবাৰে সন্মুখ ভাগ পায়হি। এটা স্পট লাইটৰ পোনপটীয়া পোহৰ তেওঁৰ মুখত পৰে। টেবুল লাইটৰ পোহৰ নাইকিয়া হয়। স্পট লাইটৰ পোহৰে কেৱল তেওঁৰ কঁকালৰ পৰা ওপৰ অংশক লৈ মুখত স্থিৰ হৈ থাকে। এই পোহৰ মঞ্চৰ সন্মুখ ভাগৰ অৰ্থাৎ সাধাৰণতে ফুট লাইট লগোৱা ঠাইৰ সোঁমাজৰ পৰা আহি নাট্যকাৰৰ মুখত পৰে। নাট্যকাৰে নাটকৰ পাণ্ডুলিপিখন হাতত আনিছিল এতিয়া সেইখনক বুকুত ধৰি দৰ্শকৰ ফালে স্থিৰভাৱে চাই কয়।)*

নাট্যকাৰ ঃ সংঘাত? হয়তো হয়। সংঘাতৰ মাজেৰেইতো হয় নাটকৰ সৃষ্টি, দ্বন্দ্বৰ মাজেৰেইতো হয় নতুন সত্যৰ উদ্দীপন। মই আজি উপলব্ধি কৰিছোঁ, ভাস্বতী আৰু মোৰ, নায়িকা আৰু নাট্যকাৰৰ সম্বন্ধ যেন এই সত্য উদ্দীপনে আৰু নিবিড় কৰি তুলিছে। ই যেন মোৰ চিন্তাধাৰাত অভিনৱত্বৰ বোল সানি দিয়ে। মই তেওঁলোকক জনাইছোঁ অভিনন্দন।তেওঁলোকৰ প্ৰেম হওক অম্লান হওক সুন্দৰ।
*(নাট্যকাৰৰ মুখত পৰা পোহৰ লাহে লাহে নাইকিয়া হৈ মঞ্চ এন্ধাৰ হয়। নামি আহে নাটকৰ অন্তিম যৱনিকা।)......*

সমাপ্ত

# বতৰৰ বাতৰি

## হৰেন্দ্ৰ নাথ বৰঠাকুৰ



### চৰিত্ৰাৱলী

নামতী. সাতোলা. হৰিহৰ. কতীয়া. সনাতন. বিষয়া. হাজৰিকা. ক'লীয়া. মাণিক দত্ত. ৰবীন চৌধুৰী. কণল'ৰা. পূৰ্ণিমা. বৰাগী.



### ১ম দৃশ্য

(পাঁচজন বিহুৱাই ঢোল, তাল, টকা লৈ সোমাই আহি হুঁচৰি মেলিব। মাজত নামতী। নামতীয়ে নাম দিব আৰু বাকী চাৰিজনে ঘোষা আওৰাই ঘূৰি ঘূৰি হুঁচৰি মাৰিব।)

ঘোষা

*বতৰৰ বাতৰি শুন কাণে পাতি*
*বাতৰিৰ বতৰা শুন ঐ লগৰীয়া।*

পদ

বোলো ঃ খেনো মৰে হাড়ে হাড়ে
খেনো মৰে মঙহ ভাৰে
মনে মনে সিকথা শুণ ঐ লগৰীয়া।।
সৰু সৰু মানুহৰ সোণ পিতল হয়
বৰ লোকৰ পিতল হয় সোণ ঐ লগৰীয়া।।
সৰু সৰু মানুহৰ কথাত হেনো আওপাক
বৰ লোকৰ কথাহে পোন ঐ লগৰীয়া।।
সৰু সৰু কথাবোৰ এহিমানত থ হেৰ'
বৰ লোকৰ গাই যা গুণ ঐ লগৰীয়া।।
বৰ লোকক বখানি গুণ-গান নকৰিলে
মুখত যে পৰিব চুণ ঐ লগৰীয়া।।
বৰ ঘৰৰ মেকুৰীয়ে সৰু ঘৰৰ নিসনি
চুৰ কৰি পেলালে ঢাকোন ঐ লগৰীয়া।।

পিছে ঃ বৰঘৰৰ দোষলৈ চকু মুদি থাকিবি
গুণকেহে লেখিবি মাথোন ঐ লগৰীয়া।।
একেপাট শৰতে হৰিণা মাৰিলোঁ
কেৰে নাজানিলে কোন,

ছমাহ খাপ দি নিগনি ধৰিলোঁ

সেয়ে : ৰজন্‌জনাই গ'লচোন--ঐ লগৰীয়া।।
বতৰৰ বাতৰি কওঁ কেনে কৰি
চন্তৰীয়ে ঘূৰাব টোকোন,
ৰাইজে বুলিছে, ৰাইজে সুধিছে
ৰাইজৰহে গাই যাওঁ গুণ ঐ লগৰীয়া।।

নামতী : হৈছে, হৈছে, ৰাইজ বহক, বহক! (কেউজন বহে )
বিহুৱা ৰাইজ, আশীৰ্বাদ দিয়ক।

সাতোলা : *(দৰ্শকলৈ চাই)* গাঁও-ভূঁই উজাৰ কৰি
ৰাইজ আহিছে, আমি এই গুটীয়া বিহুৱাকেইটাই
সাগৰ প্ৰমাণ ৰাইজখনক আশীৰ্বাদ দিমনে?নে
ৰাইজৰহে আশিষ মাগিম?

নামতী : হয়, হয়, ৰাইজ, সজ কৈছে। উচিত বুলিছে।
ৰাইজক আশীৰ্বাদ দিবলৈ আমাক কি দুৰ্মতিয়ে পাইছে!
ৰাইজ, সেৰাৰ থলী ৰাইজ, আমি এমুঠি বিহুৱাই আপোনাসৱলৈ সেৱা জনাইছোঁ,আশীৰ্বাদ কৰক। দায়-দোষ নধৰিব। বতৰৰ গীত গাবলৈ, বতৰৰ ভাও দিবলৈ আপোনাসৱৰ চোতালত আহি আপোনাসৱৰ আগত আঠু লৈছোঁ। আশীৰ্বাদ কৰক

*(আঁঠু লয়)*

হেৰৌ সাতোলা, এতিয়া পিচে কি ভাও, কি নাট মেলিবৰ হয়?

সাতোলা : 'বতৰৰ বাতৰি'

নামতী : আজিৰ নাট 'বতৰৰ বাতৰি'। বোলো সাতোলা-- কি বাতৰি? ক'ৰ বাতৰি? কাৰ বাতৰি?

সাতোলা : ৰাইজৰ বাতৰি। গাঁএগ্ৰ--গিয়াতিৰ বাতৰি, প্ৰজা সাধাৰণৰ বাতৰি, ভূ-ভাৰস্তৰ সাগৰ প্ৰমাণ আমাৰ দৰে কেলেহুৱা নিচলা ৰাইজৰ বাতৰি।

নামতী : ৰাইজৰ বাতৰি, প্ৰজা সাধাৰণৰ বাতৰি। হেৰৌ, নিচলা-কেলেহুৱা ৰাইজৰো বাতৰি থাকেনে? সোণ-ৰূপৰ কথাকেহে বাতৰি বোলে হ'বলা। ৰাজধানীত, কাৰেঙত, ৰাজসভাত, মহোৎসৱতহে বাতৰি থাকে হ'বলা!

সাতোলা : ক'ত বাতৰি থাকে-নাথাকে তুমি দেখোন জল্পনা-কল্পনা কৰাতহে লাগিলা। মই আহিলোঁ। তেনেহ'লে। *(যাব খোজে)*

নামতী : হেৰৌ সাতোলা, শুনচোন, তই পিচে যাৱনো কেনি?



সাতোলা : ৰাইজৰ মেললৈ যাওঁ। বাতৰি আনোগৈ।

নামতী : ৰাইজৰ বাতৰি আনগৈ? হেৰৌ, আপোনঘাতী হৈ মৰিবি, মৰিবি। সোণ-ৰূপৰ মুখৰ হাক-বচন নামানিলে জীৱন্তে উচন যাবি, হুঁ!

সাতোলা : ৰাইজক বতৰৰ বাতৰি শুনাবলৈ আহিছা। ৰাইজে ৰাইজৰ সুখ-দুখৰ, জয়-পৰাজয়ৰ বাতৰি নুশুনি পৰীৰ সাধু শুনিবলৈ গাঁও-ভূঁই উজাৰি ইয়ালৈ ঢপলিয়াই আহিছে নে? তুমি থাকা,মই আহিলোঁ। *(যাব খোজে)।*

নামতী : ঐ সাতোলা, বৰ কথা নকবি। ডা-ডাঙৰীয়াৰ হাক-বচন শুনি যা, ঐ শুনি যা বুলিছোঁ-
"ৰাইজৰ ঘৰলৈ যাব তই সাতোলা
বাটত হেঙাৰ দিয়ে ধৰিম ঐ সমনীয়া।"
*(সাতোলা ক্ষন্তেক তভক মাৰি ৰয় আৰু পিচ মুহূৰ্ত্তে নামতিৰ লগত বাক-যুদ্ধত লিপ্ত হয়।)*

সাতোলা : কি কলি?
"বাটত হেঙাৰ দিয়ে ধৰ তই নামতী
চেঙেলী পিচলা দিম ঐ সমনীয়া।।"

নামতী : চেঙেলী পিচলা দিয় তই সাতোলা
বৰশী পাতিয়ে ধৰিম ঐ সমনীয়া।।

সাতোলা : বৰশী পাতিয়ে ধৰ তই নামতী
কেঁকোৰা হৈয়ে চেপিম ঐ সমনীয়া।।

নামতী : কেঁকোৰা হৈয়ে চেপ তই সাতোলা
জুইত দি জীৱন্তে পুৰিম ঐ সমনীয়া।।

সাতোলা : জুইত দি জীৱন্তে পোৰ তই নামতী
ধোঁৱা হৈ আকাশত উৰিম ঐ সমনীয়া।।

নামতী : ধোঁৱা হৈ আকাশত উৰ তই সাতোলা
হাকুটি লগায়ে ধৰিম ঐ সমনীয়া।।

সাতোলা : হাকুটি লগায়ে ধৰ তই নামতী
ৰাইজ হৈ শিলা বৰষিম ঐ সমনীয়া।।

নামতী : ৰাইজ হৈ শিলানো বৰষ সাতোলা
চন্তৰী লগায়ে বধিম ঐ সমনীয়া।।

সাতোলা : চন্তৰী লগায়ে বধ তই নামতী
বাতৰি কাকতক জনাম ঐ সমনীয়া।।

নামতি : বাতৰি কাকতক জনাব সাতোলা
অধ্যাদেশ বেজালি জাৰিম ঐ সমনীয়া।।

সাতোলা ঃ অধ্যাদেশ বেজালি জাৰ নে নামতী
দেশ চাই যেনে ভেশ ধৰিম ঐ সমনীয়া।।
*(সাতোলা উচাৎ মাৰি সোমাই যায়)*

নামতী ঃ ৰাইজ, দেশ চাই, দেশৰ গতি-বিধি চাই, দেশৰ ৰাইজে ভেশ ধৰিবই। ভেশচন ধৰি, চং দেখুৱাই দেশৰ, ৰাইজৰ, দহৰ ভাও দিব খুজিছোঁ আপোনাসৱৰ আগত। বতৰৰ বাতৰি, বাতৰিৰ বতৰা শুনাব খুজিছোঁ। হেৰৌ হৰিহৰ, কিহৰ বাতৰি আনিছ এথোন!

হৰিহৰ ঃ *(ঢোলত চাপৰ মাৰি)* অৰ্জুনগুৰিৰ মেলৰ বাতৰি। শুনক ৰাইজ! হৰনাথ পৰ্বতীয় বৰুৱা, মণিৰাম বৰ ভাণ্ডাৰ বৰুৱাই অৰ্জুনগুৰিত ৰাইজৰ মেল পাতিছে। মেলত খাছীয়া ৰাইজৰ হৈ ৰজা চিয়েম, পৰ্বতীয়া ৰজা গাম, চিংফৌ ৰজা, মণিপুৰৰ ৰজা সকলো উপস্থিত থাকিব। মহামহিম ইংৰাজ ৰাজৰ মন্ত্ৰী, পাত্ৰ-মন্ত্ৰী,সসাগৰা পিথৱীৰ ৰাজেশ্বৰী মহাৰাণীৰ কটকী আহিব। সোণ-ৰূপৰ মুখৰ দেৱ-বচন শুনিবলৈ সদৌটি ৰাইজ দলে দলে মেললৈ যাব লা-আ-গে-এ-এ-।

নামতী ঃ অ' সেইখন দেখোন বগা ৰজাৰ মেল, বগা ৰজাৰ লেমটৌ হৰনাথ--মণিৰামৰ মেল। হেৰৌ, ইন্দ্ৰৰ সভাত ফেঁচা ৰাইজে উৰুলি দিবলৈ যাব নেকি?

হৰিহৰ ঃ চু-উ-প, মনে মনে থাক। বেৰে-চালেও কাণ আছে। চৰিয়া-ৰিপুৱা, চৰ-চন্তৰীয়ে পিঙ্-পিঙাই ফুৰিছে। সেইবোৰ ৰাজদ্ৰোহী কথা নক'বি।

নামতী ঃ হয়নে? সেইবোৰ ৰাজদ্ৰোহী কথাহে হ'লনে? দেশৰ
ৰজা কোন? সদাগৰ বগা বঙাল নেকি? বগা বঙালৰ দ্ৰোহ আচৰিলে দেশদ্ৰোহী, ৰাজদ্ৰোহী হ'ব কেনেকৈ? হেৰৌ, ৰাইজে বৰফুকনৰ পুতেক পিয়লিক নেতা পাতিছে। অৰ্জুনগুৰিত ৰাইজে দ্ৰোহ আচৰিবই।

হৰিহৰ ঃ ৰাইজৰ সেই বতৰা তয়েই ঢোল পিটি, চুঙা ফুকি সংসাৰক জনাগৈ তইতো মৰিবিয়েই, ৰাইজখনকো মাৰিবি। *(ঢোল পিটি পুনৰ "শুনক, শুনক ৰাইজ, অৰ্জুন গুৰিত ৰাইজৰ মেল। হৰনাথ পৰ্বতীয়া বৰুৱা, মণিৰাম বৰভাণ্ডাৰ বৰুৱাই অৰ্জুন গুৰিত ৰাইজৰ মেল পাতিছে. ৰাইজ মেললৈ যাব লা-আ-গে-এ" বুলি কৈ কৈ প্ৰস্থান।)*

নামতী ঃ যা-যা, হৰনাথে বৰ দিব, মণিৰামে ধনী কৰিব।
পিছে কতীয়া, ৰাইজৰ বাতৰি কিবা পাইছনে?

কতীয়া ঃ ৰাইজ জাগিছে। বগা-বঙালক পুলিয়ে-পোখাই উভালিবলৈ ৰাইজ মাউখে টঙালি বান্ধি উঠিছে। ফুলগুৰি, পথৰুঘাটত ৰাইজ জকি উঠিছে। খাজানা নিদিওঁ বুলি খামি ডাঠ কৰি থিয় দিছে। উজনিৰ ফালে ৰাইজে এইবোৰ বতৰা পোৱাই নাই এথোন। ৰজাঘৰীয়া কাকতে ৰাইজক গোৱাল গালি পাৰিছে। ৰাইজৰ জাগৰণক উদ্ভণ্ডালি বুলিছে।

নামতী ঃ বুলিবই। তাকে নুবুলি গুণ-গান কৰিব নে? হেৰৌ, ৰাইজৰ কাকতনো কোনখন? দেখা নাই, বৰাগীয়ে লাওখোলাৰ টোকাৰী লৈ বদন বৰফুকন, পিয়লি-মণিৰামৰগীত



গাই গাই ৰাইজৰ কথা, ৰাইজৰ বতৰা কেনেকৈ কৈ ফুৰিছে। ৰাইজৰ বাতৰি তেনেকৈয়ে যুগ-যুগলৈ থাকি যায়। ৰাইজৰনো আকৌ সোণ-ৰূপৰ কাকতখন পাবি ক'ত?

কতীয়া ঃ এৰা, বৰাগীয়ে আজিও ৰজাঘৰৰ টাং-টিঙালিৰ বতৰা ৰাইজক দি আছে--
'কোম্পানী আহিলে চৰাঘৰ মুখলৈ
এখন্তেক বহোঁ দেই বুলি,
চৰাঘৰ পাৰ হৈ বৰঘৰ সোমালে
কৰিনো কতনা বুধি।
অ' কিনো দিন পৰিলে, কিনো দিন পৰিলে
কিনো দিন পৰিলে আজি।।"

নামতি ঃ বোলে 'তাঁতীৰে কাপোৰে জগতখন জুৰিলে
তথাপি তাঁতীৰ গা উদি।
ডা-ডাঙৰীয়াই দেশকে ঠগিলে
ধন-ধান সমস্তে লুটি।।'
তেনেহ'লে চা, ৰাইজে কথাৰ গুৰি ক'ত বুজিছেইচোন। দিওঁতাই ৰাইজক ডাঁৰৰ বাতৰি ডাঁৰে দিয়েই আছে। মুখত চুঙা লৈ, কান্ধত ঢোল লৈ টেটুফালি বতৰা নিদিলেই বা, কাণে কাণে কোনোবাই কোম্পানীৰ যে তলি ফুটিছে সেই বাতৰি দিয়া যেন লাগিছে। তই বাৰু গম গতি পোৱা নাই নে?

কতীয়া ঃ কোম্পানীৰ শাসনৰ ওৰ পৰিবই পৰিব, নামতী। বগা-বঙাল যেনেকৈ আহিল তেনে ভাগে উভতিব লাগিব। বগা ৰজাৰ ৰাজত্বৰ ভিকাচন ভাগিবই।
*('ৰাইজেই মোৰ ৰজা ঐ, বুকুৰে বান্ধৈ ঐ, ৰাইজেই মোৰ সোলিৱাৰে থলী'--গীতটি গাই গাই কতীয়াৰ প্ৰস্থান।)*
*(চতুৰ্থ বিহুৱা সনাতন ধীৰে ধীৰে থিয় হয়।)*

সনাতন ঃ কোম্পানী গ'ল। বগা বঙাল যেনে ভাগে আহিছিল তেনেভাগে উভতি যাব লগা হ'ল। বগা ৰজা ৰণত পৰিল। ২০০ বছৰীয়া অপশাসনৰ ওৰ পৰিল। কিন্তু--সঁচাকৈয়ে ওৰ পৰিল জানো?

নামতী ঃ পৰিলতো। কেলেই, পৰা নাই জানো?

সনাতন ঃ সঁচাকৈয়ে ওৰ পৰিল জানো, নামতী?

নামতী ঃ হুঁ! এৰা অ' কথাটো কিবা, মানে কোনোবাখিনিত কিবা জেঙা লগা যেন পাওঁচোন।

সনাতন ঃ নালীয়াপুলৰ বাতৰি পাইছ নামতী?

নামতী ঃ হুঁ? নালীয়াপুলৰ বাতৰি?

সনাতন ঃ ওঁ, ডিব্ৰুগড়ৰ নালীয়াপুলৰ বাতৰি। বিনা বিচাৰে আবাল-বৃদ্ধ-বনিতাৰ ওপৰত পুলিচে

গুলী চলাইছে। নিৰীহ প্ৰজাৰ ওপৰত স্বাধীন দেশৰ পুলিচ বাহিনীৰ সশস্ত্ৰ আক্ৰমণ।

নামতী : বাতৰি কাকতত তেনেকৈ পোৱা নাই এথোন।

সনাতন : কাকতত? বাতৰি কাকতত? শুন, এই হত্যাকাণ্ডৰ প্ৰতিবাদ কৰি জ্যোতি ককাইদেউৱে কাকতলৈ এটা প্ৰতিবাদ টোকা পঠিয়াইছিল। কোনেও প্ৰকাশ নকৰিলে জান? ৰাইজক বঞ্চনা কৰা এইবোৰ কাকত জানো ৰাইজৰ কাকত? আমাৰ নেতাসকলৰ--সমাজ সেৱকসকলৰ মাজৰ পৰা কোনেও এযাৰ মাত নামাতিলে। এইবোৰ জানো ৰাইজৰ মানুহ?

নামতী : জানো পাই।

সনাতন : জানিব লাগিব। গমি চাব লাগিব। এইখন দেশৰ মাটিতেই জ্যোতি ককাইদেউৱে 'লভিতা'ক জনম দিছে। ইয়াতেই কনকলতাৰ জন্ম হৈছিল। সকলোৱে যেতিয়া দেখিও নেদেখাৰ ভাও দিছে, ৰাজ-ৰোষত পৰে বুলি অন্যায়-অত্যাচাৰকো সহি-সামৰি থৈছে, জ্যোতি ককাই --দেউৱে তেতিয়া অকলেই প্ৰতিবাদৰ টোকা চৌদিশে বিলাই দিছে, প্ৰতিবাদ কৰি গৈছে অকলেই।

নামতী : তেওঁ সঁচাকৈয়ে মহান।

সনাতন : মহত্ব দেখুৱাবলৈ, প্ৰশংসা বুটলিবলৈ কোনেও কৰিবলৈ সাহ নকৰা কাম এটা তেওঁ অকলেই কৰাৰ সাহস দেখুউৱা নাছিল। তাকে কৰা হ'লে, হয় তেওঁ ৰজাঘৰৰ পক্ষত থিয় দিলেহেঁতেন, নহ'লে আনবোৰৰ দৰে মনে মনে থাকিলহেঁতেন।

নামতী : ৰা, তেওঁহে ৰাইজৰ আচল মানুহ।

সনাতন : স্বাধীনতাৰ ৰণৰ নিৰ্ভীক যুঁজাৰু জ্যোতি ককাইদেউৰ চকু মুকলি হৈছে, নামতী। এইয়া আৰম্ভণি বুলিহে বুজিবি। ৰাইজকো বুজাবি। মুখাবোৰ খুলি দি শতৰুৰ আচল মুখবোৰ ৰাইজক চিনাই দিবি। মিছলীয়া, ভীৰু, সুবিধাবাদী, নিজকে নিৰ্ভীক, নিৰপেক্ষ আৰু গণতান্ত্ৰিক বুলি চিনাকী দিয়া কাকতবোৰৰ ছল-চাতুৰীত ৰাইজ যেন ভোল নাযায়। জ্যোতি ককাইদেউৱে সতৰ্কবাণী শুনাই কৈছে--

'সুবিধাবাদীৰ দল, তোৰ মিছা হ'ব কৌশল
ৰাইজৰ তই সেৱা চুৰ কৰি
বঢ়াব খুজিছ বল।
শিল্পীৰ তই সৰল মনৰ
শিল্পীৰ তই অমল প্ৰাণৰ
বিমল গানৰ, কি বুজিবি, কিয় ওলায়
নিৰ্মল অশ্ৰুজল?
জনতাক ভৰা ছল-চাতুৰীৰ
আলাসতে গজা কোৱা ভাতুৰীৰ



স্বৰূপ ওলাই গ'ল,
তই হাতে হাতে পাবি ফল
হেৰ' খকুৱাৰ দল।
তই জনা নাই--
তই যাক ভাব মূৰ্খ জনতা, মূঢ় জনতা, ৰূঢ় জনতা বুলি
যাৰ হ'ব খোজ স্বয়ংসিদ্ধ নেতা
সেই জনতা আজি প্ৰবুদ্ধ হ'ল।
কৌপিনধাৰী মহাফকিৰৰ, সঞ্জীৱনৰ উদ্বোধনৰ
বোধন মন্ত্ৰ
নাই যোৱা অ' নাই যোৱা অ'
এনেয়ে বিফল
ঘৃণিত তোৰ অহংকাৰৰ নেতৃত্বাভিমান।
জনতাই তোৰ স্বৰূপ চিনিছে, সাৱধান--সাৱধান।
শত শতাব্দীৰ আন্ধাৰ আঁতৰি যায়,
আজি জনতাই অৰুণ আলোক পাই
অগ্ৰগতিৰে মষিমূৰ কৰি
অত্যাচাৰীৰ দল
নিজৰ মনৰ নিজেই গৰাকী হ'ল।
মহাজনতাই মহাশক্তিৰ মহাসন্ধান পাই
বুকুত বান্ধিলে চক্ৰৱৰ্তী শত সম্ৰাটৰ
বিশ্ব বিয়পা নৱ অৰ্জুনৰ
পৃথিৱীৰ এই প্ৰদক্ষিণৰ স্বপ্ৰণোদিত
আত্মনিহিত বল।
হেৰ' স্বাৰ্থ-ক্ষমতা-অৰ্থলুভীয়া অন্ধ!
মই জানো তই জনসেৱকৰ মুখা পিন্ধ,
যি ত্যাগ কৰিলে তিনিগুণ লাভ পাৱ
আগ দুৱাৰেদি তাকে তই পাছ দুৱাৰেদি গৈ
মদে-ভাতে ভোজ খাৱ।
ৰাষ্ট্ৰনীতিৰ, সমাজনীতিৰ, ৰাজনীতিৰ, অৰ্থনীতিৰ তোৰ
থৈ দে ফোপোলা জ্ঞান,

জনতা-পূজাৰ ভাও দি, ভাও দি নেদেখুৱাবি

ঘৃণিত তোৰ অহঙ্কাৰৰ নেতৃত্বাভিমান,

জনতাই তোৰ

স্বৰূপ চিনিছে

সাৱধান, সাৱধান।

*(সনাতনৰ প্ৰস্থান।)*

নামতী : *( সনাতন যোৱাৰ পিনে চাই চাই )* ৰাইজ, বাতৰিৰ পৃষ্ঠা নিতৌ বাঢ়িব লাগিছে। বাতৰি যোগনীয়া, বিলনীয়া,খোজনীয়াও দিনে বাঢ়িছে। বোলো হেৰৌ সাতোলা!

*(নেপথ্যৰ পৰা সাতোলা ঃ গৈছোঁ হৰিভকত )*

বোলো সাতোলা, এহেঁলৈ আহ!

*(সাতোলা সোমাই আহে)*

সাতোলা : কি সকামত মাতিলা?

নামতী : কি সকামত মাতিম আৰু। এইবাৰ কিহৰ নাটনো মেলিবি ৰাইজক এথোন জান দে। যুগ যুগৰ ৰাইজৰ বাতৰি দিওঁতাৰ কথা কলি। আজিৰ বাতৰিও ৰাইজক শুনা। সেই বগা বঙালো এতিয়া নাই, জ্যোতি ককাইদেউও নাই। আজিৰ কথা ক।

সাতোল : বতৰ গোমা। বতৰৰ বাতৰিও গোমা। কেতিয়াবা বাতৰি কাকতৰ তুলাপাতত কলীয়া আখৰ এটিও নোহোৱাকৈ উকা। কেতিয়াবা বোলে কাকতৰ টোপোলা আদবাটতে নিখোঁজ হ'ল। *(বোলে অমুক বাতৰি যোগনীয়াৰ, তমুক সম্পাদক পোতাশালত। অমুকজনে বোলে সাংঘাতিক বাতৰি যোগান ধৰি সোণৰ পদক পালে। বোলে অমুকখন কাকত কোনোবা কংসৰাজে টেটু চেপা দিয়াত ৰাতিটোৰ ভিতৰতে নাম, উপাধি, বংশ-গোত্ৰৰ মোট সলাই ন- সাজেৰে চিকুণটি হ'ল।)*

নামতী : বোলো তাকেহে কওঁ, তাকেহে শুনাওঁ, তাৰেহে নাট মেলো--

'প্ৰথমে প্ৰণামো দেশৰে ৰাইজক

দ্বিতীয়ে কৃষ্টিক প্ৰণিপাত,

তৃতীয়ে প্ৰণামো সভাৰ সমজুৱাক

মেলি যাওঁ বতৰৰ নাট।

সাতোলা : ছাগৰ ছাল ছেলাবৰ ডবুৱা কটাৰী

পহুৰ ছাল ছেলাবৰ মিট্

দায়ে নধৰিবা সভাৰ সমজুৱা

গাই যাওঁ বতৰৰ গীত।

*(দুয়ো সেৱা জনায়। আঁৰ কাপোৰ।)*



## দ্বিতীয় দৃশ্য

নামতী : ৰাইজ,সেই ইংৰাজো নাই, স্বাধীনতাৰ দোকমোকালিতে জ্যোতি ককাইদেউৱে দেখি যোৱা স্বাধীন দেশৰ গতি-বিধিও একেদৰে নাই। এইয়া আজিৰ বাতৰি। একেবাৰে জীয়া বাতৰি। বাতৰি কাকত, ৰাজ-পত্ৰিকা, দূৰদৰ্শন, আকাশবাণী, তৰহে তৰহে বাতৰি যোগনীয়া, বিলনীয়া, খোজনীয়াৰো জয়জয়কাৰ আজিৰ বাতৰি।

*(আৰক্ষী বিষয়া এজন মঞ্চত গহীন খোজেৰে তহল দি থাকে। মাজে মাজে হাতৰ ঘড়ী চায়। হঠাৎ বাঁও পিনৰ নেপথ্যলৈ উৎকৰ্ণ হৈ চাব। পিচমুহূৰ্ততে সেই দিশৰ ওপৰলৈ দৃষ্টি পেলাই তভক মাৰি ৰৈ যাব।)*

বিষয়া : সেয়া কোন? ঘৰৰ চালৰ ওপৰত কোন সেয়া?

ওপৰৰ পৰা : মই, মই হে ছাৰ!

বিষয়া : কোন মই? নামি আহ।

ওপৰৰ পৰা : মই নৱীন হাজৰিকা—সাংবাদিক।

বিষয়া : অ' আমাৰ সাংবাদিক হাজৰিকা। কি কৰিছেনো ঘৰৰ চালৰ ওপৰত উঠি?

*(ওপৰৰ পৰা তললৈ জঁপিয়াই পৰাৰ শব্দ। গাৰ কাপোৰ জোকাৰি জোকাৰি নৱীন হাজৰিকা সোমাই আহে। হাতত কেমেৰা, ডিঙিত ওলোমাই লোৱা বাইন'কুলাৰ।)*

সাংবাদিক দেখোন একেবাৰে টিংখোপত। এইবাৰ সৰগৰ বাতৰি পৰিবেশন কৰা হ'ব যেন পাওঁ।

হাজৰিকা : হেঃ হেঃ, সৰ্গদেউৰ বাতৰি সৰগৰে বাতৰি দিয়কচোন।

*(কানি-কাপোৰ জাৰি-জোকাৰি)* আপোনালোকেহে ভাবে সাংবাদিকতা একেবাৰে আৰামৰ কাম। কি কষ্ট ,কি Risk দেখিছে?

বিষয়া : দেখিছোঁ, দেখিছোঁ। সাংবাদিকতাৰ বাবে যে টেন্‌জিঙেই সবাতোকৈ উপযুক্ত ব্যক্তি দেখি সেই কথাও বুজিছোঁ। পিচে, টিংখোপৰ পৰা কি দেখিলে কওকচোন?

হাজৰিকা : মহিলাসকলে ধৰ্ণা দি আছে। আমাৰ বিষয়াসকলে আঁতৰি যাবলৈ কৈছে। নাচোৰ বান্দা মহিলাসকল কিন্তু অলৰ-অচৰ। ঘটনা কিমানলৈ যায় এথোন ক'ব পৰা নাই। হোঁৰকচোন, নিজেই এবাৰ চকু ফুৰাই লওক। ( বাইন'কুলাৰটো বিষয়ালৈ আগবঢ়াই দিয়ে। বিষয়াই নেপথ্যৈ-া চায়।)

বিষয়া : হুম্, কথা ভাললৈ হোৱা নাই।

*( বাইন'কুলাৰটো পুণৰ হাজৰিকাক দিয়ে। বিষয়াই পায়চাৰি কৰি থাকে। হাজৰিকাই বাইন'কুলাৰটো চকুত লৈ প্ৰথমে সাধাৰণভাৱে আৰু ক্ৰমে উত্তেজিত হৈ বিষয়াক উদ্দেশ্য কৰি কয়—)*

হাজৰিকা ঃ পিকেটাৰ্চৰ মাজত কেইজনীমান লভিতা আছে যেন পাওঁ ছাৰ। আমাৰ বিষয়াসকলৰ লগত একেবাৰে ফেপেৰি পাতি তৰ্কযুদ্ধত লিপ্ত হৈছে। আৰে,আটাইমখা মহিলা দেখোন বহি থকাৰ পৰা গিৰিসাই উঠি দিলে।

*(বিষয়াই 'চাওঁ মোক দিয়ক' বুলি বাইন'কুলাৰটো ল'বলৈ বিচাৰে।)*

ৰ'ব কি হৈছে মই কৈ গৈছোঁ নহয়। শান্তিৰক্ষকে—মানে আৰক্ষীয়ে Position লৈছে। ছাৰ, পিকেটাৰ্চক ছত্ৰভঙ্গ দিয়াবলৈ কন্দুৱা গেছৰ Cell মাৰিছে—মাৰিছে ছাৰ। আৰে ছাৰ, ছাৰ সেইজন দেখোন 'যুগবাণী'ৰ সাংবাদিক মানিক দত্ত। একেবাৰে পিকেটাৰ্চৰ মাজত সোমাই আছে। দেখিছে ছাৰ, তাৰ মতলব? ছাৰ, লাঠী চাৰ্জ হ'ব নেকি?

বিষয়া ঃ চাওঁ চাওঁ, মোক দিয়কচোন। *(বাইন'কুলাৰ লৈ)*

মানিক দত্ত, 'যুগবাণী'ৰ সেই ধুৰন্ধৰ সাংবাদিকটো, নহয় নে? দগাবাজ, পিকেটাৰ্চৰ মাজত তাৰ ঘৈণীয়েক আছে চাগে। অ', লাঠী চাৰ্জ হাজৰিকা, লাঠী চাৰ্জ হৈছে।

*(নেপথ্যত মহিলাৰ চিঞৰ-বাখৰৰ শব্দ। এক হুলস্থুলীয়া পৰিৱেশৰ আভাস।)*

বিষয়া ঃ *(হাজৰিকাই বাইন'কুলাৰেৰে দৃশ্যটো চাবলৈ উচপিচ লগাব। বিষয়াই সেইটো হাতচাৰা নকৰি দৃশ্যটো অকলে উপভোগ কৰিবলৈ বিচাৰিব।)* আস্, অধৈৰ্য হৈছে কিয়? মই এজন দায়িত্বশীল বিষয়া, ঘটনাটোৰ ওপৰত মই Report Submit কৰিব লাগিব। ঘটনাটোৰ গতি-বিধি মোক নিৰীক্ষণ কৰিবলৈ দিয়ক।

হাজৰিকা ঃ দায়িত্বশীল বিষয়াই সাংবাদিকৰ বাইন'কুলাৰেৰে ঘটনাৰ গতি-বিধি নিৰীক্ষণ কৰিব। আপুনি যেনেকৈ কৈছে আনে শুনিলে ভাবিব বাইন'কুলাৰটো আপোনাৰহে।

বিষয়া ঃ হয়, বাইন'কুলাৰ মোৰ, মানে আমাৰ। চকু আমাৰ, অনুসন্ধান আমাৰ, Report আমাৰ। আপোনাৰ দায়িত্ব Report টো সজাই-পৰাই কাকতলৈ পঠোৱা আৰু সজে সজে প্ৰকাশ কৰাৰ ব্যৱস্থা কৰা, হুঁঃ, সাংবাদিক!

হাজৰিকা ঃ চেঃ, ঘটনাটোৰ একো এটা নেদেখাকৈয়ে matter ready কৰা। এইটো কি সাংবাদিকতা হ'ল?

বিষয়া ঃ সাংবাদিকক দি Report সাং কৰিব নোৱাৰি। সিফালে দুজনীমান ফ্লেট্ হ'লেই। ইতিমধ্যে পিকনিক্ নে পিকেটিং খতম হৈছে। সাংবাদিক, ভলন্টিয়াৰ ল'ৰা এটাক এইফালে খেদি অনা হৈছে। আহিছে, আহিছে, এই—এইফাললৈ আহি আছে—কেমেৰা ready আছেনে?

*(হাজৰিকাই Shot ল'বলৈ প্ৰস্তুত হয়)*

*(লাঠীধাৰী আৰক্ষী এজনে ল'ৰা এজনক খেদি আনে। ল'ৰাজন তীব্ৰ বেগেৰে মঞ্চ পাৰ হৈ বিপৰীত ফালে উধাতু খাই সোমাই যায়। আৰক্ষী লোকজন পিচে পিচে আহি বিষয়া আৰু হাজৰিকাৰ সন্মুখত হামখুৰি খাই পৰি যায়।)*



বিষয়া ঃ পৰি থাকা, নুঠিবা। যেনেকৈ পৰিছা তেনেকৈয়ে থাকা। হাজৰিকা Shot লওক।

হাজৰিকা ঃ মূৰ নাদাঙিবা। যেনেকৈ পৰি আছা তেনেকৈ থাকা। (Shot লয়) তুমিও যে আৰু এটা National High way ৰ মাজত ইমান এটা প্ৰকাণ্ড গাত, তাকো চকুৰে দেখা নাইনে? ৰ'বাচোন ৰ'বা, তোমাৰ কপালত দেখোন তেজ। অঃ, আমাৰ মানুহ injured, মানে আহত। (পুনৰ photo লয়) বচ্, হে যাব, এইবাৰ উঠা।

আৰক্ষী ঃ *(খপ্-জপকৈ উঠি বিষয়াক salute দিয়ে)* ল'ৰাটো চালা ভাগিল, ছাৰ। কি তাৰ ডেমাগ! চালাই ফেপেৰি পাতি আহে।

বিষয়া ঃ *(বাইন'কুলাৰৰ পৰা চকু নমাই)* ভাগিল, ভাগিল। তুমি যোৱাঁ, পোনে পোনে Civil Hospital লৈ যোৱাঁ। বেণ্ডেজ কৰাই লোৱা। আৰু শুনা, পাৰিলে ভৰ্তি হ'ব পাৰিনেকি চাবা। মোৰ কথা ক'বা। যোৱাঁ, quick।

*(সামান্য খোৰাই খোৰাই আৰক্ষীজন যায়গৈ।)*

হাজৰিকা ঃ সিফালে কি হৈছে ছাৰ? কিবা দেখিছেনে? Firing হোৱা নাইতো?

বিষয়া ঃ হ'ব, হ'ব, এনেকৈ আমাৰ মানুহ injured হ'লে Firing হ'বই। মানে Firing কৰিবলৈ বাধ্য হ'ব লাগিব। অ' আপোনাৰ সাংবাদিক বন্ধু মানিক দত্তক চাইছোঁ সি-সি Camera ready কৰিছে। Camera চকুত লৈ পিচলৈ আহি আছে—আহি আছে—বেক্—বেক—বেক— *(মানিক দত্ত পিছলৈ এখোজ এখোজকৈ আহি আহি মঞ্চত প্ৰৱেশ কৰে। চকুত কেমেৰা। Shot লয়—ক্লিক্—লগে লগে বিষয়াই পিচফালৰ পৰা কেমেৰাটো কাঢ়ি লয়। হাজৰিকাই সেই চেগতে বিষয়াৰ হাতৰ পৰা বাইন'কুলাৰটো লৈ দূৰৰ ঘটনাৰ পিনে দৃষ্টি নিক্ষেপ কৰে।)*

বিষয়া ঃ সাংবাদিক মিঃ দত্ত, আপোনাৰ Film জব্দ কৰা হৈছে।

মানিক দত্ত ঃ আপুনি সাংবাদিকৰ সাংবাদিকতাত হস্তক্ষেপ কৰিছে।

বিষয়া ঃ হেঃ হেঃ হেঃ—সাংবাদিকতা? অৱশ্যে, অৱশ্যেই সাংবাদিকতা। নগৰৰ সকলো অভিজাত মহিলা আহি আজি একে ঠাইতে গোট খাইছে। photo তোলাৰ এনে সোণালী সুযোগ সহজে অৱশ্যেই পেৰা নাযাব।

মানিক দত্ত ঃ আপুনি সাধাৰণ শালীনতাও পাহৰি গৈছে।

বিষয়া ঃ শালীনতা! মিঃ দত্ত, সাংবাদিকতা কৰিবলৈ মহিলাৰ মাজলৈ নোসোমালেও চলে। আমি, মানে হাজৰিকা আৰু মই দেখোন ইয়াৰ পৰাই বেচ্ সংবাদ সংগ্ৰহ কৰি আছোঁ। *(হাজৰিকাই চকু নমাই বিষয়ালৈ কেৰাহিকৈ এবাৰ চাই পুনৰ বাইন'কুলাৰত চকু থয়।)*

মানিক দত্ত ঃ সাংবাদিকতাৰ প্ৰশিক্ষণ আপোনাৰ পৰা লোৱাৰ দুৰ্ভাগ্য মোৰ এতিয়াও হোৱা নাই। মোৰ কেমেৰা ঘূৰাই দিয়ক।

বিষয়া ঃ নিশ্চয়, নিশ্চয়। Camera ৰ মোৰ প্ৰয়োজন নাই। ৰিল্‌টোহে মোক লাগে। লওক, এইটো আপোনাৰ Camera।

মানিক দত্ত : ইয়াৰ তীব্ৰ প্ৰতিবাদ হ'ব। *(যায়।)*

হাজৰিকা : প্ৰতিবাদ শেষ হৈছে। চব ছত্ৰ ভংগ দিলে। একেবাৰে পৰিষ্কাৰ। পিছে ছাৰ, Ambulance- ৰ ব্যৱস্থা কৰিলে ভাল হয় নেকি? পিকেটাৰ কেইজনীমানচোন চট্‌ফটাই আছে। মানে ছাৰ, কোনোবা অফিচাৰ-চফিচাৰৰ ঘৈণীয়েকোতো হ'ব পাৰে।

বিষয়া : সেইটো Medical Department-ৰ কাম, সিহঁতৰ দায়িত্ব। আপুনি সেইবোৰত মূৰ ঘমোৱাৰ প্ৰয়োজন নাই।

হাজৰিকা : নহয়, মানে এটা পৰামৰ্শহে ছাৰ--

বিষয়া : হুঁঃ, পৰামৰ্শ। সাংবাদিকৰ পৰামৰ্শত দেশ চলিব! উলিয়াওক, আপোনাৰ ডায়েৰী উলিয়াওক। এইটো লওক, কলম। মই কৈ গৈছোঁ, Report টো লিখি যাওক। কালিলৈ পুৱাৰ কাকতত মন প্ৰকাশ হ'বই লাগিব। লিখি যাওক--'মহিলাৰ পিকেটিঙত আৰক্ষীৰ লোক আহত। ছত্ৰভঙ্গ দিয়াবলৈ উদণ্ড পিকেটিংকাৰীৰ ওপৰত কন্দুৱা গেছ প্ৰয়োগ আৰু মৃদু লাঠী চালনা...........।

*(Mime ত বিষয়াই কৈ যায়, হাজৰিকাই লিখি যায়। লাহে লাহে মঞ্চ আন্ধাৰ হয়)*

## তৃতীয় দৃশ্য

নামতী : কালিৰ বাতৰি কাকতখন আজিহে পাইছোঁ। আজিৰখন কেতিয়াকৈ পাম ক'ব নোৱাৰোঁ এথোন। (বাতৰি কাকত মেলি লৈ ) আজিৰ বাতৰি--

✱ৰতনপুৰত বোৱাৰী হত্যাৰ প্ৰতিবাদত বিক্ষোভ। বিক্ষোভকাৰী উন্মত্ত জনতাৰ আৰক্ষী চকীত আক্ৰমণ। আৰক্ষীৰ গুলী চালনা। বিক্ষোভকাৰীৰ মাজৰ এগৰাকী মহিলা আৰু এটি ছবছৰীয়া শিশুসহ পাঁচজন নিহত। পৰিস্থিতি নিয়ন্ত্ৰণাধীন।

✱নাহৰতলীত ধৰ্ষণকাৰীৰ গ্ৰেপ্তাৰ আৰু বিচাৰৰ দাবীত জিলা উপায়ুক্তৰ কাৰ্য্যালয়ত সহস্ৰাধিক প্ৰতিবাদী পুৰুষ-মহিলাৰ ধৰ্ণা। ১৪৪ ধাৰা ভঙ্গৰ অপৰাধত লাঠী চালনা। শতাধিক আহত।

✱সাংবাদিকক গ্ৰেপ্তাৰ। ৰাইজ, গোটেই দেশখনেইচোন আজি নালীয়াপুল হ'ল। সঁচাকৈয়ে স্বৰাজ পালোঁ বুলি খেনোৰে যেতিয়া আকাশত পাতিছে চাং, তেতিয়া স্বাধীনচিতীয়া ৰাইজৰ শতৰুৱে গোপনে স্বাধীনতা হৰণৰ পাং পাতিছে। খেনো মৰিছে হাড়ে হাড়ে, খেনো মৰিছে মঙহৰভাৰে। বোলো হেৰৌ সাতোলা!

সাতোলা : *(নেপথ্যৰ পৰা)* আহিছোঁ হৰিভকত। *(সোমাই আহে।)*

নামতী : আজিৰ সংবাদ কি?

সাতোলা : সংবাদ, সংবাদ, সংবাদ
যশ-অপবাদ, বাদ-বিবাদ, বৰ্বাদ-বৰ্বাদ।



সংবাদৰ কি বুজিবা তত্ত্ব
সাংবাদিক হাজৰিকা কৰায়ত্ত
পদানত হ'ল মানিক দত্ত,
কৰে প্ৰতিবাদ, কৰে প্ৰতিবাদ
সংবাদ লাগে, সঁচা সংবাদ
সংবাদ হ'ল বৰ্বাদ বৰ্বাদ।
সংবাদ আছে, সংবাদ
হালধীয়া সংবাদ--
ভূতৰ মুখত ৰামৰ বাণী
সঁচাত মিছাৰ ৰহণ সানি
খবৰ দিওঁতাই সজাই পৰাই
কাকতত দিয়েই বাচিল,
মৰিল তৰিল ৰাইজ বুৰিল
দেৱগণৰ কেৰামতি হাচিল।
সাংবাদিকৰ মেহেৰবানি--
তুষ্ট ৰজা, তুষ্ট ৰাণী
সংবাদ হ'ল মহৰ ঘূলি
খালৰ ঘোলা পানী।
ৰজাঘৰীয়া সঙ্গদোষত
সংবাদ হ'ল বৰ্বদ *(সাতোলাৰ প্ৰস্থান)*
সংবাদ, সংবাদ, সংবাদ।

নামতী : 'সংবাদ, সংবাদ, সংবাদ
সংবাদেইতো বাদ-বিবাদ
সংবাদেইতো প্ৰতিবাদ।'

ৰাইজ, আজিৰ কাকত 'যুগবাণী' নাই। 'ৰাষ্ট্ৰীদূত' ওলাইছে। নৱীন হাজৰিকাৰ ৰাষ্ট্ৰদূতৰ খবৰ লওক। এইয়া ৰাষ্ট্ৰদূতৰ সাংবাদিক ওৰফে মুখ্য সম্পাদক নৱীন হাজৰিকাৰ প্ৰেছ আৰু কাৰ্যালয়। *(নামতীৰ প্ৰস্থান)*

*(নৱীন হাজৰিকা সোমাই আহে)*

হাজৰিকা : *(ইফালে সিফালে চাই খঙেৰে)* ক'লীয়া, ঐ ক'লীয়া!

ক'লীয়া : ছাৰ, মোক মাতিছিল ছাৰ?

হাজৰিকা ঃ চকী? Chair মানে মোৰ আসন ক'ত?

ক'লীয়া ঃ অ' আপোনাৰ Chair, মানে আসনখন ছাৰ--এৰা, ইয়াতে থাকিব লাগিছিলতো। ইয়াতেই থকাৰ কথা ছাৰ।

হাজৰিকা ঃ মোৰ office-ত মোৰ আসন নাথাকি আৰু ক'ত থকাৰ কথা? ক'ত হেৰাল মোৰ Chair, মোৰ আসন ক'ত?

ক'লীয়া ঃ নাই নাই হেৰোৱা নাই ছাৰ। হেৰাব কেনেকৈ? হেৰাব নোৱাৰে--মানে, ছাৰ, আপোনাৰ আসনখন আচলতে ৰাজসভাত থাকিব লাগেতো!

হাজৰিকা ঃ কি? কি কলি?

ক'লীয়া ঃ নহয়, মানে ছাৰ, এই এন্ধাৰ কুঠৰীটোত আপোনাৰ আসনখন--হ'ব বাৰু ছাৰ, মই এতিয়াই এখন আনি দিছোঁ।

*(ক'লীয়া সোমাই যায়। পিচ মুহূৰ্ততে চকী এখন আনি যথাস্থানত থয়। হাজৰিকা বহে।)*

হাজৰিকা ঃ ক'লীয়া।

ক'লীয় ঃ ছাৰ।

হাজৰিকা ঃ তই ঠিকেই কৈছ ক'লীয়া। এই কোঁঠালীটো ভাঙি নতুনকৈ সাজিব লাগিব। বহলাব লাগিব। এয়াৰ্ কুলাৰ্ (Air Cooler) কৰিব পাৰোঁ নেকি চাব লাগিব। চকীখনবো চাচোন, কুচন- তুচন একো নাই। এইবোৰ চব নতুন কৰিব লাগিব--নে কি কৰ?

ক'লীয়া ঃ মইতো কৈয়ে থাকোঁ আপোনাক, এই গেলা গৰমত এইটো খোৰোঙৰ দৰে কোঁঠাত সোমাই থকাতো কম কথানে? তাতে ইমানবোৰ ডাঙৰ ডাঙৰ কথা, দেশ-বিদেশৰ কথা চিন্তা কৰিব লাগে, মুখৰ কথা নেকি?

হাজৰিকা ঃ তই পিচে এটা কথা গম পাইছ নে নাই?

ক'লীয়া ঃ জানো, কিহৰ কথা কৈছে বা!

হাজৰিকা ঃ এঃ থাওক দে, এনেয়েও পিচত জানিবিয়েই।

ক'লীয়া ঃ কিবা সুখৰ খবৰ যদি কৈয়ে পেলাওক ছাৰ। কিবা ইচাট্-বিচাট্খন লাগি থাকে নহয় নহ'লে।

হাজৰিকা ঃ কৈছোঁ বাৰু, তই আক' আৰ-তাৰ আগত গাই-বাই নফুৰিবি। নিশ্চয়কৈ নাজানোঁ, কিন্তু ভিতৰুৱাকৈ গম পাইছোঁ, এইবাৰ বোলে শ্ৰেষ্ঠ সাংবাদিকৰ পুৰস্কাৰৰ বাবে মোৰ নামটো বাছনিত উঠিছে।

ক'লীয়া ঃ সেয়া, মইনো কি ভুলটো কৈছিলোঁ? মই নকৈছিলোঁনে--আপোনাৰ আসনখন ৰাজসভাতহে থাকিব লাগে।

হাজৰিকা ঃ এঃ, ৰচোন, তই বৰ হুলস্থূলখন লগাই নিদিবি। *(বিষয়া সোমাই আহে)* ইয়ে, আপুনি, আহক- আহক। কলীয়া তই যা।



বিষয়া ঃ আজি আপোনাৰ কাকত ওলাল নে?

হাজৰিকা ঃ ওলাব। Ready হৈছেই।

বিষয়া ঃ 'যুগবাণী'ৰ টোপোলাবোৰ জব্দ কৰা হৈছে।

হাজৰিকা ঃ জব্দ কৰা হৈছে? মোৰখন?

বিষয়া ঃ আপোনাৰখন চলিব। যুগবাণীৰ লগতে আৰু আন কেইখনমান কাকতো জব্দ কৰা হৈছে।

হাজৰিকা ঃ কিন্তু মোৰখনো জব্দ নকৰিলে কেনেকৈ হ'ব? কাইলৈৰ পৰা মোৰখনক ৰাইজে আপোনালোকৰ কাকত বুলিহে ধৰি ল'ব। অন্ততঃ কেইটামান টোপোলা জব্দ কৰক। Agent দুটামানক লুকুৱাই লুকুৱাই বেচিবলৈ কওক। আপোনালোকৰ হাতত অতবোৰ পেশাদাৰী গুণ্ডা আছে, দুঠাই মানত 'ৰাষ্ট্ৰদূত'ৰ টোপোলা জ্বলাই দিবও পাৰে দেখোন। মই তেনেহ'লে গৰিহণা দি News এটা প্ৰথম পৃষ্ঠাত দিওঁৱেই। নে কি কয়?

বিষয়া ঃ জানো যি ভাল দেখে কৰক। মই পিছে আহিলোঁ কিয় আপুনিচোন সোধাই নাই। এইখন চাওক-- *(বিষয়াই ৰঙচঙীয়া কাগজ এখন হাজৰিকাক দেখুৱায়। হাজৰিকা উৎফুল্লিত হয়।)*

হাজৰিকা ঃ বহক, বহক। ইচ্ ৰাম, আপুনি অথনিৰে পৰা থিয় হৈয়ে আছে।

*(হাজৰিকাই চকীখন আগবঢ়াই দিয়ে, বিষয়া বহে। হাজৰিকা কাষতে থিয় হৈ থাকে। দৰ্শকৰ পিনে চাই লাহে লাহে বিষয়া থিয় হ'ব--।)*

শ্ৰদ্ধেয় ৰাইজ, আজি আপোনালোকক জনাবলৈ পাই মই বৰ সুখী হৈছোঁ যে আমাৰ দেশৰ অতি জনপ্ৰিয় আৰু সৰ্বাধিক প্ৰচাৰিত নিৰ্ভীক, নিৰপেক্ষ বাতৰি কাকত ৰাষ্ট্ৰদূতৰ সম্পাদক তথা প্ৰকাশক প্ৰখ্যাত সাংবাদিক নৱীন হাজৰিকাক তেখেতৰ নিঃস্বাৰ্থ সংবাদ সেৱাৰ বাবে এইবছৰৰ শ্ৰেষ্ঠ সাংবাদিকৰ পুৰস্কাৰ প্ৰদান কৰা হৈছে। এই পুৰস্কাৰ শ্ৰীহাজৰিকাৰ নিঃস্বাৰ্থ সেৱাৰ স্বীকৃতিয়েই নহয়, ই সুস্থ আৰু যথাৰ্থ গণতান্ত্ৰিক সাংবাদিকতাৰো অকুণ্ঠ স্বীকৃতি। গণতান্ত্ৰিক দেশত সংবাদ-পত্ৰৰ ভূমিকাক কোনেও নুই কৰিব নোৱাৰে। ইয়াক গণতন্ত্ৰৰ চতুৰ্থ স্তম্ভ আখ্যা দিয়া হয়। কিয়নো জনমত গঠনত সংবাদ-পত্ৰৰ ভূমিকা অতিশয় গুৰুত্বপূৰ্ণ। আমাৰ দেশত সংবাদ পত্ৰক সেয়েহে সংবিধানে অবাধ স্বাধীনতা দিছে। সেই স্বাধীনতা যথাযথ প্ৰয়োগ কৰি গণতান্ত্ৰিক দেশ এখনত সংবাদ-পত্ৰই কেনেদৰে বলিষ্ঠ ভূমিকা পালন কৰি যাব পাৰে, তাৰেই এক জ্বলন্ত উদাহৰণ আমাৰ সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ শ্ৰীনৱীন হাজৰিকা দেৱ আৰু তেখেতৰ সংবাদ পত্ৰ 'ৰাষ্ট্ৰদূত'।

*(বিষয়াই বক্তৃতা দি থকাৰ মূক অভিনয় কৰি থাকিব। নামতীৰ প্ৰৱেশ। পোহৰ নামতীৰ ওপৰত কেন্দ্ৰীভূত হ'ব।)*

নামতী ঃ 'ৰাষ্ট্ৰদূত'ৰ বজাৰ আজি গৰম। আধুনিক বিজ্ঞানসন্মত সাংবাদিকতাৰে 'ৰাষ্ট্ৰদূতে' তাল-ফাল লগাইছে। কিন্তু গৰম বজাৰৰ গৰম খবৰৰ আঁৰৰ বতৰা আপোনালোকে

পাইছে জানো? সিদিনা মহিলাৰ পিকেটিঙত সাংবাদিক মানিক দত্তৰ Camera-ৰ Reel জব্দ কৰা আপোনালোকে নিজ চকুৰে দেখিছেই। পাচৰ কথাখিনি কওঁ শুনক- মানিক দত্তৰ Camera-ৰ Reelত কেইবাটাও ভিন ভিন shot-ৰ negative আছিল। তাৰে দুটা shot আছিল বিশেষ গুৰুত্বপূর্ণ। এটাত আছিল মহিলা পিকেটাৰৰ ওপৰত হোৱা লাঠী চালনাত নিজকে বচাবলৈ আপ্রাণ চেষ্টা কৰা লাঞ্চিতা ভীতিবিহ্বলা মহিলাৰ কৰুণ ছবি। আনখন হ'ল সেইদিনাই 'তাজিয়া' উপলক্ষে হাতে হাতে লাঠী লৈ পৰম্পৰাগতভাৱে নাচি নাচি কৰা ধর্মপ্রাণ ৰাইজৰ শোভাযাত্রাৰ ছবি। এই দুখন পোহৰ ছবিক Super Impose কৰি বিশেষ কায়দাৰে লগ লগাই এখন কৰা হ'ল। ছবিখন এনে হ'লগৈ যেন এদল সশস্ত্র লোকে নিঃসহায় মহিলাৰ দল এটাৰ ওপৰত আক্রমণ চলাইছে। আজিৰ ৰাষ্ট্রদূতৰ ১ম পৃষ্ঠাত প্রকাশ পোৱা এই কায়দা কৰা ছবিখনক লৈ বজাৰ গৰম।

কেৱল বজাৰেই নহয় এতিয়া হয়তো দেশ গৰম হ'ব, চুবুৰিয়ে চুবুৰিয়ে জুই জ্বলিব। মানুহ অমানুহ হ'ব, অন্ধ হ'ব । সত্যটো প্রকাশ হোৱালৈ, তদন্তৰ ব্যৱস্থা হোৱালৈ, ষড়যন্ত্র ফাদিল হোৱালৈ ধৈর্য ধৰাৰ ক্ষমতা মানুহে হেৰুৱাই পেলাব। এই জুই নুমাৱাব কোনে?

এই জুই নুমুৱাৰ দায়িত্বও কিন্তু কাইলৈৰ প'ৰা ৰাষ্ট্রদূতেই ল'ব। ৰাষ্ট্রদূতকেই সেই দায়িত্ব দিয়াৰ কথা ৰাইজে ভাবিছে জানো? কথাটো ভাবিবৰ হ'লেই কিন্তু। *(নামতীৰ প্রস্থান)*

*(লাইট্ হাজৰিকা আৰু বিষয়াৰ ওপৰত পৰিব। mime ভাঙি হাজৰিকাই ভাষণ দিব--)*

হাজৰিকা : যুগ-যুগৰ আমাৰ সম্প্রীতি আমি বিনষ্ট হ'বলৈ দিব নোৱাৰোঁ। আমি ভাতৃঘাতী হৈ ৰৌ ৰৌ নৰকত পৰিবলৈ জাতিটোক এৰি দিব নোৱাৰোঁ। আমি সকলো একেজনা ঈশ্বৰৰ সন্তান, একেই তেজ-মঙহেৰে সৃজন কৰা মানুহ। একেখন আকাশৰ তলত, একেই বায়ু-পানী সেৱন কৰি, একেখন দেশকে আই বুলি সাৱটি লৈ আমি উপজিবৰ দিনাৰে পৰা সম্প্রীতিৰ একেখন চোতালতে উমলি আহিছোঁ। ক্ষন্তেকীয়া ভাবাবেগত উটি গৈ আমি আমাৰ ইতিহাস পাহৰি যামনে? পাহৰি যামনে--যুগ-যুগৰ নিবিড় সম্পৰ্কৰ কথা? এই জুই নিজৰ ঘৰতে নিজেই লগোৱা জুই। তাক জ্বলি থাকিবলৈ নিদিওঁ। আহক আমি সকলোৱে সৰু সৰু ভুল বুজাবুজিবোৰ পাহৰি পেলাই আমাৰ দেশৰ প্রগতিৰ বাবে, সামূহিক উন্নয়নৰ বাবে কাম কৰি যাওঁ। নহ'লে আমাৰ প্রগতি ব্যাহত হ'ব। বিশ্বই আমাক হাঁহিব। *( বিষয়াই হাত-চাপৰি বজায়। মঞ্চ আন্ধাৰ হয়।)*



## চতুর্থ দৃশ্য

*(হাজৰিকাৰ কার্যালয়। হাজৰিকা অলসভাৱে বহি থাকে আৰু বিষয়াই পায়চাৰি কৰি থাকে।)*

বিষয়া : সাংবাদিক হাজৰিকা!

হাজৰিকা : ছাৰ।

বিষয়া : আপোনাৰ দায়িত্ব বাঢ়িল, সেই কথা বুজি পাইছেনে, হাজৰিকা?

হাজৰিকা : নুবুজিলোঁ ছাৰ।

বিষয়া : নুবুজিলে কেনেকৈ হ'ব? শ্রেষ্ঠ সাংবাদিকৰ পুৰস্কাৰটো আকাশৰ পৰা খহি পৰা নাই।

হাজৰিকা : সেইটো বুজিছোঁ।

বিষয়া : কিন্তু আপোনাক পুৰস্কৃত কৰিবলৈ আমি যিমান তৎপৰ হ'লোঁ , পুৰস্কাৰৰ মূল্য সুতে -মূলে আদায় কৰিবলৈ আপুনিও সিমানেই তৎপৰ হ'ব লাগিব।

হাজৰিকা : নিশ্চয়, নিশ্চয়।

*(বিষয়াই পুনৰ পায়চাৰি কৰে)*

বিষয়া : আমাৰ খোজে খোজে আপুনিও সমানে খোজ মিলাব লাগিব।

হাজৰিকা : *(চকীত পোন হৈ বহি)* হয় ছাৰ।

বিষয়া : কিন্তু আপোনাক ভাগৰি পৰা যেন দেখা গৈছে কিয়?

হাজৰিকা : *(চকীৰ পৰা উঠি)* নাই ছাৰ, মই ভাগৰি পৰা নাই

বিষয়া : তেনেহ'লে মোৰ পিচে পিচে, মানে আমাৰ পিচে পিচে খোজ দিয়ক।

হাজৰিকা : হয় ছাৰ *(হাজৰিকাই বিষয়াৰ পিচে পিচে খোজ মিলাই পায়চাৰি কৰে। ক্রমে বিষয়াৰ খোজ খৰ হয়, হাজৰিকাই বিষয়াৰ খোজৰ সৈতে তাল মিলাবলৈ যত্ন কৰে। কেইমুহূর্তমান তেনেদৰে ফোপাই জোপাই পায়চাৰি কৰি থাকি হঠাৎ নেপথ্যলৈ চাই ৰৈ যায়।)* ছাৰ, ছাৰ, সৌৱা মানিক দত্ত আহিছে *(বিষয়া ৰৈ যায়। দুয়ো নেপথ্যলৈ চায়।)*

বিষয়া : মিঃ দত্ত।

মানিক দত্ত : Congratulation Mr. Hazarika!

হাজৰিকা : ধন্যবাদ, ধন্যবাদ।

বিষয়া : পিচে মিঃ দত্ত, আপোনাৰ বিপ্লৱ কেনে চলিছে?

মানিক দত্ত : আপোনালোকে ইতিপূর্বেই আৰম্ভ কৰা প্রতিবিপ্লৱৰ খবৰ ল'বলৈহে মই আহিছোঁ। 'যুগবাণী' কিয় জব্দ কৰা হ'ল অনুগ্রহ কৰি জনাবনে?

হাজৰিকা : মোৰ 'ৰাষ্ট্ৰদূতো' জব্দ কৰা হৈছে, দত্ত।

মানিক দত্ত : হ'ব পাৰে। 'যুগবাণী' জব্দ কৰা আৰু 'ৰাষ্ট্ৰদূত' জব্দ কৰাৰ মাজত পাৰ্থক্য আছে।

বিষয়া : মিঃ দত্ত, সাংবাদিকতা কাৰোবাৰ খেয়াল-খুচীত নচলে। সাংবাদিকতাই যদি সমাজবিৰোধী, শান্তিভঙ্গ কাৰ্য্যৈতক প্ৰৰোচিত কৰে আইনসঙ্গত ভাৱেই তাক জব্দ কৰিব লাগিব। আপুনি অৱশ্যে সামৰ্থ থাকিলে মোকৰ্দমা কৰিব পাৰে।

মানিক দত্ত : কি কৰিব লাগিব বা নালাগিব সেই সিদ্ধান্ত অৱশ্যে মই নিজেই লম। পৰামৰ্শৰ বাবে ধন্যবাদ।

বিষয়া : সিদ্ধান্ত আৰু কি ল'ব। দল পকাব। ৰাজনীতি কৰিব। সাংবাদিকবোৰক উচটাই চিঞৰ-বাখৰ কৰিব, নহয় জানো?

মানিক দত্ত : আপুনি সাংবাদিকৰ সন্মান ৰাখি কথা ক'লে ভাল পাম।

বিষয়া : সন্মান! সন্মানিত জনক যথাযোগ্য সন্মান জনাব আমি জানো মিঃ দত্ত। নবীন হাজৰিকাই সেই সন্মান পাইছে, সেই কথা আপুনি নজনা নহয়।

মানিক দত্ত : উপঢৌকন বা তোষামোদ মোক নালাগে। মই নজনা নহয় যে ৰজাই ভাল দেখে যাক, হাতী-ঘোঁৰাও নালাগে তাক। কিন্তু ৰজাই ভাল দেখা সন্মানিতজনৰ কাকতো কিয় জব্দ কৰা হ'ল, সেই ৰহস্যটো মুকলিকৈ ক'বনে?

বিষয়া : আপুনি আপোনাৰ সতীৰ্থ এজনক অপমান কৰাৰ স্পৰ্দ্ধা দেখুৱাইছে।

হাজৰিকা : হয়, মোক আপুনি অপমান কৰিছে।

*(ইতিমধ্যে বিষয়াই টেলিফোন ডায়েল্ কৰিব।)*

মানিক দত্ত : আপুনি যি ৰাজকীয় সন্মান ইতিমধ্যেই লাভ কৰিছে, মোৰ নিচিনা নিকৃষ্ট সাংবাদিকে কৰা অপমানে তাক লঘু কৰিব নোৱাৰে।

বিষয়া : *(ফোনত)* হেল', অ'-চি নেকি? মই 'ৰাষ্ট্ৰদূত'ৰ কাৰ্য্যলয়ত আছোঁ। মোক কেইজনমান মানুহ লাগে। হয়, এতিয়াই। *(ফোন থয়। মানিক দত্তলৈ চাই)*

মিঃ দত্ত, মই আপোনাক স্পষ্টভাৱে সুধিব খুজিছোঁ, আপুনি পোন বাট ল'বনে নলয়?

মানিক দত্ত : যি বাটেই নলওঁ কিয়, কাৰোবাৰ হুকুমত নিশ্চয় নলওঁ আৰু আপুনিও জানি থোৱা ভাল যে লেকাম লগাই টানি লৈ ফুৰিবলৈ দেশৰ সকলো সংবাদ পত্ৰই 'ৰাষ্ট্ৰদূত' নহয় আৰু সকলো সংবাদিক নবীন হাজৰিকা নহয়।

হাজৰিকা : মিঃ দত্ত, সাংবাদিকে সাংবাদিকৰ সন্মান ৰক্ষা কৰি কথা কোৱা উচিত।

মানিক দত্ত : মই আপোনাক সন্মান কৰোঁ। কিন্তু ৰজাই যদি মোক সন্মান জনোৱাৰ যোগ্য ব্যক্তি বুলি নিৰ্বাচন কৰে, সেয়া মোৰ বাবে চৰম দুৰ্ভাগ্যৰ কথা বুলি মই গণ্য কৰিম।

হাজৰিকা : আপোনাৰ ঈৰ্ষা হৈছে?

মানিক দত্ত : ঈৰ্ষা? ৰজাৰ ঐশ্বৰ্যক মগনীয়াই ঈৰ্ষা কৰা শুনিছে?



বিষয়া : ৰজাৰ ঐশ্বৰ্যক বিপ্লৱীয়ে ঈৰ্ষা কৰে। উপাৰ্জন কৰাৰ নিজৰ যোগ্যতা নাথাকিলে বিপ্লৱী সাজি লুটি ল'বলৈ ৰাইজক উচটায়।

মানিক দত্ত : চাওক, আমাৰ বোধকৰোঁ সাংবাদিকতাক লৈহে মতবিৰোধ হৈছে।

হাজৰিকা : হয়, আপুনি কিন্তু ব্যক্তিগতভাৱে মোক আক্ৰমণ কৰিছে।

মানিক দত্ত : কাৰণ আপোনাৰ মোৰ মাজত সংঘাত আজিৰ সংবাদ জগতৰ দুটা শিবিৰৰ মাজৰ সংঘাত। এটা ৰজাঘৰীয়া আৰু আনটো প্ৰজাঘৰীয়া।

বিষয়া : সেই শিবিৰ দুটাৰ মাজৰ ব্যৱধান নোহোৱা কৰি এটা কৰিব লাগিব।

মানিক দত্ত : হয়, এটা কৰিব লাগিব।

বিষয়া : এটা মানে আমাৰটোলৈ আনিব লাগিব।

মানিক দত্ত : অসম্ভৱ! সাংবাদিক মানিক দত্তই ৰাইজৰ বাহিৰে কাৰোৰে ওচৰত আঁঠু লবলৈ শিকা নাই।

বিষয়া : শিকোৱা হ'ব, বাধ্য কৰোৱা হ'ব।

মানিক দত্ত : হ'ব পাৰে। কাৰণ আপোনাৰ হাতত ক্ষমতা আছে।

হাজৰিকা : কথাৰ গুৰি তাতেইতো! বাধ্যত পৰিব লাগিব।

মানিক দত্ত : দাসত্বকেই মই আটাইতকৈ ঘৃণা কৰোঁ।

বিষয়া : আপোনাৰ কাকত জব্দ কৰা হ'ব।

মানিক দত্ত : ইতিমধ্যে কৰা হৈছেই।

বিষয়া : News Print-ৰ যোগান বন্ধ কৰা হ'ব।

মানিক দত্ত : জানো।

হাজৰিকা : চেঞ্চৰ কৰা হ'ব।

মানিক দত্ত : স্বাভাৱিক।

বিষয়া : ছপাশালত তলা আঁৰি দিয়া হ'ব।

মানিক দত্ত : আন বহুতকেই তেনে কৰা হৈছে। মই একো ব্যতিক্ৰম নহওঁ। সেইবোৰ কৰিবলৈ মোৰ অনুমতিৰ নিশ্চয় প্ৰয়োজন নাই। আপোনাৰ ক্ষমতা আপুনি প্ৰয়োগ কৰক, মই আহিছোঁ। *(মানিক দত্ত বাঁও পিনে যাব খোজে।)*

বিষয়া : মিঃ দত্ত, সেইফালে আপোনাৰ পথ বন্ধ।

*(মানিক দত্ত সোঁফালে যাব খোজে।)*

হাজৰিকা : সেইফালেও বন্ধ নেকি?

মানিক দত্ত : অ' বুজিলোঁ, মই তেনেহ'লে এতিয়া ৰাইজৰ মাজলৈকে যাব লাগিব। ৰাইজ—
*(লগে লগে বিষয়াই হাঁহি দিয়ে।)*

বিষয়া : চাৰিওফালে আপোনাৰ পথ বন্ধ। আপুনি এতিয়া আমাৰ সীমাৰ মাজৰ পৰা ওলাই যাবলৈ চেষ্টা কৰি লাভ নাই।

*(মানিক দত্তই দৰ্শকলৈ মুখ কৰি হাতদুখন চপাই আনি দুইহাত শৃঙ্খলিত হোৱাৰ দৰে থাকিব। লাহে লাহে শৃঙ্খলিত দুহাত ওপৰলৈ তুলি ধৰিব। ফ্ৰিজ্।)*

**—দৃশ্যান্ত—**

## পঞ্চম দৃশ্য

নামতী : ৰাইজ, এয়া আদালতৰ বিচাৰ কক্ষ। সাংবাদিক মানিক দত্তক বিচাৰৰ বাবে আদালতলৈ অনা হৈছে।

*(বিষয়া সোমাই আহি বিচাৰকৰ ভূমিকাত চকীত বহিব। হাজৰিকাই উকীলৰ ভূমিকাত বিচাৰকৰ একাষে আহি থিয় দিব।)*

সাংবাদিক মানিক দত্ত হা-জি-ৰ।

*(এজন আৰক্ষীসহ মানিক সোমাই আহি মঞ্চৰ একোণত কাঠগড়াত থিয় দিয়াৰ ভংগিত থিয় দিব। নামতীৰ প্ৰস্থান।)*

হাজৰিকা : মিঃ দত্ত, আপোনাক কিয় গ্ৰেপ্তাৰ কৰি এই কাঠগড়াত থিয় কৰোৱা হৈছে নিশ্চয় জানে।

মাঃ দত্ত : নাজানো। মোক গ্ৰেপ্তাৰৰ কোনো কাৰণ দৰ্শোৱা হোৱা নাই। মোৰ দোষ কি কোৱা হোৱা নাই। মই নিজে কোনো অপৰাধ কৰাৰ কথা নাজানো।

হাজৰিকা : যোৱা ৯ তাৰিখে নগৰত যিটো প্ৰতিবাদী সমদল ওলাইছিল আপুনিয়েই তাৰ নেতৃত্ব বহন কৰিছিল বুলি আপোনাৰ ওপৰত অভিযোগ অনা হৈছে। কেৱল নেতৃত্বই নহয়, ১৪৪ ধাৰা ভঙ্গ কৰি সেই কাৰ্যসূচী ৰূপায়ণ কৰাৰ সমস্ত পৰিকল্পনাৰ গুৰি ধৰিছিল আপুনি।

মাঃ দত্ত : মই কোনো সন্থা বা পৰিষদৰ নেতা হোৱা বাদেই, সদস্যও নহওঁ। মই জনাত সেইদিনাৰ সমদলটো একাধিক অনুষ্ঠানৰ যৌথ সমদল আছিল। এয়া মোৰ ওপৰত ইচ্ছাকৃত আৰু মনেসজা অভিযোগ অনা হৈছে।

হাজৰিকা : সমদলত তেনেহ'লে আপুনি যোগ দিছিল?

মানিক দত্ত : মই এজন সাংবাদিকহে। নাগৰিকসকলৰ সেই দিনাৰ সেই বিশেষ কাৰ্যসূচীৰ সংবাদ সংগ্ৰহ কৰিবলৈ মই তাত উপস্থিত আছিলোঁ।

হাজৰিকা : আপুনি সমদলত অংশ গ্ৰহণ কৰিছিল।

মানিক দত্ত : সমদল যাত্ৰা এটা স্থিৰ কাৰ্যসূচী নহয়। নিৰ্দিষ্ট এডোখৰ ঠাইত সমদল যাত্ৰা অনুষ্ঠিত নহয়। ই ৰৈ নাথাকে, গৈ থাকে। পৰিভ্ৰমণ কৰে।



হাজৰিকা : আপোনাক যি সুধিছোঁ, তাৰ উত্তৰ দিয়ক। আপুনি সমদল যাত্ৰাৰ যি সংজ্ঞা ব্যাখ্যা দাঙি ধৰিছে, তাৰ লগত আপুনি অংশ গ্ৰহণ কৰা নকৰাৰ সম্পৰ্ক কি?

মানিক দত্ত : সমদল এটা যিহেতু গৈ থাকে মই সাংবাদিক নিৰ্দিষ্ট এঠাইত ৰৈ থকাৰ কোনো অৰ্থ নাই। মই তাক অনুসৰণ কৰিবই লাগিব। তাকে যদি অংশ গ্ৰহণ কৰা বুলি আপুনি ক'বলৈ বিচাৰে, মোৰ ক'বলৈ একো নাই।

হাজৰিকা : চাওক, সমদল যাত্ৰাত অংশ গ্ৰহণ কৰা প্ৰতিজন মানুহেই সমদলটোক অনুসৰণ কৰে। আপুনিও কৰিছিল।

মানিক দত্ত : হয়, কিন্তু সাংবাদিক হিচাপে।

হাজৰিকা : সংবাদ সংগ্ৰহৰ বাবে আপুনি সমদলত অংশ গ্ৰহণ কৰিব লাগে কিয়?

মানিক দত্ত : ৰাইজৰ সংবাদ জানিবলৈ হ'লে ৰাইজৰ মাজলৈ সোমাবই লাগিব।

হাজৰিকা : ৰাইজৰ মাজলৈ সোমাবই লাগিব। Your honour, আচামীয়ে স্বীকাৰ কৰিছে যে তেখেতে সমদল যাত্ৰাটোত অংশ গ্ৰহণ কৰিছিল। সমদলকাৰী বিপ্লৱী ৰাইজৰ মাজত সোমাইছিল। অৰ্থাৎ তেখেতৰ ভূমিকা নিৰপেক্ষ নাছিল। তেখেতে দেখদেখকৈ বিপ্লৱী ৰাইজৰ পক্ষ লৈছিল।

মানিক দত্ত : হয়, মই ৰাইজৰ পক্ষত। 'নিৰপেক্ষতা'ৰ অৰ্থ মই 'সুবিধাবাদ' বুলি বুজোঁ।

হাজৰিকা : গতিকেই আপোনাৰ সাংবাদিকতা একপক্ষীয় হ'বলৈ বাধ্য। ৰাইজৰ মাজত সোমাই ৰাইজক উচটাই ৰাইজৰ আন্দোলনৰ নেতৃত্ব বহন কৰাই আপোনাৰ উদ্দেশ্য আছিল।

মানিক দত্ত : সাংবাদিক হিচাপে সঁচা সংবাদ সংগ্ৰহ কৰিবলৈ মই যত্ন কৰিছিলোঁ দূৰৈৰ পৰা বাইন'কুলাৰেৰে নাচাই ওচৰৰ পৰা ঘটনাৰ বুজ ল'বলৈ যত্ন কৰিছিলোঁ।

হাজৰিকা : সংবাদ সংগ্ৰহ নহয়, সংবাদ সৃষ্টি কৰাহে আপোনাৰ উদ্দেশ্য আছিল। সংবাদ সংগ্ৰহ কৰিবলৈ চোৰৰ লগত চোৰ হোৱাৰ; দস্যুৰ লগত দস্যু হোৱাৰ, বিপ্লৱীৰ লগত বিপ্লৱী হোৱাৰ নজিৰ সংবাদ জগতত বিৰল। আপুনি যে সমদলত যোগ দিয়া নাছিল তাৰ উপযুক্ত প্ৰমাণ সাক্ষী-বাদী আছে?

মানিক দত্ত : নাই। সিবিলাকৰ প্ৰয়োজন নাই।

হাজৰিকা : আত্মপক্ষ সমৰ্থনৰ বাবে আপোনাৰ ক'বলগীয়া আছে?

মানিক দত্ত : নাই। তাৰো প্ৰয়োজন নাই। বৰং আপোনাৰ হাতত সমদলত মোৰ উপস্থিতিৰ Photo মজুত আছে বুলি মই জানো।

হাজৰিকা : Your honour, আচামী যে অপৰাধী তাত সন্দেহ নাই। আচামীৰ নিজৰ স্বীকাৰোক্তিৰ পাচত আদালতক অধিক সাক্ষ্য প্ৰমাণৰ নিশ্চয় প্ৰয়োজন নাই।

বিষয়া : সাংবাদিকতাৰ অজুহাতত সৰ্বসাধাৰণ নিৰীহ ৰাইজক প্ৰৰোচিত কৰি আইন-শৃঙ্খলা ভঙ্গ কৰা, চৰকাৰ বিৰোধী কাৰ্যকলাপত ৰাইজক সংগঠিত আৰু সমাবেশিত কৰা আৰু শান্তিপূৰ্ণ নাগৰিক জীৱনত অস্থিৰতা সৃষ্টি কৰিবলৈ চেষ্টা কৰাৰ অপৰাধত

সাংবাদিক মানিক দত্তক দোষী সাব্যস্ত কৰা হ'ল আৰু অপৰাধৰ দণ্ড স্বৰূপে আদালতে তেওঁক......*(মুকাভিনয়ত ঘোষণা চলি থাকিব। ক্ৰমে পোহৰ স্তিমিত হ'ব। পোহৰ পুনৰ উজ্জ্বল হ'লে মঞ্চত বিষয়া আৰু হাজৰিকাক কথা পাতি থকা দেখা যাব।)*

বিষয়া ঃ হাজৰিকা, 'যুগবাণী'ৰ কঁকাল ভাঙি দিয়া হ'ল। ৰাষ্ট্ৰদূতে কিন্তু বজাৰ গৰম কৰি তুলিছে দেই।

হাজৰিকা ঃ এয়া সকলো আপোনাৰেই কেৰামতি, ছাৰ।

বিষয়া ঃ মোৰ কেৰামতি? তেনেহ'লেচোন পুৰস্কাৰটো মইহে পাব লাগিছিল।

হাজৰিকা ঃ একেই কথা ছাৰ, আপুনিয়েই দিছে, প্ৰয়োজন হ'লে আপুনিয়েই পুনৰ লৈ যাব। আপোনাৰেই বস্তু, মই নিমিত্ত মাত্ৰ।

বিষয়া ঃ চাওক হাজৰিকা, সংবাদ আৰু সাংবাদিকতা এতিয়া একপ্ৰকাৰ নিয়ন্ত্ৰিত। কিন্তু সেই যে বৰাগীটো, গান গাই গোটেইখন তাল-ফাল লগাইছে, তাৰ গানে কিন্তু 'যুগবাণী'ৰ সুৰতেই কথা ক'বলৈ লৈছে। কথাটো মন কৰিছেনে?

হাজৰিকা ঃ অ' নৰেন বৰাগীৰ কথা কৈছে? তাক পিছে ৰাইজে বৰ ভাল পায়। তাৰ গান শুনিবলৈ হিলদল ভাঙি গাঁও-চহৰ উজাৰি মানুহ আহে। ভাল গায়ো পিছে। সুন্দৰ গায় দিয়ক। তাৰিফ নকৰি নোৱাৰি। মোৰ ৰাইফেতো---।

বিষয়া ঃ মনে মনে থাকক। আপোনাৰ কাকতত কিন্তু তাক লৈ তাৰিফ চাৰিফ কৰিবলৈ নাযাব।

হাজৰিকা ঃ সেইখিনিতেইতো মস্কিল। তাক কিছু তাৰিফ নকৰিলে মোৰ কাকত কোনোবাই পঢ়িব বুলিছে? সি তাৰ গানেৰে মানুহবোৰক, এই বিপ্লৱীবোৰক একেবাৰে মায়া কৰি থৈছে। আপোনাক কৈছোঁ, সংসাৰৰ কাকতবোৰে তাক লৈ ভাল ব্যৱসায় চলাইছে। আৰু মই আপোনালোকৰ green signal নোপোৱাৰ বাবেই হাত-ভৰি কোঁচাই বহি আছোঁ।

বিষয়া ঃ কাৰণ আমাৰ সাংবাদিকতাত আপুনি এতিয়াও দক্ষ হৈ উঠা নাই। এটা কাম কৰক, বৰাগীৰ ওপৰত ৰাষ্ট্ৰদূতৰ এটা Special issue, মানে বিশেষ সংখ্যা উলিয়াওক।

হাজৰিকা ঃ কথা নাই বাৰ্তা নাই বিশেষ সংখ্যা?

বিষয়া ঃ উপলক্ষ্যৰ অভাৱ হোৱা নাই। তাৰ জন্মৰ দিনটো কেতিয়া খবৰ কৰক। খবৰ কৰক তাৰ বয়স ২৫ নে ৫০, নে ৭৫। কিবা এটা জুবিলি হৈ যাব পাৰে, ঠিক নাই। নহ'লে সাংস্কৃতিক আলোচনী এখনকে উলিয়াবলৈ লওক, সি প্ৰথম সংখ্যাটো উন্মোচন কৰিব। লওক, তাৰ জন্মদিনতে লওক।

*(হাজৰিকাই বেঙাৰ দৰে মুখ মেলি বিষয়ালৈ চাই থাকে।)*

কি? ভেবা লাগি কি চাই আছে ? ধুমধামকৈ কিবা এটা পাতি দিয়ক। সেইদিনাই তাক সঙ্গীত কোঁৱৰ, সুধা কণ্ঠ, জনশিল্পী জাতীয় কিবা এটা উপাধি ঘোষণা কৰি দিয়ক। কি ভাবিছে? টকা? কিমান লাগিব? বাজেট বনাওক। আপোনাৰ Special



issue ৰ বাবে কিমান বিজ্ঞাপন লাগিব। মই দায়িত্ব লৈছোঁ, এই ফোনটোৰেই এঘণ্টাত সেই কাম মই কৰি দিম। আজিৰ পৰাই কাম আৰম্ভ কৰি দিয়ক। মই আহিছোঁ।

*(বিষয়া যায়। বিষয়াৰ যোৱাৰ ফালে হাজৰিকাই মুখ মেলি চাই থাকে। পোহৰ ক্ৰমে স্তিমিত হৈ আহে।)*

## ষষ্ঠ দৃশ্য

নামতী ঃ ৰাইজ, চৌপাশে জুমুৰি দি আহিছে সংঘাতৰ বাতৰি। সংঘাত, সংঘৰ্ষ, জয়-পৰাজয়ৰ বাতৰি। সংঘাত আদৰ্শ প্ৰতিষ্ঠা আৰু আদৰ্শ ভ্ৰষ্টতাৰ মাজত, সংঘাত ৰজা আৰু প্ৰজাৰ মাজত। সংঘাত 'যুগবাণী' আৰু 'ৰাষ্ট্ৰদূত'ৰ মাজত, নবীন হাজৰিকা আৰু মানিক দত্তৰ মাজত। তীব্ৰ সংঘাত মানিক দত্তৰ পৰিয়ালৰ মাজতো। মানিক দত্তৰ পৰিবাৰ পূৰ্ণিমা আৰু ৰজাঘৰৰ মাজৰ সংঘাতৰ খবৰেই আপোনালোকলৈ কঢ়িয়াই আনিছোঁ। *(প্ৰস্থান)।*

*(চুচুক-চামাককৈ এম-এল-এ ৰবীন চৌধুৰী সোমাই আহে। একোবাৰ ভিতৰলৈ, একোবাৰ বাহিৰলৈ চায়, গলহেকাৰি দিয়ে। ভিতৰৰ পৰা কণল'ৰা সোমাই আহি থমকি ৰৈ যায়।)*

চৌধুৰী ঃ তুমি?

কণল'ৰা ঃ মোৰ নাম কণল'ৰা।

চৌধুৰী ঃ কণ ল'ৰা। তোমাক ক'ৰবাত দেখা দেখা যেন লাগিছে।

কণল'ৰা ঃ মই কিন্তু আপোনাক দেখিছোঁ। বাইদেউৰে- ময়ে দত্ত ককাইদেউক দেখা কৰিবলৈ যাওঁতে কাৰাগাৰতে আপোনাক দেখা পাইছিলোঁ। আপুনি এম. এল. এ চাহাব নহয় জানো?

চৌধুৰী ঃ কেলেই নহয়। পিছে তোমাৰ বাইদেৱেৰা আছে নে নাই?

কণল'ৰা ঃ আছে, তেখেতৰ গা-মন ভাল নহয়।

চৌধুৰী ঃ নহ'বই। নোহোৱাৰে কথা। মানুহজন জেলত সোমাই আছে। ব্যৱসায়ো বন্ধ। গা-মন ভালে থাকে কেনেকৈ, হুঁ? তুমিনো পিচে Mr. Dutta--ৰ কি হোৱাঁ?

কণল'ৰা ঃ মই দত্ত ককাইদেউৰ Press ত কাম কৰোঁ। যুগবাণী ছপা কৰাৰ পৰা সকলোবোৰ কামকে কৰোঁ।

চৌধুৰী ঃ এতিয়াতো পিচে Press বন্ধ। এতিয়া কি কৰিছা? তোমাৰো চাগৈ গা-মন ভাল নহয়?

কণল'ৰা ঃ নহ'বৰে কথা, আপোনালোকৰ গা-মন যেতিয়া আনন্দত সাতখন-আঠখন লাগে, আমাৰবোৰৰ তেতিয়া ইচাট-বিচাট লাগিবই।

চৌধুৰী : আও, তুমিচোন বেচ কথা ক'ব জানা। হেৰা তোমালোকৰ কষ্টৰ কথা শুনিহে আহিছোঁ বুজিছা?

কণল'ৰা : মানে আমাৰ কষ্ট চাই মন জুৰ পেলাবলৈ আহিছে, নহয়নে?

চৌধুৰী : তেনেকৈনো কেলেই কোৱাঁ। আমাৰ 'ৰাষ্ট্ৰদূত' কাকতত এতিয়া ঢেৰ মানুহ লাগে। তুমিচোন তাতেই সোমাব পাৰা। তুমিতো বেচ প্ৰেছৰ কাম জনা মানুহ।

কণল'ৰা : মোৰ কাৰণে আপুনি ইমানকৈ ভবাৰ কাৰণটোহে নুবুজিলোঁ।

চৌধুৰী : নুবুজিবলৈ কিটো আছে। তোমালোক, মানে ৰাইজৰ জোৰতেই মই আজি বিধায়ক হ'ব পাৰিছোঁ। তোমালোকৰ দুখৰ দিনত, বিপদৰ সময়ত মই যদি সহায় অকণমান কৰিব নোৱাৰোঁ,মই কিহৰ বিধায়ক হে? তোমালোকেই বা সদায় বিধায়ক কৰি ৰাখিবা কেলেই?

কণল'ৰা : আই ঔ! কি শুনিছোঁ এইবোৰ। এনেকৈও ভবা মানুহ পৃথিৱীত আছে নে? মোবচোন কিবা সপোন সপোন যেনহে লাগিছে পাই!

চৌধুৰী : শুনা। তোমাৰ দত্ত ককাইদেউক মুকলি কৰি দিয়াৰ আমি ব্যৱস্থা কৰিছোঁ। মই সেই কাৰণেই ইয়ালৈ আহিছোঁ।

কণল'ৰা : দত্ত ককাইদেউক মুকলি কৰি দিব? কেলেই? হঠাতে মন কুমলিল যে? তেখেতে আপোনালোকৰ মন যোগাব পৰাকৈ কিবা কৰিলে নেকি?

*(ভিতৰৰ পৰা পূৰ্ণিমাৰ মাত—কণল'ৰা!)*

কণল'ৰা : বাইদেউ! *(সোমাই যায়।)*

*(চৌধুৰীয়ে জেপৰ পৰা ইতিমধ্যে উলিয়াই লৈ জ্বলাব খোজা চিগাৰেটটো লৰালৰিকৈ পুনৰ জেপত ভৰাই থয়। তেওঁ সন্ত্ৰস্ত হয়। পূৰ্ণিমা খপ-জপকৈ ওলাই আহি চৌধুৰীক দেখি ৰৈ যায়।)*

চৌধুৰী : মিছেচ দত্ত!

পূৰ্ণিমা : আপুনি?

চৌধুৰী : চিনি পাইছেনে?

পূৰ্ণিমা : পাইছোঁ। আপোনাৰ দৰে ব্যক্তিক পাহৰি যোৱা মানে নিজকেই প্ৰৱঞ্চনা কৰা।

চৌধুৰী : আপুনি খং কৰিছে নেকি বাৰু ? মই এটা বিশেষ কথাৰ আলোচনাৰ বাবেহে আপোনাৰ ওচৰলৈ আহিছোঁ।

পূৰ্ণিমা : তেখেতে, মানে মিঃ দত্ত আপোনালোকৰ জিম্মাতে আছে। আকৌ মোৰ ওচৰত আপোনাৰ কাম কি?

চৌধুৰী : মিছেচ দত্ত, মিঃ দত্ত আমাৰ জিম্মাত আছে সঁচা, কিন্তু তেখেতক হাৰাশাস্তি দিয়াৰ, জুলুম কৰাৰ অভিপ্ৰায় আমাৰ নাই। সামান্য কেইটামান চৰ্ত তেখেতে মানি ল'লেই আমি গোটেই বিষয়টো আজিয়েই, মানে এতিয়াই নিষ্পত্তি কৰি পেলাব পাৰোঁ। কিন্তু



তেখেতে আকোঁৰগোজ দি লাগিল যি লাগিলেই। মই জানো, তেখেতক আপুনি বুজালে বুজিব। মোৰ গভীৰ বিশ্বাস, তেখেতক বুজনি দিব পৰা আপুনিয়েই একমাত্ৰ বিশ্বস্ত ব্যক্তি। মই সেইবাবে আপোনাক অনুৰোধ কৰিবলৈ আহিছোঁ।

পূৰ্ণিমা : মিঃ দত্ত, নিজৰ আদৰ্শত আকোঁৰগোজেই। মই বুজালেও কামত নাহিব।

চৌধুৰী : চাওক মিছেচ দত্ত। মিঃ দত্ত এজন প্ৰতিভাবান ব্যক্তি। অসমৰ প্ৰগতিশীল বুদ্ধিজীৱীসকলৰ তেখেত অন্যতম। আমি তেখেতৰ প্ৰতিভাৰ উচিত বিকাশ বিচাৰোঁ। তেখেত আমাৰ মাজলৈ আহক। কিয় অনৰ্থক নিজৰ বাটত জেং পেলাই লৈছে বাৰু? কাৰ লাভ হ'ব তাৰ পৰা? আপুনি তেখেতক কথাবোৰ বুজালেই হ'ব। *(ক্ষন্তেক ৰয়।)*

আপুনি পাৰিব মিছেচ দত্ত। মই জানো আপোনাৰ কিমান কষ্ট হৈছে। ল'ৰা-ছোৱালীৰ কষ্ট, ঘৰৰ মানুহজনৰ কষ্ট কোনো মাক বা পৰিবাৰে সহ্য কৰিব নোৱাৰে।

পূৰ্ণিমা : মই নিৰুপায়। মই একো ভাবিব নোৱাৰা হৈছোঁ। আপুনি এতিয়া যাওক।

চৌধুৰী : আপুনি যে অসহায় বোধ কৰিছে, মই বুজিছোঁ। আপোনাকনো বেছি কি ক'ম। চাওক, চাওক এইখন চেক্ বহী মই লৈ আহিছোঁ। মই আপোনাৰ কষ্ট উপলব্ধি কৰিছোঁ। তথাপি ঘপকৈ চেক্ এখন আপোনাক দিবলৈকো মোৰ সাহস হোৱা নাই। কিজানি আপুনি অপমান বোধ কৰে।

পূৰ্ণিমা : আপুনি মোক প্ৰলোভন নেদেখুৱাব।

চৌধুৰী : ছিঃ ছিঃ আপুনি তেনেকৈ কিয় কৈছে? প্ৰলোভন দেখুৱাৰ কথা কেনেকৈ আহিব পাৰে। চাওক মিছেচ দত্ত, মই মিঃ দত্তক ভাল পাওঁ, ভক্তি কৰোঁ। কিন্তু কি কৰিব। অনিচ্ছা সত্ত্বেও আমি কিছুমান ব্যৱস্থা ল'বলৈ বাধ্য। আপুনিও চলক, আমিও চলো। আমি অসমীয়াই অসমীয়াৰ কথা নাভাবিলে কেনেকৈ হ'ব?

পূৰ্ণিমা : আপোনালোকে ইমান কষ্ট দিছে কিয় মোক? কি দোষ কৰিলে তেখেতে? তেখেততো চোৰ নহয়, ডকাইত নহয়, সন্ত্ৰাসবাদী, চোৰাং কাৰবাৰী নহয়?

চৌধুৰী : কি কৰিব মিছেচ দত্ত, আমিও ৰাইজৰ সেৱকহে। আমাৰো হাত-ভৰি বন্ধা। ৰাইজেই ৰজা, ৰজাই বিচৰামতে কাম নকৰিলে মোৰ পৰিবাৰেও আপোনাৰ দৰেই কষ্ট ভোগ কৰিব নালাগিব জানো? আপুনি তেখেতক বুজাওক। চাওকচোন নবীন হাজৰিকাৰ এতিয়া কি জয়জয়-ময়ময় অৱস্থা। পা-পৰিয়াল থকা এজন সাংসাৰিক মানুহৰ কাম আৰু আদৰ্শ তেনে হোৱাহে উচিত।

পূৰ্ণিমা : মই বুজাব নোৱাৰিম। আপুনি মোক নধৰিব।

চৌধুৰী : আপুনি বুজাবই লাগিব। আপোনাৰ বাহিৰে আনৰ দ্বাৰা এই কাম সম্ভৱ নহয়। আপুনি ভাবক। মই সময় দিলোঁ। আপুনি যদি বেয়া নাপায়, এই চেক্‌খন ৰাখক। মই একেবাৰে ব্যক্তিগতভাৱে আপোনাৰ শুভাকাংক্ষী হিচাপে দিছোঁ।

পূৰ্ণিমা : নাই, মই ৰাখিব নোৱাৰিম। মই ভাবি চাব লাগিব।

চৌধুৰী ঃ বেচ, বেচ, আপুনি বাৰু ভাবি-চিন্তি চাওক। মই আকৌ বোলো আপোনাৰ কিবা সহায় হয়েই কিজানি। (ক্ষন্তেক ৰৈ) মই তেনেহ'লে আকৌ এবাৰ আহিম?

পূৰ্ণিমা ঃ মই একো কথা দিব নোৱাৰোঁ।

চৌধুৰী ঃ ঠিক আছে, ঠিক আছে। মই বুজি পাইছোঁ। এই অৱস্থাত আপোনাৰ মনৰ স্থিৰতা নথকাই স্বাভাৱিক। মই আহিছোঁ .তেনেহ'লে। *(যাবলৈ উদ্যত হৈ পুনৰ ঘূৰি আহি)* অ' ৰাষ্ট্ৰদূতৰ বাবে বোলে Proof reader এগৰাকী লাগে আপুনি দেখোন apply কৰি চাব পাৰে। চাবলৈ নাই, আপুনি ক'লেই হ'ল। আমাৰ নবীন হাজৰিকাহে।

পূৰ্ণিমা ঃ মই এতিয়া একো ক'ব নোৱাৰোঁ।

চৌধুৰী ঃ বাৰু বাৰু, মই এতিয়া আহোঁ তেনেহ'লে। *(যায়)*

(পূৰ্ণিমাৰ ওপৰত পোহৰ কেন্দ্ৰীভূত হ'ব। off voice ত পূৰ্ণিমাৰ কণ্ঠত উচ্চাৰিত হ'ব)

মই তেনেহ'লে এতিয়া কি কৰিম? সুযোগ গ্ৰহণ নে তিলতিল মৰণ? আদৰ্শবান মূৰ্খ হম নে আদৰ্শভ্ৰষ্ট বুদ্ধিমান হম? কোনে মোক বাট দেখুৱাই ক'ব—এই পথেই আচল পথ, মানুহৰ পথ, ইতিহাসে দেখুৱাই যোৱা পথ।

*(পোহৰ স্তিমিত হৈ আহি মঞ্চ আন্ধাৰ হয়।)*

## সপ্তম দৃশ্য

নামতী ঃ বুৰঞ্জীয়ে কোৱা কথাই সঁচা। ৰাইজৰ বাতৰি পদ-ঘোষা-জনগীতৰ কথাই কথাই, চাৰণ কবিৰ কণ্ঠই, লাও টোকাৰী, বৰাগীৰ গীতেৰে ৰাইজে যুগে যুগে পাই আহিছে। আজিও বৰাগীয়ে গীত জুৰিয়েই আছে আজিৰ বতৰাৰে, আজিৰ সুৰেৰে, আজিৰ কথাৰে। যুগবাণীৰ কণ্ঠ, সাংবাদিক মানিক দত্তৰ কণ্ঠৰুদ্ধ, কিন্তু বৰাগীৰ কণ্ঠ?

*(নেপথ্যত বৰাগীৰ কণ্ঠৰ গীত শুনা যাব। নামতীৰ সংলাপৰ মাজতেই যন্ত্ৰ সঙ্গীতত গীতৰ সুৰ খীণ স্বৰত বাজি থাকিব। নামতীয়ে নেপথ্যলৈ কাণ পাতি গীত শুনিব। গীতটোৰ দুটা কলি পৰিবেশনৰ অন্তত তৃতীয় কলিটো গাই গাই বৰাগীয়ে মঞ্চত প্ৰৱেশ কৰিব।)*

গীত

সিহঁতে নিদিয়ে গাবলৈ
জুই সুৰীয়া গান,
আমাৰ গানত উঠে জাগি
নিষ্পেষিতৰ সুপ্ত প্ৰাণ।
আমাৰ গান।।



ভয় সিহঁতৰ হেৰাব বুলি
অৰ্থ আৰু ক্ষমতাৰ বল,
আমি হেৰুৱালে হেৰুৱাম মাথোঁ
দুভৰিৰ শৃঙ্খল;
সেয়েহে সিহঁত আমাৰ গানত
সন্ত্ৰাসিত কম্পমান।
আমাৰ গান।।
আমাৰ বাবে সিহঁতে নমায়
এন্ধাৰৰ সন্ত্ৰাস,
আমাৰ আছে ইতিহাসে দিয়া
পোহৰৰ আশ্বাস;
সেয়েহে আমাৰ পোহৰৰ গান
সিহঁতৰ ঘোৰ অপমান।
আমাৰ গান।

নামতী ঃ বৰাগী।

বৰাগী ঃ অ' নামতীচোন।

নামতী ঃ ৰাইজৰ বাতৰি পাইছানে বৰাগী?

বৰাগী ঃ পাইছোঁ। পাই গীত ৰচিছোঁ, গাইছোঁ, ৰাইজে মৰমেৰে আদৰিছে।

নামতী ঃ কাকতৰ বাতৰি পাইছানে নাই?

বৰাগী ঃ ৰাইজৰ বাতৰি পাই থাকিলেনো কাকতৰ বাতৰি কেলেই?

নামতী ঃ কাকতৰ বতৰামতে ৰাইজে বোলে তোমৰ ওপৰত খং কৰিছে। তোমাক অপৰাধী সজাইছে।

বৰাগী ঃ ৰাইজে কৰিছে জানোঁ? অপৰাধ বা কি?

নামতী ঃ ৰাইজৰ সুখ-দুখৰ লগৰী তুমি। ৰাইজৰ আজি দুৰ্দিন পৰিছে। তুমি বোলে এই দুৰ্দিনত ৰাইজৰ খবৰ লোৱা নাই?

বৰাগী ঃ মইচোন ৰাইজৰ মাজতেই আছোঁ। য'তেই নাথাকো ৰাইজৰ মনৰ খবৰ জনাই গীত গাইছোঁ।

নামতী ঃ তেনেহ'লে ৰাইজৰ ইমানটো খং কিয়?

বৰাগী ঃ ক'তা, ৰাইজৰ মাজে মাজে ঘূৰি ফুৰিছোঁ। ক'তোচোন ৰাইজক খড়্গহস্ত হোৱা দেখা নাই।

নামতী ঃ ৰাইজৰ নাম লৈ আন কোনোবাই খং কৰা নাইতো?

বৰাগী : কথা সেইটোৰেই নামতী, আৰু কি জানা, খংটোও আচলতে ৰাইজৰ ওপৰতেই। ৰাইজৰ ওপৰত খং ৰজাঘৰৰ বাদে আন আৰু কোনে কৰিব?

নামতী : পিচে খবৰ ওলাইছে, তুমি বোলে ৰাজসভা৲ে নিমন্ত্ৰণ পাইছা!

বৰাগী : ৰাইজৰ সকলো সংকটৰ সমাধান ৰাজপথতহে হয় নামতী,ৰাজসভাত নহয়। ৰাজসভাই মোক কটকী পাঠিয়াই নিমন্ত্ৰণ কৰিছে। ৰাজপথে মোক হাত বাউল দি ৰিঙিয়াই মাতিছে। মই কাৰ আহ্বানত সঁহাৰি দিয়া উচিত, মই জানোঁ।

*(টোকাৰীত টোকৰ দি দি প্ৰস্থান।)*

নামতী : তেনেহ'লে সাতোলা! চোঁ ঘৰত সোমাই থাকিব নালাগে। ওলাই আহ। *(সাতোলা সোমাই আহে।)* ৰাইজৰ যাবৰ সময় হয় এথোন। আৰু কিবা ভাও মেলিবি নেকি?

সাতোলা : ভাও মেলিবা কিহৰ? বতৰ গোমা। বতৰৰ বাতৰিও গোমা। অচিৰেই ধুমুহা এজাক আহে যেনহে পাওঁ। গতিকে ৰাইজক বহুৰাই নথৈ বাট বুলিবলৈ ক'লেহে ভাল হয় নেকি!

নামতী : ইমান আশা-ভৰষা লৈ বাট কুৰি বাই অহা ৰাইজে মাথোন চকুৰ তৃপ্তি লৈয়ে যাবগৈ নে? ৰাইজে কিবা লৈ যাওক—অলপ দায়িত্ব, অলপ চিন্তা, এবুকু আশা—কিবা অলপ!

সাতোলা : হয়, হয় সজ কৈছা। তেনেহ'লে বাতৰিৰ পিছৰ চোৰা ৰাইজক জনোৱা হওক।

নামতী : ৰাইজ মানিক দত্তৰ কি হ'ল? উচিত বিচাৰ পালেনে? চৌধুৰী আৰু পূৰ্ণিমাৰ মাজতেই বা কি চুক্তি হ'ল? এয়া তাৰেই সম্ভেদ লওক।

*(ক্ষন্তেকলৈ মঞ্চ আন্ধাৰ হ'ব। পুনৰ পোহৰ পৰিলে দেখা যাব চৌধুৰী ধীৰে স্থিৰে সোমাই আহিব। ভিতৰলৈ চাব। পূৰ্ণিমাক মাতিব—)*

চৌধুৰী : মিছেচ্ দত্ত! মিছেচ্ দত্ত!

পূৰ্ণিমা : অ' আপুনি।

চৌধুৰী : আপোনাক বেচ সুস্থিৰ যেন দেখা গৈছে, মিছেচ্ দত্ত। আপোনাৰ মনৰ অস্থিৰতা নিশ্চয় এই কেইদিনত ভালেখিনি নিৰাময় হৈছে।

পূৰ্ণিমা : হয়, মই এতিয়া সম্পূৰ্ণ সুস্থিৰ। মই স্থিৰ সিদ্ধান্তত উপনীত হ'ব পাৰিছোঁ। এতিয়া মোৰ মনত কোনো ধৰণৰ দ্বিধা নাই।

চৌধুৰী : মই ঠিকেই বুজি পাইছোঁ মিছেচ্ দত্ত। মিঃ দত্তৰ বৰ্ত্তমানৰ অৱস্থা বিশেষ চিন্তা কৰিবলগীয়া নাই। আপুনি নিশ্চয় তেখেতক সকলো কথা জেললৈ গৈ বুজাইছেই। তেখেতে আমাৰ লগত অকণমান সহযোগ কৰিলেই হয়। তেখেতক মুকলি কৰি দিবলৈ আমি প্ৰস্তুত হৈ আছোঁ।

পূৰ্ণিমা : হয়, মই জানো। তেখেতেও সেই কথা জানে।

চৌধুৰী : তাৰমানে আপুনি তেখেতক ইতিমধ্যেই সৈমান কৰাইছেই, নহয় নে?

পূৰ্ণিমা : তেখেতে মনে মনে কি ভাবি আছে মই ক'ব নোৱাৰিম। মই কিন্তু মোৰ মন বান্ধি



পেলাইছোঁ।

চৌধুৰী : তাকেইতো, তাকেইতো। ময়ো তাকেই বিচাৰিছোঁ। জানে মিছেচ্ দত্ত, নবীন হাজৰিকাৰ ওচৰলৈ Proof reader ৰ Post টোৰ বাবে অসংখ্য candidate আহিছে। কিন্তু তেখেতে এতিয়াও কাকো লোৱা নাই। আপোনাৰ বাবেই হাজৰিকাই বাট চাই আছে।

পূৰ্ণিমা : এৰা, কথাটোৰ কিবা এটা নিষ্পত্তি কৰিব লাগিব। আজিয়েই কৰিব লাগিব।

চৌধুৰী : আপোনাৰ কথা শুনি মই বৰ উৎসাহিত হৈছোঁ জানে। আপোনাক কি মিছা ক'ম, মইও এসময়ত বিপ্লৱী আছিলোঁ। অভিজ্ঞতাই মোক জ্ঞান দিলে। আপুনি তেখেতক এইবোৰ কথা বুজাব।

পূৰ্ণিমা : সকলো কথা বুজোৱা হৈ গৈছে। মই নিজেও সকলো কথা গভীৰভাৱে বুজি বাজি লৈহে মন বান্ধিছোঁ।

চৌধুৰী—ধন্যবাদ, তেনেহ'লে লওক এইখন চেক্। যৎসামান্য এটি সহায়। আপুনি যেন অপমান বোধ নকৰে।

*(পূৰ্ণিমাই চেক্‌খন লয়।)*

মই তেতিয়াহ'লে এতিয়াই, মানে আজিয়েই, মিঃ দত্তক মুকলি কৰি দিয়াৰ ব্যৱস্থা কৰিম। আপুনি চিন্তা নকৰিব।

পূৰ্ণিমা : ৰ'ব, তেখেতৰ লগত মোৰ চুক্তি হৈছে—তেখেতে তেখেতৰ বান্ধ নিজেই খুলি ল'ব। (পূৰ্ণিমাই চেক্‌খন হাতেৰে মোহাৰি চৌধুৰীৰ গাঁলৈ দলিয়াই দিয়ে)

যাওক, ওলাই যাওক আপুনি। এতিয়াই ওলাই যাওক।

চৌধুৰী : মিছেচ দত্ত, আপুনি?

পূৰ্ণিমা : মই কৈছোঁ নহয়, আপুনি এতিয়াই ওলাই যাওক। ভণ্ড, সুবিধাবাদী, স্বাৰ্থপৰ, পিশাচ, কি চাই আছে? এতিয়াই ওলাই যোৱা নাই কিয়?

*(চৌধুৰীয়ে অলৰ অচৰ হৈ একেথৰে পূৰ্ণিমালৈ চাই থাকে।)* আপুনি ওলাই যাবনে নাযায়? ভাবিছে নেকি মই এক নিঠৰুৱা, নিঃসঙ্গ, অবলা নাৰী?

চৌধুৰী : মিছেচ্ দত্ত!

পূৰ্ণিমা : মই আপোনাক ওলাই যাবলৈ কৈছোঁ।

চৌধুৰী : মই ওলাই যাম, মিছেচ্ দত্ত।

পূৰ্ণিমা : যাওক।

চৌধুৰী : যাওঁ, কিন্তু শুনক মিছেচ্ দত্ত, মোৰ ভুল হৈছিল।

পূৰ্ণিমা : মই আপোনাৰ পৰা কোনো স্বীকাৰোক্তি বিচৰা নাই। মই আপোনাক ওলাই যাবলৈ কৈছোঁ।

চৌধুৰী : মোৰ ভুল হৈছিল। আপোনাক মই সাধাৰণ এগৰাকী সম্ভ্ৰান্ত নাৰী বুলিয়েই ভাবিছিলোঁ।

পূৰ্ণিমা : আপুনি কি ক'বলৈ বিচাৰিছে?

চৌধুৰী : আপুনি যে আদৰ্শত স্থিৰ, সাহসী নাৰী মই জনা নাছিলোঁ। আপোনাৰ আচল পৰিচয় পাই মই বৰ সুখী হৈছোঁ।

পূৰ্ণিমা : আপুনি সুখী হোৱা বা দুখী হোৱাৰ বাবে মোৰ ভাবিব লগীয়া একো নাই।

চৌধুৰী : নিশ্চয়। কিন্তু এয়া মোৰ বাবে এক বিৰল অভিজ্ঞতা। মই আশা কৰিম, আপোনাৰ সাহস, দৃঢ়তা আৰু আদৰ্শ যেন চূড়ান্ত পৰিস্থিতিতো অটুট থাকে।

পূৰ্ণিমা : আশীৰ্বাদ দিছে নে উপদেশ?

চৌধুৰী : আশীৰ্বাদ বা উপদেশ দিবলৈ যোৱাটো নিশ্চয় মূৰ্খামি কৰা হ'ব। ধন্যবাদ, মই আহিছোঁ।

*(যাব খুজি পিচমুহূৰ্ত্তত ঘূৰি)*

শুনক মিছেচ্ দত্ত। নাই থাওক, মই আহিছোঁ।

*(পূৰ্ণিমাই চৌধুৰী যোৱাৰ ফালে ক্ষন্তেক চাই থাকি, দুই হাতেৰে মুখ ঢাকি বেগাই ভিতৰলৈ সোমাই যায়। মঞ্চ আন্ধাৰ হয়।)*

## অষ্টম দৃশ্য

নামতী : শ্ৰদ্ধেয় ৰাইজ, আমাৰ নাটকৰ ইয়াতেই একপ্ৰকাৰ যৱনিকা পৰিছে বুলি ক'ব পাৰি।

সাতোলা : কিন্তু আমি বৰ দুঃখিত যে আমাৰ হাতত কাহিনীৰ কোনো পূৰ্বপ্ৰস্তুত পৰিসমাপ্তি নাই।

নামতী : আপোনালোকে বাৰু কি ভাবে? বিধায়ক চৌধুৰী মানিক দত্তৰ পৰিবাৰ পূৰ্ণিমাৰ মনৰ দৃঢ়তা আৰু সততাৰ প্ৰতি সঁচাকৈয়ে শ্ৰদ্ধাশীল নে?

তই কি ভাব অ' সাতোলা। ৰাইজক এথোন তোৰ মনৰ কথাকে কচোন।

সাতোলা : মই ভাবোঁ, বিধায়ক চৌধুৰীয়ে পূৰ্ণিমাৰ মনৰ দৃঢ়তা দেখি তবধ মানিছে। শেনটো অহাদি আহি ফেঁচাটো হৈ ঠোঁট-মোট চেলেকি উলটি গৈছে। তেওঁৰ নিশ্চয়কৈ জ্ঞান চক্ষু মুকলি হৈছে।

নামতী : শুনিলে, শুনিলে নে ৰাইজ! সংসাৰখনত ঘটি থকা কাণ্ড-কাৰখানাবোৰ নিতৌ দেখি-শুনিও ই অজলাই তাকেহে বুজিলে। হয়নে সাতোলা, তয়েই কচোন বাৰু, মানিক দত্তৰ মনৰ দৃঢ়তা, সততা বা সাহস পূৰ্ণিমাতকৈ কম নেকি?

সাতোলা : নহয়, অতমানে অত্যাচাৰ সহি থাকিও মানুহটোৱে এখন্তেকলৈও মূৰ নোদোৱালে।

নামতী : তেনেহ'লেচোন বিধায়ক চৌধুৰীয়ে মানিক দত্তৰ সততাৰ প্ৰতি শ্ৰদ্ধাশীল হৈ কেতিয়াবাই তেওঁক মুকলি কৰি দিব লাগিছিল।

সাতোলা : হুঁ? এৰা কথাটো তেনেকুৱাই হব লাগিছিলচোন।

নামতী : অৰ্থাৎ, চৌধুৰীৰ এইটো এটা ছল হে। পূৰ্ণিমাই সেই কথা ভালকৈয়ে বুজিব পাৰিছিল।



চৌধুৰীয়ে মানিক দত্তক বা পূৰ্ণিমাক ছলেৰে নোৱাৰিলে। এতিয়া তেওঁৰ বাবে মানিক দত্তক জব্দ কৰাৰ এটাই মাথোন পথ থাকিল আৰু সেইটো হ'ল–'বলেৰে'।

সাতোলা : তেনেহ'লে ৰাইজ, আমি নাটকৰ শেষ দৃশ্যটো এনেদৰে কৰিব পাৰোঁ–'মানিক দত্তৰ হাত-ভৰিৰ বান্ধ খুলি দিয়া হ'ল। তেওঁ ঘৰলৈ ঘূৰি আহিল। বন্ধ কৰি দিয়া হ'ল মানিক দত্তৰ একমাত্ৰ উপাৰ্জনৰ পথ তেওঁৰ প্ৰেছ আৰু যুগবাণী। এটা পঙ্গু দেহাৰে মানিক দত্ত ঘূৰি আহিল।'

*(পোহৰ নামতী আৰু সাতোলাৰ পৰিৱৰ্তে কণলৰ্'বা আৰু পূৰ্ণিমাই ধৰি ধৰি লৈ অহা পংগু মানিক দত্তৰ ওপৰত পৰিব। মঞ্চৰ এপিনৰ পৰা ওলাই বিপৰীত পিনৰ উইংচেদি কণ ল'বা পূৰ্ণিমা আৰু মানিক দত্ত সোমাই যাব। পোহৰ পুনৰ নামতী আৰু সাতোলাৰ ওপৰত পৰিব।)*

নামতী : নাটকৰ পৰিসমাপ্তি এনেদৰে নহৈ এনেদৰেও হ'ব পাৰে যে 'মানিক দত্তক কাৰাগাৰৰ পৰা মুক্তি দিয়া হ'ল । কিন্তু তেওঁ ঘৰলৈ ঘূৰি আহিল এটি মৃত দেহ হৈ।'

*(লগে লগে মঞ্চ আন্ধাৰ হ'ব আৰু নেপথ্যৰ পৰা নাই নাই' বুলি আৰ্তনাদ কৰি উঠা পূৰ্ণিমাৰ কান্দোন ভাঁহি আহিব। হিয়া ভঙা কান্দোনৰ ধ্বনি ক্ৰমে ধীৰ হৈ আহি এটা সময়ত ক্ষীণ উচুপনিৰে মাৰ যাব। মঞ্চ পুনৰ পোহৰ হ'ব।)*

নামতী : কি হ'ল আপোনালোক নিচ্চুপ, নিথৰ হ'ল যে?

সাতোলা : আপোনালোকৰ চকুবোৰ সেমেকি উঠিল যে?

নামতী : কিন্তু কিয়? মানিক দত্তৰ মৃত্যু হ'ল বা তেওঁক হত্যা কৰা হ'ল বুলি?

সাতোলা : পূৰ্ণিমাৰ অকাল বৈধব্যৰ কথা ভাবি?

নামতী : নে মৃত্যুৱে চূৰমাৰ কৰি দিয়া সোণৰ সংসাৰখন দেখি? কিন্তু পংগু, অক্ষম, সকলো মানৱীয় অধিকাৰৰ পৰা বঞ্চিত জীৱন্ত মানিক দত্ত আৰু মৃত মানিক দত্তৰ মাজত পাৰ্থক্য কি?

সাতোলা : একো পাৰ্থক্য নাই। পংগু অক্ষম, নিঃস্ব মানিক দত্ত জীৱন থাকিও মৃত।

নামতী : সেইবাবেই আমাৰ নাটকৰ সম্ভাব্য পৰিণতিৰ এই দুয়োটা দৃশ্যৰ মাজত আমি মৰ্মবস্তুত একো পাৰ্থক্য দেখা নাই।

সাতোলা : মানিক দত্ত জীৱন্তই হওক বা মৃতই হওক–সত্যৰ পৰাজয় ঘটিছে।

নামতী : অসত্য, প্ৰৱঞ্চনা, ভণ্ডামি আৰু ক্ষমতালিপ্সাৰ জয় হৈছে।

সাতোলা : ৰাইজৰ বাতৰি যোগনীয়াৰৰ পৰাজয় হৈছে।

নামতী : ৰাইজৰ পৰাজয় হৈছে।

সাতোলা : গণতান্ত্ৰি মূল্যবোধ ভূ-লুণ্ঠিত হৈছে।

নামতী : ৰাইজৰ বিজয় ৰাইজৰ হাততেই। ৰাইজে সত্য আৰু সততাক প্ৰতিষ্ঠা কৰিব লাগিব।

সাতোলা : মানিক দত্তৰ আদৰ্শক জীয়াই ৰাখিব লাগিব।

নামতী ঃ আমি ৰাইজৰ সহযোগী। সেয়েহে আৰু এটি মাত্র দৃশ্যৰ পিচতেই আমি আজিৰ নাটকৰ সামৰণি মাৰিম।

*(মঞ্চত পোহৰ ক্ষন্তেকৰ বাবে স্তিমিত হৈ পুনৰ স্পষ্ট হ'লে দেখা যাব বৈধব্যৰ সাজত পূর্ণিমা। দুকাষে ল'ৰা-ছোৱালী দুটি।)*

পূর্ণিমা ঃ ৰাইজ, জীৱনৰ সর্বস্ব হেৰুৱাই, সংঘাতময় জীৱনত জীয়াই থকাৰ শেষ প্ৰেৰণাকণকো হেৰুৱাই মই আজি নিঠৰুৱা। কিন্তু মই এতিয়াও জীয়াই আছোঁ। কেৱল এই নিঠৰুৱা ল'ৰা-ছোৱালী হালৰ বাবেই মই জীয়াই আছোঁ তেনে নহয়। ইহঁতৰ দেউতাকে আপোনালোকৰ মাজত সংবাদৰ সন্ধানত ঘূৰি ফুৰিছিল। হত্যা, লুণ্ঠন, ধর্ষণ, নির্যাতনৰ সংবাদৰ সন্ধানত নহয়, সকলো নির্মমতাৰ মাজতো পৰম আশাৰ, মহত্তম প্ৰেৰণাৰ, অন্ধকাৰৰ মাজতো উজ্বলতম জ্যোতিৰ সন্ধানত তেওঁ দিহিঙে-দিপাঙে ঘূৰি ফুৰিছিল। তেওঁ অহৰহ সন্ধান কৰি ফুৰা সেই পৰম আকাঙ্খিত সংবাদৰ উৎস আপোনালোক, মোৰ দেশৰ মাটিৰ মানুহ।

মোক এটা সংস্থান দিয়া হৈছে। মোক নির্বাচনত প্রার্থীত্ব দিয়াৰ প্রস্তাৱ দিয়া হৈছে, একলাখ টকাৰ ক্ষতিপূৰণ দিয়া হৈছে অথবা মোৰ স্বামী আৰক্ষীৰ জিম্মাত নিহত হোৱাৰ ন্যায়িক তদন্ত কৰা হৈছে--নালাগে, তেনে সংবাদ মোক নালাগে।

মোক লাগে সেই সংবাদ--এই স্বৈৰাচাৰ নিঃশেষ হোৱাৰ সংবাদ। সমস্ত অমানৱীয়তাৰ অন্ত পেলাই মানৱতা প্রতিষ্ঠা হোৱাৰ সংবাদ। সাধাৰণ মানুহৰ ওপৰত ক্ষমতাশালীৰ নির্মম কর্তৃত্বৰ অন্ত পৰাৰ সংবাদ।

[illegible]নদিনা কোনটো পুৰাৰ বাতৰি কাকতত বৰ বৰ হৰফেৰে প্ৰথম পৃষ্ঠাত প্ৰকাশ পাব সেই ইতিহাস সলনি হোৱাৰ সংবাদ? মই জানো, মোৰ দেশ এদিন সকলো শিশুৰ বাবে বাসযোগ্য হৈ উঠিবই। যি সংবাদে সেই সুদিনৰ ইঙ্গিত বহন কৰি আনে তাক নতুন প্ৰজন্মৰ হাতত তুলি দিবলৈকে মই জীয়াই থাকিম।

হয়, মানিক দত্তই কেৱল সংবাদ সংগ্ৰহ কৰাই নহয় ৰাইজৰ বাবে প্ৰেৰণাময় ন-ন সংবাদ সৃষ্টিত ৰাইজক উজ্জীৱিত কৰিবলৈকো প্ৰয়াস কৰিছিল। কিয়নো, ৰাইজ, মোৰ দেশৰ জনতা, আপোনালোকেহে সৃষ্টি কৰিব পাৰে তেনে প্ৰেৰণাময় সংবাদ। আপোনালোকৰ সেই সৃষ্টি কর্মত এই অভাগিনীকো সতীর্থৰ মর্যাদা প্রদান কৰক, ৰাইজ।

*(সেৱা জনায়। পোহৰ লাহে লাহে স্তিমিত হয়।)*

**সমাপ্ত**



# বৰ মানুহৰ দোলা

## উত্তম বৰুৱা



### চৰিত্ৰাৱলী

লৌহিত্য . কুণ্ডল. লবণ. শিলিখা. সন্ধিৰাম. মন্তিৰাম. দশৰথ. বাখৰু. শ্যামৰাম. অপৰূপী.

# ৰাজ আলি

**সময় ঃ- ৰাতিপুৱা, ফাগুন মাহ**

[ সূৰ্যৰ ৰঙা ৰেঙনি মাৰ যাওঁ যাওঁ। বহুদূৰৰ পৰা বৰ বৰ মানুহৰ দোলা গীতটি উটি আহি ক্ৰমাৎ অস্পষ্টৰ পৰা স্পষ্ট হৈ কাণত পৰিছে। গীতৰ লগে লগে Resistance Power Light ৰে সূৰুয উঠাৰ পৰা বাৰুকৈয়ে পোহৰ হোৱালৈকে আলোকশিল্পীয়ে দেখুৱাই থাকিব লাগিব। গীতৰ শেষত -- অলপ বেলি হ'লত ৰাজ আলিত এখন বৰ মানুহৰ দোলাৰ ছাঁ দোলাভাৰী আৰু আৰোহী সহ দেখা গ'ল -- ছাঁ ক্ৰমাৎ আগুৱাই গ'ল -- ৰাজ আলিলৈ সোমাই আহিল দোলাভাৰী মন্তিৰাম আৰু দশৰথ। সিহঁতৰ কান্ধত কেঁকোৰা দোলা। আৰোহী বৰবৰুৱা লৌহিত্য ! মূৰত পাট-সিংখাপৰ বৰ পাগ। শুকুলা চোঁৰবৰ দৰে, চেলেঙৰ আগডোখৰ আগ কপালত ঘনে ঘনে লৰি আছে। দোলাখন পাটৰ চন্দোৱাৰে ঢকা। আৰোহীৰ কাযে কাযে গৈ থাকে দোলাকাযৰীয়া বৰুৱা লবণ। হঠাৎ পেট কামোৰণি উঠাৰ কাৰণে দোলাখন মন্তিৰামৰ কন্ধচ্যুত হ'ল ...... আৰোহী সহ দোলাখন বাগৰি পৰিল ; বৰবৰুৱাৰ খঙে মূৰৰ চুলি পালেগৈ । দোলা কাযৰীয়া বৰুৱাক অলপ চিঞৰিয়ে আদেশৰ সুৰত মাতিলে। ]

গীত

একা বেঁকা বাটেৰে কঢ়িয়াওঁ কঢ়িয়াওঁ
বৰ বৰ মানুহৰ দোলা
আপোন কৰিলো " ভাবী "ৰ জীৱনক
দেহা ভাগৰাই তোলা
( হেইয়ানা হেইয়ানা হেইয়ানা হেইয়াঃ )
দোলাৰ ভিতৰত তিৰ্ বিৰ্ কৰিছে
চহকী পাটৰে পাগ
ঘনে ঘনে দেখিছোঁ লৰচৰ কৰিছোঁ
শুকুলা চোঁৰবৰ আগ।
"আমাৰ" হে "পোহঁত" ক এইবাৰ বিহুতে
নিদিলোঁ সূতাৰে চোলা
চকুলো ওলালেও মনটি নেভাঙো
কঢ়িয়াই লৈ যাওঁ দোলা



(হেইয়ানা হেইয়ানা হেইয়ানা হেইয়াঃ)
যুগে যুগে জাপি দিয়ে মেট্‌মৰা বোজাটি
কান্ধ ভাঙো ভাঙো কৰে
বৰ বৰ মানুহে দোলাত টোপনি যায়
আমাৰহে ঘামবোৰ সৰে।
ওখকৈ পাহাৰৰ টিং টিত উঠিছোঁ
ভালকৈ খোজটি মিলা
আমাৰ কান্ধৰ পৰা পিছলিব লাগিলে
বাগৰি পৰিব দোলা
(হেইয়ানা হেইয়ানা হেইয়ানা হেইয়াঃ)
বাগৰি পৰিব দোলা
ৰজা-মহাৰজাৰ দোলা
বৰ বৰ মানুহৰ দোলা
হে দোলা -- হে দোলা।।

মন্তিৰাম ঃ দেউতা ঈশ্বৰ !

লৌহিত্য ঃ দোলা কাযৰীয়া বৰুৱা ! কি চাই আছা ? চমটা লগোৱা।
[লবণে দোলাৰ ভিতৰৰ পৰা চমটাপাট আনি মন্তিৰামক তিনি কোব মাৰে ! মন্তিৰামে কোনোমতে পৰি থকাৰ পৰা উঠি বৰবৰুৱাৰ চৰণ যুগলত উবুৰি হৈ পৰি কয়। ]

মন্তিৰাম ঃ দেউতা ঈশ্বৰ ! হঠাতে পেট কামোৰণিটো উঠাৰ বাবেহে মোৰ কান্ধৰ পৰা দোলাখন বাগৰি পৰিল। দেউতা ঈশ্বৰে বন্দীক ক্ষমিব লাগে।

লৌহিত্য ঃ মনে মনে থাক। বেজক দৰৱৰ কথা ক ব নেলাগে। তহঁতৰ পাং মই কাহানিবাই বুজি উঠিছো। ছলাহী কথাৰে বৰবৰুৱা লৌহিত্যক ঠগিব নোৱাৰ - মনত ৰাখিবি। অত সাহস ! সামান্য দোলাভাৰীয়ে বৰবৰুৱাৰ মুখে মুখে কথা ক'বলৈ সাহ কৰে। তহঁতৰ মঙহ শিয়াল কুকুৰক খুৱাব পাৰোঁ; জান ?

দশৰথ ঃ দেউতা ঈশ্বৰে এইবাৰলৈ বন্দীহঁতক ক্ষমিব লাগে। অপৰাধৰ বাবে গলবস্ত্ৰে ক্ষমা বিচাৰিছোঁ।
[ তেনে কৰে ]

লৌহিত্য ঃ ক্ষমা ? দোলাৰ পৰা পেলাই চিৰ দিনলৈ কঁকাল বেঁকা কৰিলি -- সৰ্বশৰীৰ বিষময় কৰিলি -- তাৰ বিনিময়ত কোনটো নাকেৰে তহঁতে বিচাৰিছ বৰবৰুৱা লৌহিত্যৰ পৰা ক্ষমা ? লাজ নেলাগিল ? দোলাকাযৰীয়া বৰুৱা !

লবণ ঃ দেউতা ঈশ্বৰ !

লৌহিত্য ঃ দোলা উঠাবলৈ দোলাভাৰীহঁতক আদেশ কৰা। উস্ !
(কঁকালত হাত দি দোলাত বহেগৈ।)

লবণ ঃ (মূৰ দোঁৱায়) মন্তিৰাম ! দশৰথ ! সাজু হ হঁক।

মন্তিৰাম : উস্ প্ৰভু ! পাৰ কৰা ৰঘুনাথ ! সংসাৰ সাগৰৰ পৰা পাৰ কৰা।

[ দুয়ো চাপৰি কান্ধ পাতে। এনেতে বৰবৰুৱাই দোলাকাষবীয়া বৰুৱাক মাত মতাৰ লগে লগে ওচৰলৈ যায়। ]

লৌহিত্য : দোলাকাষবীয়া বৰুৱা ! ইহঁতক, — ৰাজকাৰেঙ পোৱাৰ পিছতেই চাওদাং বৰুৱাক মোৰ আদেশ শুনাই ক'বা --মন্তিৰামক কাললৈ বৈ খাব নোৱাৰাকৈ চমটাৰে কোবাই ৰাজহাড় ভেমেচা কৰিব আৰু দশৰথৰ মিঠা মুখত তপত লোৰে কাললৈ মচ নোযোৱাকৈ এটি দাগ দিব। হেই ! তহঁতে কি শুনি আছ? দোলা উঠা। [ কান্ধত দোলা লৈ উঠে ]

লবণ : দেউতা ঈশ্বৰে অনুমতি দিলে এষাৰ কথা ক'ব খোজো।

লোহিত্য : কোৱা ---।

লবণ : লঘু পাপত বন্দীহঁতৰ গুৰু শাস্তি হ'ল। অলপ লঘু হ'লে বাৰু হ'ব বুলি বন্দীয়ে দোহাৰিব খুজিছোঁ।

লৌহিত্য : বৰ বৰুৱাৰ আদেশৰ ওপৰত ওপৰহাত দিবলৈ তোমাক কোনে নপতাফুকন পাতিলে?

লবণ : (হাত মোহাৰি) বন্দীৰ সিমানখিনি ভাইগ নাই দেউতা ঈশ্বৰ। মাথোঁ .................

লোহিত্য : শুনা ! ডেবেৰা বৰবৰুৱা, লালুকসোলা মন্ত্ৰী-ফুকন, কীৰ্তিচন্দ্ৰ বৰুৱা আদিয়ে লঘু অপৰাধৰ কি শাস্তি বিধান কৰি গৈছিল? মোতকৈ কম নে বঢ়া ধৰণে?

লবণ : বঢ়া ধৰণে দেউতা ঈশ্বৰ।

লোহিত্য : আগলৈ বুজি মাতিবা। আজি তুমি নহৈ আন হোৱা হ'লে নাগিনী গাঁতত পেলাই দিলোঁহেঁতেন। কিন্তু তেনে নকৰিলো কাৰণ, তুমি মোৰ আপোন খুলশালী। দোলাভাবীহঁত ! ৰাজ কাৰেঙলৈ দোলা লৈ যা হঁক।

[দোলা লৈ মন্তিৰামহঁত ৰাজ আলিৰ পৰা ওলাই গ'ল গৈ। দোলাভাবীহঁত যোৱাৰ পিছতেই "তেজৰে কমলাপতি পৰভাত নিন্দ"ৰ গীতটি নৈৰ ঘাটৰ পৰা বাঁহীত উটি আহিছিল। মন্তিৰামহঁত অহা বাটেৰে ৰাজ আলিলৈ সোমাই আহিল অপৰূপী। কান্ধত এসজ কপোৰ, কঁকালত মাটিৰ কলহ। সোমাই আহি নৈৰ ঘাটলৈ ওলাই যায় গৈ। বেলি আগুৱাই গৈ থাকে। অলপ পিছতে বাখৰু ৰাজআলিলৈ সোমাই আহিল। তেতিয়া বাঁহীৰ সুৰ মাৰ যোৱা নাছিল। অপৰূপী নৈৰ ঘাটতে গা-পা ধুই ঘৰলৈ উভতি ছে। দূৰতে অপৰূপীক দেখি এটি কুটিল হাঁহি মাৰি বাখৰুৱে মাজ বাটতে শিলৰ মূৰ্তিৰ দৰে থিয় হৈ থাকে। অপৰূপী আহি পায়হি। তাই মৰম লগাকৈ আগধৰিয়ে মাতিলে।]

অপৰূপী : অ' বাখৰু ককাইদেউ দেখোন? এই পুৱাখন ক'লৈ নো ওলালি?

বাখৰু : তহঁতৰ মুখ কেইখনকে চাম বুলি ওলাইছোঁ। ৰাতিপুৱা নৈৰ ঘাটত বৰ কোমল বতাহ থুপ খাই থাকে অ'। -- তই হ'বলা তাৰ পৰাই আহিলি?

অপৰূপী : অঁ।

বাখৰু : অপৰূপী ! তোক এটা কথা কম কম বুলি আজি এবছৰ কটাই দিলোঁ।

অপৰূপী : কি কথা ?

বাখৰু : তই নাই শুনা হ'বলা। পিতায়ে মোৰ -- এই বহাগতে বিয়াখন পাতিছে নহয়। শুনিছ জানো?



অপৰূপী : শুনা নাই, কাৰ লগতনো? নবৌজনী চাগে বৰ ধুনীয়া আহিব?

বাখৰু : জানো? ক'ত নো ধুনীয়া পাম। আমাৰ যি হে পোকে খোৱা ভাইগ, কৰবাৰ ফেঁচীমুই এজনীহে ওলাব গৈ।

অপৰূপী : পিছে ক'তনো কইনা চাইছে?

বাখৰু : পিতায়ে মোক একো কোৱা নাই। তোৰ পিতায়েৰৰ লগত নিশা চোতালত কথা পতা হ'লে শুনিছোঁ।

অপৰূপী : কেনেকৈ শুনিলি? তই চাগে আগত আছিলি?

বাখৰু : এইজনী কি আঁকৰী অ'। মই শেতেলিত পৰি মূৰে- গায়ে খনীয়াখন লৈ টোপনি অহা ভাও জুৰি শুনি আছিলোঁ --।

অপৰূপী : তাৰ পিছত?

বাখৰু : (হুমুনিয়াহ কাঢ়ি) কিনো ক'ম। মই হ'লে আশা কৰা নাই। ক'তনো আহিব মোলৈ?

অপৰূপী : কিয়নো নাহিব? তইনো ক'ৰ পৰি মৰাটো?

বাখৰু : আৰু এবাৰ তেনেকৈ কচোন। তেও মোৰ মনটো শাঁত হওক।

অপৰূপী : নেলাগে বাৰু। এতিয়া কইনাজনীৰ নাম ক।

বাখৰু : পিতাই সন্মতে নহয়। অৱশেষত তোৰ পিতায়েৰৰ বুজনিত পিতায়ে সন্মতি দিলে । মই এনেকৈ শুনিলোঁ -- "দশৰথ! তই কি ভাবিছ? গা-ধন, গহনাপাতি, ৰাইজৰ ভোজভাত একোৱেই তই দিবলৈ নেলাগে। মাথোঁ ক -- 'মোৰ ল'ৰা বাখৰুলৈ তোৰ অপৰূপী লখিমীজনীক বিয়া কৰাই আনিম।"

অপৰূপী : বাখৰু ককাইদেউ ! তই এইবোৰ কি কৈছ? তোলৈ মই ....

বাখৰু : তাতনো মহাভাৰত খন চুৱা যাবনে? তয়ে এতিয়াই কলি--" তইনো ক'ৰ পৰি মৰাটো?" এইবোৰেনো কি বুজায়? অপৰূপী ! .....

অপৰূপী : নিলাজ ক'ৰবাৰ। এই সোপা ক'বলৈকে এই ৰাতিপুৱাখন কাম-বন নকৰি নৈৰ ঘাটলৈ আহিছ জীয়াৰী- বোৱাৰীহঁতৰ লগত চুপতি মাৰিবলৈ?

বাখৰু : তইনো মোলৈ কেলেই নাহ? কতজনীয়ে হামৰাও কাঢ়ি মৰিব লাগিছে --

অপৰূপী : মৰক। মইনো কেলেই মৰিবলৈ যাম?

বাখৰু : তইনো ক'ৰ ৰূপহীজনী -- যে এই বাখৰুলৈ নমৰ?

অপৰূপী : মই ৰূপহী বুলি ক'বলৈ যোৱা নাই।

বাখৰু : তেন্তে -- তই হাঁহি হাঁহি বাখৰুলৈ বিয়া সোমাবহে লাগে।

অপৰূপী : মুখ ৰাখি কথা ক'বি বাখৰু ককাইদেউ। নিলাজটো!

বাখৰু : পেটত কথা ৰাখি মুখত হাঁহি লৈ তহঁত ছোৱালীবোৰে জীৱনটো বৰ অশান্তিময় কৰ। হেনজানি, মই ভাবিলো -- তই মোৰ ওচৰতে থাক। ভিতৰে ভিতৰে মোলৈ মজিয়ে আছ নেকি?

অপৰূপী : আজি মই পিতাইৰ আগত সকলোবোৰ কৈ দিম।

বাখৰু : এ--ছোৱালীবোৰে এনেকৈ কৈ দিম বুলি ল'ৰাবোৰক ভয় দেখুৱায়। পিছে শুনিবলৈ পাওঁ 'নকয়'। তোৰ চাগে আজি নিশা টোপনিয়ে নাহিব--।

অপৰূপী : তই বলিয়া হৈছ নেকি?
বাখৰু : এতিয়ালৈ হোৱা নাই। তয়ে মোক - এনেহেন ল'ৰাটোক বলিয়া কৰিবি যেন পাইছো।
অপৰূপী : (যাবলৈ খোজ লয়। মাত লগায়)
বাখৰু : অপৰূপী! শুন! তোৰ কথাবোৰ নাজানো বুলি ভাবিছ হ'বলা। তই কাক ভাল পাব সকলো জানো।
অপৰূপী : কাক?
বাখৰু : ক'ব লাগে নেকি?
অপৰূপী : ক ---।
বাখৰু : বৰবৰুৱাৰ ল'ৰা কুণ্ডলক তই ভাল নাপাব?
অপৰূপী : পাওঁ। তোতকৈ বহুত ভাল।
বাখৰু : ভাল? হাঃ হাঃ হাঃ। দূৰৰ পৰ্বত সদায় শুৱনি। ওচৰলৈ গ'লে দেখিবি ওখৰা-মোখৰা -- একা-বেঁকা পিছল বাট। উঠিলে পিছলি পৰিবি।
অপৰূপী : পৰোঁ পৰিম। তোৰ কি হ'ল?
বাখৰু : মোৰ! হ'ব লগাখিনি হলেই। পিছে, বাওনা হৈ জোনলৈ হাত মেলিছ। ঢুকি পাবি জানো?
অপৰূপী : পাম -- পাব পাৰোঁ।
বাখৰু : পাবি? হাঃ হাঃ হাঃ।
অপৰূপী : তোক এইবোৰ কোনে বলকিব দিছে?
বাখৰু : সময়ে -- বয়সে। তোৰ কিবা এটা হ'লে মই যে হিয়াধুনি কান্দি মৰিম।
অপৰূপী : কিয় মৰ?
বাখৰু : তোক যে মই ভাল পাওঁ।
অপৰূপী : এনে প্ৰকৃতিৰ ডেকাক মুখত থুৱাব লাগে।
বাখৰু : কি মোক তই থুৱাব খোজ ? এজনী তিৰোতাই কত তপস্যাৰ মূৰত এজন পুৰুষ পায়। সেই হেন পুৰুষক থুৱাবি?
অপৰূপী : থুৱামতোন —কেলেই নুথুৱাম?
বাখৰু : বাৰু! প্ৰভু! তুমি চাই আছা। যোৱাৰ আগতে কৈ যাওঁ শুন অপৰূপী! দোলাভাৰীৰ জীয়েকক দোলাভাৰীৰ পুতেকেহে বিয়া কৰাব - বৰমানুহৰ পুতেকলৈ দোলাভাৰীৰ জীয়েকক বিয়া কৰাই নিনিয়ে!

[ নৈৰ ঘাটলৈ গুচি গ'ল। ভিতৰত Sound Effect হয়। হাতৰ কলহটো পৰি ভাঙি যায়। পানীবোৰ ছিটিকি মেখেলাৰ তলভাগ তিতি যায়। চকুৰে মুখে উদ্বিগ্নভাব প্ৰকাশ পায়। ভিতৰৰ মাইকত বাখৰুৰ শেষৰ কথা কে'শাৰী প্ৰতিধ্বনিত হয়।]

বাখৰু : (মাইক যোগে) "দোলাভাৰীৰ জীয়েকক দোলাভাৰীৰ পুতেকেহে বিয়া কৰাব। বৰমানুহৰ পুতেকলৈ দোলাভাৰীৰ জীয়েকক বিয়া কৰাই নিনিয়ে।"

[অপৰূপীয়ে দুই হাতে মুখ ঢাকি হুক হুক কৰে কান্দি দিয়ে। যিমানে প্ৰতিধ্বনিত হয় সিমানেই কান্দোন বাঢ়ে ....। এনেতে কুণ্ডল সোমাই আহে। অপৰূপীৰ তেনে অৱস্থা দেখি অতিশয় আচৰিত হয়। কাষলৈ গৈ অপৰূপীক মাতে]



কুণ্ডল : অপৰূপী! অপৰূপী! কি হৈছে তোৰ? কিয় কান্দিছ? কলহটোও দেখোন ভাঙিছে?
অপৰূপী : (কান্দে)
কুণ্ডল : অপৰূপী! অ' তই কলহটো ভঙাৰ কাৰণে কান্দিছ —নহয়?
অপৰূপী : নহয় বঙহৰদেউ! জীৱন ভঙাৰ ভয়তে কান্দিছোঁ
কুণ্ডল : জীৱন ভঙা? তই এইবোৰ কি কৈছ অপৰূপী?
অপৰূপী : ঠিকেই কৈছোঁ বঙহৰদেউ! আজি মোৰ ভুল ভাগিছে।
কুণ্ডল : ভুল ভাগিছে! কি ভুল?
অপৰূপী : মদাৰ ফুল।
কুণ্ডল : মদাৰ ফুল ? মানে?
অপৰূপী : বৰ মানুহৰ ছলাহী কথা আৰু মদাৰ ফুলৰ মাজত কোনো প্ৰভেদ নাই।
কুণ্ডল : অপৰূপী! তই চাগৈ পাগলী হবি? কি ঘটিছে ভাঙি পাতি নকৰ কিয়?
অপৰূপী : আজি বাখৰুৱে যিযাৰ কথা কৈ গ'ল -- মোৰ বুকুত শেলে বিন্ধা দি বিন্ধিব লাগিছে।
কুণ্ডল : কি কথা?
অপৰূপী : "দোলাভাৰীৰ জীয়েকক দোলাভাৰীৰ পুতেকেহে বিয়া কৰাব। বৰ মানুহৰ পুতেকলৈ দোলাভাৰীৰ জীয়েকক বিয়া কৰাই নিনিয়ে"।
কুণ্ডল : তেনেকৈ কৈছে? সি কেনেকৈ জানিলে আমাৰ পীৰিতিৰ কথা?
অপৰূপী : জানো? কোনোবা দিনাখন হয়তো আমাৰ কথ- বতৰা শুনিছিলে চাগৈ?
কুণ্ডল : বাখৰুৰ কথাতে অপৰূপীজনী উটি গ'ল ; এবাৰো ভাবি নেচালে কেঁচাসোণ কুণ্ডলৰ কথা?
অপৰূপী : ভাবিছোঁ। হেজাৰ বাৰ ভাবিছোঁ। কিন্তু ........কিন্তু
কুণ্ডল : কিন্তু বৰ মানুহৰ পুতেকৰ সঁজাত নাই, ---নহয় জানো?
অপৰূপী : বঙহৰদেউ? .......
কুণ্ডল : বুজিছোঁ অপৰূপী! আমাৰ পৱিত্ৰ ভাল পোৱাত পোক সোমাইছে। সেই পোকে নিশ্চয় আমাক খোঁট মাৰিব।
অপৰূপী : আপুনি এইবোৰ কি কথা কৈছে বঙহৰদেউ?
কুণ্ডল : ভৱিষ্যতৰ কথা কৈছো অপৰূপী! সম্ভৱনাপূৰ্ণ ভৱিষ্যতৰ কথা কোনো এজনৰ মুখত শুনিলে হাঠাতে থমকি ৰ'ব লগা হয়। বাখৰুৰ কথাৰ বতাহত অপৰূপী লতা কঁপি উঠিল ... হয়তো উভালিও পৰিব।
অপৰূপী : আপুনি, গা-গছ অলৰ অচৰ হৈ থাকিলে উভালিব নোৱাৰিব।
কুণ্ডল : যদি বৰভুঁইকঁপৰ সৃষ্টি হয়?
অপৰূপী : যদি সেই ভুঁইকঁপত গা-গছ উভালি পৰে -- তেতিয়াহে লতা বাগৰি পৰিব। নহ'লে গা-গছতকৈ লতা সময়ত ওখ হয়।
কুণ্ডল : তই নিশ্চিন্ত থাক অপৰূপী! গা-গছ উভালি নপৰে।
অপৰূপী : মই কোনটো সাহেৰে নিশ্চিন্ত হৈ থাকিম বঙহৰদেউ? মই দোলাভাৰীৰ জীয়ৰী। আপুনি বৰবৰুৱা দেউতা ঈশ্বৰৰ পো। আমাৰ মাজত বিয়া হোৱাত বাধা বিঘিনিৰ বৰভুঁইকঁপৰ সৃষ্টি হ'ব। কিন্তু

আপুনি জানো আপোনাৰ বংশ মান-মৰ্যাদা এৰি মোক সামৰি লব পাৰিব? মোৰ ফালৰ পৰা মই পাছ হুঁহকি নেযাওঁ। আপোনাৰ ফালৰ পৰা ভাবি চাবলগীয়া আছে।

কুণ্ডল : ময়ো, তোৰ দৰে মানুহৰে সন্ততি। সমাজে বেলেগ বেলেগ কৈ থাপি থ'লেও মানুহ হিচাপে আমাৰ ব্যৱধান একো নাই। স্বৰ্গদেউ শিৱসিংহই চিনাতলীৰ সামান্য নটৰ জীয়ৰী ফুলমতীক বিবাহ কৰাই বৰকুঁৱৰী পাতিছিল, তেনেস্থলত বৰবৰুৱাৰ পুতেকে দোলাভাৰীৰ জীয়েকক বিয়া কৰালে ভাগৱতখন অশুচি নহ'ব।

[অপৰূপীয়ে কুণ্ডলক সেৱা কৰে]

SCREEN

শ্যামৰাম : "........বৰকথা নেৰো। যেতিয়ালৈ বৰমানুহে বিবেচনা নকৰে সৰু মানুহৰ কথা, — তেতিয়ালৈকে আমি বৰকথা এৰিব নোৱাৰোঁ। জোকালেই জাগিব --- বৰকথাই জাগৰণ আনিব। সহি থাকিলে দিনে দিনে গাঁতৰ কেঁচু-কুমটি হৈ যাব লাগিব।......"

## জাগৰণ

### দোলাভাৰীৰ ঘৰ

**সময়—দুপৰীয়া, ফাগুন মাহ**

**চোতাল / পিৰালি।**

সেইদিনাখনৰে ঘটনা। [ মন্তিৰাম শয্যাগত। ৰজাৰ ঘৰতো চাউদাঙে বৰবৰুৱাৰ নিৰ্দেশমতে কোবাইছিল। অপৰূপীয়ে গছ-গছনিৰ শিপা বাঁটি চমটাৰ দাগবোৰত লিপি দিছে। ওচৰতে দশৰথ বহি আছে। সন্মুখত গুৱাপাণৰ ঠগী। পীৰা-মূঢ়া আদি কোঠাটোত দেখা গৈছিল। দশৰথৰ গালত তপত লোৰ দাগ এটি। মন্তিৰামে উস্ আস্ কৰি কেঁকাই আছে। ভিতৰত পৰিস্থিতি সঙ্গত আৱহ সঙ্গীত। বহু দূৰৰ পৰা ক্ৰমাৎ উটি আহে এটি গীত সেই গীতৰ সুৰত কাণ থিয় হয় মন্তিৰাম আৰু দশৰথৰ। আটাইকেইজনে মন্তিৰামৰ মূৰশিতানৰ জালিকটা খিৰিকিখনেৰে গীতটো যিয়ে য'ত আছিল তাৰ পৰাই আগ্ৰহেৰে শুনিছিল।]

**গীত**

**(ৰচনা— উত্তম বৰুৱা)**

মানে মানে কৰি
মানৰে চিন্তাতে
মানুহক পাহৰি গ'লি;
অ' বান্ধৈ!
মানুহক পাহৰি গলি।



বিষয়ৰ বলতে
মানুহৰ তেজেৰে
খেলিলি ফাগুনৰ হোলী।।

* * *

ৰাইজক ঠগালি
ৰাইজক বিকিলি
ৰাইজ ৰাইজ বুলি;
লঘু দোষতে চমটা সোধালি
বনতে মেলিলি
শোকেৰে অগনি জ্বালি।।
অ' বান্ধৈ! মানুহক পাহৰি গলি —।

মন্তিৰাম : দশৰথ! ভকতে গীততে আমাৰ — সৰু মানুহৰ কথাবোৰ গালে। সকলোৱে বুজিছে। কিন্তু বৰ মানুহক কোনোৱে বুজাব নোৱাৰিলে।

দশৰথ : কোনে বুজাব? কথা কোৱাৰে আমাৰ অধিকাৰ নাই।

মন্তিৰাম : অধিকাৰ! এৰা। অধিকাৰ আমাৰ নাই। বোবা মানুহৰ দৰে দিন পাত কৰিব লাগিব। 'উস্ উস্' অপৰূপী! পিঠিৰ সোঁ-মাজত অলপ বিষ তেল ঘঁহি দে।
(বিষ তেল ঘঁহি দিয়ে)

অপৰূপী : পিতাই! তইনো কোনদিনাখন ভাল হৈ উঠিবি? সাত-শতৰুৰো নহওঁক — তোৰ এনে বিলৈ হ'ল! (কান্দে)

মন্তিৰাম : আই! দুখ নকৰিবি। কপালৰ লিখন কোনে খণ্ডাব? আমাৰ বোপা ককাইঁতেও লঘু দোষতে শাস্তি পাইছিল। তেতিয়া হয়তো বৰবৰুৱা আছিল ডেবেৰা -- আছিল কীৰ্তিচন্দ্ৰ। আমি ভাইগ কৰি নাহিলো মোমাই তামুলীৰ দৰে সৰবগুণী বৰবৰুৱা পাবলৈ।

দশৰথ : এৰা মন্তিৰাম! সেই তাহানিৰ দিনবোৰলৈ বৰকৈ মনত পৰে। সৰুতে পিতাইৰ মুখত শুনিছিলো মোমাই তামুলীৰ কথা।

অপৰূপী : দদাই দেউ! বৰ মানুহবোৰ সোণৰ জখলাৰে সৰগৰ পৰা নামি আহিছিল। সেয়েহে তেখেতসকলে অত্যাচাৰ কৰিবলৈ পাৰে -- নিৰ্যাতন দিবলৈ পাৰে।

দশৰথ : বৰ মানুহক তুলি ধৰি আমিয়েতো বৰমানুহ বোলাবলৈ সুযোগ দিছোঁ।

অপৰূপী : সুযোগ দিয়া কাৰণেই সৰু মানুহৰ দুৰ্যোগৰ সীমা-সংখ্যা নাই।

মন্তিৰাম : মনে মনে থাক আই! মনে মনে থাক। আমি ঈশ্বৰৰ ওচৰত এনে পাপ কৰি আহিছোঁ যাৰ বিনিময়ত পুৰুষৰ পিছত পুৰুষে কান্ধৰ ছাল ছিগিব লগাত পৰিছোঁ। প্ৰভু! তোমাক আমি পাহৰা নাই। তুমি পাহৰি গলা আমাক।
(বাহিৰত খৰিৰ গাড়ী ৰখা শব্দ হয় .........। কান্ধত এবোজা খৰি লৈ কুঠাৰৰ সৈতে শ্যামৰাম সোমাই আহে। আহিয়েই কোনো ফালে নেচাই অপৰূপীক কয়)

শ্যামৰাম : অপৰূপী! কি আছে খাবলৈ যতনাই দে। পাহাৰতে পেটৰ কুমটি মৰিল। উস্ ! ডাঁহৰ কি আকউ পেট কামোৰণিটো উঠিছে নেকি?

দশৰথ ঃ পেট কামোৰণি! অকল পেট কামোৰণি হোৱাহেঁতেন ভালেই আছিল। কিন্তু .......।

শ্যামৰাম ঃ কিন্তু কি দদাইদেউ?

দশৰথ ঃ চমটাৰে কোবাই ৰাজহাড় ভেমেচা কৰি দিছে।

শ্যামৰাম ঃ কোনে?

দশৰথ ঃ বৰবৰুৱা দেউতা ঈশ্বৰে।

শ্যামৰাম ঃ (জ্বলি) বৰবৰুৱা দেউতা ঈশ্বৰে! কি দোষত চমটা লগালে?

দশৰথ ঃ আগৰ পেট কামোৰণিটো হঠাতে দোলা কঢ়িয়াই নি থাকোতে ৰাজ আলিতে উক্ দিলে ......কান্ধৰ পৰা দোলাখন বাগৰি পৰিল। সেয়ে দোষ ধৰি চাওদাঙৰ হতুৱাই চমটাৰে কোবাই কোবাই কাললৈ বৈ খাব নোৱাৰাকৈ ৰাজহাড় ভেমেচা কৰি দিছে আৰু এইয়া চা, মোৰ গালত তপত লোৰে দাগ দিছে।

শ্যামৰাম ঃ ইমানে পাইছে গৈ! সামান্য দোষতে কাললৈ বৈ খাব নোৱাৰা কৰিছে? অত্যাচাৰে সীমা চেৰাইছে। কাটি টুকুৰা টুকুৰ কৰিম। কাৰ স'তে খেলা কৰিছে? মই সৰু মানুহৰ সন্ততি -- মৰিবলৈ ভয় নাই। তেজমাৰি থকা দিন উকলিছে। জাগিম এইবাৰ বাৰুকৈ জাগিম।

অপৰূপী ঃ ককাইদেউ! তই মনে মনে থাক। চোৰাংচোৱাই শুনিব।

শ্যামৰাম ঃ শুনক। কোন ক'ত আছে মাতি আন ইয়ালৈ। শুনাই দিওঁ--সহি থকা দিন জয়মতী কুঁৱৰীৰ দিনতে গ'ল। এতিয়া জগা দিন। জাগিব লাগিব।

(সন্ধিৰাম সোমাই আহে। আহিয়েই মুখ মেলে।)

সন্ধিৰাম ঃ মন্তিৰাম! তই দেখোন শুই আছ? দোলা কঢ়িয়াবলৈ অত পৰে কেলেই যোৱা নাই। দেউতা ঈশ্বৰৰ খঙে .............

শ্যামৰাম ঃ দোলাভাৰী মন্তিৰাম শুই থকা নাই। চাওদাঙৰ হতুৱাই চমটাৰে কোবাই কোবাই ৰাজহাড় ভেমেচা কৰি দিছে —তোৰ বৰবৰুৱা দেউতা ঈশ্বৰে। দেউতা ঈশ্বৰক কবি ..."দোলাভাৰী মন্তিৰাম শয্যাশায়ী। সেইগুণে দেউতা ঈশ্বৰৰ চৌ-দোলাখন চ'ৰা-ঘৰৰ দুৱাৰ মুখতে আজিৰ বাবে পৰি থাকিব। যা —।

দশৰথ ঃ (উঠি আগুৱাই গৈ) সন্ধিৰাম! মই যাম বুলিয়েই ওলাই আহি মন্তিৰামৰ ঘৰ পালোঁহি। কিন্তু মন্তিৰাম যাব নোৱাৰাতহে মই বিমোৰত পৰিছোঁ। তই অহাই ভালেই হ'ল। দেউতা ঈশ্বৰক বুজাই বুজাই কবি আমাৰ দুখৰ কথা।

সন্ধিৰাম ঃ তহঁতৰ মেৰপাক বুজোতে সন্ধিৰামৰ পলম নেলাগে, আঁ-বোলোতেই গৰ্ভ দেখো। পিছে দশৰথ! তয়ো পিঠিত সৰিয়হ তেল এবাটি ঘঁহি ল ..........

শ্যামৰাম ঃ সৰুৰ মুখত বৰ কথা। ইমানেই উধাইছ! বৰবৰুৱাৰ ঘৰৰ চুৰাপাত চেলেকা !

(মাৰিবলৈ চোঁচা লয়। অপৰূপীয়ে বাধা দিয়ে)

অপৰূপী ঃ ককাইদেউ! তই বলিয়া হৈছ নেকি?

(বাখৰু সোমাই আহি সন্ধিৰামক দেখি ঠাট্টাৰ সুৰেৰে সম্বোধন ধৰি মাতিলে)



বাখৰু ঃ সন্ধিদেউতা দেখোন? আজি সন্ধিৰ বাঁহ বুধিৰে কাটিব আহিছে নেকি? বন্দীৰ সেৱা লব। (মূৰ দোঁৱায়)

দশৰথ ঃ বাখৰু! কুকুৰ! চুৰাপাত চেলেকিবলৈ চুৰনি নেপালিনে? নগলিনে ভৰ বয়সত আগলিকটা?

বাখৰু ঃ পিতাই! এ .....এ.....।

সন্ধিৰাম ঃ বাখৰু-শ্যাম ! তহঁতৰ দুয়ো দোৰহৰ পাং পাতিছ? ময়ো সন্ধিৰামহে — (ওলাই যায়গৈ)

মন্তিৰাম ঃ শ্যাম! বোপাই! খং নেখাবি। মোৰ হৈ তয়ে আজি দোলা কঢ়িয়াবলৈ যাগৈ। সৰুৰ কি মান-সন্মান, দুখ ভাগৰ আছে? নিজ কৰমত সকলো বৰ — সকলো সৰু। যাগৈ বোপাই। বৰ কথা এৰি পেলা।

শ্যামৰাম ঃ পিতাই! বৰ কথা নেৰো। যেতিয়ালৈ বৰমানুহে বিবেচনা নকৰে সৰু মানুহৰ কথা — তেতিয়ালৈকে আমি বৰ কথা এৰিব নোৱাৰোঁ। জোকালেই জাগিব — বৰকথাই জাগৰণ আনিব। সহি থাকিলে দিনে দিনে গাঁতৰ কেঁচু-কুমটি হৈ যাব লাগিব।

বাখৰু ঃ শ্যাম! তই বাৰু কৈছ। শলাগিব লগীয়া।

দশৰথ ঃ শলাগিব লগীয়া? দেখিছ মন্তিৰাম! ইহঁতে আমাৰ চাউলকঠা উঠাব যেন পাইছোঁ।

মন্তিৰাম ঃ এৰা। ভকতে গাই গৈছে নহয় দশৰথ। সেই —" লঘু দোষতে চমটা সোধালি — বনতে মেলিলি ......।" আমাৰ চমটা সোধোৱা হ'ল। বনলৈ মেলা দিন আহিল।

দশৰথ ঃ এৰা। ভকতৰ 'বাণী' অথলে নেযাব যেন পাইছোঁ।

অপৰূপী ঃ ককাইদেউ! তই দদাইদেউৰ লগত দোলা কঢ়িয়াবলৈ যাগৈ! হেজাৰখন মুখেৰে ইয়াত বকলা মেলি থাকিলেও ঘটা কাৰ্য নঘটা কৰিব নোৱাৰি। যি হবৰ হ'ল। তাকে আউটি থাকিলে কেঁহা পৰে।

বাখৰু ঃ তই বুজা নাই শ্যাম। আমিহে মৰিছোঁ এনেকৈ মূৰ ঘোলা কৰি — আমাক বুজোতা কেও নাই।

অপৰূপী ঃ পতান পেলাই ঢেঁকী কোবাই সাত নিশা পুৱালেও চাউল নোলায়। তুঁহহে ওলাব গৈ।

দশৰথ ঃ কেনে উত্তৰ পালি? তোৰ লাজ নহ'ল অ'।

অপৰূপী ঃ দদাইদেউ! তিৰোতাৰ স'তে চুপতি মৰা পুৰুষক ঢাল-হেংদান হাতত দি ৰণলৈ পাচিলে কি হ'বগৈ? ৰণ জিনি আহিব পাৰিব জানো?

শ্যামৰাম ঃ অপৰূপী ! তই বেয়াকৈ ঢাল লৈছ।

অপৰূপী ঃ ককাইদেউ! খং নকৰিবি। তহঁত আজি যুঁজিবলৈ ওলাইছ- আনন্দ লগাৰ কথা। কিন্তু তহঁতৰ জানো বাঘ'মৰাণ, নাহৰখোৰাৰ দৰে সাহস আছে --- শকতি আছে?

বাখৰু ঃ সাহস আহিলেহেঁতেন, যদি ৰাধা ৰুক্মিণীৰ দৰে সাধ্বী তিৰোতাৰ 'উদ্দীপনা' পালোহেঁতেন। কিন্তু কি হ'ব? তেনে ভাইগ সাধি নাহিলোঁ। নহ'লে এবাৰ 'ৰাইজ'ক দেখুৱাই দিলোহেঁতেন — চাইক! আমি যুঁজিবলৈ ওলাইছোঁ ; জাগিছোঁ।

(এনেতে সন্ধিৰাম সোমাই আহে। সন্ধিক দেখি বাখৰুৰ মুখখন টেমি হেন হয়। দূৰৰ পৰাই চিঞৰি আহে।)

সন্ধিৰাম ঃ শুন। তহঁতে শুন। বৰবৰুৱাৰ আদেশ। তহঁতে, —মৰি গ'লেও দোলা কঢ়িয়াব লাগিব। দোলা

কঢ়িয়াব লাগিব।

(কথা শুনি শ্যামৰামৰ খঙে মূৰৰ চুলি পালেগৈ। সন্ধিক গৰবামাৰি ধৰি দুই গালত দুটা কাণতলীয়া চৰ সোধায়।)

শ্যামৰাম : বৰমানুহৰ দৰে দোলাভাৰীৰ দেহটোও তেজ-মঙহৰ। বৰ মানুহৰ যেনেদৰে দুখ-ভাগৰ জ্বৰ-নৰিয়া আছে, তেনে দৰে দোলাভাৰীৰ অবিহনে যদি বৰমানুহৰ দোলাখন বাগৰি থাকে তেন্তে বৰমানুহ আৰু দোলাভৰীৰ মৰ্যাদা জানো মানুহ হিচাপে একে নহয়?

সন্ধিৰাম : হয় .............

শ্যামৰাম : যদি হয়-- যদি সৰু মানুহৰ অবিহনে বৰ মানুহ চলিব নোৱাৰে তেন্তে সৰু মানুহক চাওদাঙৰ হতুৱাই কোবাই শয্যাশায়ী কৰি বৰ মানুহে আকউ কোনটো নাকেৰে বৰ আদেশ দি পঠায়-- 'যা, দোলাভাৰীহঁতক দোলা কঢ়িয়াবলৈ মাতি আনগৈ?

সন্ধিৰাম : এৰা। মই এতিয়া কোনপিনে মৰোঁগৈ!

[কান্দোনৰ সুৰ প্ৰকাশ পায়]

শ্যামৰাম : সন্ধিৰাম! শুন। তয়ো সৰু মানুহ। আমাৰ লগৰ। তই বৰবৰুৱাৰ ঘৰৰ লগুৱাহে --- ল'ৰা নহয়। অত দিনে বৰ মানুহ তুষ্ট হোৱা কাৰ্য কৰা দেখিহে তই পুষ্ট হৈ আছ। বিতুষ্ট হোৱা কাৰ্য কৰিবৰ দিনাখনেই ৰাঘ'মৰাণৰ দৰে কোবাই, তোৰ দেহটোও কৰিব তেজেৰে ৰাঙলী।

[দোলাকাষৰীয়াবৰুৱা সোমাই আহে। আটাইয়ে সেৱা জনায়]

লবণ : সন্ধিৰাম। তই অত পলম কৰিছ কিয়?

সন্ধিৰাম : বৰুৱাদেউতা! ইহঁত বোলে নেযায়।

লবণ : যোৱা নোযোৱা তোৰ বিবেচনাধীন নহয়। তই আইগাৰহ ভৃত্য। আইগা শুনাইছ হৈছে। শ্যামৰাম!

শ্যামৰাম : দেউতা !

লবণ : তই দেউতা ঈশ্বৰলৈ সন্ধিৰামৰ আগত কি বতৰা কৈ পঠিয়াইছিলি?

শ্যামৰাম : সন্ধিৰামে তালৈ গৈ যি বুলি দোহাৰিছে, তাকে দেউতা।

লবণ : হুঁ। তহঁতে মৰণক ভয় নকৰ?

দশৰথ : কৰোঁ মোৰ দেউতা ঈশ্বৰ।

লবণ : মই শ্যামৰামক হে সুধিছোঁ।

বাখৰু : পিতায়ে আকউ ওপৰতে মাতে।

শ্যামৰাম : নকৰোঁ --- ।

লবণ : বাখৰু ! --

বাখৰু : দেউতা!

লবণ : তই ভয় কৰ নে নকৰ?



দশৰথ : কৰোঁ দেউতা ঈশ্বৰ।

লবণ : মই বাখৰুক হে সুধিছোঁ।

বাখৰু : পিতায়ে আকউ ওপৰতে মাতে।

লবণ : বাখৰু!

বাখৰু : দেউতা! লগৰ কাৰৈ লগে-ভাগেই উজায়।

দশৰথ : ভৰ বয়সত মাদলীফুটাটোৰ কথা শুন।

লবণ : পিচে, তহঁতে জনো মূৰ তুলি থিয় দিব পাৰিবি?

শ্যাম : পাৰিম।

বাখৰু : পাৰিম।

[............দশৰথে মাতিব খোজে...........]

অপৰূপী : ককাইদেউ! তই কি কৰিবলৈ মনস্থ কৰিছ?

শ্যাম : বৰমানুহৰ বলি-শালখনত মূৰটো সুমুৱাম বুলি মনস্থ কৰিচো ----

বাখৰু : কিয়নো বহুত দিন নৰবলি নেপাই গোসানী বিতুষ্টা হৈছে।

শ্যাম : ফুলেশ্বৰী কুঁৱৰীয়ে শুকুলা ম'হৰ বলিকটা তেজৰ ফোঁটেৰে মায়ামৰীয়া মহন্ত প্ৰমুখ্যে সবাৰে শুভ্ৰ কপাল ৰঙালী কৰোঁতে আহোমৰ সাতামপুৰুষীয়া ভেঁটিটো কঁপাই তুলিছিল ......ঠিক তেনেদৰে আমাৰ নৰবলিৰ তেজেৰে দেশৰ সৰু মানুহবোৰক ৰাঙালী নকৰিলে -- বৰ মানুহৰ চমটাৰ কোবে সৰু মানুহৰ সমাজৰ ৰাজাহাড়ডাল ভাঙি পেলাব।

মন্তিৰাম : শ্যাম! লঘোণে-ভোকে পাহাৰৰ পৰা আহিছ --অলপ জিৰাই শঁতাই ল।

শ্যামৰাম : পিতাই! শোৱা দিন আমাৰ উকলিল। বুকুত শিলৰ হেঁচা লৈ কিমান দিন শুম? পাটীৰ তলত কাঁইট ৰাখি নজনা ভাওজুৰি কাতি হলে পিঠিখন বিন্ধিব।

লবণ : চৈধ্য পুৰুষৰ বিন্ধিলোঁ।

শ্যামৰাম : সঁচা কথা। চৈধ্য পুৰুষৰ যাতনা কাতৰ মুখ কে'খন আজি আমাৰ চকুৰ আগত ভাঁহি উঠিছে। কৈছে, -- "আমি যাতনাত শুবলৈ নোৱাৰিলোঁ-- ঘুমটি নাহিল। তহঁতে মানুহৰ দৰে শুব লাগিব -- টোপনি আহিব লাগিব।"

সন্ধিৰাম : উদৰ সাতকাল গ'ল কেঁচা মাছ খাওঁতে। এতিয়াহে কিবা ভজা মাছ পাব?

শ্যামৰাম : সঁচা কথা। উদৰ সাতকাল কেঁচা মাছ খাওঁতেই গ'ল। কিন্তু যিজনে, -- বৰ মানুহৰ ঘৰত থাকি এইযাৰ কথা কবলৈ পাৰিছে, --- সেইজনে চুৰামকৰা চেলেকিবলৈহে পাইছে। ভজামাছ দূৰৰ কথা --- কাঁইটকণো চেলেকিবলৈ পোৱা নাই হ'বলা।

বাখৰু : জোঁকৰ মুখত চূণ পৰিল এইবাৰ।

দশৰথ ঃ শ্যাম ! দহোকুৰি। মনে মনে থাক। দেউতা ঈশ্বৰে মাতিছে যাগৈ। লাগিলে, ময়ো যাওঁ। সন্ধিৰা-!

সন্ধিৰাম ঃ অকল শ্যামৰাম গ'লেই নহৈছে। দশৰথ ! তয়ো, -- লগতে বাখৰু 'দেউতা' ও।

লবণ ঃ শ্যামৰাম ! সন্মত নে ?

শ্যামৰাম ঃ হয় দেউতা। আমি নিশ্চয় যাম। সৰু মানুহ সদায় সত্যৰ বাবে মৰিব। বৰ মানুহৰ দৰে সত্যক ঢাকি ৰাজউঁৰিৰ ভয়ত পেপুৱা লাগি সৰু মানুহে কেতিয়াও আঁসৈ নেমাতে ------ পাছ হুঁহকি নেযায়।

[যাবলৈ আগবাঢ়িলে .................]

SCREEN

শ্যামৰাম ঃ "......আমি আজি বিচাৰো সেইবোৰ বিচাৰকে ---- যিবোৰ বিচাৰ আমাৰ পূৰ্বপুৰুষসকলে নাপায় অবিচাৰত ----- অত্যাচাৰত মৰি গ'ল। ......................."

# বিচাৰ

## বৰবৰুৱাৰ ভিতৰচ'ৰা

### সময় ঃ- ৰাতিপুৱা, ফাগুন মাহ।

পিছদিনাখনৰ ঘটনা। [........ চালপীৰা এখনৰ ওপৰত চাতোনৰ দলিচা পৰা আছে। ওচৰতে লোটা এটা। লোটাটোৰ ওপৰত ফুলাম গামোচা এখন জাপি থোৱা আছে। শৰাই এখন গুৱা-পাণেৰে সজোৱা আছে। একাষত বেদী এখনৰ ওপৰত শ্ৰীকৃষ্ণৰ মৃন্ময় মূৰ্তি এটা। মূৰ্তিটোৰ কাষত পিতলৰ গছা এখনৰ ওপৰত সাঁচিপাতৰ "কীৰ্ত্তন ঘোষা", "নাম ঘোষা" পুথি দুখানি। ধূপ-ধূনাৰে আন্দোলিত চ'ৰাখন। বেৰত ওলমি আছে আহোমীয়া ৰিহা, পাতৰ "ছাল", হেঙুল-হাইতাল বোলোৱা উঘা, চেৰেকী; সিংখাপ, মেজাঙ্কৰিৰ চানেকিসমুহ। বৰপীৰা এখনত বহি আছে বৰবৰুৱানী শিলিখা। চালপীৰাখনৰ ওপৰত বহি আছে কুণ্ডল। দুয়োজনাই আগৰে পৰা কথাপাতি থকা যেন দেখা গৈছিল। ]

শিলিখা ঃ কুণ্ডল ! এইটো কেনেকৈ সম্ভৱপৰ হ'ব পাৰে?

কুণ্ডল ঃ - সম্ভৱপৰ কাৰণেই দোহাৰিছোঁ আইতা। তুমি এনেকৈ অমত হবা বুলি মই ধাৰণা কৰিব পৰা নাছিলোঁ।

শিলিখা ঃ দোলাভাৰীৰ জীয়ৰীক মই বোৱাৰী হিচাপে পাবলৈ কামনা নকৰোঁ। আপোন-মৰ্যাদাফেৰা তোৰ কাৰণে হেৰুৱাব নোখোজো।

কুণ্ডল ঃ আইতা, দোলাভাৰীৰ জীয়ৰীক বোৱাৰী হিচাপে আনিলে আপোন মৰ্যাদাফেৰা নেহেৰায়।



শিলিখা ঃ নেহেৰায় ? তই কলেই হব নেকি ? বৰবৰুৱাৰ বংশত নোহোৱা নোপোজা কাণ্ড কৰি তই কলঙ্ক আনিব খুজিছ ?

কুণ্ডল ঃ কলঙ্ক মই আনিব খোজা নাই। আগৰসকলে পন্থা দেখুৱাই দি গৈছে।

শিলিখা ঃ কুণ্ডল ! তই উপৰি পুৰুষৰ নাম মুখত নানিবি। তেখেতসকলে তোক শাও দিব। উপৰি পুৰুষে বংশৰ নাম উজ্জ্বল কৰি গৈছে ---- তোৰ দৰে বংশত কলঙ্ক আনিব খোজা নাছিল। সৰু মানুহৰ জীয়ৰীক আনি বৰমানুহৰ বৰভেটি গচকাব খুজিছ ?

কুণ্ডল ঃ আইতা ! সঁচা কথা। অপৰূপী সৰুমানুহৰ জীয়ৰী। বৰমানুহৰ বৰভেটি গচকিবৰ তাইৰ অধিকাৰ নাই বুলি আমি ক'ব নোৱাৰোঁ। কিয়নো প্ৰখ্যাত তুংখুঙীয়া ফৈদৰ স্বৰ্গদেউ ৰুদ্ৰসিংহৰ পুত্ৰ স্বৰ্গদেউ শিৱসিংহই চিনাতলীৰ সামান্য নটৰ জীয়ৰী --- দেৱালয় ৰনটী ফুলমতীক বিবাহ কৰাই "বৰৰজা ফুলেশ্বৰী" নাম দিছিল আৰু সিংহাসনত বহুৱাইছিল। কোৱা আইতা ! এতিয়া তুমি কোৱা -- উপৰি পুৰুষে সৰুমানুহৰ জীয়ৰীক ৰাজ-মৰ্যাদা দিছিলনে নাই ?

শিলিখা ঃ কুণ্ডল ! উদাহৰণেৰে বকলামেলি সমাজখনক বুজাব নোৱাৰ। সমাজবিদসকলে মত নিদিয়ে।

কুণ্ডল ঃ সমাজবিদসকল শাস্ত্ৰবিদ্ হ'লে বুজাব পাৰি। কাৰণ, শাস্ত্ৰকাৰ সকলে শাস্ত্ৰতে ধৰ্ম কৰ্ম, সমাজ, সংসাৰ, সংস্কাৰ আটাইৰে পন্থা দি গৈছে। সমাজবিদসকলে চালি-জাৰি চাব লাগে।

শিলিখা ঃ তোৰ কথাৰ বাবে সমাজে মূৰ নঘমায়। মাথোঁ সমাজে বুজে --- এইবোৰ সমাজত হ'ব নালাগে। সমাজ ............

কুণ্ডল ঃ আইতা ! তুমি যিখন সমাজৰ বিষয়ে বকলা মেলিছা -----সেইখন সমাজক জনাই দিব খোজো --"""ভৰতবংশৰ ৰজা শান্তনুৱে নদীয়ালৰ জীয়ৰী মৎস্যগন্ধাক বিবাহ কৰাইছিল।"

শিলিখা ঃ সেই বুলিয়েই আমি দোলাভাৰীৰ জীয়েকক বিয়া কৰাব লাগে ? বৰুৱা ফুকনৰ ঘৰৰ কতজনী জীয়ৰী আছে -- তাৰে এজনীক তই আঙুলিয়াই দে, মই ঠিক্ ঠাক্ কৰোঁগে। সৰুমানুহৰ জীয়ৰীক ......

কুণ্ডল ঃ (খঙেৰে) আইতা ! সৰুমানুহৰ জীয়ৰী বুলি অপৰূপীক নিঘিণাবা। তুমিও বৰমানুহৰ জীয়ৰী নোহোৱা।

শিলিখা ঃ কুণ্ডল ?

কুণ্ডল ঃ ক্ষমা কৰিবা আইতা। তোমাৰ ককাদেউতাহঁত আছিল বুঢ়া গোহাঁইৰ দোলাভাৰী। কিন্তু তোমাক দেউতাই বিয়া কৰাবৰ সময়ত তোমাৰ দেউতাৰাক পাতি দিলে দোলাকাষৰীয়া বৰুৱা, কিয়নো - "এই কথাটো সমাজত প্ৰজ্বলিত হয় বুলি। সেয়ে দেউতাৰা স্বৰ্গগামী হওঁতে তেখেতৰ পুতেকসকলক দেউতাই পাতি ললে দোলাকাষৰীয়া বৰুৱা।" ইমানেই বৰবৰুৱা বংশৰ আপোন মৰ্যাদা। (বৰবৰুৱানী মৌন হৈ গ'ল। কুণ্ডল চালপীৰাৰ ওচৰৰ পৰা আহি মাকৰ ওচৰলৈ গৈ আকৌ কলে ) আইতা ! মই জানো। তুমি মোৰ কথাত আঘাত পাইছা --দুখ পাইছা। কিন্তু উপায় নাই। মোক ক্ষমা কৰা আইতা !

(আইতাকক সেৱা কৰে। মাকে বুকুত সুমুৱাই লৈ কান্দে।)

শিলিখা ঃ কুণ্ডল ! মই সন্মত হ'লেও তোৰ দেউতাৰ কেতিয়াও সন্মত নহয়। তোক ক্ষমা নকৰিব।

কুণ্ডল ঃ তুমি বুজাব লাগিব আইতা। তোমাকতো দেউতাই বিয়া কৰাইছিল।

শিলিখা ঃ সেই তাহানিৰ মন -- তাহানিৰ ভাব , আজি আৰু তোৰ দেউতাৰৰ নাই। সময়ৰ লগে লগে সলনি হৈ পৰিছে।

কুণ্ডল ঃ তেন্তে মই কি কৰিম আইতা ?

শিলিখা ঃ সোণ ! সেইবোৰ সংকল্প এৰি পেলা। তোক সোণতসুৰগা চাই এজনী আনি দিওঁ -- তই অমত নহবি।

কুণ্ডল ঃ কিন্তু আইতা ! ..................

শিলিখা ঃ নুমুৰা জুই জ্বলাই নুতুলিবি কুণ্ডল। দহজনৰ শাওপাত পৰিলে কল্যাণ নহব।

কুণ্ডল ঃ আইতা ! দহজনৰ শাওপাত খায়ো যদি কুণ্ডলে কাণৰ কুণ্ডল দলিয়াই কল্যাণ কামনা নকৰি অপৰূপীকে গ্ৰহণ কৰে -- তেতিয়া জানো তুমি বোৱাৰী হিচাপে অপৰূপীক তোমাৰ চৰণ যুগলত ঠাই নিদিবা ?

শিলিখা ঃ (চিঞৰি) কুণ্ডল ! তই ...........তই...........
(লবণ সোমাই আহে)

লবণ ঃ মাক পুতেকৰ কিহৰ বাবে ইমান উখনা-উখনি লাগিছে? কুণ্ডল বোপা ! বাইদেউৰ এতিয়া বোৱাৰীৰ চিন্তাত মূৰৰ বিকাৰ ঘটিব যেনহে পাইছোঁ। তই সোনকালে বিয়াত সোমা। নহ'লে --

শিলিখা ঃ লবণ ! তয়ে মোৰ ল'ৰাটোক নষ্ট কৰিলি ?

লবণ ঃ মই ? তই কি কৈছ বাইদেউ ?

শিলিখা ঃ মই সঁচাকে কৈছোঁ।

লবণ ঃ সঁচা ? কুণ্ডলক মই নষ্ট কৰিছোঁ ? কোনে কলে ?

শিলিখা ঃ কোনোৱে কব নেলাগে। এনেয়ে জানিব পাৰিছোঁ। তোৰ বুধিতে ----

লবণ ঃ বাইদেউ তই কি বলকিছ?

শিলিখা ঃ দোলাভাৰীৰ জীয়েক অপৰূপীক বিয়া কৰোৱাৰ দিহা-ভৰসা- বুধি কুণ্ডলক কোনে দিলে ? তই নিদিলে ------

কুণ্ডল ঃ আইতা ! তুমি মোমাইদেউক কিয় দোষিছা ? মোমাইদেৱে মোক একো বুধি দিয়া নাই।

শিলিখা ঃ তেন্তে ?

কুণ্ডল ঃ মই অপৰূপীক ভাল পাওঁ। সেয়ে বিয়া কৰাবলৈ মনস্থ কৰিছোঁ।

শিলিখা ঃ (ঘৃণাৰে) ভাল পাওঁ ? তোৰ ক'বলৈ লাজ নেলাগিল ? গেলা বৰালিত চকুদি কৈছ -- "ভালপাওঁ"। নিলাজটো কৰবাৰ।

কুণ্ডল ঃ (অধৈৰ্যহৈ) আইতা ! ---- মোমাইদেউ ! এইখন ঘৰৰ আটাইবোৰ বলিয়া হৈছে।

লবণ ঃ এৰা --- ভাগিন। সুখত থকা মানুহেই সঘনে বলিয়া হয়।

শিলিখা ঃ লবণ ! [ ধমকৰ সুৰ ]



( লবণ ওলাই যায়গৈ। পিছে পিছে কুণ্ডলো যায় গৈ। ৰুদ্ৰ মূৰ্তিৰে দুৱাৰদলিত বৰবৰুৱানী কুণ্ডলহঁত যোৱা চাই থাকে। এনেতে সন্ধিৰাম বেগায় সোমাই আহি বৰবৰুৱানীক তেনে অৱস্থাত দেখি ভয়ত পেপুৱা লাগি "হে মোৰ ঈশ্বৰ !" বুলি কৈ ভিৰাই লৰ মাৰে। অলপ পিছতে চ'ৰাৰ পৰা বৰবৰুৱানী ওলায় যায়গৈ। ক্ষন্তেক সময় চ'ৰাখন শূন্য। লাহে লাহে ওজস্বিনী ভাবত বৰবৰুৱা সোমাই অহা দেখা গ'ল। আহি ভাবি-চিন্তি চালপীৰাখনত বহেগৈ।)

লৌহিত্য ঃ সন্ধিৰাম ! [ সন্ধিৰাম আহি আঁঠু লয়]

সন্ধিৰাম ঃ দেউতা ঈশ্বৰ !

লৌহিত্য ঃ ধোঁৱাপাণ।
(সন্ধিৰাম পিছুৱাই পিছুৱাই ওলায় যায়গৈ। বৰবৰুৱাই কিবা-কিবি ভাবি থাকে। সন্ধিৰাম সোমায় আহে ; হাতত ৰূপৰ গুড়্গুড়ীটি। সশ্ৰদ্ধাৰে বৰবৰুৱাৰ হাতত তুলি দিয়ে। একাষত শিৰ দোঁৱায় হাতযোৰ কৰি থিয় দি থাকে। বৰবৰুৱাই একান্তমনে ধোঁৱাপানত লাগি যায় ; ক্ষন্তেক পিচত মাতিলে ঃ- )

লৌহিত্য ঃ সন্ধিৰাম !

সন্ধিৰাম ঃ দেউতা ঈশ্বৰ !

লৌহিত্য ঃ তই ইয়াৰ পৰা যাগৈ।
[ সন্ধি আঁঠুলৈ গ'লগৈ। এক্ষন্তেক পিচত বৰবৰুৱানী সোমাই আহে। আগৰ উগ্ৰতা নাই -- মাথোঁ মনটো মৰা। ভাবৰো পৰিৱৰ্তন অহা বুলি দেখিলেই বুজিব পাৰি।]

লৌহিত্য ঃ বৰবৰুৱানী !

শিলিখা ঃ বঙহৰদেউ !

লৌহিত্য ঃ মনটো তোমাৰ মৰা দেখোন ? কিয় ? কিবা অথন্তৰ --

শিলিখা ঃ একো হোৱা নাই বঙহৰদেউ। [ বৰপীৰাখনত বহেগৈ]

লৌহিত্য ঃ তুমি মোৰ পৰা কথা লুকাইছা যেন পাইছোঁ। কি হৈছে ভাঙি কোৱা। -- অ' -- তোমাৰ চাগৈ বোৱাৰীৰ চিন্তাতে নিশা ঘুমটি নহ'ল নহয় জানো ? হেঃ হেঃ হেঃ !
[ আনন্দতে হাঁহে]

শিলিখা ঃ বঙহৰদেৱে ঠিকেই অনুমান কৰিছে।

লৌহিত্য ঃ এৰা -- মই জানো। সাধাৰণতঃ মাকবোৰৰ চিন্তা--কোনদিনাখননো বোৱাৰীৰ মুখখনি দেখো ! একেটি ল'ৰা ! কাণৰ কুণ্ডলৰ দৰে আটোম-টোকাৰিকৈ ৰাখি ডাঙৰ-দীঘল কৰিছোঁ কুণ্ডলক, - মনোমত বোৱাৰী আনি তাৰ ঘৰখন পাতি আমি ৰং চাব লাগিব, নহয় জানো শিলিখা ?

শিলিখা ঃ হয় বঙহৰদেউ। "আইৰ ঘৰলৈ যাম ---- হেঁপাহ পলুৱাই খাম-- বিধাতাই বোলে ময়ো পিছে পিচে যাম।" -- আমাৰ তেনে নহ'লেই ৰইখা বঙহৰদেউ।

লৌহিত্য ঃ তুমি কি উদ্দেশ্যে এই প্ৰবচনফাকি গালা ?

শিলিখা ঃ উদ্দেশ্য একো নাই বঙহৰদেউ।
[লবণ সোমাই আহে]

লবণ ঃ ভিনীহিদেউ ! গা ৰখীয়া সেনাহঁত আহি বাহিৰত অপেক্ষিছে। কি আদেশ হয় জনাব লাগে।

লৌহিত্য ঃ সিহঁতক বাটচ'ৰাতে টহলি থাকিবলৈ কোৱাগৈ , আৰু সন্ধিৰামক পঠিয়াই ঢুলীয়াবৰুৱাক মাতি আনাগৈ। -- আহিলে ঢুলীয়াহঁতৰ দ্বাৰা ঢোলপিটি ৰাইজক শুনাবলৈ ক'বা --"আজি দুপৰীয়া দোলাভাৰী মন্ত্ৰিৰামৰ পুতেক শ্যামৰামক গুৰুতৰ অপৰাধৰ বাবে ৰূপহী পথাৰত-- জ্বলন্ত অগনিকুণ্ডত পেলাই দিব।" যোৱা --- [ লৰণ যায়গৈ ]

শিলিখা ঃ আটাইকেইজনকে ক্ষমা কৰিলে --- অথচ শ্যামৰামক ক্ষমা নকৰিলে। কিয় বঙহৰদেউ ?

লৌহিত্য ঃ বৰলোকৰ ডিঙিলৈ হাতোৱা মেলাজনক কোনখন শাস্ত্ৰই ক্ষমা কৰিছে মোক ক'বানে তুমি? বাৰু। সেইবোৰ যাবলৈ দিয়া। কুণ্ডলৰ কইনা চোৱা-চিতা কৰিলানে?

শিলিখা ঃ এদিনতে চোৱা-চিতা কৰিবলৈ সময় হয় জানো বঙহৰদেউ? কুণ্ডলে ----

লৌহিত্য ঃ কুণ্ডলে --?

শিলিখা ঃ কুণ্ডলে বিয়া কৰাব খোজে অপৰূপীক।

লৌহিত্য ঃ কোন অপৰূপী?

শিলিখা ঃ দোলাভাৰী মন্ত্ৰিৰামৰ জীয়ৰী।

লৌহিত্য ঃ (হঠাৎ উচাপ খাই উঠে) কি? তুমি কি কৈছা?

শিলিখা ঃ কুণ্ডলে যি কৈছে তাকে দোহাৰিছোঁ বঙহৰদেউ।

লৌহিত্য ঃ সি বলিয়া হৈছে নেকি? দোলাভাৰীৰ জীয়ৰী মোৰ বোৱাৰী হব? কুণ্ডল! কুণ্ডল! কুণ্ডল ক'ত বৰুৱানী?

শিলিখা ঃ কুণ্ডলক কেলেই লাগে বঙহৰদেউ?

লৌহিত্য ঃ তাক মাতি আনি সোধা -- সি কাৰ সন্ততি? কোন বংশৰ? কোন ঘৰৰ ল'ৰা? তাক সোধা।

শিলিখা ঃ সুধিব নালাগে বঙহৰদেউ। আজিও জানো সি নজনাকৈ আছে?

লৌহিত্য ঃ তেন্তে?

শিলিখা ঃ তাৰ দেউতাক হে 'বৰবৰুৱা' -- উচ্চবংশৰ সন্ততি। কিন্তু তাৰ মাক -- দোলাভাৰীৰ জীয়েক বঙহৰদেউ।

লৌহিত্য ঃ (হতভিম্ব হৈ আবেগেৰে) শি -- লি --খা!

[ আসনৰ পৰা উঠি আহি শিলিখাৰ ওচৰলৈ যায়। মুখামুখিকৈ থিয় হয়। ]

শিলিখা ঃ বঙহৰদেউ!

[ চকুপানী ওলায়। সেৱা কৰে। বৰবৰুৱাই তুলি ধৰি মূৰটো বুকুত সুমুৱাই লয়। শিলিখাই উচুপে। বৰবৰুৱাই পিঠিখন পিহি কৈ গ'ল ]

লৌহিত্য ঃ চিঃ! নাকান্দিবা। তোমাকতো মই দোলাভাৰীৰ জীয়েক বুলি উপহাস কৰা নাই -- মৰ্যাদা দিয়াত তাৰতম্য ৰখা নাই ,কেলেই তুমি আজি সেইবোৰ নিজে খুঁচৰি উলিয়াই নিজৰে সন্মান লাঘৱ কৰিছা?

শিলিখা ঃ মই নিজে খুঁচৰি উলিওৱা নাই বঙহৰদেউ।



লৌহিত্য ঃ তেন্তে কোনে?

শিলিখা ঃ কুণ্ডলে --।

লৌহিত্য ঃ (দাঁত কৰচি) কুণ্ডলে! তাৰ মুখত চমটা লগাম । হেই কোন আছ? কোন আছ?

শিলিখা ঃ বঙহৰদেউ! বঙহৰদেউ! কুণ্ডলক একো নকৰিব। একেটি ল'ৰা ; আগলৈ --পিচলৈ নাই।

লৌহিত্য ঃ নহয় শিলিখা। তাক শাস্তি দিম। তাক -- তাক--

শিলিখা ঃ বঙহৰদেউ! কুণ্ডলৰ কোনো দোষ নাই। দোষ মাথোঁ মোৰ।

লৌহিত্য ঃ দোষ তোমাৰ? কেনেকৈ?

শিলিখা ঃ কুণ্ডলে সঁচাকে কৈছে। মই আপোনাৰ সহধৰমিণী। তথাপি দেশবিদ্যমানে জানে -- মই, দোলাভাৰীৰ জীয়ৰী। কুণ্ডল অকল বৰবৰুৱাৰে পো নহয়-- দোলাভাৰীৰ জীয়েকৰো পো বঙহৰদেউ। সেয়ে -- সি দোষী নহয়, দোষী মই।

লৌহিত্য ঃ হুঁ। (বৰবৰুৱাৰ ভাবৰ গতি সলনি হ'ল)

শিলিখা ঃ কুণ্ডলৰ সংকল্পই মোক চিন্তিত কৰি তুলিছে বঙহৰদেউ। এতিয়া উপায় --

লৌহিত্য ঃ উপায়! (ভাবে) বেছ। উপায় পাইছোঁ। সুন্দৰ উপায় পাইছোঁ বৰবৰুৱানী! চিন্তাৰ কাৰণ নাই।

(কুটিল দৃষ্টিপাত। ব্যঙ্গ হাঁহি এটি মাৰি বৰবৰুৱানীৰ মুখৰ পিনে চালে।)

শিলিখা ঃ কি উপায় বঙহৰদেউ?

লৌহিত্য ঃ অগনি-কুণ্ডত অকল শ্যামৰামকে পেলাই নিদিম ; লগতে দিম অপৰূপীকো --

শিলিখা ঃ (চিঞৰি) বঙহৰদেউ? ..................

লৌহিত্য ঃ আতঙ্কত তুমি চিঞৰি উঠিছা। ইয়াতকৈ সহজ উপায় নাই। তুমি নিশ্চিন্ত থাকা।

(কুণ্ডল সোমাই আহে। বৰবৰুৱাই ঘপহকৈ সোধে) কোন ? কোন তই ?

কুণ্ডল ঃ মই কুণ্ডল --

লৌহিত্য ঃ কাৰ সন্তান ?

কুণ্ডল ঃ (নিমাত)

লৌহিত্য ঃ কাৰ সন্তান?

কুণ্ডল ঃ বৰবৰুৱা লৌহিত্যৰ।

লৌহিত্য ঃ আৰু --?

কুণ্ডল ঃ আৰু .... আৰু ......

(এনেতে বৰবৰুৱানীয়ে টপৰকৈ মাত লগায়।)

শিলিখা ঃ আৰু দোলাভাৰীৰ জীয়েকৰ।

কুণ্ডল ঃ আইতা! (কিছুপৰ পাৰ হৈ গ'ল)

লৌহিত্য ঃ কুণ্ডল ! তোৰ বিয়াৰ আয়োজন কৰিছোঁ।

কুণ্ডল ঃ কাৰ লগত?

লৌহিত্য ঃ সেইবোৰ জনাৰ তোৰ কোনো অধিকাৰ নাই।

কুণ্ডল ঃ তেন্তে বিয়া পতাৰো কোনো অধিকাৰ নাই দেউতা।

শিলিখা : দেউতাৰৰ মুখে মুখে উতৰিবলৈ তোৰ লাজ নালাগিল?

কুণ্ডল : অন্তৰত বেদনা ৰাখি মুখত লাজ দেখুৱালে -- "সুপুত্ৰ" খিতাপটো যুগে যুগে মাক-দেউতাকহঁতে পুত্ৰহঁতক দি আহিব। আজি মোৰ সেই খিতাপৰ প্ৰতি মোহ নাইকিয়া হৈছে আইতা।

লৌহিত্য : তই অপৰূপীক বিয়া কৰাব খোজ।

কুণ্ডল : হয় দেউতা।

লৌহিত্য : অপৰূপী আৰু সৰু মানুহৰ জীয়াৰী।

কুণ্ডল : হয় দেউতা।

লৌহিত্য : অপৰূপী সৰু মানুহৰ জীয়ৰী।

কুণ্ডল : ফুলেশ্বৰী কুঁৱৰীও আছিল সৰু মানুহৰে জীয়ৰী --

লৌহিত্য : কিন্তু সেই সৰু মানুহৰ জীয়ৰীয়ে "বৰৰজা" হৈ -- সিংহাসনত বহি সৰুমানুহ মহন্তসকলৰে কপালত বলিকটা তেজৰ ফোঁট দিছিল -- যাৰ পৰিণামত আহোম ৰাজত্বৰ ধ্বংসৰ সূচনা হৈছিল।.....মই, তিৰোতাসেৰুৱা -- জীৱনীশক্তি বিলুপ্ত -- ভয়াতুৰ শিৱসিংহ নহয়। মই অচল-অটল-হিমাচল -- বৰবৰুৱা লৌহিত্য।

(সন্ধিৰাম আহি আঁঠু লয়)

সন্ধিৰাম : মন্তিৰামৰ জীয়ৰী অপৰূপীয়ে দেউতা ঈশ্বৰৰ সাইখাত পাব খোজে।

কুণ্ডল : (অস্পষ্ট সুৰে) অপৰূপী! (দৰ্শকে নুশুনিবও পাৰে)

লৌহিত্য : কোন?

সন্ধিৰাম : অপৰূপী দেউতা ঈশ্বৰ।

লৌহিত্য : অপৰূপী? কেলেই?

সন্ধিৰাম : গুৰু কথা থকা বুলি ক'লে .........

লৌহিত্য : কাৰ লগত?

সন্ধিৰাম : দেউতা ঈশ্বৰৰ লগত।

লৌহিত্য : যা-ক'গৈ। বৰবৰুৱা দেউতা ঈশ্বৰে দেখা নকৰে -- সামান্য মানুহৰ জীয়ৰীৰ লগত।

(সন্ধি যাবলৈ খোজ দিয়ে) নহয়। শুন। আহিবলৈ ক।

(সন্ধি থম্ থমকৰে থিয় হৈ থাকি বৰবৰুৱাৰ মুখলৈ ভেবা লাগি চাই থাকে।)

তই শুনিছ নে নাই?

সন্ধিৰাম : (চক্ খাই) দেউতা ঈশ্বৰ!

লৌহিত্য : যা-- আহিবলৈ ক'গৈ।

(সন্ধি গ'ল গৈ। ক্ষন্তেক পিছত অপৰূপী সোমাই আহি আঁঠু লয়। সেৱা কৰে। S তৎক্ষণাত পিতলৰ পঞ্চমুখী চাকি গছৰ আটাইকেইডাল শলিতা নুমাই যায়। S ভিতৰত স্কেচ্ মিউজিক বাজি উঠিল। চাকি নুমুৱা মাথোঁ কুণ্ডলৰ চকুত পৰে। বাকী কেইজনে গম নেপায়। চাকি নুমুৱাৰ লাগে লাগে কুণ্ডলৰ বুকুখন চিৰিং কৰি গ'ল -- সেয়ে ভিতৰত স্কেচ্ মিউজিক....।)

লৌহিত্য : অপৰূপী!

অপৰূপী : দেউতা ঈশ্বৰ!



লৌহিত্য : কি কথা আছে ক -- ।

অপৰূপী : দেউতা ঈশ্বৰ! মোৰ ককাইদেউ শ্যামৰামৰ মুকুতিৰ বাবে অধিনীয়ে সকাতৰে প্ৰাৰ্থনা জনাইছোঁ।

লৌহিত্য : প্ৰাৰ্থনা পূৰণ নহ'ব। অইন কি কথা আছে বেগতে ক।

অপৰূপী : দেউতা ঈশ্বৰ! গ'লনিশাৰ পৰা পিতাই ভৰম বলকি আছে। বলিয়া মানুহৰ দৰে এবাৰ হাঁহে -- এবাৰ কান্দে। একোবাৰ টোপনিতে ককাই দেউক চিঞৰি মাতে। দেউতা ঈশ্বৰে পিতাইৰ মুখলৈ চাই ককাইদেউক ক্ষমা কৰক। আগলৈ পিচলৈ আমাৰ কোনো নাই দেউতা ঈশ্বৰ .....(কান্দে)

(অপৰূপীৰ ৰূপ, অপৰূপীৰ কান্দোন, অপৰূপীৰ কথাত বৰবৰুৱানী বাৎসল্যৰসত উপনীত হয়।)

শিলিখা : বঙহৰদেউ! শ্যামৰামক ক্ষমা কৰক।

লৌহিত্য : কিন্তু ..........

শিলিখা : কিন্তু একো নাই বঙহৰদেউ। ছোৱালীজনীৰ মুখখনিলৈ চাই প্ৰথম দোষ বুলি ক্ষমা কৰক।

লৌহিত্য : ক্ষমা কৰিব পাৰোঁ! -- মাথোঁ এটা চৰ্তত অপৰূপী!

অপৰূপী : দেউতা ঈশ্বৰ .....!

লৌহিত্য : সেই চৰ্তটো কি জান?

অপৰূপী : নেজানো দেউতা ঈশ্বৰ।

লৌহিত্য : শ্যামৰামক মুকুতি দিম। কিন্তু তই শপত খাব লাগিব -- মই যি আদেশ দিম, .... তাক তই "বিনা প্ৰতিবাদে আখৰে আখৰে পালন কৰিম" বুলি।

অপৰূপী : ককাইদেউৰ প্ৰাণৰ বিনিময়ত, -- যিমানেই কঠোৰ আদেশ নহওক, মই আখৰে আখেৰে পালন কৰিম দেউতা ঈশ্বৰ।

লৌহিত্য : তেন্তে তই শপত খা।

অপৰূপী : ধৰমৰ নামত -- মোৰ উপৰি পুৰুষৰ নামত, -- দেউতা ঈশ্বৰৰ চৰণ চুই শপত খাইছোঁ, -- ককাইদেউৰ প্ৰাণৰ বিনিময়ত দেউতা ঈশ্বৰে যি আদেশকে শুনাব তাকেই মই আখেৰে আখৰে পালন কৰিম। (বৰবৰুৱাই অপৰূপীৰ অলক্ষিতে এটি কুটিল হাঁহি মাৰিলে।)

লৌহিত্য : বেছ, শুনি সুখী হৈছোঁ। (অলপ ৰৈ) শুন -- "দোলাভাৰী মন্তিৰামৰ জীয়ৰী অপৰূপীয়ে বৰবৰুৱাৰ ল'ৰা কুণ্ডলৰ লগত আজীৱন বিয়া সোমাব নোৱাৰে।"

(ভিতৰত কাঁহ পৰা শব্দ হ'ল, কুণ্ডল চিঞৰি উঠে।)

কুণ্ডল : দেউতা!

অপৰূপী : দেউতা ঈশ্বৰ !

(হুক্ হুক্ কৰে কান্দি বৰবৰুৱাৰ চৰণত উবুৰি হৈ পৰে।)

কুণ্ডল : দেউতা --

লৌহিত্য : মনে মনে থাক। ক --অপৰূপী -- ক। কোনটো লাগে --ক?

অপৰূপী : দেউতা ঈশ্বৰ! ক্ষমা কৰক!

লৌহিত্য : (খঙেৰে) অপৰূপী! মই কি কৈছোঁ শুনিছ নে নাই?

অপৰূপী : কিন্তু .........কিন্তু ..........দেউতা ঈশ্বৰ!
[ক'ব নোৱাৰি কান্দে]

লৌহিত্য : (চিঞঁৰি) অপৰূপী! কোনটো লাগে --ক। এপিনে ককায়েৰৰ জীৱন -- আনপিনে তোৰ শপত। শপত ৰাখিবি নে ককায়েৰক জ্বলন্ত অগনি কুণ্ডলৈ পঠিয়াবি?

অপৰূপী : দেউতা ঈশ্বৰ ! মই যে বাগ্‌দত্তা। মোক তেখেতে, এই বাখৰ- পতোৱা আঙঠি পিন্ধাই সহধৰ্মিণীৰূপে গ্ৰহণ কৰিছে আৰু মৰয়ো তেখেতক ৰঙালিৰ বিহুৱান ডিঙিত দি ওৰা প্ৰাণৰ শৰাইৰে মান ধৰি স্বামী বুলি সাত সেৱা কৰিছোঁ। মোক উপায় দিয়ক দেউতা ঈশ্বৰ।

লৌহিত্য : সামান্য দোলাভাৰীৰ জীয়ৰীৰ প্ৰণয়-পীৰিতিৰ কি মূল্য আছে? অবৈধ স্বামী-স্ত্ৰীৰ স্বীকৃতি সমাজে নিদিয়ে।

অপৰূপী : দেউতা ঈশ্বৰ! অপৰাধ নলব। ৰজাৰ জীয়ৰীৰ পৰা খৰিভাৰীৰ জীয়ৰীলৈ আটাইৰে প্ৰেম-পীৰিতি একে সুঁতিৰে বয়। মই দোলাভাৰীৰ জীয়ৰী হিচাপে --মোৰ মূল্য সমাজে নিদিব পাৰে; কিন্তু প্ৰেম- পীৰিতিৰ মূল্য অবৈধ হলেও সমাজে নুই কৰিব নোৱাৰে। কায়ো-মনে-বাক্যে তেখেত মোৰ প্ৰাণৰ দেৱতা।

লৌহিত্য : দীঘলীয়া কথা থ। কোনটো লাগে ক। আৰু তই মোৰ আদেশ বিনা-প্ৰতিবাদে মানিবলৈ শ পত খাইছ, মনত আছেনে নাই?

শিলিখা : বঙহৰদেউ! অপৰূপীক কুণ্ডলে গ্ৰহণ কৰিছে -- তেনেস্থলত অন্যথা কৰিব নালাগে -- আপুনি বোৱাৰী হিচাপে গ্ৰহণ কৰক।

লৌহিত্য : কি কৈছা তুমি? সামান্য দোলাভাৰীৰ জীয়ৰীক মই বোৱাৰী হিচাপে গ্ৰহণ কৰিম? অসম্ভৱ বৰুৱানী, -- অসম্ভৱ। অপৰূপী! তই তোৰ শপতৰ মৰ্যাদা ৰাখনে নেৰাখ?

অপৰূপী : ৰাখিম দেউতা ঈশ্বৰ। ককাইদেউৰ প্ৰাণৰ বিনিময়ত মই মোৰ ক্ষুদ্ৰস্বাৰ্থ বিসৰ্জন দিলোঁ। (ভিতৰত বীণাৰ তাঁৰ ছিগা শব্দ হ'ল)

কুণ্ডল : অপৰূপী !!!

অপৰূপী : দেৱতা মোৰ। মোক ক্ষমা কৰিব। (সেৱা কৰে)

কুণ্ডল : তই ........ কি কৈছ অপৰূপী?

অপৰূপী : বঙহৰদেউ! মোক সত্যত থাকিবলৈ দিয়ক। জীৱনে-মৰণে আপুনিয়ে মোৰ প্ৰাণৰ দেৱতা। আপোনাৰ কাৰণে আজীৱন মই অবিবাহিতা হৈ থাকিম। যি জনাৰ চৰণত মই প্ৰণয়-কুসুম প্ৰদান কৰিছোঁ সেই কুসুম অইন কোনো দেৱতাই নাপায়।
(লৌহিত্য আৰু শিলিখাই তধা লাগি অপৰূপী আৰু কুণ্ডলক চাই থাকে।)

কুণ্ডল : মই কি কৰিম?

অপৰূপী : আপোনাৰ--মোৰ মাজত সমাজৰ, বংশ-সন্মানৰ এখন পৰকাণ্ড বেৰ। এই বেৰখন আমি পাৰ হ'ব নোৱাৰি আজীৱন নীৰৱে চকুলো টুকিম। আমাৰ চকুলোৰ ধলে এদিন এই বেৰখন



উটুৱাই নিব। সেইদিনালৈ আমাৰ অস্তিত্ব থাকিব সঁচা -- কিন্তু এজনে তিয়াগ কৰে -- প্ৰাণ দিয়ে দহজনৰ কাৰণেই বঙহৰদেউ।

শিলিখা : অপৰূপী! তোক মই আশীৰ্বাদ কৰিছোঁ -- যেন চিৰদিনলৈ তোৰ এনে সুমতি থাকে।

অপৰূপী : আইচুদেউতা! (সেৱা কৰে)

লৌহিত্য : অপৰূপী! তোৰ শপত তই নিজে ৰখা বাবে সুখী হৈছোঁ। আগলৈও এনে মতি থাকক।

অপৰূপী : দেউতা ঈশ্বৰ ! (সেৱা কৰে)
(বৰবৰুৱা ওলাই যায় গৈ। অপৰূপী, -- কুণ্ডলৰ ওচৰলৈ আহি সেৱা কৰে। শিলিখা ওলাই যায় গৈ। কুণ্ডলে অপৰূপীক তুলি লয়। অপৰূপীয়ে বুকুত পৰি কান্দে ...........কুণ্ডলে পিঠিত হাত বুলাই কয় )

কুণ্ডল : নেকান্দিবি অপৰূপী! নেকান্দিবি। দহজনৰ কাৰণে তিয়াগ কৰিব যি জনাই পাৰে -- সেই অপৰূপী মানৱী নহয় -- দেৱী।।

SCREEN

শ্যামৰাম .........."এইটোক মুকুতি নোবোলে। হাতত শিকলি লৈ মৰণ বৰণ কৰিলে তাক মুকুতি নোবোলে -- বোলে বন্ধন আৰু এই বন্ধন -- যুগে যুগে নহয় খণ্ডন। ............."

# বন্ধন

## ৰাজ আলি

**সময় ঃ-- শেষনিশা, বহাগ মাহ ।**

চাৰি বছৰৰ পিচৰ ঘটনা। কেতেকী চৰাইৰ হিয়াভগা মাত শুনা গৈছিল। এন্ধাৰ আকাশখন তৰাবোলেৰে চিক্‌মিকাই আছিল। লাহে লাহে সন্তৰ্পণে দোলাকাষৰীয়া বৰুৱা লবণ, বৰবৰুৱাৰ হাউলিৰ পৰা আহি ৰাজআলিৰ মাজতে দূৰলৈ দৃষ্টি পেলাই থিয় হৈ থাকে। মুখমণ্ডল চিন্তা, ঘৃণা, খং, অভিমান আদিৰে ভাৰাক্ৰান্ত দেখা গৈছিল। খুব বেগাই হাতত যাঠি এপাট লৈ ভয় ভয়কৈ কাৰেঙৰ ফালৰ পৰা বৰবৰুৱাৰ আলধৰা সন্ধিৰাম ৰাজআলিলৈ সোমাই আহি দোলাকাষৰীয়া বৰুৱাৰ লগত ভেটাভেটি হয়। চিনিব নোৱাৰি দুখোজ পিছুৱাই গৈ বুকুত অলপ সাহ আনি সেপ্‌টুকি সোধে ----

সন্ধিৰাম : কোন? কোন?

লবণ : (খঙেৰে) সন্ধিৰাম!

সন্ধিৰাম : এাঁ .....! দেউতা ............বৰুৱা দেউতা ! (কঁপে)

লবণ : সন্ধিৰাম! শেহনিশা তই ক'লৈ গৈছিলি?

সন্ধিৰাম : বৰুৱা দেউতা ! মই ... মই ...... এই .......
লবণ : বেগতে নকৰ কিয় ? তই ক'লৈ গৈছিলি ?
সন্ধিৰাম : বৰুৱা দেউতা ! ক'ৰবাৰ বৈলে মানা কৰিছে ।
লবণ : কোনে ?
সন্ধিৰাম : দেউতা ঈশ্বৰে
লবণ : (ঘৃণাৰে) দেউতা ঈশ্বৰে ! কেলেই ?
সন্ধিৰাম : নাজানো মোৰ ঈশ্বৰ।
লবণ : তই জান। আসৈ মাতিব নালাগে। ক - ক, ভাঙি ক, -- ক'লৈ গৈছিলি -- কিয় গৈছিলি ?
সন্ধিৰাম : মই নেজানো বৰুৱা দেউতা।
লবণ : আকৌ আসৈ মাতিছ? তোক মই আজি টুকুৰা টুকুৰ কৰি কাটিম।
(কঁকালৰ হেংদানখন খাপৰ পৰা উলিয়াই লয়।)
সন্ধিৰাম : দেউতা ! ঈশ্বৰ মোৰ ! মোক নেকাটিব । মই এটাইখিনি ভাঙিপাতি কওঁ। (চৰণত উবুৰি হয়)
লবণ : ক --।
সন্ধিৰাম : মই ৰাজহাউলিলৈ গৈছিলোঁ
লবণ : কিয় ?
সন্ধিৰাম : বৰবৰুৱা দেউতা ঈশ্বৰে চেনেহী লিগিৰীক টোলত থৈ আহিবলৈ মোক পাচিছিলে।
লবণ : চেনেহী লিগিৰী ? তাই ক'লৈ আহিছিল ?
সন্ধিৰাম : দেউতা ঈশ্বৰৰ হাউলিলৈ।
লবণ : কেলেই ?
সন্ধিৰাম : দেউতা ঈশ্বৰে তাইক মাতি আনিছিল।
লবণ : কিয় ?
সন্ধিৰাম : দেউতাই সকলো জানে। মইনো আকৌ সেইবোৰ দেউতাৰ আগত কেনেকৈ বকলা মেলো।
লবণ : তথাপি তই ক'ব লাগিব। ক।
সন্ধিৰাম : দেউতাই যদি শুনিবলৈ ইচ্ছা কৰিছে, মোৰ কোৱাত কোনো আপত্তি নাই।
লবণ : বাগতি এৰ । আচল কথালৈ আহ।
সন্ধিৰাম : দেউতা ! চেনেহী লিগিৰীৰ লগত দেউতা ঈশ্বৰৰ গুপুত পীৰিতি আছে।
লবণ : হুঁ ! কিমান দিনৰ পৰা।
সন্ধিৰাম : দিন বুলি নক'ব দেউতা, -- কওক বছৰ। দহৰ দেউনা পাৰ হ'ল।
লবণ : এই কথা বৰবৰুৱানীয়ে -- জানিছিল নে নাই ?
সন্ধিৰাম : বহুবছৰলৈ নাজানিছিল। শ্যামৰামে কোৱাৰ এসপ্তাহ কাল পিছতহে জানিছিল।
লবণ : অত বছৰে বৰুৱানীয়ে কিয় জানিব পৰা নাছিল ?
সন্ধিৰাম : দেউতা ঈশ্বৰৰ একাচেকা স্বভাৱৰ পিনে লক্ষ্য ৰাখি আমিয়ে প্ৰাণৰ ভয়ত গোপনে ৰাখিবলগীয়াত পৰিছিলোঁ।
লবণ : হুঁ। এৰা ..........।



সন্ধিৰাম : জনাৰ পিচত সেই লৈয়ে দেউতা ঈশ্বৰৰ লগত আইচুদেউতাৰ বাক্‌বিতণ্ডা হৈছিল -- অৱশেষত গৈ মনোমালিন্যত পৰিণত হৈছিল।
(লবণ করুণ ভাবত উপনীত হয়)
লবণ : আৰু এই মনোমালিন্যই সৃষ্টি কৰিছিল বাইদেউৰ অকাল বিয়োগ। কান্দি কান্দি, -- বেৰত মূৰ খুন্দিয়াই বাইদেউ হৈছিল আউলী-বাউলী। ঘৰ গুচি বাঁহ-তল হৈছিল। এপিনে ভিনীহিদেউৰ চৰিত্ৰৰ অৱনতি-- আনপিনে কুণ্ডলৰ শেঁতা পৰা মুখ দেখি বাইদেৱে শৰণ ললে মৰণৰ। কিন্তু ...... তথাপি .......তথাপি ....সন্ধিৰাম.......
সন্ধিৰাম : বৰুৱা দেউতা !
লবণ : ছিঃ ! তই কেলেই এইবোৰৰ মাজত সোমালি ?
সন্ধিৰাম : মই "আইগাৰহ ভৃত্য" দেউতা। বৰলোকৰ কথাত আমি উঠা বহা কৰিবই লাগিব।
লবণ : এৰা। তই দোষী নহয় সন্ধিৰাম ! -- তই দোষী নহয়।
(পৰিৱৰ্তন)
সন্ধিৰাম : দেউতা ...................
লবণ : সন্ধিৰাম ! মানুহ ! ---- কোনবোৰ মানুহ অত্যাচাৰী হয় জান ?
সন্ধিৰাম : নেজানো মোৰ দেউতা।
লবণ : নহয় -- তহঁতে জান। কেৱল, পেটৰমুঠিৰ কথা চিন্তা কৰি, মুখখন মেলিবলৈ মাথোঁ সাহ নকৰ।
সন্ধিৰাম : দেউতা ! আপুনি ..................
লবণ : এৰা -- সন্ধিৰাম ! আজি মই বুজি উঠিছোঁ -- চকু মেল খাইছে। ...........যিবোৰ উচ্ছৃঙ্খল -- যিবোৰ চৰিত্ৰহীন -- সেইবোৰ মানুহেই হয় অত্যাচাৰী, -- হয় প্ৰজা উৎপীড়ক।
সন্ধিৰাম : এৰা দেউতা ! আমিনো কম চমটা খালোঁনে ? আমাকনো কম আত্যাচাৰ কৰিলিনে ?
লবণ : তহঁত পানীৰ তলৰ উদ্। তহঁতৰ সাতকাল কেঁচা মাছ খাওঁতেই অতিবাহিত হ'ব।
সন্ধিৰাম : হয় দেউতা ! আপুনি সুন্দৰ কৈছে ; শলাগিবলগীয়া। চাৰি বছৰৰ অগা-পিছাকৈ মন্তিৰাম দশৰথ মৰিল ! -- সেই কেঁচা মাছ খায়ে মৰিল বেচেৰাহঁত ! সিহঁতৰ পুতেকহঁতো মৰিব সাতকাল কেঁচা মাছ খায়ে। সৰু মানুহে ভজামাছ কোনদিনাখন খাবলৈ পাব দেউতা ?
লবণ : সেয়েতো মই কৈছোঁ -- অকল দোলাভাৰী মন্তিৰাম, দশৰথহঁতেই নহয় লগতে খৰিভাৰী, কাপোৰভাৰী, ঢুলীয়া-কালীয়া, হাতী-মাউত, ফান্দী এইবোৰেও সাতকাল কেঁচা মাছ খায়ে মৰিব লাগিব। (পূব আকাশ ৰাঙলী হ'ল। বহাগী কুলিয়ে মাতিলে।)
সন্ধিৰাম : দেউতা ! পূব আকাশ ৰাঙলী হৈছে। ৰাতিপুৱাল। আমাৰ যাবৰ হ'ল। --
লবণ : যাবৰ হ'ল ! এৰা। সঁচাকৈয়ে যাবৰ হ'ল। পূব আকাশ ৰাঙলী কৰি সূৰুয দেৱতা ওলাই আহে - নিতৌ পৃথিৱী পোহৰ কৰে। কিন্তু হে জ্যোতিদেৱতা ! তুমি, --- এই পৃথিৱীৰ কুকুৰ-চণ্ডালৰ দৰে পৰি থকা মানুবোৰক এন্ধাৰৰ পৰা পোহৰলৈ নিয়া।
( মূৰ দোঁৱাই প্ৰণাম কৰে। লাহে লাহে ওলায় যায়গৈ। পিচে পিচে সন্ধিৰামো যায়গৈ। ক্ৰমাৎ আকাশখন পোহৰ হৈ আহিল। চৰায়ে মাতিবলৈ ধৰিলে। কুলিৰ মাতত ৰাজআলি মুখৰিত। পুৱাৰ মলয়া বতাহত উটি আহিল বকুল ফুলৰ গোন্ধ, উটি আহিল "বৰ বৰ মানুহৰ দোলা" গীতটি। গীতটি সম্পূৰ্ণ ভিতৰত গাব লাগিব -- "সূচনা" দৰ্শনৰ দৰে। উটি অহা গীত হিচাপে

তিমান অস্পষ্ট নহয় যেন তালৈ সঙ্গীত পৰিচালকে লক্ষ্য ৰাখিব। "যুগে যুগে জাপি দিয়ে মেট্মৰা বোজাটি" এইগীতফাকি উটি আহোঁতেই কান্ধত দোলা লৈ শ্যামৰাম আৰু বাখৰু ৰাজআলিলৈ সোমাই আহি ওলায় যায়গৈ। দুয়োৰো কপালত -- গাত ঘামৰ টোপাল। আবোহী বৰবৰুৱা। কাষে কাষে গৈ থাকে দোলাকাষৰীয়া বৰুৱা .....দোলাভাৰীৰ সাজ-পাৰেৰে শোভিত শ্যামৰাম আৰু বাখৰু। দুয়োৰো মূৰত পাগ থাকিব -- যেনেকৈ আছিল বাপেকহঁতৰ। সিহঁতে দোলালৈ যোৱাৰ পিচতো গীতটি উটি আহি থাকিব। ......কাষত কলহ লৈ অপৰূপী নৈৰ ঘাটলৈ যাবলৈ আহি ৰাজআলিৰে পাৰ হৈ গ'ল। কান্ধত এসাজ কাপোৰ। .........

(তেতিয়া বহু দূৰৰ পৰা এটি বাঁহীৰ সুৰ উটি আহিছে। সেই সুৰে বুজায়--নৈৰ ইপাৰৰ পৰা কোনোবাই নাওত উঠি --সিপাৰলৈ গৈ থাকি বাঁহী বজায়। মহাপুৰুষ মাধৱদেৱ ৰচিত "তেজৰে কমলাপতি পৰ্ভাত নিন্দ" বৰগীতটো বাঁহীত বাজিব। অইন কোনো গীতৰ সুৰ বাঁহীত বাজিব নোৱাৰিব। সম্পূৰ্ণ গীতটো বাঁহীত উটি আহিব লাগিব।)

**বৰগীত**

তেজৰে কমলাপতি পৰভাত নিন্দ।
তেৰি চান্দ মুখে পেখোঁ উঠৰে গোবিন্দ।।
ৰজনী বিদূৰ দিশ ধৱলি বৰণ।
তিমিৰ ফেৰিয়া বাজ ৰবিৰ কিৰণ।।
শতপত্ৰ বিকশিত ভ্ৰমৰ উৰই।
ব্ৰজ বধু দধি মথে তুৱা গুণ গায়।।
দাম-সুদাম ডকে তেৰি লৈয়া নাম।
হেৰ দেখ উঠিয়া আসিল বলোৰাম।।
নন্দ গেল বাথানে গোৱাল গেল পাল।
সুৰভি চাৰিতে লাগে উঠৰে গোপাল।।
ক্ষীৰ-লৱণু লয়া শিঙ্গা বেত বেণু।
সকালে মেলিয়ো বৎস হেস্বালাৰে ধেনু।
কহয় মাধৱ মাই! কিনো তপসাইলা।
ত্ৰিজগতপতি হৰি ৰাখোৱাল পাইলা।।

সুৰ ক্ৰমান্বয়ে মাৰ গ'ল। কুণ্ডল এখুজি দুখুজিকৈ ৰাজআলিলৈ সোমাই আহি "উদাসভাৱে গছ-গছনি,আকাশ, দূৰ দিগন্তলৈ চায়। মুখমণ্ডলজুৰি করুণ প্ৰতিচ্ছবি। সাজ-পাৰৰ প্ৰতি সিমান চকু নাই। চুলিতো বহুদিন ধৰি তেল- টেঙা ঘঁহা নাছিল যেন অনুমান হয়। লাহে লাহে ওচৰত পৰি থকা আলিৰ দাঁতিৰ শিলটোত বহেগৈ। কিলাকুটিত ভৰদি ভাবিবলৈ ধৰিলে। এনেতে চাৰি বছৰৰ আগতে অপৰূপীয়ে কোৱা কথাখিনি কুণ্ডলৰ মনৰ বনত প্ৰতিধ্বনিত হ'ল -- নেপথ্যত মাইক যোগে --

**নেপথ্যৰ প্ৰতিধ্বনি**

(অপৰূপী ঃ) ......"মই দোলাভাৰীৰ জীয়ৰী -- আপুনি বৰবৰুৱা দেউতা ঈশ্বৰৰ পো। আমাৰ মাজত বিয়া হোৱাত বাধা-বিঘিনিৰ বৰভুঁইকঁপৰ সৃষ্টি হ'ব। কিন্তু আপুনি জানো আপোনাৰ বংশ-মান-মৰ্যাদা এৰি মোক সামৰি লব পাৰিব? মোৰ ফালৰ পৰা মই পাচ হুঁহকি নেযাওঁ। আপোনাৰ



ফালৰপৰা ভাবি চাবলগীয়া আছে।"

(কুণ্ডল শিহঁৰি উঠে। বহাৰ পৰা উঠি অলপ তহলি গছ এডালত হাত এখন দি চিন্তাযুক্ত হয়। তলমুৱা হৈ ভাবি লৈ ধৰোঁতে আকৌ মনৰ বনত অপৰূপীৰ কথা প্ৰতিধ্বনিত হ'ল) ঃ--

(অপৰূপী ঃ) ......"আপোনাৰ মোৰ মাজত সমাজৰ, বংশ-সন্মানৰ এখন পৰকাণ্ড বেৰ। এই বেৰখন আমি পাৰ হ'ব নোৱাৰি আজীৱন নীৰৱে চকুলো টুকিম। আমাৰ চকুলোৰ ধলে এদিন এই বেৰখন উটুৱাই নিব। সেই দিনালৈ আমাৰ অস্তিত্ব নাথাকিব সঁচা; কিন্তু এজনে তিয়াগ কৰে .......প্ৰাণ দিয়ে দহজনৰ কাৰণেই বঙহৰদেউ।"

(কুণ্ডল চমকি উঠি চিঞৰি উঠে) ঃ-

কুণ্ডল ঃ অপৰূপী! .....অ'।

(আত্ম উপলব্ধি হয়। লাহে লাহে গছডালৰ গুৰিৰ পৰা গৈ আকৌ শিলটোত বহি থাকে গৈ। অলপ পিচত অপৰূপী গা ধুই নৈৰ ঘাটৰ পৰা আহি সোমায়হি। কান্ধত এসাজ তিতা কাপোৰ। কাষত কলহ। কলহৰ পানী দুই এবাৰ ছিটিকি ৰাজআলিত পৰে। হঠাত কুণ্ডললৈ চকু পৰাত থমকি ওচৰলৈ গৈ মৰমসনা মাতেৰে মাত দিলে

অপৰূপী ঃ বঙহৰদেউ ! বঙহৰদেউ!

কুণ্ডল ঃ কোন? অ' অপৰূপী ! (মুখলৈ চায়)

অপৰূপী ঃ আপুনি এই ৰাতিপুৱাখন ক'লৈ আহিছিল বঙহৰদেউ?

কুণ্ডল ঃ ক'লৈ আহিম -- ক'লৈ যাম?

অপৰূপী ঃ এনেদৰে আলিৰ দাঁতিত এই সময়ত বহি থকাটো ভাল হোৱা নাই বঙহৰদেউ। কোনোবাই আকউ .................

কুণ্ডল ঃ বলিয়া বুলিব? হাঃ হাঃ হাঃ। নহয় জানো অপৰূপী?

অপৰূপী ঃ এজনী কুকুৰধুলি ছোৱালীৰ কাৰণে আপুনি আপোনাৰ জীৱনটো কেলেই নষ্ট কৰিছে বঙহৰদেউ?

কুণ্ডল ঃ ময়ো যদি তোক সেই আষাৰ কথাকে সোধো -- তই উত্তৰ দিবলৈ পাৰিবিনে অপৰূপী? (অপৰূপীৰ মুখলৈ চাই থাকে) নোৱাৰ অপৰূপী! তই উত্তৰ দিব নোৱাৰ। মই জানো।

অপৰূপী ঃ মই কথাত বান্ধ খাইছো -- আপুনিতো খোৱা নাই বঙহৰদেউ।

কুণ্ডল ঃ খোৱা নাই! সঁচা কথা। সদৰিকৈ ক'ব পাৰি। কিন্তু এজনী কুকুৰধূলি ছোৱালীয়ে যদি বৰমানুহৰ ল'ৰাৰ কাৰণে --দহৰ হিত চিন্তি, স্বাৰ্থ তিয়াগ কৰিব পাৰে বৰমানুহৰ ল'ৰাই কেলেই নোৱাৰিব সেইজনী ছোৱালীৰ কাৰণে জীৱন নষ্ট কৰিবলৈ?

অপৰূপী ঃ বঙহৰদেউ ! আপোনাৰ চিন্তাতে আইচুদেউতা ....................

কুণ্ডল ঃ (বহাৰ পৰা উঠি) অপৰূপী ! কিমান দূৰ সঁচা নাজানো, -- মোৰ চিন্তাতে আইতা ঢুকোৱা দহ ৰাইজে জানে, -- পুতেকৰ চিন্তাতে আইতাক ঢুকাল। কিন্তু মই জানো, দেউতাৰ চৰিত্ৰৰ অৱনতিয়ে আইতাৰ মৰণৰ কাৰণ; আৰু --- সেয়ে দিনে দিনে আইতাৰ আয়ুস চমু চপাই আনিছিল।

অপৰূপী ঃ সেইবোৰ জাহ যাবলৈ দিয়ক বঙহৰদেউ। ইয়াৰ পৰা ব'লক।

কুণ্ডল ঃ ক'লৈ?

অপৰূপী ঃ ঘৰলৈ বঙহৰদেউ।

কুণ্ডল ঃ কেলেই?

অপৰূপী ঃ আপুনি বৰবৰুৱাৰ পো। এদিন "বৰবৰুৱা" হ'বগৈ। সাত ৰাইজে আপোনাৰ ওচৰত আঁঠু ল'ব।

কুণ্ডল : কিন্তু মই কি ভাবিছোঁ জান অপৰূপী?

অপৰূপী : (নিমাত)

কুণ্ডল : মই ভাবিছোঁ তহঁতৰ কথা।

অপৰূপী : আমাৰ কথা? ...........

কুণ্ডল : এৰা -- তহঁতৰ কথা।

অপৰূপী : আমাৰ কথা কি ভাবিছে বঙহৰদেউ?

কুণ্ডল : চা অপৰূপী! বৰমানুহৰ দোলা কঢ়িয়াই কঢ়িয়াই তহঁতৰ বোপা-ককাহঁত মৰিল। আজি আকৌ সেই দোলাভাৰীহঁতৰ পুতেকহঁতে সেই দোলাখন কঢ়িয়াই নিছে। সিহঁতৰ পুতেকহঁতেও নিব লাগিব। (অপৰূপীয়ে মুখলৈ চায়) .............
মই বৰমানুহৰ ল'ৰা। বৰমানুহৰ ল'ৰা হিচাপে মোৰ কেকোঁৰাদোলা, চৌ দোলা আছে। বৰবৰুৱাৰ ল'ৰা "বৰবৰুৱা" হ'ব লাগে-- বিষয়-বাব খাব লাগে--যেনেকৈ দোলাভাৰীৰ পুতেক দোলাভাৰী হৈছে। কিন্তু মোৰ আভিজাত্যৰ মোহ, বিষয়-বাবৰ হেঁপাহ, বৰমানুহ বোলোৱা গৌৰৱ একোৱেই নাই অপৰূপী।

অপৰূপী : বঙহৰদেউ ! আজিৰ বৰবৰুৱা আৰু দোলাভাৰীৰ ব্যৱধান এদিন নাইকিয়া হ'ব। মানুহৰ অধিকাৰ এদিন দিব লাগিব।

কুণ্ডল : সঁচা অপৰূপী। মানুহ হিচাপে দোলাভাৰীৰ হেঁচাদি ৰখা অধিকাৰ এদিন বৰমানুহে দিব লাগিব।

অপৰূপী : দিব যে এদিন লাগিব, ময়ো জানো বঙহৰদেউ। অমৃতৰ কাৰণে সাগৰ মন্থন অকল দেৱতায়ে কৰা নাছিল -- অসুৰেও কৰিছিল। যদিও অসুৰিক বঞ্চিত কৰি দেৱতা মৰণজয়ী হ'ল তথাপি অসুৰৰ প্ৰাপ্য ভাগ এদিন দিব লাগিব।

কুণ্ডল : নিশ্চয় অপৰূপী। সমাজৰ অসুৰ-দেৱতাৰ ব্যৱধান সমাধান হলেই হেজাৰ-বিজাৰ কুণ্ডল -- অপৰূপীৰ অপূৰণীয় হাঁ-হুতাশ তিয়াগৰ জুইত পুৰি ভস্মীভূত কৰিব নালাগিব। কিয়নো আজিৰ বৰমানুহৰ দোলাখন এদিন গোহালি ঘৰত কাতিহৈ ভেঁকুৰি থাকিব। আজিৰ দোলাভাৰী এদিন ৰাজকাৰেঙত শুব -- আভিজাত্যৰ সাতখলপীয়া সিংহাসনত আৰোহণ কৰিব। ............
(দুয়ো ৰাজআলিৰ পৰা মন্থৰ গতিৰে ওলাই যায়গৈ আৰু লগে লাগে, লাহে লাহে দুফালৰ পৰা স্ত্ৰী নখন আহি লগ লাগে।) .......

**সমাপ্ত**



# বায়নৰ খোল

## যুগল দাস



## চৰিত্ৰৱলী

বায়ন. গায়ন. মেধি. পাঠক. বৰকত গাঁওবুঢ়া. গাঠলু. সাতোলা. জয়ৰাম. ইছলাম.
কন্দুৰা. খগেন. মাষ্টৰ. মেলৰ মেলুৱা. 'মিউজিক' মাষ্টাৰ দল.
তগৰ. "ভাওনা অংশৰ". ৰাম. লক্ষণ. পৰশুৰাম. মাৰিছ.
সুবাহু. সীতা. বায়ন. গায়ক.

## এক

বায়নৰ টোল। সময় দুপৰীয়া। আঁৰকাপোৰ দাং খোৱাত বায়নে ঘৰৰ ভিতৰত খোল বজাই থকা শুনা যায়। এবাৰ বায়ন ওলাই আহে। সূত্ৰধাৰীৰ ভংগিত শ্লোক মাতে।

শ্লোক

*যন্নামাখিল লোকশোকশমনং যন্নাম প্ৰেমাস্পদম্।*
*পাপাপাৰপয়োধিতাৰণবিধৌ যন্নামপীনপ্লৱঃঃ*
*যন্নামশ্ৰৱণাৎ পুনাতি স্বপচঃ প্ৰাপ্নোতি মোক্ষং ক্ষিতৌ।*
*তং শ্ৰীৰামমহং মহেশবৰদং ৱন্দে সদা সাদৰম্ঃ* (ৰামবিজয় নাট--শ্ৰীশঙ্কৰদেৱ)

শ্লোক শেষ হোৱাৰ লগে লগে মঞ্চত এন্ধাৰ নামে, বায়নৰ মুখত পোহৰ কেন্দ্ৰীভূত হয়, বায়ন পিচুৱাই যায়। সন্মুখত হঠাৎ আবিৰ্ভাৱ হয় সূত্ৰধাৰী *(বায়নৰ দিবা স্বপ্নত)।* সূত্ৰধাৰী নৃত্য আৰম্ভ হয়ঃ

সূত্ৰধাৰী নৃত্যৰ অন্ততো খোলৰ চাপৰ চলি থাকে। বায়নে গৃহত প্ৰৱেশ কৰে। মঞ্চসম্পূৰ্ণ পোহৰ হয়। নৈত গা ধুই মেলা চুলিৰে, তিতাকাপোৰ কেইখনমান হাতত আৰু কাষত পিতলৰ কলহ লৈ তগৰৰ প্ৰৱেশ। কলহটো একাষে থয়, তিতাকাপোৰ মেলি দিয়ে। মাজে মাজে বাপেকে খোল বজোৱাৰে বিৰক্তিৰে মন কৰে। তুলসীতল মছি এটা সেৱা কৰে। বায়নৰ খোল দ্ৰুত গতিতবাজিব ধৰে। তগৰে খণ্ডত এঠাইত থিয় হয়। খোলৰ শব্দ আকৌ মৃদু হৈ আহে।

তগৰ ঃ পিতাই! অ' পিতাই। আজি বোলো খোলডাল নেৰিবিয়েই নেকি?
প্ৰথম দুবাৰমানৰ মাতত বায়নে সঁহাৰি নিদিয়ে, তগৰ উপায় নাপাই বৰকৈ "পিতাই!" বুলি চিয়ঁৰে।

বায়ন ঃ *(ভিতৰৰ পৰা)* কি হ'ল অ' তগৰ?

তগৰ ঃ আজি বোলো খোৱা-বোৱা নকৰ নেকি?

বায়ন ঃ *(ভিতৰৰ পৰা)* কি হ'ল অ' তগৰ?

তগৰ ঃ আজি বোলো খোৱা-বোৱা নকৰ নেকি?

বায়ন ঃ *(ভিতৰৰ পৰা)* হেৰ, খাম খাম। ভাত নাখাম কিয়? এই গৈছোঁ--ৰহ্।
ভিতৰতে বায়নে খৰকৈ ছেঁও এটা বজাই, গামোচাৰে গাৰ ঘাম মছি মছি ওলাই আহে। তগৰৰ ওচৰত থিয় হয়।

বায়ন ঃ তোৰ হ'বলা ভোক লাগিছে?



তগৰ ঃ ভোক নালাগিব নেকি? বেলিটো গৈ কোনখিনি পালে মন কৰচোন!

বায়ন ঃ এৰা! বেলি ভালেখিনি হ'ল অ'!

তগৰ ঃ পুৱাতে গা-পা ধুই, তই কোন কাহানিতে ভাত-পানী ৰান্ধিলি। তাতপৰে ভাত চাগে শিল যেন চেঁচা হ'ল। মই গা-পা ধুই আহিলোঁ, কাপোৰো দুখন এছাৰি আনিলোঁ, তোৰ তেনেহলেই গাত চেতনেই নাই, ধিন্‌তাওঁ খিট্ তাওঁ মাৰিতেই আছ।

বায়ন ঃ *(মুঢ়া এটাত বহি)* হেৰ, খোলত চাপৰ দিবলৈ ললে গাত হুঁচ্ নাথাকে, গাত কিবা বালিকা চৰে, বুইছ? আমি খোল বজাবলৈ ললে আকৌ খোলৰ সতে কথা পাতোঁ।-
-তহঁতে তাৰ ৰহস্য কিটো পাবি?

তগৰ ঃ এহ্! হৈছে, হৈছে। এনে একেবাৰে ভাৰস্তত নোহোৱা কামটোহে যেনিবা! সময় নাইস ময়নাই । এতিয়া ভাত-পানী বঢ়া-কুঢ়াৰ দিহা কৰ নে নকৰ?

বায়ন ঃ কৰোঁ ৰহ্ আকৌ! ঐ বুইছ, খোল বাই বাই বৰ গৰম লাগিল পাই। মই সাউত্ কৰে নৈত জোবোৰা এটা মাৰি আহোঁ দে। যাম আৰু আহিম। চাওঁ লোটাটো দেচোন। তই কাঁহী-বাটী দুয়োৰ অখালি যতনাই থ। মই পাকতে আহি পামহি। তগৰে লোটা এটা ঘৰৰ ভিতৰৰ পৰা আনি খণ্ডেৰে দিয়ে। বায়নৰ লোটা লৈ প্ৰস্থান।

তগৰ ঃ যি মন যায় কৰি থাক।
তগৰে কলহটো লৈ ভিতৰ সোমায়। কাঁহী-বাটীৰ শব্দ শুনা যায়। এবাৰ চৰিয়াৰ পানী পলাবলৈ বাজলৈ আহে। পুনৰ ঘৰত প্ৰৱেশ কৰে। এনেতে জয়ৰাম প্ৰৱেশ। লগত ইছলাম।

জয়ৰাম ঃ তগৰ ঐ তগৰ!

তগৰ ঃ *(ভিতৰৰ পৰা)* বোলো কোন? কোন আহিছ অকণ ৰ'বি।

জয় ঃ বোলো দেদাই ঘৰত নাই নেকি অ'?

তগৰ ঃ *(প্ৰৱেশ কৰি, আঁচলেৰে হাত মছি মছি)* এ, জয়ৰাম ককাইটি দেখোন! ইছলাম ককাইটিও আহিছে! এ ৰহ ৰহ,--মুঢ়া ঢৰা কিবা এগোডোখৰ টান মাৰি ৰহ। মইথিতাতে আজৰি হৈ আহিছোঁ তগৰ ঘৰৰ ভিতত সোমায় ; জয়ৰাম আৰু ইছলামে মুঢ়া দুটাত বহে।

জয় ঃ *(কপালত যোৰহাত থৈ)* প্ৰভু! আশাচিত নকৰা যেন, প্ৰভু!

তগৰ ঃ *(বাজলৈ ওলোৱাৰ লগে লগে)* বোলো হাইঠা মাটিত পৰিল নেকি? তই জিলাৰ পৰা কাহানিবাই অহা গম পাওঁ দেচোন। এদিনলৈ ভুলতে বা আমাৰ ফালে পাক এটা মাৰোঁ!

জয় ঃ বাৰু বাৰু, ৰহ। মোক উশাহটো সলাবলৈ দে, *(ইছলামৰ পিনে)* ঐ, ইছলাম, তই বহিব নালাগে, তই আগবাঢ়।

তগৰ ঃ উৰা! সি আহিয়েই তপতে তপতে যাব নে?

জয় ঃ যক দে সি। কিবা এটা জৰুৰী কামলৈ পাচিছোঁ।

ইছলাম ঃ *(যাবলৈ ওলাই)* তই হ'লে ককাইটি, কামটো হাচিল কৰিহে যাবি।
তগৰ! আহিলোঁদেই। ভালে আছ নহয়? আকৌ দুচুৰা এদিন আহিলে সুদা মুখে নগৈছোঁ হ'লো ; হিদিনা চাহ নাস্তা কৰিহে যাম।

জয় ঃ *(ইছলামক)* হেৰ গলি নে? বেগেতে যা। আকৌ এদিন আহিলে, খাবিহি যা পকা মিঠৈ।

ইছলাম ঃ ঠিক আছে মই আহিলোঁ।

(ইছলামৰ প্ৰস্থান)

জয় : আঁ, এতিয়া তই হেঁপাহ পলুৱাই মোক গালি পাৰি থাক। বুইছ তগৰ! সময় কৰিব পাৰিলেহে আহিবি।

তগৰ : ক'তনো জাল-জুলুকি মাৰিবলৈ যাব?

জয় : তই ভু নাপাব দে। মোক গাঁৱৰ এই ডেকামখাই গাত তত নোহোৱা কৰিছে, বুইছ! আন নালাগে, সেই বৰাচুকৰ পেহীজনীকে মুখখন এবাৰ দেখা দি আহিব পৰা নাই। পেহীয়ে বা ভাবিছে কি? ডেকাখনে মোৰ চুৰ্তি হেৰুৱালে পায়। হয় দে।

তগৰ : ইহঁতখনকনো আকৌ কিহে পালে?

জয় : হেৰ, সিহঁতখনৰ গাত ডেকাধনী চৰিছে। এইবাৰ বছৰেকীয়া তিথি বোলে বৰ ডাঙৰকৈ পাতে। মই বোলে আগ ভাগ লব লাগে............
তগৰ, হেৰ দেদাই কেনি গ'ল? মাত শুনা নাই এথোন!

তগৰ : পিতাই গা ধুবলৈ গৈছে, দেহা শাত পেলাবলৈ।

জয় : এই পৰত?

তগৰ : পুৱাতে এবাৰ গা ধুলে। ভাত-পানীও ৰান্ধি অটালে। তাৰ পিচত খোল চপৰিয়ালে। গাত গৰম চৰিল! গাৰ গৰম নমাবলৈ নৈ লৈ লব ধৰিছে।

জয় : খোল চপৰিয়াইছে? কিবা ভাওনাৰ আখৰা চলিছে নেকি?

তগৰ : ভাওনা পাত ক'ত? সেই কাটি হৈ থকা ভঙা নামঘৰটোত? পিছে নকৈছোঁ! সেয়া আৰু! ভাওনা হওকেই বা নহওকেই, তিথিৰ দিন চমু চাপি অহাৰ লগে লগে আৰু সময় অসময় নোহোৱাকৈ খোল চপৰিয়ায়ে থাকিব।

জয় : এৰাটো দে! হেৰি নহয় অ'........................

তগৰ : কি?

জয় : এইবেলি ভাওনা পতাৰ উমঘাম নেদেখি ডেকাখনে থিয়েটাৰ এখন পাতিব খুজিছে অ'! আজিকালি গাঁৱে গাঁৱে থিয়েটাৰ পাতে, বুইছ! কেৱল আমাৰ গাঁওখনতহে আজিকোপতি থিয়েটাৰ এখন পতা নহ'ল।

তগৰ : আমাৰো এখন পাত আকৌ!

জয় : তাকে বোলো গাঁৱৰ ডেকা-বুঢ়া আটাইখনে লগ হৈ কিবা এটা সিদ্ধান্ত কৰোঁ। দেদাইক সেই কথাৰেহে জান দিবলৈ আহিলোঁ।

তগৰ : পিতাই আহি পায়হে লাগে। (বাটৰ ফালে চায়) ছেঃ! তোক চাহপানী এটুপি দিবলৈকো আজি আকৌ গাখীৰ নাই। ফিকাচাহ খাবি জানো?

জয় : হেৰ, নালাগে নালাগে। এই পৰত মই ফিকাচাহো নধৰিছোঁ, গাখীৰ দিয়া চাহো নাখাইছোঁ। চাও! মোক চেঁচা পানী এটোপা দেচোন। ৰ'দখনত ঘূৰি ঘূৰি অণ্ঠকণ্ঠ শুকাই গৈছে। চাও,পানীএগিলাচকে আন।

তগৰ : দিছোঁ বাৰু ; ৰহ।
তগৰে ভিতৰৰপৰা পিতলৰ বা কাঁহৰ গিলাচ এটাত পানী আনি জয়ৰামক দিয়ে। গামোচা এখন হাতত লৈ জয়ৰ কাষত থিয় হৈ থাকে।



জয় : *(পানী খাই)* এতিয়াহে জীউটো অহা যেন পাইছোঁ, পাই। এতিয়া আৰু দেদাইক লগ নধৰাকৈ নুঠিছোঁ অথোন, বাপেকে। *(অলপ ৰৈ)* ঐ তগৰ!

তগৰ : হোঁ............

জয় : কথা এটা হ'ল নহয়!

তগৰ : আকৌনো কি কথাটো হ'ল?

জয় : ক'ম জানো?

তগৰ : ক আকৌ।

জয় : মোৰ কথা নেপেলাওঁ বুলি ক!

তগৰ : উৱা! কথাটো শুনিলেহে ক'ব পাৰো।

জয় : তোক পলুৱাই নিয়া কথা নহয় দে।

তগৰ : যা এইটো। খোলোচাকৈ কৈ পেলা আকৌ!

জয় : তই আমাৰ থিয়েটাৰত বচন লব লাগিব।

তগৰ : কোনে?

জয় : তই...............

তগৰ : মই?

জয় : আঁ, তই।

তগৰ : মই বচন লব লাগিব? ঠেট্টা কৰিছ নেকি?

জয় : সঁচাই কৈছোঁ, তগৰ!

তগৰ : ছোৱালীয়ে থিয়েটাৰত বচন লব লাগিব? তাকো ল'ৰাবিলাকৰ লগত? আও মই নোৱাৰোঁ পাই। বাপজনমত নকৰা কাম। পিতায়ে শুনিলে চোঁচোৰাই নি নামদাঙৰ হাবিত মেলি দি আহিবগৈ।

জয় : তই দাং খাই নুঠিবিচোন! সকলোৱে একমুখে কৈছে,--তই বোলে বৰ ভাল ভাও দিব পাৰ।তহঁতৰ ইচকুলৰ বঁটা বতৰণী সভাত, জয়মতীৰ ভাও লৈ, তই বোলে আটাই খনকে কন্দুৱাই পেলাইছিলি?

তগৰ : এহ্। সেইবেলি তোৰ ইচকুলৰ বাইদেউহঁতে হেঁচা মাৰি ধৰা গুণেহে! ভাও লৈ পিচত পচতিপালি পালোঁ নহয়,--পিতাইৰ কুকুৰ পিঠা গালি! ঐ জয়ৰামকাইটি! বায়নৰ ঘৰৰ ছোৱালীয়ে ক'ত থিয়েটাৰ কৰা দেখিছ?

জয় : হেৰ, হেৰ! বায়নৰ ঘৰৰ বিড়ালীয়েওৰাগ টানে, বুইছ। তই বায়নৰ ঘৰৰ ছোৱালী গুণেতোনআকৌ সকলোৱে লায়ক হবি বুলি ভাবিছে,--আনৰ গুৰিলৈ নগৈ, তোৰ গুৰিলৈ আহিছোঁ।

তগৰ : ওহোঁ, ওহোঁ। কাবৌটি কৰিছোঁ ককাইটি, মোক নধৰিবি।

জয় : ঐ তগৰ! বৰ আশাৰে তোৰ গুৰিলৈ আহিছোঁ,--তই চেঁচা পানী ঢালি নিদিবি।

তগৰ : ওহোঁ, মই নোৱাৰিম, হাতযোৰকৈ মাতিছোঁ, মোক নধৰিবি। আটাইখনে হৈ দিব,--কত কথাৰতনা কৰিব!

জয় : কৰকচোন বাৰু কাৰ সাহ আছে। আমিখন মৰিলোঁ নেকি। গাঁৱৰ ভাই-ভনীখনে লগলাগি থিয়েটাৰ এখন পাতিলে,-- ইহ!--ভাৰস্তখন তললৈ যাব নেকি?

তগৰ : থিয়েটাৰ কৰা ছোৱালীবোৰক আটায়ে বেয়া চকুৰে চায়, ককাইটি!

জয় : চাব নোৱাৰিছে! হেৰ,--থিয়েটাৰ নকৰা ছোৱালীবোৰ হ'বলা একো একোজনী সতী সাধ্বী,--হোঁ? আজিকালি দেখোন সেয়া, থিয়েটাৰ বায়স্কোপত ভাল ভদ্ৰ ঘৰৰ জীয়াৰী-বোৱাৰীয়ে ভাও লৈয়ে আছে!

তগৰ : হলেও, থিয়েটাৰত বচন লবলৈ পিতায়ে মোক কেতিয়াও এৰি নিদিয়ে।

জয় : ঘপ্‌কৰে দিবলৈ টানো দেচোন,--পুৰণিকলীয়া মানুহ যেতিয়া!

তগৰ : পিতাইৰ মত নাপালেনো তোক মই কথা দিওঁ কোন সতে?

জয় : ৰহ্‌চোন ৰহ্‌। তাৰ আগতে মোক এটা কথা কচোন। --খোলোচাকৈ কবি আকৌ! ঐ! মোৰ লগত ভাও লবলৈ তোৰ কিবা আপত্তি আছে নেকি?--খুলি কবি!

তগৰ : ভাও ভাওৱেই। তোৰ লগত কৰা যি, আনৰ লগত কৰাও, সেই একে কথা। তোৰ লগত ভাও লবলৈ আকৌ কিয় বেয়া পাম--ভালহে পাম।

জয় : এৰাতোন আকৌ! বোলো মইনো এনে অলায়ক হ'লোনে? বৰ ভাল পালোঁ, তগৰ। ঐ শুন। তোৰ লগত মোৰ এই কৰাল থাকিল। দেদাইক কেনেবাকৈ পোনাব পাৰিলে, তোৰকোনোআপত্তি শুনা নাযাব। তোক *(তগৰৰ হাতত ধৰি)* হোৰ হোৰাই চোঁচোৰাই নিম বাপ্পেৰে *(টানি নিয়ে)*।

তগৰ : *(হাত এৰুৱাই)* চাওঁ চাওঁ, এৰি দে। চোঁচোৰাই নিবি যা। ...হয় নে ককাইটি! বোলো কি নাটনো মেলিবলৈ ওলাইছ?

জয় : হেৰ বৰ ভাল নাট,--আটায়ে ভাল পোৱা নাট--'সীতা সয়ম্বৰ'।

তগৰ : হয় নেকি? সীতাৰ ভাওনো কাক দিছ?

জয় : হেৰ সীতাৰ ভাওৰ কাৰণেইতোন ৰামচন্দ্ৰ জয়ৰামে তগৰবালা সীতাদেৱীৰ গুৰিলে হৰধনুভাঙিবলৈ লৰি আহিছে!

তগৰ : হয় নেকি? হৰধনু ভাঙিবি, যা! পিছে সীতাৰ ভাওত মোক শুৱাব জানো? সীতাৰ ভাও দিব মই পাৰিম জানো?

জয় : পাৰিবিতোন! কিয় নোৱাৰিবি?
ঐ! শুনচোন শুন! তই হবি সীতাদেৱী, মই হ'ম ৰঘুনাথ ৰামচন্দ্ৰ!......ভালযোৰ নহ'বনে বাৰু?

তগৰ : পাভযোৰ হ'ব দে!

জয় : পাভযোৰ?

তগৰ : অঁ পা-ভ-যো-ৰ! হাঁহি ছাত্‌কৰে আঁতৰি যায়। মোৰ লাজ লাগে পাই

জয় : ঐ তগৰ শুনচোন শুন!
(তগৰে যেন ঠেহ পাতি আঁতৰি থিয় হয়।)

জয় : উৰা! মুখখন ওন্দোলাই পেলালি দেখোন! হ'ল কি?

তগৰ : তগৰ বুলি মাতিছ কেলেই?



জয় : অ' কি বুলিনো মাতিম তেনে?

তগৰ : তোৰ লগত কোনে ভাও কৰে? বচন পাহৰিলিয়েই। কিয়? সীতা বুলি মাতিব নোৱাৰ?
দুয়ো ৰগৰত হাঁহে।

জয় : এৰা, এৰা, মোৰ ভুল হ'ল,.......ভুল হ'ল। খেমা কৰদে এই বেলিলৈ। আৰু ভুল নকৰোঁ।....."খেমা কৰা দেৱী,--সীতা প্ৰাণেশ্বৰী মোৰ।"

তগৰ : *(জয়ৰ কান্ধত মূৰ থৈ)* প্ৰাণেশ্বৰ!--ৰঘুনাথ।
দুয়ো আকৌ হাঁহে। তগৰে হাঁহি হাঁহি ঘৰ সোমায়। জয়ৰাম পাচে পাচে দুৱাৰদলি পায়গৈ।

জয় : ঐ, ঐ! পলালি কিয়? ঐ মৰতি, শুনচোন, শুন।
এনেতে বাজত বায়নৰ গল হেকাৰি শুনা যায়। জয়ৰাম সন্তম্ভ হয়। লগে লগে বায়নৰ প্ৰৱেশ।

বায়ন : নাৰায়ণ! নাৰায়ণ!
*(জয়ৰামক দেখি)* হেৰ জয়ৰাম দেখোন ! দুপৰীয়াখন আহিলি ক'ৰপৰা?

জয় : *(বায়নক লুপুটকৰে ভৰি চুই সেৱা কৰে)* তোকে লগ পাই যাওঁ বুলি আহিলোঁ, দেদাই!

বায়ন : হ'ব হ'ব, উঠ ঈশ্বৰে মংগল কৰক।
বায়নে তিতাকাপোৰ মেলি দি, গা মছি মছি কয়।
হেৰ, তই বোলে জিলাৰপৰা কোন কাহানিবাই আহিলি! তোৰ দেখোন ছাটোকে দেখিবলৈনাই!

তগৰ : *(দুৱাৰেৰে মুখ ভমুকিয়াই)* ময়ো তাকে কৈছোঁ, পিতাই! ককাইটি জিলালৈ গৈ বৰ মানুহ হৈ আহিল।

জয় : বেয়া নাপাবি দেদাই,--সময়কে কৰিব পৰা নাছিলোঁ। গাঁৱৰ ডেকাখনে ইটো সিটো কথাৰে মোক হাৰাশাস্তি কৰিছে। বাৰে পাছি লেঠা নুগুচাই হ'ল দেখোন, দেদাই।

বায়ন : হক দে বোপাই! গুণ নহলেও তেও ধৰ্ম হ'ব। এই খণ্ডত পঢ়া-শুনা জনা ল'ৰা বুলিবলৈ আৰু নো কোন আছে। পিছে আহিলি কি সকামত?

জয় : সকাম বুলিবলৈ দেদাই, সেই বছৰেকীয়া তিথিটো আহি পালেহিয়েই নহয়?

বায়ন : অঁ, আহি পালেহি।

জয় : তিথিটো এতিয়া কি দৰে পাত?

বায়ন : কিয় সুধিলি?

জয় : গাঁৱৰ ডেকাখনে, দেদাই, এইবেলি তিথিটো ভালদৰে পাতিবলৈ বৰ হাউচ কৰিছে. সেই কথাৰে মানুহবোৰক মেললৈ জান দি ফুৰিছোঁ।

বায়ন : হয় নেকি? বৰ ভাল কথা। এৰা, ল'ৰাহঁতৰ এনে মতিগতি দেখিলেহে আমি বুঢ়াখনে মনত বল পাওঁ। মেলনো কেতিয়া চপাব খুজিছ।

জয় : আজি গধূলিলৈকে, দেদাই।

বায়ন : সকলোকে জান দিয়া হ'ল জানো?

জয় ঃ ওঁ! দিয়া হ'ল দেদাই। সকলোকে এফালৰপৰা জান দি সৰ্বশেষত তোৰ ঘৰ সোমাইছোঁহি।মেলখন গাঁৱৰ মাজ ঠাই, সেই স্কুলঘৰতে পতা দিহা কৰিছোঁ।

বায়ন ঃ ওঁ। পাছে তিথিনো পাত ক'ত? নামঘৰৰ অৱস্থাও হ'ল সেইয়া--কাটি হোৱা ভাগেই থাকিল।

জয় ঃ নামঘৰটো থিয় কৰিবই লাগিব, দেদাই। নামঘৰটো এনেদৰে অৱহেলা কৰা, বৰ গৰ্হিত কাম হৈছে। যাবিচোন দেদাই। গধূলিলৈ পাক এটা মাৰিবি।

বায়ন ঃ তহঁতৰ ডেকাচামে মন কৰিলে কিবা এটা হ'বগৈ পাৰে। বুইছ বোপাই! নামঘৰৰ বুঢ়া ডাঙৰীয়া বিতুষ্ট হৈছে। শলাবন্তি গছহে কোনোমতে ধিমিক ধামাককৈ জ্বলি আছে। তেনেহলে আজি কেইবছৰে ভাওনা এখনকে পাতিব পৰা নহ'ল, মন ক বাচোন।

জয় ঃ আজি যাবিচোন বাৰু, কি কৰিব পাৰি চাওঁ!

বায়ন ঃ যাম যা, নাযাম কেলেই?

জয় ঃ মই তেনেহলে উঠোঁহে, দেদাই!

বায়ন ঃ অঁ, বোপাই যা। ময়ো চাউলসিজোৱা কেইটা ধৰোঁগৈ।

জয় ঃ ঐ তগৰ আহিলোঁদেই!

বায়ন ঘৰ সোমায়।

তগৰ ঃ *(ঘৰৰ পৰা ওলাই আহি)* যাৰ নেকি? আকৌবা কেতিয়াকৈ আহিবলৈ মনত পৰে

জয় ঃ ঐ! ভেটা এবাৰ ভাঙিল যেতিয়া, আহি থাকিম যা। আহিলোঁ দেই।

জয়ৰ প্ৰস্থান। তগৰ জয়ক আগবঢ়াই দি পদূলিমুখত খন্তেক ৰয়--মনত চিন্তা, ভয় আৰু সংকোচৰ ভাব ফুটি ওলায়।

বায়ন ঃ *(ঘৰৰ ভিতৰৰ পৰা)* তগৰ ভাত খাহি।

তগৰ ঃ তই খাচোন—মই গৈছোঁ। (স্বগত) সীতাৰ ভাও! সীতা দেৱী। ভালখন হ'ল দে.........................

মুখত সোপা দি তগৰ ঘৰৰ ভিতৰ সোমায়। লগে লগে গুণগুণাই গায়নে প্ৰৱেশ কৰে।

গায়ন ঃ কৃষ্ণ! কৃষ্ণ।

তগৰ ঃ *(পুনৰ ওলাই আহি)* এ, বৰপিতাই দেখোন, বহ, বহ।

মুঢ়া এটা গায়নলৈ আগবঢ়াই দিয়ে। গায়ন বহে। ভিতৰৰপৰা তামোলৰ বটা খুন্দনা আনে।

গায়ন ঃ বোলো তগৰ। পিতায়েৰে ভাতৰ ভাগৰ মাৰিছে হবলা।

তগৰ ঃ ক'ত ভাতৰ ভাগৰ মাৰিছে? ভাতৰ পাতত এই বহিছে এথোন!

গায়ন ঃ হয় নেকি? আও! বায়নৰ আজি চাউলসিজোৱা ধৰাত পলম হ'ল একা!

তগৰ ঃ পিতায়ে আজি খোল বজাবলৈ লৈ, ভাতৰ কথাই পাহৰিলে।

গায়ন ঃ হয় নেকি? মই হওঁতে ঠিকেই অনুমান কৰিছিলোঁ-- বোলো আকৌ খোল চপৰিয়াই থাকোঁতেই পাওঁগৈ নেকি!

তগৰ ঃ বৰপিতায়ে ভাত খালি নে নাই?

গায়ন ঃ এমুঠি ধৰা হ'ল আই! মুহুদি কৰিয়েই এইখিনি পালোঁহি। যাম ক'লৈ? আমি হলোঁ পালত ঠাই নোপোৱা বুঢ়া হালোৱা, বাঘেও আমাক নোখোৱা হ'ল, বুইছ!

তগৰ ঃ হয়নে বৰপিতাই ; আজি বোলে ইচকুল ঘৰত কিবা মেল বহে?

গায়ন ঃ আঁ! জয়ৰামে তেনে বায়নকো জান দি গ'লহি।



তগৰ ঃ অঁ আকৌ! তই অহাৰ আগে আগে পিতাইক জান দি গৈছে। তিথি বোলে এইবেলি ডাঙৰকৈ পাতে?

গায়ন ঃ হেৰ থ থ। তিথি ডাঙৰকৈ পাতে! বোলোঁ তিথি পাতে ক'ত?.............সেই ভঙা নামঘৰটোত? তিথি আৰু আমাৰ দিনতে যেনেদৰে পাতিব লাগে, পাতিলোঁ। ভাওনা সবাহৰে তেনে তিথি আৰু পাতিব পাৰিব নে?

তগৰ ঃ কেলেই নোৱাৰিব, বৰপিতাই? ডেকাখনক তহঁতে বুধি ভৰষা দি শিকাই-বুজাই ল আকৌ!কেনেকৈ লবি? আজিৰ ল'ৰাই নাম এযাৰ গাব নোৱাৰে, ৰাগ এটা টানিব নাজানে, খোলত কোনো দিনা চাপৰ এটা মাৰি নাপালে আৰু গুৰু গোসাঁইলৈকো তাহাঁতৰ ভয় ভক্তি বোলা বস্তুটো নোহোৱা হ'ল।

তগৰ ঃ তহঁতকনো গীত-মাত কোনে শিকাইছিল?

গায়ন ঃ আমাক? আমি সত্ৰত শিকা। তোৰ পিতায়েৰ আৰু মই, চুৰিয়া পিন্ধা দিন ধৰি সত্ৰত গৈ আছিলোঁ। বৰ কষ্টকৈ গীত-মাত শিকিছিলোঁ, বুইছ। আজি পিতায়েৰৰ লেখিয়া বায়ন, এই খণ্ডত আৰু এজন ওলাব নে?

তগৰ ঃ হয় নে বৰপিতাই! তই বোলে এবাৰ সত্যভামাৰ ভাও লৈছিলি?

গায়ন ঃ হেৰ মাইকী ভাও মই কোনটো লোৱা নাছিলোঁ? কুন্তী, মন্দোদৰী, দ্ৰৌপদী--যতমানে ভাওনাৰ তিৰোতাৰ ভাও, মইহে লৈছিলোঁ!

তগৰ ঃ হয় নে বৰপিতাই! এবাৰ বোলে তই দ্ৰৌপদীৰ ভাও লওঁতে, তোৰ মূৰৰ চুলিকোছা দুশাসনৰ মুঠিতে গ'ল?

গায়ন ঃ *(দাং খাই উঠি)* কোনে কৈছে, কোনে কৈছে? তোক কোনে ক'লে?

তগৰ ঃ তাহানিতে বৌটিয়ে এদিন কৈছিল।

গায়ন ঃ অঁ, তায়ে ক'ব লাগিব। এৰা। মাৰৰ কথা মনত পৰিলে কিবাখন লাগি যায় দে । বৰ সাদৰীতিৰোতা আছিল অ, মাৰ! কিবা বোলেনে মই ভাও লোৱা কথা সুধিছিল নহয়? মই আগেয়ে ভাওনাত বিলাপ জুৰিলে, গোটেইখন ৰভাতলি কাঁহ পৰি জীন যায়, হেই তোৰ তিৰোতামখাই উচুপিবলৈ ধৰে!

তগৰ ঃ বৰপিতাই! বিলাপ এটাকে জোৰ দে, শুনো।

গায়ন ঃ ঐ মৰতী! এই দুপৰীয়াখন বিলাপ জোৰে?

বায়নে গামোচাৰে মুখ মচি মচি ওলাই আহে, মুঢ়া এটাত বহে। তগৰে খুন্দা তামোল দিয়ে।

বায়ন ঃ কিহৰ বিলাপ, গায়ন বৰা?

গায়ন ঃ শুনাচোন তাইৰ কথা! এই ভৰ দুপৰীয়াখন তাইক বোলে মই বিলাপ জুৰি শুনাব লাগে!

তগৰ ঃ তোৰ বিলাপ আমি শুনা নাই শুণেহে আকৌ!

বায়ন ঃ হেৰ, শুনিবি, শুনিবি। বুঢ়া ডাঙৰীয়াৰ ধৰ্ম থাকিলে, গীত-মাত ভাওনা, সকলো আকৌ পাবি।

গায়ন ঃ কেনেকৈ পাব বুলি কৈছাহে, বায়ন?

বায়ন ঃ এইবেলি তিথিত ভাওনা এখন পাতিব লগা হয়গৈ নেকি গায়ন বৰা!

গায়ন ঃ তিথি পতা মেললৈ জান দিয়াৰ বাবে ক'লা নেকি?

বায়ন ঃ চোৱা যকচোন বাৰু, ক'ৰ পানী ক'লৈ যায়। জয় ৰামৰ মুখে যি শুনিলোঁ, ডেকাখনৰ মতি-গতি, অলপ ভাললৈ আহিছে নেকি!

তগৰ ঃ বৰপিতায়ে আকৌ মাইকীৰ ভাও লবি নেকি?

গায়ন ঃ শুনিলা বায়ন, এই মৰতীৰ কথা! হেৰ, কিবা বোলেনে মোৰ এতিয়াও মাইকী ভাও লোৱাৰবয়স আছে নে?

তগৰ ঃ মাইকীৰ ভাও তেনেনো কোনে লব?

গায়ন ঃ লব আৰু কোনোবা দেখনিয়াৰ ডেকা ল'ৰাই।

তগৰ ঃ মতা ল'ৰাই আজিকালি মাইকীৰ ভাও লবলৈ নাপায়হে মৰিছে। তহঁতে আকৌ ছোৱালীকো ভাওনাত ভাও লবলৈ নিদিয়।...........দিলে ময়ে ললোঁহেঁতেন।

বায়ন ঃ তগৰ! তই ইয়াৰপৰা আঁতৰ হ,--ভিতৰলৈ যা..ভাত খাগৈ, যা।

গায়ন ঃ হেৰ ভাওনাত তিৰোতাই ভাও লোৱা নিষেধ,.....বুইছ.................
তগৰে বটা খুন্দনা সামৰি লৈ দুষ্টালি হাঁহিৰে ঘৰ সোমায়ঃ

বায়ন ঃ থোৱা গায়ন তাইৰ কথা। পিচে গায়ন বৰা, গধূলি মেললৈ যাবা নহয়?

গায়ন ঃ যাব লাগিব,--যাম দিয়া। পিছে....

বায়ন ঃ আকৌ কিহৰ পিছে?

গায়ন ঃ ক'ত ৰবা। সঁচায়ে ক'লে নে মিছায়ে ক'লে কতা, এই জয়ৰামে কথাৰ চলতে দেখোন কাণ চুৰালে বোলে এইবেলি তিথিত ডেকাখনে কিবা থিয়েট্ৰৰ পাতে!

বায়ন ঃ থিয়েট্ৰৰ পাতে? কি ক'লে? বছৰেকীয়া তিথিত থিয়েট্ৰৰ? মোকতোন তেনে কথাৰ ঘুণাক্ষৰেও ইঙিত নিদিলে। আমি গায়ন বায়ন, মেধি, সাতোলাবোৰ মৰিলোঁ নেকি?

গায়ন ঃ নহয়নো কি?

বায়ন ঃ তিথিত ভাওনা পাতিলে পাতক, থিয়েট্ৰৰ হ'ব নোৱাৰে। আমি বিদ্যমানে আমাৰ গাঁৱত থিয়েট্ৰৰ সোমায়! থিয়েট্ৰৰ পাতিবলৈ মই কেতিয়াও মত নিদিম--চাফ কথা।

গায়ন ঃ নিদিবাতোন! আমাৰ মুঠি এৰি নিদিবা, বায়ন।

বায়ন ঃ *(খন্তেক চিন্তা কৰি)* মোৰ এটা কথা চেবাইছে, গায়ন....

গায়ন ঃ জানো!

বায়ন ঃ জানো কিয় চেবালে! জয়ৰাম জিলাৰ পৰা ওভতাৰপৰা চে বাইছে। এই জয়ৰাম কিজানি গাঁৱত কলি হৈ সোমাল। ---অল্প বিদ্যা ভয়ংকৰী, গায়ন বৰা।

গায়ন ঃ ভয়ংকৰী--মহাভ য়ংকৰী বায়ন।

বায়ন ঃ নাই, নাই। মই মেললৈ নাযাওঁ দিয়া, গায়ন বৰা।

গায়ন ঃ মেললৈ আকৌ নাযাবা কিয়? মেললৈ আমি যাম।

গায়ন ঃ মেলত আমাৰ মত খোলাচাকৈ ব্যক্ত কৰিম। এইখন কিবা ল'ৰা-ধেমালি পাইছে নেকি! মই এতিয়া উঠোঁহে দিয়া। তুমি ওলাই থাকিবা, গধূলি মেললৈ দুয়ো একেলগে যাম। ঐ তগৰ...........

তগৰ ঃ *(য'তে থাকে ত'ৰে পৰা)* বৰপিতাই!

গায়ন ঃ মই আহিলোঁদেই আই।

তগৰ ঃ যা বৰপিতাই, যাগৈ যা।
(তগৰ পাছে পাছে গৈ পদূলিমুখত বাটৰ ফালে চাই অন্যমনস্ক হৈ পৰে। বায়ন ঘৰত সোমাব খোজোঁতে তগৰৰ অস্বাভাৱিক ৰূপ চকুত পৰে। থিতাতে বায়ন ৰৈ যায়।)

বায়ন ঃ তগৰ! *(প্ৰথমবাৰ সঁহাৰি নিদিয়ে)* --ঐ তগৰ!



তগৰ ঃ *(উচপ খাই)* পিতাই।
(বায়নে তগৰৰ কাষলৈ গৈ ভৰিৰ পৰা মূৰলৈ নিৰীক্ষণ কৰে।)

বায়ন ঃ তোৰ আকৌ কি হ'ল? স্বৰগপৰা মানুহৰ দৰে দেখোন থৰ হৈ ৰলি! নখে মাটি লিখি কি ভবা-গুণা কৰিব লগা হ'ল?

তগৰ ঃ নাই! একো ভবা-গুণা কৰা নাই দে।
(মূঢ়া এটা তুলি লৈ ঘৰ সোমাব ধৰোঁতে বায়নে তগৰক যেন আগভেটা দি ধৰে।)

বায়ন ঃ ৰহ্ নাযাবি। তই কিবা এটা দকৈ ভাবি আছ, কি ভাবি আছ ক!

তগৰ ঃ *(ফালৰি কাটিবলৈ বিচাৰি)* তই খং খাবি।

বায়ন ঃ হেৰ, কথাটো শুনিলেই খং খাম নে? কি ক'ব খুজিছ, কৈ পেলা।

তগৰ ঃ *(কওঁ নকওঁকৈ)*--পি-তা-ই।

বায়ন ঃ কৈ পেলা।

তগৰ ঃ মই.......

বায়ন ঃ তই কি হ'ল?

তগৰ ঃ থিয়েটাৰত বচন ল'ম নে?

বায়ন ঃ থিয়েট্ৰৰত?

তগৰ ঃ অঁ।

বায়ন ঃ ক'ৰ থিয়েট্ৰৰত?

তগৰ ঃ তিথিত,--জয়ৰাম ককাইটিয়ে পাতিব খোজা খনত!

বায়ন ঃ অঁ!--উৰহী গছৰৰ ওৰ ক'ৰবাত! ইতিমধ্যে জয়ৰামে তোৰ কাণত বিহমন্ত্ৰ ঢালি দি গলেই। ওঁ-মোৰ ধাৰণাই ঠিক ! জয়ৰাম গাঁৱত কলি হৈ সোমাল,--কালসৰ্প হৈ সোমাল। সি এতিয়া ব্ৰহ্মতালুতে খোঁট মাৰিব।

তগৰ ঃ তই হাক দিলে, মই বচন নলওঁ, পিতাই!

বায়ন ঃ অঁ--মই হাক দিলেহে তই বচন নলৰ--নি? তই থিয়েট্ৰৰ কৰিবি,--বায়নৰ জীয়েকে, তাকো আকৌ বছৰেকীয়া তিথিত,--হয়নে? ন-হ-ব। সোণালীপাম গাঁৱত থিয়েট্ৰৰ সোমাব নালাগে। মোৰ জীৱন্ত কালত এই অপকৰ্ম হ'বলৈ মই দিব নোৱাৰোঁ। তই, তই থিয়েট্ৰৰৰ নাম মুখত নলবি--মোৰ চকুৰ আগৰ পৰা আঁতৰি যা, যা। তগৰে তলমূৰকৈ ঘৰ সোমায়।

বায়ন ঃ মই থিয়েট্ৰৰ পাতিব নিদিম,--মই ভাওনা পাতিম, মোৰ সাতামপুৰুষীয়া ভাওনা..................
মঞ্চৰ পোহৰ ম্লান হৈ কেন্দ্ৰীভূত পোহৰ বায়নৰ মুখত পৰে। তন্ময় বায়নৰ মুখ। আঁৰত ভাওনাৰ ছেও বাজি উঠে। দৰ্শকৰ চকুত,তথা বায়নৰ মানসপটত-- ভাঁহি আহে "ৰামবিজয় নাটৰ" ৰাম-লক্ষণৰ নৃত্য। নৃত্যৰ শেষত পোহৰ পুনৰ কেন্দ্ৰীভূত হয় বায়নৰ মুখত -- যেন পৰম পৰিতৃপ্ত।

পট পৰে

## দুই

ৰাইজৰ মেল। ঠাই স্কুলঘৰ। সময় গধূলি। একাষে এটা পেট্ৰমাক্স জ্বলি থাকে। অ'ত ত'ত স্কুলঘৰৰ দুই এটা সা-সৰঞ্জামো দেখা যায়। মেল চলি থাকোতেই আঁৰ-কাপোৰ দাং খায়।

মাষ্টৰ : শুনক ৰাইজ! গাঁও উন্নয়নৰ ভালেমান কথা, আমাৰ আজিৰ মেলত আলোচনা হ'ল।

জয় : হ'ল, ছাৰ।

মাষ্টৰ : আমি এতিয়া গাঁৱৰ আৰু এটা অতি দৰকাৰী কথালৈ আহোঁ। আমাৰ কাটি হৈ থকা বৰনামঘৰটোৰ কিবা এটা দিহা কৰিব লাগে।

গায়ন : বৰ প্ৰয়োজনীয় কথা সেইটো, মাষ্টৰ!

বৰকত : *(থাকিবলৈ অসুবিধা পায়,–থিয় হয়)* মই তেনেহলে মাষ্টৰ এতিয়া যোৱাই ভাল হ'ব নেকি!

মাষ্টৰ : কেলেই গাওঁবুঢ়া? নামঘৰৰ আলোচনাত থাকিবলৈ কিবা অসুবিধা হ'ব নেকি, আপোনাৰ?

বৰকত : ৰাইজে অসুবিধা নাপালে, মোৰ একো অসুবিধা নহয়, মাষ্টৰ মছজিদো গাঁৱৰ, নামঘৰো গাঁৱৰ।

মাষ্টৰ : থাওক তেনে? ৰাইজৰ একো আপত্তিৰ কাৰণ থাকিব নোৱাৰে। ক্ষন্তেক থাকি য'ক, অকণ দিহা-পৰামৰ্শ দি য'ক।

বৰকত : বাৰু তেনে। *(বৰকত আকৌ বহে)*

মাষ্টৰ : ৰাইজ! এতিয়া পাছে ভঙা নামঘৰটো থিয় কৰাৰ কি দিহা কৰা যায়?

গায়ন : সেইটো অতি জৰুৰী কথা, মাষ্টৰ।

মেধি : অটোঁন আকৌ! কিবা বোলেনে নামঘৰটোৰ হ'ল যদিন, তিথি মহেশ্বৰো হ'ল। তেতিয়া আৰু ভাওনা সবাহৰে দপদপাই থাকা, এৰা!

গায়ন : আৰু নামঘৰটো ভাল কৰিবলৈ হলে দেধাৰ কাম ওলাব। সেই তোমাৰ ধন-পইচা গোটাব লাগিল। আৰু তোমাৰ খৰধৰকৈ নামঘৰটো তিথিৰ আগতে ভাল-ভুলকৈ লব পাৰিলে যেনিবা ভাল কথা হয়।

মাষ্টৰ : এৰা। পা-পইচা কিছু নহলে কোনো কামতে তোমাৰ আগবাঢ়িব নোৱাৰি। এতিয়া পা-পইচা কিদৰে সংগ্ৰহ কৰা যায়? ৰাইজে বা কিদৰে ভাবিছে? (ৰাইজৰ গুণগুণাই আলোচনা চলে।)

মেধি : অঁ! পা-পইচাৰ কথাটো পেটত একো নৰখাকৈ খোলোচা ভাৱে পাতিব লাগে! ঐ ডেকাহঁত, ডেকা ল'ৰাহঁত! তহঁতখনে কি কৰ নকৰ কিয়? এতিয়া মনে মনে থাকিলে কেনেকৈ হ'ব?

জয় : *(দুজনমান ডেকাৰ লগত ফুচফুচাই আলচ কৰি)* ৰাইজ, অনুমতি পালে, মই প্ৰস্তাৱ এটা দিব খোজোঁ!

জয় : মোৰ মতে, ঘৰমূৰী বৰঙণি পাঁচ টকাকৈ পেলোৱা যক। (ৰাইজৰ গুণগুণনি শুনা যায়।)

বৰকত : হেৰ জয়!

জয় : মোমাই!

বৰকত : পাঁচ টকাকৈ বৰঙণি দিবলৈ বেছি ভাগৰে টান পৰিব হ'বলা।

পাঠক : গাঁওবুঢ়াই ঠিক কথা কৈছে।

জয় : তেনেহলে ঘৰমূৰী তিনি টকাকৈ পেলোৱা যক।

মাষ্টৰ : জয়, শুন। ৰাইজৰ দুখ কুলাই -পাচিয়ে নধৰা দুৰৱস্থাৰ কথা জানই দেখোন। বছৰি বানপানীয়ে তোৰ, গাঁও টহিলং কৰিলে। ৰাইজৰ ৰাজহাড় ভাঙি গৈছে। হেৰ,--- তিনি টকাকৈও নালাগে,এটকাকৈও নালাগে, মাজামাজি দুটকাকৈ বৰঙণি ধৰা হব দে।



মেধি : অঁ, মাষ্টৰে ভাল কথা কৈছে।

বৰকত : হক কথা কৈছে, মেধি।

তেহে কুলাবগৈ আকৌ। ৰাহি হলেতোন ভালৰে কথা,.........গায়নঃ

গাঠলু : অলপ কষ্ট হলিৱ, চবগিৰী টাকাটা দিবা লাগিব দিছুন।

মেধি : দিব লাগিব, বোপাইহঁত।

কন্দুৰা : জয়ৰাম কাই! এই ৰামনেৰায়ণ বাবুৰপৰা হলে নামঘৰৰ বাবদ, এটা শকত বৰঙণি আদায় কৰিব লাগিব।

মেধি : হেৰ পাৰিলেতোন ভালেই। পিচে সিও আজিকালি বৰ টেঙৰ হ'ল। ধৰিলেই চেংমাছৰ দৰে ফুৰুতকৈ পিছলি যায়।

খগেন : নহয়, মোমাই। তাৰ কথা শুনিলে তহঁতৰো খং উঠিব। সিদিনা সেই ঘটিকী বুঢ়ী মৰোঁতে, চিতাত দিবলৈ তাক ঘিউ এপোৱা খুজিলোঁ। সি কয় বোলে "দুচুৰা এক দিন আহিবা।" হেৰৌ কটা! তোৰ দোচোৰা এদিনলৈ বাট চাই আমি মৰাশটো ৰাহী কৰিব লাগিব নেকি? *(ৰাইজ খঙত গৰগৰাই উঠে।)*

খগেন : তাক মোমাই এৰিব নোৱাৰি। নিদিলে সি গাঁও এৰি যক। *(উতলা হৈ পৰে।)*

ইছলাম : জিলা খাৰেজ কৰক।

মাষ্টৰ : ৰহ্ ৰহ্। তহঁতখন উতলা নহবিচোন! হ'বদে বাৰু। এই ৰামানাৰায়ণৰ গুৰিলৈ, তহঁতৰ এটাক লৈ মই আৰু গাঁওবুঢ়াই যাম।

বৰকত : হব দিয়া মাষ্টৰ বাপাই...............

গাঠলু : অঁ তহঁত গলিহে ভাল মাষ্টৰ। এই চেংৰামাখা গলি কিবা ঝংকট লগাৰহি ভয়।

মাষ্টৰ : বাৰু বাৰু। পা-পইচা বাৰু সেইমতে কিবা এটা হ'বগৈ। এতিয়া বাঁহ, কাঠ, বেত, খেৰ আদিও কিছু লাগিব নহয়!

মেধি : লাগিবতোন আকৌ। এনে বৈৰাম হাতীহেন এটা ঘৰ, কিবা বোলেনে সাধ্যমতে এতিয়া কোনে কি আগবঢ়ায়,–বেকত কৰিব লাগে।

মাষ্টৰ : জয়ে জয়ে বাৰু, আমাৰ গাঁওবুঢ়াই বৰনামঘৰলৈ বুলি কিবা এপদ বস্তু আগবঢ়াবলৈ বেয়া পাব নেকি?

বৰকত : কেলেই বেয়া পাম, মাষ্টৰ বাপাই। ৰাইজে গ্ৰহণ কৰিলে আগবঢ়াবলৈ মই বৰ আনন্দ পাম কিয়? আমাৰ বৰ মছজিদটো সাজোঁতে, খোজা মাত্ৰে, তিতাৰাম ঠিকাদাৰে জানো এক নম্বৰি ইটা এক লৰি দান স্বৰূপে পেলাই দিয়া নাছিল? *(ৰাইজৰ এজনে ক'ব "কিয় দিয়া নাছিল", এজনে ক'ব "দিছিল, দিছিল," "এৰাতোন" ইত্যাদি।)*

বৰকত : দুখী দুখী হিচাপে, মই মোৰ বাৰীৰ এশ ভলুকা আৰু এশডাল জাতিকে আগবঢ়ালোঁ, ৰাইজ।

ৰাইজৰ হৰ্ষধ্বনি।

মেধি : (আঠু লৈ)ৰাইজ!ময়ো কিবা বোলেনে উলুখেৰকে আঢ়ৈ হেজাৰ দিম বুলি মনস্থ কৰিছিলোঁ। *(ৰাইজৰ হৰ্ষধ্বনি)*

পাঠক : সেই বোলো নামঘৰৰ চটি মাৰলিৰ বাবে যি কাঠ লাগে, যিখিনি কাঠৰ প্ৰয়োজন হ'ব, সেইখিনি ময়ে আগবঢ়াব পালে, বৰ সন্তোষ পাম।
*(ৰাইজৰ হৰ্ষধ্বনি)*

মাষ্টৰ : দিবা, দিবা বাৰু। ৰাইজ, ইকৰাও কিছু লাগিব নহয়।

মেধি : লাগিবতোন আকৌ।

খগেন : কিয় ছাৰ? কন্দুৰাহঁতৰ পামৰ চাপৰিত, সেইবোৰ ইকৰা দেখোন ঠাহ খাই আছে!

কন্দুৰা : থকাতোন আছেই।

ইছলাম : আনি নিদিয় কিয়?

কন্দুৰা : ইহ্। আন বুলিলেই আনিব পাৰি! তয়ে আনি দেচোন!

খগেন : ঐ কন্দুৰা। এটা কাম কৰ। তই ককায়েৰলৈ এখন চিঠি লিখ,--এনাও ভৰ্তি কৰি, পুৰঠ চাই,ইকৰা আনক। তাৰে আধা নাও ইকৰৰ দাম তহঁতে পাবি। বাকী আধা নাও ইকৰা তহঁতে নামঘৰলৈ বুলি দান আগবঢ়াব লাগিব।

মাষ্টৰ : খগেনে ভাল কৈছে অ', কন্দুৰা।

সাতোলা : সেই আধা নাও ইকৰাৰ দাম মোকে বহন কৰিলৈ ৰাইজে আৰু আইগা দিব লাগে।
ৰাইজৰ হৰ্ষধ্বনি

মেধি : বোলো হেৰ গাঠলু! তই কি আগবঢ়াব এতিয়া...

মাষ্টৰ : অঁ, গাঠলু, তই কি কৰ?

গাঠলু : ঐ ম'ৰ ৰাইজ! এনে সজ কামত কিবা দিবা পাৰিলি ভাইগৰে কথা দিছ্ন। পাছে মইনো কি দিং? মই হ'লোঁ মহা ডালদৰিদ্ৰ মানুহ। নিজৰ বুলিবা মাটি এক চমকাই নাই, হে লকৰ মাটি আধিখাই আছা। তেও বুলি কিবা এটা কৰিমেই দিছন। মই--মই হেই জংগলৰ পেৰে বাঁহ চাহবিচেৰি খচেৰি এক পলাটঙালকে দিং দে।
(ৰাইজৰ হৰ্ষধ্বনি)

গায়ন : হেৰ গাঠলু, হ'ব দে। কেৰ্কেটুৰাৰ বাঁহ পাতেই ভেটি, বুইছ। তোৰ ভাল হ'ব, ভাল হ'ব, যা।

মেধি : কথা-বতৰাৰ পৰা ভাব হৈছে, কিবা বোলেনে নামঘৰটো এইবেলি হ'বগৈ হ'বলা।

গায়ন : হ'ব লাগিব মেধী। বুঢ়া ডাঙৰীয়াৰ কিবা ধৰ্ম নাই বুলি ভাবিছা নেকি?

গাঠলু : কথাৰ মতন কামটাও হলি মানে, নামঘৰটো হ'ল বুলিয়ে ধৰচন।

মাষ্টৰ : কিন্তু এটা কথা। নামঘৰৰ মেৰামতি পাছে তিথিৰ আগতে হৈ উঠিব লাগিব। (সকলোৰে সমৰ্থন কৰে) পিছে ৰাইজ, এইবেলি তিথিটো কিদৰে পতা যায়?

মেধি : কিয়? তিথি পূৰ্বাপৰ পতাৰ দৰে নীতি-নিয়ম সহকাৰে পাতিব লাগিব।

গায়ন : পূৰ্বাপৰ মতে তিথিত ভাওনা এখনো পাতিব লাগিব।

পাঠক : অষ্টপ্ৰহৰে, যেতিয়া যিটো কৰা নিয়ম, তাক কৰি যাব লাগিব। আৰু তোমাৰ ভাওনাখন,নাটমেলাৰ পৰা নাটসামৰালৈকে ক'তো কিঞ্চিতমানো ঊনৈছ-বিছ হ'ব নোৱাৰিব।

গায়ন : বোলো বায়ন, তোমাৰ দেখোন মাতবোল নাই। তুমি কি কোৱা?

বায়ন : মোৰ মতে ৰাইজ, এতিয়ালৈকে সকলো কথা চিজিল মতেই আলোচনা হৈছে। ল'ৰা-বুঢ়াৰ এনে যুথ দেখি আমি সন্তোষ পাইছোঁ। গাঁৱৰ কল্যাণেই ৰাইজৰ কল্যাণ। গাঁৱৰ সন্মানেই ৰাইজৰ সন্মান। আমাৰ গাঁও বুলিলে মান-সন্মানৰ থলি হ'ল, এই তোমাৰ গাঁৱৰ ইচকুলখন, বৰ নামঘৰটো, বৰ মছজিদটো, আৰু তোমাৰ গাঁৱৰ তিথি মহেশ্বৰ, ভাওনা-সবাহ, বিয়া-বিহু। গাঁৱৰ আৰু গৌৰৱৰ থলি হ'ল আমাৰ গাঁৱৰ সেউজীয়া পথাৰবোৰ, আৰু ঘৰে ঘৰে খট্‌খটাই থকা তাঁতশালবোৰ,নহয় জানো ৰাইজ? *(ৰাইজে সমৰ্থন কৰে।)*



গাঠলু : বায়নটাই লায়েক কথা কৈছি, ঐ ৰাইজ। ভাওনা পাত ঐ ৰাইজ ভাওনা পাত। ঐছ্! আজিকেমেন দিন ভাওনা দিখাই নাই দিছ্ন! ভাওনাৰ কথা পাহৰিলঙে!

মাষ্টৰ : ঐ! তহঁত ডেকাখনে কি কৰ? জয়ৰাম?

কন্দুৰা : আমি খাটি-মেলি দিম আৰু, নিদিম কিয়?

গায়ন : অঁ সকলোৱে খাটি-মেলি দিব লাগিব। ৰাইজ সদায় মাউখে উটে।

খগেন : পিছে আমাৰ আজিকালিৰ ল'ৰাবোৰে ক'ত ভাওনাত ভাও লব পাৰিব হবলা, বৰপিতাই!

মেধি : হেৰ কিয় নোৱাৰিব?

খগেন : আমি ভাওনাৰ কিডাল জানো?

মেধি : কিবা বোলেনে, শিকি-বুজি লবিহঁক আকৌ!

গায়ন : হেৰ, মূৰ ঘমাইছ কেলেই? বায়নে আখৰাত শিকাই-বুজাই লব নহয়! তহঁতখনে মন দি শিকি- বুজি লবি!

খগেন : এহ্ শিক বুলিলেই শিকিব পাৰিনে? বুঢ়া শালিকাই ক'ত মাত লোৱা শুনিছ? তাতে আজিকালিমানুহে ভাওনা ভালো নোপোৱা হৈছে দে।

মেধি : অঁ, বুজিলোঁ! কিবা বোলেনে, তহঁতখনে তেনেহলে ভাওনা পতাত নাই? (খঙত দাং খাই উঠে)

গাঠলু : ঐ মেধি, আপুনি বহচোন। সিহঁতকে কবা দিছ্ন পহিলে

কন্দুৰা : আমি দাড়ি-গোঁফ খুৰুৱাই ভাওনাত মাইকী ভাও লব নোৱাৰোঁ। জিলাত আজিকালি ভাল ভদ্ৰ মানুহে ক'ত ভাওনা পতা দেখিছ?

বৰকত : কন্দুৰা! নগৰত ভাওনা নাপাতে নাই। আমাৰ গঁয়া ৰাইজেহে অতকালে ভাওনা পাতি আহিছে!

সাতোলা : হেৰ,--"থাকে যদি ঘৰত, কিয় খাবি পৰত?"

পাঠক : তহঁতখনে পুৰণি দা-দস্তুৰ তেনেহলে সোপাকে জলাঞ্জলি দিবলৈ বিচাৰিছ নেকি?

কন্দুৰা : নাই নোৱাৰিম! ভাওনা পাতিবলৈ আমাৰ লাজ লাগে।

মেধি : হেৰ, হেৰ! ৰণত পৰি ক'লীয়া হ'ল বুলি, কিবা বোলেনে, বয়সে গৰকা, তিনিমূৰীয়া বাপেৰক পিতাই বুলিবলৈ লাজ পোৱা হলি!

গায়ন : হেই, ভাওনা নাপাতোতে নাপাতোতে ভাওনাৰ আজি এই দশা হ'ল। ৰ'দে বাদে নিদি, জপাত ভৰাই থলে হেৰ, পাটমেজাংকৰি কাপোৰো গেলেপা লাগি গোবৰ যেন হয়, বুইছ!

খগেন : বৰপিতাই, কথা এটা কওঁ নে?

গায়ন : ক, ক। খোলোচাকৈ কৈ পেলা।

খগেন ঃ এইবাৰ তিথিত থিয়েটাৰ এখন পাতিলে কেনে হয়?
(বুঢ়াসকল ভোৰভোৰাই উঠে। বায়নে উচপিচ লগায়।)

মেধি ঃ থিয়ট্টৰ? হেৰ বছৰেকীয়া তিথিত থিয়ট্টৰ?

পাঠক ঃ হ'ব নোৱাৰিব, কোনো পথ্যে হ'ব নোৱাৰিম।

গাঠলু ঃ চিক্ক, কটা।

সাতোলা ঃ অঁ, গড়গঁৱা মিতিৰৰ ভাও!
মুখেৰে বোলে থাক, থাক—
অঁ, ভৰিৰে হেচোঁকে নাও।

কন্দুৰা ঃ অঁ, এইবাৰ আমি তিথিত থিয়েটাৰ এখন পাতিব খুজিছোঁ। গাঁৱে গাঁৱে আজিকালি থিয়েটাৰহে হয়, কেৱল এই আমাৰ গাঁওখনতহে আজিকোপতি থিয়েটাৰ এখন পতা নহ'ল। আমি এইবেলি তিথিত থিয়েটাৰ এখন পাতিমেই, —ভাওনা পাতিব নালাগে।

গাঠলু ঃ ইয়াহ্। বেটাৰ পাতা চা। টম্বু হাজি, চাং বান্ধি ঠেট্টৰ পাতে! না আছে গাহান, না আছে নাছ-ভাগ খালি বকবকনিঃ। একবাৰ অলাল আৰু একবাৰ সমাল। আৰ তৰ হেই বিজ্‌লি চাকি মাখা! —পিৰিক পাৰাক, পিৰিক পাৰাক।—চখুত ধৰি যায় দিছন।

ইছলাম ঃ ঐ গাঠলুকাই! তই আচল থিয়ট্টৰ দেখাই নাই..

গাঠলু ঃ হয়, হয়। মই নালাগে দে দিখিবা,—তয়ে চাই থাক। তৰো গাত ডেকাধনি চৰিছি বলি গম পাইছং দিছন।

মেধি ঃ হেৰ, যা যা। মাৰ বাপেৰৰ শৰাধত, বাইজী নচুৱাগৈ যা।

কন্দুৰা ঃ *(উছাত মাৰি, মাটিত থপৰিয়াই)* মাক-বাপেকক আকৌ কিয় ধৰিছ? আই-বোপায়ে আকৌ কি কৰিলে?
*(ডেকা ল'ৰাবোৰ উত্তেজিত হৈ পৰে।)*

মাষ্টৰ ঃ কন্দুৰা! মনে মনে থাক।

কন্দুৰা ঃ কেনেকৈ থাকে, ছাৰ?

মাষ্টৰ ঃ তৰ্ক বন্ধ কৰ। হেৰ, কিবা এটা মীমাংসা কৰিবি নে কাজিয়া কৰিবি? মেধি, কাজিয়া-পেচালএৰা। বাৰু আমাৰ বায়নৰ কি মত?

বায়ন ঃ *(খণ্ডত ঘপকৰে থিয় হৈ)* মোৰ কথা ৰজক বা নৰজক, মই উচিত কথা কম। তিথিত থিয়ট্টাৰপাতিব নোৱাৰে।

গায়ন ঃ কেতিয়াও পাতিব নোৱাৰে। *(থিয় হয়)*

বায়ন ঃ আমাৰ জীৱন্ত কালত, আমাৰ সোণালীপাম গাঁৱলৈ থিয়ট্টৰ সোমাব নোৱাৰে।

গায়ন ঃ আমাৰ বুঢ়াখনৰ সকলোৰে এয়ে মত।
বুঢ়াসকলে সমৰ্থন কৰে।

বায়ন ঃ আমি মৰাৰ পিছত কোনোবাই থিয়ট্টৰ পাতে, বায়স্কোপ পাতে, পাতি থাকিব।

মাষ্টৰ ঃ ৰ'বচোন ৰ'ব। আপোনাসকল প্ৰথমতে বহকচোন, উত্ৰাৱল হৈ লাভ নাই। ধীৰে-সুস্থিৰে কথাটোৰ মীমাংসা কৰা যাওক।



বায়ন ঃ মাষ্টৰ! মীমাংসা কৰিবলৈ আৰু একোটো নাই। ইয়াত আপোছৰ কথা নাহে। আমাৰ গাঁৱতথিয়ট্টৰ হ'ব নোৱাৰে বুলিছোঁ—নোৱাৰে।

বায়ন ঃ আমি আৰু ইয়াত এক দণ্ডও থকা উচিত নহয়। এইখন অধাচাৰীৰ মেল।

গায়ন ঃ ইচ্ ইচ্ ইচ! তেনেই গুচিল ইহঁতখন! ৰসাতলে গ'ল।

বায়ন ঃ ভাওনা পতাটো যদি খাটাং হয়, আমি আছোঁ। সোণালীপাম গাঁৱলৈ যদি থিয়ট্টৰ সুমুৱাবলৈহয়, আৰু বৰনামঘৰত বছৰেকীয়া তিথিৰ দিনাখন যদি থিয়ট্টৰ পাতে, মই সেই নামঘৰত জুই লগাই দিম,—যি পাপ লাগে মোৰ লাগিব।
*(বেগাই প্ৰস্থান।)*

মেধি ঃ কলি কাল, ঘোৰ কলিকাল!! ব'লা ব'লা। আমাৰ ইয়াত আৰু কোনো সকাম নাই, ব'লা।
*(যাবলৈ ওলায়)*

গায়ন ঃ শুনা মাষ্টৰ! পাৰিলে আমি বুঢ়াখনে, বায়নক আগত লৈ ভাওনা পাতিম। নোৱাৰিলে নাই। বলা মেধি............
মেধি আৰু গায়নৰ প্ৰস্থান। বৰকত লগতে যাবলৈ ধৰিও পুনৰ ওভতে। গাঠলুও থিয় হয়।

গাঠলু ঃ বুঢ়া কিটাক ঝকাবা নালাগিছিল দিছন!

মাষ্টৰ ঃ ছেঃ! কথাটো বৰ বেয়া হ'ল নহয়!

বৰকত ঃ বৰ বেয়া হ'ল, মাষ্টৰ বাপাই। কথাটো ভাল নহ'ল। সোণালীপাম গাঁৱৰ ধৰণী লৰিল যেনপাইছোঁ। ল'ৰাহঁতে অবাটে খোজ লয় নেকি এতিয়া। মই হলোঁ আন সম্প্ৰদায়ৰ মানুহ,-----পোনপটীয়া ভাৱে ভাওনাৰ সৈতে মোৰ একো সম্বন্ধ নাই দিয়াচোন! ভাওনাত মই ভাও নলওঁ। তেও ভাওনা আমাৰদেশৰ,আমৰ গাঁওসমূহৰ আপুৰুগীয়া এটা সম্পদ বুলিহে কৈছোঁ। মই থিয়ট্টৰ পতাত হকাবধা কৰিবলৈ সমুলি মন নাই। কিন্তু বছৰেকীয়া তিথিৰ দিনা, গাঁৱৰ বৰনামঘৰত ভাওনা এখন পতাতো সমীচীন হ'লহেঁতেন। মইনো আৰু ইয়াত থাকি কি কৰিম? ময়ো আহিলোঁ দিয়া, মাষ্টৰ।

গাঠলু ঃ বল গাঁওবুঢ়া। আমাৰ এত থাকা কাম নাই।
(বৰকত আৰু গাঠলু প্ৰস্থান। পাঠক আৰু সাতোলাও যাবলৈ ওলায়।)

সাতোলা ঃ হেৰ মাষ্টৰ!
আমাৰ ফালে চেলিল।
বেঙেনাৰ ভিতৰি পোক,
ভিতৰি ভিতৰি গেলিলঃ
এতিয়া আৰু উপায় নাই। ব'লা পাঠেক—আমাৰো ব'লা।

পাঠক ঃ ব'লা, ব'লা। যেয়ে যিহকে কৰে কৰি থাকক।
(সাতোলা আৰু পাঠকৰ প্ৰস্থান।)

মাষ্টৰ ঃ লেঠাই ছিগিল। বুঢ়া ডেকাৰ এই ফাট মাৰিবলৈ টানেই হ'ল, এতিয়া।
জয়ৰাম......

জয় ঃ ছাৰ................

মাষ্টৰ ঃ এতিয়া গাঁৱৰ ভাল-বেয়া তোৰ ওপৰত। মই হলো দুমোজাৰ মানুহ। হাঁহেও ৰাজি, মাহেও

ৰাজি। তহঁতে ভাবি-গুণি, যি ভাল দেখ, কৰ এতিয়া। মোৰ ক'বলৈ আৰু একোতো নাই। ভাওনা পাত, থিয়েটাৰ পাত, পাতি থাক। মই আহিলোঁ।
(দুখোজ গৈ আকৌ ওভতে।)
শুন.....................

জয় : ছাৰ।..........

মাষ্টৰ : তহঁতে নামঘৰটো হলে থিয় কৰিবই লাগিব, তাত হেমাহি নকৰিবি।

জয় : নিশ্চিন্তে থাকক ছাৰ, আপুনি। আপোনাক ছাৰ, কথা দিলোঁ, নামঘৰটো আমি থিয় কৰিমেই। এইটো গাঁৱৰ বৰনামঘৰ।

মাষ্টৰ : মনত ৰাখিবি, এইটো গাঁৱৰ বৰনামঘৰ।
(মাষ্টৰৰ প্ৰস্থান।)

ইছলাম : চব ব ৰ্বাদ হ'ল। গালোঁ বালোঁ, খোলাকটিৰ তাল। ককাইটি, থিয়ট্টৰ তেনেহলে হোৱাৰ আৰুআশা নাই?

জয় : হেৰ! এতিয়া থিয়েটাৰ বন্ধ কৰাৰো কোনো উপায় নাই।

ইছলাম : ঠিক কৈছ। মাৰে লাং থাকে লাং।

জয় : যি হয় হ'ব। থিয়েটাৰ আমি পাতিম বুলিছোঁ আমি পাতিমেই..........

সকলোৱে : আমি পাতিমেই.........

পট পৰে

# তিনি

(মাষ্টৰৰ ঘৰৰ বহা কোঠা। জয়, খগেন, ইছলাম আৰু মাষ্টৰ গভীৰ আলোচনাত আবদ্ধ। সময় আবেলি।)

জয় : থিয়েটাৰ এতিয়া আৰু ছাৰ, কোনো পধ্যে বন্ধ কৰাৰ উপায় নাই।

মাষ্টৰ : সেই কথাটো অনুমান কৰিব পাৰিছোঁ দেচোন। কিন্তু.............

জয় : *(মাষ্টৰৰ কথাৰ ওপৰতে)* লাইট ভাড়া, মাইক ভাড়া, ড্ৰেচ ভাড়া,—সকলোৰে বায়নাপাতি কৰাহে গ'ল, ছাৰ।

খগেন : তাতোকৈ ডাঙৰ কথা হ'ল, ছাৰ, জিলাৰ কিছুমান গণ্যমান্য মানুহক লৈ। তেওঁলোকক আমি নিজে গৈ ছপা নিমন্ত্ৰণী পত্ৰেৰে নিমন্ত্ৰণ কৰি আহিলোঁ। নাট্যকাৰ মথুৰা শৰ্মাই নিমন্ত্ৰণী পোৱা মাত্ৰে আমাৰ থিয়েটাৰ চাওঁ বুলি ক'লে। জিলাৰ ডেপুটি, মহকুমা পৰিষদৰ সভাপতি, আমাৰ স্থানীয় বিধায়ক হাজৰিকা, এওঁলোক আহিব বুলি কথা দিছে ছাৰ। আৰু আহিবলৈ আগ্ৰহ দেখি, মহিলা সমিতিৰ কেইগৰাকীমান সদস্যাকো নিমন্ত্ৰণ কৰা হ'ল।

খগেন : তেনেস্থলত এতিয়া থিয়েটাৰ স্থগিত ৰখাৰ কথা আহিব পাৰেনে ছাৰ?

মাষ্টৰ : নাই, এনে অৱস্থাত থিয়েটাৰ বন্ধ কৰাৰ উপায় নাই। পিছুৱাবও নোৱাৰ। গাঁওখনৰ বদনাম হ'ব। *(সকলোৱে হোঁ-ভৰ ধৰে।)*



ইছলাম : এতিয়া ভাল হ'ব ক'ত?—চাৰিওফালে লোকচান, বদনাম!

জয় : এতিয়া আপুনি তৰিলেহে তৰা, ছাৰ। প্ৰথমতে আপুনি গায়নক কোমলাব লাগে, ছাৰ। গায়ন কুমলিলে বায়নো কুমলিব যেন লাগে, ছাৰ।

মাষ্টৰ : হেৰ তহঁতেতো কৈছই। জানো গায়নক ভিৰাব পাৰোঁ নে নোৱাৰোঁ। আহক দেচোন বাৰু! ছেঃ সিফালেনামঘৰতোদেখোননিতৌসন্ধিয়াআখৰাৰখোল-তালৰ মাত শুনিয়ে আছোঁ। ভাওনা খনকে বাৰু বন্ধ কৰ কেনেকৈ? বৰ লেঠা হ'ল দে।

খগেন : আমিও জয়দেউকাকৃতি সুৰ্বঁৰিহে ছাৰ, আপোনাৰ শৰণ লৈছোঁ।

জয় : ছাৰ! গায়নৰ পৰা উমানকে লওকচোন বাৰু, ভাওনা পতা নপতাৰ থিৰাংটো! আমিও ভাওনা হোৱাৰ আশা নেদেখিহে ছাৰ, তিথিৰ দিনাই থিয়েটাৰখন পেলালোঁ।
*(কন্দুৰাৰ প্ৰৱেশ। সকলো উদ্‌গ্ৰীৱ হয়।)*

মাষ্টৰ : হেৰ, পালিনে গায়নক?

কন্দুৰা : ঘৰতে পালোঁ ছাৰ। আপুনি মাতি পঠিওৱা বুলি ক'বহে পালোঁ, একেবাৰে জিক্‌জিকাই উঠিল!

মাষ্টৰ : *(হাঁহি)* হয় নেকি?

কন্দুৰা : আপুনি বোলে আমাক আসৈ দিছে, আমাৰ লগত বৰকৈ উঠ-বহ কৰিছে!

ইছলাম : হেৰ, আহোঁ বুলিছেনে নাই?

কন্দুৰা : "গৈ আছোঁ, যা"—বুলি যিটোহে ভেকাহি মাৰিলে মই চৌধভুৱন দেখিলোঁ, ছাৰ।

মাষ্টৰ : গায়ন অহাত আহিব।—পিছে বলাবহে পাৰোঁ নে নোৱাৰোঁ! ঐ! ৰহচোন ৰহ। তহঁতক এটা কথা সোধোঁ। সঁচাটো কবি।

জয় : মিছা কেলেই ক'ম, ছাৰ?

মাষ্টৰ : হেৰ ৰাইজৰ পেট পাইছ নে নাই? গাঁওৰ মানুহৰ কি মত? ভাওনা চোৱা মত নে থিয়েটাৰ চোৱা মত?

খগেন : প্ৰায় ভাগৰে ছাৰ থিয়েটাৰ চোৱাৰ মত।
*(সকলোৱে সমৰ্থন কৰে।)*

জয় : অকল ডেকা-গাভৰুৰে কথা নহয়, ছাৰ। দুই একৰ বাদে বয়স্থ মানুহেও থিয়েটাৰ চাবলৈ মনমেলিছে। হেজাৰো হওক, গাঁৱত এইখনেই প্ৰথম থিয়েটাৰ হ'ব।—মন যোৱাটো অতি স্বাভাৱিক। *(এনেতে বাজত গায়নৰ গল-হেকাৰি "মাষ্টৰ, মাষ্টৰ" বুলি মতা মাত শুনা যায়। সকলোৱে "আহিল আহিল বুলি খেলিমেলি লগায়।)*

গায়ন : *(বাজৰপৰা)* বোলো মাষ্টৰ! হেৰা মাষ্টৰ।

মাষ্টৰ : গায়ন আহিল। আহা গায়ন, সোমাই আহা....
*(গায়নৰ প্ৰৱেশ।)*
হেৰ কন্দুৰা, কি চাই আছ? চকীখন আগবঢ়াই নিদিয় কিয়?
কান্দুৰাই খৰধৰকৈ চকী আগবঢ়াই দিব ধৰোঁতেই গায়নে চকীখন টানি নি বহে।

গায়ন : বোলো মাষ্টৰ, ইয়াত এইখন কিহৰ মেল? তুমি ইহঁতৰ পাতলিত পৰিলা হ'বলা! মোকনো কি সকামত মাতি পঠালা মাষ্টৰ?

মাষ্টৰ : ভালকৈ বহাচোন বাৰু! ভাগৰটো মৰক, উশাহটো সলাই লোৱা!

গায়ন : এই কটাৰপোহঁতে উশাহ সলাবলৈ চেলু থলেহে! পাপীষ্ঠহঁতে আমাৰ গাত মিছা আমবলি মেলি দিলে। তাৰ ডাকৰ চোকত, আমাৰ তত নোহোৱা কৰিলে। কটা অধৰমীহঁত.........................

জয় : বৰপিতাই! তই আমাক অযথা শাও-শপনিবোৰ দিছ। আমিনো এনে কি বেয়া কামটো কৰিবলৈ ওলালোঁ?

গায়ন : ইহ্। "কি বেয়া কামটো কৰিবলৈ ওলালোঁ"--আকৌ সুধিছ? তই ডেকাদলৰ সেনাপতি ওলাইছ। আজি ইংৰাজ চৰকাৰ থকাহেঁতেন, তহঁতৰ সোপাকে নি বৰঘৰত সুমুৱালোহিহেঁতেন, বাপ্পেৰে। বুইছা মাষ্টৰ! ইয়ে কলি। ই মখমলৰ পুতেক জিলালৈ গৈ জয়ৰাম গুচি "জয়শংকৰ" হ'ল! কেলেহুৱা কুকুৰৰ পদ্মলোচন নাম! ইহ্ এনেটো জয়শংকৰ ওলালহি, ঐ! ইয়াক মাষ্টৰ, হোকাই-পানীয়ে এঘৰীয়া কৰিব লাগে।

মাষ্টৰ : তাক যি কৰা, কৰিবা বাৰু! কিন্তু তলে তলে কথা গৈ কোনখন পালেগৈ, তাৰ কিবা উমানপোৱা জানো?

গায়ন : কিহৰ উমান লাগেহে, মাষ্টৰ।

মাষ্টৰ : সেই তাকে ক'বলৈকেতো তোমাক মতাই আনিছোঁ!

গায়ন : কি ক'ব খুজিছা, বেগেতে কোৱা। ইহঁতবোৰৰ লগত আমাৰ আৰু একো লেন-দেন নাই।

খগেন : বৰপিতাইহঁতে আৰু আমাক গাঁৱৰ শত্ৰু বুলিয়ে ধৰি লৈছে।

গায়ন : হেৰ, তহঁত গাঁৱৰ শত্ৰু নহয়, কি? গাঁৱৰ মান মৰ্যদা সোপাকে ধ্বংস কৰিলি তহঁতখনে!

মাষ্টৰ : খগেন, মনে মনে থাক..... গায়ন, গাঁওখন অকল ডেকাবোৰৰে নহয় দিয়াচোন।

গায়ন : কেলেই হ'বহে? সিহঁতে মূৰে ভৰি, কাঢ়িলেই হ'ব নে?

মাষ্টৰ : গাঁও ডেকা-বুঢ়া সকলোৰে।

গায়ন : ইহঁতে পাছে গাঁওখন বেচিব মাষ্টৰ, নহলে বন্ধকিত থব।

মাষ্টৰ : নাই, নাই! গাঁৱৰ সন্মান লাঘৱ হ'ব দিব নোৱাৰি....

গায়ন : লাঘৱ হ'বলৈ আৰু কিটো বাকী আছেহে? গাঁও সিহঁতে শেষ কৰি দিলে।

খগেন : আমি একো শেষ কৰা নাই, বৰপিতাই!

মাষ্টৰ : হেৰ মোক ক'বলৈ দেচোন। তহঁতে মিছাই কেপ্‌কেপাই আছ কিয়? শুনা গায়ন! তুমি জন- বুজা মানুহ! মন কৰিবা দেই গায়ন, ভঙা নামঘৰটো দৰাচলতে ডেকামখাইহে ভালভুলকৈ, চকুত লগা কৰিলে।

গায়ন : কিটোনো হ'ল পাছে?

মাষ্টৰ : অন্তৰত গাঁওখনৰ হানি-বিঘিনি কৰাৰ ইহঁতৰ অকণো মতলব থকাহেঁতেন, এই কামখিনিকে বা কৰিবলৈ যাব কিয়? আৰু গাঁওখনৰ মংগল হওক বুলিয়ে সিহঁতে তোমাৰ এই থিয়েটাৰখন পাতিবলৈ ওলাইছে। বাৰু গায়ন, এটা কথা কোৱাচোন?

গায়ন : কি কথা সোধা আকৌ!

মাষ্টৰ : আমাৰ গাঁওখনলৈ জিলাৰ বৰমূৰীয়া মুধাফুটা মানুহ বাৰু কেইজন আহে?



গায়ন : নাহে নাই। সেইবুলি আমাৰ পেটলৈ ভাত যোৱা নাই নে? আহিনো সিহঁতে কি কৰি দিবহি?

মাষ্টৰ : আজিলৈকে অহা নাই দিয়াচোন। ডেকাখনে এইবাৰ সিহঁতক আমাৰ গাঁও গৰকাবলৈ দিহা কৰিছে। তেওঁলোকৰ কেবাজনকো থিয়েটাৰ চাবলৈ নিমন্ত্ৰণ কৰিছে! তেওঁলোকেও নিমন্ত্ৰণ গ্ৰহণ কৰিছে। আমাৰ থিয়েটাৰ চাবহি বুলি কথা দিছে। কোন কোন আহিব জানা জানো?

গায়ন : এহ্। খোৱাহে। এদা বেপাৰীৰ কিহৰ জাহাজৰ খবৰ!

মাষ্টৰ : আমাৰ গাঁৱৰ থিয়েটাৰ চাবলৈ স্বয়ং এম. এল. এ. হাজৰিকা আহিব ; ডেপুটি-মহকুমা পৰিষদৰ সভাপতি আৰু তোমাৰ মহিলা সমিতিৰ নামজ্বলা কেইগৰাকীমান মহিলাও আহিব। বুইছা গায়ন, লৰাহঁতে তলে তলে কাম কৰি আছে দিয়া।

গায়ন : (কুটিল হাঁহি মাৰি) হয় নেকি? হে হে। হে'ৰা মাষ্টৰ, এইখন দেখোন কিবা ভোট বিচৰা মেলযেন হ'ল। আমি ভাওনা-সবাহলৈ বাৰখেলীয়া ৰাইজক নিমন্ত্ৰণ কৰিছিলোঁ, কিবা বোলেনে গুৱাপাণৰ শৰাই আগবঢ়াই । অ' ইহঁতে দেখোন বাচি বাচি মানুহ মাতিছে একা! এইবোৰ দৰ্শকে হ'বলা আমাৰ গাঁওখনক ধোঁৱাচাঙত তুলি ধৰিবহি!

খগেন : চাবিচোন বৰপিতাই, গাঁৱৰ ভাল হয়নে নহয়।

গায়ন : থৈ দে হেৰ, কথা ক'বলৈ আহিছে, গাঁওখনৰ ভাল হ'ব। কিডাল ভাল হ'ব,--কি ডাল ভাল হ'ব?

মাষ্টৰ : ভাল হ'ব দিয়া গায়ন। জিলাৰ বৰমূৰীয়াসকল আমাৰ গাঁওলৈ যিমানে আহ্ যাহ্ কৰে, গাঁৱৰ সিমানে মংগল।--হৈ কন্দুৱা! চাহপানী? কন্দুৱাই 'অঁ' বুলি লৰালৰিকৈ ভিতৰ সোমায়। কাঁহী এখনত দুটা বানবাটিত আৰু কেইটামান কাপত চাহ আনে।

গায়ন : নালাগে, নালাগে। এই অপৰত মই চাহপানী নধৰিছোঁ মাষ্টৰ। মই তোমালোকৰ পেটৰ কথাৰভুকে পোৱা নাই। মোক কি সকামত মতালা?

মাষ্টৰ : কওঁ নহয়। চাহপানীটোপা খাই লোৱাচোন। কন্দুৱা।
(কন্দুৱাই চাহ বায়নৰ আগত ধৰে। গায়নে লবলৈ ইতস্তত কৰে। ধৰাহঁক গায়ন!)

গায়ন : চাহপানী কেলেই লাগিছিল বাৰু!

জয় : ছাৰে হুতাহেৰে আগবঢ়াইছে,--ধৰ আকৌ।
বায়নে লওঁ নলওঁকৈ এবাটি চাহ তুলি লয়। মাষ্টৰেও এবাটি লয়।

মাষ্টৰ : অঁ। তহঁতেও খাগৈ, যা।
*(চুকত বাকীবোৰে খায়।)*

মাষ্টৰ : *(চাহ খাই খাই)* বুইছ গায়ন। তুমি বুঢ়া মানুহ! মোৰো বয়স হৈ আহিছে। তুমি ধুৰুপ জানিবা,লৰাহঁতে বেয়া কাম কৰিলে,--মই তাত নাই। তোমাক বিশ্বাসতহে কৈছোঁ, তিথিত ভাওনাখন পাতক,কিন্তু থিয়েটাৰখনো হওক। তুমি প্ৰমুখ্যে গাঁৱৰ বুঢ়া-মেথা লোকসকলক কথাটো ভালদৰে বঢ়াই-বুজাই ক'বা। থিয়েটাৰখন হ'বই নোৱাৰে বুলি আমি বিধি- পথালি দিয়াৰ অৰ্থ নাই।

গায়ন : কি কলা? শ্ৰীবিষ্ণু শ্ৰীবিষ্ণু! হেৰা, মই নোৱাৰিম। মই নোৱাৰিম। আমাৰ জীৱদ্দশত আমাৰগাঁৱত থিয়েটৰ সোমাবলৈ আমি জ্ঞানবিশ্বাসমতে দিব নোৱাৰোঁ। আমি বুঢ়াখনে পৰাই-

নোৱাৰাই ভাওনা এখন পাতিমেই। মই বায়নৰ অমতে যাব নোৱাৰোঁ। থিয়ট্ৰৰ পতাৰ সপক্ষে মই ৰাইজৰ আগত ওকালতিও কৰিব নোৱাৰোঁ।

জয় : বৰপিতাই, *যি হ'ল হ'ল। আমি কিবা দোষ কৰিছোঁ যদি এৰি পেলা; আমাক তহঁতে আশীৰ্বাদ দে..........*

*(আটাই কেইটাই গায়নৰ ভৰিত উবুৰি খাই পৰে। গায়ন বিবুধি হয়,--চিয়ৰ-বাখৰ লাগে।)*

গায়ন : হেৰ তহঁতে কি কৰ, কি কৰ? মোক এতিয়া তহঁতে বৌ বৌ নৰকত পেলাবি। হেৰ মই কি কৰিম? মই কি কৰিব লাগে? হেৰ তহঁত উঠচোন।

জয় : থিয়েটাৰখন সুকলমে পাতিবলৈ বুঢ়াসকলে আমাক খোলা অন্তৰে আইগা দিব লাগে।

গায়ন : *(ল'ৰাবোৰক গাত ধৰি তুলি দিয়ে)* উঠ উঠ। *(আটায়ে উঠে)* শ্ৰীবিষ্ণু! শ্ৰীবিষ্ণু! মোক মহামচকিলত পেলালি তহঁতখনে।

মাষ্টৰ : বুইছা গায়ন। থিয়েটাৰখন পাতিবলৈ দিয়া। নগৰৰ ভাল ভদ্ৰলোকসকলক থিয়েটাৰ চোৱাৰছেগতে গাঁওখন গৰকাই লওঁ। চাবা, গাঁওখনৰ ৰূপ সলনি হয় নে নহয়।

জয় : বৰপিতাই, তোক কথা দিলোঁ। তোৰ ঘৰৰ আগেৰে যোৱা গৰু বাটটোকে প্ৰথমে বাছ গাড়ী চলা পকী আলি কৰিম,--তই চাই থাক।

গায়ন : সেইবোৰ বাৰু তহঁতে কৰি থাকিবি। সেইবোৰ কথা--গছত কঁঠাল ওঁঠত তেলৰ লেখিয়া। কিন্তু তিথিত ভাওনা এখন পতাৰ কথাটো সুকীয়া। এইটো বোপা-ককাৰ দিনৰ পৰা চলি অহা প্ৰথা। তাত তহঁতে বিধি-পথালি দিব নালাগিছিল নহয়!

মাষ্টৰ : এতিয়া ইহঁতক তুমি কি কৰিবলৈ কোৱা?

গায়ন : মই কি ক'ম? মই বায়নক চৌঠেঙীয়া কৰিব কেতিয়াও নোৱাৰোঁ। তেৰেঁ ময়ে গোসাঁইঘৰীয়াআতৈৰ হৰিভকত। আমি মৰাৰ পিচত তহঁতক ভাওনা পাতিবলৈ কোৱা মানুহ আৰু নোলাব। আমাৰলগতে ভাওনা-সবাহ সকলো অন্ত পৰিব, বোপাইহঁত। (কান্দোনৰ সুৰ)

খগেন : আমি বুঢ়াসকলক বাদ দি থিয়েটাৰ পাতিব বিচৰা নাই, বৰপিতাই। বোলে চাৰি আঙুলিয়ে খায়,বুঢ়াই হেচুকিলেহে যায়।

গায়ন : তেনেস্থলত তহঁতে দেৱতুল্য এই বায়নটোক এনে মনোকষ্ট দিব নালাগিছিল দেচোন।

মাষ্টৰ : এৰা। ল'ৰাই পানী পেলায়, বুঢ়াই পিছলি পৰে।

জয় : যি হ'ল হ'ল, বৰপিতাই। আমাক এতিয়া এটা উপায় দে।

গায়ন : হেৰ তহঁতখননো আমাৰ ক'ৰ পৰ? পেটৰ পোৱালিহে তেও! মাষ্টৰ! হেৰ জয়!

জয় : বৰপিতাই.....

মাষ্টৰ : কোৱা......

গায়ন : শুন! তহঁতে হ'লে মোক কথা দিব লাগিব।

জয় : ক বৰপিতাই..

গায়ন : বায়নক বাৰু মই বঢ়াই-বুজাই ক'ম।

জয় : কবি বৰপিতাই!



গায়ন : বুজিছ, ভাওনাখন নামনাচকৈ, নমোনমোকৈ হলেও পাতিব লাগিব। আৰু শুন। তাত তহঁতে লাগি ভাগি দিবি। দ্বিতীয়তে তিথিৰ দিনাখন ভাওনাহে হ'ব,-- থিয়ট্ৰৰ পাতিব নালাগে।

মাষ্টৰ : হেৰ জয়, হ'বনে সেইদৰে?

জয় : কিবা এটা কৰিব লাগিব আৰু।

গায়ন : অঁ। তহঁতেও থিয়ট্ৰৰ আখৰা কৰি থাক। ভাওনাৰ আখৰালৈকো ভুমুকি মাৰিবলৈ যাবিচোন যাবি।..

মই পুৰণিকলীয়া মানুহ হ'লেও এটা কথা বুজিছোঁ,--সময় সলনি হৈছে, দা-দস্তুৰ সলনি হৈছে। কিন্তু সেই বুলি হনুমন্ত জাঁপেৰে সাগৰ পাৰ হোৱাৰ কথা নাহে। নিজৰ ৰীতি-নীতি দা-দস্তুৰসোপাকে থিতাতে জলাঞ্জলি দিলে, আমি ভুচুং পছ হ'ব লাগিব। অঁ ক'ৰবাত এৰিবও লাগিব, ক'ৰবাতধৰিবও লাগিব। মই বায়নকো অকণ কোমলাবলৈ পাৰোনে, চাওঁ বাৰু। বোলো মাষ্টৰ কথা এই মানেহে? মই তেনেহলে এতিয়া উঠিবহে খোজোঁ........*(যাবলৈ উঠে)*

খগেন : তই বৰপিতাই কিবা এটা গৎ লগাই দিলে, আমি ডেকাখন তোৰ আৰু নিকিনা গোলাম হৈ ৰলোঁ বুলি জানিবি...........

গায়ন : হেৰ তহঁতখন ঠিকমতে চলিলে বুঢ়াসকলৰ সদায় জোলোকে জোলোকে আশীৰ্বাদ পাবি,--এই কথা ধুৰুপ জানিবি। মই আহিলোঁ মাষ্টৰ। হেৰ, মই আহিলোঁহক।

*(গায়নৰ প্ৰস্থান।)*

মাষ্টৰ : জয়, গায়নৰ মনৰ ভাবৰ ইঙিত এটা পালি নহয়? এতিয়া যি ভাল দেখ, তাকে কৰ। মই গায়নক আগবঢ়াই দি আহোঁ....*(চিয়ঁৰি)* বোলো হেৰা গায়ন, ময়ো গৈছোঁ, অকণ ৰ'বা।

(মাষ্টৰৰ প্ৰস্থান।)

খগেন : এতিয়া কি কৰ জয়?

জয় : থিয়েটাৰখন পাতিবই লাগিব.........

কন্দুৰা : পাতিমেই কাকইটি।

ইছলাম : যায় লাং থাকে লাং। থিয়েটাৰ আমি পাতিমেইঃ

আঁৰকোপোৰ

# চাৰি

*সময় গধূলি। স্কুলঘৰৰ এটা কোঠাত থিয়েটাৰৰ আখৰা চলি থাকে। এচুকত এটা বা দুটা পেট্ৰ'মাক্স লাইট জ্বলি থাকে। জয়ৰামে হাতত নাটকখন লৈ থাকে। খগেন, কন্দুৰা, ইছলাম আৰু তগৰ অ'ত ত'ত থিয় হৈ বা বহি থাকে। আখৰা চাবলৈ অহা দুই এক সৰু ল'ৰা-ছোৱালীও থাকিব পাৰে। দুজন বা তিনিজন "মিউজিক" পাৰ্টিৰ মানুহ থাকে।*

জয় : *(বেণু মাষ্টৰৰ গুৰিলৈ গৈ)* বুইচা মাষ্টৰ। আজিকালি থিয়েটাৰত অকল বচন মাতিলেই নহ'ব। বচনৰ লগে লগে বাজনা মানে মিউজিক আৰু তোমাৰ লাইটিং--দুয়োটাই সহযোগ

কৰিবলাগিব। আগৰ ধৰণ বহু সলনি হৈছে। আজিকালি আগৰ দৰে চিন নপৰে আৰু লগে লগে গৎ বাজিনুঠে। তুমি এতিয়া নাটকখন বাজনাৰেও বজাব লাগিব। বাজনাৰ সুৰে সুৰে ভাৱৰীয়াৰ বচন ৰসাল কৰি তুলিব লাগিব,–জোৰদাৰ কৰি তুলিব লাগিব, বুইছা?

খগেনঃঐ জয়! মাষ্টৰক বক্তৃতা দিয়াতকৈ উদাহৰণ এটাৰে, ঠিকমতে বুজাই নিদিয় কিয়?

জয় ঃ ধৈৰ্য ধৰচোন। বুজাই দিওঁ নহয়! প্ৰেক্‌টিচ কৰিবলৈকেতো কথাখিনি কৈ লৈছোঁ। বাৰু খগেন,তয়ে আৰম্ভ কৰ। তোৰ বচনৰ প্ৰথম ডোখৰ মাতচোন।

খগেন ঃ প্ৰম্প্ট কৰিবি।

জয় ঃ প্ৰম্প্ট কৰিব আকৌ লাগে কেলেই? কালি বাদে পৰহিলৈ থিয়েটাৰ, তোৰ হ'বলা বচন মুখস্থই অহা নাই।

খগেন ঃ অহাত আহিছে। ক'ৰবাত খোকোজা লাগে বুলিহে!

কন্দুৰা ঃ খোকোজা লাগিলে, ককাইটি আছে নহয়।

খগেন ঃ হ'ব দে, বাৰু!

জয় ঃ মাত! ঠিকমতে, যেনেকৈ শিকাইছোঁ, তেনেকৈ মাতিবি। মাষ্টৰ! বচন কিভাৱে ব্যক্ত কৰে, মন কৰি যাবা। খগেন–ওঁ...

খগেন ঃ মহাপাপী, অহংকাৰী, মদমত্ত ৰাজা,
যি খোজোঁ, তাকে দিবি বুলি
এবাৰ প্ৰতিজ্ঞা কৰি,
পুনু তাক কৰ উলংঘন,
জান তাৰ পৰিণাম কি?
পৰিণাম অতি ভয়ংকৰ!
তোৰ সৰ্বনাশ হ'ব,
ধন-জন-ভাৰ্য্যা-পুত্ৰ, সকলো হেৰাবি;
মই, মই তোক অভিশাপ দিম।

জয় ঃ শুনিলা নহয় মাষ্টৰ? খগেন শেষৰ বচন ফাকি মতাৰ লগে লগে, তুমিও তোমাৰ বাজনাতক্ৰোধ ভাব প্ৰকাশ কৰিব লাগিব।

মাষ্টৰ ঃ কি বজাম? বাঁহী নে হাৰমনি?

জয় ঃ ওহোঁ, ওহোঁ। বাঁহী হাৰমনি ইয়াত নচলিব, খাপ নাখাব। ম্ৰেংকৈ একেলগে চাইড্‌ড্ৰাম আৰু তালযোৰ বজাবা, বুইছা নহয়?
*(বেণু মাষ্টৰে মূৰ দুপিয়ায়।)*
খগেন, তই এইবাৰ বচন মাতোঁতে–"মই তোক অভিশাপ দিম"–এই বচন ফাকি কৈ এটা প'জ দিবি...

খগেন ঃ হ'ব বাৰু!...

জয় ঃ মাষ্টৰ ৰেডি?

মাষ্টৰ ঃ ৰেডি।

জয় ঃ খগেন আৰম্ভ কৰ। মাষ্টৰৰ মিউজিক ঘপকেৰে দিবা। পলম কৰিলেই বৰ্বাদ হ'ব। তোমাৰ



মিউজিকে আৰু খগেনৰ বচনে দৰ্শকৰ অন্তৰত এফালে ক্ৰোধ আৰু আনফালে ভয়ৰ ভাব জগাই তুলিব লাগিব। আৰম্ভ কৰ খগেন।
*(খগেনে ভংগি দি সুৰ লগাই বচন মাতে। জয়ে ইংগিত দিবলৈ হাত এখন দাঙি থাকে। ঠিক সময়ত খগেনে বচন মাতি প'জ দিয়ে, জয়ে হাত নমাই দিয়ে আৰু মাষ্টৰে ম্ৰেং কৰে শব্দ দিয়ে।)*

জয় ঃ *(আনন্দত)* হ'ব, বটিয়া হ'ব। আৰু দুবাৰমান আখৰা কৰিলে আৰু ভাল হ'ব।

কন্দুৰা ঃ থিয়েটাৰ এখন ভালদৰে কৰাও কম কথা নহয় দে।

ইছলাম ঃ তই হ'বলা এইখন ভাওনা বুলি ভাবিছিলি?

জয় ঃ ঐ ! ৰিহাৰচেলৰ সময়ত পাতলামি নকৰিবি, পেংলাই নকৰিবি। চাওঁ, তগৰ! এইবাৰ তই আহচোন!
তগৰ উঠি আহি মাজমঞ্চত থিয় হয়।

জয় ঃ তই প্ৰথম দৃশ্যত, মন্দিৰৰ পূজাত বহোঁতে, সেই স্বগতঃ বচনটো যে মাত, সেইটো মাত। বচন মুখস্থ আছে নহয়?

তগৰ ঃ আছে ককাইটি।

খগেন ঃ তিৰোতা মানুহৰ বচন পটকৈ মুখস্থ হয় দে।

জয় ঃ এইবাৰ আকৌ মাষ্টৰ, বেলেগ মিউজিক দিব লাগিব–কাকুতিৰ সুৰ, করুণ সুৰ। তুমি বাঁহীটো লোৱাচোন এইবাৰ।

মাষ্টৰ ঃ এইবাৰ বচনৰ লগে লগে বাঁহী বজাব লাগিব?

জয় ঃ আঁ। এইবাৰ বাঁহীৰ সুৰহে খাপ খাব। তগৰ পূজাত বহাৰ লগে লগে প্ৰথমতে শংখ ঘণ্টা বাজিউঠিব। তাৰ পিচত তগৰে বচন আৰম্ভ কৰিব। লগে লগে তোমাৰ বাঁহীৰ কোমল সুৰো বাজি গৈ থাকিব। তোমাৰ বাঁহীৰ মাত তাইৰ মাততকৈ চৰা নহয় যেন, দেই! তগৰ, আৰম্ভ কৰ। থিয়েটাৰত কৰিছ বুলিয়েই ভাবি লবিচোন। প'জ দি যাবি। একো ভয় নাই। ওঁ, আৰম্ভ কৰ...
*(তগৰ আঁঠু কাঢ়ি বহে।)*

জয় ঃ মাষ্টৰ! শংখ ঘণ্টা...
*(শংখ ঘণ্টা বাজি উঠে।)*

তগৰ ঃ নাৰায়ণ!
সকলোৰে কয় তুমি বিপদ-বাৰণ বুলি, ভকতৰ কল্পতৰু বুলি! আজি অতকালে, এক মনে একধ্যানে, শয়নে-সপোনে, তোমাকেই চিন্তি আছোঁ, স্বামীৰূপে পাবলৈ, প্ৰভো! চুলি চিঙি কৰিছোঁ কাকুতি, অভাগীক কৃপা কৰা–

তগৰ ঃ মোক ভাৰ্য্যাৰূপে কৰাহি গ্ৰহণ। ধন্য কৰা মোৰ মানৱী জীৱনঃ
*(কান্দোনৰ সুৰত)*
তুমি যদি সঁহাৰি নিদিয়া প্ৰভু,
যমুনা বুকুত মই আত্মজাহ দিমঃ
*(বচন শেষ হ'লে কন্দুৰাহঁতে হাতচাপৰি বজায় দিয়ে)*

খগেন : বৰ ভাল হ'ব অঁ জয়।
জয় : জানো আৰু মহাপ্ৰভুৱে কি কৰে!
কন্দুৰা : খুব ভাল হ'ব ককাইটি।
ইছলাম : বঢ়িয়া হ'ব ককাইটি! খোবচোৰত! এবাৰ মোৰ বচনটোকো মাতো নেকি?
কন্দুৰা : অঁ তাৰ বচনতো এতিয়া বাজনা লাগে।
ইছলাম : দিব লাগে নে নালাগে, ককাইটিয়ে ক'ব নহয়। তই টেপ্‌টেপাইছ কিয়?
জয় : ঐ! চুপতি নকৰিবি। যেতিয়াই তেতিয়াই ইহঁত দুটাৰ কেৱল সতিনীৰ কাজিয়া। ইছলাম! মাতিব খুজিছ যদি বচন মাত।
ইছলাম : ককাইটি! মোৰ ভয় লাগে দেখোন!
কন্দুৰা : থিয়েটাৰ কৰিবলৈ আহিছে! মুখেৰে সি সাতখন হাল বায়।
জয় : ভয় লাগিলে নচলিব। কিহৰ ভয় অ' কিহৰ ভয়?
*(অকণ ভাবি)*
কন্দুৰা...
কন্দুৰা : ককাইটি!
জয় : হেৰ, লাইটৰ মানুহটো দেখোন নাহিল, অতপৰে?
কন্দুৰা : সিটো মোক "গৈ আছোঁ, তুমি আগ বাঢ়া" বুলি ক'লে? আকৌ এবাৰ তাৰ ওৰিলৈ যাম নেকি?
জয় : এতিয়া যোৱাৰ সকাম নাই। তাক পুৱাতে মোক লগ পাবলৈ কৈ যাবি।
কন্দুৰা : এতিয়া ঘৰলৈ যাওঁতেই কৈ যাম। সি নাহিলে হ'ব নে? বায়না লৈ ধেমালি পাইছে নেকি?
জয় : অঁ, বিহাৰচলৰপৰা যাওঁতেই বাজে বাজে কৈ যাবি। ইছলাম, তোৰ বচন মাত যদি মাত!
ইছলাম : এবাৰ মাতিম ককাইটি...
*(দুবাৰ মান গল-হেকাৰে। কছৰৎ কৰাৰ দৰে থিয় হয়।)*
ইছলাম : *(মাজে মাজে বৈ)* দূত মই।
মোৰ কাম নিবেদন কৰা।
ৰাজ আজ্ঞা, শুনা সৰ্বজনে।
সীতা সয়ম্বৰলৈ, মহাৰাজ জনক ৰজাই,
সকলো প্ৰান্তৰ, সকলো ৰাজাকে,
কৰে নিমন্ত্ৰণ।
ভাগ্য যদি সুপ্ৰসন্ন হয়,
তেন্তে লভিবা সীতাক
বৰমাল্য শোভা পাব
তোমাৰে কণ্ঠত!
*(বচনৰ শেষত মাষ্টৰে ঢোল পিটি দিয়ে।)*
জয় : ঠিক বাজনা বজাইছা, মাষ্টৰ! আগৰ দিনত ৰাজ আজ্ঞা এইদৰে ঢোলপিটি ঘোষণা কৰা হৈছিল। কিন্তু ইছলাম। তোৰ মাজে মাজে খোকোজা লাগে আকৌ কেলেই! আকৌ এবাৰ সলসলিয়াকৈ মাত।
ইছলাম : ঠিক আছে, দহবাৰ মাতিম।
*(এইবাৰ ইছলামে মঞ্চত পদাচাৰণ কৰি বচন মাতিব, শেষৰ বচনশাৰী উইংচৰ কাষলৈ গৈ মাতি "বৰমাল্য" বুলি হঠাৎ বৈ যাব, দৃষ্টি থাকিব বহু দূৰত।)*
জয় : বৈ গলি কেলেই?
ইছলাম : আহিছে...
জয় : কোন? লাইটমেন?
ইছলাম : নহয়, বৰপিতাই।
জয় : বৰপিতাই? বায়নো নেকি?
(ইছলামৰ ওৰিলৈ আহি দূৰলৈ চায়। বাকীবোৰো জয়ৰ পাছত থিয় হৈ চায়।)
ইছলাম : নহয় অকল বৰপিতাই...
সকলো কেইটা সমানে পাছুৱাই আহে।
তগৰ : *(ছটফটাই)* মই কি কৰোঁ, ককাইটি?
জয় : পাচফালে যা, লুকাই থাক।
(তগৰ লৰি আঁতৰে। গায়নে গল-হেকাৰি প্ৰৱেশ কৰে।)
জয় : অঁ, বৰপিতাই!
গায়ন : তহঁতে তেনেহলে তিথিত থিয়ট্ৰৰ পাতিবিয়েই!
খগেন : ক'ব পৰা নাই, বৰপিতাই! আহুকালেই নমৰে দেখোন।
গায়ন : *(বেণ্ডমাষ্টৰৰ ওৰিলৈ গৈ)* ই কোন? কাৰ ল'ৰা...
ইছলাম : ভেৰোণীয়া বেনপাট্ৰিৰ মানুহ, বৰপিতাই!
গায়ন : ভেৰোণীয়াবোৰক লৈ তিথি পাতিবলৈ আহিছ!
খগেন : আজিকালি সকলোতে কেৰেয়া চলে, বৰপিতাই!
গায়ন : আমাৰ দিনত নচলিছিল। পূৰ্বে গাঁৱৰ ক-ক ম-ম বুলিব নোৱাৰা মানুহ কেইটাই গীত-মাত-নাচ-বাগ শিকি ধৰ্ম পালন কৰিছিল। আজিকালি তহঁতে লিখা-পঢ়া শিকি ভেৰোণীয়া গায়ন-বায়ন মঙাই দেশৰ ধৰ্ম ৰাখিবলৈ ওলাইছ! জয়, তহঁতে মোক কথা দিছিলি নহয়? আজি বায়নটোক তহঁতে কিয় চৌঠেঙীয়া কৰিব লাগে?
জয় : আমি কি কৰিলোঁ, বৰপিতাই?
গায়ন : কোনে কৰিলে? আজি বায়নে আখৰাৰ পৰা কান্দি-কাতি, বুকু ভুকুৱাই, আউলি-বাউলি হৈ কিয় যাব লাগে?
কন্দুৰা : এহ্। দেদায়েও এনেকৈ অকৰা মৈত উঠিব নালাগিছিল দেচোন।
গায়ন : তহঁতে বায়নক চিনি পাৱনে? বায়নৰ মোল বুজনে? বায়নৰ কিবা এটা হ'ব লাগিলে, তেতিয়াহে তহঁতে বুজিবি বায়ন কি বস্তু! বায়নৰ অবিহনে এই গাঁও আৰু সেউজীয়া সোণালীপাম হৈ নাথাকে। ভেটিত তিতা লাও গজিব,শিয়াল, শগুণৰ বাকৰি হ'ব ! তহঁতৰ যি মন যায় কৰি থাক। মই কেৱল তহঁতক পৰিণামৰ কথা সকীয়াই গ'লোঁ।

*(হঠাৎ ভাগি পৰি কান্দি কান্দি)* হেৰ, বায়নটোক তহঁতে নবধিবি,--বধৰ ভাগি নহবি,--ধৰ্মৰ দোহাই..
*(গায়নৰ প্ৰস্থান।)*

খগেন : মহা মস্কিল হ'ল দে, এই বুঢ়াবোৰক লৈ!
কন্দুৰা : সেই বুলি ইহঁতক লায়ো দিব নালাগে দে।
ইছলাম : অঁ। সকলো খুচি হক বুলি থিয়েটাৰ কৰিবলৈ গৈ এতিয়া দিগদাৰীখনতহে পৰিলোঁ।
তগৰ : *(ওলাই আহি)* ককাইটি, মই যাওঁ। ঘৰত বা পিতায়ে আকৌ কি বিয়াখন দেখুৱায়।
জয় : অঁ তই যাগে যা। যাব পাৰিবি নে?
তগৰ : সদায় দেখোন গৈয়ে আছোঁ।
জয় : যা বেগেতে যা।
*(তগৰৰ প্ৰস্থন।)*
ঐ শুন! সকলোৰে। ভাৰস্তখন এতিয়া তললৈ গলেও আমাৰ পিচুৱাবলৈ নাই। আমি থিয়েটাৰ পাতিম বুলিছোঁ, পাতিমেই।
কন্দুৰা : পাতিম ককাইটি...
খগেন : যি হয় হ'ব, আৰু..
ইছলাম : একো নহয় ককাইটি। চব সাম কাটি যাব।
কন্দুৰা : চাচোন বাৰু! কেনে বঢ়িয়া আখৰা জমিছিল। এই বৰপিতাইটোৱে চব মাটি কৰি দিলে। মাষ্টৰ! ফেন্ গৎ বজোৱা। তেহে যদি আকৌ গা উঠে।
*(যন্ত্ৰ সংগীত বাজি উঠাৰ লগে লগে পট পৰে।)*

আঁৰকাপোৰ

## পাঁচ

*(বায়নৰ টোল। নিশা। জয়ৰামে সৰু হাত বাকচ এটাত সীতাৰ থিয়েটাৰৰ সাজপাৰ লৈ সন্তৰ্পণে প্ৰৱেশ।)*

জয় : *(গল-হেকাৰি)* তগৰ! ঐ তগৰ!
তগৰ : *(ভিতৰৰ পৰা)* কোন? ককাইটি নেকি?
জয় : অঁ, মই জয়ৰাম। ওলাই আহ...
(তগৰে টিপ চাকি এটা লৈ ওলাই আহে।)
তগৰ : তই আহিবি আহিবি বুলি, মই খেন গণি আছোঁ।
জয় : দেদাই একা?
তগৰ : পিতাই বৰনামঘৰলৈ গৈছে। আজি বোলে ভাওনা পতা নপতাৰ হেষ্টনেষ্ট এটা কৰিহে ঘৰলৈ উভতিব। মোৰ মনটো বৰ ভাল লগা নাই অ, ককাইটি।
জয় : কিয়? ভয় লাগিছে নেকি?
তগৰ : জানো সীতা সয়ম্বৰেই হয় নে সীতাৰ বনবাসেই হয়।



জয় : হেৰ, কথাটোনো কি?
তগৰ : পিতায়ে দেখোন অনবৰত কিবা জলকা মাৰি থকা হৈছে।
তগৰ : আগৰদৰে মোৰ সতে বৰকৈ কথা-বতৰাও নাপাতে। ভাতৰ পাটত বহে আৰু উঠে।
জয় : দেদাইৰ কি হৈছে বুইছোঁ দেচোন। এইটো ভাওনা পাতিব নোৱাৰাৰ দাহ। ঠিক হৈ যাব দে।
তগৰ : বৰ বেয়া কথা হ'ল যেন পাইছোঁ।
জয় : দেদাইয়েও বুজিব লাগে দেচোন, দিনকাল সলনি হৈছে বুলি!
তগৰ : মই থিয়েটাৰ নকৰোঁ দে, ককাইটি।
জয় : তই কৈছ কি?
তগৰ : আন এজনী ছোৱালীকে মোৰ ভাওটো দেগৈ।
জয় : হেৰ এই মূৰকত কোন ছোৱালীয়ে বিহ খাই মৰিবলৈ আহিব? তই ভাও লোৱাৰ কথা দেদায়ে কেনেবাকৈ গম পাইছে নেকি?
তগৰ : নাই পোৱা হ'বলা,—পালে ক'ত ৰক্ষা আছিল।
জয় : চব ঠিক হৈ যাব দে। চাওঁ এইফালে আহ।
*(জয়ে বাকচটো খুলি সাজপোছাকবোৰ উলিয়ায়।)*
জয় : তোৰ এইবোৰ সাজপাৰ। এয়া দুখন শাৰী, দুটা ব্লাউজ, সলাই বদলাই পিন্ধিবি। পেটিকোট আৰু বুকুচোলা তোৰবোৰকে ব্যৱহাৰ কৰিবি। এইবোৰ মণি-খাৰু আৰু এইটো তোৰ মুকুট, ৰহ্। জয়ে *(তগৰৰ মূৰত কিৰীটিটো পিন্ধাই চায়।)*
বঢ়িয়া শুৱাই পৰিছে। বস্তুবোৰ চমজি ল। মই যাওঁ, দেদাই কেনেবাকৈ ঘপ্‌কৰে ওলাবহি পাৰে। কাইলৈ তই সোনকালে যাবি।
*(জয়ৰ প্ৰস্থান।)*
তগৰ : *(বস্তুবোৰ সামৰি বাকচত সুমুৱায়)* তই অথোন মোক কি কৰ ঠিকনা নাই।
তগৰে বাকচটো লৈ থিয় হয়। তাইক অস্থিৰ দেখা যায়। অ'ত ত'ত থিয় হয়। তাইৰ আগৰ কথাবোৰ মনত পৰিছে ঃ *(বাণীবদ্ধ সংলাপ)*
১। পিতায়ে থিয়েটাৰত বচন লোৱা বুলি শুনিলে মোক নামদাঙৰ হাবিত মেলি দি আহিবগৈ।
২। ঐ! বায়নৰ ছোৱালীয়ে ক'ত থিয়েটাৰত ভাও লোৱা দেখিছ?
৩। সীতাৰ ভাৰত মোক শুৱাব জানো?
৪। পিতাই। তই হাক দিলে, মই থিয়েটাৰত ভাও নলওঁ।
এনেতে বাজত গায়নৰ মাত শুনা যায়। তগৰে সাউট কৰে হাতবাকচটো লৈ ভিতৰ সোমায়। গায়ন-বায়নৰ প্ৰৱেশ। গায়নৰ হাতত এটা হাত লেম্প আৰু বায়নৰ কান্ধত খোলটো। দুয়ো লেম্প আৰু খোল একাষৰীয়াকৈ থয়। দুয়ো কিছু সময় মাতবোল নকৰে।
গায়ন : উস্ কটা! ডেকাবোৰ বাৰু নাহে নাই! এই বুঢ়াবোৰো নহা হ'ল!
বায়ন : ভাওনাৰ আখৰালৈ আৰু ডেকাও নাহে ; বুঢ়াও নাহে, গায়ন।
গায়ন : মাষ্টৰে মোক বুজোৱা মতে ডেকা ল'ৰাবোৰো আহিব লাগিছিল।

বায়ন : সিহঁতৰ চেতন অহা টান।

গায়ন : চোৰাচোন বাৰু! এই মখমলটো নহাকৈ থাকিব পায়নে?

বায়ন : ল'ৰা-বুঢ়া সকলো সমান, গায়ন বৰা। সিদিনা ময়ো তাক লগপাইছিলোঁ।

গায়ন : সি কি ক'লে?

বায়ন : তাৰ বোলে বচন একেবাৰে মুখস্থ। দোকানত লগ পাই হেই মোলোকাক সুধিলোঁ, "বোলো হেৰ তই আখৰালৈ যোৱা নাই দেখোন!" তাৰ বোলে হালোৱা গৰু এটা হেৰাল, তাকে বিচাৰি সি হেনো দক্ষিণলৈ যাব লাগে।

গায়ন : এৰাতোন দিয়া! জানো, ক'ত কি কেনা লাগিল। মেধিক সিদিনা লগ পাই সুধিলোঁ, বোলোমেধি, আখৰাত তোমাৰ মুখ নেদেখোঁ দেখোন? হেৰা, মানুহটোৱে কিবা বেঙা বেঙিখন কৰে, হাঁবুলিও নকয়, না বুলিও নকয়।

বায়ন : হেৰা কয় কেনেকৈ? মেধিয়ে আখৰালৈ যাওঁ বুলি যাব পাৰিলেহে! তেওঁৰ লেঠা আছে নহয়,-'বৃদ্ধস্য তৰুণী ভাৰ্য্যা।'

গায়ন : অ, কথা তেনে সেইটোহে।

বায়ন : আক' নো কি? এৰি পেলোৱা চব কথা গায়ন। যাৰ যি মন যায় কৰি থাকক। মই ভাওনাৰ পাছ এৰিলোঁ।

(খন্তেক দুয়ো নিতাল মাৰে।)

গায়ন : বায়ন...

বায়ন : কোৱা...

গায়ন : ভাওনাখন পাতিব নোৱাৰিলোঁ বুলি, আমাৰ আতুৰণি হোৱাৰ কি দৰকাৰ।

বায়ন : *(কন্দাৰ সুৰত)* এইবেলি তিথিত আৰু ক'ত ভাওনা এখন পাতিব পাৰিম, গায়ন।

গায়ন : গতিকে ডেকাখনে হাউচ কৰিছে যেতিয়া সিহঁতে পাতি থাকক কি পাতে।

বায়ন : যাৰ যি মন যায়...

গায়ন : এৰা, আমাৰ মিছাই বিৰোধিতা ক ৰাৰ কোনো আৱশ্যক নাই।

বায়ন : আৰু সন্মতি জনোৱাৰো কথা নাই।

গায়ন : "তহঁতে ভাওনা পাতিব নালাগে, থিয়েটৰ পাতগৈ যা" বুলিটো ক'বলৈ দিয়া নাই। আমাৰ পতানপতা কথাত উদাসীন হৈ থাকিলেই হ'ল। আৰু এটা কথা বায়ন! অলপ দকৈ ভাবি চাবাচোন। সময়ৰ সোঁতত ধাৰ কাটি চলিব লাগিব। সিহঁতখনকনো ক'ত দলিয়াই পেলাবা? সিহঁতখনো আমাৰ পেটৰ পোৱালিহে তেও! তাহাঁতকো আমাক লাগে দিয়াচোন!

বায়ন : কি কৰিবলৈ লাগিছেহে তাহাঁতক? মৰিলে চাঙিত তুলি নিবলৈ নে তপত পিণ্ড দিবলৈ?

গায়ন : এহ্! আকোৰ গোজালি হৈ ধৰি নাথাকিবাচোন! সিহঁতে পাতিব খুজিছে যেতিয়া, পাতক দিয়া।

বায়ন : সজ্ঞানে গাঁৱত পাপ সুমুৱাবলৈ মই তেনেহলে মত দিব লাগিব? তোমাৰো সেয়ে পেটৰ কথানে? তোমাৰ মতে তেনে সিহঁতে থিয়েটৰ পাতক!

গায়ন : বায়ন, আমি দুয়ো একেজনা গুৰুৰ শিচ। সৰুৰেপৰা দুয়ো সত্ৰত একেলগে থাকি নাম-গুণ নাচ বাদ্য শিকিলোঁ। তোমাৰ আঁৰ হ'বলৈ, তোমাক মনত দুখ দিওঁ, এনে ভাব মোৰ



সপোনতো নাই। তোমাৰ অহিত চিন্তিলে ধৰ্মই মোক খুলি খুলি খাব। বহু ভাবি চিন্তি, গাঁৱৰো ভাল হক বুলিয়ে মই মত দিছোঁ। মই একো বেয়া দেখা নাই।

বায়ন : *(উগ্ৰ হৈ)* কি কলা? তুমি একো বেয়া দেখা নাই? আমাৰ সাতামপুৰুষীয়া ভাওনা বস্তু, দলিমাবিদি বিজতৰীয়া থিয়েটৰক শিৰত তুলি ললে, একো দোষ নাই? তুমি গুৰুঘৰীয়া গায়নৰ বাব লৈও এনে ভাব মনলৈ আনিবলৈ সংকোচ বোধ নকৰিলা? শেহত তুমিও মোক শেলপাত মাৰিবলৈ খেন গণি আছিলা? হে মহাপ্ৰভু! মোক মাৰি নিয়া,--মোক আৰু লঘুলাঞ্ছনা পাবলৈ নথবা *(কান্দি পেলায়)* গায়ন। মই আৰু কাকো বাধা নিদিওঁ। যাৰ মন যায় কৰি থাকা। মই গাঁও এৰিম। মই আৰু এইগাঁৱত নাথাকোঁ, মই সত্ৰলৈ গুচি যাম।

*(চকুপানী মচি ঘৰ সোমাবলৈ যায়। পুনৰ ওভতে।)*

গায়ন। তুমি যোৱাগৈ যোৱা। বহু নিশা হ'ল। তুমি যোৱা।

*(বায়ন গৈ দুৱাৰদলিত ভৰি দিয়ে।)*

গায়ন : মোক তুমি ভুল নুবুজিবা, বায়ন,--বেয়া নাপাবা, কাবৌটি কৰিছোঁ।

বায়ন : ভাল-বেয়াৰ আৰু কথা নাহে, তুমি যোৱাগৈ।

*(বেদনা সহকাৰে গায়নৰ প্ৰস্থান। মঞ্চ নিতাল মাৰে। খন্তেক ৰৈ বায়ন গহীন খোজেৰে পুনৰ ওলাই আহে। পিৰালিত বহি পৰে। তগৰ আহি একাষে থিয় হয়।)*

বায়ন : তগৰ!

তগৰ : পিতাই।

বায়ন : তই কি খাৰ খাই পাটিত পৰগৈ?

তগৰ : তোৰ ভাত পানী? ভাত নাৰান্ধ নেকি। চাউলমাহ সেইদৰে যতনোৱাতে থাকিল।

বায়ন : কাইলৈ তিথি। তিথিৰ আগদিনা লঘোণ থকা নিয়ম। তই বায়নৰ জীয়েকে তাকো নজনা হলি! যা, কিবা অকণ খাই তই শোগৈ। নিশা ভালেমান হৈছে। মই অকণ জিৰাই, শুমগৈ। *(তগৰ ঘৰ সোমায়। বায়ন থৰ হয়। মৃদুভাৱে খোলৰ ছেও বজা শুনা যায়। মঞ্চ ম্লান হয়, বায়নৰ মুখ পোহৰত উজ্বলি উঠে। ৰাম-লক্ষ্মণৰ সৈতে মাৰিচ সুবাহুৰ যুঁজৰ দৃশ্য অৱতাৰণা হয়। যুদ্ধৰ অন্তত মঞ্চ পুনৰ এন্ধাৰ হয়।)*

পট পৰে

## ছয়

বায়নৰ টোল। গধূলি। চোতালত এখন থাপনা। থাপনাৰ আগত চাকি-বন্তি, ধূপ-ধুনা জ্বলি থাকে। আঁৰকাপোৰ দঙাৰ আগৰেপৰা বায়নৰ খোলৰ চাপৰ প্ৰৱলভাৱে শুনা যায়। আঁৰকাপোৰ দাং খালত বায়নে সাজপাৰ পিন্ধি খোল বজাই ঘৰৰপৰা ওলাই আহে। তন্ময় হৈ খোল বজায়, নাচে। এবাৰ ভিতৰ সোমায়। খোল কেতিয়াবা মৃদু আৰু কেতিয়াবা

তীব্ৰভাৱে বাজে। এনেতে মেধি, সাতোলা, পাঠক আৰু গায়ন প্ৰৱেশ কৰে। চোতালৰ চাকি-বন্তি দেখি আচৰিত হয়। গোটেই কেইজন মঞ্চৰ সন্মুখৰ এফালে থুপ বান্ধে।

মেধি : দেখিলা! খোলৰ মাত নামঘৰৰপৰা অহা নহয়,--বায়নে ঘৰতে খোল চপৰিয়াই আছে।

পাঠক : বায়নৰ হ'ল কি? এইখন চাকি-বন্তি জ্বলাই...

গায়ন : *(পাঠকৰ কথাৰ ওপৰতে)* মোৰ গা চেবাই আছিল--বেয়াই হয়গৈ নেকি এতিয়া।

মেধি : বুঢ়া ডাঙৰীয়াই লম্ভিলে নেকি?

গায়ন : জানোচোন! কালি নিশা মোৰ সতে মহা তৰ্ক। থিয়েট্ৰৰ নামত বাঁওহাতেৰেও পানী এচুল নিদিয়ে। মানুহটোক বুজাবই নোৱাৰি। আজি দুপৰীয়া নামৰ অন্তত নিৰ্মালি মূৰত লৈয়েই কাকো মাতবোল নিদিয়াকৈ ফাঁ ফাঁ কৰে গুচি আহিল।

পাঠক : এৰা। আজি প্ৰসংগৰ সময়ত বায়নৰ মূৰ্তি বেলেগ।

গায়ন : নাই ভাল কথা হোৱা নাই।

পাঠক : জীয়েকো ছাগৈ ঘৰত নাই।

গায়ন : থিয়েট্ৰৰ চাবলৈ যাবও পাৰে!

মেধী : বায়নে আমি অহা গম পায় নে নাপায়।

গায়ন : জানো! মাত দিওচোন!

*(ঘৰৰ দুৱাৰৰ কাষলৈ যায়।)*

বায়ন--অ' বায়ন। এবাৰ ওলাই আহাচোন!

*(বায়নে খোল চপৰিয়াই হালি-জালি ওলাই আহে।)*

বায়ন : কোন, কোন আহিছা?

মেধি : আমি বায়ন, আমি...

বায়ন : পলম কৰিলা কেলেই? যেয়ে য'তে পোৱা বহা,--বহি যোৱা।

পাঠক : আমি বহিম বাৰু,--তুমি--

বায়ন : পলম হৈছে। গায়ন, চাকিবোৰত তেল দিয়া, শলিতাবোৰ বঢ়াই দিয়া, ধূপ-ধূনা জ্বলাই দিয়া,--কি চাই আছা?

*(সূত্ৰধাৰীৰ ভংগিৰে নাচি নাচি)*

ভোঃ ভোঃ সামাজিক, যূয়ং শৃনুধ্বমধুনা বধাঃ।

শ্ৰীৰাম বিজয় নাম নাটকং মুক্তি সাধকমঃ

*(শ্লোকটো মাতিয়ে তীব্ৰভাৱে খোল বজাই ঘৰ সোমায়। সকলো হতভম্ব হয়। লগে লগে গাঠলুৰ প্ৰৱেশ।)*

গাঠলু : আই আহ্! বায়নে ঘৰতে ভাওনা পাতিলা...

মেধী : *(গাঠলুক)* হেৰ থিয়েট্ৰলৈ--

গাঠলু : *(মেধিৰ কথাৰ ওপৰতে)* চাবা সমাইছিলং ৰহ্। ভাল নালাগিল দে। ঐ! ৰহচন ৰহ! বায়নৰআপিটাই দেখোন কিবা দেৱী সাজিছি ঐ থেট্ৰাৰত!

পাঠক : হয় নে?

গায়ন : তই ঠিক দেখিছ নে?



গাঠলু : নিজে দেখি আহিলং আৰ!

মেধি : আন কোনোবা দে...

গাঠলু : মই কৈছং--বায়নৰ আপিটা।

*(গাঠলুৰ কথা শুনিয়েই যেন বায়নে প্ৰচণ্ডভাৱে খোল চপৰিয়াই গাঠলুৰ ওচৰত ছেও পেলায়। সকলোৱে চক খাই যায়। বজাবলৈ এৰি বায়নে ৰামৰ বচন মাতে ঃ)*

বায়ন : অ এ নৰাধম,
ক্ষত্ৰিয় সব মাৰি,
তুহুঁ গৰব কৰইছ?
তোহাৰ মাতা ৰেণুকাক কাটি--
পাপ আচৰল।
সেহি কথা কহিয়ে,
কি হামাক ভিতি দেখাৱহ।
ৰহ ৰহ,
আজু তুহুঁ যমপুৰ দেখবঃ

*(বচন মাতি ক্ষীপ্ৰতাৰে খোল বজাই, বায়নে পাচ মঞ্চত স্থান লয়। মঞ্চৰ পোহৰ লগে লগে নিষ্প্ৰভ হয়। বায়নৰ মুখ জিলিকি উঠে। মেধি, সাতোলা, পাঠক, গায়ন, গাঠলু অন্ধকাৰত বিলীন হয়।*

*ক্ষীণ পোহৰত ৰামবিজয় নাটৰ ৰাম-পৰশুৰামৰ যুদ্ধ অৱতাৰণা হয়। যুঁজৰ অন্তত, ৰাম পৰশুৰাম আদিৰ প্ৰস্থানৰ পিছত পোহৰ কেৱল বায়নৰ মুখত থাকে। বায়নে ৰুদ্ৰমূৰ্তি ধৰি খোল বজাই ঘৰ সোমায়। খোলৰ মৃদু মাতৰ মাজত তলৰ সংলাপ আৰম্ভ হয়--তেতিয়া মেধি, গায়ন, সাতোলা, গাঠলুহঁতক পুনৰ পোহৰতদেখ যায়।)*

গাঠলু : কি হ'ল ঐ! বায়নটোৰ?

গায়ন : কালিকা ভালকৈয়ে চৰিল।

পাঠক : তই নো জীয়েকৰ কথা কৈ পেলালি কিয়?

মেধি : কি হয় গৈ অথোন মানুহটোৰ!

গাঠলু : তাৰ আপিটাক মাতি আনং নেকি...

সকলোৱে : যা যা, লৰ মাৰ--সকলোকে খবৰ দিবি।

*(গাঠলুৰ প্ৰস্থানৰ লগে লগে বায়নে বলিয়াৰ দৰে খোল বজাই মহতিয়াই পেলায়। সকলো হতভম্ভ হৈ পৰে। সকলোৱে বায়নক সাম্য কৰিবলৈ কাষ চাপি যায়।)*

গায়ন : বায়ন, বন্ধ কৰা। বায়ন ছটলৈ আহা *(চিয়ঁৰি কয়)*

*(বায়নে খোল বজাই ক্লান্ত হৈ পৰে। এবাৰ অৱস হৈ মাটিত হলি পৰিব ধৰোঁতেই আটায়ে ধৰি-মেলি "ইছ! ইছ"--"কি কৰিলা" "বায়ন", "বায়ন" বায়নক থাপনাৰ আগত মাটিত বহুৱাই দিয়ে, ঘৰৰ ভিতৰৰ পৰা পানী আনি মুখ, মূৰত মোহাৰি দিয়ে. গাৰ কাপোৰৰে বিচি দিয়ে।)*

গায়ন : *(থোকাথুকি মাতেৰে)* ভাল ভাওনা পাতিলা, বায়ন...

পাঠক ঃ কি কৰিলা বায়ন।

মেধি ঃ বায়ন অকণ থিয় হোৱা, হুচলৈ আহা। জীৱনটোতকৈ ভাওনাখন ডাঙৰ নহয়, বায়ন...লগে লগে গাঠলু, তগৰ, জয়, কন্দুৰা, খগেন সকলো আহি যথাস্থানত বহি পৰে বা থিয় হয়। তগৰ আৰু জয়ে বায়নৰ দুয়োকাষে ভৰিত পৰি উচুপিবলৈ ধৰে। বিষাদময় আৱহ সংগীত বাজি উঠে।

তগৰ ঃ পিতাই *(হুকহুককৈ কান্দি দিয়ে)*

গায়ন ঃ পিতায়েৰে ভাল ভাওনা পাতিলে, আই।

পাঠক ঃ *(বায়নৰ বুকু-পিঠি মোহাৰি)* ভাল হ'ব, ভাল হ'ব। তহঁতে কন্দাকটা নকৰ।

মাষ্টৰৰ ঃ *(বেগেৰে প্ৰবেশ কৰি)* হেৰ বায়নৰ কি হ'ল? কেনেকৈ হ'ল। *(বায়নৰ হাত মূৰত হাত দিয়ে)*

তগৰ ঃ মোৰ কি গতি হ'ব অ, পিতাই!

জয় ঃ এইবাৰলৈ আমাক ক্ষমা কৰ, দেদাই। তোক আমি মৰিবলৈ দিঁব নোৱাৰোঁ, দেদাই!

গায়ন ঃ এতিয়া তোৰ চেতন হ'ল?

তগৰ ঃ মোক খেমা কৰ পিতাই। মই তোৰ চৰণ চুই শপত খাইছোঁ। মই আৰু কেতিয়াও মুখত থিয়েটাৰৰনাম নলওঁ। মাত এযাৰ দে, পিতাই।

বায়ন ঃ উস্ ৰাম। উস্ ৰাম!
*(বায়নে ছাটি ফুটি কৰে! সকলোৱে নিমাত হয় আৰু বায়নৰ মুখলৈ চায়।)*

মাষ্টৰ ঃ ৰহ্ ৰহ্। উৎপাত নকৰ। চকু মেলিছে। বায়ন, অ বায়ন!
*(বায়নে হুক্হুকাই কান্দি দিয়ে। আনবোৰে উচুপে, চকুৰ পানী মছে।)*

বায়ন ঃ মই অধৰমীয়ে, তিথিত ভাওনা এখন পাতিব নোৱাৰিলোঁ...
*(বায়নে অকণ গা পোনাই এটা এটাকৈ সকলোৱে মুখলৈ চায়।)*

বায়ন ঃ কি হৈছে? তহঁতখন কিয় আহিছ?

তগৰ ঃ মই আৰু কেতিয়াও নাযাওঁ, পিতাই।

জয় ঃ আমি আৰু গাঁৱত থিয়েটাৰ নাপাতোঁ, দেদাই।

বায়ন ঃ হয় নেকি? থিয়ট্ৰৰ কিয় নাপাতিবি? মোৰ কথাতে নাপাতিবি নে? থিয়ট্ৰৰ কালিদাসেও পাতিছিল। সেই সুৰীয়া থিয়ট্ৰৰ পাতিবি। কিন্তু গুৰুজনাৰ বছৰেকীয়া তিথিত তহঁতে ভাওনা এখন যেনে তেনে পাতিবি।

জয় ঃ পাতিম দেদাই...

সকলোৱে ঃ পাতিম দেদাই...

জয় ঃ আমি আগলৈ তিথিত ভাওনাহে পাতিম।

বায়ন ঃ অঁ, পাতিবি। তিথিত ভাওনা এখন যেনে তেনে পাতিবি। ভাওনা আমাৰ বাপতিসাহোন, গুৰুজনাই দি থৈ যোৱা বস্তু। ইয়াৰ পৰম্পৰা আছে, মাটিৰ গোন্ধ আছে। লাগিলে ধূলি-মাকতি গুচুৱাই ধুই পখালি ল'বি।

জয় ঃ আৰু ভুল নকৰোঁ, দেদাই। তোক কথা দিলোঁ।

মাষ্টৰ ঃ বায়ন, এইবাৰলৈ ল'ৰাহঁতক খেমা কৰা।



গায়ন ঃ ইহঁতৰ চেতন হ'ল, বায়ন। তোমাৰ ধৰ্ম কেতিয়াও অথলে নাযায়।

বায়ন ঃ মোক তেনেহলে তহঁতে কথা দিছ, এই ভুল আৰু নকৰ...

সকলোৱে ঃ আৰু নকৰোঁ, দেদাই!

বায়ন ঃ তহঁতে তেনেহলে, ভাগৱতৰ আগত আঁঠু ল। মেধি ইহঁতক একাঁজলি, আশীৰ্বাদ দিয়া। ইহঁতৰকুশল হওঁক।

মেধি ঃ ঐ! সকলোৱে আঁঠু ল। বায়ন, তুমিও আঁঠু লোৱা। *(সকলোৱে আঁঠু লয়।)*
হে মহাপ্ৰভু। গাঁৱৰ ডেকাখনে দণ্ডৱতে প্ৰণাম জনাইছে, জানি বা নাজানি,পূৰ্বাপৰ প্ৰথালৈ পিঠিদি তাহাঁতে যি অপৰাধ কৰিলে, আজি সেই ভুল জানিব পাৰি, বায়ন, গায়ন, মেধী, সাতোলাপ্ৰমুখ্যে, এই অপৰাধৰ বাবে, মনত মহা কষ্ট পাইছে। এই অপকৰ্মৰ প্ৰায়শ্চিত্তৰ বাবে, দণ্ডৱতে তোমাক মিনতি জনাইছে, তুমি নিজ গুণে সন্তুষ্ট হৈ প্ৰথমবাৰৰ বাবে সৰ্ব অপৰাধ মৰিষণ কৰি, সদজ্ঞান দানে, ধৰ্মত মতি কৰি, কৰ্মত ৰতি কৰি, আগলৈ গাঁৱৰ আৰু দহৰ যাতে মংগল সাধিব পাৰে তাৰ বাবে যেন কৃপা দৃষ্টি কৰে।
জয় অ ৰাম বোলা।
জয় অ হৰি বোলাঃ
জয় অ হৰি বোলাঃ
জয় অ ৰাম বোলাঃ
উৎসৱ কৰিয়ে হৰি বোলা, ৰাম বোলাঃ
আৰু আমাৰ এখেত বায়ন, এগৰাকী নিৰীহ নিপানী একান্ত তোমাৰ ভকত। ল'ৰাহঁতৰ দোষ ত্ৰুটিৰ বাবে অযথা মনোকষ্ট পাবলগীয়া হ'ল। তেওঁ যেন ল'ৰাহঁতক পেটৰ পো বুলি, সকলো দোষমৰিষণ কৰি, গুৰুজনাৰ ধৰ্ম ৰক্ষা কৰি, গুৰুঘৰে, গোসাঁইঘৰে খিয়াতি লাভ কৰি, নিৰোগে নিপাপেদীৰ্ঘায়ু লাভ কৰি, সমাজখনক যেন আগলৈ সৎপথে চলাই নিব পাৰে,—তেওঁৰ যেন সৰ্বত্ৰ জয়-জয়ময়-ময় হয় ইয়াকেহে দণ্ডৱতে প্ৰাৰ্থনা জনোৱা হ'ল।
ঔৱা হৰি। ঔৱা ৰামঃ
ঔৱা ৰাম। ঔৱা হৰিঃ
উৎসৱ কৰিয়ে হৰি বোলা, ৰাম বোলাঃ

সমাপ্ত

# বাঃ ৰেঃ বাঃ ৰে ৰাঃ

## অসীম কুমাৰ শৰ্মা



### চৰিত্ৰাৱলী

সূত্ৰ. কোৰাচ. সত্য. নেতা-১. নেতা -২. মন্ত্ৰী. শ্ৰীহৰি. শ্ৰমিক. পাৰ্বতী. চাহাব. নাৰী-১. নাৰী-২. নাৰী-৩. যণ্ড-পাযণ্ড. মধু. শ্ৰীমতী. বাবা. ছাৰ. কালিয়া. দৰ্শক.



*( বেণ্ডপাৰ্টি সহিতে কোৰাচ দলৰ প্ৰৱেশ। প্ৰৱেশ কৰিয়েই আৰম্ভণিৰ গীত জুৰিব)*

গীত - ১

শুনা শুনা সৰ্বজন
চোৰাত দিয়া মন।
সত্য দাসৰ কাহিনী কও
কৰাহা শ্ৰৱণ।।

সূত্ৰ : এক আছিল ৰজা
তেওঁৰ ৰাণী দুগৰাকী
এগৰাকী লাগী
আনগৰাকী এলাগী।।

কোৰাচ : ৰ'বা ৰ'বা এইবোৰ তুমি কি বলকিছা?

সূত্ৰ : সাধুকথাৰ আৰম্ভণীটো এনেকৈয়ে হয়!

কোৰাচ : নহ'ব নহ'ব , এনেকৈ ন'হব!

সূত্ৰ : তেন্তে কেনেকৈ ?

কোৰাচ : শুনা তেন্তে --

গীত - ২

সত্য দাসে দেখে এক বৰ মজাৰ সপোন।
মৰীচিকা নহয় যেন জীৱনৰ দাপোণ।।
কাপোৰৰ মিলৰ সি আছিল লেবাৰ।
ভগৱন্ত প্ৰভুৱেও তাক নকৰে ফেভাৰ।।
এদিন হঠাৎ আচম্বিতে বন্ধ হৈ গ'ল মিল।
বাবু সকলেও তাত মাৰি দিলে চিল।।

সূত্ৰ : তাৰ পিচত?

কোৰাচ : শুনা শুনা সৰ্বজন চোৰাত দিয়া মন।
চানাচুৰ চোবাই চোৰা সত্য দাসৰ প্ৰহসন।।
*(কোৰাচ দলৰ প্ৰস্থান)*
*(খালি মঞ্চত একেবাৰে মাজৰ Zone ,ত সত্য দাস বহি থাকে জুপুকা মাৰি লাইট অহাৰ ক্ষন্তেক পিচত দেখা যাব সত্যই যেন সাৰ পাইছে, দৰ্শকৰ ফালে চাই কয়)*

সত্য : নমস্কাৰ বাবুসকল, মোৰ নাম সত্য-সত্য দাস। এই যে আজি ৩৬ মাহ ধৰি চৰকাৰে লক্ আউট

কৰি বন্ধ কৰি ৰাখিছে – সেই কাপোৰৰ মিলটোত লেবাৰৰ কাম কৰোঁ। মোৰ ল'ৰা-ছোৱালী তিনিটা বাবুসকল। ডাঙৰটোৰ ১০ বছৰ, সৰুটো মাকৰ কোলাত।

প্ৰহসনলৈ যোৱাৰ আগতে আপোনালোকে মোৰ কাহিনীটো শুনি ল'ব লাগিব বাবুসকল -- অকণমান ধৈৰ্য ধৰি। ল'ৰা-ছোৱালী জন্ম দিয়াতো সহজ কিন্তু বাবুসকল, ডাঙৰ দীঘল কৰাতো হ'লে বহুত কষ্টৰ কাম। চালাহঁতৰ খালি গাহৰিৰ দৰে খাওঁ খাওঁ। মূৰটো একদম গৰম হৈ যায় বাবুসকল। এনেকৈতো নচলে, পৰিয়াল চলাবলৈ পকেটত ধন লাগে। তাহাঁতৰ পেটৰ ভোক গুচাব পাৰিব লাগে। কিন্তু, বাবুসকল আজি ৩৬ মাহ ধৰি পকেটত ফুটা কড়ি এটাও নাই। লেবাৰৰ জমাৰ ঘৰত সদায় একোটা প্ৰকাণ্ড শূন্যৰ বাহিৰে একো নেথাকে। সেই কাৰণেই আপোনালোকৰ সন্মুখত আজি এটা সিদ্ধান্ত লবলৈ আহিছোঁ বাবুসকল। বহুত আশা কৰি ইয়াত চাকৰিত সোমাইছিলোঁ বাবু -- কিন্তু ?

*(আন এটা Zone ত দেখা যাব, এদল খাকী পোছাক পিন্ধা মানুহৰ হাতে হাতে প্লে-কাৰ্ড। "মজদুৰৰ ওপৰত শোষণ নচলিব" -"এই মিল ব্যক্তিগত খণ্ডত বিক্ৰী নচলিব" "দুনীয়াৰ মজদুৰ এক হওক" ইত্যাদি শ্ল'গান উত্তেজিত ভাৱে দি আছে। এই Zone --- ৰ লাইট Off হৈ পুনৰ সত্য দাসৰ ওপৰত পৰে।)*

সত্য : লোণে-ভাতে সুখেৰেই খাই আছিলোঁ বাবুসকল, শ্ৰম কৰিছিলোঁ ল'ৰা-ছোৱালীৰ মুখত দুগৰাহ দিছিলোঁ। কিন্তু হঠাতে যে কি হৈ গ'ল? ইমান সুন্দৰকৈ চলি থকা মিলটো, চৰকাৰে মহাজনক বেচি দিব খুজিলে। আমাৰ মাজত হাঁহাকাৰ লাগি গ'ল বাবু।

*(পুনৰ সিটো Zone ত শ্ৰমিকসকল। এটা বা দুটা কাঠৰ বাকচৰ ওপৰত উঠি দুজন নেতা জাতীয়ই বক্তৃতা দি আছে। তীব্ৰ অসন্তুষ্টি। শ্ৰমিকসকলৰ মাজত সত্য দাসকো দেখা যায়।)*

নেতা ১ : চৰকাৰৰ এই ষড়যন্ত্ৰ নচলিব। ভাইসকল আমি সংগঠিত হৈ প্ৰতিবাদ কৰিব লাগিব। এই চক্ৰান্ত ভাঙি চুৰমাৰ কৰি দিব লাগিব।

নেতা২ : এই মিলটো ব্যক্তিগত খণ্ডলৈ হস্তান্তৰ কৰিলে আটাইতকৈ বেছি ক্ষতিগ্ৰস্ত কোন হ'ব জানেনে? আমি শ্ৰমিকসকল। দেশী বা বিদেশী মহাজনে মুনাফা লুটাৰ স্বাৰ্থত আমাৰ মাজৰ সৰহ সংখ্যক শ্ৰমিকক চাটাই কৰিব। আমাৰ সা-সুবিধাবোৰ আৰু নোহোৱা কৰিব।

নেতা ১ : ভাইসকল ভাৰতবৰ্ষৰ মুক্ত অৰ্থনীতিৰ নামত এই প্ৰক্ৰিয়া য'তেই চলিছে তাতেই ক্ষতিগ্ৰস্থ হৈছে শ্ৰমিক। গতিকে ভাইসকল আমি আৰু ক্ষান্ত হৈ চাই থাকিব নোৱাৰোঁ। আমি প্ৰতিবাদ কৰিব লাগিব। গতিকে, কাইলৈৰ পৰা মিল বন্ধ। "দুনিয়াৰ মজদুৰ" --

*(কোৰাচ - 'এক হওঁক'। লগে লগে Light Off হয়। পুনৰ মাজৰ Zone টো পোহৰ হয়। সত্যদাসে আধা পোৰা বিড়ি এটা কাণৰ কাষৰ পৰা উলিয়াই Zone ত প্ৰৱেশ কৰি জ্বলায়।)*

সত্য : পিছে কি হ'ব বাবুসকল ? ষ্ট্ৰাইক হ'ল - নেতাসকলক আলোচনাৰ বাবে চৰকাৰে লৈ গ'ল। আমালৈ সুদা হাতলৈ তেওঁলোক এদিন উলটি আহিল।

*(Off আন এটা Zone পোহৰ হয়। নেতা দুজন)*

নেতা২ : শান্ত হওঁক ভাইসকল। চৰকাৰৰ লগত আলোচনা কৰি আমি সুদা হাতে উলটি অহা নাই। লগত আনিছোঁ প্ৰতিশ্ৰুতি। চৰকাৰে কথা দিছে -- এই মিল ব্যক্তি খণ্ডত বিক্ৰী হ'লেও



শ্ৰমিক স্বাৰ্থত এধানিমানো আঘাত পৰিবলৈ দিয়া নহ'ব। 'দুনিয়াৰ মজদুৰ'--*(কোৰাচ নীৰৱ)*
*(Off. পুনৰ সত্য)*

সত্য : কেইদিনমানৰ পিচতে গম পোৱা গ'ল বাবু, নেতা দুজনে চৰকাৰৰ কথা ভিতৰুৱাকৈ বুজাবুজি কৰিছিল। ঘুনুক ঘানাককৈ কথাটো সকলোৰে কাণত পৰিল। নেতাসকল কথমপিহে সেইবাৰলৈ বাচিল। শ্ৰমিকৰ খং, বৰ খং বাবু, সুদা পেটৰ খংটো। আকৌ মিলটো বন্ধ হৈ গ'ল। ষ্ট্ৰাইক আৰম্ভ হ'ল। এদিন দুদিনকৈ দুমাহ পাৰ হ'ল। আমাৰ জমাৰ চাউলৰ তলিৰ কণো ঢুকাল। হঠাতে খৰালিৰ ধূলিয়ৰিত বৰষুণ অহা দি খবৰ আহিল -- মন্ত্ৰী আহিব আলোচনা কৰিব -- (Off. শ্ৰমিকসকলৰ ওপৰত পোহৰ পৰে। সত্যও আছে। এখন চকী। এনেতে চাইৰেণ শুনা যায়। দুজন মোছাল বডি-গাৰ্ড, P.A. শ্ৰীহৰি, লগতে খাদী টুপী পিন্ধা নেতাৰ প্ৰৱেশ।)

মন্ত্ৰী : (হাতযোৰ কৰি বহে) পানী

শ্ৰীহৰি : পানী --

কোৰাচ : নাই।

শ্ৰীহৰি : নাই!!

কোৰাচ : Supply বন্ধ।

মন্ত্ৰী : কোনো কথা নাই ভাইসকল। পানী নহ'লেও জীয়াই থাকিব নোৱাৰি জানো? শ্ৰীহৰি

শ্ৰী হৰি : ছাৰ?

মন্ত্ৰী : মিঠাইবোৰ বিলাই দিয়া।

কোৰাচ : মিঠাই নেলাগে, কামৰ কথালৈ আহক।

মন্ত্ৰী : নিশ্চয় নিশ্চয়। নেতাসকল ক'ত?

কোৰাচ : (নীৰৱ)

মন্ত্ৰী : বোলো আলোচনা কৰিবলৈ নেতাসকল ক'ত?

কোৰাচ : নাই।

মন্ত্ৰী : নাই!! তেনেহ'লে মই আলোচনা কৰিম কাৰ লগত?

কোৰাচ : আমাৰ লগত।

মন্ত্ৰী : শ্ৰীহৰি?

শ্ৰীহৰি : ছাৰ? (এখন কাগজ দিয়ে)
(মন্ত্ৰীয়ে কাগজখন মেলি পঢ়িবলৈ আৰম্ভ কৰে)

মন্ত্ৰী : শ্ৰদ্ধেয় ৰাইজ, অভিনন্দন গ্ৰহণ কৰিব। এই খন চৰকাৰ আপোনালোকৰ চৰকাৰ। আপোনালোকৰ আৰ্থ-সামাজিক উন্নতি কল্পে আমি প্ৰতিটো ক্ষণতে সজাগ। গতিকে, এখন সুস্থিৰ চৰকাৰ গঢ়ি তুলিবৰবাবে আপোনালোকে বটলৰ চিনত ভোট দি আমাক বিপুল ভোটত জয়যুক্ত কৰক। --শ্ৰীহৰি?

শ্ৰীহৰি : ভুল হৈ গ'ল ছাৰ, ভুলতে পঞ্চায়ত ইলেক্চনৰ কেনভাচখন Out হৈ গ'ল।

মন্ত্ৰী : তোমাৰ মূৰটো।

শ্ৰীহৰি : হয় ছাৰ।

মন্ত্ৰী : কি হয় ছাৰ?

শ্ৰীহৰি : মোৰ মূৰটো ছাৰ -- (বেলেগ এখন কাগজ দিয়ে)

মন্ত্ৰী : (গল খেকাৰি মাৰি) মজদুৰ ভাইসকল, আজি আপোনালোক কিহৰ বেদনাত প্ৰতিবাদমুখী হৈ উঠিছে , সেই কথা আমাৰ চৰকাৰে মৰ্মে মৰ্মে উপলব্ধি কৰিছে। সেয়ে আজি আমি স্বয়ং আপোনালোকৰ মাজত উপস্থিত হৈছোঁহি। ভাইসকল, এটা কথা জানি থওঁক এইখন চৰকাৰে কেতিয়াও শ্ৰমিকৰ স্বাৰ্থত আঘাত পৰিবলৈ নিদিয়ে। শ্ৰমিকসকলেই দেশৰ আধাৰ। ভাইসকল -এই মিলটো ব্যক্তিখণ্ডলৈ হস্তান্তৰ হ'লেও আমি জনাই দিছোঁ -- শ্ৰমিক স্বাৰ্থত আঘাত হনা কোনোমতেই সহ্য কৰা নহ'ব। আমি তেওঁলোকক অনুৰোধ জনাইছোঁ--- এজনো শ্ৰমিক যাতে চাটাই নকৰে।

শ্ৰমিক : কিন্তু এই মিলটো বিক্ৰী কৰিব খুজিছে কিয়?

মন্ত্ৰী : লোকচান , ভাইসকল ভীষণ লোকচান!

কোৰাচ : লোকচান?

মন্ত্ৰী : এৰা, লোকচান ভৰি এনে উদ্যোগ চলাই থাকিব লগা হোৱাত চৰকাৰৰ কঁকাল পৰি গৈছে।

শ্ৰমিক : মিলটোৱে দেখোন বছৰি কেবাকোটি টকাৰ লাভ চৰকাৰক দি আহিছে।

মন্ত্ৰী : কোনে ক'লে ?

শ্ৰমিক : কিয় বাতৰি কাকতত দেখোন প্ৰকাশ হৈয়ে থাকে মাজে মাজে।

শ্ৰমিক : বাতৰি কাকত!! বাতৰি কাকতক বিশ্বাস কৰিছা? এই বাতৰি কাকতবোৰেই আমাৰ ঘোৰ শত্ৰু। বেটাহঁতে আমাৰ বদনাম চপাবলৈ যেন ঠিকা লৈ থৈছে।

শ্ৰীহৰি : (গল খেকাৰি মাৰি) ছাৰ --

মন্ত্ৰী : (ধৰিব পাৰি) অ' কি কৈ আছিলোঁ? ভাইসকল, সেই লাভ দেখাতহে । ভিতৰি ভিতৰি কিন্তু টকাৰ লোকচান হৈ আহিছে ভাইসকল। আপোনালোকে জানে, এইখন চৰকাৰ কিমান প্ৰত্যাহ্বানৰ সন্মুখীন হৈছে। আজি ৰাজ্যখনত অশান্তিয়ে বাহ লৈছে। এশ এটা উগ্ৰপন্থী সংগঠনে ৰাজ্যখনত এক সহিব নোৱাৰা সংকটময় পৰিস্থিতিৰ সৃষ্টি কৰিছে। বহু নিৰীহ মানুহ উগ্ৰপন্থীৰ নৃশংসতাৰ বলি হৈছে। ৰাজ্যখনৰ উন্নয়নৰ ধন উগ্ৰপন্থীসকলৰ পিচতেই খৰচ হৈ গৈছে। কিন্তু আমিও বহি থকা নাই । উগ্ৰপন্থীসকলক দমন কৰি শান্তিৰ পৰিৱেশ ঘূৰাই আনি ৰাজ্যখনক উন্নতিৰ জখলাত উঠাবলৈ আমি চেষ্টাৰ কোনো ত্ৰুটি কৰা নাই। উগ্ৰপন্থী সকলক দমন কৰি শান্তিৰ পৰিৱেশ ঘূৰাই আনিবলৈ বহু ধনৰ প্ৰয়োজন। ধন অবিহনে শান্তি নাহে । কিন্তু ধন ক'ত? দুৰ্নীতিত লিপ্ত আগৰখন চৰকাৰে ধনৰ ভঁৰাল শূন্য কৰি থৈ গৈছে। ভাইসকল, আমি শান্তিৰ স্বাৰ্থত ধন সংগ্ৰহ কৰিব লাগিব। ধন সংগ্ৰহ কৰিবলৈ আমি ত্যাগ কৰিব লাগিব। আৰু আজি সেই ত্যাগ আপোনালোকে কৰি দেখুৱাব লাগিব। দেশৰ স্বাৰ্থত-ৰাইজৰ স্বাৰ্থত আপোনালোকে ত্যাগৰ উদাহৰণ হ'ব লাগিব। আমি উগ্ৰপন্থীসকলক দমন কৰিবলৈ , উদ্যোগবোৰ এটা এটাকৈ হস্তান্তৰৰ দ্বাৰা ধন সংগ্ৰহ কৰি ৰাজ্যখনলৈ শান্তি ঘূৰাই আনিব খুজিছোঁ। উগ্ৰপন্থীসমূহ নিচিহ্ন কৰিলেহে শান্তি আহিব। ৰাজ্যখনৰ এই অনগ্ৰসৰতাৰ বাবে মূল দায়ী বিদেশী শক্তিৰদ্বাৰা চালিত উগ্ৰপন্থী সংগঠনসমূহ। তাহাঁতক কাবু কৰিব পাৰিলেই, ভাইসকল আমি কথা দিছোঁ পুনৰ ন-ন উদ্যোগ গঢ়ি আপোনালোকৰ সোণৰ অসমৰ সপোন বাস্তবায়িত কৰিম। -- "জয় হিন্দ "।



(Off . পুনৰ সত্য অকলশৰে)

সত্য : মন্ত্ৰী গ'ল! শ্ৰমিকসকলো অটল হৈ থাকিল। আৰু এদিন চৰকাৰে মিলটো লক আউট বুলি ঘোষণা কৰিলে। ৩৬ মাহ পাৰ হৈ গ'ল বাবু। মিল বন্ধ হোৱাৰ লগে লগে পানী, লাইট চব বন্ধ হৈ গ'ল। শ্ৰমিকৰ মাজত হাহাঁকাৰ লাগিল। এমাহ- দুমাহ ধাৰে-ঋণে চলিল। মিল খোলাৰ আশা নেদেখি দোকানীয়েও বাকী দিয়াৰ বন্ধ কৰিলে। তাৰ পিচত, বহুতে ইটো সিটো দিন হাজিৰা কৰাত লাগিল। কৰিব নোৱাৰাবোৰৰ মোৰ নিচিনা অৱস্থা হ'ল। কিমান সুদা পেটত থাকিব বাবু। আমাৰ ইয়াতে অভাৱতে দুই-এটা আত্মহত্যাৰ ঘটনা ঘটি গ'ল। নিজৰ ভোক সহ্য কৰিব পাৰি , কিন্তু মাইকী, ল'ৰা-ছোৱালীৰ মুখ কেইখনলৈ চাই থাকিব নোৱাৰি। বনৰীয়া আলু-কচু কিমান খুৱাব বাবু। মাইকীজনীয়ে লোকৰ ঘৰত দিন হাজিৰা কৰি দুই চাৰি পইচা অৰ্জন কৰে। তাৰে সংসাৰ নচলে বাবু। পুৰুষ মানুহৰ ইজ্জতত আঘাত লাগে। সেয়ে বাবু ঠিক কৰিছোঁ -ময়ো আত্মহত্যা কৰিম। নাই নাই আপোনালোকে ভবাৰ দৰে নহয়, মই আত্মহত্যা কৰিম চহৰৰ মাজ-মজিয়াত থকা সেই আঁহতজোপাত। মৰাৰ আগতে সকলোকে চিঞৰি কৈ যাম মোৰ মৃত্যুৰ কাৰণে দায়ী 'চৰকাৰ'। ল'ৰা-ছোৱালীৰ ভোক ভোককৈ চিঞৰ শুনি থকাতকৈ মৃত্যুৱেই বহুত ভাল। মৃত্যুৱে যদি চৰকাৰৰ গা লৰায়? যদি মিলটো পুনৰ খুলি দিয়ে? সেই কাৰণে বাবুসকল , মোৰ আত্মহত্যাৰ দিন তাৰিখ আপোনালোকক জনাম। অন্ততঃ আমি দুৰ্ভগীয়াবোৰৰ হৈ এবাৰ মাত মাতিবলৈকে সেইদিনা আহিব। --

*(মঞ্চ পোহৰ হয়। শ্ৰমিকসকল ,সত্যৰ ঘৈণীয়েক পাৰ্বতী, ল'ৰা-ছোৱালী সোমায় আহে। সকলোৰে মুখত গুণগুণনি, পাৰ্বতীৰ ৰাউচি জোৰা কান্দোন)*

শ্ৰমিক : সত্য , এয়া তই কি কৰিব খুজিছ? নেপায় নেপায় ---

পাৰ্বতী : *(ৰাউচি জুৰি)* আই ঐ, মই ক'তে মৰো ঐ!! এইবোৰ মই কি শুনিছোঁ ঐ!!

শ্ৰমিক : সত্য, তই কিয় চিন্তা কৰিছ? আমি আছোঁ নহয়।

পাৰ্বতী : আমি আলু-কচুকে খাম ঐ, আমাক এৰি নাযাব ঐ!! আমাৰ কি গতি হ'ব ঐ!!

শ্ৰমিক : তই কিয় এনেকুৱা কৰিব খুজিছ কছোন? আমিও জানো তোৰ দৰে কষ্ট খাই থকা নাই?

শ্ৰমিক : আশা এৰি নিদিবি সত্য, এদিন নহয় এদিন এই মিল খুলিবই খুলিব।

পাৰ্বতী : হেৰি, এইবোৰ মিছা বুলি কওঁক, ধেমালি বুলি কওঁক।

শ্ৰমিক : নিজৰ ল'ৰা-ছোৱালী এৰি তই এইবোৰ কি ফাজলামি আৰম্ভ কৰিছ?

কোৰাচ : তোক আত্মহত্যা কৰিবলৈ নিদিওঁ আমি --

*( সত্য ইমান পৰে জুপুকা মাৰি বহি থকাৰ পৰা উঠি আহি দৰ্শকক কয়)*

সত্য : পাক্কা সিদ্ধান্ত বাবুসকল, আহিব কিন্তু - তৰিখ, বাৰ, সময় ঠিক হ'লেই আপোনালোকক জনাম।

*( Light off. On হওঁতে দেখা যায় এজন টাই-চুট পিন্ধা চাহাব। হাতত ফুলৰ মালা আৰু এটা ব্ৰিফকেচ। যেন বোকাৰ মাজে মাজেহে খোজ কাঢ়ি আহিছে, তেনে ভঙ্গিৰে। চকুত চানগ্লাছ। চাহাবে বিশুদ্ধ অসমীয়াত কথা ক'ব।)*

চাহাব : ছেঃ ক'লৈ যাওঁ! ক'ত বা আছে? *(কাৰোবাক দেখি)* হেৰা হেৰা শুনাছোন? অ' তোমাকে কৈছোঁ।

*(এজন শ্ৰমিক সোমাই আহে)*

শ্ৰমিক : চালাম চাহাব। আপুনি কোন চাহাব? আপুনি কি চৰকাৰৰ মানুহ? মিলৰ কাৰণে আহিছে হয়, হয় হ'বই লাগিব। নহলে আপুনিনো ইয়ালৈ কেলেই আহিব। আৰে ঐ লক্ষ্মণ, হাড়িয়া, বিধু, বল্লভ — চৰকাৰৰ মানুহ আহি গ'ল ৰে — মিল খুলি যাব ৰে —

*(বিৰাট আলোড়নৰ মাজেৰে শ্ৰমিকসকলৰ প্ৰৱেশ। সকলোৱে চাহাবক ঘেৰি ধৰে।)*

শ্ৰমিক : বাবু কেতিয়া খুলিব বাবু?

শ্ৰমিক : চৰকাৰে আমাৰ দাবী কি মানি ললে বাবু?

শ্ৰমিক : আৰে ঐ হাড়িয়া, নামানিলে কি এই বোকাত এই চাহাব মৰিবলৈ আহিব।

শ্ৰমিক : কিন্তু এই চাহাবটো সঁচাসচি বিলাতী চাহাব —

শ্ৰমিক : আৰে ভাই, আমাৰ দেশত দেশী-বিলাতী চব সমান।

শ্ৰমিক : হাৰে - এই কেইমাহত চাহাবক আমাৰ ইয়ালৈ অহা দেখিলি?

শ্ৰমিক : দেখিলিতো — আমাৰ দাবী মানিবলৈ চৰকাৰ বাধ্য হৈ গ'ল।

শ্ৰমিক : "শ্ৰমিক ঐক্য" —

কোৰাচ : জিন্দাবাদ জিন্দাবাদ।।

শ্ৰমিক : "শ্ৰমিক ঐক্য"

কোৰাচ : জিন্দাবাদ জিন্দাবাদ ।।

চাহাব : ৰ'বাচোন ৰ'বা ভাই, -- মই চৰকাৰৰ মানুহ নহয়।

কোৰাচ : নহয়!!

চাহাব : আৰু চৰকাৰেও তোমালোকৰ দাবী মানি লোৱা নাই।

কোৰাচ : *(নিৰাশজনক 'হু' ........বুলি আক্ষেপ কৰে।)*

চাহাব : অৱশ্যে, মই তোমালোকৰ কামতে আহিছোঁ —

কোৰাচ : আমাৰ কামত? *(উৎসাহিত হৈ)*

চাহাব : তোমালোকক সহায় কৰিবলৈ!!

কোৰাচ : আমাক সহায় কৰিবলৈ!!

চাহাব : তোমালোকৰ মাজৰ মহান সত্য দাস কোন?

কোৰাচ : এজনো নহয়।

চাহাব : তেন্তে সত্য দাস কি ৰিউমাৰ?

কোৰাচ : মানে?

চাহাব : মানে সত্য দাস বুলি কি কোনো নাই?

কোৰাচ : আছে।

চাহাব : ক'ত?

কোৰাচ : ঘৰত।

চাহাব : মাতি দিয়া।

কোৰাচ : তাৰ পিচত?

চাহাব : মাতি দিয়া।



শ্ৰমিক : যা যা — এখন চকী লৈ আন —

*(চকী আহি যায়। চাহাব বহে। এনেতে সত্যই উদং গাত এখন গামোচা পিন্ধি সোমাই আহে।)*

সত্য : কোনে, কোনে বিচাৰিছে মোক?

চাহাব : *(হাতত লৈ থকা মালাডাল পিন্ধাব খোজে)* আহাহা, মোৰ কি ভাগ্য। মোৰ মনুষ্য জনম সম্ফল হ'ল। আপুনিয়েই কি সেই লোকনায়ক সত্য দাস?

সত্য : *(নিপিন্ধে / ভয়ত)* নাই নাই মই নহয়।

চাহাব : *(নিপিন্ধায়)* কি তুমি সত্য দাস নহয়? তোমালোকে মিছা মাতিলা?

কোৰাচ : হয়।

চাহাব : কি হয়?

কোৰাচ : সত্য দাস হয়।

চাহাব : *(জোৰকৈ মালা পিন্ধায় দিয়ে)* মই জানো, মহান মানুহে কেতিয়াও নিজৰ পৰিচয় নিদিয়ে। আজি আপুনি আৰু মানুহ হৈ থকা নাই।

কোৰাচ : অ্যাই!!

চাহাব : আপুনি আজি দেৱতা। আপুনি যি দুৰ্লভ উদাহৰণেৰে জনগণৰ মঙ্গলৰ হেতু জীৱন বিসৰ্জন দিবলৈ ওলাইছে, সেয়া সঁচাকৈয়ে বিৰল। আনে বুজি নেপালেও আমি বুজি পাওঁ আপোনাৰ মূল্য কিমান? আপুনি দধীচি।

সত্য : *(প্ৰায় কন্দাৰ সুৰত)* মই নহয়।

চাহাব : কি নহয়?

সত্য : দধিচী!!

চাহাব : আপুনিয়েই জানো সেই মহান মানুহজন নহয়, যি ত্যাগ স্বীকাৰ কৰি জনগণৰ সুখৰ বাবে তিনি আলিৰ আঁহতজোপাত আত্মহত্যা কৰিব খুজিছে।

সত্য : হয়।

চাহাব : মহান আপুনি - দেৱতা আপুনি — আপুনি — আপুনি —

কোৰাচ : সত্য দাস।

চাহাব : Yes, সত্য দাস, কিন্তু সত্য দাসৰ কথা কি কোনেও নেজানিব। তেওঁৰ এই মহান মৃত্যুত কি কোনেও উৎসাহ নিদিব? এই চহৰৰ কেইজনমান মানুহে কেৱল এই মৃত্যু প্ৰত্যক্ষ কৰিব আৰু কেইদিনমানৰ পিচতে পাহৰি পেলাব!! নহয়, এয়া হ'ব নোৱাৰে। আমি এই মৃত্যুক মহীয়ান কৰি তুলিবই লাগিব। গোটেই বিশ্বই জানিব লাগিব সত্য দাসৰ মহানতাৰ কথা। তেওঁৰ এই ত্যাগ বুৰঞ্জীৰ পাতত জিলিকি থাকিব লাগিব। বিশ্বৰ নায়ক হ'ব লাগিব। আৰু তাৰ বাবে আমি কি কৰিব লাগিব?

কোৰাচ : কি কৰিব লাগিব?

চাহাব : এটা চহী।

কোৰাচ : চহী?

চাহাব : চহী। এখন চুক্তি পত্ৰত চহী কৰিব লাগিব। নমস্কাৰ মোৰ "বিজনেচ্‌মেন জন্স"। বিখ্যাত শীতল পানীয় প্ৰতিষ্ঠান "প্যাচা ক'লা" ৰ মেনেজাৰ।

*(জোৰকৈ সত্যৰ লগত হেণ্ডচেক কৰে)*

আমাৰ কোম্পানীয়ে আপোনাৰ অঙ্গীকাৰত উদ্বুদ্ধ হৈ আপোনাক চিৰ যুগমীয়া কৰি তুলিবলৈ এক আঁচনি প্ৰস্তুত কৰি উলিয়াইছে।

সত্য ঃ মানে?

চাহাব ঃ চাওঁক, আপুনি যি পদ্ধতিৰে মৰিবলৈ ওলাইছে, সেইপদ্ধতিৰে কেইজনে জানিব পাৰিব আপোনাৰ মৃত্যুৰ উদ্দেশ্য? কিন্তু আমাৰ লগত চুক্তিত আবদ্ধ হলে - আমি একেদিনাই গোটেই পৃথিৱীকে জনাই দিম আপোনাৰ মৃত্যুৰ কাৰণ। দেশী-বিদেশী সাংবাদিক দৰ্শকে ভিৰ কৰিবহি আপোনাৰ মৃত্যুৰ দিনা। গোটেই বিশ্বতে প্ৰচাৰ হ'ব আপোনাৰ মৃত্যুৰ কাৰণ - পৃথিৱীৰ বিভিন্ন চেনেলত আপোনাৰ মৃত্যু 'লাইভ চেলিকাষ্ট' হ'ব।

সত্য ঃ নাই নাই, মই সেইবোৰ নকৰোঁ।

চাহাব ঃ ভুল নকৰিব। ভাবি চাওঁক, আপোনাৰ এনে প্ৰচাৰে চৰকাৰক হয়তো আন্তঃৰাষ্ট্ৰীয় হেঁচা দিব। মানৱ অধিকাৰ সমিতিবোৰৰ ধিক্কাৰত হয়তো চৰকাৰে সেও মানি মিলটো খুলি দিব। হয়তো ---

সত্য ঃ হা -- মিলটো খুলি যাব? সচাঁকৈয়ে খুলি যাব?

চাহাব ঃ নিশ্চয়, আমাৰ কোম্পানী ৰাইজৰ কোম্পানী। আমি আপোনাৰ মৃত্যুত সানন্দে সহায়ৰ হাত আগবঢ়াইছোঁ। and nothing offical about it.

*(এটাচীৰ পৰা চুক্তি উলিয়াই / সত্যই চহী কৰে)* কি চাই আছা ভাইসকল - হাত-চাপৰি বজোৱা। এই ঐতিহাসিক ক্ষণৰ সাক্ষী তোমালোক। আজিৰ এই মুহূৰ্তৰ সাক্ষী হোৱাৰ গৌৰৱ বহন কৰিবা গোটেই জীৱন।

*(শ্ৰমিকসকলে হাত-চাপৰি বজায়।)*

সত্য ঃ মই কেতিয়া মৰিব লাগিব ঠিক কৰিব নেলাগিব জানো?

চাহাব ঃ আমি সকলো ঠিক কৰি ৰাখিছোঁ। এতিয়াৰ পৰা তুমি আমাৰ মডেল। আৰু মডেলক পৃথিৱীৰ সৰ্বোত্তম সুবিধা দিয়াতো আমাৰ ধৰ্ম। এজন মহান জ্যোতিষীয়ে তোমাৰ আত্মহত্যাৰ দিন-বাৰ খেন সকলো গণনা কৰি থৈছে। সেই সময়ত তোমাৰ মৃত্যুৱে তোমাক পোনছাটেই স্বৰ্গ পোৱাবগৈ। তাত তুমি হাঁহি মাতি স্বৰ্গ সুখ ল'বা। মাত্ৰ, মৃত্যুৰ আগমুহূৰ্তত আমাৰ এবটল 'প্যাচা ক'লা' খাই চিধাই ওলমি দিবাগৈ। আৰু এই মহান মূহূৰ্ততো ফিল্মত আবদ্ধ কৰি আমি গোটেই বিশ্বতে প্ৰচাৰ কৰিম। আমাৰ শ্ল'গান হ'ব - "আনকি মৃত্যুৰ আগমুহূৰ্ততো প্যাচা ক'লা"।

*(চাহাবে ব্ৰিফকেচ বন্ধ কৰি সত্যক হেণ্ডচেক কৰে। বিদায় লয়। সকলোৱে তেওঁলৈ চাই হাত জোকাৰে। আন্ধাৰ হয়। পোহৰ হোৱাৰ লগে লগে বেণ্ডপাৰ্টিত লেটেষ্ট (Latest) হিন্দী গানৰ সুৰ।)*

*(বিভিন্ন পষ্টাৰ পাৰ হয়। বেনাৰত প্যাচা ক'লাৰ গুণানুকীৰ্তন। --"ফিল্মষ্টাৰৰ পৰা দৰিদ্ৰ শ্ৰমিকলৈকে' -- প্যাচা ক'লা" "শোওতে খাওঁক, বহোতে খাওঁক -- আনকি মৃত্যুৰ আগমুহূৰ্ততো প্যাচা ক'লা"। "সত্য দাসৰ হ'ব লগা মৃত্যুৰ বাবে দায়ী কোন? মানুহৰ সপক্ষে প্যাচা ক'লা" আহক সত্যৰ মৃত্যুৰ দৃশ্য উপভোগ কৰোঁ - দায়ীসকলক ধিক্কাৰ দিওঁ। তাৰিখ -- বাৰ -- সময় --। জনগণৰ সপক্ষে থিয় দিয়া একমাত্ৰ ক'লা -- প্যাচা ক'লা"। ইত্যাদি।)*



গীত

শুনা হেৰা জনগণ
প্যাচা ক'লা খোৱাত দিয়া মন।
বহতে খাবা
উঠোতে খাবা
খাবা সৰ্বক্ষণ
প্যাচা ক'লাৰ অবিহনে
হ'ব নোৱাৰা জয়ী জীৱন ৰণ। (বিফল তোমাৰ এই জনম)
সত্য দাসেও প্যাচা ক'লা খায়
সেয়ে আত্মহত্যাৰ বল পায়
শত্ৰুৰ মুখত সি চুণ সানিব
প্যাচা ক'লাও লগত থাকিব।

*(এই গীতটো কোৰাচে গাব। আন্ধাৰ হোৱাৰ লগে লগে দেখা যাব কেইগৰাকীমান অত্যাধুনিক মহিলা সোমাই আহে। লগে লগে কেইবাটাও ৰঙীণ কাগজেৰে ঢকা টেঁা, চৰিয়া ইত্যাদি মঞ্চত থয়হি। নাৰীসকলৰ লগত এজন সাংবাদিক, হাতত কাগজ, কলম। ভিডিও কেমেৰা।)*

নাৰী ১ ঃ নাই নাই, এয়া হ'বলৈ দিব নোৱাৰোঁ।

নাৰী ২ ঃ আমাৰ সন্তানক আমি জীয়াই ৰাখিবই লাগিব।

নাৰী ৩ ঃ সত্য-- সত্য-- তুমি ক'ত বাচা?

*(সত্য আগৰ সাজেৰেই সোমাই আহে।)*

সত্য ঃ এয়া মই ইয়াত।

নাৰী ১ ঃ আঁহাহা-কি মৰমলগা

নাৰী ২ ঃ কিমান কমনীয় -আঃ .........

নাৰী ১/২ ঃ কি!!

নাৰী ৩ ঃ আঃ শ্ৰমিকৰ কঠিন শৰীৰৰ কেঁচা ঘামৰ গোন্ধ!! .....

নাৰী ১/২ ঃ Control yourself সাবিত্ৰী --

নাৰী ৩ ঃ *(সংযত কৰি)* নহয় মানে .....কি শিশু সুলভ, কিমান নিষ্পাপ --

*(সত্যক মাজত লৈ তিনিওগৰাকীয়ে pose লয়)*

নাৰী ১ ঃ কি চাই আছা? ফটো মাৰা।

নাৰী ২ ঃ ভালকৈ মাৰিবা হা --

*(সাংবাদিকে ফটো লয়)*

নাৰী ৩ ঃ Thank you, কাগজৰ First page, ত ওলাব লাগিব কিন্তু।

নাৰী ১ : আৰু একপি লোৰা - চাওঁ - তুমি ওচৰলৈ আহানা সত্য।
(আকৌ ফটো লয়)

সত্য : মই যাওঁ।

নাৰী ২ : নহয় নহয়, তুমি যাব নোৱাৰা।

সত্য : মই যামেই ।

নাৰী ৩ : নহয় নহয়, তুমি যাব নোৱাৰা — তুমি জীয়াই থাকিবই লাগিব।

নাৰী ১ : কাগজ-পত্ৰই তোমাৰ আত্মহত্যাৰ খবৰে গৰম কৰি ৰাখিছে। তাতে প্যাচা ক'লাইতো তোমাক হি'ৰ বনাই দিলে ভাই। সেই বাতৰি পোৱাৰ পিচত আমিও দৌৰি আহিছোঁ তোমাৰ ওচৰলৈ। তুমি যাব নোৱাৰা সত্য —

সত্য : নহয় - মই ঘৰলৈ যাওঁ।

নাৰী ২ : শুনা-আমি আন্তঃৰাষ্ট্ৰীয় হস্তিনী ক্লাবৰ পৰা আহিছোঁ। আমি মাতৃ জাতি। আমাৰ সন্তানক আমি কেতিয়াও মৰিবলৈ দিব নোৱাৰোঁ।

নাৰী ৩ : এৰা, সেয়ে তোমালৈ আমি খাদ্য আনিছোঁ।

নাৰী ১ : আৰু এই খাদ্য খাই তুমি পুনৰ জীয়াই থকাৰ সংকল্প লব লাগিব।

নাৰী ২ : *(সাংবাদিকক)* তুমি কথাবোৰ ভালকৈ বনাই লবা হা। ভাষা-চাষাও অলপ লগাবা আৰু।

সত্য : বানপানী হ'লে লোকৰ এৰেহা চাৰ্ট-পেন্ট, পচা বুট আদি ৰিলিফৰ নামত দি ফূৰ্তি কৰিবলৈ যোৱাদি আহিল যে আইহঁত।

নাৰী ১/২/৩ : কি?

সত্য : ফটো উঠা হ'ল যদি যাওঁকগৈ।

নাৰী ৩ : মানে তুমি জীয়াই থাকিব লাগিব —

নাৰী ১ : আমি অনা পোলাও, চিকেন ফ্ৰাই খাই।

সত্য : হয়নে?

নাৰী ১/২/৩ : হয়।

সত্য : খাম বাৰু জীয়াইও থাকিম। যদি আপোনালোকে এটা কথা দিয়ে —

নাৰী ১/২/৩ : কি?

সত্য : যদি আপোনালোকে এই মিলটো নোখোলা পৰ্যন্ত ইয়াৰ সমস্ত পৰিয়ালৰ খোৰা-পিন্ধাৰ দায়িত্ব লয়, অকল আমি কিয় যদি পৃথিৱীৰ সমস্ত নিপীড়িত শ্ৰমিকৰ ভৰণ-পোষণৰ সম্পূৰ্ণ দায়িত্ব লয় —

নাৰী ১/২/৩ : পা-গ-ল !!

সত্য : যাওঁক উভতি যাওঁক আইহঁত। আপোনালোকৰ এই চৌখিন প্ৰীতি দেখিলে গা জ্বলি যায়। ধনীৰ উচ্ছিষ্ট খাবৰ বাবে ৰাজী নহয়। আমাৰ দৰে দুৰ্ভগীয়াৰ জীৱন চকা আমি নিজেই টানিব লাগিব --- আপোনালোকৰ লগতে। যদি আপোনালোকৰ জীৱন ৰথখন টনা আমি পৃথিৱীৰ সমস্ত শ্ৰমিক বন্ধ কৰি দিওঁ আপোনালোকৰ বৰ মস্কিল কথা হ'ব।
(নাৰীসকলে প্ৰস্থান কৰিব খোজে।)



*ৰ'ব। এই খাদ্য সম্ভাৰ লৈ যাওঁক। আমাক এই ৰাজভোগ নেলাগে আইসকল। লোণ-ভাতকণ হ'লেই যথেষ্ট।*
*(নাৰীৰ প্ৰস্থান / আন্ধাৰ হয়। আন এটা Zone পোহৰ হয়। মন্ত্ৰী, শ্ৰীহৰি, দুজন বডি গাৰ্ড। একাষে চকী এখন, এটা ওখ Stand ত ফোন, শ্ৰীহৰিৰ হাতত বাতৰি কাকত / মন্ত্ৰীয়ে পায়চাৰি কৰি থাকে।)*

শ্ৰীহৰি : উদ্যোগপতিৰ লগত গোপনে চুক্তি সম্পাদন কৰি এক বুজন পৰিমাণৰ ধনৰ বিনিময়ত উদ্যোগ মন্ত্ৰীয়ে 'চেনেহী বস্ত্ৰ উদ্যোগ' নামৰ চৰকাৰী প্ৰতিষ্ঠানটি পানীৰ দামত হস্তান্তৰ কৰাৰ এক চক্ৰান্ত ইতিমধ্যে ফাদিল হৈ পৰিছে। উদ্যোগ মন্ত্ৰী শ্ৰী —

মন্ত্ৰী : বন্ধ কৰা, বন্ধ কৰা শ্ৰীহৰি —

শ্ৰীহৰি : হয় ছাৰ —

মন্ত্ৰী : মই মানহানি গোচৰ তৰিম।

শ্ৰীহৰি : কাৰ ওপৰত ছাৰ?

মন্ত্ৰী : চবৰে ওপৰত। সত্য দাসৰ ওপৰত, বাতৰি কাকতৰ ওপৰত, প্যাচা ক'লাৰ ওপৰত — ১০ কোটি টকা।

শ্ৰীহৰি : বাতৰি কাকতবোৰে তাকেই আপোনাৰ টকাৰ প্ৰতি লোভৰ প্ৰমাণ হিচাপে ব্যৱহাৰ কৰিব ছাৰ

মন্ত্ৰী : শ্ৰীহৰি - শ্ৰীহৰি —

শ্ৰীহৰি : ছাৰ?

মন্ত্ৰী : ৰ'বাহে, তোমাক মতা নাই।

শ্ৰীহৰি : *(দৰ্শকক)* নমস্কাৰ, মোৰ নাম শ্ৰীহৰি নহয়। আচলতে মোৰ নাম কন্দৰ্প। ছাৰৰ P.A. যমদূতে নিবলৈ অহা পাপীষ্ঠ ব্ৰাহ্মণে ভয়তে নিজৰ পুতেক হৰি নে বিষ্ণুক চিঞৰি চিঞৰি মতাৰ লগে লগে যমদূত পলাই স্বয়ং ভগৱানে তেওঁক স্বৰ্গলৈ লৈ যোৱাৰ গল্পটো শুনাৰ পিচৰে পৰা ছাৰে মোৰ নাম সলাই ৰাখিলে শ্ৰীহৰি। দিনটোত অন্ততঃ ১০০ বাৰ ছাৰে মোৰ নাম লব লগীয়া হয়।

মন্ত্ৰী : শ্ৰীহৰি —

শ্ৰীহৰি : মোকেইনে ?

মন্ত্ৰী : হয়। কোৱা শ্ৰীহৰি মই এতিয়া কৰোঁ কি?
*(টেলিফোন বাজে / শ্ৰীহৰিয়ে)*

শ্ৰীহৰি : *(ভাব দি)* হেল্ল!! আই!! *(টেলিফোন খহি পৰিব খোজে)* হয় হয় ছাৰ, দিছোঁ ছাৰ - ছাৰ - ছাৰৰ ফোন —

মন্ত্ৰী : (ফোন ধৰে / প্ৰথমৰ পৰা কথাবোৰ ক্ৰমান্বয়ে কান্দোনলৈ ৰূপান্তৰিত হয়) ছাৰ — হয় ছাৰ — হয় ছাৰ - ছাৰ বিদ্যা শপত ছাৰ - ছাৰ .... *(ফোন থয়)*।

শ্ৰীহৰি : ছাৰ —

মন্ত্ৰী : বৰ গালি দিলে শ্ৰীহৰি। মই বোলে পাৰ্টি ডুবালোঁ। দেশে-বিদেশে বোলে পাৰ্টিৰ দুৰ্নাম আনিলোঁ। মই বোলে লেনদেন কৰিব নেজানো। Next Election ত বোলে মই টিকট পোৱাৰ সম্ভৱনাই নাই। যদি মই এই Case টো ঠাণ্ডা কৰিব নোৱাৰোঁ।

শ্ৰীহৰি : বিদ্যা শপত?
মন্ত্ৰী : খাওঁতে ক'লে - তোমাৰ বিদ্যাই নাই। শপত কিয় খাইছা --
শ্ৰীহৰি : ইমান বেয়াকৈ ক'লে ছাৰে? -- আৰু আপুনি সহ্য কৰিলে ছাৰ --
মন্ত্ৰী : মোৰ হাততো অস্ত্ৰ আছে। মধুমিতাৰ লগত ছাৰৰ ফটো ।
শ্ৰীহৰি : ছাৰৰ হাততো দেখোন আপোনাৰ লগত মধুমিতাৰ ফটো আছে।
মন্ত্ৰী : মই ডুবিলে ছাৰকো লৈ ডুবিম। শ্ৰীহৰি --
শ্ৰীহৰি : এতিয়া সত্য দাসৰ case টোৰ কথা ভাবক ছাৰ --
মন্ত্ৰী : কোৱা মই কি কৰোঁ --
শ্ৰীহৰি : *(বডি গাৰ্ডক দেখুৱায়)* -- ইহঁতক কি এনেয়ে পুহিছে ছাৰ --
মন্ত্ৰী : Yes Right. যণ্ড - পাষণ্ড --
*(যণ্ড-পাষণ্ডৰ Action বোৰ অবিকল একে। একে সময়তে দ্বৈত নৃত্যত যেনে অবিকল হয়। যণ্ড-পাষণ্ডৰ যিমানবোৰ Dialoge আছে -- আটাইবোৰ কোৰাচ আকাৰত ক'ব।)*
যণ্ড-পাষণ্ড : জী হুজুৰ --
মন্ত্ৰী : কি চাই আছ?
যণ্ড-পাষণ্ড : জী হুজুৰ --
মন্ত্ৰী : তহঁতৰ মূৰটো !
যণ্ড-পাষণ্ড : জী হুজুৰ --
শ্ৰীহৰি : শুন বেটাহঁত। ত হঁতক হাবিৰ পৰা ধৰি আনিছোঁ কিয়? ছাৰক হকে-বিহকে ৰক্ষা কৰিবলৈ। আজি ছাৰক ঘাটে ঘাটে পানী খুৱাইছে কোনে? সত্য দাস নামৰ এটা সামান্য মাখিয়ে। তহঁতে কি তাক ঠাণ্ডা কৰি আহিব নোৱাৰ?
মন্ত্ৰী : শুন, প্ৰাণে নামাৰিবি। কেনেবাকৈ মৰিলে মোৰ ফালে আধ্যা পৰিল বুলি ধৰ।
যণ্ড-পাষণ্ড : জী-হুজুৰ --
*(Light off. পোহৰ হোৱাত সত্য দাসক দেখা যায়। পেটত খামুচি বহি থাকে। খুব যেন যন্ত্ৰণা পাইছে। যণ্ড-পাষণ্ডৰ প্ৰৱেশ)*
যণ্ড-পাষণ্ড : মাৰি দিম
কাটি দিম
আমি যণ্ড-পাষণ্ড
মাৰি দিম
কাটি দিম
সত্য দাস এটা ভণ্ড।
সত্য : কোন? কাক লাগে?
যণ্ড : আমি বিচাৰোঁ কাক?
পাষণ্ড : সত্য দাসক।
সত্য : ময়েই সত্য দাস --
*(যণ্ড-পাষণ্ডই খটাখট দুখন স্প্ৰিঙৰ চুৰি খোলে-- )*



যণ্ড-পাষণ্ড : হাঃ হাঃ হাঃ হাঃ
হাঃ হাঃ হাঃ হাঃ
ছাৰৰ তই বদনাম কৰ
কেনেকৈ মাৰো চাঃ
*(সত্যক ঘুৰিয়ায় / যন্ত্ৰণাত সত্যই গেঙনি তোলে)*
যণ্ড-পাষণ্ড : মাৰি দিম
কাটি দিম
আমি যণ্ড-পাষণ্ড
মাৰি দিম
কাটি দিম
সত্য দাস এটা ভণ্ড।
*(দুয়োটাই ঘুৰিয়ায় / যেন ফুটবলহে খেলিছে। সত্যই যন্ত্ৰণাত চট্‌ফটায়। এসময়ত উঠি পগলাৰ দৰে হাঁহাকাৰ কৰে।)*
সত্য : মাৰ - আৰু মাৰ -- মাৰিবলৈ আৰু কি বাকী আছে ভাইহঁত? এনেয়েও মৰিয়েই আছোঁ -- মৰিবলৈকে ওলাইছোঁ তহঁতেই কাম ফেৰা শেষ কৰি পেলা-- মোক মুক্তি দে।-মাৰ --মাৰ --
যণ্ড-পাষণ্ড : অ্যাই!!
সত্য : কি চাই আছ -- আহ -- আহ !!
যণ্ড-পাষণ্ড : ব'ল ব'ল ভাই
সত্য দাসে নেখাই ভয়
ছাৰৰ ইজ্জত কেনেকৈ ৰয়
হায় হায় হায় হায়
*(Light off. হয়। মন্ত্ৰীৰ ওপৰত পোহৰ পৰে। লগত শ্ৰীহৰি, যণ্ড-পাষণ্ড সোমাই আহে।)*
যণ্ড-পাষণ্ড : ছাৰ -- ছাৰ --
ই কেনে কথা
সত্য দাসে মইৰবা খোজে
কি কৰো এথা
আনক দেখাও চুৰি কাট্‌ৰী
দেখিলেই মাৰে লৰ
সত্য দাসৰ ডৰেই নাই
ক'তে মৰা মৰ।।
মন্ত্ৰী : অপদাৰ্থ --
যণ্ড-পাষণ্ড : জী হুজুৰ --
শ্ৰীহৰি : চুপ !
যণ্ড-পাষণ্ড : জী হুজুৰ --
মন্ত্ৰী : কি কৰা যায় শ্ৰীহৰি ?

শ্ৰীহৰি : *(বিৰাট ভাব দি পায়চাৰি কৰি কৰি)* ভাবিছোঁ ছাৰ -- *(হঠাৎ শ্ৰীহৰিৰ 'ইউৰেকা' জাতীয় অভিব্যক্তি)*

মন্ত্ৰী : *(আশাৰে)* পালানে?

শ্ৰীহৰি : পালোঁ ছাৰ --

মন্ত্ৰী : কোৱা -- কোৱা --

শ্ৰীহৰি : পাহৰি গ'লোঁ ছাৰ --

মন্ত্ৰী : ধেৎতেৰী --

শ্ৰীহৰি : পালোঁ ছাৰ - *(উৎসাহিত মুখখন শেঁতা পৰে)*

মন্ত্ৰী : পাহৰিলোঁ বুলি নক'বা কিন্তু !

শ্ৰীহৰি : নকওঁ ছাৰ --

মন্ত্ৰী : কি --

শ্ৰীহৰি : জিভাৰ ঠিক আগতে আছে -- ওলাই অহা নাই ছাৰ --

মন্ত্ৰী : অপদাৰ্থ!! তুমি দেখিছোঁ মোক পাগল কৰিহে এৰিবা --। শ্ৰীহৰি --

শ্ৰীহৰি : ছাৰ --

মন্ত্ৰী : তোমাক মতা নাই!!

*(এনেতে মধুমিতা লাস্য ভঙ্গিৰে সোমাই আহে)*

মধু : ছাৰ --

মন্ত্ৰী : কোনোবাই দেখিলে নেকি?

শ্ৰীহৰি : পিচ দুৱাৰেদি আহিছাতো?

মন্ত্ৰী : দিনৰ পোহৰত আহা কিয়?

শ্ৰীহৰি : তোমাক আজি বিৰাট ধুনীয়া লাগিছে মধু --

মন্ত্ৰী : শ্ৰীহৰি --

শ্ৰীহৰি : কথাষাৰ মোৰ নহয় দেই, ছাৰৰ মনৰ ভাষাহে মোৰ মুখেদি ওলাই আহিছে মধুমিতা --

মধু : যাঃ দুষ্টটো ক'ৰবাৰ --

মন্ত্ৰী : এই সময়ত কিয় আহিলা?

মধু : তোমাৰ সমস্যাৰ সমাধান লৈ আহিছোঁ সোণটো।

মন্ত্ৰী : কি!!

মধু : ওঁ .....' তোমাৰ এই Tension মই জানো সহি থাকিব পাৰোঁ? বৃন্দাবনত কৃষ্ণৰ বাঁহী শুনি ৰাধা বলিয়া হোৱাদি মই দৌৰি আহিছোঁ--

মন্ত্ৰী : নাটক থোৱা। একেখিনি Dialoge তুমি ছাৰকো মাৰা -মোৰ হাতত Video Cassette আছে। কামৰ কথালৈ আহা।

মধু : ইয়াত এটা চহী মাৰি দিয়ানা --- *(এখন কাগজ দিয়ে)*

মন্ত্ৰী : কি সেইখন?

মধু : সৰু কাম। ধুনধুনীয়াক ইণ্ডাষ্ট্ৰীটো আৰম্ভ কৰাৰ পাৰমিচন।

মন্ত্ৰী : লেনদেন পৰিষ্কাৰ নহয়।



মধু : দিয়ানা সোণটো লেনদেনো পৰিষ্কাৰ হ'ব। মই আছোঁ নহয়।

মন্ত্ৰী : *(চহী মাৰে)* এতিয়া কোৱা --

মধু : কি?

মন্ত্ৰী : মোৰ পৰিত্ৰাণৰ উপায়।

মধু : *(গালত টিপা মাৰি)* অকঁৰাটো ক'ৰবাৰ, চিন্তা কিয় কৰিছা? আৰু এটা পানীয় কোম্পানী আছে নহয়

" কুকুকুক্ ক'লা"? সত্য দাসক প্যাচা ক'লাই স্পনচৰ কৰিছে। কুকুকুকক তাঁহাতৰ পিচত লগাই দিয়া --

মন্ত্ৰী : আই ঐ মোৰ শিয়ালীজনী -- কি বুদ্ধি

শ্ৰীহৰি : তাকেইতো চাৰ --

*(মন্ত্ৰীয়ে Phone ত ডায়েল কৰে)*

মন্ত্ৰী : হেল্ল, কুকুকুক্ ক'লা কোম্পানী? -- মই উদ্যোগ মন্ত্ৰীয়ে কৈছোঁ -- কি কৰি আছা তোমালোকে? তোমালোকৰ কোম্পানীৰ তলি ফুটিল বুলি ধৰা। দেখা নাই, তোমালোকৰ শত্ৰু কোম্পানীয়ে 'মানুহৰ পক্ষে' 'মানুহৰ পক্ষে' বুলি কৈ কেনেকৈ সত্য দাসৰ নামত হোহোকৈ বজাৰ ধৰিছে!! এতিয়াই যদি ইয়াৰ বিৰুদ্ধে হাতত কিবা ফন্দি নোলোৱা তোমালোকৰ চাউল আমাৰ দেশত টুকাল বুলি ধৰা। হা? কি কৰিবা? কি কোৱাহে, তোমালোকক আমি বুদ্ধি দিব লাগে? তোমালোকৰ বুদ্ধিৰে দেখোন আমাৰ গাঁৱৰ সৰুকণৰ চোতাল পৰ্যন্ত তোমালোকৰ জয়ৰ ধ্বজা উৰুৱাইছা। যি কৰা -- সোনকালে কৰা -- তোমালোকৰ লগত মোকো উদ্ধাৰ কৰা। (ফোন থয়) মই বৰ নিৰাশ হৈ পৰিছোঁ মধুমিতা। মোক অকণমান আশাৰ পোহৰ দেখুওৱা -- মোক অলপ উৎসাহ দিয়া--

মধু : সোণটো --

*( Closed হয়। এনেতে ৰণচণ্ডী মূৰ্তি ধৰি শ্ৰীমতী মন্ত্ৰীৰ প্ৰৱেশ)*

শ্ৰীমতী : ঐ হতচিৰি হোৱা --

মন্ত্ৰী : *(মধুক)* তুমি কিবা কৈছা সোণজনী

মধু : নাই কোৱাতো -- মই মাত্ৰ তোমাক উৎসাহ দি আছোঁ।

*(পুনৰ Closed)*

শ্ৰীমতী : মই, মই কৈছোঁ হতচিৰি হোৱা --

মন্ত্ৰী : আই!! আমাৰ ঘৰৰ পাখৰীজনীৰ মাত যেন শুনিলোঁ?

মধু : মই তোমাতেই নিমগ্ন!!

শ্ৰীমতী : কি মই পাখৰী!!

*(মন্ত্ৰীয়ে জাঁপ মাৰি আঁতৰ হয়)*

ক'তা নিধক, অ' ........দেশ চলাবলৈ আহি তইঁতে এইবোৰ ক'ৰ!!

*(শাৰী কোঁচাই মন্ত্ৰীলৈ চোঁচা লয়। Light Cut)*

*(কুকুকুক্ ক'লাৰ বেনাৰ পষ্টাৰ "সত্য দাসৰ মৃত্যুৰ ষড়যন্ত্ৰৰ বাবে - দায়ী বিদেশী শক্তিৰ হাত -- কুকুকুক্ ক'লা একমাত্ৰ ক'লা", "খাই যোৱা খাই যোৱা --কুকুকুক্ ক'লা খাই যোৱা,*

*আনৰ ক'লাত ভোল নাযাবা, আত্মহত্যাৰ পথ বাচি নল'বা। সেইবোৰ ক'লাই আত্মহত্যাৰ বাট দেখুৱায় -- কুক্কুক্ ক'লাই জীৱনৰ গীত গায়।")*

গীত

কুক্কুক্ ক'লাৰ লাভ নহ'ল।
প্যাচা ক'লা আগবাঢ়ি গ'ল ।।
মন্ত্ৰী ছাৰৰ মুখ ক'লা পৰি যায়।
কুক্কুকুৰো বজাৰ মাৰ খায়।।
ছাৰে এতিয়া কি কৰে হায়।
উপায় নাই, উপায় নাই।।

*(Light Off. আন্ধাৰতে মন্ত্ৰ উচ্চাৰণ শুনা যায়। হয়। মন্ত্ৰী /.শ্ৰীহৰি / লগত এজন সন্ন্যাসী। দীঘল দাড়ি / দীঘল চুলি -- হাতত কমণ্ডলু লৈ প্ৰৱেশ।)*

মন্ত্ৰী : (কোমল সুৰত) সত্য - সত্য -

শ্ৰীহৰি : সত্য - সত্য -
*(সত্য দা এখন লৈ প্ৰৱেশ। দেখিয়েই মন্ত্ৰীয়ে দৌৰ মাৰিব খোজে)*

মন্ত্ৰী : আই ঐ

শ্ৰীহৰি : *(বাধা দি)* এ .. কি ক'ৰ -- ক'ৰ --

সত্য : হা!!

মন্ত্ৰী : বিদ্যা শপত মই দোষী নহয় -- আমাৰ ছাৰেই মেইন --

সত্য : মই মিলটোত গজা প্ৰেমলতাবোৰ চাফা কৰি আছিলোঁ ছাৰ - তাত গজা আঁহত গছজোপা কাটি অলপ খৰি গোটাইছিলোঁ --

মন্ত্ৰী : অ' ...... মই আকৌ ভাবিলোঁ --

সত্য : আপোনালোক বা কিয় আহিল ছাৰ?

মন্ত্ৰী : তোৰ অশান্ত মনটো শান্ত কৰিবলৈ।

সত্য : মিলটো আকৌ খুলি দিব নেকি ছাৰ?

শ্ৰীহৰি : শুনছোন, --মিলৰ কথাটো বাদ দে , -- এই যে তই মৰো মৰোকৈ ছাৰক ভয় খুৱাই আছ তাৰ কাৰণ কি? তোৰ অস্থিৰ হৃদয় -অশান্ত মন -! এই সকলোবোৰ শান্ত কৰি তোৰ মনত শান্তিৰ নিজৰা বোৱাবলৈ ছাৰে লগত লৈ আনিছে ছাৰৰ খোদ Personal বাবা "জগত বিখ্যাত কাণফুক বাবা"। এই বাবাই তোক এতিয়া ধৰ্মৰ বাণী শুনাই তোৰ কাণত ফুক মাৰি মন্ত্ৰ দিব। তোক শুদ্ধ পথ দেখুৱাব।
*(সত্য পলাব খোজে। সকলোৱে আগুৰি ধৰে।)*

বাবা : বহ।
*(সত্য দাস বহে। সন্ন্যাসীয়ে মন্ত্ৰ মাতি সত্যৰ চাৰিওফালে দুপাক ঘূৰি মৌৰা পাখিৰ বিচনীৰে মূৰত কোবায় - ফুঃ মাৰি --- বহে ।)*
শুন বাচা - তোৰ মনত ধৰ্মৰ অভাৱ হৈছে। সেয়ে তই পাপ আচৰণত লিপ্ত হ'ব খুজিছ। তোক আজি মই ধৰ্মীয় মাৰ্গ দেখুৱায় দিব্য দৰ্শন কৰোৱাম। তেতিয়া তোৰ মনৰ সকলো অসুখ - অশান্তি দূৰ হৈ ধৰ্মলৈ মতি হ'ব। জীয়াই থকাৰ বাসনা তোৰ পুনৰ উপজিব। তোক কেইটামান প্ৰশ্ন কৰিম। দিবিনে উত্তৰ?



সত্য : দিম।

বাবা : তই কিয় আত্মহত্যা কৰিব খুজিছ?

সত্য : অভাৱ বাবা, মই আৰু সহ্য কৰিব নোৱাৰা হৈছোঁ।

বাবা : শুন শাস্ত্ৰত কৈছে --
বাচা, আত্মাৰ কেতিয়াও মৃত্যু নহয়। আত্মা অবিনশ্বৰ মৃত্যুৰ পিচত সি মাত্ৰ ভেলটোহে সলনি কৰে। আৰু নিৰন্তৰভাৱে এই প্ৰক্ৰিয়া চলি থাকে। বাচা - - আচলতে তোৰ এই অৱস্থাৰ বাবে দায়ী কোন? তই নিজে নহয়নে? কৰ্মফল বাচা, কৰ্মফল। আগৰ জন্মত কৰা পাপৰ ফল তই এই জনমত ভোগ কৰিছ। তোৰ জন্মৰ দিনাই ভগৱানে তোৰ ভাগ্য নিৰূপণ কৰি থৈছে। বাচা এয়া ভগৱানৰ ইচ্ছা। এই জনমৰ দুখ-কষ্টৰ পিচত তই ইয়াৰ পিচৰ জনমত আকৌ ধনে-জনে অপাৰ সুখী হবি।

সত্য : কিন্তু প্ৰভু, এই জনমৰ ভোক যে মোৰ এই জনমতেই লাগে।

বাবা : এই কথাটোতে মনুষ্যই ভুল কৰে। বাচা এয়া ভগৱানৰ পৰীক্ষা। এই পৰীক্ষাত উত্তীৰ্ণ হ'ব পাৰিলেই তোৰ স্বৰ্গস্থান নিশ্চিত।

সত্য : প্ৰভু, স্বৰ্গলৈ যোৱাৰ বাসনা মোৰ নাই। ল'ৰা-ছোৱালী কেইটাৰ মুখত দুগৰাহ দিব পাৰিলেই মোৰ বাবে যথেষ্ট।

বাবা : আত্মহত্যা মহাপাপ। তোৰ এনে মৃত্যুৰ পিচত ৰৈ আছে নৰকত যমৰ যাতনা।

সত্য : এই জনমত যি যাতনা খাই আছোঁ -- সেয়া নৰক যাতনাতকৈও অধিক প্ৰভু।

বাবা : কলি কাল , কলি কাল -- ঘোৰ কলি কাল ।

শ্লোক
*কলিৰ পিচত হ'ব কল্কী অৱতাৰ*
*ম্লেছক কাটি মাৰি কৰিব বুন্দামাৰ।।*
যত চব অনাচাৰী চিন্তাই তহঁতৰ মূৰবোৰ খাইছে। চব বিদেশী চিন্তাৰ আমদানি। বাৰু ক'চোন, তই কাক বিশ্বাস ক'ৰ?

সত্য : নেজানো প্ৰভু।

বাবা : তহঁতে ইউনিয়নবাজী কৰনে - নকৰ?

সত্য : কৰোঁ --

বাবা : কোন তহঁতৰ গুৰু?

সত্য : নেজানো প্ৰভু।

বাবা : তহঁতৰ গুৰুৰ ফটো দেখিছ?

সত্য : নাই দেখা।

বাবা : মোলৈ চা --

সত্য : চাইছোঁ --

বাবা : তহঁতৰ গুৰু মোৰ দৰেই দেখাত। দীঘল দাড়ি, দীঘল চুলি --
সত্য : নেজানো বাবা --
বাবা : তই চব জান পাষণ্ড। ক'চোঁন তহঁতৰ ৰং কি?
সত্য : নেজানো বাবা --
বাবা : তহঁতৰ ইউনিয়নৰ পতাকাৰ ৰং কি?
সত্য : ৰঙা।
বাবা : তেনে? চব একেই। দীঘল দাড়ি - ৰঙা ৰং -- পাৰ্থক্য ক'ত জাননে পাষণ্ড?
সত্য : নেজানো।
বাবা : ধৰ্মত।
সত্য : বাবা --
বাবা : ডাচ কেপিটেলৰ কথা শুনিছ?
সত্য : নাই শুনা --
বাবা : সেইখন তহঁতৰ পাপিষ্ঠবোৰৰ বেদ। তাত কি লিখা আছে?
সত্য : নেজানো --
বাবা : দুনিয়াৰ মজদুৰ এক হওঁক -- আৰু আমাৰ শাস্ত্ৰত কি লিখা আছে?
সত্য : নেজানো --
বাবা : শুন বাচা, জীৱ মাত্ৰেই ভগৱান বাস কৰে।
সত্য : তেন্তে ভগৱানে জীৱক ইমান কষ্ট দিয়ে কিয় প্ৰভু?
বাবা : মনে মনে থাক। তহঁতৰ ডাচ কেপিটেল সংকীৰ্ণ, ঠেক মনোবৃত্তিৰ। কিন্তু আমাৰ শাস্ত্ৰ খোদ ভগৱানৰ বাণী। তাত সকলো জীৱ, পৰুৱাটো পৰ্যন্ত সমান বুলি কৈছে। আৰু তহঁত পাষণ্ডই আকল মজদুৰ কেইটাক এক হোৱাৰ দৰে নিকৃষ্ট কথা কৰ?
*(বুজনি দি)* শুন বাচা --- তই কাক বিশ্বাস কৰিবি। বিদেশৰ পৰা আমদানি কৰি অনা কিছুমান অযুক্তিকৰ গা তপতোৱা যুক্তি নে দেশীয়ভাৱে থলুৱা প্ৰযুক্তিৰে নিৰ্মিত ভগৱানৰ বাণীক।
সত্য : কাকো নকৰোঁ বাবা।
বাবা : কি?
সত্য : এ'ৰা, ল'ৰা-ছোৱালীৰ মাকে দিনে নিশাই ভগৱান-ভগৱানকৈ মূৰ খুন্দিয়াই মৰে, আৰু মই ৰোঁ ইউনিয়ন। দুয়োটাৰে ক'ৰবাত কেনা আছে প্ৰভু।
বাবা : কি?
সত্য : হয় বাবা, এটাইওচোন আমাৰ পেটৰ ভাত মুঠি দিব পৰা নাই।
বাবা : পাপিষ্ঠ, তোক মই অভিশাপ দিছোঁ - তোৰ নৰক গমন নিশ্চিন্ত।
সত্য : আপোনালোকৰে সৃষ্ট নৰকতে আছোঁ প্ৰভু। *(সেৱা কৰে।)*

*(Light Off. কোৰাচৰ গীত)*

দিন আহিছে চমু চাপি
মৰিব সত্য জীৱনক দিব ফাঁকি
শুনা শুনা দৰ্শকগণ
আমাৰ
কৰাৰনো আছে কি
সত্য দাস মৰিবই মৰিব
লৈছে কঁকালত টঙালি বান্ধি
আকাশে কান্দিছে
বতাহে কান্দিছে
জগতে কান্দিছে আজি
চোৱা চোৱা দৰ্শকগণ
বুকুত সাহস বান্ধি --

*(Light Off. পোহৰ হোৱাৰ লগে লগে দেখা যাব --- এজন Inspector আৰু এজন চিপাহীৰ প্ৰৱেশ। বৃহৎ উদৰ, বৃহৎ শৰীৰে ইন্সপেক্টৰক বেছি শুৱনি কৰিব। আহিয়ে হুংকাৰ দিয়ে)*

ছাৰ : ক'ত সত্য দাস? বেটা ঘুঘুৰাম? - ঐ বেটা সত্য দাস বাহিৰ ওলা, ক'তা বল আজি তোক মই-- *(সত্য সোমাই আহি)*
সত্য : হুজুৰ, মোক মাতিছিল?
ছাৰ : *(ভালকৈ নিৰীক্ষণ কৰি)* বেটা হাৰামজাদা, তয়ে কি সেই হাৰামজাদা -- যি আমাৰ ছাৰৰ থুলথুলীয়া দেহৰ চৰ্বি হৰণ কৰি বৰবাদ কৰি দিছ?
সত্য : নহয় ছাৰ --
ছাৰ : কি নহয় ছাৰ? এই এমাহতে ছাৰৰ ৫ কেজি ওজন কমি গ'ল। যি বস্তু ছাৰে আজি ৩ বছৰেও "জেচমিনা বিউটি পাৰলাৰ" লৈ গৈও কমাব পৰা নাছিল।
সত্য : ছাৰ --
ছাৰ : সেই চৰ্বিৰ দাম তই দিব লাগিব সত্য -- কালিয়া --
কালিয়া : Yes ছাৰ --
ছাৰ : বান্ধ বেটাক -- *(বৰ জোৰে উগাৰ মাৰে)*
কালিয়া : কি হ'ল ছাৰ?
ছাৰ : এই পিত্তৰ দোষেই মোক শেষ কৰি দিব। *(উগাৰে)* ইয়ালৈ অহাৰ আগতে উদ্যোগ ছাৰে মাতি পঠিয়াইছিল। গ'লো -- বাপৰে বাপ, ছাৰে কি খানা খুৱালে নহয় -- লোভত খালো, লগে লগে উঠি আহিল পিত্ত। এই পিত্তৰ দোষেই মোৰ জীৱনৰ সকলো ৰং ৰূপ নোহোৱা কৰিলে। *(উগাৰে)*
কালিয়া : ছাৰ --
ছাৰ : পাপ বুজিছ পাপ। সৌ সিদিনালৈকে ছাৰ ছাৰকৈ চেলুট মাৰি যাৰ পিছে পিছে ঘূৰি ফুৰিছিলোঁ --- এতিয়া Power সলনি হোৱাৰ লগে লগে তাৰেই এজনক হেণ্ডকাফ লগাই ছোৱালী কেলেংকাৰীত জেলত ভৰাব লগীয়া হ'ল এই হাত দুখনেৰেই -- বুজিছ ভগৱানে ইমান পাপ কেতিয়াও সহ্য নকৰে।
কালিয়া : ছাৰ ,আপুনি এৰেষ্ট কৰা ছাৰ যদি আকৌ Power লৈ আহে তেন্তে আপোনাৰ কি হ'ব ছাৰ?

ছাৰ : কৰ্তব্য অ' কালিয়া কৰ্তব্য। বুজিছ, আমি হ'লো পানীৰ নিচিনা। যি গিলাচতে থয় আমি তাৰেই ৰং ধৰিম। আমাৰটো কোনো দোষ নাই। বুজে, ছাৰহঁতে এইবোৰ সকলো বুজি পায়। সেইবোৰ মহান দেৱতাহেন মানুহ। *(দাঁত খৰকিয়াব)*

কালিয়া : হয় ছাৰ --

ছাৰ : *(হুমুনিয়াহ কাঢ়ি)* চালা, দিনকাল কেনেকুৱা হ'ল চাচোন? টেনচ্‌ন, বুজিছ ভীষণ টেনচন, ছাৰহঁতে আকৌ এই মাহৰ পৰা ডনেচনৰ টাৰ্গেটো বঢ়াই দিছে।

কালিয়া : কিয় ছাৰ?

ছাৰ : ক'তা গৰু, দেখা নাই -- খাদ্যৰ অভাৱত বজাৰত কেনেকৈ জুই লাগিছে। এই যে জুই লগাৰ কথা ক'লো -- সেইটো এটা Art বুজিছ! কৃত্ৰিম খাদ্য সংকটৰ নাটক কৰি জনসাধাৰণৰ মাজত হাঁহাকাৰৰ সৃষ্টি কৰি লাও ওলোৱাটোৰো পকেট কটা নাটকৰ সৃষ্টি কৰিব পৰা কেইজন - আৰ্টিষ্টেই দেচোন। আৰ্টিষ্টৰ মূল বুজোতা এইখন দেশত নাই কাৰণেহে!!

সত্য : মোৰ কি হ'ব ছাৰ?

ছাৰ : এ......, তোৰ কথা পাহৰিছিলোঁৱেই। ছাৰো যে আৰু। তোৰ দৰে লালু পাণ্ডু এটাৰ কাৰণেনো বাৰু ছাৰে মোক পঠৰ লাগেনে?

কালিয়া : ছাৰ, থানালৈ নি ভালকৈ এটা ধুলাই দি দিলেই চিধা হৈ যাব।

সত্য : মোৰ দোষ কি ছাৰ?

ছাৰ : আও ....বেটা, দোষৰ কথা সুধিছ? ছাৰৰ পেটৰ ভাত, চকুৰ টোপনি বোলে তয়েই কাঢ়িছ, তাৰ পিচত সুধিছ, "মোৰ দোষ কি ছাৰ" --- । কালিয়া লৈ ব'ল ইয়াক।
*(চাহাব সোমাই আহে)*

চাহাব : ৰ'ব। এনেকৈ আপুনি আমাৰ মডেলক লৈ যাব নোৱাৰিব।

ছাৰ : কোন আপুনি হা? এই শৰ্মাক টিকাৰৰ পৰা বঞ্চিত কৰিব পৰা ক্যোই মাইকা লাল আজ তক প্যেইদা নেহি হোৱা হ্যে।

চাহাব : এইখন লওঁক।

ছাৰ : কিন্তু, আত্মহত্যা কৰিবলৈ ওলোৱাটো আইনমতে দণ্ডনীয় অপৰাধ।

চাহাব : লওঁক এইখন, সত্য দাসৰ আগতীয়া জামিন।

ছাৰ : WHAT ?

চাহাব : আমিও বৰ এটা কেঁচা খেলুৱৈ নহয় দিয়ক। আমি যি খেলত নামো ভালকৈও নামো। আপোনালোকৰ ছাৰক ক'ব --আমাক জোকাই ল'লে মাৰ্কিন কাপোৰৰ সৈতে নামৰ মিল থকা দেশখনৰ মেইন ছাৰে বেয়া পালে তেখেতসকলৰ নাৱেই ডুবিব।

ছাৰ : কালিয়া

কালিয়া : ছাৰ --

ছাৰ : পিচে মূৰ -- আগে চল --
*(প্ৰস্থান)*

চাহাব : চিন্তা নকৰিবা সত্য দাস। আমি তোমাৰ লগত আছোঁ। তোমাৰ এই মহান উদ্দেশ্যক সম্পূৰ্ণতা দিবলৈ আমি বদ্ধপৰিকৰ। এটা কাম কৰা --



সত্য : কি?

চাহাব : তুমি কেচ কৰা। আত্মহত্যা কৰাৰ গণতান্ত্ৰিক অধিকাৰ তুমি পাবই লাগিব।

সত্য : পেটত দিবলৈ খুদ অকণ নাই, মই আকৌ কেচ ক'ৰ পৰা কৰিম ছাৰ?

চাহাব : আমি আছোঁ নহয়। আমি এই দেশৰ জনসাধাৰণৰ লগত আছোঁ প্ৰতিটো মুহূৰ্তত। শুনা তোমাৰ মেল-মোকৰ্দমাৰ সম্পূৰ্ণ খৰচ আমাৰ। তুমি মাথোঁ সাহসেৰে তোমাৰ উদ্দেশ্যত সংকল্পবদ্ধ হৈ আগবাঢ়ি যোৱা।

সত্য : ভাল। ......লাজেই লাগিছে ছাৰ। -- আপোনালোকে মোৰ মৰাত ইমান সহায় কৰিছে-- তাৰপিচত বাৰু কেনেকৈ কওঁ?

চাহাব : নিঃসঙ্কোচে কোৱা । আমি তোমাক সহায় কৰিবলৈকে আছোঁ।

সত্য : ছাৰ। টকা কেইটামান হ'ব নেকি বাৰু?

চাহাব : কেলেই?

সত্য : দুদিন ধৰি ল'ৰা-ছোৱালী কেইটাই একো এটাকে মুখত দিয়া নাই ছাৰ --

চাহাব : মই আন্তৰিক দুখ প্ৰকাশ কৰিছোঁ।

সত্য : ছাৰ --

চাহাব : SORRY তোমাক ব্যক্তিগতভাৱে সহায় কৰিবলৈ আমি অপাৰগ। আমি সমাজ বিশ্বাস কৰোঁ। সমাজৰ উন্নতি আমাৰ সংকল্প। কিন্তু ব্যক্তিস্বাৰ্থ ছিঃ ...., সত্য দাস তুমি ব্যক্তি স্বাৰ্থক প্ৰাধান্য দি কলংক নল'বা। তুমি যি মহান উদ্দেশ্যত জীৱন বলিদান দিবলৈ ওলাইছা তাত দাগ নলগাবা। *(খুব মিঠা সুৰেৰে)* আহো ...........
*(কোৰাচ / গান গায়। কোৰাচ গীতৰ লগে লগে 'প্যাচা ক'লাৰ পষ্টাৰ')*

গীত

আদালতত কেচ জয়
কোৰাচ : প্যাচা ক'লাৰ জয়
উকিল দাদাৰ যুক্তি চলিল
কোৰাচ : প্যাচা ক'লাৰ জয়
ইজনৰ ওপৰত সিজনে কয়
কাৰ যুক্তি বা এইবাৰ ৰয়
কোৰাচ : প্যাচা ক'লাৰ জয়
YOUR HONOUR এই এই এই এই
YOUR HONOUR সেই সেই সেই সেই
জজ চাহাবৰ হাতুৰীৰ কোব
চাচটেইন, অভাৰৰোলড্
কোৰাচ : প্যাচা ক'লাৰ জয়
অৱশেষত খবৰ আহিল
সত্য দাস কেচত হাৰিল
কোৰাচ : প্যাচা ক'লাৰ জয়

*(Light Off. এটা Zone -- ত শ্ৰমিকসকল আৰু সত্য দাস)*

শ্ৰমিক : দুখ নকৰিবি সত্য।

শ্ৰমিক : কি কৰিবি , ইয়াকে কয় কপালৰ লিখন।

শ্ৰমিক : আমাৰ ফালে মূৰ তুলি চাওঁতা নাই অ' সত্য।

শ্ৰমিক : এই হাৰ, আমাৰ সকলোৰে হাৰ বুজিছ।

শ্ৰমিক : হেৰৌ, মই এখন শৰায়ো আগ কৰি থৈছিলোঁ -- বোলো সত্যৰ মনোবাঞ্ছা পূৰণ কৰিলে আৰু মিলটো খুলিলে কলিয়া থানত এখন শৰাই দিম।

*(Light Off. আন এটা Zone -- ত মন্ত্ৰী / শ্ৰীহৰি)*

মন্ত্ৰী : চিয়েৰছ্ --

শ্ৰীহৰি : চিয়েৰছ্ -- *(লুকুৱাই খায়)*

মন্ত্ৰী : খোৱা -- খোৱা --। আজি লুকুৱাব নেলাগে। আজি মোৰ মন পখী উৰি উৰি নাচিছে। আজি যদি মধুবালা মোৰ কাষত থাকিলেহেঁতেন।

শ্ৰীহৰি : মধুমিতা ছাৰ --

*(মধুৰ প্ৰৱেশ)*

মধু : এয়া সোণটো, -- মই ..........

মন্ত্ৰী : যেতিয়াই তেতিয়াই তাইৰ মাত শুনা হ'লোঁ। হায়, পাখৰীজনীৰ ভয়ত তাইৰ পৰা দূৰে দূৰে থাকিব লগা হৈছে। তুমি কি বুজিবা শ্ৰীহৰি -- বিৰহ বেদনা

মধু : সোণটো -- এয়া মই --

মন্ত্ৰী : তুমি কিবা কৈছা?

শ্ৰীহৰি : নাই কোৱা ছাৰ --

মধু : মই কৈছোঁ --

মন্ত্ৰী : হায়, শ্ৰীহৰি -- তোমাৰ মাততো মই তাইৰ মাত শুনা হ'লোঁ।

মধু : ধেৎতেৰি -- এয়া মই মধুমিতা --

*(দুৱোয়ে তেতিয়াহে লক্ষ্য কৰে)*

মন্ত্ৰী : কোনোবাই দেখিলে নেকি?

শ্ৰীহৰি : পিচ দুৱাৰেদি আহিছাতো

মন্ত্ৰী : এই সময়ত কিয় আহিলা?

শ্ৰীহৰি : তোমাক বৰ ধুনীয়া লাগিছে মধু *(মন্ত্ৰীয়ে চায়)* বুজিছাই নহয়, ছাৰৰ মনৰ কথাহে --

মধু : দুষ্টটো ক'ৰবাৰ। তুমি অকণমানো চিন্তা নকৰিবা সোণটো। আজি চব মেনেজ কৰি আহিছোঁ।

মন্ত্ৰী : *(আবেগিক হৈ)* সোণজনী --

মধু : সোণটো --

মন্ত্ৰী : সোণজনী! -- *(থিয়েটাৰৰ ষ্টাইলত।)*

মধু : সোণটো --



*(Closed হয়। শ্ৰীহৰিয়ে মুখ ঘূৰাই গল খেকাৰি মাৰে। দুয়ো আঁতৰ হয়।)*

মন্ত্ৰী : অলপ বেছি আবেগিক হৈ পৰিছিলোঁ বোধহয়, শ্ৰীহৰি।

মধু : তোমাক উৎসাহ দিবলৈ ময়ো উন্মাদিনী হৈ পৰিছিলোঁ --

শ্ৰীহৰি : চিন্তা নকৰিব ছাৰ, মইতো তিনিটা বান্দৰ --

মন্ত্ৰী : বান্দৰ!!

শ্ৰীহৰি : মহাত্মা গান্ধীৰ।

মধু : সোণটো মই তোমালৈ এটা খবৰ আনিছোঁ।

মন্ত্ৰী : কোৱা সোণজনী ----

মধু : সত্য দাসে এইবাৰ High Court কৰিছে।

মন্ত্ৰী : হা!! -- *(মূৰে-কপালে হাত দি বহি পৰে।)*

মধু : বিদ্যা শপত ---

মন্ত্ৰী : এইটো খবৰ দিবলৈকে আহিছিলা --

*(মধু মন্ত্ৰীৰ ওচৰলৈ যায়)*

মধু : মই তোমাক উৎসাহ দিবলৈ আহিছিলোঁ সোণটো।

মন্ত্ৰী : ক'তা পাখৰী -- *(মধুক ঠেলা মাৰি দিয়ে, মধু পৰি যায়)*

*(Light Off. প্যাচা ক'লাৰ Add পাৰ হয়।)*

*(শ্ৰমিকসকলে মঞ্চত প্ৰৱেশ কৰে। এজন শ্ৰমিকে ভিতৰৰ পৰা চিঞৰি চিঞৰি ফোপাই-জোপাই সোমাই আহে , লগত লখিমী ল'ৰা-ছোৱালী কেইটা।)*

শ্ৰমিক : বিভু -- হাড়িয়া --

কোৰাচ : কি হ'ল নকৰ কিয়?

শ্ৰমিক : সত্য এইবাৰো কেচত হাৰি গ'ল।

কোৰাচ : হায় - হায় - হায় - হায় -

শ্ৰমিক : নাই নাই , এনেকৈ আৰু সহ্য কৰি থাকিব নোৱাৰি।

শ্ৰমিক : ব'ল, আমি আন্দোলন আৰম্ভ কৰোঁ।

শ্ৰমিক : সত্যক আত্মহত্যা কৰিবলৈ দিবই লাগিব।

শ্ৰমিক : নহ'লে আমি অনশন কৰিম।

কোৰাচ : আমৰণ অনশন।

পাৰ্বতী : নহয়, নহয় এইবাৰ আপোনালোকে কি কৈছে? তেওঁৰ কিবা হলে আমাৰ কি হ'ব?

শ্ৰমিক : নহয় পাৰ্বতী , এয়া আমাৰ প্ৰতি অহা এক প্ৰত্যাহ্বান।

শ্ৰমিক : এতিয়া গোটেই পৃথিৱীয়ে জানে, সত্যই আত্মহত্যা কৰিব। নহ'লে আমাক খাটি খোৱা বোৰক ফাঁকিবাজ বুলি ভাবিব। এতিয়া এয়া আমাৰ সন্মানৰ কথা।

পাৰ্বতী : হায় হায়, তেখেতক বাধা দিয়ক চাৰি এইবোৰ আপোনালোকে কি কৈছে।

শ্ৰমিক : আমিও বাধা দিছিলোঁ পাৰ্বতী। এই পথ নিজেই বাচি লৈছে।

শ্ৰমিক : এতিয়া আমি আশাৰ পোহৰ দেখিছোঁ। সি মৰিলে হয়তো মিলটো খুলি যাব। কাম আৰম্ভ হ'ব। উঃ কিমান কষ্টত আছোঁ আমি।

শ্ৰমিক ঃ আমাৰ ল'ৰা-ছোৱালীয়ে দুবেলা-দুসাজ মুখত দিবলৈ পাব।

শ্ৰমিক ঃ নাই নাই --সি মৰিবই লাগিব।

পাৰ্বতী ঃ নহয়, নহয়। মই আপোনালোকৰ ভৰিত ধৰিছোঁ। এনে কাম নকৰিব। তেখেতক জীয়াই থাকিবলৈ দয়ক।

শ্ৰমিক ঃ চাওঁ, আঁতৰ হ।

শ্ৰমিক ঃ এনেকৈ ফেচঁফেচাই নাথাকিবি।

শ্ৰমিক ঃ আৰু শুন, সত্যকো তই বাধা নিদিবি।

*(শ্ৰমিকসকলৰ প্ৰস্থান। পাৰ্বতী পৰি ৰয়)*

পাৰ্বতী ঃ হায়, এয়া কি দেখুৱাইছা প্ৰভু!! মানুহটোৰ লগৰবোৰেও লগ এৰা দিলে। এতিয়া কোনে বাধা দিয়ে তেওঁক? তেওঁৰ গাতটো ভূত লম্ভিছে। স্বাৰ্থপৰৰ দৰে নিজৰ মৰাৰ কথাকে ভাবিছে!! হুঃ -- মৰি ডাঙৰ মানুহ হ'ব!! মতা মানুহটো নেথাকিলে মই বাৰু সংসাৰ চলাওঁ কেনেকৈ ?

*(Light Off. মাজৰ Zone -- ত সত্য। দৰ্শকৰ লগত কথা পাতে)*

সত্য ঃ বাবুসকল, মোৰ মৃত্যুৰ তামাচা চোৱা আপোনালোকৰ নহ ৱঁগে যেন পাইছোঁ। মনত বৰ কষ্ট পাইছোঁ বাবুসকল, সামান্য কাম এটা ইমান বাধা!! পেটে-ভাতে খাই জীয়াই থকাৰ অধিকাৰতো বাৰু আমাৰ নায়েই। নিজৰ বুলিবলৈ আছে বুকুৰ ভিতৰত ধুকধুক্ কৈ থকা জীৱটো, সেইটোৰ ওপৰতো কি আমাৰ অধিকাৰ নাই? সেইটোও কি আমি নিজৰ ইচ্ছামতে ব্যৱহাৰ কৰিব নোৱাৰিম!! ওখ ঘৰটোৰ এজন বাবুৱে ক'লে -- তুমি জীৱন সংগ্ৰাম কৰি কেনেকৈ জীয়াই থাকিবা সেয়া তোমাৰ নিজৰ দায়িত্ব। কিন্তু তোমাৰ প্ৰাণটোৰ প্ৰতি চৰকাৰৰ এটা নৈতিক দায়িত্ব আছে। তাৰ দায়িত্ব চৰকাৰৰ। চৰকাৰেই তোমাৰ জীৱনটোৰ মালিক। এতিয়া তুমিয়েই কোৱা -- আনৰ সম্পত্তি এটা ধ্বংস কৰাৰ অধিকাৰ তোমাৰ জানো আছে?

বাবু, কামটো মই মনে মনে কৰি থোৱা হ'লেতো কোনেও গম নেপালেহেঁতেন। মই ৰাজহুৱাকৈ মৰিব খোজাৰ কাৰণেইতো ইমান আলৈ-আথানি। ইমান আহুকাল। দুই দুইটা কেচত হাৰি গ'লো বাবু। মোৰ পিচত পইচা খৰচ কৰা বাবুসকলে মনতে কিমান ছাঁগে দুখ পাইছে। বেচেৰাহঁতৰ কিমান টকা খৰচ হৈ গ'ল। এই সত্যক ৰেলত উঠাইছে, বাছত উঠাইছে, এম্বেচাদৰ গাড়ীত উঠাইছে, পতাকা উৰি থকা ডাঙৰ হোটেলত ৰাখিছে। বাপ জন্মত এইবোৰ দেখা পোৱা নাছিলোঁ বাবু। তেওঁলোকৰ বটল মোৰ হাতত ধৰাই ঘপাঘপ ফটো উঠাইছে। বহুত দুখ লাগে, বাবুসকলৰ চাগৈ কিমান আশা আছিল -- মৰাৰ আগতে তেওঁলোকৰ বটল মোৰ হাতত দি শেষবাৰৰ কাৰণে ফটো লব! চব খেলি-মেলি হৈ গ'ল বাবু --

চাহাব ঃ একো খেলি-মেলি হোৱা নাই।

সত্য ঃ ছাৰ --

চাহাব ঃ কোনো চিন্তা নাই। আমিও ইমান সহজে হাৰ নামানো। তোমাৰ মৰাৰ ৰাস্তা আমি সুগম কৰি তুলিমেই?

সত্য ঃ ছাৰ --

চাহাব ঃ শুনা, এইবাৰ আমি আটাইতকৈ ডাঙৰ ক'ৰ্টত কেচ খেলিম। দেশী-বিদেশী আটাইতকৈ ভাল ভাল উকীলক এইবাৰ মাতিম তোমাৰ হৈ খেলিবৰ বাবে। আমিও চাওঁচোন -- এইবাৰ ক'ৰ পানী ক'লৈ যায়।

সত্য ঃ ছাৰ, মই কি বুলি আপোনালোকক কৃতজ্ঞতা জনাম? মোৰ মৰণত ইমান সহায় হয়তো মোৰ একান্ত আপোনজনেও নকৰিলেহেতেঁন।

চাহাব ঃ একো জনাব নেলাগে সত্য দাস -- এয়া আমাৰ দায়িত্ব। চাওঁ ইয়াতে এটা চহী কৰা -।

*(সত্যই চহী কৰে। Light Off পোহৰ হওঁতে দেখা যাব প্যাচা ক'লাৰ ৰং-বিৰং পষ্টাৰ। কোৰাচে গীত গায়।)*

**গীত**

ডাঙৰ চহৰৰ ডাঙৰ কথা
ওখ ওখ বিল্ডিং।
সত্য দাসৰ বুকু ভৰা আশা
সফল হ'বই এইবাৰৰ মিটিং।।
চুপ্ৰিম ক'ৰ্টত কেছ চলিল
দেশী-বিদেশী উকীল ।।
কি হ'বগৈ জানো দৰ্শকগণ
সন্তুষ্ট হ'বনে জনগণমন।।

*(গীত শেষ হোৱাৰ লগে লগে ফটকা ফুটাৰ শব্দ। বেণ্ড পাৰ্টিত Latest হিন্দী গানৰ সুৰ। সত্যক কান্ধত লৈ শ্ৰমিক সকলৰ প্ৰৱেশ। বিৰাট নাচ-গান হুলস্থুল। সত্যক আহি শুভেচ্ছা জনায়। চাহাবে মিঠাই বিলোৱাত ব্যস্ত।)*

চাহাব ঃ খোৱা খোৱা -- জয়ৰ আনন্দৰ -- উপভোগ কৰা।

শ্ৰমিক ঃ উঃ কি আনন্দ!!

শ্ৰমিক ঃ বাঃ ৰে বাঃ ৰে বাঃ !! আমি জিকিলোঁ -- হেই --

শ্ৰমিক ঃ মহান নেতা সত্য দাস ---

কোৰাচ ঃ জিন্দাবাদ জিন্দাবাদ

শ্ৰমিক ঃ শ্ৰমিক নেতা সত্য দাস

কোৰাচ ঃ অমৰ ৰহে অমৰ ৰহে

চাহাব ঃ অহা শুক্ৰ পঞ্চমীৰ দিনা সময় দুপৰীয়া ৩ বাজি ৫ মিনিটত তোমাৰ আত্মহত্যাৰ শুভক্ষণ মিলিছে। আমাৰ জ্যোতিষীয়ে ভৱিষ্যতবাণী কৰিছে-- তুমি ইতিহাস হ'বা। শুনা মৃত্যুৰ আগে আগে তুমি পিন্ধা সাজযোৰ আহিব London ৰ পৰা, ফাঁচ লোৱা ৰছীডাল আহিব আমেৰিকাৰ পৰা। আমি Special অৰ্ডাৰ দিছোঁ যাতে তুমি অনুভৱেইনকৰি ৰছী ডাল তোমাৰ ডিঙিত সুমুৱাই দিয়া হৈছে।

মনত ৰাখিবা, ঠিক মৃত্যুৰ আগে আগে তুমি আমাৰ এবটল পানীয় পান কৰি চিধাই ওলমি দিবা। গোটেই দৃশ্যটো ফিল্মত আবদ্ধ কৰি ৰাখিম। আমাৰ শ্ল'গান হ'ব -- " মৃত্যুৰ আগমুহূৰ্ততো প্যাচা ক'লা --। এই এমাহে জীৱনটো উপভোগ কৰা সত্য দাস। বিদায়।

*(সকলোৰে এজন এজনকৈ প্ৰস্থান কৰে। সত্য অকলশৰে গোম মাৰি বহি ৰয়। এনেতে পাৰ্বতী আৰু ল'ৰা-ছোৱালী কেইটাৰ চুচুক-চামাককৈ প্ৰৱেশ। অকণমাণিটোৱে সত্যৰ গাত ধৰি জোকাৰে। সত্যই মূৰ তুলি চায়। থিয় হয়। অকণমানিটোৱে দেউতাকৰ হাতত ধৰি জোকাৰি মুখলৈ চাই কয়।)*

ল'ৰা : দে'তা —ভোক লাগিছে।

*(সত্যই তালৈ এখন্তেক চাই কোঁচত তুলি লয়।)*

সত্য : ব'ল —।

*(প্ৰস্থান। কোৰাচ গীত)*

**গীত**

**(১)**

দিনবোৰ কেনেকৈ যায়
ৰাতিনো কেনেকৈ পুৱায়
সত্যদাসৰ হাতত মাথোঁ
এমাহ সময় হায়!
নিজান ৰাতি
কোনে বাৰু কান্দে।।
দুপৰ নিশা
নিয়তিয়ে মাতে।।
সত্যৰ জীৱন বন্তি
কোনে বাৰু ৰাখে।।

**(২)**

দিন যায় আগুৱায়
এমাহ সময় পলকতে লুকায়
সত্যৰ হাতত আজি
নাই সময় নাই হায়!!
সত্যদাস বিদায় ...............
সত্যদাস বিদায় ...............

*( Light Off. এজোপা আহঁত গছ। চাৰিওফালে ওখ বেদী। এডাল ত্ৰিশূল ৰঙা কাপোৰেৰে বন্ধা এটা চুকত। গছ জোপাত এডাল ফাঁচিৰ ৰছী ওলমি আছে। ৰছীডালৰ চাৰিওফালে ফুলেৰে আবৃত্ত। দেশী/বিদেশী/সাংবাদিক TVৰ কেমেৰা । মাইকত Latest হিন্দী গান । চাহাবৰ ভীষণ ব্যস্ততা। চাৰিও ফালে প্যাচা ক'লাৰ বেনাৰ ফেষ্টুন। দৰ্শকসকলৰ মাজত সত্য দাসৰ জয়ধ্বনি শুনা যায়। )*

দৰ্শক : মহান নেতা সত্য দাস

কোৰাচ : জিন্দাবাদ জিন্দাবাদ

দৰ্শক : সত্য দাস



কোৰাচ : অমৰ ৰহে অমৰ ৰহে

দৰ্শক : Long Live

কোৰাচ : সত্য দাস।

*(মুঠতে এটা হুলস্থূলীয়া পৰিৱেশৰ সৃষ্টি হ'ব। এনেতে সত্য দাসে পৰিয়ালসহ আহে। পাৰ্বতী, ল'ৰা-ছোৱালী দূৰতে ৰয়। তাহাঁতৰ চকুত চকুপানী। সত্যই আগুৱাই। ভিৰত সোমাব খোজে। নোৱাৰে।)*

সত্য : চাওঁ, মোক যাবলৈ দিয়কচোন।

দৰ্শক : হেই ক'তা আঁতৰ হ, ময়েই সুবিধা কৰিব পৰা নাই।

সত্য : *(বেলেগ এজনক)* হেৰি যাবলৈ দিয়ক না —

দৰ্শক : হেৰৌ কি কৰ কি কৰ!! এঘণ্টা আগৰে পৰা ইয়াত খাড়া হৈ আছোঁ। তথাপি ভাল জেগা নেপালোঁ।

*(সত্যই বহু চেষ্টা কৰিও যাব নোৱাৰি সৰ্বশক্তিৰে চিঞৰে)*

সত্য : ময়েই সত্য দাস।

*( লগে লগে নিস্তব্ধতা। পটকৈ মানুহবোৰ আঁতৰি এটা ৰাস্তা তৈয়াৰ হয়। সত্য সোমাই আহে।)*

চাহাব : আহক আহক মহান সত্য দাস।

*(এজাক গাভৰুৱে সত্য দাসৰ আদৰণি সমবেত সংগীত গায়। শেষ হোৱাৰ পিচত দৰ্শকে পুনৰ শ্ল'গান দিয়ে। মেনেজাৰে হাত দাঙি ৰখায়।)*

চাহাব : শ্ৰদ্ধেয় দৰ্শকবৃন্দ, আজি মহাশুভক্ষণ উপস্থিত। শ্ৰমিকৰ জয়ধ্বজা উৰুৱাই বীৰ সত্য দাস জগতত নোহোৱা নোপোজা এক বিৰল আৰ্হি হ'বলৈ ওলাইছে। তেখেতক এখন ফুলাম গামোচা আৰু ফুলৰ থোপাৰে আমি সম্বৰ্দ্ধনা জনাব খুজিছোঁ (ইংগিত দিয়ে)

*(এগৰাকী ৰূপহীয়ে এখন গামোচা / ফুলৰ থোপা দিয়ে। ৰাইজৰ কৰতালি। চাহাবে পুনৰ হাত ডাঙি ৰখায়।)*

আজিৰ এই দিনটোৰ কথা ইতিহাসত সোণোৱালী আখৰেৰে লিখা থাকিব। বিশ্বৰ শ্ৰমিক ইতিহাসক আমি নকৈ সজাই 'ডাচ কেপিটেলৰ' আৰ্হিত আমি মানে আমাৰ কোম্পানীয়ে 'কেপিটেল থিংকিং' নামৰ এখন গ্ৰন্থ তৈয়াৰ কৰাৰ বাবে বিশ্বৰ উৎকৃষ্ট বিশেষজ্ঞ দলক ইতিমধ্যে নিয়োগ কৰিছোঁ। আৰু এই গ্ৰন্থখন বীৰ শ্বহীদ সত্য দাসৰ নামত উচৰ্গা কৰা হ'ব। (দৰ্শকৰ কৰতালি)

*(মেনেজাৰৰ কথাৰ মাজতে কেতিয়ানো সত্য দাসে গছত উঠি ফাঁচডাল খুলে দৰ্শকেও গম নেপায়।)*

চাহাব : সত্য দাস —

*(ঘূৰি চাই নেদেখি)*

চাহাব : ক'লৈ গ'লা সত্য দাস? সত্য দাস —

| | | |
|---|---|---|
| সত্য | ঃ | এয়া, মই ইয়াত। |
| চাহাব | ঃ | অ্যাই !! ক'ত ! |
| সত্য | ঃ | গছত ওপৰত ছাৰ। |
| চাহাব | ঃ | *(দেখি)* দেখিলে দেখিলে দৰ্শকবৃন্দ!! নিজৰ কৰ্তব্য সাধনত কিমান নিষ্ঠা। তেওঁ নিজৰ এই হান উদাহৰণৰ বাবে আনকি আমি জনোৱাৰ সন্মানকণো ত্যাগ কৰিবলৈ প্ৰস্তুত। কিন্তু সত্য দাস ক্ষন্তেক ধৈৰ্য ধৰা। কেমেৰা ৰেডি আছে। আগতে আমাৰ এবটল প্যাচা ক'লা পান কৰি ওলমিবা। সেইদৰেই আমাৰ চুক্তি আছিল। নামি আহা — |
| সত্য | ঃ | গৈছোঁ। *(সত্যই ৰছী ডাল খুলি লয় ইতিমধ্যে হাতত লৈ নামি আহে। হাতত, আহোতেই লৈ অহা শীতল পানীয়ৰ বটলটোৰ পৰা কেৰাচিন তেল ৰছী ডাল ঢালি, কঁকালৰ খোচনিৰ পৰা জুইশলাটো উলিয়াই ৰছী ডালত জুই লগাই দিয়ে। জ্বলা শেষ হ'লত নামি আহি যাব খোজে। সকলো নিস্তব্ধ)* |
| চাহাব | ঃ | কি হ'ল সত্য দাস ? |
| সত্য | ঃ | মই ঘৰলৈ যাওঁ! |
| চাহাব | ঃ | কি!! |
| সত্য | ঃ | তেওঁলোক সৌ তাতেই ৰৈ আছে। দেৰি হৈছে। |
| চাহাব | ঃ | কিন্তু আমাৰ চুক্তি ? |
| সত্য | ঃ | ক্ষমা কৰিব, মই মৰিব নোৱাৰিম। |
| চাহাব | ঃ | কি কথা কৈছ!! 'মৰিব নোৱাৰিম'!! তই মৰিবই লাগিব। তাৰ আগতে আমাৰ এবটল প্যাচা ক'লা খাই। |
| সত্য | ঃ | মোক মাফ কৰি দিয়ক ছাৰ — |
| চাহাব | ঃ | কি কলি --তোৰ লগত আমাৰ কিমান খৰচ হ'ল জান? মৰাৰ আগতেও এবটল প্যাচা ক'লা - ইমান ডাঙৰ প্ৰচাৰ আমি কেতিয়াও হেৰুৱাব নোৱাৰোঁ। যা - - যা —মৰগৈ। |
| সত্য | ঃ | মই ঘৰলৈ যাম। *(যাব খোজে / দৰ্শকৰ মাজত হুলস্থুল)* |
| দৰ্শক | ঃ | যা — যা —মৰগৈ — |
| দৰ্শক | ঃ | চালা, কিমান দূৰৰ পৰা বাছ লৈ তোৰ মৰা চাবলৈ আহিছোঁ জান? |
| দৰ্শক | ঃ | এতিয়া পলাব খুজিলে কেনেকৈ হ'ব? |
| দৰ্শক | ঃ | বেটা, এতিয়া উল-পুল কৰিলে হাড় গুড়ি হৈ যাব। |
| দৰ্শক | ঃ | ক'ত নিধক, ধেমালি পাইছ? *(দৰ্শকৰ হুলস্থুল, তাৰ মাজতে কেইজনমানে দাঙি সত্যক বেদীৰ ওপৰত উঠাই দিয়ে। চাহাবে নতুন এডাল ৰছী উলিয়াই দিয়ে। দৰ্শকৰ এজনে ৰছী ডাল গছত ওলমাই থৈ আহে।)* |
| দৰ্শক | ঃ | মৰগৈ যা — একদম Ready |
| চাহাব | ঃ | মৃত্যুৰ আগমুহূৰ্তত তোৰ কিবা কবলগীয়া আছে নেকি বিশ্বাসঘাত ক? ক, -- আমাৰ Cold Drinks খা আৰু ওলম। |



| | | |
|---|---|---|
| দৰ্শক | ঃ | সোনকালে ক'ৰ, আমি আকৌ উভতি যাব লাগিব। ৰাতি হ'লে আজি-চিয়াৰ্পিয়ে বহুত জেং কৰে। *(দৰ্শকৰ হুলস্থুল । সত্যই হাত দাঙে। দৰ্শক নীৰৱ)* |
| সত্য | ঃ | ঠিক আছে — আপোনালোকে কৈছে যেতিয়া মই মৰিম। আপোনালোকৰ আশা ভঙ্গ নকৰোঁ। মৰাৰ আগতে মই কেইটামান প্ৰশ্ন কৰিব খুজিছোঁ বাবুসকল? সেই প্ৰশ্নকেইটাৰ উত্তৰ পালে সত্য দাসে হাঁহি হাঁহি এই গছডালত ওলমি দিব। |

মাফ কৰিব বাবুসকল, সাহস কৰি সুধিছোঁ — আপোনালোকে বাৰু আজি কাৰ মৃত্যু উপভোগ কৰিবলৈ আহিছিল? সত্য দাসৰ? সঁচাকৈয়ে কওঁকচোন বুকুত হাত দি কওঁক বাবুসকল, মোৰ নে আপোনালোকৰ? সত্য দাসেতো সাহস কৰি মৰিবলৈ আহিছিল। — আৰু আপোনালোক? ভয়, সংশয়, অভাৱে — আপোনালোকক কাপুৰুষলৈ ৰূপান্তৰিত কৰা নাইনে? প্ৰতিটো ক্ষণতে মৰি মৰি জীয়াই থকা নাইনে আপোনালোকে? আচলতে আমি সকলোৱে ভাগ্যৱ চ কৰিক মানি লোৱা কিছুমান জীয়াই থকা মৰা মানুহ নহয়নে? আজি সত্য দাসৰ মৃত্যুৰ তামাচা উপভোগ কৰাৰ নামত আপোনালোকে নিজৰেই মৃত্যু প্ৰত্যক্ষ কৰিবলৈ অহা নাছিলনে? যুগে যুগে এনেকৈয়েতো আমি মৰি আহিছোঁ। -- এনে মৃত্যুক মানি আহিছোঁ। মোক আত্মহত্যাৰ আগতে এমাহ সময় দিয়া হৈছিল জীৱনটো উপভোগ কৰিবলৈ আৰু এই এমাহ সময়ত মই ভাবিলোঁ, বহুত ভাবিলোঁ বাবুসকল।

*(পোহৰ সত্যলৈ কেন্দ্ৰীভূত হয়)*

ভাবি ভাবি পালোঁ, এই সুন্দৰ পৃথিৱীখনত কি নাই বাবুসকল? কিমান ধুনীয়া এই পৃথিৱীখন? নীল আকাশৰ নীলাখিনি ফালি যেতিয়া পুৱতিৰ ধৱলি বৰণে আকাশখন আৱৰি ধৰে -- সেই ধৱলিখিনিকো অতিক্ৰমি সূৰ্যৰ ৰাঙলী ৰহনে পৃথিৱীখনকে এক আশ্চৰ্য সুন্দৰতাৰ জুই জ্বলায় দিয়ে, তৰাৰে তিৰ্বিৰাই থকা আকাশ সৌন্দৰ্য, শাওণতো পানীৰ অভাৱত চিৰাল ফটা পথাৰখনলৈ যেতিয়া আকাশখনে গুমৰি গুজৰি পানী সিঁচি পঠিয়ায়, সেই পথাৰখন বোকাময় হৈ উঠি ধানৰ অকণি অকণি ভুঁইবোৰ শ্ৰমৰ কঠিন ঘামেৰে জীপাল একোথোক ধান হয়, -- সেই ধানে সোণোৱালী হৈ হালি-জালি জীৱনৰ গীত গায়। এই প্ৰকৃতিময় পৃথিৱীখন কঠিন হাতুৰিৰ কোবেৰে গঢ়া মানুহবোৰৰ বাবেই নহয় জানো? এই পৃথিৱীখনতো আমাৰ বাবেই । আমি জীৱ থকা প্ৰাণীবোৰৰ বাবেই। তথাপিও, কিয় আমি এই কষ্ট খাওঁ? -- কিয়, কিয় আমাৰ জীয়াই থকাৰ অধিকাৰ নাই? কিয় কিহৰ অভাৱ? কিয় আমি অভাৱত আত্মহত্যা কৰিব লাগে? কিয় এচামে ইমান বেছিকৈ খায়? কিয় এই পৃথিৱীখন তেওঁলোকৰেই হাতৰ মুঠিত? কিয় শাসন নামৰ যন্ত্ৰটো আছে? কিয় এই যন্ত্ৰটোৱে আমাৰ অভাৱ-অনাটন পূৰণ কৰিব নোৱাৰে? কিয় অসাধু ব্যৱসায়ীয়ে গা-কৰে? কিয় এই অসাধু ব্যৱসায়ৰ ওচৰত সকলো সেও হয়? কিয় আমাৰ দৰে মানুহবোৰ সদায় অন্যায়ৰ বলি হয়? -- সকলোতে গণ্ডগোল আছে বাবুসকল, সকলোবোৰ ভাঙি উলট-পালট কৰিব লাগিব। সৰু মানুহৰ সৰু কথা বাবুসকল, কিন্তু আমাক জীয়াই থাকিবলৈ দিবলৈ লাগিব, সকলো ওলট পালট কৰি হলেও।

লোভ বাবু -- লালসা, -- এই লোভ লালসাৰ ওচৰত সেও মানি আমি কি সদায়ে নৰক যন্ত্ৰণা সহ্য কৰি যাম? নহয় বাবু - এই সুন্দৰ পৃথিৱীখন আমাৰ বাবে । এমুঠি মানুহৰ ওচৰত হাৰ মানি আমি কিয় জীয়াই থাকিম জনোৱাৰ দৰে ?

সংগ্ৰাম, বিপ্লৱ -- এইবোৰ বৰ ডাঙৰ শব্দ বাবুসকল। এইবোৰ বুজি পোৱাও টান। মাত্ৰ আপোনালোকে বুকুত হাত দি কওঁক এই জীৱন জীৱন নহয়। এনেকৈ জীয়াই থাকিব নোৱাৰি। তীব্ৰ অসন্তুষ্টি প্ৰকাশ কৰক প্ৰবাহমান নিয়মক, -- চাব এসময়ত আপোনাৰ এই অসন্তুষ্টিয়েই আপোনাৰ মনৰ সকলো ভয়- ডৰ নাশ কৰিব।

আমি গম নোপোৱাকৈয়ে এই অসন্তুষ্টিয়েই আমাৰ সকলোৰে মনবোৰ এক কৰিব। আৰু এদিন আমাৰ খং-ক্ষোভৰ উদগীৰণত সকলোবোৰ চুৰমাৰ হৈ এখন নতুন পৃথিৱী গঢ় লব। সেইখন পৃথিৱী হ'ব মানুহৰ পৃথিৱী । য'ত প্ৰত্যেকজন মানুহৰে জীয়াই থকাৰ অধিকাৰ থাকিব। সকলোৱে উপভোগ কৰিব জীৱনৰ প্ৰতিটো মুহূৰ্ত। শ্ৰম আৰু উপলব্ধিয়ে জীৱনক মহীয়ান কৰি তুলিব।

(শ্ৰমিকসকলে মঞ্চৰ পৰা নামি দৰ্শকৰ মাজত সোমাই পৰিব। তেওঁলোকৰ হাতত বিভিন্ন প্ৰশ্নৰ কাৰ্ড থাকিব। এখন কাৰ্ডত এটা প্ৰশ্ন। প্ৰশ্নবোৰ হ'ল আমি সদায় আওকাণ কৰি অহা অথচ যিবিলাক প্ৰশ্ন সাধাৰণতে গা-এৰা দিওঁ, তেনে ধৰণৰ সামাজিক প্ৰশ্ন। প্ৰশ্নবোৰ তেওঁলোকে দৰ্শকৰ মাজত বিলাই দিব। দি পুনৰ মঞ্চলৈ উঠি আহিব।)

মোৰ বিশ্বাস সেইদিন আহিবই। আৰু সত্য দাসে সেইদিন দেখি মৰিব খুজিছে। মাত্ৰ আপোনালোকৰ মনলৈ দৃঢ়তাখিনি আহিলেই যথেষ্ট বাবুসকল। মৰিবলৈ ভয় নকৰি জীয়াই থাকিব খোজা মানুহখিনিয়েই পৃথিৱীৰ সমস্ত বোজা কান্ধত বহন কৰি সেইদিন আনিব।

আৰু সত্য দাসে হাঁহি হাঁহি সেইদিনা এই ফাঁচডালত ওলমি দিব। আহো --?

*(সত্য দাস নামি আহে। মানুহৰ মাজত ফাঁক হয়। নিৰৱতা / সত্য দাসে সৰুটোক কোলাত লৈ পাৰ্বতীৰ সতে প্ৰস্থান। লাহে লাহে পোহৰ ফাঁচডালত কেন্দ্ৰীভূত হৈ আন্ধাৰ হ'ব।)*

*(পুনৰ সত্য দাস প্ৰথম দৃশ্যৰ দৰে শুই থাকিব। সাৰ পাই ইফালে সিফালে চাব)*

সত্য : *(হামিয়াই)* ধেৎতেৰী ............কি সপোন!! পাগল ক'ৰবাৰ .........*(প্ৰস্থান)*

(পোহৰ হ'ব সকলো চৰিত্ৰ মঞ্চত)

**গীত**

চালানে দৰ্শকগণ
সত্য দাসৰ প্ৰহসন
অন্ত হ'ল
অন্ত হ'ল



ঘৰলৈ গৈ ভাবিবা এবাৰ।
সঁচা যদি সঁচা
মিছা যদি মিছা,
দিন আগুৱায় দুৰ্নিবাৰ।।
কয় অসীম মূৰ্খই
মিছা কথাৰ ঠেং চুটি।
মেলি থবা চকু দুটি।।
অন্ত হ'ল
অন্ত হ'ল
সত্য দাসৰ প্ৰহসন
শেষত এবাৰ কওঁ শুনা

আৰে তাৰে নাৰে নাৰে নাঃ

সত্য দাস

বাঃ ৰে বাঃ ৰে বাঃ।

*(সকলোৱে নমস্কাৰ কৰে। পোহৰ কমি আহে)*

**সমাপ্ত**

# মহাৰাজা

## সতীশ ভট্টাচাৰ্য্য



### চৰিত্ৰাৱলী

মহাৰাজ. বুদ্ধিনাৰায়ণ . সত্যপৰায়ণ . অমৃতনাৰায়ণ. বিক্ৰম. জগৎ বন্ধু. সেনাপতি. কাঁড়ী. সৈন্য. প্ৰজাগণ. গাংগী. মালতী. ওজাপালি.



### ।। প্ৰথম নাট্যক্ষণ ।।

[ মঞ্চ পোহৰ হোৱাৰ লগে লগে দেখা যাব পৰম্পৰাগত সাজ-পাৰেৰে ওজাপালি ]

।। গান ।।

শুনা শুনা সভাসদ ৰাজাৰ কাহিনী ।
দাসীৰূপে ৰাজগৃহে আনে বিদেশিনী।।
দাসীৰ মন্ত্ৰণা তাইৰ পুত্ৰ হৈব ৰাজা।
অথন্তৰ দেখি হাহাকাৰ কৰে প্ৰজা ।।
ৰজা বোলে প্ৰজাৰ মই পিতৃৰ স্বৰূপ।
প্ৰজাৰ কাৰণে কৰো ভাল মন্দ যত।।

পালি ঃ অ' ওজা !

ওজা ঃ কিহে বাপু !

পালি ঃ অ' তাৰ পিচত ?

ওজা ঃ তাৰ পিচত মহাৰাজাই যুৱৰাজৰ অভিষেকৰ দিন ঘোষণা কৰিলে।

পালি ঃ কোনে ঘোষণা কৰিলে ?

ওজা ঃ মহাৰাজাই।

পালি ঃ আজি এই গণতন্ত্ৰৰ দিনত আপুনি কি মহাৰাজাৰ কথা কয়হে?

কেবাজনো

পালি ঃ কোনে বিশ্বাস কৰিব ?

ওজা ঃ কি কলা ?

পালি ঃ বোলো কোনেও ভালো নাপাব।

ওজা ঃ পিচে বাপু ! যিটো ঘটিল, ভাল পালেও ঘটিল বেয়া পালেও ঘটিল। তাকটো সলনি কৰিব নোৱাৰি। গতিকে

পালি ঃ গতিকে ---- গাওঁতা বাওঁতা,
শ্ৰৱণ-কীৰ্তন কৰোতা,
দায়-দোষ ধৰোতা,
ভৰিৰ ধূলি লওঁতা,
পৰৰ ওপৰত খাওঁতা,
ভটীয়া নাওত যাওঁতা,
লুটিবাগৰ মাৰোতা,
সবাকো প্ৰণাম কৰি ---

ওজা : ৰাজাৰ যি ঘটিল ----
পালি : আমি তাকে কৈ যাম।
ওজা : কোনোবাই ভাল পালে ----
পালি : গ্ৰহণ কৰিব।
ওজা : আৰু কোনোবাই বিশ্বাস নকৰিলে ---
পালি : দলিয়াই পেলাব।
ওজা : আমি কওঁতা ---
পালি : আপোনালোক শুনোতা।
ওজা : কোৰাৰ দোষ ---
পালি : আমাৰ ।
ওজা : শুনোতাৰ গুণ ---
পালি : আপোনালোকৰ।
ওজা : ভাল-মন্দ বিচাৰ কৰে ---
পালি : আমি নহয় , প্ৰজাই।
ওজা : গতিকে ---
পালি : কওঁ শুনা ---

শুনা শুনা সভাসদ ৰাজাৰ কাহিনী
দাসীৰূপে ৰাজগৃহে আনে বিদেশিনী।
[ মঞ্চ এন্ধাৰ হ'ব ]

## ।। দ্বিতীয় নাট্যক্ষণ ।।

[ মঞ্চ পোহৰ হোৱাৰ লগে লগে দেখা যাব ৰাজসিংহাসনত
বহি আছে মহাৰাজ প্ৰতাপাদিত্য। তেওঁৰ দুইকাষে
থিয় হৈ আছে দুই অমাত্য বুদ্ধিনাৰায়ণ
আৰু সত্যপৰায়ণ ]

মহাৰাজ : মোৰ সম্পূৰ্ণ ভয় এতিয়াও আঁতৰি যোৱা নাই। কোৱা মন্ত্ৰী, সকলো আয়োজন নিখুঁতভাৱে কৰা হৈছেতো?

বুদ্ধি : শঙ্কাৰ কোনো কাৰণ নাই মহাৰাজ। সকলো আয়োজন সম্পূৰ্ণ হৈছে। ৰাজ পুৰোহিত ঠিক সকলো প্ৰজাকে প্ৰাতঃসতে ঢোল পিটি জনাই দিয়া হৈছে যে আজি হ'ব যুৱৰাজৰ অভিষেক। কিন্তু মহাৰাজ ---

মহাৰাজ : কিন্তু কিহৰ - কোৱা, এতিয়াও অসম্পূৰ্ণ আছে কিবা কাম?

সত্য : মহাৰাজ , যুৱৰাজৰ অভিষেকৰ দিনটো ৰাজ্যজুৰি বন্ধৰ দিন ঘোষণা কৰিব লাগে।

মহাৰাজ : নিশ্চয় ভাৱিছোঁ ময়ো তাকে।



বুদ্ধি : মহাৰাজৰ অনুমতিৰ অভাৱ নহ'ব বুলিয়েই ইতিমধ্যে আজি বন্ধৰ দিন বুলি ঘোষণা কৰিবলৈ দিয়া হৈছে।

মহাৰাজ : বুদ্ধিমান অমাত্য তুমি বুদ্ধিনাৰায়ণ। তোমাৰ বুদ্ধিৰ মই শলাগ লৈছোঁ।

বুদ্ধি : মহাৰাজৰ জয় হওক।

মহাৰাজ : আৰু শুনা সত্যপৰায়ণ। সকলোকে জনাই দিয়া যে অভিষেক উপলক্ষে আজি ৰাজগৃহত দৰিদ্ৰ নাৰায়ণৰ পূজা অনুষ্ঠিত হ'ব। অভিষেক সমাৰোহৰ শোভাযাত্ৰাত দুই কাষৰ দৰ্শকৰ মাজত মই নিজহাতে বিতৰণ কৰিম স্বৰ্ণমুদ্ৰা।

বুদ্ধি : কিন্তু মহাৰাজ স্বৰ্ণমুদ্ৰা বিতৰণ কৰিলে ৰাজভঁড়াল উদং হৈ যাব।

মহাৰাজ : লক্ষ স্বৰ্ণ মুদ্ৰা দান কৰিলেই এই মহাৰাজাধিৰাজ প্ৰতাপাদিত্য দৰিদ্ৰ হৈ যাব বুলি কিয় ভাবিছা বুদ্ধিনাৰায়ণ? যি সম্ৰাট, সি ঐশ্বৰ্যশালী; লক্ষ স্বৰ্ণমুদ্ৰা দান কৰিলেই মই কি দৰিদ্ৰ হৈ যাম?

সত্য : আমাৰ দোষ নধৰিব মহাৰাজ । ৰাজকোষ শূন্য হোৱাতকৈও আমি প্ৰজাসকলৰ ফালৰ পৰাহে কথাটো বিচাৰ কৰি চাইছো। প্ৰজাসকল দৰিদ্ৰ; স্বৰ্ণমুদ্ৰাৰ মোল সিহঁতে কি বুজিব?

বুদ্ধি : মহাৰাজৰ দানৰ স্মৃতি হিচাপে সঞ্চয় কৰাতকৈ সিহঁতে খাদ্য সম্ভাৰৰ বিনিময়ত সেই মুদ্ৰা কোনোবা বণিকক দি দিব --- ফলত লাভবান হ'ব বণিক শ্ৰেণী। আৰু প্ৰজাসকলে আপোনাৰ দানৰ উদাৰতাৰ কথা এদিন পাহৰি যাব।

মহাৰাজ : তেনেহলে এনে কোনো উপায় নাইনে বুদ্ধিনাৰায়ণ, এনে কোনো ব্যৱস্থা, যাতে প্ৰজাই চিৰদিন সেই মুদ্ৰা সঞ্চয় কৰি মোৰ উদাৰতাৰ কথা স্মৰণ কৰি থাকিবলৈ বাধ্য হয়।

বুদ্ধি : আমি তেনেকুৱা এটা ব্যৱস্থাৰ কথাই চিন্তা কৰিছোঁ মহাৰাজ।

সত্য : মহাৰাজৰ অনুমতি পালে ---

মহাৰাজ : কোৱা সত্যনাৰায়ণ, পৰামৰ্শ দানৰ বাবে অনুমতিৰ কোনো প্ৰয়োজন নাই।

সত্য : তেনেহলে মহাৰাজ, যি দৰিদ্ৰ প্ৰজাই স্বৰ্ণমুদ্ৰাৰ মোল নুবুজে সিহঁতে যাতে সেইবোৰ সলনি কৰিব নোৱাৰে তাৰবাবে সিহঁতক স্বৰ্ণমুদ্ৰাৰ সলনি দিব লাগিব তাম্ৰমুদ্ৰা।

মহাৰাজ : মহাৰাজ প্ৰতাপাদিত্যই বিলাব তামৰ মোহৰ? কিন্তু পাহৰি গৈছা কিয় সত্যনাৰায়ণ, স্বৰ্ণমুদ্ৰা বিতৰণ কৰা হ'ব বুলি ইতিমধ্যে ঘোষণা কৰা হৈছে।

বুদ্ধি : তাৰো ব্যৱস্থা আছে মহাৰাজ। তামৰ ওপৰত সোণৰ পানী ছটিয়াই দিলে সেইবোৰ অবিকল সোণৰ দৰেই হ'ব আৰু দুয়োকূল ৰক্ষা কৰাৰ ইয়েই একমাত্ৰ উপায়। প্ৰজায়ো স্বৰ্ণমুদ্ৰা পাব আৰু ৰাজভঁড়ালো উদং নহব। আনহাতে সেই মুদ্ৰা সলনি কৰিব নোৱাৰি চিৰদিন সঞ্চয় কৰি ৰাখিবলৈ বাধ্য হ'ব।

মহাৰাজ : তেনেহলে তাকেই কৰা মন্ত্ৰী। প্ৰজাৰ মংগলেই মই চিৰদিন কামনা কৰি আহিছোঁ। সোণৰ পানীত তিয়াই আনা তাম্ৰমুদ্ৰা। মই নিজ হাতেৰে দৰিদ্ৰ প্ৰজাৰ মাজত বিতৰণ কৰি যুৱৰাজৰ মংগল কামনা কৰিম। আৰু শুনা বুদ্ধিনাৰায়ণ আৰু সত্যনাৰায়ণ, সকলো বিষয়াকে জনাই দিয়া যে আজিৰ এই অভিষেক সুকলমে পাৰ হৈ গ'লে মই সকলোকে যোগ্যতানুসাৰে পুৰস্কাৰ দিম। মোৰ পুত্ৰ বিক্ৰম যি আজিৰপৰা হ'ব যুৱৰাজ তাক সহায় কৰিব পৰা সকলো বিষয়াৰে হব পদোন্নতি। মোৰ জীৱন কালতে এই বিশাল ৰাজ্যৰ ভাৰ দি যাব খোজো মোৰ পুত্ৰক, অভিষেকে আজি যাক কৰিব যুৱৰাজ।

বুদ্ধি : কিন্তু মহাৰাজ বিক্ৰমাদিত্যৰ অভিষেকৰ কথা ঘোষণা কৰাৰ লগে লগে প্ৰজাসকলৰ মাজত?........

মহাৰাজ : দেখা দিছে আনন্দৰ উল্লাস?

বুদ্ধি : নহয় মহাৰাজ, সিহঁতৰ মাজত অশান্তিয়ে দেখা দিছে।

মহাৰাজ : অশান্তিয়ে দেখা দিছে? অদূৰ ভৱিষ্যত যি যুৱৰাজক ৰাজাধিৰাজৰ সন্মান প্ৰদৰ্শন কৰিব লাগিব তাৰ অভিষেকত প্ৰজা হৈছে অসন্তুষ্ট? কিয়, সিহঁতে জানো নেজানে যে কালিলৈকে সিহঁতৰ ভাগ্য নিয়ন্তা হ'ব এই যুৱৰাজ বিক্ৰম?

বুদ্ধি : সিহঁতে কৈছে যে বিক্ৰমৰ জন্ম ৰাজগৃহত কিন্তু ৰাজ পৰিয়ালত নহয়।

ৰজা : সিহঁতে কি পাহৰি গৈছে যে দাসীৰ গৰ্ভত জন্ম হলেও সি ৰজাৰেই সন্তান। বিক্ৰম মোৰ সন্তান। সূৰ্যবংশজাত প্ৰতাপাদিত্য তাৰ পিতৃ। ৰজাৰ পৰিচয় থাকে তাৰ পিতৃবংশত।

বুদ্ধি : সিহঁতে আৰু কৈছে--

ৰজা : আৰু কি কৈছে?

সত্য : আপুনি ৰজাৰ মন্ত্ৰী নে প্ৰজাৰ সুখপাত্ৰ?

বুদ্ধি : মন্ত্ৰী হিচাপে প্ৰজাৰ ৰাজভক্তি অটুট ৰখাটোৱেই মোৰ প্ৰধান কাম।

ৰজা : কিন্তু কৈছে কি সিহঁতে?

বুদ্ধি : ৰাণী কুন্তলা দেৱী আৰু ৰাজমাতা নৰ্মদা দেৱী এতিয়াও তীৰ্থ-ভ্ৰমণৰ পৰা উভতি আহি পোৱা নাই। ৰাণী আৰু ৰাজমাতা আহি নোপোৱালৈকে.............

ৰজা : অসম্ভৱ --ৰাণী কুন্তলা যি আজি সোতৰ বছৰে ৰাজৰাণীৰ গৌৰৱেৰে জন্ম দিলে মাত্ৰ এটি নিৰ্বোধ বালক--

বুদ্ধি : ৰাজমাতাৰো ইচ্ছা আছিল তাকেই ৰাজপাটত বহুওৱা।

সত্য : আপুনি চাগে নাজানে যে মহাৰাজৰ ইচ্ছা ৰাজপাটত বহিব ৰাণী কুন্তলাৰ পুত্ৰ নহয়, গংগাদাসীৰ পুত্ৰ বিক্ৰমাদিত্য।

ৰজা : মোৰ পিচত কোনে এই ৰাজপাট ভোগ কৰিব তাক নিৰ্ণয় কৰাৰ অধিকাৰ জানো মোৰ নাই।

সত্য : নিশ্চয় আছে মহাৰাজ।

বুদ্ধি : কিন্তু ৰাজপাট বংশানুক্ৰমিক। মহাৰাজৰ জ্যেষ্ঠ পুত্ৰই হ'ব লাগে সিংহাসনৰ ভৱিষ্যত অধিকাৰী।

ৰজা : সেই কাৰণেই কৈছোঁ----ৰাজমাতা আৰু ৰাণী কুন্তলা দেৱী তীৰ্থ-ভ্ৰমণৰপৰা উভতি অহাৰ আগতেই হৈ যাওক যুৱৰাজ বিক্ৰমাদিত্যৰ অভিষেক। আৰু প্ৰজাৰ অসন্তুষ্টি? তাৰ দাম হ'ব হয়তো এক আজলি স্বৰ্ণমুদ্ৰা। প্ৰজাই কেৱল জানিব লাগে সিহঁত শাসিত হৈছে-- শাসন কৰা ব্যক্তিজন কোন জানিবৰ কোনো প্ৰয়োজন নাই। তুমি যোৱা সত্য পৰায়ণ, দৰবাৰৰ আয়োজন সম্পূৰ্ণ কৰাগৈ। মোৰ যি ইচ্ছা প্ৰজাৰ বাবে সেয়ে আইন। [ সেনাপতিৰ প্ৰৱেশ ]

সেনাপতি : সৰ্বনাশ হ'ল, মহাৰাজ, সৰ্বনাশ হ'ল।

ৰজা : তেনেহলে কি ৰাজমাতা তীৰ্থ ভ্ৰমণ কৰি উভতি আহিল?

বুদ্ধি : নে কিবা দুৰ্ঘটনাত পতিত হ'ল ৰাণী কুন্তলা আৰু ৰাজমাতা?

সেনাপতি : নহয় প্ৰভু তাতকৈ গুৰুতৰ এই সংবাদ।

সত্য : তেনেহলে কি কোনোবা মূৰ্খ ৰজাই যুদ্ধ ঘোষণা কৰিলে?



ৰজা : সূৰ্যবংশী ৰজা প্ৰতাপাদিত্যৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে এই মৰসাহ কাৰ?

সেনাপতি : ই বাহিৰা আক্ৰমণ নহয় প্ৰভু!

ৰজা : বিপদ ইমান দিনে মোৰ দুটাই আছিল-- ৰাজমাতা আৰু কুন্তলাৰ বিৰুদ্ধাচৰণ আৰু শত্ৰুৰ আক্ৰমণ; আজি যুৱৰাজৰ অভিষেকৰ মুহূৰ্তত কি এনে তৃতীয় বিপদৰ সংবাদ আনিলা তুমি সেনাপতি?

সেনাপতি : মই নিৰুপায় মহাৰাজ।

বুদ্ধি : আগেয়ে বিপদটোৰ কথা নোকোৱা কিয়?

সেনাপতি : যুৱৰাজ বিক্ৰমাদিত্য?

দুয়ো মন্ত্ৰী : যুৱৰাজ বিক্ৰমাদিত্য?

ৰজা : কি হ'ল তাৰ?

সেনাপতি : প্ৰজাৰ হাতত যুৱৰাজ বিক্ৰম লাঞ্ছিত হৈছে মহাৰাজ।

বুদ্ধি : প্ৰজাৰ হাতত লাঞ্ছিত হৈছে ৰাজপুত্ৰ?

সত্য : এয়া কেনেকৈ সম্ভৱ হ'ল সেনাপতি ?

সেনাপতি : প্ৰাতঃসতে গ্ৰামাঞ্চলত ভ্ৰমণ কৰিবলৈ ওলাই গৈছিল যুৱৰাজ। উভতি আহোতে হঠাতে এক কৃষক কন্যাৰ ওপৰত ৰাজকুমাৰৰ চকু পৰিল।

ৰজা : তাৰ পিচত কি হ'ল?

সেনাপতি : ৰাজকুমাৰৰ হঠাতে কি মন গ'ল -- লগত যোৱা গা-ৰখীয়াৰ সহায়ত গাভৰুক তৃষ্ণা নদীৰ পাৰৰ সেই কক্ষলৈ গ'ল।

ৰজা : মইয়েই সজাইছিলো তৃষ্ণা নদীৰ সেই বিতোপন প্ৰমোদ কক্ষ।

সত্য : আৰু এগৰাকী ৰূপৱতী কৃষক কন্যা ৰাজকুমাৰৰ স্পৰ্শত ধন্য হ'ল, এইটো কি এনে ডাঙৰ বতৰা আছিল সেনাপতি?

সেনাপতি : তাতেই শেষ হোৱা হ'লে কথা নাছিল। কিন্তু জনতাই আহি যুৱৰাজক আগুৰি ধৰিলে। প্ৰথমতে গা-গৰখীয়া দুজনক প্ৰহাৰ কৰি পিচত ৰাজ কুমাৰক আক্ৰমণ কৰিবলৈ উদ্যত হ'ল।

ৰজা : বিক্ৰম বৰ বেয়াকৈ আহত হৈছে নেকি?

বুদ্ধি : তুমি নিজে সেনাপতি হৈ তাৰ উদ্ধাৰৰ ব্যৱস্থা নকৰি কাপুৰুষৰ দৰে লৰি আহিলা আমাক খবৰ দিবলৈ?

সেনাপতি : কৰ্তব্যৰ মই ক্ৰুটী কৰা নাই মহামন্ত্ৰী। তেওঁক মই উদ্ধাৰ কৰিছোঁ।

ৰজা : তুমি মোক ৰক্ষা কৰিলা সেনাপতি। মোৰ সন্দেহ হৈছে বুদ্ধিনাৰায়ণ, প্ৰজাবোৰ ইমান উদ্ধত হ'ল কেনেকৈ?

সত্য : ৰাজভক্তিৰ অভাৱ।

ৰজা : কিন্তু অভাৱ হ'ল কিয়?

সত্য : নিশ্চয় ই কোনো ষড়যন্ত্ৰ।

ৰজা : ষড়যন্ত্ৰ। মোৰ চোৰাংচোৱা বিভাগ কি ইমানেই অকৰ্মণ্য যে মোৰ প্ৰজাই ষড়যন্ত্ৰ কৰে যুৱৰাজৰ বিৰুদ্ধে অথচ চোৰাংচোৱাই তাৰ খবৰ নেপায়।

বুদ্ধি : ৰাজপুত্ৰই নিজৰ ৰাজসিক আচৰণ অটুত ৰাখিব নোৱাৰিলে প্ৰজা কেতিয়াবা ক্ৰুদ্ধ হৈ উঠাতো খুবেই স্বাভাৱিক।

সত্য : আপুনি ক'ব খোজে নেকি যে বিক্ৰমৰ আচৰণহে অশালীন যাৰ বাবে ইমানবোৰ মানুহে তাক আক্ৰমণ কৰিবলৈ ওলাই আহিল? নিশ্চয় ই কোনো বিদেশীৰ ষড়যন্ত্ৰ।

ৰজা : বিদেশী হওক বা দেশীয়ে হওক ষড়যন্ত্ৰকাৰীৰ কোনো ক্ষমা নাই।

সত্য : সেনাপতি, গাঁৱৰ সকলো মানুহকে তুমি বন্দী কৰা। সিহঁতৰ ওপৰত পাইকাৰী জৰিমনা বহুৱাই লুটপাত কৰি যি পোৱা লৈ আহা আৰু সিহঁতৰ ঘৰবোৰ জ্বলাই দিয়া।

সেনা : তাৰ আৰু প্ৰয়োজন নহ'ব। মানুহবোৰ নিজেই ইয়ালৈকে আহিব ধৰিছে।

বুদ্ধি : ইয়ালৈকে আহিব ধৰিছে ?

সত্য

ৰজা : কিয়?

সেনাপতি : মহাৰাজক, সিহঁতে নিজেই ক'ব খোজে যে ৰাজকুমাৰৰ আচৰণত সিহঁত অসন্তুষ্ট হৈছে। সিহঁতে ইয়াকো ক'ব খোজে যে ৰজাৰ প্ৰতি সিহঁতৰ ভক্তি অটুত আছে। কিন্তু যুৱৰাজৰ অত্যাচাৰত সিহঁত অতিষ্ঠ।

বুদ্ধি : ৰাজহাউলীৰ বাহিৰতে সিহঁতক বাধা দিব লাগিব। তুমি যোৱা সেনাপতি, যি কোনো প্ৰকাৰে সিহঁতক ছত্ৰভঙ্গ দিওৱা।

সেনাপতি : সৈন্য বাহৰততো আজি এজনো সৈন্য নাই। বন্ধৰ দিন বুলি আজি সিহঁতক ছুটী দিয়া হৈছে।

ৰজা : তেনেহলে উপায় কি হ'"ব বুদ্ধিনাৰায়ণ?

বুদ্ধি : উদ্বিগ্ন নহ'ব মহাৰাজ ; উপায় নিশ্চয় হ'ব। ৰাজহাউলীৰ ৰখীয়াসকল আছে ; সিহঁতে বাধা দিব পাৰিব! [সেনাপতিক] তুমি যোৱা, ৰাজহাউলীৰ সমস্ত প্ৰহৰীক সাজু কৰি ৰাখা। মহাৰাজ, আপুনিও অন্তেষপুৰলৈ গৈ বিশ্ৰাম কৰক। আন সকলো ব্যৱস্থা মই কৰিম।

সত্য : ৰাজহাউলীৰ ভিতৰ সোমোৱাৰ সাহস প্ৰজাৰ নাই। কিন্তু ওচৰ চপাৰ সাহসটো কম নহয়। ইহঁত ক্ষমাৰ অযোগ্য। (সত্যপৰায়ণ ওলায় যায়)

ৰজা : বিপদ যিমানেই গভীৰ নহওক বুদ্ধিনাৰায়ণ, যুৱৰাজৰ অভিষেক হ'বই লাগিব।

বুদ্ধি : চিন্তা নকৰিব মহাৰাজ। আপুনি অন্তেষপুৰলৈ যাওক। মই সিহঁতক লগ ধৰিম।
[ৰজাই ভিতৰলৈ আৰু মন্ত্ৰীয়ে বাহিৰলৈ খোজ লব]

[মঞ্চ এন্ধাৰ হ'ব]



## তৃতীয় নাট্যক্ষণ

[ৰাজহাউলীৰ বাহিৰত]

[জনতা (ক্ৰাউদ), ১ম, ২য়, ৩য় ইত্যাদি ৮/১০ জন মানুহ। লগত অমৃতো থাকিব]

(বুদ্ধিনাৰায়ণে সান্ত্বনা দিব)

১ম : ই দুৰ্ঘোৰ অন্যায় !

২য় : যুৱৰাজৰ অত্যাচাৰ বন্ধ কৰক।

৩য় : তেওঁ যুৱৰাজ নে দস্যু? ?

৪ৰ্থ : ঘৰৰ জীয়ৰী-বোৱাৰী ওলাব নোৱাৰা হ'ল ।

বুদ্ধি : শুনা, শান্ত হোৱা তোমালোক।
[গুণগুণনি, কোলাহল ]

১ম : শাসনৰ নামত অত্যাচাৰ।

২য় : আমি কিমান সহ্য কৰিম?

বুদ্ধি : শান্তি হোৱা প্ৰজাগণ, শান্ত হোৱা, মই মন্ত্ৰী বুদ্ধিনাৰায়ণে কৈছোঁ।
(প্ৰজাৰ গুণ-গুণনি সাম কাটিবলৈ ধৰে)
মই মন্ত্ৰী; মহাৰাজৰ হকে মই দিম কৈফিয়ৎ।
প্ৰজা কৈফিয়ৎ আমি সদায়ে শুনি আহিছোঁ, আমাক বিচাৰ লাগে। কেবাজনো

বুদ্ধি : মই মন্ত্ৰী, ৰজাতকৈ প্ৰজাৰ প্ৰতি মোৰ কৰ্তব্য কোনো গুণে কম নহয়। শুনা, তোমালোকে মোৰ কথা শুনা ।

১ম : আমি বহুত শুনিলোঁ।

অমৃত : ৰ'বা বন্ধুসকল, মহামন্ত্ৰীক ক'বলৈ দিয়া।

বুদ্ধি : কোৱা, কিয় তোমালোকে এইদৰে উদ্ভ্ৰান্ত হৈ লৰি আহিছা প্ৰাসাদ পৰ্যন্ত?

প্ৰজাসবে : যুৱৰাজক সোধক।

২য় : তেওঁ আমাক আহিবলৈ বাধ্য কৰাইছে।

বুদ্ধি : শুনা --- প্ৰজাসকল, তোমালোকৰ মনোভাব বুজি পায়েই মই ৰাজকুমাৰ বিক্ৰমৰ অভিষেক আজি বন্ধ কৰিছোঁ।

প্ৰজা : সজ, সজ !

বুদ্ধি : তোমালোক ধৈৰ্য্যচ্যুত নহ'বা। প্ৰজাৰ আকাংক্ষা পূৰণেই ৰাজকাৰ্যৰ মুখ্য উদ্দেশ্য। সেই উদ্দেশ্যই যদি সাধন নহ'ল তেন্তে অভিষেক বা উৎসৱৰ প্ৰয়োজন কি? গতিকে মই সিদ্ধান্ত কৰিছোঁ যে যিদিনালৈকে এই ৰাজ্যত এজন প্ৰজাও অসন্তুষ্ট হৈ থাকিব আৰু সম্পূৰ্ণ স্বাভাৱিক অৱস্থা ঘূৰি নাহিব তেতিয়ালৈকে যুৱৰাজৰ অভিষেক হ'ব নোৱাৰে। তদুপৰি বিক্ৰম চঞ্চলমতি। প্ৰজা বৎসল হ'বলৈ তেওঁ এতিয়াও শিকা নাই। ৰজা আৰু প্ৰজাৰ সম্পৰ্ক হ'ব লাগে পিতা পুত্ৰৰ সম্পৰ্ক।

অমৃত : তেনেহলে ৰজাই আমাক নিজ পুত্ৰৰ দৰে মৰম নকৰে কিয়? যুৱৰাজ বিক্ৰমে যি কৰিলে অন্য

কোনো প্ৰজাই সেই কাম কৰা হ'লে তাৰ শাস্তি কি হ'লহেঁতেন?

বুদ্ধি : হ'লহেঁতেন! মই মানি লৈছোঁ। গুৰুতৰ শাস্তি হ'লহেঁতেন।

অমৃত : প্ৰজায়ো তাকে বিচাৰিছে। আইনৰ সন্মুখত ৰজাৰ ল'ৰা প্ৰজাৰ ল'ৰাৰ মাজত কোনো পাৰ্থক্য থাকিব নোৱাৰে। অত্যাচাৰ কৰিছে বিক্ৰমে; প্ৰজাৰ গাত কি দোষ? কিন্তু বিক্ৰমৰ শাস্তি নহয় কিয়?

বুদ্ধি : হ'ব, নিশ্চয় হ'ব, কিন্তু তুমি কোন?

অমৃত : মই এজন সাধাৰণ প্ৰজা, মোৰ নাম অমৃতনাৰায়ণ।

বুদ্ধি : অমৃতনাৰায়ণ! শুনা অমৃত, দোষ কৰিলে ৰজাই হওক বা ৰাজপুত্ৰই হওক দোষৰ প্ৰকাৰভেদে শাস্তিৰো বিধান আছে।

অমৃত : কিন্তু কি সেই শাস্তিৰ বিধান?

বুদ্ধি : উত্তেজিত নহ'বা অমৃত। তোমাৰ প্ৰজাহিতৈষী মনোভাবৰ কথা মই বহুত দিনৰ পৰাই গম পাই আহিছোঁ। মহাৰাজেও তোমাৰ প্ৰশংসা কৰিছে।

অমৃত : মহাৰাজৰ পৰা মই প্ৰশংসা বিচৰা নাই, প্ৰজাৰ বাবে কেৱল ন্যায় বিচাৰিছোঁ।

বুদ্ধি : সেইবাবেইতো তুমি প্ৰশংসাৰ পাত্ৰ। এই যে প্ৰজাসকল --- এওঁলোকে তোমাক ভাল পায়; কিয় ভাল পায়?

১ম : কাৰণ বিপদত এওঁ আমাক সহায় কৰে।

২য় : নুবুজা কথাবোৰ আমাক বুজাই দিয়ে।

বুদ্ধ : আমাৰ দুখৰ কথা এওঁ বুজি পায়।

বুদ্ধি : আচল কথা সেইটোৱেই। মানুহে মানুহক বুজি পাব লাগে। বুজি পালেই সমস্যাৰ সমাধান ওলায়। অমৃতে তোমালোকক বুজি পায়, অমৃতক বুজি পাওঁ মই, আৰু মোক মহাৰাজে বুজি পায়। ৰজাৰ একমাত্ৰ আকাংক্ষা হ'ল প্ৰজাৰ সুখ আৰু সমৃদ্ধি। তাৰ বিনিময়ত ৰজাই তোমালোকৰ পৰা কি বিচাৰে? স্নেহ আৰু ভক্তি।

প্ৰজা : জয় মন্ত্ৰী বুদ্ধিনাৰায়ণৰ জয়।

সকলোৱে

৩ য় : আপুনি আমাৰ ৰজা হৈ জন্মিব লাগিছিল।

বুদ্ধি : মনত ৰাখিবা, ৰাজভক্ত প্ৰজা ৰজাতকৈ ডাঙৰ আৰু মহৎ। এই কাৰণেই যে ৰজাই কৰে ভুল আৰু প্ৰজাই কৰে ক্ষমা। ৰাজভক্ত প্ৰজা এই কাৰণেই ৰাষ্ট্ৰৰ গৌৰৱ। যি আচৰণ কৰিলে ৰজাৰ খং উঠে তাৰ পৰা বিৰত থাকিয়েই ৰাজভক্ত প্ৰজা হোৱাৰ গৌৰৱ অৰ্জন কৰিব পাৰি। তোমালোক উভতি যোৱা আৰু সেই গৌৰৱৰ অধিকাৰী হোৱা। আৰু শুনা প্ৰজাগণ, এটা কাম কোনেও কেতিয়াও কৰা উচিত নহয় --- সেইটো হ'ল ৰজাৰ বিৰুদ্ধাচৰণ। যি অঘটন হ'বলগীয়া আছিল হৈ গ'ল। বিক্ৰম ৰাজপুত্ৰ। গতিকে দোষৰ ঊৰ্দ্ধত বুলি তাক গ্ৰহণ কৰা, আৰু যি কৃষক কন্যাক ৰাজকুমাৰে দিলে স্নেহ, তাইক তোমালোকে ৰাজপ্ৰাসাদত স্থান পোৱাৰ সৌভাগ্য দান কৰা। মই মহাৰাজৰ মন্ত্ৰী, আৰু তোমালোকৰো মন্ত্ৰী। মোৰ মন্ত্ৰণা কেতিয়াও ভুল প্ৰমাণিত হোৱা নাই। তোমালোক উভতি যোৱা।

(জনতা আঁতৰিবলৈ ধৰে আৰু মঞ্চ লাহে লাহে এন্ধাৰ হয়)



## চতুৰ্থ নাট্যক্ষণ

[ৰাজহাউলীৰ ভিতৰত]

যুৱৰাজ : মা মোৰ পিঠিৰ বিষটো এতিয়াও --উঃ

সত্য : ৰজা হোৱাৰ আগতে অলপ কষ্ট হ'বই বিক্ৰম। ৰাজপাটত বহাৰ পিচত তোমাৰ অবাধ স্বাধীনতাক কোনেও বাধা দিব নোৱাৰিব।

গঙ্গাদাসী : কিন্তু মই আৰু অপেক্ষা কৰিব নোৱাৰোঁ, সত্যপৰায়ণ।

যুৱৰাজ : সিহঁতক মই, --মা, সিহঁতক আনি দিয়া মা--

সত্য : বুদ্ধিনাৰায়ণৰ বুদ্ধি শুনি মহাৰাজে সিহঁতক শাস্তি দিবলৈ অমান্তি হৈছে।

গঙ্গা : ক্ষমাই কেৱল শাসনৰ মানদণ্ড হ'ব নোৱাৰে। দোষীক যথোচিত শাস্তি নিদিলে দেশত অপৰাধ বৃদ্ধি পায়। ৰজাই পাহৰি গৈছে যে দোষীক ক্ষমা কৰাতো উৎসাহ দানৰ নামান্তৰ মাত্ৰ।

সত্য : বুদ্ধিনাৰায়ণৰ নিৰ্বুদ্ধিতাৰ কাৰণেই ৰাজ্যত শাসন নোহোৱা হৈ আহিছে। মোৰতো মাজে মাজে সন্দেহ হয়, ৰাজ্য কোনে শাসন কৰিছে-- মহাৰাজে নে বুদ্ধিনাৰায়ণে?

গঙ্গা : বুদ্ধিনাৰায়ণে ক্ষমা কৰিলেও মই সিহঁতক শাস্তি দিম, ৰাজপুত্ৰৰ গাত যিসকলে হাত তুলিবলৈ সংকোচ নকৰিলে--- সিহঁতক মই নিশ্চয় শাস্তি দিম।

যুৱৰাজ : সিহঁতে লাঠি লৈ লৈ মোক খেদি আহিছিল মা--

সত্য : ভাগ্য ভাল তোমাৰ পিঠিত বেছি কোব নপৰিল। (পিঠিত চপৰিয়াই মৰম কৰে-- যুৱৰাজে দুখ পাই উঃ বুলি উঠে) বৰ দুখ পাইছিলা নহয়? ৰাজবৈদ্যই আয়ুৰ্বেদ ভেষজৰে মৰ্দন কৰি দিলেই ভাল হৈ যাব।

গঙ্গা : সিহঁতক ধৰি আনিবলৈ মই সেনাপতিক পঠিয়াইছোঁ। নিশ্চয় এতিয়াই আহি পাব। সত্যপৰায়ণ, তুমি মোৰ বিপদৰ বন্ধু। মহাৰাজক মই নিজেই বুজাই দিম। কিন্তু বুদ্ধিনাৰায়ণক তুমি মোৰ হৈ জনাই দিবা যে মোৰ ইচ্ছাত বাধা দিব খুজিলে তেওঁৰ মন্ত্ৰীত্বও নিৰাপদ হৈ নাথাকিব পাৰে। মহাৰাজৰ নামত এই ৰাজ্য শাসনৰ ভাৰ মোৰ আৰু তোমাৰ। বুদ্ধিনাৰায়ণৰ নহয়।

সত্য : কিন্তু বুদ্ধিনাৰায়ণক--

যুৱৰাজ : মোক কয় চঞ্চলমতি, হীনবীৰ্য, ৰাজগুণহীন আৰু যুৱৰাজৰ অযোগ্য.................।

গঙ্গা : তাৰ ব্যৱস্থা মই কৰিম। যোগ্যতা কেনেও জাপি দিব নোৱাৰে বিক্ৰম, যোগ্যতা নিজে অৰ্জন কৰিব লাগিব।

(সেনাপতিয়ে জগতবন্ধুক লৈ সোমাই আহে)

সেনাপতি : এয়েই সেই তৃষ্ণা নদীৰ পাৰৰ বৃদ্ধ কৃষক জগতবন্ধু। যাৰ কন্যাক যুৱৰাজে কৰিব খুজিছিল ধন্য।

গঙ্গা : অ' আচল দোষী তেন্তে এওঁৱেই। কিন্তু বাকীবোৰ অপৰাধী ক'ত?

সেনাপতি : বাহিৰত সৈন্যই পহৰা দি ৰাখিছে। আপোনাৰ আদেশ পালেই এজন এজনকৈ ইয়ালৈ লৈ অহা হ'ব।

গঙ্গা : বেচ্। বিচাৰ মই এজন এজনকৈয়ে কৰিম। বৃদ্ধ জগতবন্ধু, কোৱা--তোমাৰ কিবা ক'বলগীয়া আছে?

জগতবন্ধু : মোক ইয়ালৈ কিয় লৈ অহা হ'ল তাকেই জানিব বিচাৰোঁ।

গঙ্গা : ইমানপৰে তেনেহলে তুমি জনাই নাই। সত্যপৰায়ণ, এঁওক বুজাই দিয়াচোন কেলৈ এওঁক ৰাজগৃহৰ আলহী কৰা হৈছে।

সত্য : শুনা, বৃদ্ধ জগতবন্ধু, তৃষ্ণা নদীৰ পাৰৰ প্ৰমোদ ভৱনলৈ যুৱৰাজ বিক্ৰম ফুৰিবলৈ যাওঁতে তুমি এদল লগৰীয়ালৈ যুৱৰাজক আক্ৰমণ কৰিছিলা।

জগত : আক্ৰমণ?

সত্য : অকল সিমানেই নহয় যুৱৰাজক তুমি প্ৰহাৰ কৰিছিলা।

গঙ্গা : তাৰ পিচতো তোমাক বন্দী কৰি অনা দেখি আচৰিত হৈছা?

যুৱৰাজ : মা ! এওঁৱেই মোক প্ৰথমতে খেদি আহিছিল।

গঙ্গা : ৰাজপুত্ৰৰ গাত হাত তুলিব খোজা, তোমাৰ সাহসটোওতো কম নহয়।

জগত : কিন্তু যুৱৰাজ বিক্ৰমে মোক কি কৰিছিল তাক নোসোধে কিয়?

গঙ্গা : অভিযুক্ত কৰা হৈছে তোমাক, বিক্ৰমক নহয়। অপৰাধ তোমাৰ-- অপৰাধীৰ কথা শুনি মই বিচাৰ কৰিব নোখোজো।

জগত : বিচাৰ !!!

গঙ্গা : এৰা, বিচাৰ । ৰাজপুত্ৰক অপমান কৰাৰ দোষত অভিযুক্ত তুমি।

সত্য : গাঁৱৰ মানুহ লগাই দি তুমি যুৱৰাজৰ প্ৰাণনাশ কৰিবলৈ বিচাৰিছিলা।

সেনাপতি : দলবান্ধি এওঁ যুৱৰাজক মাৰিবলৈ আহিছিল। যুৱৰাজ আৰু আপোনাৰ বিৰুদ্ধে প্ৰজাক উচটনি দিছিল --- এওঁ ৰাজদ্ৰোহী।

যুৱৰাজ : এওঁৰ ভয় লাগিছে মা -- (সেনাপতিৰ পৰা চাবুক লয়)

জগত : ভয় লাগিছে মোৰ। কিন্তু গঙ্গাদাসী নতুবা গঙ্গাদাসীৰ পুত্ৰ যুৱৰাজ বিক্ৰমক নহয়। মই মহাৰাজ প্ৰতাপাদিত্যৰ প্ৰজা ---- ভয় কৰিব লাগিলে তেওঁকেই কৰিম। আৰু বিচাৰৰ অধিকাৰ আছে কেৱল তেওঁৰহে।

সত্য : তুমি উদ্ধতালিৰ সীমা পাৰ হৈ গৈছা জগতবন্ধু।

গঙ্গা : মহাৰাজৰ বিচাৰালয়ত থিয় হোৱাৰ যোগ্যতা তোমাৰ নাই।

যুৱৰাজ : মই তোমাক শাস্তি দিম। মোৰ ক্ষমতাৰ পৰিচয় নাপাই যি অপমান কৰিছিলা তাৰ প্ৰতিশোধ ল'ম।
(চাবুকেৰে কোবাই)

জগত : অপমান তোমাক মই কৰা নাছিলোঁ বিক্ৰম, কিন্তু তুমি অপমান কৰিছিলা মোক। ভোগৰ তাড়নাত তুমি প্ৰজাক অত্যাচাৰ কৰিছা। আমাৰ ওপৰত কৰা অত্যাচাৰকো তোমালোকে উপভোগৰ সামগ্ৰী হিচাপে লোৱা।

সত্য : তুমি জানানে তোমাৰ মংগলৰ বাবে মহাৰাজে কি কৰিব খুজিছিল? তোমাৰ ৰূপৱতী কন্যাক যুৱৰাজে ৰাজপ্ৰাসাদত স্থান দিব খুজিছিল। কাৰণ ইমান ধুনীয়া গাভৰু থকাৰ কাৰণে তোমাৰ ঘৰ উপযুক্ত নহয়।



জগত : মই জানো, ৰূপেই তাইৰ কাল হ'ল।

যুৱৰাজ : মই তাইক দাসী কৰিম।

গঙ্গা : ৰাজকুলত যিয়ে জন্ম গ্ৰহণ কৰে । যি কোনো বস্তুকেই প্ৰজাৰ পৰা আদায় কৰাৰ অধিকাৰ তাৰ থাকে। নিজৰ ৰূপ-গুণেৰে যিয়ে ৰাজপ্ৰসাদত থকাৰ অধিকাৰ অৰ্জন কৰে তাক লৈ আহি ৰাজপ্ৰাসাদৰ সৌন্দৰ্য বৰ্ধন কৰাৰ অধিকাৰৰ পৰা তুমি যুৱৰাজক বঞ্চিত কৰিব বিচৰা?

জগত : এক অকৰ্মণ্য যুৱকৰ বিলাসৰ সামগ্ৰী কৰি মই মোৰ ছোৱালীক বিক্ৰি কৰিব নোখোজো।

যুৱৰাজ : অকৰ্মণ্যতাৰ পৰিচয় নিজৰ পিঠিতেই পাবি তই।
(চাবুকেৰে কোবায়)

জগত : আমাৰ তেজ-মঙহৰে পুষ্ট এই ৰাজপ্ৰাসাদ আৰু তাৰ অধিবাসীসকল ! কিন্তু মই ক'ম -- আমাৰ ৰক্ত মাংস শোষণৰ বিনিময়ত যি প্ৰজাক কৰিছা কেৱল অত্যাচাৰ সেই ৰাজবংশ, সেই ৰাজ প্ৰাসাদতো এদিন হ'ব ভূমিকম্প। ক্ষমতাৰ দুৰ্ব্যৱহাৰেৰে যি প্ৰজাক তুমি দণ্ড দিছা সেই প্ৰজাই কৰিব তোমাৰ বিচাৰ।

যুৱৰাজ : তোমাৰ এই মুখ মই চাবুকেৰে বন্ধ কৰি দিম।

সেনাপতি : বৃদ্ধ, তুমি এই ৰাজবংশক নিন্দা কৰি, দ্বিতীয়বাৰ ৰাজদ্ৰোহ আচৰণ কৰিছা। যুৱৰাজৰ খং উঠিলে ফল বেয়া হ'ব পাৰে। যুৱৰাজ তোমাৰ ভৱিষ্যতৰ ৰজা।

সত্য : তোমাৰ কি কোনো মৃত্যুৰ ভয় নাই নেকি?

গঙ্গা : এতিয়াও সময় আছে জগতবন্ধু । তুমি যুৱৰাজক ক্ষমা খোজা, নহলে তুমি যি গুৰুতৰ অপৰাধ কৰিছা তাৰ শাস্তি হ'ব শিৰচ্ছেদ।

জগত : মূৰ থাকিলে এদিন কটা যাবই। মস্তিষ্কৰ ব্যৱহাৰ আপোনালোকৰ, আমাৰ নহয়। প্ৰজাৰ মূৰ আপোনালোকে কাহানিও ভাল পোৱা নাই। আপোনালোকে আমাৰ লাওখোলাৰ ওপৰত ৰাজত্ব কৰিবলৈ বিচাৰে।

গঙ্গা : এওঁক লৈ যোৱা সেনাপতি, কাৰাগাৰৰ শাস্তিয়েহে এওঁৰ জ্ঞান ফিৰাই আনিব। বাকীবোৰ বন্দীকো কাৰাগাৰলৈ লৈ যোৱা।

জগত : বিনা বিচাৰে কাৰাদণ্ড? মই মহাৰাজক দেখা কৰিব বিচাৰোঁ।

গঙ্গা : লৈ যোৱা। (জগতবন্ধুক সেনাপতিয়ে লৈ যায়) জ্বলা জুইত নিজে জাঁপ দি চগাৰ দৰে ইহঁতে চট্ফটাই মৰে। ইহঁতক নিৰ্মুল নকৰিলে ৰাজ্য শাসন কেতিয়াও নিৰাপদ হ'ব নোৱাৰে।

যুৱৰাজ : মোৰ পিঠিৰ বিষটো কেতিয়া ভাল হ'ব মা?

গঙ্গা : যোৱা, বন্দীসকলৰ পিঠিত এই চাবুক ব্যৱহাৰ কৰি অলপ পৰিশ্ৰম কৰাগৈ। শৰীৰত তেজ চলাচল কৰিলে ভাল পাবা।.
(যুৱৰাজৰ প্ৰস্থান)

গঙ্গা : সত্যপৰায়ণ !

সত্য : গাংগী।

গঙ্গা : সন্দেহযুক্ত সকলোকে তুমি বন্দী কৰা। ৰজাৰ আদেশলৈ অপেক্ষা কৰাৰ কোনো প্ৰয়োজন নাই। প্ৰজাসকলৰ মাজতো বিভাজনৰ সৃষ্টি কৰি দিব লাগে। শুনিছোঁ অমৃত নামৰ এজন বুদ্ধিমান আৰু প্ৰভাৱশালী ব্যক্তি আছে। চলে-বলে কৌশলে তুমি তাক আমাৰ

ফলীয়া কৰা সত্যপৰায়ণ। পাৰিলে এবাৰ মোৰ সন্মুখলৈকো লৈ আহা।

সত্য : শুনিছোঁ তাৰ নাম ময়ো। নাজানো সি কৰে নে নকৰে পান এই গৰল।

গঙ্গা : তুমি মাথোন এবাৰ তাক লৈ আহা সত্যপৰায়ণ। অৰ্থ সম্পত্তি, ক্ষমতা সকলোবে লোভ দেখুৱাই মই তাক বশ কৰিবলৈ চেষ্টা কৰিম। প্ৰয়োজন হ'লে মোৰ ৰূপ-যৌৱনৰ প্ৰলোভন দেখুৱাই তাক মই মোৰ ফলীয়া কৰিম।

সত্য : কিন্তু গাংগী --- মই যে তোমাক ----

গঙ্গা : ভয় নকৰিবা --- তোমাৰ বাবে থাকিব চিৰদিন মোৰ হৃদয়। এতিয়া যোৱা সত্যপৰায়ণ, বিক্ৰমে হয়তো বন্দীসকলক কোবাই কোবাই ভাগৰি পৰিছে। তাক বিশ্ৰাম লবলৈ কোৱাঁগৈ (সত্যৰ প্ৰস্থান) যি কাম কৰিব নোৱাৰিলে মহাৰাজ আৰু সত্যপৰায়ণে, সেই কাম কৰিম মই। মোৰ পুত্ৰক ৰাজসিংহাসনত নবহুৱালৈকে মই ক্ষান্ত নহওঁ। যি ৰজাৰ মই আছিলোঁ দাসী, তেনে ৰজাৰে হ'ম মই মাতৃ। মোৰ ইংগিতত ৰাজ্যৰ উত্থান-পতন ঘটিব।

## পঞ্চম নাট্যক্ষণ

[ দুজন প্ৰজা, বৰশী বাই আছে ]

১ম : মহামন্ত্ৰী বুদ্ধিনাৰায়ণে কৈছিল ----

২য় : যি আচৰণ কৰিলে ৰজাৰ খং উঠে, তাৰ পৰা বিৰত থাকিয়ে ৰাজভক্ত প্ৰজা হোৱাৰ গৌৰৱ অৰ্জন কৰিব পাৰি।

১ম : ৰাজভক্ত প্ৰজা ৰজাতকৈও ডাঙৰ আৰু মহৎ।

২য় : কিন্তু এই ভক্তিৰ যোগ্যতা যদি ৰজাৰ নাথাকে?

১ম : ৰজা ভগৱানৰ সৃষ্টি। আৰু ৰাজপাট বংশানুক্ৰমিক।

২য় : ৰাজপুত্ৰ হয় যুৱৰাজ।

১ম : যুৱৰাজ হয় মহাৰাজ।

২য় : আৰু মহাৰাজ কি হয়?

১ম : পুনৰ জন্মলাভ কৰি যুৱৰাজ হয়।

২য় : প্ৰজাবোৰ মৰি কি হয়?

১ম : সিহঁতে জন্মে জন্মে প্ৰজা হৈয়ে থাকে।

২য় : সিহঁত ৰজা হ'ব নোৱাৰে?

১ম : পাৰিলেহেঁতেন, কিন্তু ৰাজমুকুট বৰ গধুৰ। দাঙি লৈ ফুৰাব নোৱাৰে।

২য় : অত্যাচাৰৰ বোজাবোৰ জানো পাতল? সেই বোজা ৰাজ মুকুটতকৈও গধুৰ।

১ম : তাকে বহন কৰি আমি কুঁজা হৈছোঁ।

২য় : আমি এটা কাম কৰিব নোৱাৰোঁ নে?

১ম : কাম? আমি?

২য় : অ'



১ম : কি কাম?

২য় : এদিন গোটেইবোৰ লগলাগি পিঠিকেইখন জোকাৰি দিব নোৱাৰোঁ নে?

১ম : ভূমিকম্প হ'ব -- ভূমিকম্প।

২য় : হ'ব কিন্তু কুঁজটোতে আঁতৰিব।

১ম : ভূমিকম্প হোৱা সহজ --- কিন্তু পিঠি জোকাৰি কুঁজ আঁতৰাব নোৱাৰি। জগতবন্ধুৰ কি হ'ব জানানে?

২য় : মন্ত্ৰীয়ে কৈছে ৰজাৰ লগত তাৰ দেখা কৰাই দিব।

১ম : তাৰ অৰ্থ কি হ'ব পাৰে বুজিছতো? ৰাজপ্ৰাসাদত দাসীৰ সংখ্যা আৰু এজনী বৃদ্ধি পাব।

২য় : ৰজাৰ কাৰণে এই দাসীবোৰেই সমস্যা।

১ম : তোমাৰ যথাসৰ্বস্ব ত্যাগ কৰি ৰজাক সন্তুষ্ট ৰাখা। ৰজাই তোমাক দিব পৰজন্মৰ বাবে পুণ্যলাভৰ সুযোগ।

২য় : জগৎবন্ধুই --- তাৰ জীয়েকক বিক্ৰমৰ হাতত এৰি দিবই লাগিব।

১ম : কাৰণ প্ৰজাৰ থাকে দিয়াৰ অধিকাৰ --- প্ৰতিবাদৰ অধিকাৰ নাই।

[ মঞ্চ এন্ধাৰ হ'ব ]

## ষষ্ঠ নাট্যক্ষণ

[ ৰাজপ্ৰাসাদৰ ভিতৰত ]

(ৰজা আৰু গঙ্গা)

গঙ্গা : মহাৰাজৰ নিশ্চয় মনত আছে --- সেই অভিষেকৰ দিনটোৰ কথা।

ৰজা : কাৰ? বিক্ৰমৰ ?

গঙ্গা : নহয় মহাৰাজৰ নিজৰ ।

ৰজা : হঠাৎ আজি পুৰণি দিনৰ কথা কিয় মনত পেলালা গাংগী?

গঙ্গা : সেই সময়তে মহাৰাজৰ পৰিচৰ্যাৰ কাৰণে কেইজনীমান দাসী অনোৱা হৈছিল।

ৰজা : এৰা মনত আছে, তুমিয়েই এদিন কৈছিলা তোমাৰ মাতৃভূমিৰ পৰিচাৰিকাসকলৰ সেৱাৰ দক্ষতাৰ কথা। সিহঁতৰ সংখ্যা বৃদ্ধি হোৱাত সিহঁতক এক সাৰুৱা ভূমিখণ্ডত সংস্থাপন দিয়া হৈছিল।

গঙ্গা : সিহঁতৰ লগলৈ আৰু কিছুমান মানুহ আহিছে।

ৰজা : আৰু কিছুমান মানুহ আহিছে -- ক'ৰপৰা?

গঙ্গা : সিহঁতৰে আত্মীয়-স্বজন।

ৰজা : কিয় আহিছে?

গঙ্গা : সিহঁতেও সংস্থাপন বিচাৰে ।

ৰজা : তুমি কেতিয়াবা অদ্ভুত ইচ্ছা প্ৰকাশ কৰা গঙ্গা পূৰণ কৰিবলৈ গৈ মই বৰ বিপদত পৰোঁ।

গঙ্গা : মোৰ ইচ্ছা পূৰণ কৰিবলৈ আৰু মই আপোনাক কাহানিও জোৰ কৰা নাই। আপোনাৰ

ইচ্ছাকেই কেৱল মই পূৰণ কৰি আহিছোঁ। মইতো ইচ্ছা কৰিছিলোঁ যে বিক্ৰম যুৱৰাজ হ'ব, কিন্তু সেই ইচ্ছাতো পূৰণ নহ'ল।

ৰজা : মই তোমাৰ ওচৰত প্ৰতিশ্ৰুতিবদ্ধ গাংগী, বিক্ৰম আজি যুৱৰাজ নহলেও ভৱিষ্যতে সি এই ৰাজ্যৰ ৰজা হ'বই।

গঙ্গা : তাৰ নিৰাপত্তাৰ বাবেই এই মানুহবোৰক সংস্থাপন দিয়াৰ প্ৰয়োজন। থলুৱা প্ৰজাই তাৰ বিৰুদ্ধাচৰণ কৰিলেও এই মানুহখিনি সদায় তাৰ লগত থাকিব।

ৰজা : তেনেহলে মন্ত্ৰী বুদ্ধিনাৰায়ণক মই ক'ম, তোমাৰ পুত্ৰৰ নিৰাপত্তাৰ বাবেই যদি সিহঁতক সংস্থাপন দিয়াৰ দৰকাৰ, সংস্থাপন সিহঁতক দিয়া হ'ব।

গঙ্গা : ৰাজহ বিভাগ সত্যপৰায়ণে তদাৰক কৰে।

ৰজা : ঠিক আছে, সত্যপৰায়ণকো মই ক'ম।

গঙ্গা : সিহঁতৰ ভৱিষ্যত নিৰাপত্তাৰ বাবে সিহঁতে মহাৰাজৰ ওচৰত আৰু এটা অনুৰোধ জনাব খোজে।

ৰজা : সিহঁতৰ অনুৰোধত নিশ্চয় তোমাৰো অনুমোদন আছে?

গঙ্গা : সূৰ্যবংশী ৰজা আপুনি --- আপোনাৰ আশ্বাসকেই সিহঁতে শ্ৰেষ্ঠতম নিৰাপত্তা বুলি গণ্য কৰে।

ৰজা : কিন্তু সিহঁতে কি আশ্বাস বিচাৰে?

গঙ্গা : প্ৰজাবোৰ লাহে লাহে অবাধ্য হৈ আহিব ধৰিছে।

ৰজা : তাৰ লগত সেই মানুহবোৰৰ সম্পৰ্ক কি?

গঙ্গা : মই সিহঁতৰ কথা কোৱা নাই। আপোনাৰ কথা কৈছোঁ। আপোনাৰ নিজৰ নিৰাপত্তাৰ বাবেও এদল বিশ্বস্ত সৈন্যৰ প্ৰয়োজন। সেই মানুহবোৰে সিহঁতৰ মাজৰ পৰাই এটা সৈন্যবাহিনী গঢ়ি তুলিব খোজে।

ৰজা : মোৰ প্ৰতিৰক্ষাৰ বাবে? মোৰ সেনাবাহিনীক কেনেকৈ গঢ়ি তুলিব লাগে সেই চিন্তা মই কৰিম। মোৰ বাবে চিন্তা কৰি সিহঁতৰ মূৰ ঘমাবৰ কোনো প্ৰয়োজন নাই।

গঙ্গা : কিন্তু এটা নিজ সেনাবাহিনীৰ প্ৰয়োজন সিহঁতৰো আছে। সামাজিক অশান্তিৰ দিনত সিহঁতৰ নিজৰ নিৰাপত্তাৰ বাবেই এদল নিজা সৈন্যৰ প্ৰয়োজন।

ৰজা : সামৰিক শক্তিতকৈ কূটনীতিৰ বল বেছি বুলিয়েই মই সদায় বিশ্বাস কৰি আহিছোঁ। বাহিৰাক্ৰমণ হ'লে দ্বিপাক্ষিক আলোচনা আৰু ভিতৰুৱা ---- অশান্তি হ'লে প্ৰজাৰ লগত বুজা বুজি। সেয়াই মোৰ নীতি। বিদ্ৰোহ আৰু দমনৰ নীতি মই নামানো।

গঙ্গা : আপোনাৰ নীতি আপোনাৰ বাবে। কিন্তু সিহঁতেওতো নিৰাপত্তাৰ আশ্বাস পাব লাগিব।

ৰজা : পাব --- পাব। নিশ্চয় পাব। যিমানদিন তুমি মোৰ ওচৰত থাকিবা, সিমান দিনলৈকে তোমাৰ ওচৰত থকা সকলে পাই থাকিব সৰ্বপ্ৰকাৰ নিৰাপত্তাৰ আশ্বাস। তোমাক মই পূৰ্ণ ক্ষমতা দিছোঁ --- এই বিষয়ত তুমি যি ভাল বুলি ভাবা তাকেই কৰিবা। মোৰ অনুমতিৰ কোনোপ্ৰয়োজন নহ'ব।

গঙ্গা : যদি কোনোবা মন্ত্ৰীয়ে আপত্তি কৰে?

ৰজা : মন্ত্ৰীৰ মন্ত্ৰণা ৰজাৰ সিদ্ধান্ত কাৰ্যকৰী কৰাৰ বাবেহে ; পৰিৱৰ্তন কৰাৰ বাবে নহয়। মহাৰাজ প্ৰতাপাদিত্যই এবাৰ সিদ্ধান্ত গ্ৰহণ কৰাৰ পিচত কেতিয়াও পুনৰ বিবেচনা নকৰে। বিক্ৰমক



তুমি চাবা — তাৰ ওপৰত প্ৰজাৰ খং উঠি আছে। ৰাজপাটত বহুৱাব খুজিছোঁ, ৰজাৰ গুণ সি আহৰণ কৰিব লাগিব। সি ক'ত আছে এতিয়া?

গঙ্গা : বোধহয় তাৰ নিজৰ কক্ষত বিশ্ৰাম লৈছে।

ৰজা : তুমি যোৱা, তাক অলপ বুজনি দিয়াগৈ।

[ গঙ্গা যায় ; মঞ্চলৈ এন্ধাৰ নামে ]

## সপ্তম নাট্যক্ষণ

[ ৰাজভৱনৰ ভিতৰত ]

(বিক্ৰম, মালতী, গঙ্গা)

বিক্ৰম : হিঃ হিঃ হিঃ। সেই মানুহবোৰে কয় মই হেনো তোমাক অপহৰণ কৰিছোঁ। মানুহে অৰ্থ নজনাকৈ বৰ ডাঙৰ ডাঙৰ শব্দ ব্যৱহাৰ কৰিলে মোৰ খং উঠি যায়। মই কৈছোঁ, ৰাজপুত্ৰই যি কৰে তাক বেয়া পোৱাতো ভুল। এই বনৰীয়া ফুলবোৰ তুমি আৰু নিপিন্ধিবা --তোমাক মই সোণৰ ফুল গঢ়াই দিম।

মালতী : মই সাধাৰণ ছোৱালী। এইবোৰ ফুলেই মই বেছি ভাল পাওঁ।

বিক্ৰম : নহয়, তুমি সাধাৰণ ছোৱালী হ'ব নোৱাৰা। মই ৰজা হ'লে তোমাক ৰথত তুলি চহৰে-নগৰে পৰিভ্ৰমণ কৰি ফুৰিম। তেতিয়া সিহঁতে বুজি পাব মই কোন আৰু তোমাক মই কিমান ভাল পাওঁ।

মালতী : মোক ভাল পাই আপুনি কি কৰিব?

বিক্ৰম : তোমাক ভাল পাই মই কি কৰিম? তোমাক মই ৰাজৰাণী কৰিম।

মালতী : (হাঁহি)

বিক্ৰম : হাঁহিছা কিয়?

মালতী : আপোনাৰ কথা শুনি। প্ৰথমে ৰাজৰাণী কৰিয়ে আনে, দুদিন পিচতেই দাসী। চখ শেষ হ'লেই সকলো শেষ।

বিক্ৰম : নহয়, নহয়, তুমি ভুল বুজিছা। মোৰ কথা সম্পূৰ্ণ বেলেগ।

মালতী : (হাঁহি) কি বেলেগ?

বিক্ৰম : এই ধৰা তোমাক মই দেখিলোঁ। ভাল লাগিল। গতিকে লৈ আহিলোঁ। মোৰ ইচ্ছাক কোনেও বাধা দিব নোৱাৰে।

মালতী : সঁচাই নে?

বিক্ৰম : তুমিতো নিজেই দেখিছা। বাধা দিব খোজা মানুহবোৰক মই শাস্তি দিছোঁ। মোৰ কথাৰ যিয়ে প্ৰতিবাদ কৰিছে তাকেই মই কাৰাগাৰত স্থান দিছোঁ।

মালতী : তেন্তে মোৰো অৱস্থা তেনেকুৱাই হ'ব নেকি?

বিক্ৰম : তোমাৰ কথা সুকীয়া।

মালতী : কিয়?

বিক্ৰম : তুমি অন্যন্যা সুন্দৰী। তুমি প্ৰতিবাদ কৰিলেও তোমাৰ স্থান কাৰাগাৰত নহয় --প্ৰাসাদতহে।
মালতী : (হাঁহি)
বিক্ৰম : এই ধৰা তুমি হাঁহিছা। তোমাৰ এই হাঁহি, তোমাৰ খং, অভিমান, ৰূপ-যৌৱন- এইবোৰে চিৰদিন তোমাক মোৰ ওচৰত ৰাখিবই।
মালতী : কিন্তু মই যদি থাকিব নোখোজো।
বিক্ৰম : সেইটো হ'বলৈ দিয়া নহ'ব। তোমাক যি লাগে মই চব দিম। কিন্তু যাবলৈ দিব নোৱাৰিম। তোমাৰ কাৰণে চোৱা, মই ইমানবোৰ কাপোৰ আনিছো, চব বিদেশী কাপোৰ। বেপাৰীজনে মোক দিব নুখুজিছিল, পিচে কাপোৰতো আনিলোঁৱেই তাৰ ঘোঁৰাটোও কাঢ়ি ৰাখিলোঁ। সেই বগা ঘোঁৰাটো।
মালতী : আপুনি উঠিব খোজোতে যে বগৰাই পেলাই দিলে।
বিক্ৰম : কি !!!
মালতী : আঁঠুৰ বিষটো ভাল হ'লনে?
বিক্ৰম : (হাঁহি) অ, আঁঠুৰ বিষ? (হাঁহি) চবকে ফাঁকি দিব পাৰিলেও তোমাক ফাঁকি দিব নোৱাৰি দেই। সেইবোৰ কথা বাদ দিয়া এতিয়া। তোমাক মই আৰু কাপোৰ দিম--অলংকাৰ দিম।
মালতী : মোক সেইবোৰ একো নেলাগে (যাবলৈ উদ্যত)
বিক্ৰম : সেইবোৰ একো নেলাগে, তেন্তে লাগে কি?
মালতী : মই ইয়াৰ পৰা ওলাই যাবলৈ বিচাৰোঁ। মোক আপুনি ৰাখিবলৈ বিচাৰিছে; কিন্তু মোৰ দেউতাক আপুনিয়েই কাৰাগাৰত থোৱা নাইনে? দেউতাক কাৰাগাৰত ৰাখি মোৰ মাতৃক অনাহাৰে চিন্তাৰ মাজত দিন কটাবলৈ দি আপুনি মোক দিব খুজিছে ৰাজৰাণীৰ সুখ।
বিক্ৰম : তুমি বৰ অভিমানী। তুমি নাজানা ৰাজদ্ৰোহ আচৰণ কৰা বাবে তোমাৰ দেউতা ৰাজদ্ৰোহী। তেওঁক মুক্তি দিব নোৱাৰি। তুমি ভাবিছা মই সেইবোৰ কথা চিন্তা কৰা নাই। তোমাৰ মাৰ কাৰণে ৰাজকোষৰ পৰা এটা পাৰিতোষিকৰ ব্যৱস্থাও মই কৰিছোঁ। প্ৰজাহিতকৰ কামত মই কেতিয়াও পিচপৰি নেথাকোঁ। ৰাজ্যত যুৱক-যুৱতীসকলৰ কল্যাণৰ কাৰণে মই বিভিন্ন আঁচনি গ্ৰহণ কৰিছোঁ। মাত্ৰ তুমি মোৰ মতে কাম কৰি যোৱা। তোমাৰ সকলো ইচ্ছা মই পূৰণ কৰিম। কিন্তু বৃদ্ধ বুদ্ধিনাৰায়ণ আৰু তেওঁৰ পাত্ৰ-পৰিষদক তুমি বিশ্বাস নকৰিবা। (গাংগী সোমাই আহে)
গঙ্গা : বিক্ৰম!
বিক্ৰম : মা--মা।
গঙ্গা : (মালতীক) অ' তুমি ভিতৰলৈ যোৱা।
বিক্ৰম : কিয়?
গঙ্গা : প্ৰশ্ন নকৰিবা। (মালতীক) তুমি ভিতৰলৈ যোৱা।
[ মালতী যায়; বিক্ৰমো যাব খোজে ]
গঙ্গা : বিক্ৰম ! (ৰৈ যায়) শুন বিক্ৰম--তাই নিজেই এতিয়াও বিশ্বাসযোগ্য হৈ উঠা নাই। কাক বিশ্বাস কৰিব লাগে, কাক বিশ্বাস কৰিব নেলাগে। সেইবোৰ তাইৰ আগত কোৱাৰ কি প্ৰয়োজন।
বিক্ৰম : নহয় মা --তুমি বুজা নাই। তাই---



গঙ্গা : তাই ভাল --কিন্তু ৰাজকাৰ্য পৰিচালনা আৰু বিশ্বাস সম্পূৰ্ণ দুটা বেলেগ বস্তু।
বিক্ৰম : অ'-- মা! মোৰ ভুল হৈছে। ক্ষমা কৰিবা।
গঙ্গা : দ্বিতীয়বাৰ এনে ভুল নকৰিবা।
বিক্ৰম : নকৰোঁ--নকৰোঁ মা! যুৱক্ৰীড়াবিদসকলে দাবী কৰা প্ৰত্যেক ক্ৰীড়াংগনতে আধুনিক স্নানাগাৰ নিৰ্মাণ কৰা হ'ল নেকি?
গঙ্গা : সেইবোৰ কেতিয়াবাই হ'ল। মাথোঁ উদ্বাধন কৰিবলৈ বাকী। আৰু সেইবোৰ উদ্বাধন মহাৰাজে নকৰে। তুমি কৰিব লাগিব। সেই কাম যাতে সকলমে হৈ যায় তাক তুমি চাবা।
বিক্ৰম : পাৰিম মা --(যাব খোজে,
গঙ্গা : বিক্ৰম। শুনা-- অমাত্য সত্যপৰায়ণক তুমি লগ ধৰিছিলা?
বিক্ৰম : নাই ধৰা।
গঙ্গা : যোৱা --এতিয়াই যোৱা-- তেওঁক লগ ধৰাগৈ। আৰু তেওঁ কোৱামতে সকলো কাম কৰিবা। (বিক্ৰম যাব খোজে,
গঙ্গা : বিক্ৰম! প্ৰজাৰ মাজত জনপ্ৰিয় কৰি তোলাৰ ইয়ো এক উপায়!!
[ কোনফালে যাব লাগিব গাংগীয়ে দেখুৱাই দিয়ে ]

## অষ্টম নাট্যক্ষণ

[ গ্ৰাম্যাঞ্চলত ৰাইজ লগ হৈছে ]

১ম, ২য়,৩য় মানুহ ইত্যাদি প্ৰজা ........... (ক্ৰাউদ)

১ম প্ৰজা : মহামন্ত্ৰীয়ে আমাক আশ্বাস দিছিল --- প্ৰজাৰ ওপৰত কোনো অত্যাচাৰ কৰা নহ'ব।
এজন বুঢ়া : আগেয়েও আমি এইদৰে গাঁৱে গাঁৱে সভা পাতি মহাৰাজৰ ওচৰত আৰ্জি দিছিলোঁ। মহাৰাজে শুনিছিল, কিন্তু এতিয়া আৰ্জি পেচ কৰিব লাগে বিক্ৰম অথবা গংগাদাসীৰ ওচৰত। তেওঁলোকে প্ৰজাৰ সুখ-দুখ বুজি নেপায়।
২য় প্ৰজা : আমি গো-পালক, ৰাজপ্ৰাসাদত গাখীৰ যোগান ধৰিছিলোঁ। তাৰ বাবে কৰ ৰেহাই পাইছিলোঁ। গংগাদাসীয়ে পুনৰ কৰ লগাইছে।
৩য় প্ৰজা : আমি ৰাজঘৰত কাম কৰি পুনৰ পেট প্ৰৱৰ্তাইছিলোঁ --- এতিয়া মজুৰীৰ এটা অংশ বিক্ৰমে লৈ যায়।
৪ৰ্থ প্ৰজা : বছৰত দুবাৰকৈ গংগাদাসী বিদেশ ভ্ৰমণলৈ যায় তাৰ বাবে আমাৰ ওপৰত ভ্ৰমণকৰ লগোৱা হৈছে।
বুঢ়াজন : আমি বিক্ৰম আৰু গংগাদাসীৰ কথা মহাৰাজক ক'ব লাগিব। আমাৰ ওপৰত এই জুলুম বন্ধ কৰিবলৈ অনুৰোধ জনাব লাগিব।
২য় প্ৰজা : অনুৰোধ জনাই একো লাভ নাই। আমি আন্দোলন কৰিম।
৩য় প্ৰজা : আমি মহাৰাজৰ প্ৰজা। গংগাদাসীৰ আদেশ আমি নেমানো।

১ম প্ৰজা ঃ আমি সিহঁতৰ শাস্তিৰ দাবী কৰিম।

অমৃত ঃ শুনক ! ৰাইজ শুনক ! আমি বহুদিন আগেয়ে এই কথা কব পাৰিব লাগিছিল। গংগাদাসীৰ মনোভাব সিদিনাই প্ৰথমে ৰাজকাৰ্যত -- প্ৰতিফলিত হ'বলৈ আৰম্ভ কৰিছিল, সেই দিনাই আমি মাত মাতিব লাগিছিল। আমাৰ শান্তিপ্ৰিয়তাৰ সুযোগ লৈয়ে গংগাদাসী আহি ৰাজক্ষমতাৰ অধিকাৰিণী হ'ব পাৰিছে। বিদেশৰ পৰা অহা বুলিয়েই গংগাদাসী মহাৰাজৰ বিশেষ ৰক্ষণাবেক্ষণ পাব নোৱাৰে। যি দাসীয়ে ৰজাৰ চৰণ ধুৱাই দিয়াৰ যোগ্যতা মাত্ৰ অৰ্জন কৰিছিল, সেই দাসীক ৰাণীৰ মৰ্যদা দিবলৈ ৰজা উদ্যত হৈ পৰিল আৰু লাহে লাহে তাইৰ হাততে সকলো ক্ষমতা তুলি দিলে।

কেবাজনেও ঃ গাংগী বিদেশীনী তাইক নিৰ্বাসন দিব লাগে।

অমৃত ঃ ৰজাৰ যি প্ৰিয়ভাজন, তাৰ অত্যাচাৰ ইমান সোনকালে বন্ধ কৰিব নোৱাৰি। তাৰ বাবে আমি সংগবদ্ধভাৱে সংগ্ৰাম কৰিব লাগিব। আমি শান্তি বিচাৰোঁ, সমৃদ্ধি বিচাৰোঁ , নিজৰ জন্মভূমিত মানুহৰ দৰে জীয়াই থকাৰ অধিকাৰ বিচাৰোঁ। সেই অধিকাৰ যিসকলে কাঢ়ি নিবলৈ বিচাৰে ; সিহঁত আমাৰ শত্ৰু। সেই শত্ৰুক নিৰ্মূল কৰাৰ একমাত্ৰ উপায় হ'ল শাসনত প্ৰজাৰ অংশ গ্ৰহণৰ দাবী কৰা। শাসন যেতিয়ালৈকে প্ৰজাৰ হাতলৈ নাহিব, তেতিয়ালৈকে আমাৰ সংগ্ৰামৰ ওৰ নপৰিব।

(জগতবন্ধু সোমাই আহিব)

জগত ঃ আৰু সেই সংগ্ৰামৰ প্ৰথম সৈনিক হ'ম মই।

অমৃত ঃ জগতবন্ধু, তুমি ! --- তুমি কেনেকৈ আহিলা?

জগত ঃ পলাই আহিছোঁ, কাৰাগাৰৰ পৰা পলাই আহিছোঁ। শুনা মোৰ ভাইসকল, কাণপাতি শুনা -- আজি এই বৃদ্ধ জগতবন্ধু পঙ্গু হৈছে। এদিন তোমালোক সকলোৰে হবা । স্বেচ্ছাচাৰী ৰাজশক্তিয়ে এদিন সকলোকে নিঃশেষ কৰি পেলাব। গতিকে এয়েই সময়। জাগ্ৰত হোৱা , অত্যাচাৰীৰ বিৰুদ্ধে বিদ্ৰোহ কৰি নিজকে প্ৰতিষ্ঠা কৰা। অমৃত, তুমি শিক্ষিত নায়ক। তুমি পাৰিবা। তুমি নিশ্চয় পাৰিবা।

বহুতো ঃ পাৰিব । পাৰিব । অমৃত আমাৰ নেতা।

অমৃত ঃ ৰাইজ ৰজাৰ বিৰুদ্ধে আমাৰ কোনো ক্ষোভ নাই, আমাৰ সংগ্ৰাম ৰাজতন্ত্ৰৰ অত্যাচাৰৰ বিৰুদ্ধে। আমি ৰাজতন্ত্ৰ আঁতৰাই শাসনৰ অধিকাৰ আমাৰ নিজৰ হাতলৈ আনিব খোজোঁ। আমাক শাসন কৰাৰ দায়িত্ব আমি নিজেই ল'ব খোজোঁ। প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠা কৰিব খোজোঁ। কওক ৰাইজ, আপোনালোক প্ৰস্তুত?

সকলোৱে ঃ "আমি প্ৰস্তুত ।"

এজন ঃ ।। আমাৰ দাবী ।।

সকলোৱে ঃ ।। প্ৰজাতন্ত্ৰ ।।

এজন ঃ ।। আমাৰ দাবী ।।

সকলোৱে ঃ ।। প্ৰজাতন্ত্ৰ ।।

[ মঞ্চ এন্ধাৰ হ'ব ]



## নৱম নাট্যক্ষণ

[ ৰাজভৱনৰ ভিতৰত ]

(সত্যপৰায়ণে অপেক্ষা কৰি আছিল ; অমৃত আহিব )

সত্য ঃ আহা অমৃত । মই তোমাৰ কাৰণেই অপেক্ষা কৰি আছোঁ।

অমৃত ঃ মোৰ সাক্ষাৎ আছিল মহাৰাজৰ লগত।

সত্য ঃ তোমাৰ আগমনৰ সংবাদ মহাৰাজলৈ পঠোৱা হৈছে। মহাৰাজ ইয়ালৈকে আহিব।

অমৃত ঃ কিন্তু!!

সত্য ঃ শুনা অমৃত, বিক্ৰম যুৱৰাজ আৰু ভৱিষ্যতৰ মহাৰজা-- এই কথা তুমি প্ৰজাসকলক বুজাই দিব লাগে।

অমৃত ঃ নিজৰ ৰজাক চিনি নেপাই এনেকুৱা প্ৰজা কোনোবা আছে জানো? তদুপৰি বিক্ৰমে নিজৰ পৰিচয় নিজেই দি আছে।

সত্য ঃ জানো --বিক্ৰম চঞ্চলমতি।

অমৃত ঃ আৰু বুদ্ধিহীন।

সত্য ঃ তথাপি প্ৰজাক তুমি বুজাব লাগে। এইটো গঙ্গাদাসীৰ অনুৰোধ।

অমৃত ঃ এই অনুৰোধটো গঙ্গাদাসীয়ে প্ৰজাক পোনপটীয়াকৈ কৰিব পাৰে।

সত্য ঃ কিন্তু ভাবি চাবা অমৃত , গঙ্গাদাসী কেৱল দাসী নহয়--তেওঁৰ অনুৰোধ আদেশতকৈও বেছি কঠোৰ ।

অমৃত ঃ অবৈধ ৰাজৰাণীৰ আদেশৰ গুৰুত্ব মই বুজো। মোৰ বাবে তাৰ কোনো মূল্য নাই।

সত্য ঃ গাঙ্গীৰ ক্ষমতাক তুমি কেনেকৈ অস্বীকাৰ কৰিবা অমৃত? স্বয়ং মহাৰাজেও তেওঁৰ কথা পেলাব নোৱাৰে।

অমৃত ঃ জানো, নোৱাৰে--কাৰণ মহাৰাজ মোহান্ধ। কিন্তু প্ৰজাসকলতো নহয়।

সত্য ঃ গাংগীয়ে তোমালৈ বন্ধুত্বৰ হাত আগবঢ়াইছিল অমৃত --- প্ৰত্যাখ্যান কৰিলে হয়তো তাৰ ফল ভয়াবহ হ'ব পাৰে।

অমৃত ঃ দুষ্কৃতিৰ পৰিণাম অকল নিৰীহ প্ৰজায়ে ভোগ নকৰে ---- দুষ্কৃতিকাৰীয়ে নিজেও ভোগ কৰিব।

সত্য ঃ তুমি ৰাজশক্তিক প্ৰত্যাহ্বান কৰিছা।

অমৃত ঃ অন্যায়ৰ বিৰুদ্ধে থিয় দিলেই ন্যস্ত স্বাৰ্থই তাক প্ৰত্যাহ্বান বুলি কয়। ক'ত আছিল ৰাজশক্তিৰ ন্যায় বিচাৰ। যেতিয়া ৰাতিৰ আন্ধাৰত গাঁওবাসীৰ মাজত সৈন্যবাহিনী জাপি দি অত্যাচাৰ চলোৱা হৈছিল? ক'ত আছিল ন্যায় বিচাৰ, যেতিয়া জধে-মধে প্ৰজাসকলক বন্দী কৰি বিনা বিচাৰে কাৰাগাৰলৈ পঠোৱা হৈছিল? ক'ত আছিল ৰাজশক্তিৰ মানৱীয় বিচাৰ, যেতিয়া কাৰাগাৰত বৃদ্ধ জগতবন্ধুক অমানুষিক শাস্তি দি পংগু কৰি পেলোৱা হৈছিল?

[ গাংগীৰ প্ৰৱেশ ]

গঙ্গা ঃ আৰু হ'ব --ৰাজদ্ৰোহৰ পৰিণাম নিষ্ঠুৰ হ'বই। বিক্ৰমৰ বিৰুদ্ধে তোমাৰ উচট নি পাই প্ৰজাবোৰ অবাধ্য হৈ উঠিছে।

অমৃত : উচট নি মই দিয়া নাই, সিহঁতক অবাধ্য কৰি তুলিছে বিক্ৰম আৰু আপুনি নিজে।

গঙ্গা : ৰাজপ্ৰাসাদত প্ৰজাৰ মুখত উচ্চ কথাই শোভা নাপায় অমৃত । উত্তেজনাৰ ভাষাই মোক কৰ্তব্যচ্যুত কৰিব নোৱাৰে।

সত্য : ৰাজৰাণীয়ে তোমাৰ দম্ভালিকো ক্ষমা কৰি দিব, যদি তুমি বিক্ৰমক যুৱৰাজ পতাত সহায় কৰা।

অমৃত : যুৱৰাজ মই নাপাতো ; মহাৰাজে পাতে, প্ৰজাই পাতে।

গঙ্গা : কিন্তু প্ৰজাসকলক বিপথে পৰিচালিত কৰিছা তুমি। এই ৰাজ্যৰ বুৰঞ্জীত এনে কোনো উদাহৰণ নাই য'ত প্ৰজাই ৰজাৰ সিদ্ধান্তৰ বিৰুদ্ধাচৰণ কৰিছে।

অমৃত : তাৰ কাৰণ হ'ল এয়ে যে আগেয়ে ৰজাই কোনো ভুল সিদ্ধান্ত প্ৰজাৰ ওপৰত জাপি দিয়া নাছিল।

সত্য : তাৰ মানে তুমি কব খোজা নেকি যে ৰজাই এতিয়া ভুল কৰিছে?

অমৃত : নিশ্চয়।

গঙ্গা : ৰাজকাৰ্যত ভুল শুদ্ধ বিচাৰ কৰিবলৈ প্ৰজাৰ কোনো অধিকাৰ নাই।

(ৰজা, বুদ্ধিনাৰায়ণৰ প্ৰৱেশ)

ৰজা : বিচাৰ প্ৰজাই নকৰে গাংগী, মই কৰিম। ভুল, শুদ্ধ, ন্যায়, অন্যায় সকলোৰে বিচাৰ কৰিম মই, কাৰণ মই ৰজা।

বুদ্ধি : মহাৰাজৰ জয় হওঁক !

সত্য

অমৃত : আপোনাৰ প্ৰতি প্ৰজাৰ ভক্তি এতিয়াও অবিচল হৈ আছে।

ৰজা : তেন্তে সিহঁতে বিদ্ৰোহ কৰিছে কিয়?

অমৃত : প্ৰজাৰ ওপৰত অমানুষিক অত্যাচাৰ চলোৱা হৈছে।

গঙ্গা : মিছা কথা।

অমৃত : জধে-মধে কৰ-কাটল জৰিমণা লগাই প্ৰজাৰ হাড় ভাঙি দিয়া হৈছে। মহাৰাজৰ নামত বিক্ৰমৰ অত্যাচাৰ উদ্ভণ্ডালিয়ে প্ৰজাক অতিষ্ঠ কৰি তুলিছে।

সত্য : কিন্তু বিক্ৰম যুৱৰাজ --- এই দেশৰ ভৱিষ্যতৰ ৰজা।

বুদ্ধি : অনৰ্থক তৰ্ক নকৰিবা সত্যপৰায়ণ।

ৰজা : সিহঁতে প্ৰজাবোৰে আচলতে বিচাৰে কি?

বুদ্ধি : প্ৰজাই কিছুমান দাবী উত্থাপন কৰিছে?

ৰজা : দাবী উত্থাপন কৰিছে? দাবী উত্থাপন কৰিবলৈতো মই প্ৰজাক কেতিয়াও অধিকাৰ দিয়া নাছিলোঁ।

অমৃত : অধিকাৰ কোনেও দিব নেলাগে মহাৰাজ ! অধিকাৰ প্ৰজাই নিজেই সাব্যস্ত কৰে।

ৰজা : ঠিক আছে--কি অধিকাৰ দাবী কৰিছে সিহঁতে?

বুদ্ধি : সিহঁতে বিচাৰিছে প্ৰজামণ্ডলৰ নিৰ্বাচিত প্ৰতিনিধিৰ হাতত ৰাজ্যৰ শাসনভাৰ এৰি দিব লাগে।

ৰজা : প্ৰজামণ্ডল কোন?



বুদ্ধি : প্ৰজামণ্ডল কোনো ব্যক্তি বিশেষ নহয়, ই প্ৰজাৰ এটি সংগঠন।

সত্য : শুনিছোঁ প্ৰায় সকলেবোৰ প্ৰজাই ইয়াৰ সদস্য।

গঙ্গা : দেখ্‌দেখকৈয়ে ৰাজসিংহাসনৰ প্ৰতি ই এক প্ৰত্যাহ্বান। ৰজাক দেখিলে যি আঁঠু লব লাগে সিংহাসনত বহিব সেই মূৰ্খ প্ৰজা-- এইটো সম্ভৱ হ'ব পাৰে নে? ৰাজকাৰ্যৰ জটিলতা সিহঁতৰ ক্ষুদ্ৰ মস্তিষ্কই কেনেকৈ বুজি পাব?

ৰজা : তদুপৰি অমৃত, মোৰ সিংহাসন মাত্ৰ এখন--ইমানবোৰ মানুহ কেনেকৈ বহিব?

অমৃত : প্ৰজাই সিংহাসন বিচৰা নাই মহাৰাজ। কেৱল বিচাৰিছে শাসনত অংশ গ্ৰহণ কৰিবলৈ।

গঙ্গা : শাসনৰ অধিকাৰ, কেৱল ৰজাৰহে থাকে। প্ৰজাই সেই অধিকাৰ বিচাৰিব নোৱাৰে।

সত্য : এই অধিকাৰ বিচৰাতো ৰাজদ্ৰোহ।

বুদ্ধি : সময়ৰ পৰিৱৰ্তন হৈছে মহাৰাজ। প্ৰজাই আজি গণতন্ত্ৰৰ অধিকাৰ বিচাৰিছে। সময়ৰ গতিত যি বিপ্লৱ প্ৰবাহিত হৈছে ই তাৰেই প্ৰতিফলন।

ৰজা : বিপ্লৱ! বিপ্লৱ! বিপ্লৱটো বেয়া বুলি মই কাহানিও কোৱা নাই, দেশ জুৰি এক জাগৰণ মযো বিচাৰো--- যদি সেই জাগৰণে প্ৰজাৰ মংগল সাধন কৰে ।

গঙ্গা : জাগৰণৰ নামত সুবিধাবাদীৰ ক্ষমতা লিপ্সাক মই ঘিণ কৰোঁ। যাৰ অধিকাৰ কেৱল শাসিত হোৱাৰ, সি শাসনৰ অধিকাৰ বিচৰাতো এক প্ৰকাশ্য বিদ্ৰোহ

ৰজা : এই সিংহাসন এই ৰাজপাট,, ইয়াৰ প্ৰতিটো মোৰো মোহ আছে গাংগী, মোৰো আছে লিপ্সা। কিন্তু ৰাজপাট আৰু ক্ষমতাই যদি প্ৰজাৰ মংগল সাধন কৰিব নোৱাৰে, তেন্তে তাক আঙুলিয়াই দিয়া বাবে কেৱল প্ৰজাকেই দোষাৰোপ কৰিলে নহ'ব গাংগী। প্ৰজাৰ আকাংক্ষাক দমন কৰি নহয়, পূৰণ কৰিহে ৰজাই ৰাজপাট ৰক্ষা কৰিব পাৰে। বুদ্ধিনাৰায়ণ, বাকীবোৰ দাবী ভালকৈ পঢ়ি শুনোৱা।

বুদ্ধি : [ প্ৰজাৰ দাবীচনদ পঢ়ি ] প্ৰজাই দাবী কৰিছে --বন্দীসকলক বিনাচৰ্তে মুক্তি দিব লাগে।

ৰজা : বন্দী!!!

সত্য : হয়, কিছুমানক বন্দী কৰা হৈছে।

গঙ্গা : আৰু সেই বন্দীৰ আদেশ দিছোঁ মই।

সত্য : গতিকে সিহঁতৰ বিচাৰ হ'ব!

অমৃত : অকল বন্দী নহয়, কাৰাগাৰত বিক্ৰমে বন্দীসকলৰ ওপৰত অমানুষিক অত্যাচাৰ কৰিছে।

বুদ্ধি : প্ৰজাই এই অত্যাচাৰ বন্ধ কৰাৰ দাবী কৰিছে।

গঙ্গা : বিক্ৰম ৰাজপুত্ৰ, প্ৰজাৰ ওপৰত তাৰো অধিকাৰ আছে।

অমৃত : কিন্তু প্ৰজাক মাৰি পেলোৱাৰ অধিকাৰ বিক্ৰমক কোনেও দিয়া নাই। বিক্ৰমৰ অত্যাচাৰত কাৰাগাৰত বন্দীৰ মৃত্যু হৈছে।

বুদ্ধি : প্ৰজাসকলে এই কথা গম পাইছে মহাৰাজ।

অমৃত : আৰু বুজি পাইছে যে ইয়াৰ বাবে দায়ী আপোনাৰ দাসী গাংগী আৰু পুত্ৰ বিক্ৰম।

ৰজা : বিক্ৰম-- স্বভাৱতে সি কিছু পৰিমাণে বালক হৈয়ে আছে।

গঙ্গা : ৰজাৰ সন্মুখত ৰাজপৰিয়ালৰ নিন্দা! আৰু আপুনি ৰজা হৈ বিনাবাক্যে সহ্য কৰিছে। কিন্তু মই

নোৱাৰোঁ। সি যুৱৰাজ তাৰ অপমান ৰাজপৰিয়ালৰ অপমান।

(গাংগীৰ প্ৰস্থান)

ৰজা : কাকো দোষাৰোপ নকৰিবা অমৃত। ৰাজ্যত যিয়েই নঘটক কিয় তাৰ সকলো দায়িত্ব ৰজাৰ। শুনা তোমালোকে শুনা, মোৰ বিচাৰ -- মহাৰাজ প্ৰতাপাদিত্যৰ বিচাৰ-- সকলো বন্দীকে বিনাচৰ্তে মুক্তি দিয়া হ'ব। যিসকল মৰিল, তেওঁলোকৰ পৰিয়ালে পাব উপযুক্ত ক্ষতিপূৰণ। আৰু শুনা অমৃত-- দুই অমাত্যৰ উপস্থিতিত মই ঘোষণা কৰিছোঁ--অনতিবিলম্বে নিৰ্বাচন পাতি প্ৰজামণ্ডলৰ নিৰ্বাচিত প্ৰতিনিধিৰ হাতত শাসনৰভাৰ অৰ্পণ কৰা হ'ব। প্ৰতিনিধিমণ্ডলৰ নেতা হ'ব ৰাজ্যৰ ভৱিষ্যত প্ৰধানমন্ত্ৰী,........

[ ৰজা অমৃতৰ ওচৰ চাপি আহিব। অমৃত আৰু ৰজাৰ মুখ ক্ষন্তেকলৈ উজ্জ্বল হৈ পৰা দেখা যাব, তাৰ পিচত মঞ্চ এন্ধাৰ হ'ব ]

## দশম নাট্যক্ষণ

[ ওজা-পালি ]

এহিমতে মহাৰাজাই ঘোষণা কৰিলা।
ৰাজ্যজুৰি নিৰ্বাচন অনুষ্ঠিত ভৈলা।।
কেহো বোলে এইবাৰ আহিব সুদিন।
কেহো বোলে অন্ত হৈব প্ৰজাৰ দুৰ্দিন।।
সুখ হৈব শান্তি হৈব হ'ইবহ প্ৰগতি।
গণতন্ত্ৰ ৰক্ষা হৈব হৈ সবাৰে সুমতি।।
কেহো দেই প্ৰতিশ্ৰুতি ৰামৰাজ্য হৈব।
মোক ভোট দিলে তেবে গণতন্ত্ৰ ৰৈব।।
মহাৰংগে প্ৰজাগণে বহুমত দিলা।
প্ৰজাৰ আদেশ পাই ৰাজগৃহে গৈলা।।
প্ৰধান অমাত্য হৈলা অমৃত নাৰায়ণ।
নানা কাৰ্য আৰম্ভিলা প্ৰজাৰ কাৰণ।।

## একাদশ নাট্যক্ষণ

[ ৰাজপ্ৰাসাদৰ ভিতৰত ]

গংগা : মহামন্ত্ৰী অমৃতনাৰায়ণ, নতুন পদবী নিশ্চয় ভাল লাগিছে। গৌৰৱবোধ হৈছে, নহয় জানো?

অমৃত : তাত মোৰ কি গৌৰৱ আছে --- কিবা যদি আছে, সেই গৌৰৱ প্ৰজাৰ।

গংগা : অ' প্ৰজামণ্ডলৰ নেতা। কেৱল প্ৰজাৰ কথাই ভাবা। কিন্তু এই ৰাজপ্ৰাসাদতো যে প্ৰজাতকৈও নিচলা কোনোবা থাকিব পাৰে তাৰ কথাটোওতো তুমি ভাবিব লাগে।



অমৃত : তোমাৰ কথা মই বুজা নাই।

গংগা : ইমান দিন প্ৰজাৰ মাজত আছা --- প্ৰাসাদৰ ভিতৰৰ ভাষা বুজি পাওঁতে অলপ অসুবিধা হবই।

অমৃত : তোমাৰ বক্তব্য কি মোক খোলা-খুলিভাৱে ক'বানে?

গংগা : মই ক'ব খুজিছিলোঁ যে আগেয়ে তুমি আছিলা শাসিত --- আৰু এতিয়া হ'লা শাসক। পাৰ্থক্যতো অনুভৱ কৰি তোমাৰ কেনে লাগিছে?

অমৃত : এজন সাধাৰণ প্ৰজা আৰু মোৰ মাজত কোনো পাৰ্থক্য নাই গাংগীদাসী। গতিকে নতুনকৈ অনুভৱ কৰিবলগীয়াও মোৰ একো নাই।

গংগা : ক'বলৈ সহজ, কিন্তু দুখীয়া প্ৰজাৰ ভঙা পঁজা আৰু এই ৰাজপ্ৰাসাদ --- পাৰ্থক্য একোৱেই নাইনে ইয়াৰ মাজত? আগেয়ে মন্ত্ৰীক দেখিলে তুমি সেৱা কৰিছিলা --- এতিয়া তোমাক দেখি প্ৰজাই মূৰ দোৱায়। আগেয়ে কোনোবাই আদেশ দিছিল --- তুমি মাথোঁ পালন কৰিছিলা। এতিয়া তুমি দিবা আদেশ আৰু সকলোৱে তাক পালন কৰিব। নহয় জানো?

অমৃত : মই মোৰ মন্ত্ৰীত্বক তেনেকুৱা চকুৰে চাব নোখোজোঁ। জন্মসূত্ৰে লাভ কৰা ৰাজক্ষমতাৰ অহংকাৰৰ মোহৰ পৰা মই মুক্ত। গতিকে প্ৰজাৰ লগত মোৰ একো পাৰ্থক্য নাই।

গংগা : কিন্তু প্ৰজা হ'ল শাসিত আৰু তুমি হ'লা শাসক।

অমৃত : তাৰ বাবে মোৰ কোনো অহংকাৰ নাই।

গংগা : অহংকাৰ নাথাকিলেই পাৰ্থক্যতো নোহোৱা হৈ নাযায় অমৃত? জন্মগত ৰাজসিকতা হয়তো তোমাৰ নাই। কিন্তু নেতৃত্বৰ বলেৰে যি ৰাজসিকতা আজি মন্ত্ৰী হৈ অৰ্জন কৰিলা তাক তুমি কেনেকৈ অস্বীকাৰ কৰিবা? জন্মৰ বলতেই মানুহে কেৱল ৰজা নহয়। ৰাজসিকতা আহৰণ কৰিও মানুহ ৰজা হ'ব পাৰে। তুমি ইতিমধ্যে সেই গুণ অৰ্জন কৰিছা। আৰু সেইবাবে ৰাজকুলত জন্ম গ্ৰহণ নকৰিলেও তুমি ৰজা। প্ৰজাই আজি তোমাকেই ৰজা বুলি ক'ব।

অমৃত : মিছা কথা। তুমি মোক প্ৰলোভন দেখুৱাইছা।

গংগা : প্ৰলোভন দেখুওৱাৰ মোৰ কোনো প্ৰয়োজন নাই অমৃত। ই নিজেই মানুহক প্ৰলুব্ধ কৰে।

অমৃত : জন্মগত ৰাজতন্ত্ৰৰ এই তথ্য পৃথিৱীয়ে পুৰণি বুলি কাহানিবাই দলিয়াই পেলাইছে।

গংগা : দলিয়াই পেলাইছে শব্দবোৰ-- কিন্তু অৰ্থবোৰ নহয়। নতুন নতুন শব্দেৰে সেই পুৰণি অৰ্থকেই মানুহে গ্ৰহণ কৰি আহিছে। এতিয়াও মানুহৰ কেৱল দুটা শ্ৰেণী । শাসক আৰু শাসিত বা তোমালোকৰ নতুন ভাষাত শোষক আৰু শোষিত। জন্মৰ বাহিৰেও আন কিছুমান গুণৰ দ্বাৰাই মানুহ শোষিতৰপৰা শোষক হ'ব পাৰে। আৰু শোষণৰ ন ন কৌশল আৱিষ্কাৰ কৰি যিয়েই জনসাধাৰণক ভুৱা দি নিজৰ ভোগ-বিলাসৰ অধিকাৰ প্ৰতিপন্ন কৰিব পাৰে--সিয়েই হয় ৰজা।

অমৃত : তোমাৰ যুক্তি আকৰ্ষণীয়। কিন্তু গ্ৰহণযোগ্য যে নহয় তাত কোনো সন্দেহ নাই।

গংগা : যি সত্য সি গ্ৰহণযোগ্য হ'বই লাগিব অমৃত। আবেগৰ তাড়নাত আজি তুমি প্ৰজাৰ কল্যাণৰ বাবে যিমানেই চিঞৰ-বাখৰ নকৰা কিয় তোমাৰ বাবে কেৱল দুটাই পথ খোলা আছে-- শোষণ কৰা নহ'লে শোষিত হোৱা । গ্ৰহণ কৰা ৰাজসিক ভোগ-বিলাস। নহ'লে বা সাৱটি লোৱা সীমাহীন দুখ-কষ্ট আৰু তথাকথিত ত্যাগৰ মহিমা।

অমৃত : মহাৰাজ প্ৰতাপাদিত্য, হয়তো এইদৰেই হৈছিল তেওঁৰ মতিচ্ছন্ন।

গঙ্গা : মহাৰাজ বৃদ্ধ, কিন্তু তোমাৰ আছে সন্মুখত সুখৰ জীৱন আৰু এটা সুন্দৰ সুদীৰ্ঘ ভৱিষ্যত। মনত ৰাখিবা-- ৰজাৰ কোনো জন্মগত শ্ৰেণী বিভাগ নাই। যাৰেই গাত ৰাজসিক গুণ থাকিব সিয়েই ৰজা হ'ব। নতুবা যিয়ে সেই ৰাজসিক গুণ আহৰণ কৰাৰ ক্ষমতা অৰ্জন কৰিব পাৰিব সিয়েই ৰজা হোৱাৰ যোগ্যতা লাভ কৰিব। আৰু এই ৰাজসিক যোগ্যতাৰ একমাত্ৰ লক্ষণ হ'ল শোষণ আৰু বিলাস। আগেয়ে ৰজা জন্মিছিল, আজি-কালি প্ৰজাই ৰজা পাতে। আৰু তাৰেই সুযোগ লৈ বুদ্ধিমানজনে নিজ গুণৰ বলত ৰাজপাট ভোগ কৰে। আদৰ্শৰ দোহাই দি নিজৰ দুষ্কাৰ্যক ঢাকি ৰাখি একো লাভ নাই অমৃত। তুমি মন্ত্ৰীত্বৰ দায়িত্ব লোৱাৰ কিমান দিন হ'ল, ইয়াৰ ভিতৰতে তুমি ৰাজভঁৰালৰ সৰ্বমুঠ ধনৰ আধাতকৈও বেছি খৰচ কৰা নাইনে? সহজ ভাষাত তাৰেই নাম লুণ্ঠন।

অমৃত : মোৰ বিৰুদ্ধে তুমি অভিযোগ আনিছা? আৰু লুণ্ঠনৰ অভিযোগ। মহাৰাজৰ প্ৰিয়ভাজন বুলিয়েই ইমান দিনে তোমাক ক্ষমা কৰি আহিছোঁ আৰু প্ৰজাই দাবী কৰা সত্বেও তোমাক বিচাৰৰ কাঠগড়াত, উঠিবলৈ বাধ্য কৰোৱা নাই। কিন্তু তুমি সীমা পাৰ হৈ গ'লে মোৰ কোনো উপায় নেথাকিব। ৰাজভঁৰালৰপৰা মই দুহাতেৰে ধন খৰচ কৰিছোঁ সঁচা, কিন্তু তাৰ প্ৰতিটো সংখ্যা খৰচ হৈছে প্ৰজাৰ মংগলৰ বাবে।

গঙ্গা : তথাকথিত জনপ্ৰিয় নেতাসকলে যি কাম কৰে সকলো প্ৰজাৰ মংগলৰ দোহাই দিয়েই কৰে। স্বাৰ্থসিদ্ধিৰ এইটো এটা উত্তম উপায়। দুদিনীয়া ৰাজপাট পাই তুমি আৰম্ভ কৰা নাইনে এই অভিনৱ লুণ্ঠন? হিতকৰ যোগেদি প্ৰজাৰ কল্যাণৰ নামত সমস্ত ধন আত্মসাৎ কৰাৰ ব্যৱস্থা তুমিয়েই কৰা নাইনে?

অমৃত : লুণ্ঠন? শব্দটোৰ অৰ্থ হয়তো তুমি বুজা নাই গাংগী। এসময়ত তোমাৰ পুত্ৰ বিক্ৰমৰ অত্যাচাৰত জৰ্জৰিত এই প্ৰজা --- সিহঁতক সাহায্য দিবলৈ হিতকক মই দায়িত্ব দিছিলোঁ।

গঙ্গা : তোমাতকৈ মই বহুত বেছিদিন বাস কৰিছোঁ এই ৰাজপ্ৰাসাদত। স্বাৰ্থ-সিদ্ধিৰ চাতুৰীবে মোৰ অবোধ্য নহয়। সাধাৰণ প্ৰজা আগেয়েও দৰিদ্ৰ আছিল--- এতিয়াও দৰিদ্ৰ হৈ আছে। সিহঁতৰ নামত মাথোঁ ৰাজভঁৰাল উদং হৈছে।

অমৃত : হ'ব নোৱাৰে, কেতিয়াও হ'ব নোৱাৰে। ইমানবোৰ জনহিতকৰ আঁচনি ব্যৰ্থ হ'ব নোৱাৰে। মই অনুসন্ধান কৰিম--মই ইয়াৰ বিচাৰ কৰিম।
(সত্যপৰায়ণ আহে)

সত্য : যদি বিচাৰেই কৰা তেন্তে তাৰ বাবে উপযুক্ত সময় এয়ে অমৃত। নানান প্ৰজাহিতকৰ আঁচনিত ৰাজকোষৰ পৰা দুহাতেৰে ধন খৰচ কৰিবলৈ তুমিয়েইতো হিতকক অনুমতি দিছিলা।

অমৃত : দিছিলোঁ। সকলো গৃহহীন প্ৰজাকে একোটাকৈ জুপুৰি সাঁজি দিবলৈ দিছিলোঁ।

সত্য : টকাখিনি খৰছ কৰা হৈছে, কিন্তু ঘৰ কাৰো হোৱা নাই।

অমৃত : য'ত পানী নাই তাত নাদ খান্দিবলৈ দিছিলোঁ।

সত্য : নাদ খন্দোৱা হোৱা নাই।

অমৃত : দৰিদ্ৰসকলৰ মাজত বস্ত্ৰ বিতৰণ কৰিবলৈ দিছিলোঁ।

সত্য : বিতৰণ কৰা হৈছে ঠিকেই কিন্তু কোনো দুখীয়া মানুহে সেই কাপোৰ পোৱা নাই।

অমৃত : তেনেহলে মই কি প্ৰতাৰিত হৈছোঁ?



সত্য : অল্পবুদ্ধিৰ হাতত বিস্তৰ ক্ষমতা পৰিলে এনেকুৱাই হয় অমৃত। ইমান দিন ৰাজ্য পৰিচালনাৰ দায়িত্বত থাকি কেৱল এটা কথাই শিকিছোঁ --- বিষয়া কেতিয়াও এজন নিয়োগ নকৰিবা, সদায় দুজন। এজন বিষয়া আৰু তেওঁৰ পিচে পিচে এজন চোৰাংচোৱা।

অমৃত : অতি বিশ্বস্তজন বুলিয়েই মই হিতকক এই দায়িত্বশীল কামৰ ভাৰ দিছিলোঁ। দায়িত্ব যদি স্বেচ্ছাই অৱহেলা কৰে তেন্তে তাৰ শাস্তিও সি পাব লগিব। সত্যপৰায়ণ শুনা, মই কৈছোঁ, মহামন্ত্ৰী অমৃতে কৈছোঁ -- হিতকক বন্দী কৰা আৰু প্ৰজাৰ সাহাৰ্যাৰ্থে পঠিওৱা ধন আত্মসাৎ কৰা যি সকলক তাৰ সহযোগী বুলি তোমাৰ সন্দেহ হয় সেইসকলক ধৰি আনা। নহয়, নহয়, তুমি নহয় মই নিজেই যাম। হিতকক এই প্ৰতাৰণাৰ উপযুক্ত প্ৰতিফল দিম।
[ অমৃতৰ প্ৰস্থান ]

সত্য : অতি ক্ষীণ হ'লেও মই যেন এটি আশাৰ ৰেঙনি দেখিবলৈ পাইছোঁ গাংগী।

গঙ্গা : ৰাজ্য শাসন আৰু ৰাজনীতি এনেকুৱা বস্তু যে কৰিব নোৱাৰো নতুবা কৰিবলগীয়া বুলি ধৰি লব পৰা একো কামেই থাকিব নোৱাৰে। আজি মোৰ কথা শুনি অমৃতে হিতকক শাস্তি দিব আৰু এদিন দেখিবা অমৃতে তাক মুক্তিও দিব।

সত্য : কিন্তু তাৰ পৰা আমাৰ কি লাভ হ'ব। দুয়ো লগহৈ আমাৰে বিৰুদ্ধাচৰণ নকৰিবনে?

গঙ্গা : আচল সত্যটো তাতেই লুকাই আছে। সিহঁত দুয়ো আমাৰ বিৰুদ্ধাচৰণ কৰাৰ আগেয়ে দেশৰ প্ৰজাই সিহঁতৰ বিৰুদ্ধে যাব আৰু সেই নতুন প্ৰজা বিদ্ৰোহৰ হাত সাৰিবলৈ অমৃত পুনৰ মোৰ ওচৰ চাপিব। সেনাপতি ক'ত? (সেনাপতি আহে)

গঙ্গা : শুনা সেনাপতি, চৰম বিপদৰ সময়ত মোৰ একমাত্ৰ সহায় তুমি। প্ৰজাৰ অত্যাচাৰৰ পৰা বিক্ৰমক তুমিয়েই ৰক্ষা কৰিছিলা।

সেনাপতি : মই মাত্ৰ মোৰ কৰ্তব্য কৰিছিলোঁ।

গঙ্গা : তোমাৰ এই ঋণ মই নিশ্চয় পৰিশোধ কৰিম। আজি পুনৰ মই এক ভয়ংকৰ বিপদৰ মুখামুখি হৈছোঁ। এই বিপদ আহিছে বাহিৰৰ পৰা নহয় --- ৰাজপ্ৰাসাদৰ ভিতৰৰ পৰাহে।

সেনাপতি : ৰাজপ্ৰাসাদৰ ভিতৰৰ পৰা?

গঙ্গা : এৰা -- সেই বাবে তোমাৰ প্ৰয়োজন মোৰ বাবে আটাইতকৈ জৰুৰী। কাৰণ একমাত্ৰ তুমিয়েইহে মোক এই বিপদৰ পৰা ৰক্ষা কৰিব পাৰিবা।

সেনাপতি : সাধ্যাতীত নহলে মই নিশ্চয় সহায় কৰিম।

গঙ্গা : নিজৰ ভৱিষ্যত, দেশৰ ভৱিষ্যত আৰু দহৰ ভৱিষ্যত সুৰক্ষাৰ কাৰণে কেতিয়াবা নিষ্ঠুৰ কামো কৰিব লাগিব। মহাৰাজ আৰু বুদ্ধিনাৰায়ণ নিশ্চয় মন্ত্ৰণাকক্ষত বহিছে। তুমি সত্যপৰায়ণৰ লগত যোৱা। তেওঁ সকলো বুজাই দিব। (সত্য আৰু সেনাপতি যায়)

গঙ্গা : দেখা যাব কিমান শক্তিশালী প্ৰজামণ্ডলৰ নেতা অমৃত। মহাৰাজ বৃদ্ধ, পঙ্গু আৰু বুদ্ধিনাৰায়ণ তোমাৰো বুদ্ধি পৰীক্ষা সমাগত।

[ মঞ্চ এন্ধাৰ হ'ব ]

## দ্বাদশ নাট্যক্ষণ

[ পঞ্চম নাট্যক্ষণ প্ৰজা দুজন ; বাটেৰে আহি আছে ]

১ম : মহামন্ত্ৰী অমৃত নাৰায়ণে কৈছিল ----
২য় : যে ৰজা এতিয়াও ৰজা হৈ থাকিব।
১ম : কাৰণ ৰাজমুকুট বৰ গধুৰ।
২য় : আৰু যেয়ে সেয়ে তাক পিন্ধিব নোৱাৰে।
১ম : গতিকে সেইবোৰ পিন্ধি থাকিবলৈ আমাক এজন ৰজা লাগে।
২য় : ৰজা যদি ৰজা হৈ থাকেই তেন্তে এই মন্ত্ৰীবোৰনো আমি কিয় পাতি দিব লাগে?
১ম : তই হ'বলা গমেই নাপালি?
২য় : তইনো কি বুজি পালি?
১ম : প্ৰজাতন্ত্ৰ। প্ৰজাতন্ত্ৰ আমি প্ৰতিষ্ঠা কৰিলোঁ । প্ৰজাতন্ত্ৰ মানে কি বুজিলি?
২য় : অ' এই যে আমাৰ গাঁৱৰ ল'ৰাজন মহামন্ত্ৰী হ'ল -- সেয়ে প্ৰজাতন্ত্ৰ।
১ম : নহয় --- সেইটো নহয়। আমি যে ভোট দিলোঁ সেইটোহে প্ৰজাতন্ত্ৰ।
২য় : মুঠতে ভোট আমি দিবই লাগিব।
১ম : আৰু ভোট দিলে কোনোবা নহয় কোনোবা মন্ত্ৰী হ'বই।
২য় : এই দৰে প্ৰজাতন্ত্ৰ চলি থাকিব।
১ম : অমৃত নাৰায়ণে আৰু এদিন কৈছিল ---
২য় : গৃহহীনক ঘৰ দিব।
১ম : ভূমিহীনক মাটি দিব।
২য় : দৰিদ্ৰক কাপোৰ ---
১ম : ধনীৰ টেকেলি কাতি।
২য় : মানেটো কি বুজিলি?
১ম : মানেতো হ'ল প্ৰজাতন্ত্ৰ হ'লে ধনীবোৰ দুখীয়া হ'ব।
২য় : তেনেহ'লে গাংগীৰ কি হ'ব?
১ম : তাই দৰিদ্ৰ হ'ব।
২য় : এইবাৰ যদি তাই দৰিদ্ৰ হয় আৰু প্ৰজাতন্ত্ৰ চলি থাকে --
১ম : প্ৰজাতন্ত্ৰ চলি থাকিলে দেখোন ভোট দি দি আকৌ ধনী হ'ব।
২য় : তোৰ ভুল হৈছে --- ধনীবোৰ ধনী হৈয়ে থাকিব আৰু দৰিদ্ৰবোৰ দৰিদ্ৰ হৈয়ে ৰব।
১ম : তেনেহলে প্ৰজাতন্ত্ৰৰ কি হ'ব?
২য় : ধনী আৰু দৰিদ্ৰ এই দুয়োটাৰ মাজত ককলং - বকলং কৰিয়েই জীয়াই থাকিব ।



## ত্ৰয়োদশ নাট্যক্ষণ

[ ৰাজপ্ৰাসাদৰ ভিতৰত সত্য আৰু গাংগী ]

( বুদ্ধি আহিব)

বুদ্ধি : মোক জৰুৰীভাৱে মাতি পঠিওৱাত ভাবিলোঁ নিশ্চয় কিবা বিপদৰ সূচনা হৈছে।
গঙ্গা : বিপদৰ বন্ধু বুলিয়েই আপোনাক নিমন্ত্ৰণ কৰি আনিছোঁ।
সত্য : আপুনি মহামন্ত্ৰী নহলেও, এতিয়াও মহাৰাজৰ প্ৰধান উপদেষ্টা। ৰাজ্যৰ সংকটৰ সময়ত আপোনাৰ পৰামৰ্শ অপৰিহাৰ্য্য।
গঙ্গা : বিপদে-সম্পদে আপোনালোক দুয়োজনে হৈছে মহাৰাজৰ প্ৰধান মন্ত্ৰণাদাতা। আপোনালোকৰ নিৰ্দেশত এই ৰাজ্যৰ শাসন পৰিচালিত। এই শাসনৰ এটা পৰম্পৰা আছে। প্ৰজাতন্ত্ৰৰ নামত বা সহজ ভৰাত প্ৰজাতোষণৰ নামত যদি সেই পৰম্পৰা ধূলিস্যাৎ হৈ যাবৰ উপক্ৰম হয় তেতিয়াও আপোনালোকে নীৰৱে বহি থাকিবনে? সাধাৰণ প্ৰজাক এই ৰাজপ্ৰাসাদত অবাধ প্ৰবেশৰ অধিকাৰ দি আৰু ৰাজকাৰ্যত ভাগ লবলৈ সুবিধা দি ৰাজকীয় মৰ্যদা হানি কৰাৰ বাবে দায়ী আপোনালোক নহয় নে?
বুদ্ধি : নিৰ্বাচনৰ ঘোষণা মহাৰাজে নিজেই কৰিছিল। আমি কেৱল মহাৰাজৰ ইচ্ছা পূৰণ কৰিছোঁ।
গঙ্গা : মহাৰাজ বৃদ্ধ। প্ৰজা বিদ্ৰোহ কঠোৰ হাতেৰে দমন নকৰি তেওঁ ভুল কৰিছিল। কিন্তু আপোনালোক মন্ত্ৰী ৰজাক ভুল কৰাৰ পৰা বাৰণ কৰাৰ দায়িত্ব আছিল আপোনালোকৰ।
সত্য : দায়িত্ব পালনত আমি মুঠেও ত্ৰুটী কৰা নাই।
বুদ্ধি : আৰু মহাৰাজেওতো একো ভুল কৰা নাই।
গঙ্গা : ভুল কৰা নাই? ৰাজকোষৰ ধন ব্যৱহাৰৰ অধিকাৰ কেৱল ৰাজপৰিয়ালৰ। ৰাজভঁড়াল উদং হৈ যাব বুলিয়েই এদিন স্বৰ্ণ মুদ্ৰা বিতৰণৰ কাৰ্যসূচী বাতিল কৰা হোৱা নাছিল নে?
বুদ্ধি : ৰাজভঁড়াল টনকিয়াল কৰি ৰখাটোৱেই আমাৰ উদ্দেশ্য আছিল।
সত্য : কিন্তু সেই উদ্দেশ্য বিফল হ'ল কিয়? পুৰুষানুক্ৰমে সঞ্চয় কৰি অহা ৰাজভঁড়ালৰ ধন হঠাৎ ক'লৈ গ'ল?
বুদ্ধি : মই অৱসৰ লৈছোঁ। তুমি কিন্তু এতিয়াও মন্ত্ৰী হৈ আছা সত্যপৰায়ণ। মোতকৈ বেছিকৈ তুমিয়েই জানিবা।
সত্য : অৱসৰ ললেও ৰজাৰ মুখ্য উপদেষ্টা আপুনি। মহাৰাজৰ বিশ্বস্ত লোক।
বুদ্ধি : প্ৰজাহিতকৰ আঁচনিত কিছুধন খৰচ কৰা হৈছে সঁচা। সেয়া প্ৰজাৰ প্ৰাপ্য। আৰু সেই ক্ষুদ্ৰ খৰচৰ বাবেতো ৰাজভঁৰাল শেষ হ'ব নোৱাৰে।
গঙ্গা : নোৱাৰিব লাগিছিল; কিন্তু হৈছে। আপুনিয়েই উপদেশ দিয়া নাছিল নে নতুন মন্ত্ৰী অমৃতনাৰায়ণক বিবিধ উন্নয়নমূলক আঁচনি গ্ৰহণ কৰিবলৈ? জলসিঞ্চন, গৃহনিৰ্মাণ আৰু পানীৰ ব্যৱস্থা কৰিবলৈ? প্ৰজাৰ অৰ্থনৈতিক উন্নতিৰ বাবে মুক্তহস্তে ঋণ দান কৰিবলৈ?
বুদ্ধি : এইবোৰ সিদ্ধান্ত মহাৰাজৰ অনুমোদনক্ৰমে গ্ৰহণ কৰা হৈছিল। পাত্ৰমন্ত্ৰী সকলোৰে তাত সন্মতি আছিল।

গঙ্গা : কিন্তু আঁচনি ৰূপায়ণৰ নামত যে ৰাজভঁড়াল নিঃশেষ কৰি দিয়া হ'ব তাৰ অনুমোদন নিশ্চয় লোৱা হোৱা নাছিল?

সত্য : মই আঁচনি গ্ৰহণ কৰাত অনুমোদন জনাইছিলোঁ কিন্তু তাৰ ৰূপায়ণৰ বাবে অৰ্থ ব্যয়ৰ সম্মতি দিয়া নাছিলোঁ।

বুদ্ধি : আঁচনি গ্ৰহণ কৰি, অৰ্থৰ অভাৱৰ অজুহাত দেখুৱাই বন্ধ কৰাতো প্ৰৱঞ্চনাৰ নামান্তৰ মাথোন। সেইটো ভণ্ডামি।

সত্য : ৰজা-প্ৰজা সকলোকে সংকটৰ পৰা ৰক্ষা কৰিবলৈ মই সেই পৰামৰ্শ দিছিলোঁ। মোৰ পৰামৰ্শ গ্ৰহণত বাধা দি ৰাজ্যখনক দুৰ্যোগৰ মুখলৈ ঠেলি দিলে আপুনি।

বুদ্ধি : তুমি সীমা চেৰাই নাযাবা সত্যপৰায়ণ। মই অৱসৰ গ্ৰহণ কৰিছোঁ, কিন্তু তুমি এতিয়া মন্ত্ৰী হৈয়েই আছা। ৰাজকাৰ্যত মন্ত্ৰণাদানৰ অধিকাৰ তোমাৰ এতিয়াও আছে, তোমাৰ বক্তব্য তুমি পোনে পোনে মহাৰাজক ক'ব পাৰা।

সত্য : নিশ্চয় পাৰোঁ, কিন্তু মহাৰাজৰ গোপন মন্ত্ৰণাদাতা আপুনি। সেয়েহে আপোনাকো জনাই থোৱাৰ প্ৰয়োজন। অৱসৰ গ্ৰহণেও আপোনাক মহাৰাজক অসৎ উপদেশ দিয়াৰপৰা বিৰত কৰিব পৰা নাই। দুষ্ট প্ৰজাৰ লগত গোপন চুক্তি কৰি আপুনি ৰাজ শক্তিৰ বিৰুদ্ধে চক্ৰান্ত কৰিছে।

বুদ্ধি : চক্ৰান্ত কৰিছোঁ মই?

সত্য : এৰা আপুনি। অমৃতনাৰায়ণক প্ৰধান মন্ত্ৰী পাতিবলৈ মহাৰাজক মন্ত্ৰণা দি আপুনি মোৰ বিৰুদ্ধে চক্ৰান্ত কৰিছিল, গুৰুত্বপূৰ্ণ ৰাজকাৰ্য্যত পৰামৰ্শদানৰপৰা আঁতৰাই ৰাখি আপুনি মোক বিশ্বাসঘাতকতা কৰিছে।

বুদ্ধি : ৰাজপৰিয়ালৰ বৃদ্ধতম উপদেষ্টা মই। ইমান দিনে যি কৰিছোঁ মহাৰাজৰ কল্যাণৰ কাৰণে কৰিছোঁ। শুনা সত্যপৰায়ণ, ইমানদিনে মই কোৱা নাছিলোঁ, কিন্তু আজি ক'ম --- ৰাজক্ষমতাক ব্যক্তিগত স্বাৰ্থ পূৰণত ব্যৱহাৰ কৰা বাবে মুখ্য অমাত্য হোৱাৰ যোগ্যতা তোমাৰ নাই।

সত্য : মোৰ যোগ্যতাৰ বিচাৰ মই নিজে কৰিম। কিন্তু তাৰ আগেয়ে বিচাৰিম বিশ্বাসঘাতকতাৰ প্ৰত্যুত্তৰ।

গঙ্গা : বাৰ্ধক্যই জ্ঞানৰ শ্ৰেষ্ঠতাৰ একমাত্ৰ মাপলেখি নহয়, বুদ্ধিনাৰায়ণ। আপুনি সত্যপৰায়ণক প্ৰৱঞ্চনা কৰিছে। অমৃতক মন্ত্ৰীত্ব দি ৰাজতন্ত্ৰ ধ্বংসৰ বাবে ষড়যন্ত্ৰ গঢ়ি তোলাৰ কাৰণে দায়ী আপুনি। আপুনি প্ৰতাৰক, আপুনি তাৰ প্ৰায়চিত্ত কৰিব লগিব।

সত্য : এই প্ৰতাৰণাৰ শাস্তি আপুনি ভোগ কৰিব লাগিব।

বুদ্ধি : শাস্তি দিবা মোক? তুমি, সত্যপৰায়ণে? আৰু গাংগী, তুমি? বুদ্ধিনাৰায়ণ মহাৰাজ প্ৰতাপাদিত্যৰ অমাত্য, তোমালোকৰ ভৃত্য নহয়। ৰাজপৰিয়ালৰ মৰ্যাদাৰ স্বাৰ্থতে মই ইমান দিনে একো কোৱা নাই। কিন্তু মই জানো তোমালোকৰ পাপৰ কাহিনী। সূৰ্যবংশৰ ৰাজপৰিয়ালত কলংকৰ বীজ সোমাই দি শাসনৰ নামত গণ-দেৱতাৰ শক্তিক অস্বীকাৰ কৰি তোমালোকে ৰাজপাট নিষ্কণ্টক কৰি ৰাখিব নোৱাৰিবা। প্ৰয়োজন হলে মই ক'ম। সকলো পাপ উদঙাই দি কম। উচ্চস্বৰে চিঞৰি চিঞৰি প্ৰজাক ক'ম। তোমালোকে চোৰা, বিচাৰ কৰা -- কলংকৰ



প্ৰতিমূৰ্তি এই প্ৰাসাদৰ অধিকাৰীসকলৰ মুখা খুলি দি সিহঁতৰ স্বৰূপ উদ্‌ঘাটন কৰা -- পাপৰ প্ৰতিমূৰ্তিৰ ওচৰত মূৰ নত নকৰি সিহঁতক ভাঙি পেলোৱা।

[ হঠাৎ এপাত কাঁড় আহি বুদ্ধি নৰায়ণৰ পিঠিয়েদি সোমায় যায়। বুদ্ধিনাৰায়ণ বাগৰি পৰে। গাংগী আৰু সত্যই যন্ত্ৰণাক্লীষ্ট বুদ্ধিনাৰায়ণক ক্ষন্তেক চাই থাকি আঁতৰি যায়। বুদ্ধিনাৰায়ণৰ মৃত্যু হয় ]

## চতুৰ্দশ নাট্যক্ষণ

[ সেই প্ৰজা দুজন আৰু অন্যান্য প্ৰজাসকল, ৰাজহাউলিলৈ যোৱা বাট ]

১ম : মহাৰাজে কৈছে এইবাৰ বিচাৰ হ'ব।

২য় : আৰু দোষীয়ে শাস্তি পাবই।

৩য় : প্ৰজাতন্ত্ৰ গ'ল--গ'ল।

১ম : কিয় যাবহে --যাব খুজিলেও আমি ধৰি ৰাখিম নহয়।

২য় : আ--নিচিঞৰিবা--শুনিছোঁ অমৃতনাৰায়ণো পৰিব পাৰে।

৪ৰ্থ : বুজিছোঁ দিয়া --লংকালৈ গ'লে মুঠতে ৰাৱণ হ'বই।

১ম : গাংগী, সত্যপৰায়ণ, এওঁবিলাকৰ ওপৰতো বোলে সন্দেহ আছে।

৩য় : আৰু অন্য কোনোবাও পৰিব পাৰে।

৪ৰ্থ : এই বুঢ়া মন্ত্ৰীজনক নো কিয় মাৰিলে অ'?

১ম : ৰাজনীতি বুজিছ ৰাজনীতি, তই নুবুজিবি, ব'ল,--

৫ম : ক'লৈ যাৱ?

১ম : কিয়? বিচাৰ! আমি বিচাৰ চাবলৈ যাম। মহাৰাজে হত্যাকাৰীৰ বিচাৰ কৰিব।

৫ম : তই--তইয়ে আগবাঢ়চোন (ভয় কৰি)

১ম : (হাঁহে) অ' ইয়াৰ ভয় লাগিছে, ব'ল ব'ল ভয় কিহৰ?

৫ম : আৰু কোনোবা যাৱ নেকি?

১ম : তই যাবি, মই যাম, আমি চব যাম। ব'লক হে ৰাইজ, হেৰি আপোনালোক কিয় বহি আছে-- উঠক আমি ৰাজসভালৈ যাওঁ।
(দুই এজন উঠে)

অন্যএজন : এ থৈ দিয়া হে--সেইবোৰ ৰজা-মন্ত্ৰীৰ কথা। আমি গৈ কি কৰিম?

২য় : তাত আমাৰ কাম নাই।

১ম : যাব লাগিব, --যাবই লাগিব। কাৰণ বৰলোকৰ ৰাজনীতিৰ মেৰপেচ চাব লাগিব, ব'লক।

৩য় : তদুপৰি মহামন্ত্ৰীয়ে কৈ গৈছিল--

১ম : যে প্ৰজাতন্ত্ৰ জীয়াই ৰাখিবলৈ হলে আমি --

সকলো : আমি--?

১ম : অ' আমি সদায় জাগ্ৰত হৈ থাকিব লাগিব-- ব'ল ব'ল।

[ সকলোৱে আগবাঢ়ে ]

## পঞ্চদশ নাট্যক্ষণ

[ ৰাজ চ'ৰা-- বিচাৰ--ৰজা, গাংগী, সত্যপৰায়ণ। প্ৰজাসকল বহি থাকিব ]

গঙ্গা : বুদ্ধিনাৰায়ণৰ হত্যা এক ৰাজনৈতিক অভিসন্ধি। ই ৰাজ পৰিয়ালৰ বিৰুদ্ধে কৰা অভিসন্ধি তথা ষড়যন্ত্ৰৰ অংশ বিশেষ মাথোন।

ৰজা : কিন্তু ৰাজপৰিয়ালৰ বিৰুদ্ধে, স্পষ্টতঃ মোৰ বিৰুদ্ধে এই ষড়যন্ত্ৰ কাৰ ?

সত্য : ৰাজ ক্ষমতা আহৰণ কৰি যিয়ে মহাৰাজক দুৰ্বল কৰিছে, তেওঁকে আমি সন্দেহ কৰোঁ।

গঙ্গা : অমৃত উচ্চাকাংখী আৰু ক্ষমতালোভী। ৰাজপাট অধিকাৰ কৰাৰ কাৰণে তেওঁৰেই এই হত্যাকাণ্ড সংঘটিত কৰিছে।

প্ৰজা : আমাক এই হত্যাৰ বিচাৰ লাগে। দোষীক শাস্তি দিব লাগে।

সত্য : ক্ষান্ত হোৱা। মহাৰাজ,-- বুদ্ধিনাৰায়ণক হত্যা কৰি অমৃতে প্ৰজাক কঠোৰ হাতেৰে দমন কৰাৰ অজুহাত উলিয়াইছে।

ৰজা : তুমিও তাকেই কৈছা সত্যপৰায়ণ ? সত্য যদি ইমানেই নিষ্ঠুৰ হয়, অপৰাধীক ময়ো নিষ্ঠুৰভাৱেই শাস্তি দিম।

প্ৰজা : জয় মহাৰাজৰ জয়।

গঙ্গা : আপুনি এতিয়াও ৰজা। হত্যাকাৰীক শাস্তি দি ন্যায় প্ৰতিষ্ঠা কৰাতো আপোনাৰ দায়িত্ব।

ৰজা : এৰা, ন্যায় প্ৰতিষ্ঠা কৰাতো মোৰ দায়িত্ব। কাৰণ মই ৰজা। মোৰ বাবে নীতিতকৈ ব্যক্তি কেতিয়াও ডাঙৰ হ'ব নোৱাৰে। ন্যায়ৰ মহিমা অক্ষুণ্ণ ৰখাৰ বাবে দোষীক কঠোৰতম শাস্তি দিবলৈকো মই কুণ্ঠাবোধ নকৰোঁ।

[ অমৃত আহিব ]

অমৃত : মহাৰাজৰ জয় হওঁক।

ৰজা : মহামন্ত্ৰী অমৃতনাৰায়ণ, বুদ্ধিনাৰায়ণৰ হত্যাকাৰী কোন ?

অমৃত : নিচেই ওচৰৰ পৰা এজন কাঁড়ীয়ে তেওঁক হত্যা কৰিছিল মহাৰাজ।

ৰজা : এই খবৰটোতো হত্যাৰ লগে লগে পোৱা গৈছে। কিন্তু কাঁড়ীজন কোন ? কোনে নিযুক্ত কৰিছিল তাক ? কিয় কৰিছিল ?

অমৃত : সেই কাঁড়ীজনক নিযুক্ত কৰিছিল সত্যপৰায়ণে।

সত্য : মই ? মিছা কথা।

গঙ্গা : নিজৰ দোষ ঢাকিবলৈ অমৃতে মিছা অভিযোগ আনিছে।

ৰজা : শুনা অমৃত। বুদ্ধিনাৰায়ণক হত্যাৰ ষড়যন্ত্ৰত অভিযুক্ত তুমি। প্ৰজাক দিয়া প্ৰতিশ্ৰুতি পালন কৰিব নোৱাৰি সিহঁতক তুমি দমন কৰিবলৈ বিচাৰিছা। প্ৰজাৰ মুখ বন্ধ কৰি ৰাখি ৰাজপ্ৰাসাদতো অনিশ্চয়তাৰ সৃষ্টি কৰি নিজে ৰজা হোৱাৰ অভিপ্ৰায়েৰে তুমি বুদ্ধিনাৰায়ণক হত্যা কৰিছা।

অমৃত : আপুনি মহাৰাজ। আপুনি বিচাৰপতি-- সত্যাসত্য নিৰূপণ কৰি দোষীক আপুনি শাস্তি দিব।

প্ৰজাসকল : (একোটা বাক্য একো একোজনে ক'ব) সজ, সজ ! নিশ্চয় দিব। দোষীক শাস্তি দিবই লাগিব।



অমৃত : প্ৰজাৰ দাবীত এই ৰাজ্যত প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠা হৈছে। মোৰ উচ্চাকাংক্ষা পূৰণৰ বাবে নহয়। প্ৰজাৰ আকাংখা পূৰণ কৰিব নোৱাৰিলে প্ৰজাই নিজেই এই ব্যৱস্থা দলিয়াই পেলাব উচ্চাকাংক্ষী মই নহয় -- উচ্চাকাংক্ষাই হিতাহিত জ্ঞান শূন্য কৰি তুলিছে সত্যপৰায়ণ আৰু আপোনাৰ প্ৰিয় দাসী গাংগীক।

সত্য : মিছা কথা।

গঙ্গা

ৰজা : অশালীন ভাষা ব্যৱহাৰ কৰি ৰাজসভাৰ মৰ্যাদা ক্ষুণ্ণ নকৰিবা অমৃত।

অমৃত : যি সত্য, সি সদায় সত্য। দাসীৰ বাহিৰে আন মৰ্যাদা গাংগীয়ে পাব নোৱাৰে। সাক্ষী আছে এই প্ৰজাগণ।

গঙ্গা : আকস্মিক প্ৰতি অভিযোগৰ অভিসন্ধি নকৰিবা অমৃত। প্ৰজাক সাক্ষী কৰিয়েই তুমি সাৰি যাব নোৱাৰিবা। বুদ্ধিনাৰায়ণক কাঁড়ীৰ হতুৱাই তুমিয়েই হত্যা কৰিছিলা।

সত্য : আৰু অপৰাধৰ চিন চাব নোহোৱা কৰিবলৈ সেই কাঁড়ীজনক বিষ খুৱাই দ্বিতীয়বাৰ হত্যাকাণ্ডত লিপ্ত হৈছিলা।

ৰজা : তুমি আৰু কিবা ক'ব খোজা অমৃত ?

অমৃত : হত্যাৰ অভিযোগ মোৰ ওপৰত জাপি দি প্ৰধান অমাত্য হোৱাৰ কল্পনা কৰিছিল সত্যপৰায়ণে। কিন্তু হত্যাকাৰীৰ পৰিকল্পনা কেতিয়াও নিখুঁত হ'ব নোৱাৰে। যিজন কাঁড়ীৰ হতুৱাই আপোনালোকে এই হত্যাকাণ্ড সংঘটিত কৰিছিল আৰু যিয়ে আত্মহত্যা কৰা বুলি প্ৰচাৰ কৰিছে সেইজন কাঁড়ী যদি এতিয়া স্বয়ং আহি ইয়াত উপস্থিত হয় ; তেনেহলে সত্যপৰায়ণ , আপোনালোকৰ অৱস্থা তেতিয়া কি হ'ব ? মহাৰাজক বিপথে পৰিচালিত কৰা গঙ্গা দাসীৰেই বা চাতুৰী ৰক্ষা পৰিবনে।

গঙ্গা : সেইটো হ'ব নোৱাৰে, সি জীয়াই থাকিব নোৱাৰে।

সত্য : এওঁ নিশ্চয় কোনোবা বেলেগ মানুহক কাঁড়ী সজাই লৈ আহিছে।

অমৃত : আপুনি নিজেই নিযুক্ত কৰা কাঁড়ীজনক আপুনি নিশ্চয় চিনি পাব। মহাৰাজ সেই কাঁড়ীজন। মহাৰাজ সেই কাঁড়ীজন এতিয়াও জীয়াই আছে। আপোনাৰ অনুমতি পালে তাক প্ৰত্যক্ষ কৰিব পাৰোঁ।

১ম প্ৰজা : জীয়াই আছে ?

২য় প্ৰজা : মৰা নাই ?

অন্য-প্ৰজা : কথা কিবা বেলেগ।

ৰজা : অমৃত তুমি যি কৰিবলৈ ওলাইছা তাত যদি বিফল হোৱা তাৰ পৰিণাম কি হ'ব ভাবি চাইছানে ?

অমৃত : সত্যৰ কাৰণে সংগ্ৰাম কৰিবলৈ মই ভয় নকৰোঁ --- মহাৰাজ, কাৰণ সত্য এদিন প্ৰতিষ্ঠা হ'বই।

গঙ্গা : কেনেকৈ ?

সত্য : সুন্দৰ নাটক।

প্ৰজাগণ : কাঁড়ীক লৈ আহিব লাগে।

ৰজা : তেনেহলে কাঁড়ীক প্ৰত্যক্ষ কৰোৱা অমৃত।

মৃত : (ভিতৰলৈ চায় আৰু কাঁড়ী আহে) এয়ে সেই কাঁড়ী। যাক সত্যপৰায়ণ আৰু গাংগীয়ে মৃত বুলি ঘোষণা কৰিছিল।

ৰজা : তুমিয়েই বুদ্ধিনাৰায়ণক হত্যা কৰিছিলা?

কাড়ী : হয় মহাৰাজ।

ৰজা : কাৰ প্ৰৰোচনাত তুমি এই কাম কৰিছিলা? সঁচা কথা কোৱা।

কাড়ী : মোৰ কোনো দোষ নাই মহাৰাজ । প্ৰাণৰ ভয়ত মই কাঁড় মাৰিছিলোঁ।

ৰজা : কোনে তোমাক প্ৰাণৰ ভয় দেখুৱাইছিল?

গঙ্গা : তাক জোৰ কৰি কথা উলিয়াব নোৱাৰিব।

সত্য : এই মুহূৰ্তত তাৰ কথাৰ কি মূল্য আছে। ইয়ে যে সেইজন কাঁড়ী তাৰেই বা কি প্ৰমাণ আছে?

অমৃত : আপুনি চিনি নোপোৱাৰ ভাও জুৰিলেও এইজনেই যে সেই কাঁড়ী তাৰ আৰু প্ৰমাণ আছে।

ৰজা : প্ৰমাণ? কি প্ৰমাণ?

অমৃত : যাৰ হাতত এই কাঁড়ীজনৰ মৃত্যু হোৱা বুলি গাংগী আৰু সত্যপৰায়ণ নিশ্চিন্ত হৈ আছিল পণ্ডু জগত বন্ধুৰ কন্যা মালতী।

প্ৰজা : মালতী?

ৰজা : তাইকো ইয়ালৈ লৈ অহা হওঁক।

(মালতী আহে লগতে বিক্ৰমো)

ৰজা : তুমিয়েই মালতী?

মালতী : হয় মহাৰাজ!

ৰজা : এই কাঁড়ীজনক তুমি চিনি পোৱা?

মালতী : পাওঁ মহাৰাজ।

ৰজা : কেনেকৈ চিনি পোৱা?

অমৃত : এইৰ হতুৱাই এই কাঁড়ীজনক বিষ খুৱাই হত্যা কৰাৰ চেষ্টা কৰা হৈছিল।

ৰজা : কাঁড়ীজনক বিষ খুৱাই মাৰিবলৈ তোমাক কোনে আদেশ দিছিল?

মালতী : হত্যা মই কৰিব খোজা নাছিলোঁ। মই তাক ৰক্ষা কৰাটোৱে কৰ্তব্য বুলি ধৰি লৈছিলোঁ। কাৰণ বুদ্ধিনাৰায়ণ আৰু অমৃতনাৰায়ণক হত্যা কৰি গাংগী আৰু সত্যপৰায়ণে ৰজা ৰাণীৰ দৰে ক্ষমতাশালী হ'বলৈ বিচাৰিছিল।

ৰজা : সত্যপৰায়ণ তুমি এতিয়াও কিবা ক'বলৈ বিচাৰা?

সত্য : মই কেৱল গাংগীৰ উপদেশ মতে কাম কৰিছিলোঁ। উপদেশ দিয়াৰ কাৰণে মই তোমাক অমাত্য পাতিছিলোঁ। উপদেশ শুনাৰ কাৰণে নহয়। ভুল উপদেশ শুনি যদি তুমি হত্যাৰ পৰিকল্পনা কৰা, তেন্তে সেই হত্যাৰ বাবে শাস্তি তোমাৰেই হ'ব।

সত্য : গাংগীৰ সৎ উদ্দেশ্যক মই কেতিয়াও সন্দেহ কৰা নাছিলোঁ।

অমৃত : কিন্তু কি সৎ উদ্দেশ্য সাধিত হ'ল এজন বৃদ্ধ মন্ত্ৰীক নিৰ্মমভাৱে হত্যা কৰি? কি সৎ উদ্দেশ্য সাধিত হ'ল এজন নিৰ্বোধ কাঁড়ীক এই হত্যাকাণ্ডত লিপ্ত কৰি? নিৰীহ প্ৰজাক ভীতি প্ৰদৰ্শন



কৰি অসৎ কাৰ্যত লিপ্ত কৰাই স্বাৰ্থসিদ্ধি কৰাতো জঘন্যতম্ অপৰাধ। মহাৰাজ-ৰাজকৰ্মচাৰীৰ স্খলনেই প্ৰজাৰ দুৰ্গতিৰ মূল কাৰণ নহয় নে?

[ জগত বন্ধু আহিব ]

জগত : দুৰ্গতিৰ কাৰণ আৰু আছে অমৃত। ৰাজপ্ৰাসাদৰ বহু পাপৰ সাক্ষী ময়ো। গোপনে গোপনে ৰাতি মালতীৰ কুশল বাৰ্তা লবলৈ আহি মই গম পাইছিলোঁ ষড়যন্ত্ৰ কৰি গাংগী আৰু সত্যপৰায়ণে ৰাজভঁড়ালৰ ধন আত্মসাৎ কৰাৰ কথা। প্ৰয়োজন হ'লে যি কোনো জনক হত্যা কৰি ক্ষমতাৰ বাঘজৰী হাতত লবলৈ দুয়ো কৰা মন্ত্ৰণাৰ কথা।

অমৃত : আৰু ক'বৰ প্ৰয়োজন নাই। বুদ্ধিনাৰায়ণৰ হত্যাৰ উপৰিও সমগ্ৰ ৰাজ্যৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰাৰ দোষত দোষী সত্যপৰায়ণ আৰু গাংগী।

প্ৰজা : কি অদ্ভুত ষড়যন্ত্ৰ!

অন্যজন : এওঁলোকক শাস্তি দিয়ক।

অন্যজন : দুয়ো উপযুক্ত শাস্তি পাব লাগিব।

ৰজা : শুনা মন্ত্ৰী অমৃতনাৰায়ণ, শুনা পাত্ৰ পৰিষদ, কৰ্মচাৰী আৰু প্ৰজাগণ -- শুনা মোৰ বিচাৰ। ন্যায়ৰ প্ৰতিমূৰ্তি মহাৰাজ প্ৰতাপাদিত্যৰ বিচাৰ। ৰজা আৰু ৰাজ্যৰ বিৰুদ্ধে এই ষড়যন্ত্ৰৰ বিচাৰ শুনা। মালতীয়ে কাঁড়ীজনক মৃত্যুৰ পৰা ৰক্ষা কৰা কাৰণে তাইক মই দাসত্বৰ পৰা মুক্তি দিলোঁ। এই যে কাঁড়ীজন, পৰৰ বুদ্ধি শুনি সি অপৰাধ কৰিছে, কিন্তু সি নিজে নিৰ্বোধ তাৰ শাস্তি হ'ল ১৪ বছৰ কাৰাদণ্ড। আৰু ষড়যন্ত্ৰত সত্যপৰায়ণো লিপ্ত আছিল বুলি প্ৰমাণিত হৈছে।

সত্য : মহাৰাজ, মহাৰাজ!

ৰজা : তোমাক সকলো ৰাজকাৰ্যৰ পৰা অব্যাহতি দিলোঁ। তোমাৰ মুখ আৰু চাব নোখোজোঁ। বুদ্ধিনাৰায়ণক হত্যাকৰাৰ অপৰাধত তোমাৰ শাস্তি হ'ল যাৱৎ-জীৱন কাৰাদণ্ড।

সত্য : মহাৰাজ!

ৰজা : লৈ যোৱা।

প্ৰজা : উচিত হৈছে। উচিত শিক্ষা হৈছে।

কেবাজনো : কিন্তু গাংগীৰ কি শাস্তি হ'ব?

ৰজা : গাংগী প্ৰত্যক্ষভাৱে এই ষড়যন্ত্ৰত লিপ্ত নহয়। উপযুক্ত প্ৰমাণৰ অভাৱত গাংগীক মই বিচাৰৰ পৰা ৰেহাই দিলোঁ।

প্ৰজা : গাংগীৰ শাস্তি হ'বই লাগিব।

অন্যপ্ৰজা : বিক্ৰম, তাৰো শাস্তি হ'ব লাগিব। হ'ব লাগিব।

ৰজা : শুনা প্ৰজাগণ, মোৰ কথা শুনা, মই মহাৰাজ। কি দোষত কোনে কি শাস্তি পোৱা উচিত সেইটো মই ঠিক কৰিম। গাংগী বিদেশীনী হ'লেও মোৰ আশ্ৰিতা। গাংগীৰ ৰক্ষণাবেক্ষণাৰ প্ৰতি মোৰ এটা দায়িত্ব আছে। আৰু বিক্ৰম মোৰ পুত্ৰ তাক ক্ষমা কৰাৰো মোৰ অধিকাৰ আছে।

প্ৰজা : আমি প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠা কৰিছোঁ।

অন্যপ্ৰজা : প্ৰজাতন্ত্ৰই আপোনাক সেই অধিকাৰ দিয়া নাই।

অন্যপ্ৰজা : আইনে যি কয় সেইমতেহে হ'ব।

অমৃত : আপুনি ৰজা, কিন্তু যি শাসনতন্ত্ৰ আমি প্ৰতিষ্ঠা কৰিছোঁ। তাত আইন আপোনাতকৈ ডাঙৰ। আইনে যি নিৰ্দেশ দিয়ে সেই শাস্তি আপুনি দিবই লাগিব।

ৰজা : দিবই লাগিব? তেন্তে কি মই নিজৰ আশ্ৰিতাক নিজে টেঁটুত চেপি মাৰিব লাগিব? নতুবা প্ৰাণদণ্ড অথবা নিৰ্বাসনৰ হুকুম? আৰু ৰজা হৈ শিৰচ্ছেদৰ আদেশ দিব লাগিব? নতুবা বিক্ৰমৰ যাবৎ- জীৱন কাৰাদণ্ড? তোমালোকে কি তাকেই বিচাৰা? ঠিক আছে বিচাৰ কৰিম--বিচাৰ গাংগীৰো হ'ব, বিক্ৰমৰো হ'ব।

প্ৰজা : হ'ব, হ'ব, --হ'ব লাগিব।

বিক্ৰম : কিন্তু মোৰ কিয় বিচাৰ হ'ব দেউতা? মইনো কি ৰাজদ্ৰোহ কৰিলোঁ? প্ৰজাৰ ঘৰত জুই দিবলৈ মোক মায়ে কৈছিল? প্ৰজাক অত্যাচাৰ কৰিলে সাহস বাঢ়ে বুলি দেখোন মায়ে শিকাইছিল।

ৰজা : তই মনে মনে থাক বিক্ৰম।

বিক্ৰম : তোমাৰ যদি খং উঠিছে তেনেহলে মই ইয়াৰপৰা গুচি যাম। [যায়]

ৰজা : দোষী বুলি যিয়ে প্ৰমাণিত হ'ব তাৰ শাস্তি সি পাবই। তোমালোকে বহুদিন কৈ আহিছা-- বিক্ৰম ৰজাৰ অযোগ্য। মই তাক শাস্তি দিলোঁ --- প্ৰজাৰ ওপৰত কৰা অত্যাচাৰৰ বাবে সি ভৱিষ্যতে কোনো দিন ৰাজকাৰ্যৰ ভাৰ লব নোৱাৰিব। কোৱা --তোমালোক সন্তুষ্ট এতিয়া?

প্ৰজা : হ'ব, হ'ব, ৰাজপুত্ৰ হিচাপে ঠিকেই হৈছে।

প্ৰজা : গাঙ্গীৰো কিবা হ'ব লাগিব।

ৰজা : কিন্তু গাঙ্গীক তোমালোকে এৰি দিয়া। সূৰ্যবংশীয় ৰাজপৰিয়াল আশ্ৰয় দানৰ মহানুভৱতাৰ পৰম্পৰা ৰক্ষা কৰাৰ পৰা মোক বঞ্চিত নকৰিবা। আশ্ৰিতজনৰ প্ৰতি দয়াশীল হোৱাতো তোমালোকৰো কৰ্তব্য।

অমৃত : গাংগী ক্ষমাৰ অযোগ্য। প্ৰজাৰ প্ৰতিনিধি হিচাপে মই কৈছোঁ মহাৰাজ -সিংহাসন আৰু গাংগী এই দুটাৰ ভিতৰত আপুনি কেৱল এটা ৰাখিব পাৰিব । গাংগীক ৰাখিলে আপুনি ৰজা হৈ থাকিব নোৱাৰিব আৰু ৰজা হৈ থাকিব খুজিলে গাংগীক নিৰ্বাসন দিব লাগিব।

প্ৰজা : নিৰ্বাসন দিব লাগিব! দিবই লাগিব!!

ৰজা : নহয়, নহয়। নিৰ্বাসন নহয়,নিৰ্বাসন হ'ব নোৱাৰে। লাগিলে মই সিংহাসন এৰি দিম। মই ৰজা নহওঁ। কিন্তু নহয় নহয় মই ৰজা হৈয়ে থাকিম, ৰজা হৈ থাকিম। মই গাংগীৰ নিৰ্বাসনৰ হুকুম দিম। শুনা অমৃত, শুনা প্ৰজাগণ, মই এতিয়াও ৰজা। আজিও মই তোমালোকৰ ৰজা। গাংগীৰ নিৰ্বাসনৰ দাবী কৰিছা। সেই দাবী মই মানি লৈছোঁ।

প্ৰজা : সজ ,সজ।

ৰজা : মই গাংগীৰ নিৰ্বাসনৰ হুকুম দিলোঁ। মোৰ ৰাজ্যৰ শাসনৰ সম্পূৰ্ণ দায়িত্ব প্ৰজাতন্ত্ৰৰ হাতত অৰ্পণ কৰিলোঁ।

প্ৰজা : জয় মহাৰাজৰ জয়।

ৰজা : ৰাজকাৰ্য পৰিচালনাত মই গ্ৰহণ নকৰোঁ। কিন্তু মই ইয়াতে থাকিম। এই প্ৰাসাদতে। আৰু ইয়াত শাসনৰ ক্ষমতা একো নাথাকিলেও মই আসনতে থাকিম। কোৱা তোমালোকে মানি লৈছা মোৰ এই বিচাৰ -

প্ৰজা : আমি মানি লৈছোঁ।

ৰজা : ধন-দৌলত, ঐশ্বৰ্য-বিভূতি, ক্ষমতা, ৰাজকাৰ্য নতুবা সিংহাসন--একোকে নালাগে। মৃত্যু পৰ্যন্ত কেৱল তোমালোকৰ সুখ-সমৃদ্ধি কামনা কৰি মই জীয়াই থাকিম। কিন্তু এই বৃদ্ধ ৰজাৰ, সূৰ্যবংশীয় শেষ ৰজাৰ এটা কাতৰ অনুৰোধ--- তোমালোকৰ কোমল অন্তৰৰ মানৱীয় বিবেচনাৰ প্ৰতি মোৰ আবেদন -মই যিমান দিন জীয়াই থাকিম সিমান দিনলৈকে গাংগীৰ নিৰ্বাসনৰ আদেশ স্থগিত থাকিব।



বুঢ়ামানুহ : দয়া মৰমৰ মাজতে আমি জীয়াই আছোঁ। মহাৰাজৰ এই শেষ ইচ্ছাত আমি বাধা নিদিওঁ।

প্ৰজা : নিদিও, নিদিও। অমৃতনাৰায়ণে যি কৰে আমাৰো সেয়ে হ'ব।

ৰজা : তেনেহলে প্ৰজাগণ তোমালোক এতিয়া যোৱা।

অমৃত : কিন্তু প্ৰতাৰিত হোৱাৰ আশংকা থাকিলে সিহঁত আকৌ উভতি আহিব মহাৰাজ। আৰু এবাৰ যদি সিহঁত উভতি আহে তেনেহলে তাৰ পৰিণাম এই ৰাজসিংহাসন হেৰুওৱাতকৈও বেছি ভয়ানক হ'ব। [যায়]

ৰজা : গাংগী,--- গাংগী।

গঙ্গা : প্ৰজাৰ হাতত সকলো ক্ষমতা তুলি দি আপুনি আজি ক্ষমতাহীন দুৰ্বল। দুৰ্বলৰ আশ্ৰয়ত মই কেতিয়াও বিপদমুক্ত হ'ব নোৱাৰোঁ।

ৰজা : তোমাৰ কাৰণেইতো মই নতুন ব্যৱস্থা কৰিলোঁ। প্ৰজাই কৰিব শাসন আৰু মই — মই ৰজা হৈয়ে থাকিম।

গঙ্গা : ৰজা হৈও আপুনি কোনো নহয়। কাৰণ একোকে কৰাৰ ক্ষমতা আপোনাৰ নাই ।

ৰজা : মই সূৰ্য বংশীয় ৰজা ভূপাদিত্যৰ পুত্ৰ প্ৰতাপাদিত্য। মোৰ শিৰাই উপশিৰাই এতিয়াও ৰজাৰ তেজ প্ৰবাহিত হৈ আছে।

গঙ্গা : বংশৰ ভুৱা গৌৰৱেৰে আপুনি ক্ষমতাহীন হৈও যি গৌৰৱ কৰিছে মই তাক ঘিণ কৰোঁ। মই ইয়াৰ পৰা গুচি যাম।

ৰজা : কি কলা গাংগী? গুচি যাবা? মোৰ আজি ক্ষমতা নাই সঁচা, কিন্তু মোৰ ভিতৰত যিজন ৰজা এতিয়াও জীয়াই আছে তাৰতো একমাত্ৰ আশ্ৰয় আছিলা তুমি, তুমি এৰি গ'লে সেই ৰজাজনৰ কি অৱস্থা হব এবাৰ ভাবি চাইছানে? মই যে তোমাক ৰাণীৰ মৰ্যদা দিবৰ যত্ন কৰিছিলো।

গঙ্গা : যত্ন আপুনি কোনোদিনেই কৰা নাছিল। নহলে এই ৰাজ্যৰ সিংহাসনত বহিলহেঁতেন মোৰ পুত্ৰ বিক্ৰম।

ৰজা : নিজ দুৰ্বুদ্ধিত সি ৰাজ্য হেৰুৱালে; মই কি কৰিম।

গঙ্গা : কিন্তু মই হেৰুৱালোঁ কিয়? মইতো ৰাজৰাণী হ'ব বিচাৰিছিলোঁ।

ৰজা : ৰাজৰাণীতো সদায় তুমিয়েই আছিলা গাংগী। কেৱল নাছিল তাৰ বৈধ স্বীকৃতি।

গঙ্গা : আৰু তাৰ পৰিণামত মন্ত্ৰীত্ব লাভ কৰি অমৃতে কৰে মোৰ বিচাৰ। অমৃতৰ দয়াৰ ওপৰত মই ইয়াত থাকিব নিবিচাৰোঁ। যদি আপোনাৰ নিজৰ ক্ষমতাৰে ৰাখিব পাৰিলেহেঁতেন তেতিয়াৰ কথা অন্য হ'লহেতেন। কিন্তু আপুনি দুৰ্বল, ভীৰু, ৰাজমুকুটৰ সৈতে আৰু মহাৰাজ নামৰ অভিযান ৰক্ষাৰ কাৰণে প্ৰজাৰ ওচৰত ভিক্ষা মগাৰ দৰে ঘৃণনীয় কাম কৰিও আপুনি ৰজা হৈ থাকিব বিচাৰে। এতিয়া মই আপোনাক ঘিণ কৰো।

ৰজা : গাংগী- মোক ক্ষমা কৰা গাংগী। মোৰ বিপদৰ সময়ত সকলো পাপৰ আশ্ৰয় তুমি। মোক এৰি নাযাবা। তোমাৰ কাৰণে মই সকলো ত্যাগ কৰিছোঁ। ৰাজ্যভাৰ পৰ্যন্তও প্ৰজাৰ হাতত দি দিছোঁ। কেৱল তোমাক ওচৰত ৰখাৰ বাবে, কেৱল, তোমাৰ কাৰণে।

গঙ্গা : মই নিৰুপায়, বৃদ্ধ বয়সৰ আশ্ৰয় হৈ মই আপোনাক সেৱা কৰাৰ প্ৰতিশ্ৰুতি কাহানিও দিয়া নাছিলোঁ। জীৱনটো মই ভোগ কৰিবলৈ বিচাৰিছিলোঁ। এতিয়া দেখিছো সেই তৃষ্ণা পূৰণত আপোনাৰ সহায় নিৰৰ্থক।

ৰজা : কিন্তু তুমিয়েতো কৈছিলোঁ—ৰজাৰ কোনো জন্মগত শ্ৰেণী বিভাগ নাই। আগেয়ে ৰজা জন্মিছিল আজি কালি প্ৰজাৰিজা পাতে। কিন্তু মূৰ্খ প্ৰজাই এইটো নাজানে যে সিহঁতক কেৱল শাসন লাগে-- কেৱল শাসন। আৰু এই শাসনৰ ভাল-বেয়া একো নাই। প্ৰজাই কেৱল শাসন বিচাৰে আৰু শাসন মানেই হ'ল ৰজাৰ ইচ্ছা পূৰণ। কিন্তু উঃ--মোক ধৰা গাংগী বুকুখন মোৰ বিষাইছে--মোৰ এক মাত্ৰ চিন্তা হ'ল মোৰ মৃত্যুৰ পিচত মোৰ ইচ্ছা কোনে পূৰণ কৰিব?

[ৰজা বাগৰি পৰে, গাংগীয়ে চাই থাকি লাহে লাহে আঁতৰি যায়]

### ষষ্ঠদশ নাট্যক্ষণ

[ওজাপালি]

পালি : অ' ওজা--

ওজা : কি হে বাপু?

পালি : তেনেহলে ইয়াতে অন্ত পৰিল নেকি?

ওজা : ৰজাৰ অৱস্থা দেখিলাই। আৰু প্ৰজাবোৰ ঘৰাঘৰি গ'ল।

পালি : কথাটো মোৰ পচন্দ নহ'ল।

ওজা : কিয়?

পালি : আৰু কিবা অলপ হ'ব লাগিছিল।

ওজা : আৰু কিবা অলপ হ'ব লাগিছিল—কাৰ?

পালি : আপোনাৰ কাহিনীৰ।

ওজা : কেনে?

পালি : ৰাইজক সোধক—মই কি ক'ম।

ওজা : অ' সেই কাৰণেই কৈছোঁ --মহাৰাজেও জানে কিবা অলপ হ'ব লাগিছিল।

পালি : তেনেহলে --কওঁ শুনা —

গীত

ওজা : সেহি হেতু মহাৰাজা বিবুদ্ধিত পৰিলা।

আপোন প্ৰজাক এৰি গাংগীক ধৰিলা।।

পালি : হয়, হয়,

ওজা : পিচে-

আকৌ আহিব প্ৰজা উথাপিব দাবী।

এহি সংগ্ৰামৰ অন্ত নপৰে কদাপি।।

সমাপ্ত



# মাদল

## ৰাম গোস্বামী



### চৰিত্ৰাৱলী

জগৰু. মধুৰায়. বিক্ৰম. প্ৰেমলাল. হাৰাধন. মহৰী. ভীম. লোকনাথ. সূৰ্যৰাম. অৰ্জুন. চন্দ্ৰ মহাজন. ৰুদ্ৰপ্ৰসাদ. লছমী. বাসন্তী. বাবাজী.

## প্ৰস্তাৱনা

এখন পিচপৰা গাঁৱৰ দৃশ্য। ৰংগমঞ্চৰ একাষত এটা পঁজা ঘৰৰ একাংশ মাথোন দৰ্শকে দেখিবলৈ পাব। আগতে চাহ বাগানত কাম কৰা জগৰুৰ ঘৰ। বুঢ়াৰ বয়স তিনিকুৰি মান হ'ব। শৰীৰ আটিল। পৰিধান নিতান্তই সাধাৰণ, চহাৰ সাজপাৰ। চুটি, ডাঠ চুৰিয়া, উদং শৰীৰ। চোতালত খেতি-বাতিৰ সা-সঁজুলি, কাঠি-কামি পৰি আছে। সময় সন্ধিয়া, নিৰ্জন পৰিৱেশ। এটা কুকুৰ নুমাই যোৱা জুই একুৰাৰ কাষত শুই থাকে। বতাহ আৰু মাজে মাজে বিজুলী মাৰে। মৃদু সংগীত চলি থাকে। ৰংগমঞ্চৰ বিপৰীত ফালৰ পৰা এনেতে আহি উপস্থিত হ'লহি এটা পাহুৱাল ডেকা, বয়স ২৫/২৬ মান হ'ব। সাধাৰণ সাজ-পোছাক, খালি ভৰি। কান্ধত এটা ওলোমাই লোৱা মোনা, দুই এপদ বস্ত্ৰ ৰখা। হাতত এডাল দীঘল লাঠি। ..... ভাগৰত সি ক্লান্ত হৈ পৰিছে। কপালৰ বৈ পৰা ঘাম মচিছে। নতুন মানুহ বুলি ধৰিব পাৰি। আচহুৱা আৰু কৌতূহলী। জগৰুৰ চোতালত কিছু সময় ৰৈ ইফালে সিফালে চাই সি লাঠিডালেৰে লাহেকৈ মাটিত এটা মৃদু শব্দ কৰিলে। হঠাৎ দূৰৈত শুই থকা কুকুৰটোৱে উঠি ভুকিবলৈ ধৰাত ভিতৰৰ পৰা এজনী ১৯/২০ বছৰীয়া গাভৰু ছোৱালী ওলাই আহি কি হৈছে গম ললে আৰু ডেকা ল'ৰাটো চোতালত ৰৈ থকা দেখি পুনৰ ঘৰৰ ভিতৰৰ পৰা বুঢ়া বাপেক জগৰু ওলাই আহিল। জগৰুৱে কুকুৰটোক উদ্দেশ্যি ক'লে-

জগৰু : ছেই, ছেই নগলিনে? এই কাল সন্ধিয়াখন ভুকিবলৈ কিহে পাইছে ৰে? যা, যা, ভাগ্..... কুকুৰ আঁতৰি যায়। *(জগৰুৱে চোতালত ৰৈ থকা ডেকা ল'ৰাটোক দেখি অলপ যেন আচৰিত হৈছে। ল'ৰাটোৰ ভৰিৰ পৰা মূৰলৈকে কৌতূহল দৃষ্টিৰে এবাৰ চালে।)* ধিলে- এই গাঁৱৰ মানুচ বুলিতো মনে নাই ধৰে? কৰ মানুচ? কি লাগে, আগে দেখাতো মনে নাই লাগে??

বিক্ৰম : *(ডেকা ল'ৰাটোৰ নাম)* ঠিকেই ধৰিছা, দূৰৰ পৰাই আহিছোঁ। সৌ যে পাহাৰখন দেখিছা, নৈখনৰ সিপাৰে, তাৰ পৰাই আহিছোঁ।

জগৰু : কোনোবাই পঠাইছে?

বিক্ৰম : নাই। নিজেই গুচি আহিছোঁ...

জগৰু : নিজেই আহিছ? কি সকামত, চাফাকৈ ক'?

বিক্ৰম : যোৱা বাৰিষাত আমাৰ গাঁওটাৰ বহুত লোকচান হ'ল। ঘৰ-বাৰী সকলো বানপানীত তল গ'ল। যি একডোখৰ চাপৰি মাটি আছিল বহুত মেহনত কৰি মাহ, সৰিয়হ একডৰা কৰিছিলোঁ। পানীৰ ধল আহি গোটেই চাপৰিটাকে খহাই লৈ গ'ল। গাঁওটাকে বানপানীয়ে বুৰাই পেলালে। ঘৰ-বাৰী, খেতি পথাৰ সকলো বানে গ্ৰাস কৰিলে।



জগৰু : কি আৰ কৰি, কাকাডোঙাৰ বানে আমাক বাৰুকৈয়ে শিকাইছে। পিচে তইনো কি মন কৰি নিজ গাঁওটাকে চাৰি আহিলি?

বিক্ৰম : ইমান কষ্ট কৰি নৈ পৰীয়া মাটি ভাঙিলোঁ, সকলো মিছা হ'ল। ভাবিলোঁ, তাত থাকি কি হ'ব। বছৰি বছৰি পানী আহিব সব ধুই-পখালি লৈ যাব...। তাতে আকৌ ভূতৰ ওপৰত দানৱ.....

জগৰু : কি হ'ল, ভাঙি ক'-

বিক্ৰম : কেখন কেখন খেতিত জমিন ভাল থাকিলেও নাগালোক আহি চব লৈ যাবৰ চাই। আমাকে জোৰ-জুলুম কৰে। আমাৰ গাঁওটা বোলে নাগাৰ সীমাতে পৰিছে। আমিতো নাজানো। বাপ কাকাৰ দিনৰে পৰা তাতে আছোঁ, নাগাৰ লগে মিলি-জুলি আছোঁ, হাট বজাৰ কৰিছোঁ। এতিয়া জানো কিহে পালে......

জগৰু : এৰা, কি কৰিবি! গৰীৱ মানুচৰ দুখ কত গুচিব! পিচে তোৰ কোন কোন আছে?

বিক্ৰম : আপন বুলিবৰ কেৱে নাই। পিতাইক কেতিয়াবাই যমে নিলে। যিবা এজনী মা আছিল যোৱা বছৰ বানপানী আহিলত গাঁওটাতে হাইজা লাগিল। মা মৰি থাকিল। কিবা শনি লাগিছে। মানুহ গাঁও এৰি ভাগিছে। ময়ো ভাগি আহিলোঁ। তাত থাকি কি হ'ব, কি কৰিব পাৰিম। ওলাই আহিলোঁ।

জগৰু : ওলাই আহিছ যেতিয়া কিবা একটা নহ'বনে? জোৱান মানুচ, কাম কৰি খাব পাৰিবি।

বিক্ৰম : কিবা একটা ৰোজগাৰ হ'লে জীয়াই থাকিব পাৰোঁ। কামলৈ ভয় নকৰোঁ। *(অলপ ৰৈ)* বৰ পিয়াহ লাগিছে। পানী অলপ দিবানে?

জগৰু : ক'ব লাগিছেনে? পিয়াহত পানী নাই দিলে পাপে চুব! *(ভিতৰলৈ চাই ডাঙৰকৈ মাতে)* ৰ, ৰ; লছমী, লছমীৰে? ভিতৰে কি কৰচচৰে? ওলাই আহ, মানুচ এটা আহিছে পানী খাইতে চায়। *(বিক্ৰমৰ প্ৰতি)* তই অলপ বহ, বিশ্ৰাম কৰ। (জগৰু ভিতৰলৈ যায়। ভিতৰৰ পৰা এটা কলহ লৈ আহে, কয়) একটা জোৱান বেটি থাকতে কলচিটা খালি? লছমী লছমীৰে-

লছমী : গৈছোঁ, বাপি, কি হ'ল বাপি? (লছমীয়ে লাজ পাই কলহটো জগৰুৰ পৰা লৈ ওলাই যায়। চকুৰ আগত বিক্ৰমক দেখি চায়। বিক্ৰমৰ লাঠিডালত উজুটি মাৰে। হাঁহি ওলায়...)

জগৰু : পলম নকৰিবি। কাষৰ নাদ থেকে আনবি না?

লছমী : আনিম।

জগৰু : তাহলে যা।

*(লছমীৰ প্ৰস্থান, বিক্ৰমে যোৱা চাই থাকে, জগৰুৱে মৌনতা ভংগ কৰি সোধে।)*

জগৰু : এইটো মোৰ বেটি লছমী। একলাই বেটি। পিচে তোৰ নামটো কি ৰে?

বিক্ৰম : বিক্ৰম।

জগৰু : পূৰা নামটো ক'-?

বিক্ৰম : বিক্ৰম দাস মুণ্ডা!

জগৰু : অ' মুণ্ডা আছ!! আমি চাওতাল আছোঁ। এখন পাচে কি কৰিবি?

বিক্ৰম : ক'ৰবাত পৰি থাকিম। ক'ত থাকোঁ ক'ব পৰা নাই...

জগৰু : এই কাল সন্ধ্যাখন ক'ত যাবিৰে? নতুন আহিছ। তুই একটা কাম কৰ। এইখানেই পৰি থাক। পুৰা দেখা যাব। *(অলপ বৈ)* বেটিটাই দেৰ লগাইছে? *(চিন্তভাব, বাহিৰলৈ চাই)* জোৱান বেটি,... *(এনেতে ধৰ মৰ কৰি লছমীয়ে পানী একলহ লৈ উপস্থিত হ'লহি। গাত আঁটি শাৰী পিন্ধিছে, হাত-ভৰি, বাহু উদং। গাৰ ৰং মিঠা, চকুহাল ডাঙৰ, এটা স্বাভাৱিক সৌন্দৰ্য ফুটি ওলাইছে। লছমীয়ে পানী কলহ নি বিক্ৰমৰ কাষত থিয় হয়। বিক্ৰমে দুই হাতেৰে পানী লবলৈ ইচাৰা দিয়ে। লছমীয়ে কলহৰ পানী ঢালি দিয়ে। বিক্ৰমে কট্‌কটকৈ পানী খাবলৈ ধৰে। হেঁপাহ পলুৱাই দুই তিনিবাৰ পানী খাই মুখখন হাতেৰে মচি পেলায়। তাৰ শৰীৰ যেন জুৰ পৰিল।)*

বিক্ৰম : *(তৃপ্তি ভৰা মনেৰে)* এতিয়াহে পিয়াহ গুচিল। বৰ পিয়াহ লাগি আহিছিল....

জগৰু : পানীতকৈ কি ভাল বস্তু আছে হো? লছমী, বিক্ৰম ৰাতিটা ইয়াতে ঘুমাব। ভাত খাব। তই যোগাৰ কৰ। পুৰা কিবা এটা উপায় হ'ব। মোৰ মনে ধৰিছে সি কাম এটা পাব।

লছমী : *(আঁতৰৰ পৰা মাত দিয়ে)* মহাজনে মানুহ বিচাৰিছে (কৈ কৈ ওচৰলৈ আহে)

জগৰু : তই কি ৰকম জানিলি ৰে?

লছমী : মাহ চপাওতে সাৱিত্ৰীয়ে কৈছে।

জগৰু : হা, বিক্ৰমৰ কপাল ঠিক আছে। সি ঠিক সময়তে আহিছে। মহাজন টাকা পইচা থাকা লোক। বেপাৰী মানুচ, দহ-বাৰটা ভঁৰাল। ধান খেতি, মাহ খেতি, কুঁহিয়াৰ খেতি আছে। কাঠৰ কাৰবাৰো আছে।

বিক্ৰম : কাকা, মহাজনৰ তাতে মোৰ একটা কাম হ'লে...

জগৰু : কাল পুৰা মহাজনৰ তাতে হাজিৰ হবি। ময়ো তোৰ সংগে যাম। মহাজনে মোক জানে। ভাল পালে মহাজনে তোকে ৰাখি দিব। *(লছমীয়ে বিক্ৰমলৈ চায়)*

জগৰু : *(বিক্ৰমৰ প্ৰতি)* কি ভাবিছ....?

বিক্ৰম : ভাবিছোঁ, কিবা এটা কাম পালে.... থাকি যাব পাৰোঁ..

জগৰু : লছমী, ভিতৰে যা, ভাতৰ যোগাৰ কৰ। *(লছমীৰ প্ৰস্থান।)* *(পোহৰ কমি আহে। সংগীতৰ ধ্বনি কাণত পৰে, দৃশ্য পৰিৱৰ্তন)।*

## দ্বিতীয় দৃশ্য

*(ৰাতি, জগৰুৰ ঘৰ ভাত-পানী খাই জগৰু আৰু বিক্ৰম)*

জগৰু : এই গাঁওটা নতুন কৰি বহিছে। বঙালী, বিহাৰী, নেপালী, অচমীয়া সব ধৰি একছ বিছ ত্ৰিছ ঘৰমান হ'ব। চব লোকেই আহি হাবি-জংঘল ভাঙি নতুন কৰে বস্তি, আৰ খেতিৰ মাটি ওলাইছে। আমাৰ চাহ গোষ্ঠীৰ মানুচ ১৫ ঘৰ। একটা ডাঙৰ মহাজন ভি আছে নামটা চন্দ্ৰ মহাজন। চহৰে অনেক জমি জামা আছে। কাৰবাৰ আছে বুলি শুনিছোঁ। আগতে বাগানে আছিল। ইয়াতে বোলে কিবা এটা ফাৰম খুলিব। কি কৰে নাজানো।



তোক ফজিৰ মহাজনৰ বাংলালৈ যাম। তোৰ দুখৰ কথা কবি.....

বিক্ৰম : এৰা কাকা, কিবা এটা কাম পাইলে জীয়াই থাকিব পাৰোঁ। কাম কৰিবলৈ মই ভয় নকৰোঁ।

লছমী : *(ভিতৰৰ পৰা)* বাপী, মোৰ হৈ গৈছে। ঘুমাইতে লাগে, চল।

বিক্ৰম : কাকা? একটা কথা কওঁ...

জগৰু : হু?

বিক্ৰম : লছমীৰ মাক?

জগৰু : *(বিষাদৰ সুৰ)* লছমীৰ মাকৰ কথা কৈছ? আজি বাৰ বছৰ পাৰ হ'ল, ক'লৈ গ'ল, কোনেও গম নাপালে। মই কামৰ পৰা অহা বহুত ৰাতি হ'ল. নিচা কৰি আহিছিলোঁ। ঘৰ পাই দেখিলোঁ, গৌৰীয়ে ভাত বনোৱাই নাই। মোৰ খুউব ভোক লাগিছিল। মই সোধাত ক'লে, "ভাত কি ৰকম বনাম? ঘৰে একো নাই। বৰ মটা দেখালে ভাত কেনেকে মিলিব? মোৰ মূৰটোৱে ভাত বনালেহে হ'ব।" মই খং দমাব নোৱাৰি তাইক এছাবিডালেৰে খুউব কোবালোঁ। পুৰা হুঁচ আহিলত গৌৰীৰ খবৰ ললোঁ, গম পালোঁ গৌৰী ৰাতিয়েই ঘৰৰ পৰা গুচি গৈছে। বহুত বিচাৰিলোঁ। লছমীকে এৰি তাই কৰবাত গুচি গ'ল। গৌৰীক বিচাৰি মই পাগল হৈ গ'লোঁ। একো নহ'ল। তাই হেৰাই গ'ল। *(বেজাৰেৰে)*

বিক্ৰম : দন্দ হাই কাজিয়া কাৰ নালাগে? মোৰ মা-বাপেও ৰাতি ৰাতি ঝগৰা কৰিছিল। পাছত সব ঠিক হৈ গৈছিল...

জগৰু : গৌৰীয়ে লছমীকে কৈছিল, তাই বোলে জীয়াই নাথাকে। নদীতে ঝাপ দিব। গৌৰীৰ কথা ভাবি মনটো খাৰাপ হৈ যায়। এতিয়া বুঢ়া হৈছোঁ, গৌৰীৰ কথা খুউব মনে পৰে। চকুপানী ওলায়, বুকুটা হম্ হম্ কৰে। এতিয়া লছমীকে বুকুত বান্ধি জীয়াই আছোঁ। তাইক চালে মাকলৈ মনত পৰে....। লছমী বহু হুছিয়াৰ বেটী । মোৰ চব্ খবৰ ৰাখে, তদাৰক কৰে, ধমকিও মাৰে *(বুঢ়াই হাঁহে)*।

লছমী : *(ভিতৰৰ পৰা)* বাপী, ঘুমাইতে লাগে... পলম কৰিছ?

জগৰু : *(উঠে)* হা, হা, চল, তোৰ ঘুমাবাৰ জায়গা দেখি লবি। ভিতৰে চল। *(দুয়োৰে প্ৰস্থান। পোহৰ কমি আহে। দৃশ্য পৰিৱৰ্তন)।*

## তৃতীয় দৃশ্য

*(সময় পুৱা)*

*চন্দ্ৰ মহাজনৰ হাউলি। বাহিৰ চৰা। এখন চালপীৰা, এখন বেঞ্চ, অলপ ওপৰত এখন পুৰণিকলীয়া আৰামী চকী। মহাজন ইয়াতে বহে। বেৰত এখন মহাত্মা গান্ধীৰ ছবি আঁৰি থোৱা অৱস্থাত। চোতালত গাঁৱৰ মানুহ অৰ্জুন, মধুৰায়, ভীম, হাৰাধন, বুধুৱা, সূৰ্যৰাম প্ৰভৃতি বহি থাকে। চিন দণ্ডাৰ পাছতে চোতালত প্ৰৱেশ কৰে জগৰু, মূৰত এটা সাধাৰণ পাগুৰি, গাত এটা খৰা চোল, পিন্ধনত চুটিকৈ চুৰিয়া। ভৰিত থকা জধলা*

*চেঙেলযোৰ বাহিৰত খুলি ভিতৰলৈ আহে। লগত বিক্ৰম। জগৰু বহে, বিক্ৰম কাষত থিয় হৈ থাকে। সকলোৱে অচিনাকী যেন দেখি বিক্ৰমলৈ চায়, ফুচ্‌ফুচাই দুই এজনে কাণে কাণে কিবা কয়।)*

জগৰু ঃ *(এজন বহি থকা লোকক সোধে)* মহাজন দেউতা ঘৰত থাকিব পায়?

মধুৰায় ঃ গম পোৱা নাই। মহৰী বাবুও অহা নাই। আমি বহিহে আছোঁ।

হাৰাধন ঃ মহাজন দেউতাৰ কাম অকল গাঁৱতনে কিবা? চহৰতো বহুত কাৰবাৰ। ডাঙৰ মহাজন। *(এনেতে লোকনাথ মহৰী হুৰমূৰকৈ সোমাই আহে। চুৰিয়া, ডিঙি বন্ধ চোলা, ভৰিত জোতা। হাতত কেইখনমান বহী কাগজ। দাৰোৱান লগতে আহে। ধূৰ্ত মানুহ যেন লাগে, কথাই -বতৰাই, ভাব-ভংগীৰে, নিজকে ডাঙৰ মানুহ বুলি অহংকাৰ কৰে। মহৰী সোমাই আহি চালপীৰাৰ কাষত বহে। বহী-পত্ৰ চালপীৰাত ৰাখে। হাতত কলমটো ঠিক কৰি লয়। কাষত থকা গিলাচটোৰ পৰা পানী খায়। ওচৰত তামোলৰ পিক পেলোৱা পিকদানি এটা। সঘনাই ব্যৱহাৰ কৰে)*

মহৰী ঃ *(হাঁহি হাঁহি)* কাউৰীয়ে কা কৰিবলৈ পালে কি নাপালে, বেলি ওলাই পোহৰ পৰিল কি নপৰিল, গাঁওখনেই আহি মহাজন দেউতাৰ চোতালত হাজিৰ হলিহঁত দেখোন? মোৰো আজি কিছু পলমেই হ'ল দেই মহাজন দেউতাই বোলে--লোকনাথ, নৈপৰীয়া মাটি কেইডৰাত এইবাৰ খেতি কেনেকুৱা হৈছে, এপাক চাই আহিবা। ময়ো আকৌ মহাজন দেউতাৰ কথা পেলাব নোৱাৰি সেইফালে পাক্ এটা মাৰিলোঁ। নিজৰ ইস্থান লওঁহি মানে কিছু পলমেই হ'ল, তহঁতৰ ওজৰ আপত্তি কি আছে, ক হঁক। ঐ ফেৰেকা, কি হ'ল, কিবা ক'ব লগা আছে যদি ক'!

ভীম ঃ মহৰী বাবু মোৰ খাজনাটো.....

মহৰী ঃ অ' তোৰ খাজনাটো? তোৰ খাজনাটো বেজেনা বাজি বাজি সাত টকাকৈ মাহে নেগুৰ এডাল লাগি থকা কথাটো এটা লোকগীতলৈ পৰিৱৰ্তন হ'ল। ও, তই যদি মোৰ লগত কিবা এটা গুপুতে ফাইচলা কৰ, তেতিয়া দে'চোন মই কেচটোৰ কিবা এটা উপায় দিব পাৰোঁ কিজানি। এইবোৰ কাম হাচিল কৰাত এই লোকনাথ মহৰীৰ হাত পূৰা পকা আছে। পকা কেঁচা আৰু কি, খেলখন মোৰ জনা আছে। একেবোৰ কামকে কৰি কিবা অশান্তি খনো লাগে হেৰৌ। তাকে বুজি মহাজন দেউতাই ক'লে, 'মহৰী মোৰ চহৰৰ ঘৰখনত এপাকে মাৰি আহাগৈ ব'লা। ময়ো ভাবিলো বোলে একেবোৰ কাম কৰি কিবা আমনি লাগিছে যেতিয়া অলপ চহৰখনকে ফুৰি আহোঁ। মনটো শাঁত পৰিব তাতে মহাজন দেউতাই যোৱাৰ কথাটো কেইবাবাৰো ক'লে!

ভীম ঃ পিচে যোৱা হ'লনে নাই?

মহৰী ঃ হেৰৌ নাযাম কিয়? গ'লো, শ্ৰীমতীও ওলাল, নিয়া নহ'ল। সেই সময়তে আকৌ বৌটি আহি ওলালহি। চহৰৰ ঘৰখন দেখি সৰগ দেখা যেন লাগিল। কিবা বোলেনে ফাৰ্ম হাউছ। ঘৰৰ কোঠালি লেখি অন্ত পেলাব নোৱাৰি। কোনোটোত বহে, কোনোটোত কথা পাতে, কোনোটোত খোৱা-বোৱা কৰে, কোনোটোত শোৱে, কোনো হিচাপ নাই। আৰু খোৱাৰ কথা কৈছ? কিমান খাবি হেৰৌ কিমান উগাৰিবি! ৰসগোল্লা, বুন্দিয়া,



চমচম, মতিচৰ ভুজিয়া দৈ, ক্ৰীম, যি খাৱ সকলো মজুত! কিমান খাবিহো। ফোপতে কটা চুলিৰে ছোৱালীজনীয়ে দিয়ে থাকে, দিয়ে থাকে। হাঁহি এটা মাৰি জোৰকৈ দিয়ে থাকে, হুকাবধা কেনেকৈ কৰো হো, সেন্দুৰীয়া গাল- মুখ চকুৰ চাৱনি। দেখিলেই সেৱা কৰিবৰ মন যায়।

হাৰাধন ঃ মহাজন বাবুৰ বোৱাৰী হ'ব পায়?

মহৰী ঃ ধেৎ, জলকীয়া ভাঙিমদেই মুখত! বনকৰা ছোৱালী *(Direction)* লিচিক্ পিচিক্ খোজেৰে ৰাতিপুৱা যেতিয়া বিছনাতে ফিকা চাহটোপা দিবহি *(Action)* তেতিয়া নিজকে কিবা সৰগৰ দেৱৰাজ যেন লাগে। সাইলাখ অপেচৰী হেন। এদিন আকৌ মহাজন দেউতাই মোক ক'লে, লোকনাথ--মোৰ ঘৰটো দেখুৱাও ব'লা। মই অবাক হ'লো, লেখি অন্ত কৰিব নোৱাৰি। মহাজন দেউতাই নিজে মোক সমস্ত ঘৰবাৰী দেখুৱালে।

সূৰ্যৰাম ঃ মহাজন বাবুক ভগৱানে মোৰ বুলিছে। আমাৰ দৰে টোকোনা মানুচৰ কথা বেলেগ।

মহৰী ঃ গোটেই বাংলা-বাগান পকী দেৱালেৰে বেৰা। দাৰোৱান ৰাখিছে। বিনা অনুমতিত কোনো ভিতৰ সোমাব নোৱাৰে। ভিতৰখন স্বৰ্গপুৰী বুজিছ, স্বৰ্গপুৰী।

ভীম ঃ চোৰ-ডাকাতৰ ভয় হ'বলা?

মহৰী ঃ মই মহাজন দেউতাক সুধিছিলোঁ, দেউতা আপুনি ইমানবোৰ ঘৰেৰে কি কৰিব?

ভীম ঃ মহাজন দেউতাই কি ক'লে?

মহৰী ঃ কি কবহো, একোকে নক'লে। মাত্ৰ মোৰ পিঠি চপৰিয়াই ঢেক্-ঢেক্কৈ হাঁহিলে। পিচে, এই লোকনাথ মহৰী নথকা হ'লে, দেউতাই অ'তবোৰ সা-সম্পত্তি কেনেকৈ ৰাখিলেহেঁতেন, কোনেও ক'ব নোৱাৰে। কোনোবাই খাই কেতিয়াবাই হজম কৰিলেহেঁতেন। মই আছোঁ বুলিহে দেউতাই নিচিন্ত মনে মহাসুখত দিন কটাইছে।

হাৰাধন ঃ আমাৰ মহৰী বাবুৰ দৰে খাটি মানুচ ক'ত পাবা! পূৰা হিচাপ ৰাখে।

মহৰী ঃ ঠিকেই কৈছ! মই এবাৰ খঙৰ ভমকতে চাকৰি এৰি গুচি যাব খুজিছিলোঁ। দেউতাই নেৰিলে। ঘৰৰ পৰা মাতি আনিলে। দৰমহাও বঢ়াই দিলে। এইবাৰ নৈপৰীয়া মাটি এডোখৰো দিম বুলিছে।

অৰ্জুন ঃ মই আকৌ শুনিছিলোঁ মহৰী বাবুৱে বোলে আগতে ৰত্নপুৰ বাগানতে নকৰি কৰিছিল

মহৰী ঃ অ', অ' ঠিক শুনিছিলি অৰ্জুন ; ৰত্নপুৰ বাগানত গুডাম মহৰীৰ কাম কৰিছিলোঁ। বাগানৰ মেনেজাৰ চাহাবে মোক খুউব মৰম কৰিছিল। বেকেট মেকানিকৰ কলি মেমৰ জীয়েকটোক চাহাবক যোগাৰ কৰি দিয়া মানুহটো দেখোন ময়ে আছিলোঁ। পাছত বিলাতী চাহাব বিলাতলৈ গ'ল, দেশী চাহাব আহিল। মোৰ গা মন ভাল নলগা হ'ল। ঘৰৰ গৰু, বাৰীৰ ঘাঁহে বাহিজোৰা নাহে। ৰত্নপুৰ বাগান এৰি গুচি আহিলোঁ বাপেকে। এই লোকনাথ মহৰীৰ চাকৰিৰ কিবা অভাৱ আছেনে?

হাৰাধন ঃ বাগানৰ চাকৰি ভাল বুলি সবাই কয়। মোৰ ভাই দশৰথে বাগানত কাম কৰি চহৰত মাটি কিনিছে, পকী ঘৰ বনাইছে।

মহৰী ঃ ভাল বাবেই ১০/১২ বছৰ ৰত্নপুৰ বাগানৰ চাকৰিত আছিলোঁ। পিচে দেশী চাহাবৰ

মেজাজ দেখি ওলাই আহিলোঁ। মোক জোৰ কৰিছিল। মই পিচে নাথাকিলোঁ। বহুত বাগানত মোক মাতি আছে।

জগৰু : *(গহীনাই)* মই আক' বেলেগ কথাহে শুনিছিলোঁ....

মহৰী : *(কলমটো বন্ধ কৰি, জগৰুলৈ মুখ ঘূৰাই)* কি শুনিছিলি?

জগৰু : *(মনে মনে থাকে)*

মহৰী : নকৱ কিয়, কি শুনিছিলি, মনে মনে ৰ'লি দেখোন? ক, ক, ........

জগৰু : *(কওঁ নকওঁ কৈ)* কিবা বোলে চাহপাত চুৰি কেছত মহৰী বাবুৰ চাকৰি গৈছিল...

মহৰী : *(খঙেৰে)* ঐ জগৰু, তোক এইবোৰ মিছা কথা কোনে লগাইছে? হেৰ বুঢ়া, কথা ক'বলৈ বৰ সাহস দেখোন?

জগৰু : *(সাহসেৰে)* মহাজনৰ চৰ্দাৰ প্ৰেমলালে কৈছে। সিয়ো ৰত্নপুৰ বাগানে কাম কৰিছিল। সি তোমাৰ বহুত কথা জানে।

মহৰী : মনে মনে থাক! প্ৰেমলালে ক'লেই হ'বনে? সি বাগানৰ মধু ওৰাঙৰ বেটী ফুলমতীক পলুৱাই আনি ধৰা পৰিল। বস্তিৰ মানুহে তাক ধৰি বহুত পিটিলে। তই তাক সুধিবি। মই প্ৰেমলালক ইয়াত ভৰাই দিছোঁ। মহাজন দেউতাই লব খোজা নাছিল। সি বেটা নিমখ হাৰাম। মোৰে বদনাম গায়। মই তাক এসেকা দিহে এৰিম।

জগৰু : এহ্, কৈ লেঠাহে লগালোঁ। যোৱা কথা গ'ল, খং কৰিছা কেলে? মহাজনে মানুহ চাই-চিন্তিহে লৈছে। প্ৰেমলালৰ কথাত নধৰিবা। কাজিয়া-পেচাল বেয়া...

মহৰী : *(ভেকাহি মাৰি)* মনে মনে থাক বুঢ়া! অ' বুজিছোঁ, প্ৰেমলালৰ কথা কওঁতে গাজত লাগিল। লাগিবতো নালাগিব কিয়? জোৱান বেটীটো তালৈ দি ঘৰ জোঁৱাই পাতিব খুজিছ হ'বলা?

অৰ্জুন : মহৰী বাবুৱে কি কথা কহিছে, জগৰু কাকা?

মহৰী : জগৰু বুঢ়াৰ বেটী লছমীৰ কথা কৈছোঁ। বুঢ়াৰ ঘৰতে প্ৰেমলাল দিন-ৰাতি পৰি থাকে। ইফালে প্ৰেমলালৰ এজনী মাইকীও আছে। এতিয়া তাইক খেদি জগৰু বুঢ়াৰ বেটীক আনিব খুজিছে। বুঢ়াক মদ পানী খুৱাই মন ভুলাইছে। মই হ'বলা গম পোৱা নাই?

জগৰু : *(বহা ঠাইৰ পৰা উঠি লাঠিদাল দাঙি ললে। কিবা এটা অঘটন ঘটাৰ আগতে পিচ ফালে থকা বিক্ৰম আহি জগৰুৰ লাঠিদালত হাত দি জগৰুক সংযত কৰে)* ঐ মহৰী বাবু। কথা চম্ভালি ক'বা। মোৰ বেটীৰ কথা মুখত নানিবা। তাই গম পালে বেয়া হ'ব। তুমি নিজেই একটা লুতুৰা মানুচ, পাপী মানুচ! *(বিক্ৰমে কঁপি থকা জগৰুক ধৰি বহুৱাই দিয়ে।)*

মহৰী : ইস্ বৰ বৰ কথা নকবি হেৰৌ, সঁচা কথা ক'লে লাজ পাৰ হ'বলা। এতিয়া মোৰ গাতহে খোপটো লাগিল।

বিক্ৰম : জগৰু কাকা, ব'লা আমি যাওঁ গৈ। মোৰ বাবে তুমি বিপদতহে পৰিলা।

জগৰু : *(থিয়হৈ)* হা, হা, চল, চল ।

মহৰী : ৰহ, ৰহ জগৰু শুনি যা, যোৱা ছমাহৰ ধান তই মহাজন দেউতাক দিবলৈ আছ, তই কথাটো পাহৰিলি নেকি?



জগৰু : কিয়, যোৱা কাতি মাহতে ধানটো দেখোন দি গলোঁ! হিচাপতা ৰাখিছানে নাই?

মহৰী : হিচাপ?? অ' সি বুঢ়াই মোক হিচাপত ধৰি কথা কয়? মহাজন দেউতাৰ অতবোৰ সা-সম্পত্তিৰ হিচাপ ৰাখি ৰাখি বুঢ়া হলোঁ, দাত সৰুৱালোঁ, চুলি পকালোঁ। এতিয়া সি মোৰ হিচাপ ধৰি সন্দেহ কৰে, সোভা কৰে। চকু কেইটা মেলি ভালদৰে চাই ল। পূৰা হিচাপ ৰখা আছে, ক'তো হেৰ-ফেৰ নাই। হালৰ সময়ত গৰুহাল বেমাৰত পৰোতে নতুন এহাল কিনিবলৈ তই নিয়া একুৰি, নৈ পৰীয়া মাটি ভাঙিবলৈ নিছিলি একুৰি পাঁচ টকা। সাতে পাচেঁ মিলাই কিমান? হিচাপটো তয়েই কৰি চা! তাৰ উপৰিও নৈপৰীয়া মাটি এহালিচা তোক দিয়া হৈছিল। খবৰ আছেনে নাই?

জগৰু : নৈপৰীয়া মাটিৰ হিচাপটো কিয় ধৰিছা? সেই মাটি গ্ৰেজিঙৰ আছে। গ্ৰেজিং ভাঙি আমি মাটি উলিয়াইছোঁ, সবেই মিলি বস্তি বান্ধিছোঁ।

মহৰী : তহঁতে কথাবোৰ নুবুজ কিয়হো? মহাজন দেউতাইহে তহঁতক সেই মাটিত বহুৱাইছে। দেউতাই কৃপা নকৰাহেঁতেন, তহঁত ভিখাৰী হলিহেঁতেন, খাবলৈ নাপাই শুকাই মৰিলিহেঁতেন। *(ঘড়ীৰ শব্দ)* (পৰিৱেশ শান্ত হৈ পৰে। চন্দ্ৰ মহাজন সোমাই আহে। বয়স ষাঠি মান হ'ব। চুলি মাজে মাজে পকিছে। গোঁফতো পক ধৰিছে। কাণৰ কাষত জুলফি। মহাজনৰ শৰীৰ আটিল, ওখ-পাখ, খোজ-কাটল, সাজ-পোছাকত আভিজাত্যৰ লক্ষণ। গাত পেলাই লোৱা ৰঙীণ আলোৱান। ভৰিত দামী নাগেৰা জাতীয় জোতা। লগত দাৰোৱান। সকলো মানুহে মহাজনৰ আগমনত আঁঠুলৈ সেৱা জনায়। মহাজনে হাত দাঙি প্ৰতিবাদন জনায় আৰু সকলোকে বহিবলৈ ইংগিত দিয়ে। ওপৰত স্থাপিত আসনত বহে। দাৰোৱান পিচত থিয় দি থাকে। মহৰীয়ে ব্যস্ততাৰে কাগজ দুই এখন দেখুৱালে। মহাজনে গোটখোৱা মানুহখিনিলৈ চকু ফুৰালে। কোন কোন আহিছে এটা হিচাপ ললে।

মহাজন : *(জগৰুলৈ দৃষ্টি পেলাই)* সেইটো জগৰু নহয়নে? (মহাজন নামি তলত থিয় দিয়েহি।)

জগৰু : *(এটা সেৱা জনাই)* হয় দেউতা, মইহে।

মহাজন : কেনে আছ? গা-মূৰ কুশলনে? তোক দেখোন বহুত দিন দেখা নাই? *(ভীমলৈ চাই)* সেইটো ভীম নহয়নে? ভাল যেনেই দেখিছোঁ। খেতিখোলা কেনে চলিছে?

ভীম : ঈশ্বৰে দেহাটো ৰাখিছে দেউতা। মাইকীৰ হে বেমাৰ লাগি আছে। দুখীয়াৰ দুখ ক'ত গুচিব দেউতা। এটা গ'লে আন এক'টা আহি যায়। খেতি পথাৰ ভাল হ'লে কি হ'ব? এডৰা মাটিৰ ধান চপাই মৰণা মাৰিবলৈ চোতালত পেলাইছিলোঁ। যোৱা আঁউসী ৰাতি চোৰে ডাঙৰিকে উঠাই নিলে।

মহাজন : তহঁতক মই কেতিয়াবাই কৈছিলোঁ, চোতালত ধান পেলাই নথবি। আজি-কালি চোৰ চহৰতে নাথাকে। গাঁৱতে পিত্‌পিতাই ফুৰে, অভাৱ-অনাটন বাঢ়িছে, চোৰ-ডকাইত বেছি হৈছে। *(বিক্ৰমলৈ চাই)* এই ডেকা ল'ৰাটো কোন? আগে দেখা মনত নপৰে। তাক কি লাগে?

জগৰু : *(ডাঙৰকৈ)* মোৰ লগত আহিছে। তাৰ কথা ক'বলৈকে দেউতাৰ ওচৰত আহিছোঁ।

মহাজন : ক'চোন, তাক কি সকামত আনিছ? ক'ৰ মানুহ?

জগৰু : নতুন মানুচ, কালি ৰাতি আহি মোৰ ঘৰত সোমাইছে।

মহাজন : *(বিক্ৰমৰ প্ৰতি)* কি নাম? ঘৰ ক'ত?

বিক্ৰম : বিক্ৰম, বিক্ৰম দাস মুণ্ডা।

মহাজন : বাগানত কাম কৰ হ'ব পায়? *(আগ-পিচ কৰি)*

বিক্ৰম : আগে বাগানত আছিলোঁ। বাপে ৰঙাপানী বাগানে ড্ৰাইভাৰ কাম কৰিছিল। পৰে চাকৰি বাদ দিলে, খেতিত ধৰিলে।

মহাজন : তই এতিয়া কি ক'ৰ? ক'ত থাক ?

জগৰু : সিপাৰৰ মানুহ দেউতা। এইফালে প্ৰথম আহিছে। ভাবিলো, গোটা জোৱান বেটা, এই ৰকম ঘুৰি ফুৰিলে, কাম নাই কৰিলে, কি ৰকম চলিব। ভাবিলো, মহাজন দেউতাৰ তাতে লৈ যাওঁ। কিবা যদি হয়।

মহাজন : *(বিক্ৰমৰ প্ৰতি)* কাম বিচাৰি আহিছ? কি কাম কৰিব পাৰিবি?

জগৰু : *(আশাৰে)* ই খেতিৰ কাম কৰিব পাৰিব, জোৱান বেটা।

বিক্ৰম : মই গাড়ীও চলাব পাৰিম।

মহাজন : এতিয়া তোৰ কোন কোন আছে? মাইকী, ল'ৰা-ছোৱালী, মা-বাপ?

বিক্ৰম : আপোন বুলিবৰ কেও নাই হজুৰ! মা-বাবা নাই, মৰিল হাইজাত। ঘৰ-বাৰী বানপানীতে উটি গেল। দহ' বাৰাটা বছৰ একো নহ'ল।

জগৰু : একা মানুচ, এতিয়া দেউতাই কিবা একটা নক্‌ৰি দিলে ৰক্ষা পৰে। দেউতাই মন কৰিলে-

মহাজন : *(অলপ গতি গোত্ৰ লক্ষ্য কৰি)* বাৰু হ'ব। তোক মই ৰাখিলোঁ। জগৰু পুৰণি মানুহ, বহুদিন মোৰ লগত আছে। তাৰ কথা মই নেপেলাওঁ। ও, ঠিক যেনে দৰকাৰ, ঠিক তেনে কাম কৰিবি। দৰমহা পূৰা পাবি। ভাল কাম কৰিলে পূজা, পৰবত বকচিচ্ পাবি।

বিক্ৰম : *(উৎসাহেৰে)* দেউতাই মোক বচালে। কাম কৰিববলৈ মই ভয় নকৰো। আপোনাক খুচী কৰিব পাৰিম। মোৰ কাম দেউতাই বেয়া নাপাব।

মহাজন : বাৰু হ'ব। মহৰী, বিক্ৰমৰ নাম ঠিকনা, খাতাত ভৰোৱা। দৰমহাৰ কথা, কামৰ কথা বুজাই দিবা। মই ভাবিছোঁ, সি মই বিচৰামতে কাম কৰিব পাৰিব।

মহৰী : হ'ব দেউতা, মই সকলো বুজাই দিম। অকলশৰীয়া মানুহ। হেম গেম নাই। *(বিক্ৰমক উদ্দেশ্য কৰি)* হেৰৌ বিক্ৰম, কি চাই আছ'? দেউতাৰ ভৰিত ধৰ তোৰ কপাল ভাল। মই ইহঁতমখাক কৈয়ে আছোঁ, আজিও গোটেইজাককে বহুৰাই কৈছোঁ বোলো, আমাৰ মহাজন দেউতা মানুহ নহয়। ঈশ্বৰ! এনেহেন দয়াৰ সাগৰ, ধনী, গুণী লোকৰ তলত তই আশ্ৰয় পালি-। বোলো-

মহাজন : *(মহৰীৰ ফালে ঘুৰি কটাক্ষ ভংগীৰে)* মহৰী!!!

*(দৃশ্য পৰিৱৰ্তন। সংগীত ধ্বনি)*



## চতুৰ্থ দৃশ্য

*সময় দুপৰীয়া, দৃশ্যপট প্ৰথম দৃশ্যপটৰ দৰে। জগৰুৰ ঘৰ। লছমীয়ে ঘৰ-চোতাল সাৰি থাকে। জগৰু আৰু বিক্ৰম সোমাই আহে। জগৰুৰ খোজ-কাটল ঢলং পলং। নিচা কৰি আহিছোঁ।*

জগৰু : *(বাহিৰৰ পৰা গাই সোমাই আহে)* "প্ৰিয়া বিনা জীয়া কেইছে বান্ধবৰে.. লছমী, লছমীৰে? আৰে বেটীতো ক'ত গ'ল?

লছমী : *(কাষ চাপি)* কি হ'ল বাপি, ইমান হাল্লা কৰিছ?

জগৰু : কাম হৈ গৈছে.....ৰে।

লছমী : অ' তই হ'বলা আজিও নিচা কৰি আহিছ?

জগৰু : *(হাতেৰে দেখুৱাই)* অলপ অলপ, বেছি নহয়। ইমান কম খালে তোৰ বাপৰ নিচা ক'ত লাগিব? মোৰ বাপেতো একেলগে দুই কলস ভৰা মদ খাইছিল। মই কি খাইছোঁ ৰে। মহাজনৰ বাংলাতে মধুৰায়ে পালে। তাৰ ঘৰলৈ টানি নিলে। মধুৰায়ৰ এক্‌টা নাতি হৈছে। নাতিটো আজি চুৰা খেদিছে। সি আৰু মোক নেৰিলে। তাৰ বহিন দুখনীয়ে খুউব ভাল মদ বনায়। বৰ কাড়া মদ, বেটীৰ হাত পাকা! ঐ ৰকম লাল মদ আনে বনাব নোৱাৰে ৰে। ভগৱানে তাইক ভাল কৰক। *(জগৰুৱে গাৰ কাপোৰেৰে মুখখন মোচে)*

লছমী : তইতো হাড়িয়া মুখত নিদিওঁ বুলি মোকে কথা দিছিলি? ইয়াতে কবি হাড়িয়া নেখাওঁ। লগ পালেই হাড়িয়া খাবি। তোৰ কথাত ভৰসা নাই।

জগৰু : সকলো মিলি নাতিটোক আশীৰ্বাদ দিলো। ছটী পৰৱ, অলপ ৰং-তামাছা কৰিলোঁ। আজিৰ পৰা নাখাওঁ দে, চালা হাৰামজাদা মহৰীটো, মোৰ মেজাজটোক খাৰাপ কৰি দিলে। তাক, তাক মই দেখি লম।

বিক্ৰম : *(জগৰুক অধিক ক'বলৈ নিদি)* জগৰু কাকাৰ গাত দোষ নাই। মহাজনৰ পাওনা ধান মৰণা মাৰি মই দি আহিম। জগৰু কাকাই কষ্ট কৰিব নালাগে। আজি জগৰু কাকাই মদ খাব খোজা নাছিল। বাকীবোৰে জোৰ কৰিলে। হাড়িয়া আনি সবাই মিলি মদ খালে। ক'লে, তোৰ মানুচটোৰ নক্‌ৰি হৈছে, অলপ নিচা না কৰিলে কেনেকৈ চলিব? নাচ গান চলিল। জগৰু কাকাই মাদল বজালে। (মাদলৰ ধ্বনি)।

জগৰু : শুনিলি লছমী, শুনিলি, বিক্ৰমে কি ক'লে শুনিলি হো? তই ৰাগ নকৰিবি। অ', তোক ভাল খবৰটো দিয়াই নাই! মহাজন দেউতাই বিক্ৰমক ৰাখিলে। পছন্দ কৰিছে, কাম হ'ব বুলিছে। দৰমহা ভালেই দিব নঠগায়। একটা কম্বলভি দিছেৰে....

বিক্ৰম : কাকাৰ বাবেই মোৰ নক্‌ৰি মিলিল। ইয়াতেই মই থাকি গলোঁ। ভবিছিলো, আমাৰ মতন ভিখাৰী একটাক কোনে আশ্ৰয় দিব? এতিয়া দেখিছোঁ, মোৰ চব আছে, জগৰু কাকা আছে, মধু কাকা আছে, দশ ভাই-ভনী আছে, সকলো আছে।

জগৰু : দেখিলি লছমী, বিক্ৰম ইয়াতে থাকি গ'ল, আমাৰ মাজতে সোমাই পৰিল।

লছমী : ভাবিছিলোঁ, নক্‌ৰি নাহলে দূৰৰ মানুচ দূৰে গুচি যাব! বহুদূৰ.... আৰু নাহে!!

জগৰু : তই ঠিক কথা ভাবিছিলি। মই ভি তাকো ভাবিছিলোঁ। সি ইয়াত ক'ত থাকিব? ৰাস্তা-

ঘাট নাই, হাট-বাজাৰ নাই, ডাক্তাৰখানা নাই, পঢ়া-- লিখা নাই, একোৱেই নাই। দহ ঠাইৰ গৰীব মানুচ আহিছে। হাবি-জংঘল ভাঙিছে, বস্তি পাতিছে, কাম কৰি কৰি মানুচ সব্ ভাগৰি গৈছে, গাৰ খুন পানী কৰিছে, শুকাই খিনাই গৈছে। হাঁহি নাই, আহলাদ নাই। কেৱল কাম। চালা, মদ নাখাই কি কৰিব? মন খুলি কথা ক'বলৈ এটা ভাল মানুচ নাই। এতিয়া তোক পাইছোঁ, নিজৰ বেটা যেন লাগিছে। তোৰ সংগে দুই একটা ভাল কথা কহিছোঁ। খুউব ভাল লাগিছে! এনেতে প্ৰেমলালৰ প্ৰৱেশ। তেজাল চাহ জনগোষ্ঠীৰ ডেকা। মেজাজ গৰম। প্ৰেমলালে দূৰৈৰ পৰা চিঞৰি আহে। *(বাহিৰত)*

প্ৰেমলাল : জগৰু কাকা, জগৰু কাকা *(ভিতৰত)*

জগৰু : ঐ প্ৰেমলাল আহিছে, লছমী, তুই ভিতৰে যা ; সি আজি মধুৰায় ঘৰে খুউব নিচা কৰি আহিছে। *(লছমী ভিতৰ সোমাই যায়। বিক্ৰম একাষত ৰৈ থাকে, প্ৰেমলালৰ গতিগোত্ৰ লক্ষ্য কৰে।)*

প্ৰেমলাল : *(ডাঙৰকৈ চিঞৰি)* ওঁ, গুচি আহিছোঁ। চাল্লা, হাৰামজাদী, ঘৰ সোমাবলৈহে পালোঁ, তাই বেটী গালি আৰম্ভ কৰিলে। মই কি তাইৰ বাপৰ টাকাই মদ খাইছোঁ। নিজ কামাই মদ খাইছোঁ। ই বোলে তাইৰ একো নহয়, মই বোলে একটা পিশাচ, চয়তানৰ বাচ্ছা। চাল্লা, কোনটো মতাই খুৱাই পিন্ধাই চাম নহয়। মোৰ পয়চা সব লুটিলি, এতিয়া আক, মোকে গালি দিয়, চয়তানৰ বাচ্ছা বোল, হু!!

জগৰু : আহ্ আহ্ !! মেজাজটা ঠাণ্ডা কৰ, তহঁত হালে এইৰকম চব দিন ঝগৰা কৰি থাকিলে, কি ৰকম হ'ব হো? নাপায় নাপায়। হাই-কাজিয়া বৰ বেয়া। তাতে, ফুলমতীৰ বাচ্ছা হ'বৰ সময়। তই পাগলৰ মতন কামবোৰ কিয় কৰ, হো? নকৰিবি, নকৰিবি!

প্ৰেমলাল : জগৰু কাকা, তইতো জান মই কিমান দিনৰ পৰা মদ খাইছোঁ বেছিও খাইছোঁ, কমো খাইছোঁ। কাম শেষ কৰি খাওঁ, কামত থাকিলে মুখত নিদিওঁ। কিন্তু কাকা, মাইকীৰ বৰ বৰ কথা মই কিয় সহিম? মই ফুলমতীক কি দিয়া নাই, তয়ে ক'ছোন? দিন নাই, ৰাতি নাই মহাজনৰ কাম কৰিছোঁ। বোকাপানী গচকিছোঁ। কিহৰ বাবে? তাইক মই কি দিয়া নাই? ভাত-কাপোৰ দিছোঁ, হাটৰ পৰা কিনি আনি নাক ফুল দিছোঁ, পায়ৰী পিন্ধাইছোঁ, খাৰু বালা দিছোঁ। ফুলৰ চাঁদ কৰি ৰাখিছোঁ। পাষাণ মাইকী মোকে চয়তান কহে। মাতাল বুলি গালি দিয়ে....... *(প্ৰেমলালৰ চকু হঠাৎ আঁতৰত ৰৈ থকা বিক্ৰমৰ ওপৰত পৰিল। সি খন্তেক ৰ'ল, বিক্ৰমক তলৰ পৰা ওপৰলৈ চালে)*

প্ৰেমলাল : এইটো কোন ৰে?

জগৰু : তই চিনি নাপাবি? নতুন আহিছে। মহাজনৰ তাতে কাম পাইছে।

প্ৰেমলাল : মহাজনৰ বেটাই আনিছে হ'বলা?

জগৰু : নহয় সি নিজেই আহিছে।

প্ৰেমলাল : মহাজনৰ বেটা চহৰৰ পৰা আহিছে। ইয়াতে কিবা ফাৰম খুলিব। পুৰণা মানুচ খেদি নতুন মানুচ বহুৱাব। বস্তি খালি কৰাব। (বিক্ৰমৰ প্ৰতি) তই ক'ৰ পৰা আহিছ, শুনো?

বিক্ৰম : জগৰু কাকাই দেখোন ক'লেই। মই ইয়াৰ মানুচ নাই আছোঁ--

প্ৰেমলাল : *(গহীন হৈ)* ..... ওঁ, তোৰ নাম কি আছে?



বিক্ৰম : বিক্ৰম।

প্ৰেমলাল : ইয়াত কিয় আহিছ?

বিক্ৰম : নক্ৰি বিচাৰি।

প্ৰেমলাল : নক্ৰি পালি?

বিক্ৰম : মহাজন দেউতাই ৰাখিব বুলি কহিছে।

জগৰু : ফজিৰ বেলা মই মহাজনৰ বাংলাতে লৈ গৈছিলোঁ। মহাজনে পছন্দ কৰিছে। খেতিৰ কাম আছে।

প্ৰেমলাল : *(বিক্ৰমক সোধে)* তই বস্তিৰ পৰা পলাই আহিছ হ'ব পায়!

বিক্ৰম : পলাই আহিম কিয়? নিজ খুচিমতে আহিছোঁ।

প্ৰেমলাল : বাৰু দেখা যাব। ময়োভি মহাজনৰ তাতে চাক্ৰি কৰো..

বিক্ৰম : তোমাৰ কথাতে গম ধৰিছোঁ।

প্ৰেমলাল : প্ৰেমলাল চৰ্দাৰ বুলিলে মোক চবে জানে। তই মোৰ কথা শুনিছ?

জগৰু : সি তোৰ কথা কি ৰকম জানিব। নতুন আহিছে।

প্ৰেমলাল : নাই জান যদি শুন। মোক সবাই ভয় কৰে। ভালত মই খুউব ভাল, বেয়াত কিন্তু নিস্তাৰ নাই। মোৰ সংগে মিলি থাকিবি। নহ'লে তোৰ কপালে দুখ আছে। (খন্তেক ৰৈ) অ' কচোন, তোৰ নামটো কি কহিলি?

বিক্ৰম : বিক্ৰম, বিক্ৰম দাস মুণ্ডা।

প্ৰেমলাল : মুণ্ডা আছ? এক জাতৰ আছ। ঠিক আছে! বিক্ৰম, তই সাদি কৰিছ?

বিক্ৰম : নাই, নাই কৰা।

প্ৰেমলাল : মই কৰিছোঁ। মোৰ মাইকীটো মহা চয়তান আছে। মোৰ সব লুটিলে। ঝগৰা কৰে। আচ্ছা, তই সাদি কৰিব খুজিছ নেকি?

বিক্ৰম : নাই। এতিয়াও ভবা নাই।

প্ৰেমলাল : ঠিক কৰিছ। সাদি নাই কৰাবি। যিমান মৰম বিচাৰি যাবি সিমানে দুখ পাবি। ফুলমতীক মই বহুত সাধ কৰি সাদি কৰিছিলোঁ। পোষা ময়না, বিশ্বাস নাই আছেৰে। নাই আছে! মই ফুলমতীক এৰি নতুন মাইকী আনিম।

বিক্ৰম : সেই ৰকম কথা কিয় কৈছা? তুমিটো চৰ্দাৰ মানুচ। মানুচৰ মন বুজি পোৱা। এইবোৰ হাই - কাজিয়া ভাল নহয়। ঘৰে কাজিয়া লাগি থাকিলে তোমাৰ মন একদম খাৰাপ হৈ যাব...

প্ৰেমলাল : ঐ বিক্ৰম, মানুচ দেখি কথা কবি।

বিক্ৰম : তুমি যি যি ৰকম কৈছা, মই সেই ৰকম জবাব দিছোঁ।

প্ৰেমলাল : *(শাসনৰ স্বৰেৰে)* তই ইয়াত থাকিলেনা, প্ৰেমলাল চৰ্দাৰৰ কথা মানি চলিব লাগিব। চাফ চাফ কৈ দিলোঁ। ও, চৰ্দাৰি কৰিবলৈ মোক এটা বন্দুকভি দিছে।

বিক্ৰম : চলিব লাগিলে চলিম। তাতে কি আছে। কিন্তু বন্দুকক ভয় কৰি নহয়।

প্ৰেমলাল : ঐ বিক্ৰম, মোকে দেখি তোৰ ভয়লগা নাই?

বিক্ৰম : ভয়? ভয় কিয় লাগিব? তুমিতো জংঘলৰ বাঘ নোহোৱা।

প্ৰেমলাল : হাঃ হাঃ হাঃ শুন, এই বস্তিৰ মানুহে মোক বাঘ বুলি জানে।

বিক্ৰম : তোমাৰ চেহেৰা দেখিয়েই মই ধৰিব পাৰিছোঁ। পিচে, মই বাঘ চিকাৰ কৰিব জানো। বাঘৰ গোজৰণিলৈ মই ভয় নকৰোঁ। (বিক্ৰমৰ কথাত প্ৰেমলাল গৰজি উঠিল। সি কঁকালত মেৰিয়াই থোৱা চাবুকডাল উলিয়াই শূন্যত এটা জোৰেৰে কোব মাৰিলে। বিক্ৰমেও আত্মৰক্ষাৰ বাবে বেৰত আওজাই থোৱা লাঠিডাল তুলি ললে। প্ৰেমলালেও কাষতে পাই লাঠি এডাল তুলি ললে। প্ৰেমলাল আৰু বিক্ৰমৰ পৰস্পৰে পৰস্পৰক আক্ৰমণ । প্ৰথমে লাঠি যুঁজ, পাচত বাহুৰে বাহুৰে। মাৰ্চেল আৰ্ট সদৃশ *(কথা বিষম দেখি লছমী ভিতৰৰ পৰা ওলাই আহিল। জগৰু বহাৰ পৰা উঠি প্ৰেমলাল আৰু বিক্ৰম মাজত থিয় দি দুয়োকে ধমকি সোধাই আঁতৰ কৰি দিয়ে।)*

জগৰু : *(ৰাগ দেখুৱাই)* ঐ বেটাহঁত কি হৈছে হো? দেখা হওঁতেই যুঁজ আৰম্ভ কৰিলি। ভাগ্ ভাগ্ মাথা ঠাণ্ডা কৰ। তেজ গৰম দেখুৱাবলৈ আহিছ? যা, যা. আঁতৰ হ.....
*(প্ৰেমলাল এফালে, বিক্ৰম আনফালে গুচি যায়। এনেতে ৰংগমঞ্চ ক্ৰমাৎ এন্ধাৰ হয়। নেপথ্যত সংগীত বাজে।) (দৃশ্যপট পৰিৱৰ্তন)*

## পঞ্চম দৃশ্য

*চিন মুকলি হোৱাৰ লগে লগে পোহৰ পৰিব। বহুত মানুহৰ কোলাহল। মেলা বহিছে। সময় সন্ধিয়া, হাট বাৰ। এফালে পুতলা নাচ দেখুৱাইছে। সীতা হৰণৰ শেষ দৃশ্য। ৰাৱণে সীতাক হৰণ কৰা কাহিনী। পুতলা নাচ দেখুওৱা মানুহটোৱে দুহাতৰ দহ আঙুলিত সূতা ধৰি ঘাগৰা পিন্ধা ৰংচঙীয়া পুতলা (ৰাৱণ, সীতা, ৰাম-লক্ষণ প্ৰকৃতি) নচুৱাই থাকে। পুতলাৰ নাচোনৰ লগে লগে এজন সংগীয়ে তাল দিয়ে, এজনে মাদল বজায়, এজনে বাঁহী বজায়। গীতৰ লগে লগে জুনুকাৰ শব্দ। দুবৈত ডেকা কেইটা মানে জুৱা খেলি থাকে। মাজে মাজে কিৰিলি মাৰে। মেলাৰ পৰিৱেশ আনন্দমুখৰ।।*

**পুতলা নাচৰ গীতঃ**

আইল ৰাৱণ চৰ, ভিক্ষা মাগে বৰে ঘৰ,
শিঙ্গা-ডম্বৰু হাতে ধৰি, ভিক্ষা মাগে চল কৰি,
হাতে হাত ভিক্ষা দিতে সীতাকে চাপাইল ৰথে,
ৰথ উড়াইল মহাশূন্যে সীতা কান্দে ৰাম বিনে
সাত সমুদ্ৰ কূলে কাতৰে হনু বলে--
কেমন হইব সাগৰ পাৰহে,
দীননাথ, প্ৰাণনাথ কেমনে হইব সাগৰ পাৰ।।
সত্য যুগে বসুদেৱ, ত্ৰেতা যুগে শ্ৰীৰাম,
দ্বাপৰতে কলি যুগ, নৱ ঘনশ্যাম।



বাজিল ৰামেৰ ঘন্টা, থৰ থৰ কঁপে লংকা
আনিব সোণাৰ লংকা, হাৰাইল জীৱন।
মাদল বাজে ধিং ধিং
হৰিণ বলে মংগল শিং
দুৱাৰে পড়িল বান, লংকা জিনি আইল ৰাম
দয়াকৰ, দয়াময়, প্ৰভু নাৰায়ণ।।

*(এজনী গাভৰুৱে হাড়িয়া ভৰা মদ বেচি আছে। জুমৰ মাজৰ পৰা এজন দুজন গৈ যাৰ যিমান মন যায় মদ খাইছে, গা তলমল কৰিছে, নিচা লাগিছে। জগৰু, লছমী আৰু বিক্ৰম আহি উপস্থিত। জগৰু আগবাঢ়ি জুমৰ মাজত সোমাই পৰে। লছমী আৰু বিক্ৰম হাড়িয়াৰ কাষ চাপে। হাড়িয়া বেচা গাভৰুজনীক লগ পাই হাঁহি কথা পাতে।)*

বাসন্তী : *(মদ বেচা গাভৰু ৰঙিয়াল...ধুনীয়া)* আৰে লছমী দেখোন? বহুত দিন তোক দেখাই নাই?.. তোৰ সংগে এইটো কোনৰে..

লছমী : নতুন মানুহ, তই নাই জানিবি।

বাসন্তী : কি নামৰে? (বিক্ৰমলৈ হাঁহি হাঁহি চাই থাকি)

লছমী : বিক্ৰম নাম আছে!

বাসন্তী : তোৰ ভাগ্য ভাল! তোৰ সংগে খুউব সাজিব, তোৰ পছন্দ আছে। (হাঁহে)

লছমী : ধেৎ, সাদি হোৱা নাইৰে- (হাঁহে) লগত আহিছে, মেলা দেখিব।

বাসন্তী : সাদি নকৰ কিয়? কৰ (দুষ্টামি হাঁহিৰে, লগৰ আন কেইজনীমান গাভৰু) সাদি হলে মাতিবি কিন্তু ! নাই ভুলিবি? ঐ বিক্ৰম, ভাল মাইকী পাইছ! মৰম কৰিবি। জগৰু কাকাৰ বেটী, বৰ হুচিয়াৰ! আহ আহ প্ৰসাদ খাবি আহ...! জোৱান বয়সে প্ৰসাদ নাখালে নহ'ব।

বিক্ৰম : মই মদ নাখাওঁ।

বাসন্তী : ধেৎ মদ নাই কবি, মধু কবি, মধু প্ৰসাদ বুলিবি! এই বস্তিতে আছ যেতিয়া প্ৰসাদ নাখালে কি ৰকম চলিব? প্ৰাণটো কি ৰকম জুৰ পৰিব? গানে কি কহিছে শুন--
"ভাণ্ডাপানী দেলে নাইও
দশ কুটুম বাইছালে নাইও
দশ টাকা মোলাই।
বিছ কুটুম বাইছালে নাইও
বিশে টাকা মোলাই"
গানে কহিছে- " কহিছে ঘৰত মানুহ নাথাকিলে কোনে সুধিব? একতি মধু দিলে দহোটা মানুহ গোট খাব। দহোটা গোট খালে আৰু দহোটা গোট খাব আৰু দহোটা আহিব। তেতিয়া নাচ গান কৰিব।"

*(সকলোৱে কিৰিলি মাৰি হাঁহে-নাচে। লছমীয়ে বিক্ৰমক হাতত ধৰি জুমৰ মাজলৈ লৈ যায়। এনেতে মাদলত চাপৰ পৰে। মাদলৰ চাপৰ খৰকৈ পৰাত ৰ'ব নোৱাৰি ডেকা-গাভৰুহঁতে ঘপককৈ উঠি কঁকালত ধৰা ধৰি কৰি মণ্ডলাকাৰে ঘূৰি ঘূৰি তালে তালে*

*খোজ পেলাই আগ-পিছ, সোঁ-বাওঁ, কৰি ঝুমুৰ নাচ আৰম্ভ কৰে। নাচনীহঁতৰ খোপাত বগা ফুলৰ মালা, ভৰিত নূপুৰ, গাত ৰংচঙীয়া শাৰী আঁঠুমুৰীয়া। হাতত ঝুনুক ঝুনুক কৰা বালা। মূৰত এটা পাগুৰিৰ দৰে বান্ধি, আঁঠুৰ ওপৰত থকা চুৰিয়া, গাত এডোখৰ খৰা চোলা পিন্ধা জগৰুৱে জাঁপ মাৰি মাদল এটা ডিঙিত আঁৰি নাচত সোমাল। লছমীয়ে বিক্রমকো নাচলৈ টানি নিলে। লছমী ফুলমতী, কাজল, অৰ্জুন, ভম, মধুৰায়, যমুনা আদি সকলোৱে নাচত উত্ৰাৱল হৈ তালে তালে ঝুমুৰ নাচিবলৈ ধৰিলে। এটা উৎসৱমুখৰ পৰিৱেশ।)*

**ঝুমুৰ গান চলিল নেপথ্যত ঃ**

আম ফুলে ঝপা ঝপা তেতুলফুলে বাঁকা গো,
পূৰব দেশে দেখি আইলাম, বাৰীৰ হাতে শাখা গো।
দুই পয়ছাৰ পুঠি মাছ, কাওৗা গোলাৰ তেল,
বাবুৰ বাপে ৰান্ধে দেখে, তাৰ সঙ্গে ঝোল।
যাৰ ঘৰে চাউল নাই, তাৰ মন কেমনৰে,
ঘনেক বাঁশী ঘনেক তাতল ঘনেক চাল ভাজাৰে।
আম গাছে আম নাই ফাবড় কেন মাৰেহে,
তোমাৰ দেশে সখি নাই চখ কেন কৰহে।
ঘৰ কৰি আঙ্গনা, আঙ্গনা কৰি ঘৰ গো,
যত কৰি কাম-কাজ, তবু বাসে পৰ গো।
বৰ পাকে, পিপল পাকে, সব মইনা যায়ৰে,
জালিৰামে ঝুমুৰ লাগে, সব গোপী নাচেৰে।।

*(মঞ্চত ক্ৰমে নাচ-গান নোহোৱা হ'ব, পোহৰ কমি আহিব (Fade out) আনটো মণ্ডলত পোহৰ পৰিব, দেহ ভংগীমাত লছমী আৰু বিক্ৰম। ৰোমান্টিক মুড এটা Love Scene)*

লছমী ঃ যাওঁ, বহুত পলম হ'ল। মই যাব পাৰিম যা... *(বিক্ৰমৰ বাহু বন্ধন আঁতৰাই)* তই আহিব নালাগে।

বিক্ৰম ঃ *(মৰমেৰে)* ঐ লছমী শুনতো...

লছমী ঃ *(ঘূৰি)* কি?

বিক্ৰম ঃ বহুত দিন থেকে তোকে একটা কথা কবাৰ ভাবি আছোঁ, ক'ব পাৰা নাই.. *(লাজ আৰু শংকাভাৱে)*

লছমী ঃ ক', কি কবি (ওঁঠৰ চাপি)?

বিক্ৰম ঃ *(মনে মনে খন্তেক বৈ লছমীলৈ চাই থাকে..)*

লছমী ঃ ক' আক'? নকৰ কিয়? ইয়াৰ পৰা যোৱাৰ কথা ভাবিছ?

বিক্ৰম ঃ নহয়, যোৱাৰ কথা ভবা নাই। ভাবিছোঁ.... ছয় মাস কাটালো তহঁতৰ সঙ্গে। জগৰু কাকা



আৰ তোৰ মৰম এৰি ক'ত যাম ৰে! আন একটা কথাহে তোক ক'ব খুজিছোঁ....

লছমী ঃ *(হাঁহি)* ক আক'?

বিক্ৰম ঃ তই যদি ৰাগ কৰ?

লছমী ঃ ৰাগ? ৰাগ নকৰোঁ বাৰু, তাৰা তাৰি ক'! বাপে চিন্তা কৰিব

বিক্ৰম ঃ ভাবিছোঁ; তোকে মোৰ খুউব পছন্দ হৈছে! তোকে সাদি কৰি একটা সংসাৰ... কৰিব পাৰিলে ..

লছমী ঃ বাপিক কবি। *(বিক্ৰমৰ চকুলৈ চাই)* ইমান মন দি কি দেখিছৰে...

বিক্ৰম ঃ তই সবছে সুন্দৰী আছ! মইতো কালা গৰীব। তোৰ গায়ে গয়না দিবাৰ মোৰ টাকা নাই! দিবাৰ মন থাকিলেই দিব পৰা পইচাৰ জোৰ নাই। জগৰু কাকাই বহুত লাগি মেলি মহাজনক খাটনি ধৰি মোক একটা নকৰি দিছে। এই ধাৰ সোধ কৰা মোৰ বাবে সম্ভৱ নহয়। জগৰু কাকাই যদি মোকে সাদি কৰা মান্তি নহয়? তেতিয়া?

লছমী ঃ *(হাঁহি)* তোৰ সাহস কম! বাপিক একবাৰ তোৰ মনৰ কথা কবি। বাপিয়ে কি কয়, শুনচোঁন! আৰু একটা কথা! টাকা সিকা ভিটা-বাৰী, সঙ্গে একো নাযায়ৰে। সব মন্দিৰে দেৱতাৰ পূজা নাহয়। এই দেহটোত দেৱতা থাকে তোকে আমাৰো পছন্দ হৈছে, মন মিলিছে। তই বাপিক বলিবি। মই যাওঁ দে...

*(বিক্ৰমে লছমীৰ কাষলৈ যায় তাইকো মৰমেৰে সাবটি ধৰে। নেপথ্যত (Soft Music) আৰু (Spot Light) ক্ৰমাৎ স্তিমিত হৈ আহিব। )*

*দৃশ্যপট পৰিৱৰ্তন।*

## ষষ্ঠ দৃশ্য

*জগৰুৰ ঘৰ, সময় পুৱা দহ মান বাজিছে। জগৰু, লছমী আৰু বিক্ৰম। বিক্ৰমে মাদলৰ ৰছী টানি থাকে। জগৰু বহি বিড়ি হোপে। কাষতে লছমীয়ে এটা ফটা কোট চিলাই থাকে। (Relax mode)*

জগৰু ঃ তহঁতে আজি কি নাচ দেখিছ? আগতে মাদলত চাপৰ পৰলে না, মতা মাইকী, জোৱান বুঢ়া সবাই নাচে মজগুল। নাচতে, নাচতে পাগল হৈছিল। সাৰা ৰাত কৰম পূজাৰ নাচ চলিছিল। হাড়িয়া আছিল কলসী ভৰা। সহাই হাড়িয়া খাই নিচা কৰিছিল। গা-মন, তলমল কৰিছিল। দৈৱকী? দৈৱকী না? সাৰাৰাত নাচিছিল। মই মাদল বজাই ভাগৰি গৈছিলোঁ! দৈৱকীৰ নাচত যাদু আছিল ... ৰে....

লছমী ঃ মইতো নাচ দিব নাজানো।

জগৰু ঃ নাজানো বুলি নাই কহিবে, লছমী, নাই কহিবে। চাহ গছৰ মাজে আমি জনম লৈছোঁ। চাহ গছেই আমাৰ জীৱন! চাহ গছেই তোকে নাচ শিকাব, মাদল বাজিলে তোৰ ভৰি চলিব, তই গমকে নাপাবি।

লছমী ঃ তই যে কহিছিলি? এইদেশটো আমাৰ নাছিল, চা-বাগানে কাম কৰাৰ বাবে চাহাব লোকে

আমাৰ মানুচবোৰক আসাম দেশে আনিছিল?

জগৰু : সেই একটা যুগ আছিলৰে, সময় আছিল অন্য ৰকম। আসাম দেশটা আছিল জংঘল ভৰা, মানুচ কালাজ্বৰ, মেলেৰীয়া, হাইজা, গ্রহণীতে ভুগি মৰিছিল। জাহাজে ভৰ্তি আমাৰ লোক আৰ কাটিয়ে চলনা কৰি চালন দিছিল, চাবাগানে কুলি বনাইছিল-

*(নেপথ্যত গীত ভাঁহি আহে)*

*দেশ গেল জমিন গেল*
*তাইত হামৰা ভাৱিনা।*
*মানুষলে গোলাম বনিলো*
*মনঃস্তাপে মৰি গো'।।*

জগৰু : আমি গৰীব লোক কি কৰিতে পাৰি বল? আসাম দেশেই আমি বৈ গ'লো, এই দেশটাই আমাৰ দেশ হ'ল!!

লছমী : বাপি, নিজ দেশে যাবৰ মন চট্‌ফট কৰে! বল না, চলি যাওঁ? ইয়াতে থাকি ভাল নাই লাগে......

জগৰু : কি কৰে যাবি বেটি, আমাৰ আচল দেশ বহুদূৰে। শুনিছোঁ, ৰেল যায়, কিন্তু বেটি, কোন ক'ৰ পৰা আহিছিল, ভুলি গৈছোঁ, মনে নাপৰে! শুনিছোঁ, মোৰ বাপৰ বাপ আহিছিল বিহাৰৰ পৰা। মধুৰাম ওৰাং, সিয়ো বিহাৰৰ। অৰ্জুন কটক জিলাৰ, সুখ বিলাস, চাচাৰাম, ৰাঁচি বলে জিলাৰ, ফুলমতীৰ বাপেৰ বাপ, যমুনাৰাম বোলে তেলেগু দেশেৰ। ক'ত এইবোৰ দেশ আমি দেখা নাই, শুনিছোঁ। সব ভুলি গৈছোঁ, ভাবি কি লাভ? মুণ্ডা, চাওতাল, খাৰিয়া, ভুমিজ, ওৰাং, গণ্ড, ভুইয়া, গোৱালা, কুৰ্মী কিমান জাতৰ হিচাপ লবি! *(কাহে)* আসামে সব এক হৈছে।।

বিক্রম : আমাৰ কাকাৰ দেশ বোলে মালদহ জিলা। ক'ত নাজানো।

লছমী : পাৰ্বতীহঁত বোলে নাগপুৰ বোলে দেশ থেকে আহা লোক। বাপি, বাবুলোক আমাকে "কুলি" বলে ডাকে। ৰাধা মাসীৰ বেটা জ্বৰ খাপৰি হৈ মাৰা গেল। দাৱাই পানী একো নাই পালে... এই দেশ চাৰি নিজ দেশ যাবৰ মন চটফট কৰে...

জগৰু : এতিয়া আৰ ক'ত যাবি বেটি। নিজ দেশ গ'লে শুকাই মৰিবি। নিজ ভিঠা, নিজ জমি, জাতি ভাই ক'ত বিচাৰি পাবি? এই দেশেই থাকিব লাগিব, আসাম দেশটোকে নিজ দেশ বনাব লাগিব!

লছমী : ইয়াতে থাকি কি হ'ব বাপি ? কাম কৰি দেহা বৰবাত কৰিবি। খালি কাম! ৰাতি লাইনত পৰি থাকিবি, ঝগড়া কৰিবি, হাড়িয়া খাবি আৰু কি?

জগৰু : বহুত ভুল হৈ গৈছে, তই ঠিকেই কৈছ, পইচা পালে কি হ'ব, পইচা উৰি গৈছে। মদ খাই জুৱা খেলি পইচা উৰাই দিছোঁ। মধুৰায়ে ঠিকেই কৈছে, জাতি ভাইৰ মিল নাই। কুলি হৈ মৰ চালহঁত, মৰ ........।

বিক্রম : লছমীয়ে কৈছে, ইয়াত নিজৰ জমি জমা নাই, ঘৰ-বাৰী নাই। সব জমি বোলে মহাজনৰ।



প্রেমলালেও কহিছে। সি মাজে মাজে মহাজনকে গাল দিয়ে। নিচা খালে বহুত গাল দিয়ে, কিবা কিবি কয়...

জগৰু : প্রেমলালৰ কথা মনে কৰিলে দুখ লাগে। সদানন্দৰ বেটা প্রেমলাল। তাৰ মা দৈৱকী। দৈৱকী সুন্দৰী আছিল, সবলোকে জানিছিল। ফৰচা বং, জলমল চকু ; চালে মন ৰখি যায়। দৈৱকীৰ নাচ দেখিতে পূজা পৰবত চহৰৰ বাবুলোক জমা হৈছিল। সদানন্দ চাধা-চিধা লোক। সি বেটাই কাম-কাজ একো নাকৰি বুঢ়া শিৱ থানে ভাং খাই ভঙ্গুৰা হ'ল। ভৈৰৱ কীৰ্তন গাই মনটা উদাস কৰিলে। ঘৰ-সংসাৰ এৰি বাবাজী হ'ল।

লছমী : মাৰ সংগে শিৱথানে পূজা দিওঁতে একজন ডাঢ়িয়া বাবাকে দেখা মনে পৰে-

জগৰু : হা বেটি সিয়ে আগৰ সদানন্দ ভুমিজ। আগে শিৱথানে ডাঙৰ পূজা হৈছিল। আজি আৰ নাই ....। সদানন্দ ভিখাৰী হ'ল। চন্দ্ৰ মহাজনে শিৱথানৰ সব মাটি হজম কৰিলে। সদানন্দই বাধা দিছিল, নোৱাৰিলে।

বিক্রম : শিৱ মন্দিৰৰ মাটি মহাজনে গ্ৰাস কৰি বেয়া কাম কৰিলে। শিৱ দেৱতাই শাও দিব। মহাজনে শান্তি নাপাব। বাবাজী ক'ত গ'ল, জগৰু কাকা?

জগৰু : সদানন্দক ভগৱানৰ সামনেই খুন কৰিলে। সেই দিনটোৰ কথা মনে পৰলে না, বুকু ভৰি যায়, চকুৰ জল পৰে। বৰ ধুমুহা আহিছিল। শীতে গৰীব লোক কঁপিছিল। সদানন্দৰ লাসটো মন্দিৰৰ সামনে পৰি আছিল। মানুচ সবে কি হ'ল, গমকে নাই পালে।

বিক্রম : মহাজনে কি কৰিলে?

জগৰু : মই আৰ মধুৰায় দৌৰ দি বাংলা পালোঁগৈ। মহাজন নাছিল। মহাজনৰ কিমান কাম, এইবোৰ খবৰ কিয় ৰাখিবহো? তাতে সময়টো আছিল ধান বেচাৰ সময়। দহ বাৰটা ভৰ্তি ভঁৰাল। দূৰৰ বেপাৰী আহিছে, গাড়ী ভৰ্তি ধান কিনিছে। টাকা পয়ছাৰ কাৰবাৰ। সময় ক'ত।

বিক্রম : পুলিচ আহিছিল?

জগৰু : নাই, নাই পুলিচ হাকিম কোনো নাহিল। খবৰ পাইছিল। কিয় আহিব কচোন? ...মহাজনে পাচত দহ টাকা দি ক'লে, হাই-হুল্লা নকৰিবি। ঝটপট মাটি দে, পুতি থ! পুলিচ আহিলে তহঁতকে ধৰি নেব, খুউব বেটাব।। আমি তাকে কৰিলোঁ। ভগৱানৰ লোক, ভগৱানে লৈ গ'ল। আমি কি কৰিম, ক' *(হুমুনিয়াহ কাঢ়ে)*

লছমী : দৈৱকী মাসীৰ কথা, নকলি দেখোন?

জগৰু : তাই মহা সুন্দৰী আছিল। একটা গান আছেনা সেই পুৰুণা গান-

"মুখ খানি হাসি মাখা,
চকু যেন ভোৰেৰ তাৰা,
নাইক' তাতে বিষাদ ৰেখা।।"

সুন্দৰী হ'লে কি হ'ব? সুন্দৰ চেহেৰাই তাইৰ কাল হ'ল।

লছমী : *(হাঁহি)* তয়ো কিজানি দৈৱকী মাসীৰ প্রেমে পৰিছিলি, মাৰ সংগে ঝগড়া কৰিছিলি? *(লগতে বিক্রমেও হাঁহে)*

জগৰু : সেই সময়ে তোৰ বাপ যোৱান আছিল। যোৱান বয়সটো বৰ অস্থিৰৰে, দৈৱকীৰ নাচত

মই মাদল বজাইছিলোঁ। *(নেপথ্যত মাদলৰ শব্দ)* চন্দ্ৰ মহাজনো যোৱান আছিল। চেহেৰাভি সুন্দৰ আছিল, এতিয়া বুঢ়া হৈছে, আগৰ জোৰ কমিছে। ময়ো হটিছোঁ। কৰম পূজাতে একদিন ঝুমুৰ চলিছিল। তাতে দৈৱকীয়ে নাচি সবাকে মতলীয়া কৰিছিল। মহাজনে নিচা কৰিছিল। দৈৱকীৰ ওপৰে তাৰ নজৰ পৰিল। মহাজনে তাইক বাংলালৈ লৈ গ'ল তাতে ৰাখি দিলে। *(নাট্যকাৰৰ টোকা ঃ পশ্চাৎ অবলোকন, (Flas back) পদ্ধতিৰে দৃশ্যটো নৃত্যৰ সহায়ত দেখুৱাইছিল পূৰ্বৰংগ নাট্যদলে। মহাজনৰ মুখত মুখা, দৈৱকী নৃত্যভংগিমাত ত্ৰিভংগ। ৰেম্পৰ ওপৰত দৰ্শকৰ দৃষ্টি পৰশা এটা আকৰ্ষণীয় দৃশ্যপট পৰিচালকে আন উপায়েৰেও চাইক্লোৰামাত মহাজন আৰু দৈৱকীৰ মাজত হোৰ টনা আজোৰা দৃশ্যৰ পৰিকল্পনা কৰিব পাৰে , পোহৰ নিয়ন্ত্ৰণ ব্যৱস্থা থাকিব। আগৰ দৃশ্যপট নোহোৱা হোৱাৰ লগে লগে পুনৰ জগৰু লছমী আৰু বিক্ৰমৰ সংলাপ আৰম্ভ হ'ব।)*

লছমী ঃ আ-হা-হা, কি পাযাণ মানুচ ৰে-

জগৰু ঃ এৰা বেটি, বৰলোকৰ টাকাৰ জোৰ আছে, দয়া-মমতা নাইৰে। মহাজনে দৈৱকীকে বাংলাতে ৰাখি দিলে। তাতে তাইৰ পেটে একটা বাচ্ছা জন্ম হ'ল। চাৰ মাস্ পৰে দৈৱকীকে গাল দি মহাজনে খুউব বেটালে। তাইক বাংলাৰ পৰা বাহিৰ কৰে দিলে।

লছমী ঃ তহঁতে দৈৱকী মাসীৰ খোজ খবৰ লব লাগিছিল?

বিক্ৰম ঃ দৈৱকী মাসীৰ গাতে কি দোষ, বৰলোকৰ দয়া মায়া নাই পাযাণ....

জগৰু ঃ লৈছিলোঁ, দৈৱকীৰ খোজ-খবৰ বহুত লৈছিলোঁ। বহু পাচত গম পালোঁ তাই ৰত্নপুৰ বাগানে তাইৰ দিদি ঘুনুছাৰ হাতে বাচ্ছাটা ৰাখি একদিন পলাই গ'ল। ক'ত পলাল, কোনেও ক'ব নাই পাৰিলে। কোনোৱে ক'লে নদীতে জাঁপ দিলে, কোনোৱে ক'লে চহৰে কোনোলোকে ফুচুলাই লৈ গ'ল। আচল কথা কিন্তু কোনেও নাজানিলে। মই ৰত্নপুৰে ১০/১২ দিন থাকি ঘুনুছাৰ হাতত থকা বাচ্ছাটা চাই ফিৰৎ আহিলোঁ...। কি ফৰচা ৰং আহাহা!!

লছমী ঃ বাচ্ছাটাৰ কি হ'ল, বাপি?

জগৰু ঃ তহঁতে প্ৰেমলালৰ কথা জান নহয়? সিয়েই দৈৱকীৰ বাচ্ছা, এতিয়া মহাজনৰ চৰ্দাৰ প্ৰেমলাল। *(Crash Music)*

বিক্ৰম ঃ *(বিস্মিত হৈ)* প্ৰেমলাল চৰ্দাৰ? *(Spot)*ত প্ৰেমলাল লগে লগে নাইকিয়া হ'ব।

জগৰু ঃ হা, বিক্ৰম, সেই বাচ্ছাই আজি তহঁতে জানা প্ৰেমলাল চৰ্দাৰ। তাৰ মেজাজ বুজিবি কেনেকৈ। এক্ একবাৰ তাৰ মাথাই আগুণ জ্বলে। সি তখন পাগলেৰ মতন হৈ যায়। ভাল-বেয়া একো বিচাৰ নকৰে। দেখিলি নহয় সেইদিন তোকে ক'ত গাল দিলে, ঝগৰা কৰিলে। ও, মহাজনে তাকে খুউব বিশ্বাস কৰে। প্ৰেমলালে মহাজনৰ জমি জামাৰ সব হিচাপ জানে। কোন জমি হকৰ, কোনটো জমি বেনামী প্ৰেমলালে সব জানে...। মহাজনে তাকে একটা বন্দুকভি দিছে চৰ্দাৰি কৰা বাবে। সি জংঘলে চিকাৰ কৰি পশু মাৰি আনে, আমাকো দিয়ে। তাৰ বন্দুকৰ আৱাজ আমি শুনো। গুৰুম গুৰুম শব্দ... *(effect)*

লছমী ঃ *(সৰল ভাৱে)* বিক্ৰম চৰ্দাৰ হ'লে সিয়ো একটা বন্দুক পাব, নহয় বাপি?



জগৰু ঃ ধেৎ কটা আকৰী, বিক্ৰম খেতিৰ মানুচ, সি চৰ্দাৰ কিয় হ'বলৈ যাব? চৰ্দাৰি কাম ভাল নহয়ৰে বেটি... তোৰ হ'বলা তাৰ বাবে চিন্তা হৈছে।

বিক্ৰম ঃ মই চৰ্দাৰ হ'বলৈ নাযাওঁ। জগৰু কাকাৰ দৰে খেতি কৰিম। নহ'লে গুচি যাম.. মহাজনৰ কাম ভাল লগা নাই। আজি ৬ মাস কাম কৰি মনে শান্তি পোৱা নাই।....

জগৰু ঃ বিক্ৰম ইয়াতে থাকিব। মই বুঢ়া হৈ আহিছোঁ। সি ইয়াতে থাকি মোকে খেতিতে সহায় কৰিব। কি কবি বিক্ৰম....? তোৰ আপত্তি আছে যদি পৰিষ্কাৰ কৰি ক'?

*(বিক্ৰমৰ চকু লছমীৰ ওপৰত। দুয়ো যেন ৰং পাইছে-- বিক্ৰমে তলমূৰ কৰে! খন্তেক পাছতে জগৰুক কিবা এটা কব খোজে.... কিন্তু ক'বলৈ নৌপাওঁতেই বাহিৰত কিছুমান মানুহৰ কোলাহল শুনি সকলোৱে বাহিৰৰ ফালে উৎকণ্ঠাৰে চায়। বিক্ৰম থিয়হৈ অলপ আগবাঢ়ে.... এনেতে (Cut) পোহৰ নিস্তেজ সংগীতৰ শব্দ... আগন্তুক দৃশ্যৰ অৱতাৰণা।)*

## সপ্তম দৃশ্য

*পূৰ্ববৰ্তী দৃশ্যৰ অতিৰিক্ত অংশ, জগৰুৰ ঘৰলৈ সোমাই আহে বস্তিৰ মানুহ মধুৰায়, অৰ্জুন, সীতাৰাম, বীৰভদ্ৰ, ভীম, গোবৰ্ধন তাচা প্ৰভৃতি। সকলোৰে মনত দুশ্চিন্তাৰ ভাব পৰিলক্ষিত। বস্তিৰ মানুহবোৰ দেখি অবাক হৈ জগৰুৱে সোধে।*

জগৰু ঃ কি হলৰে? সব লোক হাজিৰ দেখোন? মধুৰায়, অৰ্জুন, কি হৈছে ক'?

অৰ্জুন ঃ জগৰু কাকা বৰ বিপদ হৈছে। মহাজনে আমাৰ বস্তিৰ মাজে একটা নালা কাটিছে!

মধুৰায় ঃ নালা কাটি ফাৰমলৈ পানী নিব। চাপৰিত মহাজনে একটা ফাৰম খুলিব। চহৰৰ পৰা বেটা আহিছে, চামৰা তৈয়াৰ কৰা কাৰখানা বহুৱাব, মেচিন লগাব। বহুত পানী লাগিব। পানী লাগে।

বীৰভদ্ৰ ঃ নালা কাটলে না, আমাদেৰ সৰ্বনাশ হ'ব!

জগৰু ঃ নালা কাটলে আমাৰ কি হ'ব ৰে?

গোবৰ্দ্ধন ঃ ঘৰ-বাৰী ভাঙি দিব। বস্তিৰ মাজেদি নালা গেলে অনেক লোকেৰ মাটি যাব। মধু কাকা, হাৰাধন, সীতাৰাম, অৰ্জুন, ভীম সবাৰে ঘৰ মাটি সব যাব! পানীতে বিহ মিছিব। আমাৰ খাওৱা পানী!

জগৰু ঃ নালা??

গোবৰ্দ্ধন ঃ হা, নালা! ফাৰমৰ বাবে পানীৰ দৰকাৰ। মেচিন চলিব।

অৰ্জুন ঃ চামৰা তৈয়াৰ কাৰখানা হ'ব, বহুত পানী লাগিব...

জগৰু ঃ না-লা, ফাৰম, চামৰা কাৰখানা??

মধুৰায় ঃ তোৰ মাটিও যাব। মহাজনৰ লোক ফিটা মাৰিছে..

জগৰু ঃ (ঘপকৈ উঠৈ) নাই, নাই হ'ব দিব!! অসম্ভৱ!!! (মূৰত পাগুৰীটো বান্ধি, হাতত এখন দা'লৈ) চল। সবাই চল- দেখি আহিম।

*(সকলোৱে জগৰুৰ পাচে পাচে যায়....) Cut (পট পৰিবৰ্তন)*

## অষ্টম দৃশ্য

*সময় বেলা ভাটি যোৱা। এজোপা বৰ গছৰ তল। মুকলি পথাৰ। গাঁৱৰ মানুহবোৰ বিষন্নমনে বহি থাকে। মহৰীয়ে সিহঁতৰ উদ্দেশ্যে কথা কয়, বুজায়।*

মহৰী : কিয় অসম্ভৱ হো, কিয় অসম্ভৱ? কোনে ক'লে বেনামী মাটি? এই গোটেই মাটিখিনি (হাতেৰে দেখুৱাই, বহলকৈ হাত মেলি) আমাৰ মহাজনৰ, চন্দ্ৰ মহাজন দেউতাৰ। তহঁতে কথাবোৰ নুবুজ কিয়? নালা কাটিব সৌ ফালে। চাপৰিৰ নামনিত পানী জমা হ'ব। সেই পানী চামৰা ফেক্টৰীত দৰকাৰ হ'ব। কাৰখানা চলিব লাগিব। ও, যি কেইঘৰ বস্তিৰ মানুহৰ ঘৰ মাটি যাব সিহঁতক শিৰপুৰ চাপৰিত বহুওৱা হ'ব। মহাজন দেউতাই কৈছেই দেখোন?

অৰ্জুন : এইটো বৰ অন্যায় কথা হ'ব মহৰী বাবু, আমাক উঠাই, ঘৰ-বাৰী ভাঙি মহাজনৰ বেটাই কাৰখানা নে ফাৰম পাতিব? ই কেনে কথা? ভাৰি অন্যায় হ'ব!! *(সকলোৰে জোৰ স্বৰেৰে হয়ভৰ দিয়ে।)*

মহৰী : হেৰ অৰ্জুন, তোৰ কথা মই বুজিছোঁ; ইমান দিন থকা ভিঠাবাৰী গ'লে দুখ লাগিবৰ কথাই। পিচে এটা কথা নহয়? আজি-কালি অকল খেতি কৰি থাকিলে নচলিব। দিন বেলেগ হৈছে। চামৰা কাৰখানা বহিলে তহঁতৰ চাকৰি ওলাব, বহুত পইচা পাবি, সুখত থাকিব পাৰিবি, চখ কৰিব পাৰিবি। নহ'লে তহঁত হায়ৰাণ হবি, লঘোণত মৰিবি।

জগৰু : মহৰী বাবু, এই মাটি কাৰ, মই জানো! তুমি কি জানা ? তুমি অৰ্জুনক খেতি এৰি কাৰখানৰ মজদুৰ হ'বলৈ লোভ দেখাইছা? তুমি মহাজনৰ মানুচ, মহাজনে তোমাকে নকৰি দিছে। তুমি আমাক খেতি এৰি মহাজন বেটাৰ চামৰাৰ কাৰখানাত কাম কৰিবলৈ উপদেশ দিছা? ই কেনে কথা?

মধুৰায় : মহৰী বাবু, আমি বহুত কষ্ট কৰে এই বস্তি পাতিছোঁ। এই ভিঠা এৰি আমি নাযাওঁ, চাফ চাফ কথা। মহাজনকে কৈ দিবা...

অৰ্জুন : মহাজনৰ মতলব আমি গম পাইছোঁ। বস্তি ভাঙি আমাৰ দৰে গৰীব লোককে খেদিব খুজিছে.......

জগৰু : মহৰী শুনা, এই বস্তিৰ মাটি চন্দ্ৰ মহাজনৰ নাই আছে। মাটিৰ হাকিমে কৈছে, এই মাটি চৰকাৰৰ ; আমি বহিব পাৰোঁ। চৰকাৰে আমাক এই মাটি দিছে! আমি এতিয়া কিয় উঠি যাম। নাযাওঁ।।

মহৰী : তহঁতে ভালেৰে নুঠিলে মহাজনে পুলিচ মাতিব। হাতী লগাই তহঁতৰ ঘৰ-বাৰী ভাঙি পেলাব। মহাজন হাত দীঘল মানুহ। সকলোকে হাত কৰিব। তহঁতৰ দিন হাজিৰা কাঢ়ি আনক দিব, তেতিয়া কি কৰিবি ভাবি চা, যুঁজিব পাৰিবি? ভাগৰি যাবি।।

অৰ্জুন : মহাজনৰ এই বস্তি নাই আছে। চৰকাৰে আমাক দিছে। গ্ৰেজিং আছে।

বীৰভদ্ৰ : মহৰী বাবু, আমি এই জমি এৰি নিদিওঁ। হাতী লগাই ঘৰ ভাঙিবা, ভাঙা। পুলিচ আনি



কোবাবা, কোবোৱা। তথাপি আমি জমিন নেৰোঁ। এই জমিন আমাৰ। মহাজনকে কৈ দিবা।

মহৰী : (বিক্ৰমক দেখি) সৌটো বিক্ৰম নহয়নে? হেৰ' বিক্ৰম, তই ইয়াত কিয়? হেৰ, তয়েই বাৰু মহাজন দেউতাৰ চৰণত দীঘলদি পৰি সেৱা এটা কৰা নাছিলি জানো? তোৰ হকে জগৰু বুঢ়াই মহাজনক কিমান মিনতি জনালে। মহাজন দেউতাই তোক দেখোন চাকৰি এটাও দিলে... অ', এতিয়া তোৰ পাখি মেল খাইছে? চাবি আক'; পাখি গধুৰ হ'লে উৰিব নোৱাৰিবি। ধপচকৈ মাটিত পৰি যাবি।

বিক্ৰম : হক কথাত মই জাতি-ভাইৰ লগত থাকিম। তুমি বন্ধ কৰিব নোৱাৰিবা।

মহৰী : তহঁতে মোৰ ভাল কথা নুশুনিলি। মজাটো পাবি। তহঁতৰ পিঠিত চামৰাৰ কোব পৰিব, পিঠিৰ চাল উঠি যাব। হাতীয়ে ঘৰদুৱাৰ ভাঙি খাস্তাং কৰিব...। তেতিয়াহে বুজিবি, লোকনাথ মহৰীয়ে কি কথা কৈছিল। মই আহিলোঁ *(মহৰীৰ বেগেৰে প্ৰস্থান।)* সকলোৰে মহৰী আঁতৰি যোৱা চাই থাকে। সকলোৰে মন বিষাদেৰে ভৰা।

মধুৰায় : এতিয়া কি কৰিবি? আমি নালা বন্ধ নকৰিলে ঘৰ মাটি সব যাব! জগৰু, তয়েই ক'চোন কি কৰা যায়?

জগৰু : একটা ব্যৱস্থা ল'ব লাগিব। জবাব দিব লাগিব। এইবাৰ আচল লড়াই আৰম্ভ হ'ব! কিন্তু হুৰাহুৰি নহয়। ভাল কৰে চিন্তা কৰে! তহঁতেও ভাব। প্ৰয়োজন হ'লে ডাণ্ডা ফৌজ তৈয়াৰ হ'ব। সবাই কাল বিকালে মোৰ ঘৰে গোট খাবি। কিবা একটা উপায় জৰুল ওলাব। নালা বন্ধ কৰিব লাগিব, চামৰা ফাৰম হ'ব নোৱাৰিব।। এখন সব বাড়ি যা।

*(সকলো যাবলৈ উঠে। পোহৰ কমি আহে।)*

(দৃশ্য পৰিৱৰ্তন)

## নৱম দৃশ্য

*চন্দ্ৰ মহাজনৰ হাউলি। উৎকণ্ঠিত মহৰী, মহাজন বিব্ৰত। অহা-যোৱা কৰি দুশ্চিন্তাৰ ভাব প্ৰদৰ্শন কৰে। চঞ্চলতা পৰিলক্ষিত।*

মহাজন : যি ভাবিছিলোঁ সেয়ে। দেখিছোঁ, সা-সম্পত্তিৰ কোনো নিৰাপত্তা নাই। দেশৰ ৰাজনীতি বেলেগ হ'ল। মহৰী, কি ক'লা? সিহঁতে বস্তিৰ মাটি খালি নকৰে? সিহঁতৰ ইমান সাহস? তুমি সিহঁতক মই শিকাই পঠোৱা মতে কৈছিলা? সিহঁতে চন্দ্ৰ মহাজনৰ প্ৰকোপ দেখা নাই হ'বলা।

মহৰী : সিহঁতে আপোনাক এতিয়া কেনেকৈ চিনি পাব। সিহঁতৰ সেইফেৰা মগজ নাই। খাই পাতফলা মানুহ। আমি সিহঁতক এসেকা দিলেহে সিহঁতৰ ডেমাকি নোহোৱা হ'ব।

মহাজন : তুমি কৈছিলানে, যি কেইঘৰ বস্তিৰ মানুহৰ ঘৰ মাটি ভাঙিব, সিহঁতক শিৰপুৰ চাপৰিত মাটি দিয়া হ'ব বুলি? তুমি ভালকৈ বুজাই দিছিলানে মহৰী? মই কোৱা মতে?

মহৰী : কিয় নক'ম দেউতা, কৈছিলোঁ, কেইবাবাৰো কৈছিলোঁ। সিহঁত গোমূৰ্খ! দেউতাই কোৱা

সজকথা সিহঁতে কি বুজিব। ওভতাই মোকহে গালি পাৰি খেদি পঠালে। অ' দেউতা, শিৱপুৰ চাপৰিৰ কথা কবলৈকে পাহৰিছোঁ। মই দুবাৰো গ'লোঁ। অৱস্থা দেখোন বেয়াৰ ফালেহে গৈছে।

মহাজন : কেনেকুৱা বেয়া?

মহৰী : মই গৈ তাত আমি বহুওৱা মানুহবোৰক লগ ধৰিছিলোঁ। সিহঁত হয়তো তাত থাকিব নোৱাৰিব। নিজৰা বাৰীৰ কিছুমান ডেকা ল'ৰা আহি মাটি দখল লৈছে। গৰু চৰাবলৈ বুলি আমি দি থোৱা জেওৰাখিনি ল'ৰাবোৰে ভাঙি দিছে। ইফালে, গ্ৰেজিঙৰ মাটি-খিনি চহৰৰ পৰা হাকিম আহি বাগানত আগতে কাম কৰা সুখবিলাস, নৰোত্তম দেওচন, কান্দুৰাহঁতক দখলি দিছে।

মহাজন : *(অলপ বিচলিত হৈ)* আমাৰ মানুহবোৰে কি চাই আছিল? বাধা দিব নোৱাৰিলে?

মহৰী : দিছিল। পিচে, দেউতা লাভ নহ'ল। বহুত দূৰৰ পৰা গাঁৱৰ মানুহ আহি তাত গোট খাইছিল। জিলা বিষয়া, বিধায়ক, পঞ্চায়ত অফিচাৰ সকলো আহিছিল। মন্ত্ৰীয়ে বক্তৃতা দিছিল। ভূমিহীন কৃষকক চৰকাৰে মাটি দিছে। আমাৰ দহ বাৰটা মানুহ। সভা ভাগিলত সকলো দিহাদিহি গ'ল।

মহাজন : আমাৰ মানুহ কেইটাই কি চাই আছিল?

মহৰী : সভা ভঙাৰ পাচতো পুলিচ নগ'ল। আমাৰ মানুহে পুলিচক দেখি আগবাঢ়িব নোৱাৰিলে। পাচত উভতি আহিল।

মহাজন : *(চিন্তিত অৱস্থাত)* সেই চাপৰি অঞ্চল ইমান দিনে মোৰে দখলত আছিল, কোনেও আপত্তি কৰা নাছিল। বনবিভাগেও নটিছ দিয়া নাছিল। এতিয়া সেই মাটি মোৰ দখলৰ পৰা কাঢ়ি নি মাটি হীন কৃষকক পট্টন দিবলৈ আহিলে কেনেকৈ হ'ব? আইন আদালত আছে, উকীল পেস্কাৰ আছে। কিবা এটা কৰিব লাগিব। তুমি যে ডেকা ল'ৰাবোৰৰ কথা কৈছিলা? ভূতৰ ওপৰত দানৱ ওলালহি, কৰ পৰা? সিহঁত ক'ৰ পৰা আহিল??

মহৰী : ডেকা ল'ৰাবোৰ স্থানীয়। সিহঁতে বোলে খেতি কৰিব, হাঁহ-কুকুৰাৰ ফাৰ্ম খুলিব, কো-অপাৰেটিভ ব্যৱসায় চলাব। সিহঁতক জোকাবলৈ গ'লে পয়মালহে হ'ব। কিবা বোলে সংগঠনৰ ল'ৰা....

মহাজন : নিবনুৱাৰ দল *(ব্যংগ কৰি)* সংগঠন , সংগঠন, সংগঠন,---- হুহ্। মহৰী, তুমি এটা কাম কৰা। তুমি চহৰলৈ গৈ যদু উকীলক লগ ধৰা। তেওঁক সবিশেষ কবা। তেওঁ সকলো জানে। বনবিভাগৰ শইকীয়াক মই এবাৰ লগ পাব খুজিছোঁ বুলি ক'বা। জৰুৰী কথা আছে।

মহৰী : হ'ব দেউতা। *(এনেতে ভিতৰৰ পৰা মহাজনৰ ল'ৰা ৰুদ্ৰপ্ৰসাদ সোমায়)*

মহাজন : মহৰী, তুমি যোৱা এতিয়া। *(মহৰীয়ে সেৱা জনাই প্ৰস্থান)* আহ্ আহ্, বৰপোনা...

ৰুদ্ৰপ্ৰসাদ : মোক বোলে মাতিছিল?

মহাজন : মাতিছিলোঁ... তোক এটা কথা কওঁ বুলি ভাবিছোঁ।

ৰুদ্ৰপ্ৰসাদ : কি কথা দেউতা?

মহাজন : থিয় হৈ থাকিলি দেখোন? বহ।



ৰুদ্ৰপ্ৰসাদ : মই এখন মিটিঙলৈ যাবলৈ ওলাইছোঁ।

মহাজন : তোৰ সাজ-পোছাক দেখিয়েই গম পাইছোঁ। (ৰুদ্ৰপ্ৰসাদৰ পৰিধানত কুৰটা, পাইজামা, জহৰ কোট, এটা কান্ধত ওলোমা বেগ। ভৰিত চেণ্ডেল, চকুত ডাঠ চছমা। সাধাৰণ সমাজ কৰ্মীৰ বেশভূষা।

ৰুদ্ৰপ্ৰসাদ : *(ঘড়ী চাই)* অলপ দূৰলৈ যোৱাৰ কথা। বন্ধু এজনো যাব।

মহাজন : কিহত যাবি?

ৰুদ্ৰপ্ৰসাদ : চাইকেল দুখন যোগাৰ হৈছে।

মহাজন : মোৰ জীপখনকে লৈ যা। ড্ৰাইভাৰ ঘৰতে আছে। বাট-পথ বেয়া।

ৰুদ্ৰপ্ৰসাদ : নালাগে দেউতা, আমি চাইকেলতে যাব পাৰিম। *(বৈ)* আপুনি কিবা ক'ব খুজিছিল?

মহাজন : বিশেষ খৰধৰ নাই। তই এতিয়া যাবলৈ ওলাইছ। পাচত ক'লেও হ'ব।

ৰুদ্ৰপ্ৰাসাদ : *(ঘড়ী চাই)* সময় আছে। আপুনি কি ক'ব খুজিছিল কওক।

মহাজন : আমাৰ যে চাপৰিৰ মাটিখিনি আছিল, এতিয়া সেইবোৰত কিছুমান মানুহ সোমাই জোৰ-জুলুম কৰি মাটি উলিয়াইছে। কিছুমান নিবনুৱা ডেকা ল'ৰাই ফাৰ্ম খুলি আমি বহুওৱা মানুহবোৰক খেদি পঠাইছে, ঘৰ-বাৰী ভাঙি পেলাইছে। মানুহবোৰে ভয়ত পলাইছে।

ৰুদ্ৰপ্ৰসাদ : মই অলপ গম পাইছোঁ।

মহাজন : তই থাক চহৰত। কেইদিন মানৰ বাবে ইয়ালৈ আহিছ। বোধকৰো তই ভালকৈ গোলমালবোৰ বুজিব পৰা নাই। মই মহা চিন্তাত পৰিছোঁ। তই এই সময়ত আহি ভালেই কৰিছ। তাতে...

ৰুদ্ৰপ্ৰসাদ : চাপৰি অঞ্চলৰ দখলিক কেন্দ্ৰ কৰি ওলোৱা এটা গুজব মই চহৰতে শুনি আহিছোঁ।

মহাজন : কি গুজব, শুনো?

ৰুদ্ৰপ্ৰসাদ : এই ফালৰ মানুহৰ ধাৰণা, আপুনি বোলে নিজ স্বাৰ্থ পূৰণ কৰিবৰ বাবে কিছুমান অবাঞ্চিত বাহিৰৰ মানুহক চাপৰিত বহুৱাইছে।

মহাজন : সেইটো আক কেনে কথা? কোনে এনে গুজব উলিয়াছে?

ৰুদ্ৰপ্ৰসাদ : মই নাজানো। গুজব উলিয়াবলৈ কিছুমান মানুহ থাকেই আৰু এটা গুজব শুনিলোঁ, আপুনি বোলে এজন সমাজকৰ্মীক গুণ্ডাৰ হতুৱাই অপদস্ত কৰালে, তেওঁক পুলিচে ধৰি নিলে।

মহাজন : *(কিছু অস্থিৰভাৱে)* তই বিশ্বাস কৰিছ?

ৰুদ্ৰপ্ৰসাদ : নাই কৰা। আপুনি ইমান তললৈ গৈছে বুলি মই নাভাবো। এই কেইদিন অঞ্চলটোত ঘূৰি - পকি যি দেখিলোঁ, শুনিলোঁ গোটেই অঞ্চলটোত বেদখল চলিছে। কিছুমান দালালে সুবিধা লৈছে।

মহাজন : মোৰ কথা বেলেগ। মই পূৰ্বৰ পৰাই আছোঁ। খেতিৰ মাটি উলিয়াইছোঁ। বাগানৰ চাকৰি এৰি বহু কষ্টেৰে এই বনাঞ্চল মুকলি কৰাইছোঁ, মানুহ বহুৱাই ঠাইখন উন্নত কৰাইছোঁ। এতিয়া দেখিছোঁ, শগুণৰ চকু পৰাদি সকলোৰে ইয়ালৈ ঢাপলি মেলিছে।

ৰুদ্ৰপ্ৰসাদ : দেউতা, আপুনি চহৰৰ ঘৰ-দুৱাৰ এৰি, চহৰীয়া বিলাসী জীৱন বাদ দি এই হাবি জংঘলত সোমাই বহু কষ্টেৰে ঠাইখন উন্নত কৰিছে। এই কথা মই বুজো। কিন্তু দেউতা, এটা

কথা কওঁ, দোষ নধৰিব। ....দিন-কাল সলনি হৈছে। পুৰণি প্ৰতিপত্তি ধৰি ৰখা টান হৈ পৰিছে। চাপৰি আৰু গ্ৰেজিঙৰ মাটিবোৰত আমাৰ যি দখল চলিছিল, সেই দখল বে-আইনী বুলি প্ৰশ্ন উঠিছে। বনাঞ্চলৰ অবৈধ দখলি খালি কৰাৰ ব্যৱস্থা হৈছে। আমি এইবোৰ বেছি দিন চম্ভালিব নোৱাৰিম। আমাৰ যে স্বাৰ্থ আছে সেই কথা জনাজাত হৈছে।

মহাজন : স্বাৰ্থ নাথাকিলে এই জংঘল মহল, খেতি পথাৰ ৰাখি কি লাভ? তাত কিছুমান মানুহ বহুৱাই সংস্থান দিয়াটো জানো অপৰাধ? বাৰু তয়ে ক'চোন, যিবোৰ মানুহ বহিছে, খেতি-বাৰী কৰিছে, সিহঁত এতিয়া ক'লৈ যাব? সিহঁত দুখীয়া আশ্ৰয়হীন। ৰাজ্যখনত খাদ্য ভঁৰাল টনকিয়াল কৰোতে সিহঁতে জানো সহায় কৰা নাই?

ৰুদ্ৰপ্ৰসাদ : এইটো এটা মানৱিক প্ৰশ্ন, সন্দেহ নাই। কিন্তু সমস্যাটো বেলেগ, উদ্দেশ্য প্ৰৰোচক। এইবোৰ দৰাচলতে চৰকাৰী মাটি, চৰকাৰে এতিয়া বেদখল উঠাব খুজিছে। প্ৰকৃত স্থায়ী খেতিয়কক উচ্ছেদ কৰা কথা নহয়। পৰিকল্পিতভাৱে অনুপ্ৰৱেশকাৰীয়ে সংৰক্ষিত বনাঞ্চল বোৰত সোমাই পৰিছে, গছ-গছনি, হাবি-বনানি কাটি খাস্তাং কৰিছে, মূল্যৱান বন সম্পদ ধ্বংস কৰি সেইবোৰ চোৰাংভাৱে বাহিৰলৈ পঠাইছে। থলুৱা কৃষক, বনুৱা, ভূমিহীন দুখীয়া মানুহবোৰ নিজ ৰাজ্যতে আশ্ৰয় হেৰুৱাইছে।

মহাজন : বনাঞ্চল ৰক্ষা কৰিবলৈ বনবিভাগ আছে। বনাঞ্চলৰ কাঠ, বাঁহ, বেত মীন মহল আদি বিক্ৰী কৰি, লীজত দি বনবিভাগে বছৰি যথেষ্ট টকা উপাৰ্জন কৰে, ৰাজহ পায়।

ৰুদ্ৰপ্ৰসাদ : ৰাজহ পায় সঁচা, কিন্তু এই ৰাজহ নিচেই নগণ্য। অনেক বেদখল এলেকা আছে যিবোৰ এলেকা দুৰ্গম। তালৈ বনবিভাৰ লোক সহজে সোমাব নোৱাৰে, ভয় কৰে, জীৱনৰ আশংকা আছে।.. মই শুনিছোঁ, ৰিজাৰ্ভৰ অনুসন্ধানত যাওঁতে শিৰপুৰ অঞ্চলত বনবিভাগৰ দুজন গাৰ্ড নোহোৱা হৈছে। পুলিচে এটা কটা মূৰ হাবিত পুতি থোৱা অৱস্থাত উদ্ধাৰ কৰিছে। কিছুমান মানুহে গুণ্ডাকেইটাক বোলে চিনি পাইছিল, পুলিচকো কৈছিল, লাভ নহ'ল।

মহাজন : উচ্ছেদৰ নামত অনেক অপপ্ৰচাৰ চলিছে। সুনিৰ্দিষ্ট কাৰ্যসূচী নাই। পইচা ঘটাৰ সুবিধা হৈছে। তই এই কথা নুই কৰিব নোৱাৰ।

ৰুদ্ৰপ্ৰসাদ : নুই নকৰোঁ সঁচা। গোটেই প্ৰশাসনীয় যন্ত্ৰটোতে কেৰোণ আছে। তদুপৰি এক শ্ৰেণীৰ ক্ষমতাশালী মানুহে অবাঞ্চিত, বে-দখলকাৰীক প্ৰশ্ৰয় দিছে, উচটনি দি বিস্তৃত চৰ চাপৰিত সোমাবলৈ সুবিধা উলিয়াই দিছে। দালালৰ ব্যৱসায় চলিছে, সংৰক্ষিত অঞ্চলবোৰত মাটি বিচৰা মানুহ সোমাই অৰাজকতা সৃষ্টি কৰিছে।

মহাজন : বানবিধ্বস্ত আৰু গড়া খহনীয়াত ঘৰ মাটি হেৰুওৱা মানুহবোৰ ক'লৈ যাব?

ৰুদ্ৰপ্ৰসাদ : তেনে ধৰণৰ প্ৰকৃত ক্ষতিগ্ৰস্ত লোকক কোনো কোনো অঞ্চল অসংৰক্ষিত কৰি তাত বহুৱাৰ ব্যৱস্থা কৰা হৈছে। হাবি গাঁও স্থাপন হৈছে। তালৈ স্থানান্তৰ কৰা আঁচনি গ্ৰহণ কৰা হৈছে। কিন্তু দেউতা দুৰ্নীতি ইমান ব্যাপক যে অসংৰক্ষিত অঞ্চলসমূহ মুক্ত কৰাই এটা সমস্যা হৈ পৰিছে।

ৰুদ্ৰপ্ৰসাদ : এই অৰাজকতা আঁতৰ কৰিব লাগিব। আমাৰ কাকতৰ অফিচলৈ বহুতো চাঞ্চল্যকৰ



বাতৰি আহি থাকে। সকলোবোৰ তথ্যভিত্তিক নহয়। অকল চৰকাৰক দোষাৰোপ দিয়া অভিযোগ বেছি। অকল চৰকাৰকে দোষ দি থাকিলে সমস্যা সমাধান নহয়। ৰাইজো সজাগ হ'ব লাগিব। আমাৰ দেশ স্বাধীন হোৱাৰ পূৰ্বে খ্ৰীষ্টিয়ান মিছনেৰি-সকলে আমাৰ পিচপৰা সম্প্ৰদায়বোৰৰ হকে বহুতো দৃষ্টান্তমূলক কাম কৰি গৈছে। জনজাতি, চাহ জনগোষ্ঠী, হৰিজন প্ৰভৃতিৰ উন্নতিৰ কল্পে শিক্ষা, খেল-ধেমালি, চিকিৎসা-সেৱা আদিত গুৰুত্ব দিছিল। অৱশ্যে মিছনেৰিসকলে থলুৱা কলা সংস্কৃতি আৰু ঐতিহ্য পৰম্পৰা সংৰক্ষণত সহায় কৰা নাছিল। তেওঁলোকে দুখীয়া শ্ৰেণীৰ মানুহক ধৰ্মান্তৰত উৎসাহ যোগাইছিল। আমি ভাবিছোঁ ভালকৈ কাম কৰিব পাৰিলে, কোনো প্ৰতিৰন্ধকে হকা-বধা নকৰিলে, আমি বনাঞ্চলভিত্তিক মানে (Forest based) এক আৰ্থ সামাজিক পৰিমণ্ডল গঢ়ি তুলিবলৈ কঠিন নহ'ব। ইয়াত জনগোষ্ঠী সমূহৰ জীৱন ধাৰা অব্যাহত ৰাখি এক নিৰাপদ সামাজিক পৰিৱৰ্তন আনিব পাৰি। Composite Farmining ধাৰণাটো বেয়া নহয়।

মহাজন : তহঁতৰ ডেকাতেজৰ কথাবোৰ শুনিবলৈ ভালেই। পিচে এইবোৰ ভাবৰ বুৰবুৰণি। কামত নাহে। ৰাজনীতিৰ গোন্ধ আছে।

ৰুদ্ৰপ্ৰসাদ : ৰাজনীতি বুলি নকওঁ। আমাৰ মতে ই হৈছে সমাজ সচেতনতা।

মহাজন : তই দেখিছোঁ, আদৰ্শবাদী যুৱক। কিন্তু মোৰ বিচাৰত ধন-সম্পত্তিৰ লগত তহঁতৰ কোনো আদৰ্শ টিকি নাথাকে।

ৰুদ্ৰপ্ৰসাদ : প্ৰত্যক্ষ অভিজ্ঞতাৰে আন্দোলনত নামি, জেল খাটি, নিৰ্যাতন ভুগি উপলব্ধি কৰিছোঁ আমাৰ দেশত জমিদাৰ নাথাকিলেও জমিদাৰী মনোবৃত্তি ৰৈ গৈছে। ফলত দুখী দৰিদ্ৰই এতিয়াও সমাজত মেৰুদণ্ড পোন কৰি প্ৰতিবাদ কৰিব পৰা নাই। *(খন্তেক ৰৈ বিষয় পৰিৱৰ্তন)* অ' দেউতা এটা ব্যক্তিগত কথা ময়ো আপোনাক সুধিব খুজিছোঁ।

মহাজন : কি কথা?

ৰুদ্ৰপ্ৰসাদ : আপুনি মোৰ নামত সূৰ্য টিলাৰ নামনিত যিটো চামৰাৰ ফেক্‌টৰী খুলিব খুজিছে, তাৰ লগত মোক আপুনি জড়িত কৰিছে। এইটো দুৰ্ঘোৰ অন্যায়। মই এই বিষয়ে পাচত গম পাই লজ্জিত হৈছোঁ।

মহাজন : কিয়? কি অন্যায় কৰিছোঁ?

ৰুদ্ৰপ্ৰসাদ : যিটো নলা খন্দাই ফেকটৰীৰ পেলনীয়া আৱৰ্জনাবোৰ মূল নদীলৈ পেলাই দিয়া ব্যৱস্থা কৰিছে, তাৰ দ্বাৰা বস্তিৰ মানুহবোৰৰ কিমান অনিষ্ট হ'ব, আপুনি হয়তো সেই কথা ভবাই নাই। প্ৰদূষণৰ ভয়াবহতা আপুনি উপলব্ধি কৰা নাই। মই জানো, আপানাৰ দৰে আঢ্যৱন্ত লোকসকলে নিজ প্ৰতিপত্তিৰ জোৰত ব্যক্তিগত সুখ-সম্ভোগৰ বাবে অসামাজিক কাৰ্যত লিপ্ত হয়। মই ইয়াৰ দূৰ্ঘোৰ বিৰোধী। আপোনাৰ বিষয় সম্পত্তিবৰ্গই মোৰ নামত কলংক সানিব। মই আপোনাৰ সা-সম্পত্তিৰ প্ৰতি অকনো লালায়িত নহয়। মোক একো নালাগে।

মহাজন : কিন্তু বৰ পোনা সকলোৱেই আশা কৰে নিজৰ অৱস্থা টনকিয়াল হওঁক, ঘৰ-বাৰী, ধন-সম্পত্তি বৃদ্ধি হওঁক, ব্যৱসায়-বাণিজ্য বাঢ়ক। এতিয়া দেখিছোঁ, মোৰ অধ্যাপক পুত্ৰই মোকে জগৰীয়া কৰিছে।

ৰুদ্ৰপ্ৰসাদ : ব্যক্তিগত সামাজিক শক্তিবোৰ অনেক সময়ত দেশৰ প্ৰগতিৰ বাবে অন্তৰায়। আপোনাক

মই কওঁ যে আপুনি পুৰণি মূল্যবোধৰ জগতত‌ে সোমাই আছে। নতুন যুগৰ লগত আপুনি সংগতি ৰাখিব খোজা নাই। যিবোৰ উপায় অৱলম্বন কৰি আপুনি চহৰত পেট্ৰ'ল পাম্প খুলিছে, ট্ৰাক, বাছ কিনিছে, মাটি-বাৰী, ঘৰ-দুবাৰ সাজি জমিদাৰ হৈছে, চামৰাৰ ফেকটৰী খুলিব খুজিছে, সেইবোৰত সোমাই আছে দুৰ্নীতিৰ বিৰাট অংক। মই মানুহবোৰক বুজাম....

মহাজন : *(বিৰক্তি মেজাজেৰে)* কি বুজাবি শুনো?

ৰুদ্ৰপ্ৰসাদ : বুজাব লাগিব চাহ জনজাতি মানুহখিনি সদায় শোষিত, অৱহেলিত, লাঞ্চিত হৈ থাকিব নোৱাৰে। মানুহখিনিৰ পৰিৱৰ্তন দৰকাৰ। অৱস্থাৰ পৰিৱৰ্তন দৰকাৰ। সামাজিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক দিশত এই মানুহবোৰ উন্নত হ'ব লাগিব, নিৰক্ষৰতা দূৰ কৰিব লাগিব। অন্যায়ৰ বিৰুদ্ধে তেওঁলোকে প্ৰতিকাৰ কৰিবলৈ সচেতন হোৱা প্ৰয়োজন।

মহাজন : তোৰ কথা সিহঁতে শুনিব? তোৰ গাত মোৰ তেজ সোমাই আছে। সিহঁতে তোক বিশ্বাস নকৰে

ৰুদ্ৰপ্ৰসাদ : নুশুনিব কিয়? সিহঁতে যেতিয়া বুজিব মই কোনো অসৎ অভিপ্ৰায় আগত ৰাখি কাম কৰা নাই, মোৰ উদ্দেশ্য সিহঁতৰ অৱস্থা উন্নত কৰা, সিহঁতৰ শিক্ষাত গুৰুত্ব দিয়া, তেতিয়া সিহঁতে মোৰ কথাত পতিয়ন যাব। ক'বলৈ গ'লে, চাহ জনজাতি মানুহখিনি শিক্ষাৰ অভাৱত নিজৰ অধিকাৰৰ পৰা বঞ্চিত হৈছে।

মহাজন : *(বিচলিত হৈ)* মই শুনিছোঁ, তহঁতে গাঁৱত মিটিং পাত, মোৰ চৌধ্য পুৰুষক গালি দিয়?

ৰুদ্ৰপ্ৰসাদ : এইটো লুকুৱাই কৰাটো নাই? মিটিং গাঁৱৰ মানুহেই পাতিছে। আমি নিমন্ত্ৰণ পাই গৈছোঁ। মানুহবোৰৰ অৱস্থাৰ বুজ লৈছোঁ। দুখীয়া হ'লেও মানুহখিনিৰ মাজত বহুতো ভাল গুণ আছে। কেইবাখনো মিটিং এই কেইদিন হৈছে। মানুহবোৰৰ উৎসাহ দেখি আমি মুগ্ধ হৈছোঁ, আশাৰ মুখ দেখিছোঁ।

মহাজন : মিটিং চিটিং বন্ধ কৰ। তই ইয়াত থাকি এইবোৰ কৰিব নোৱাৰিবি। মোৰ ক্ষতি হ'ব, প্ৰতিপত্তি নোহোৱা হ'ব। ব্যৱসায়ত মই দেৱলীয়া হম। হোজা মানুহবোৰক উচটনি দি মোৰ সৰ্বনাশ মাতি নানিবি। মোৰ পুত্ৰই মোৰে বিৰুদ্ধে মানুহবোৰক এনেদৰে উচটাই দিয়া সহ্য নহয়। অসম্ভৱ!!!

ৰুদ্ৰপ্ৰসাদ : দেউতা আপোনাৰ চিন্তা-ভাৱনা ঘৃণাৰে বিকৃত, বোধশক্তি বিকাৰগ্ৰস্ত। আপুনি সমাজৰ মানুহ। আপোনাৰ যি সামাজিক দায়বদ্ধতা আছে তাক আপুনি উলাই কৰিব নোৱাৰে। আত্ম সংশোধন হ'লে আপোনাৰ দ্বাৰা সমাজৰ বহুতো ভাল কাম হ'ব। আৰু এটা কথা, মই ইয়াত থকাৰ বাবে যদি আপোনাৰ বিপদৰ আশংকা হৈছে মই তেনেহলে আপোনাৰ ঘৰৰ পৰা ওলাই যাম।

মহাজন : *(ঘূৰি, প্ৰস্থানৰ পথত)* মোৰ আপত্তি নাই। তোৰদৰে অবাধ্য ল'ৰাৰ মুখ চাব নোখোজো। *(বেগেৰে প্ৰস্থান)*

ৰুদ্ৰপ্ৰসাদ : *(স্বগত)* কি আশ্চৰ্য এই পৃথিৱী, কি দম্ভ এচাম ধনবান মানুহৰ!

*(পট পৰিৱৰ্তন)*



## দশম দৃশ্য

*জগৰুৰ ঘৰ। চোতালত মধুৰায়, অৰ্জুন, হাৰাধন, গোবৰ্ধন প্ৰভৃতি গাঁৱৰ মানুহ বহি থাকে)*

মধুৰায় : জগৰু, তয়ে ক'চোন কি কৰা যায়। তই আমাৰ বুঢ়া মানুচ, মহাজনকো জান, সবলোকে তোকে সন্মান কৰে, তোৰ উপদেশ লয়।

অৰ্জুন : হয়, হয় জগৰু কাকা, একটা উপায় দে, ৰক্ষা কৰ।

হাৰাধন : তোৰ কথা আমি শুনিম। তই সহায় কৰ।

অৰ্জুন : কাল একটা সভা বহিছিল। চাহ বাগানৰ বহুত মজদুৰ গোট খাইছিল। চহৰৰ দুটা বাবু আহিছিল। কহিছিল, আমি বহি থাকিলে নহ'ব। নিজৰ ভাল অৱস্থা কৰিব লাগিব। মহাজনৰ বেটাই ভি বহুত ভাল কথা ক'লে।

জগৰু : ময়ো সভাটোৰ কথা গম পাইছোঁ। চা-বাগানতে একদিন চাহাবে আমাকে চাবুক লগাই চটপ চটপ বেট দিছিল, পিঠিৰ চামৰা উঠাইছিল। মাৰধৰ কৰি কাম আদায় কৰিছিল। বহুত কষ্ট কৰি চাহাবৰ বাগান বনালোঁ, তাকে ধনী কৰিলোঁ। এতিয়া বুঢ়া হ'লোঁ, বাগানত কাম কৰিব নোৱাৰা হ'লোঁ। জাতি-ভাই মিলি খেতিত ধৰিলোঁ। তাতো মহাজনৰ অত্যাচাৰ, গালি, গালাজ!

মধুৰায় : তই ঠিকেই কৈছ। আগেয়ে চা-মালিকৰ গোলাম আছিলোঁ। এতিয়া মহাজনৰ গোলাম হৈছোঁ। মহাজনে এই শুকনাবস্তিৰ পৰা আমাৰ মানুচ সব খেদি পঠাবৰ মতলব কৰিছে, কিবা চামৰা ফাৰম খুলিব বুলি কৈছে।

অৰ্জুন : কাম কৰি পেটৰ জ্বালা মাৰিছোঁ, তাতো সুখ নাই। জোৰ-জুলুম কৰে। বাধা দিলেনা? গুণ্ডা মাতে।

হাৰাধন : এইদৰে কি কৰে চলিব? একটা উপায় দে।

অৰ্জুন : মহাজনৰ বেটাই সভাতে কৈছে সি বোলে ইয়াত স্কুল পাতিব, ডাক্তৰখানা খুলিব, নালাটোভি বন্ধ কৰিব। শুনিছোঁ, বেটাই তাৰ বাপৰ সংগে ঝগৰা কৰিছে। জানো, কি হৈছে?

মধুৰায় : বৰলোকৰ বেটা, আজি গৰম, কালি ঠাণ্ডা। কি ভৰসা আছে?

জগৰু : আচল কথালৈ আহ। মহাজনৰ বেটা ভাল মানুচ হ'লে ভালেই। তাক আমি দুখৰ কথা ক'ম। মই তাকে লগ ধৰিম। সি কি কয় মই শুনিম। শিমলু গাছৰ তলত একটা শিৱথান আছে। তাতে একটা বুঢ়া বাবাজী থাকে। সি ভূত-ভৱিষ্যত কথা ক'ব পাৰে। মংগল চাই কৈ দিব আমাৰ কি কৰতে হ'ব। কি কৰ? যদি তাতে যাবি, সবাইকে খবৰ দে, হৰেণ ওৰাং, বলোভদ্ৰ অসুৰ, সামন্ত বিৰহৰহঁতক খবৰটো দে। সিহঁতে বাবাজীৰ কথা মোকে কৈছে, কথা বোলে ফলিয়ায়....*(এনেতে উধাতু খাই দৌৰি আহে ভীম, সকলোৱে অবাক দৃষ্টিৰে তালৈ চায়)*

ভীম : *(ভয়ত বিহ্বল হৈ)* জগৰু কাকা, জগৰু কাকা, মহাচল ভূমিজ, বাধানো তাঁতী আৰু

মই ঢলাপানী বাগান যায়ছিলো। তাতে কাম কৰি ঘূৰি আহোঁতে, ঘূৰি আহোঁতে ... হঠাৎ..।

*(পৰিবৰ্তিত দৃশ্যপট আৰম্ভ হ'ব। সময় আবেলি। কাম কৰি ভীম, মহাচল ভুমিজ, বাধানো তাঁতী আহি থাকোঁতে, গুণ্ডা কেইটামান হঠাৎ আহি উপস্থিত হয়হি। বাট আগুৰি ধৰে। সিহঁতৰ হাতত লাঠি)*

প্ৰথম গুণ্ডা : ঐ ৰহ। ক'লৈ গৈছিলি?

ভীম : কাম কৰিবলৈ.....

দ্বিতীয় গুণ্ডা : ক'ত কাম ক'ৰ?

বাধানো তাঁতী : ঢলাপানী বাগানে...।

তৃতীয় গুণ্ডা : চাল্লা, ঢলাপানী বাগানে কাম কৰিছ? (গঁতা মাৰি পেলাই দিয়ে) অন্য বাগানে কাম কৰিছ,মহাজনৰ তাতে কাম এৰি অন্য ঠাইতে কাম কৰিবলৈ তহঁতক মানা কৰা নাইনে? মহাজনৰ কাম কিয় কৰা নাই?

প্ৰথম গুণ্ডা : ঐ চাল্লাহঁত, তহঁতক মানা কৰা নাইনে? মহাজনৰ কাম কিয় কৰা নাই? ভালেৰে ক'লে কথা নুশুন নহয়? *(লাঠিৰে কোব লগাই বগৰাই দিয়ে)* কালিৰ ভিতৰতে বস্তি খালি কৰিব লাগিব। নালা কাটিব লাগে। বুজিছনে নাই? *(আকৌ কোব মাৰে)* কুকুৰহঁত!

ভীম : *(সাহস গোটাই)* আমি বহুত কষ্ট কৰি হাবি-জংঘল ভাঙি বস্তি বনাইছোঁ। চৰকাৰী মাটিতে আমি বস্তি পাতিছোঁ। তাৰ পৰা আমি উঠি ক'ত যাম? গৰীৱ মানুহ....

দ্বিতীয় গুণ্ডা : মনে মনে থাক্ *(গতিয়াই গোৰ মাৰে)* কালিৰ ভিতৰত বস্তি চাফা কৰি নিদিলে, হাতী লগাই, সৱ চাফা কৰি দিয়া হ'ব। তহঁতে বাধা দিলে আমি তহঁতৰ মাথা গুড়ি কৰি দিম, হাড় ভাঙি দিম। যা যা, ভাগ, বেছি কথা নাই কৰি বুজিছ? আমি আহিলোঁ...।

*(গুণ্ডা কেইটা আঁতৰি যায়, লগে লগে আন দুটা খৰিকটীয়াই বাধানো তাঁতী, আৰু মবাচল ভুমিজক পৰি থকা অৱস্থাত উঠাই দিয়ে।)*

ভীম : চাল্লা, মহাজনৰ চুৰা চেলেকা চাকৰ.... *(গুণ্ডা কেইটা পুনৰ উপস্থিত হয় আৰু ধমকি দি সোধে)*

প্ৰথম গুণ্ডা : কি কৈছিলি? আকৌ এবাৰ ক'চোন শুনো? *(লাঠিৰে কোবাবলৈ আৰম্ভ কৰে। ভীম দৌৰ মাৰি পলায়)*

*(গুণ্ডা কেইটাই মহাচল, বাধানোক কোবাই থাকোঁতে বিপৰীত ফালৰ পৰা সূৰ্যৰাম আহি ঘটনা স্থলিত উপস্থিত হয়হি। সূৰ্যৰাম খৰিকটীয়া, মূৰত খৰিৰ বোজা, হাতত এখন দা। লগৰ মানুহক গুণ্ডা কেইটাই লাঠিৰে কোবাই থকা দেখি বাৰণ কৰে। কথা নুশুনাত সি খৰিৰ বোজাটো মাটিত থৈ দাখন লৈ গুণ্ডা কেইটাক কাটিবলৈ যায়।*

*আটাইকেইটা গুণ্ডাই মহাচল আৰু বাধানোক এৰি সূৰ্যৰামক আগুৰি ধৰি লাঠিৰে কোব লগায়। দাখন টানি আনি সেইখনেৰে এটা গুণ্ডাই সূৰ্যৰামক ঘপিয়াই মাটিত পেলাই দিয়ে। সূৰ্যৰাম ৰক্তাক্ত হৈ মৃত অৱস্থাত পৰি থাকে। সূৰ্যৰামক মৃত বুলি ভাবি গুণ্ডাকেইটাই তাক টানি লৈ যায়.....)*

পূৰ্বৰ দৃশ্যৰ পুনৰ অৱতাৰণা-



*(ভয়ত বিহ্বল হৈ ভীম দৌৰি আহে। সি কান্দি কান্দি জগৰুহঁতক কৈ থাকে।)*

ভীম : ......গুণ্ডা কেইটাই সূৰ্যৰামক দাৰে কাটি পেলালে, জগৰু কাকা, মাৰি পেলালে। মই দূৰৰ পৰা লুকাই দেখি আছিলোঁ। তাক টানি নি নদীত পেলাই দিলে... *(উচুপি থাকে)*

অৰ্জুন : এইদৰে কিমান দিন চলিব। কিবা একটা কৰিব লাগিব। তহঁততো বুঢ়া হৈছ *(জগৰু আৰু মধুৰায়ক উদ্দেশি)* বহুত কথা জান। কিবা একটা কৰ, উপায়, দে...। গৰীৱ মানুহ, চাবা জীৱন কি এই ৰকম চলিব? চাহাবৰ ভয়, জমিদাৰৰ ভয়! গুণ্ডাই লাঠিৰে কোবাই কোবাই জান নিব, মাইকী মানুহ, বাচ্ছা কোনো বাচ বিচাৰ নাই!

ভীম : চাল্লা, বেইমানহঁত! তহঁতৰ বুকুৰ খুন বাহিৰ হৈ যাব! সাৰা জমিন লাল হৈ যাব... হুহ।

মধুৰায় : গৰীৱ মানুচৰ ওপৰ এই জুলুম চাবাজীৱন চলিবৰে! বাধা দিলে গুণ্ডা লগায়, চাবুক মাৰে,পুলিচ আহে!

জগৰু : এতিয়া আচল কথালৈ আহ। শিমলু বুঢ়া বাবাজীৰ কথা কি কৰ? যাবি যদি বল। কি কয় শুনি আহোঁ!

*(সকলো উঠে, যাবলৈ প্ৰস্তুত হ'ব।)* চল, চল! একটা উপায় উলিয়াব লাগিব।

*(সংগীতৰ ধ্বনি পোহৰ কমি আহে, দৃশ্য পট পৰিৱৰ্তন)*

## একাদশ দৃশ্য

*চন্দ্ৰ মহাজনৰ হাউলি। মহাজনে মঞ্চত অহা-যোৱা কৰি থকা অৱস্থা। চিন্তিত আৰু ক্ৰোধান্বিত। এনেতে মহৰী সোমাই আহে। পাচে পাচে বিক্ৰম।*

মহাজন : *(গৰ্জি উঠে)* বিক্ৰম! *(music)*

মহৰী : হেৰৌ বিক্ৰম, মহাজন দেউতাই কিবা কৈছে নহয়? শুনিছনে নাই?

বিক্ৰম : মহাজন দেউতাই বোলে মোক মাতিছে?

মহাজন : *(অন্য ফালে চাই থাকি)* অ' মাতিছিলোঁ। তই বোলে বস্তিৰ মানুহৰ লগ লাগিছ? সিহঁতক মোৰ বিপক্ষে কথা কৈছ? কি মতলব শুনো-

বিক্ৰম : নাই হুজুৰ, মই কিয় ক'ম? একো মাত মতা নাই।

মহৰী : হেৰৌ বিক্ৰম, আসৈ নামাতিবি। সেইদিনা বস্তিৰ মানুহবোৰৰ লগত তয়ো নাছিলি জানো। আছিলি, আছিলি। মই দেখি আহিছোঁ। বস্তি খালি কৰি দিবলৈ মই সিহঁতক বুজাওঁতে তই কিয় মনে মনে থাকিলি? মহাজন দেউতাৰ হক্ কথাত মাত এযাৰো মাতিব নোৱাৰিলি? নিমখ হাৰাম।

মহাজন : বাৰু, সেইবোৰ কথা বাদ দে। আচল কথাটো শুন।.... *(ভাবি, আদেশৰ ভংগিমাৰে)* বিক্ৰম, তোক এটা কাম দিব খোজো। জৰুৰী। তই গম পাইছই যে অৰ্জুন, মধুৰায়, জগৰুহঁতে মোৰ বিৰুদ্ধে বস্তিৰ মানুহবোৰক উচটনি দিছে, বস্তি খালি নকৰি মই বান্ধিবলৈ

দিয়া বান্ধটো কাটি পেলাবলৈ কৈছে। এইটো হ'ব নোৱাৰে, মই হ'বলৈ দিব নোৱাৰোঁ। চন্দ্ৰ মহাজনৰ কথাৰ লৰচৰ নহয়।

বিক্ৰম : মোৰ কি কাম হজুৰ দেউতা, মই কি কৰিব লাগে?

মহৰী : তই...

মহাজন : তুমি মনে মনে থাকা মহৰী। কি কৰিব লাগে, বিক্ৰমক ময়ে ক'ম। শুন বিক্ৰম, তই লগত কেইটামান মানুহ নি মোৰ কামত হকা-বধা কৰা জগৰু, মধুৰায়হঁতক পিটি পিটি হাত-ভৰি বান্ধি মোৰ ইয়ালৈ লৈ আহিব লাগে। তই মানুহকেইটাক দেখাই দিবি। সিহঁতে জগৰুহঁতক মই কোৱা মতে কোবাই, হাত-ভৰি ভাঙি দিব আৰু বান্ধি চোঁচৰাই লৈ আহিব।

বিক্ৰম : *(তলমূৰ কৰি ৰৈ থাকে নিমাত)*

মহাজন : কি হ'ল? তই একো নকলি দেখোন? শুন তোক মই কামত ভৰ্তি কৰি কৈছিলোঁ মোৰ প্ৰয়োজন মতে তই কাম কৰিবি। যি কোনো কামেই তই কৰিবলৈ মান্তি হৈছিলি। হয়নে নহয়?

বিক্ৰম : হয় দেউতা কৈছিলোঁ। কিন্তু আপুনি এতিয়া যি কাম কৰিবলৈ কৈছে, তেনে কাম মই কৰিব নোৱাৰোঁ।

মহাজন : কিয়? কিয় নোৱাৰ শুনো?

বিক্ৰম : সিহঁত মোৰ জাতি-ভাই। আপোন মানুহ। জগৰু কাকা মোৰ বাপৰ দৰে। বস্তিৰ মানুহ মোৰ ভাই-ককাইৰ দৰে। আপোনাৰ এই হুকুম মই পালন কৰিব নোৱাৰোঁ, দেউতা! অন্য যিকোনো কাম...

মহাজন : *(গৰ্জি উঠে)* চুপ থাক, নিমখ হাৰাম। তই মোৰেই খাবি মোৰেই বিপক্ষে মাতিবি।

বিক্ৰম : সেইটো নহয়। বস্তিৰ মানুহবোৰ দুখীয়া। নালা কাটিলে সিহঁত উঠি যাব লাগিব. হাতীয়ে ঘৰবোৰ ভাঙি দিলে সিহঁতৰ আশ্ৰয় নোহোৱা হ'ব। সিহঁতৰ হক্ কথাত মই বাধা দিব নোৱাৰোঁ। আপুনি বৰলোক দুখীয়া বস্তিৰ মানুহবোৰক দয়া কৰক...

মহাজন : তোক মই ভাত দিছোঁ, দৰমহা দিছোঁ, মোৰ কামৰ বাবে তোক চাকৰিত ৰাখিছোঁ। যদি মোৰ কথা নুশুন, মই কোৱামতে কাম নকৰ, তেন্তে এতিয়াই তই মোৰ ইয়াৰ পৰা ওলাই যা। আজিৰ পৰা তোৰ চাকৰি শেষ (crash music) শুনি যা, তোক মই শুদাই নেৰোঁ। তোক মই এসেকা দিম.. *(বিক্ৰম ওলাই যায়।)*

মহাজন : মহৰী....

মহৰী : দেউতা?

মহাজন : তুমি ব্যৱস্থা কৰা। গুণ্ডা কেইটাক লাগিলে মদপানী বেছিকৈ খুৱাবা। শুনিছোঁ বস্তিৰ মানুহ কিছুমান শিমলু গছৰ তলত গোট খাইছে।

মহৰী : হয় দেউতা, হ'ব। অৱস্থা চাই ব্যৱস্থা কৰিব লাগিব। পিছে এই বিক্ৰম?

মহাজন : তাৰো ব্যৱস্থা কৰিব লাগিব!!

*(লগে লগে তিনিটা গুণ্ডা সোমাই আহে। এটা বস্তিৰ মানুহক ধৰি আনি মহাজনৰ আগত থিয় কৰায়। মহৰীৰ (action)*



মহাজন : *(সন্মুখলৈ আহি)* চামৰা ফেকটৰী হ'ব। বস্তিও খালি হ'ব। বস্তিৰ মাজেৰে নালাও বহি'ব! হাঃ হাঃ হাঃ। *(ধৰি অনা মানুহটো অৱস হৈ মাটিত পৰি যায়। Action]* *(পোহৰ নাইকিয়া হয়।)*

## দ্বাদশ দৃশ্য

*শিমলু গছৰ তল। চাৰিওফালে ওখকৈ বন্ধা ভেটি। গছজোপাৰ গাত মেৰিয়াই থোৱা এখন ৰঙা কাপোৰ। কাষত এপাত ত্ৰিশূল জিলিকি আছে। শিৱৰ অলৌকিক শক্তিৰ প্ৰতীকৰূপে প্ৰতিষ্ঠিত। ধূপ-ধূনা, বন্তি। একুৰা সৰু জুইশাল। গছজোপাৰ ভেটিত এজন বুঢ়া জটাধাৰী বাবাজী শুই থাকে। নিতাল ভেদ কৰি দূৰৈত শব্দ কৰি এখন জীপ গাড়ী তীব্ৰ বেগত পাৰ হৈ যোৱা পৰিলক্ষিত হয়। এনেতে দুটা মানুহ কাপোৰেৰে ঢকা অৱস্থাত কেইটামান মানুহে কঢ়িয়াই আনি গছজোপাৰ কাষতে নমাই থৈ তুৰন্তে পলায় যায়। ইহঁত মহাজনৰ ভেৰোণীয়া গুণ্ডা!!*

*অলপ পাছতে শিমলু গছৰ ওচৰত বস্তিৰ মানুহ, জগৰু, মধুৰাম, অৰ্জুন, ভীম, দুখৰাম প্ৰভৃতি আহি উপস্থিত হয়হি। সকলোৰে দৃষ্টি নিক্ষেপ হয়, মৃতদেহ দুটাত।*

মধুৰায় : শিৱ থানে এই দুইটা লাচ কাৰৰে, কাৰ? অৰ্জুন, কাপৰটা উঠাতো? *(অৰ্জুনে দুয়োটা মৃতদেহৰ মুখৰ পৰা কাপোৰখন অলপ দাঙি দিয়ে।*

অৰ্জুন : একটা বিক্ৰম,.... এইটা বুধুৱাৰ.... হা?? চিৎকাৰ (জগৰু ওচৰ চাপি কাষৰ পৰা ভালৈলৈ চায়। লগে লগে কান্দোনৰ ৰোল)

জগৰু : *(বহি পৰে, শোকত বিহ্বল হৈ চকুপানী টোকে)* চাল্লা, মহাজন, তুই কেন সৰ্বনাশ কৰিলি? বিক্ৰমৰ গাতে কি দোষ, সিটো এই ঝামেলাতে নাছিল। একটা নিৰ্দোষী মানুচ হত্যা কৰিলি ৰে (কান্দে) শুয়োৰৰ বাচ্চা, চন্দ্ৰ মহাজন, তোকে আমি প্ৰাণে মাৰিব। ....(হাতত এখন কুঠাৰ দাঙি লৈ পগলাৰ দৰে ঘূৰে। মধুৰায়হঁতে জগৰুক ধৰি এফালে লৈ যায়। এনে উত্তপ্ত পৰিৱেশত লছমী দৌৰি আহে। বিক্ৰমৰ মৃতদেহটোক সাৱটি বেহুঁচ হৈ পৰি যায়। সকলো ওচৰ চাপে এটা উত্তেজনা সৃষ্টি, এনেতে Cut দ্বাদশ দৃশ্যৰ শেষ অংশ আৰম্ভ। সংগীতৰ ধ্বনি অব্যাহত--

## দ্বাদশ দৃশ্যৰ শেষ অংশ

*শিমলু গছৰ তল। শিৱ থানত বাবাজী শুই থাকে। পূৰ্ৱৱৰ্তী দৃশ্যৰ অৱতাৰণা, বস্তিৰ মানুহখিনি বহি থাকে। মৃতদেহ দুটা অপসৰণ। লছমী অনুপস্থিত।*

ভীম : মই আৰু ইয়াত নাথাকোঁ। বস্তি এৰি গুচি যাম ক'ৰবাত...

অৰ্জুন : ময়ো নাথাকোঁ। খাবলৈ নাপালেও নাথাকোঁ। দেখিলি নহয় সূৰ্যৰাম, বুধুৱা, বিক্ৰম

কেনেকৈ মৰি গ'ল? মহাজনৰ গুণ্ডাই আমাকো নিধন কৰিব! হাঁহ-কুকুৰাৰ দৰে মাৰি থাকিব! খুউব খাৰাপ লাগছেৰে....

মধুৰায় : ক'ত যাবিৰে, ভীম, ক'ত যাবি অৰ্জুন? সব জাগাই এই ৰকম অত্যাচাৰ, হত্যা, শোষণ! গৰীব্ৰ লোক কি কৰিতে পাৰি বল!

দুখৰাম : বুঢ়া আপ (বাবাজীৰ প্ৰতি) তই সহায় কৰ, একটা উপায় দে! তই মন্ত্ৰ জান। ভূত ভৱিষ্যতৰ কথা ক'ব পাৰ। তোৰ মংগল ফলি যায়। তোৰ সহায় বিচাৰি আহিছোঁ। কিবা এটা ক' উপায় দে। চন্দ্ৰ মাহাজনে বস্তি খালি কৰিবলৈ গুণ্ডা লগাইছে, হাতী আনিছে। নালা কাটিছে পানীতে বিষ দিছে। সকলো শেষ কৰিব এতিয়া! মহা বিপদ পৰিছোঁ। আমি কি কৰিম, তই ক'ব লাগে।

অৰ্জুন : চকুৰে নেদেখ, কিন্তু তই আমাৰ কথা শুনিছ। উপায় দে, নহ'লে সৰ্বনাশ হ'ব। (বুঢ়া বাবাজীয়ে গাটো ল'ৰাই ঘূৰে...)

বাবাজী : মৰ চাল্লাহঁত, মৰ সব মৰি যা...

মধুৰায় : খং নাই কৰিবি। তোৰ থানত কালিকা আছে, দেওভূত আছে। ইয়াত আমি পূজা দিওঁ। বৰ মাগো। তই ইয়াৰ বাবাজী। আমাক ক' আমি কি কৰিম? ক'ত যাম।

বাবাজী : তহঁতে সবাই মিলি মোক আমনি নকৰিবি। তহঁত মুৰগীৰ দৰে গৰালত সোমাই থাক! মই একো ক'ব নোৱাৰোঁ। (কষ্টেৰে বাগৰ সলায়) নিজ দেশ এৰি এই দেশ আহিছিলি নহয়? মজা পালি! (কাহে).... চাওঁ, মোক বহুৱাই দে- *(ভীম আৰু অৰ্জুনে আগবাঢ়ি গৈ বুঢ়াক সন্মুখলৈ লৈ আহে। বুঢ়াই কঁপি কঁপি লাখুটিডালত ভৰ দি থিয় হয়। আৰু কয়)* যুদ্ধ কৰ, সাহস গোটা। মন শক্ত কৰ!! নহলে...

মধুৰায় : নহলে???

বাবাজী : নহলে মৰ্ চাল্লাহঁত, মৰ! মহাজনৰ ভৰিত ধৰ, পালা, ভাগ! নদীতে জাঁপদে... শেষ হৈ যা-

মধুৰায় : কেনেকৈ যুঁজিম, আমাৰ কি আছে?

বাবাজী : গাঁতৰ পৰা বাহিৰ হ'! আন্ধাৰে লুকাই নাথাকিবি। পোহৰে ওলাই আহ।

মধুৰায় : বুজাই ক'--

বাবাজী : তহঁতৰ মাথাত একো নাই। মই কৈছোঁ নিজৰ হাত লগা। ভিখাৰী নহবি, ভিক্ষা কৰিবলৈ নাই যাবি। একগোট হ! হো!...হাল্লা লগাই মাইকীৰ লগে ঝগড়া কৰা বন্ধ কৰ্। জাতি-ভাইৰ সংগে মিলি থাক্। কটাকটি, মাৰা-মাৰি এৰ্ বুজিছ...?
*(বুঢ়াই ফটুৱাৰ জোলোঙাৰ পৰা পাঁচোটা কড়ি উলিয়াই মাটিত মংগল চায়, শিৰথানত সেৱা কৰে। ভাবি গুণি কয়)* মংগলে কৈছে, তহঁতৰ জয় হ'ব, বিপদ নোহোৱা হ'ব!! *সকলোৱে উৎকণ্ঠাৰে বুঢ়াৰ মুখলৈ চাই কয়, "কেনেকৈ!!"*

বাবাজী : তুৰ নামটা কিৰে?

অৰ্জুন : অৰ্জুন।

বাবাজী : আৰ তোৰ?

ভীম : ভীম।



বাবাজী : তহঁত বিপদে পালাব খুজিছ? গাহৰি, কুকুৰাৰ মতন গড়ালে সোমাই নাথাকিবি। হাতে হাত লগা! বুকু ডাঠ কৰ, তহঁতক যি অন্যায় কৰিছে প্ৰতিবাদ কৰ, অন্যায় মানি নলবি। (বৈ), ....ভাতি খানা বন্ধ কৰ।। লেখা-পঢ়া কৰ। মানুহ হ'।। একগোট হ'বলৈ শিক।। সাহসেৰে কথা ক'বলৈ শিক।।
*(এনেতে আঁতৰৰ পৰা মাদলৰ শব্দ ভাঁহি আহে। জগৰুৱে প্ৰচণ্ড গতিত মাদল বজাই বজাই সোমাই আহে। পাচে পাচে প্ৰেমলাল আৰু আন আন। দৃশ্যপট নিমিষতে সলনি হৈ যায়। মাদল বাজে সকলোৱে দুই শাৰী পাতি হাতত লাঠি, বৰ্যা প্ৰভৃতি লৈ নাচৰ লগে লগে আগবাঢ়ে। দুয়োশাৰীৰ আগত একুৱা একুৱা জ্বলন্ত মশাল। হুহ হাহ্, গুণ গুণ শব্দ!! পোহৰত মানুহবোৰৰ মুখবোৰ জিলিকি উঠে। বুঢ়াক প্ৰেমলালে দাঙি আনি সমদলৰ আগত থিয় কৰাই দিয়ে। বুঢ়াই লাখুটিত ভৰ দি থিয় হয়!)*

মধুৰায় : বাবা, তই আক' সুধিছ, জাতি-ভাই য'লৈ ওলাইছে, তালৈ...

মধুৰায় : মানুহবোৰ লগ লাগি কিয় গৈছে?

বাবাজী : মানুহবোৰ সাহসী হৈছে, মনে বল পাইছে। সিহঁতে বুজিছে ৰে-
এই মাটি আমাৰ।
এই দেশ আমাৰ।

মধুৰায় : কিন্তু তই যে কৈছিলি এই দেশ আমাৰ নহয়?
*(বুঢ়াই এমুঠি মাটি তুলি মূৰত লগাই সেৱা কৰে)*

বাবাজী : এতিয়া সিহঁত জাগিছে, বুজিছ অসম দেশটোক নিজ কৰিবলৈ শিকিছে, অন্যায়ৰ বিৰুদ্ধে এক হৈছে।
*(দৌৰ মাৰি আহি ভীম আৰু অৰ্জুনে বুঢ়াক ধৰেহি)*

বাবাজী : জাগ, জাগ, জাগ।। জাগৰে জাগৰে...! (উচ্চ ধ্বনিৰে কেইবাৰো ডাঙৰকৈ কৈ থাকিব, Climex.
*(বুঢ়াৰ মুখত তৃপ্তিৰ হাঁহি। সমদল আগবাঢ়ে, বীৰত্বৰ বিশেষভংগী। মশাল লৈ প্ৰাদ প্ৰদীপৰ কাষত বৈ যায়। লগে লগে ৰংগমঞ্চৰ পোহৰ স্তিমিত হৈ পাচফালে থকা চাইক্লোৰামত নীলা বৰণীয়া আকাশত উজ্জ্বল সূৰ্যৰ নতুন পোহৰ উদয় হয়। সমদল পিচমুৱা হৈ হাতবোৰ ওপৰলৈ দাঙি থাকে। পোহৰৰ মাজেদি হাতবোৰ জিলিকি উঠে। দৰ্শকে হাতবোৰৰ মাজেদি উদিত সূৰ্য লক্ষ্য কৰে। এটা যুগান্তৰধৰ্মী সংগীত বাজি থাকে। লাহে লাহে আঁৰ কাপোৰ নামি আহে। নাটকৰ যৱনিকা পৰে।)*

**সমাপ্ত**

# লুইত কন্যা

## করুণা ডেকা
## অনুকূল শৰ্মা



### চৰিত্ৰাৱলী

পদ্মা. কনকা পাৰ্বতী. উষা. বেউলা. সনেকা. সুমিত্ৰা. নাগ—১. সখি—১.
আয়তী—১. ময়ূৰ—১. নাগ—২. সখি - ২. আয়তী-২. ময়ূৰ—২. নেতা. নাগ—৩.
সখী—৩. আয়তী—৩. নকুল—১. নাগ—৪. সখি—৪. আয়তী—৪. নকুল —৪.
মহাদেৱ. উগ্ৰতপা. সাহে. কৰ্মী . চন্দ্ৰধৰ. জালো. প্ৰহৰী. কৰ্মী
কেশা. মালো . প্ৰহৰী. ইন্দ্ৰ. অনিৰুদ্ধ. লখিন্দৰ.
কালীনাগ. যুৱক. টেকেলা—১. যুৱক —২.
টেকেলা—২. কৰ্মী —৩.



## প্ৰথম অঙ্ক

সমেবেত স্বৰ ওম........... ওম.............ওম...............

হ
তা
না
ঋ
ঋতা

**ওজাপালি গণেশ বন্দনা**

বন্দো দেৱ শিৱসুত অখণ্ড শশধৰ সুত
মহিমা দৰশিতে দৰশনে।
অব্যয় অখণ্ড দেহ বেদান্তে কহে কহে
সাকাৰ গজাননে।।
চৰনে সৰোজ ৰাজে কাঞ্চন নেপূৰ সাজে
বাজে মধুৰ অথিৰ ঝঙ্কাৰ।
নত মনি পুৰন্দৰ পদতলে নিৰন্তৰ
পূজা কৰে অৰ্পিয়া মন্দাৰ।।
সৰ্বদেৱ অগ্ৰগন্য তুমি দেৱতাৰ ধন্য
অগ্ৰে পূজা অমৰে বিধান।
তোমাৰ বিমুখ যেই মহাবিঘ্ন পাই সেই
পদে পদে ঘটে অকল্যান।।
তুমি প্ৰভু পৰম সুন্দৰ মহাযোগী যোগেশ্বৰ
হেৰ মোৰ কৰুনা নয়নে।
তুমি প্ৰভু কৃপাময় আমি নৰসিংহ তনয়
ৰাখ কৃপা সেৱক জনে।।
বিঘ্নৰাজ বিঘ্নকৰাদুৰ তুৱা পদে স্থান দিয়া মোৰ
বন্দো দেৱ প্ৰণতি যোৰ কৰে।
তুমি অখিলেৰ পতি তোমাৰ চৰণে কৰো প্ৰণতি
কৃপা কৰা দুৰ্গাৰ তনয় মোৰে।।

*(কালিদাহৰ তীৰ, মধ্যাহ্ন সময়। শিৱৰ অৱস্থান। শিৱৰ বামপাৰ্শ্বত এডাল বেলগছত কেঁচাসোণ বৰনৰ ঘনবদ্ধ যুগল বিল্বফল। পানীৰ কুল কুল শব্দ। বিল্বফল দেখি শিৱৰ যৌৱন তাড়না প্ৰকট হয় আৰু অৰ্ধসংযত চাঞ্চল্য প্ৰকাশ পায়। শিৱৰ সৰ্বাঙ্গ ঘৰ্মাক্ত হয়। ভাবে বেলদুটিলৈ ৰ লাগি চায়। আঙ্গিক অভিনয়েৰে সমুখৰ পদুমৰ পাতত চুমা খায় আৰু সেই পদ্মপত্ৰ আলফুলকৈ পেলাই দিয়ে। বেলগছজোপা আচম্বিতে অন্তৰ্ধান হয়। দেহৰ ঘাম নেত্ৰবস্ত্ৰেৰে মচি, সেই বস্ত্ৰ ফালি পেলাই দিয়ে। সেই ঘামৰ পৰাই নেতাইৰ জন্ম হয়।)*

(গীত, নৃত্য শেষ হোৱাত শিৱক সৰোবৰৰ পাৰত শিৱ ভঙ্গীমান অৱস্থাত দেখা যায়।

ধোৱা কাপোৰৰ সৈতে নেতাৰ প্ৰৱেশ)

নেতা : প্ৰণামো পিতা তোমাক শত সহস্ৰবাৰ।
তুমিয়েই আদিগুৰু দেৱ-দেৱতাৰ।।

মহাদেৱ : তথাস্তু !

নেতা : দাসত্ব জীৱন মোৰ হৃদয় আহত
কোৱা পিতা দিগম্বৰ মুক্তি জানো মোৰ দূৰ পৰাহত?

মহাদেৱ : কৰ্মফল কদাপি নাযায় খণ্ডন
অভিশাপ অষ্টবক্ৰৰ নিষ্ঠুৰ নিৰ্মম মনত
নপৰেনে তোৰ সেই অভিশাপ
সুঁৱৰি তাকেই তই বস্ত্ৰ ধুই থাক।।

নেতা : আস্ পিতা! নকবা কদাপি এই বাক্যবাৰ,
শুনিলেই হয় মোৰ হিয়া চুৰমাৰ।

ওজাপালি : শিৱেৰ গৌৰৱে নকৰিলা ভস্মৰাশি।
বোলে তুমি হৈবা কনিষ্ঠেৰ দাসী।।
যেহি ৰথে যাওঁ তুমি আমাৰ উপৰ দিয়া।
সেহি ৰথে খাওঁ তুমি কাপোৰ ধুইয়া।।

মহাদেৱ : অভিশপ্তা হ'লেও তই কন্যা মোৰ চেনেহৰ
কৈলাসধামত নহ'ব অভাৱ তোৰ পিতৃ হৃদয়ৰ।
কৈলাসধামৰ দুৱাৰ খোলা আছে নিৰন্তৰ
পাৰ্ব্বতীৰ চেনেহ পাবি বিপুল বিস্তাৰ।।

নেতা : উদাৰ হৃদয় তোমাৰ পিতৃ দিগম্বৰ।
তথাপি চৰণে মোৰ ভকতি চিৰতৰ।।



মহাদেৱ : তথাস্তু! (নেতাৰ প্ৰস্থান)

মহাদেৱ : মুক্তি? নেতা, নহ'ব তোৰ কদাপি মুকুতি।
বুদ্ধিৰে ছলনা কৰি অসুৰ শক্তিক
লভিছোঁ অমৃত আৰু সৌভাগ্য লক্ষ্মীক।
অমৃত থাকিব মোৰ হাতৰ মুঠিত
দেৱতাৰ বিনে সকলোকে কৰিম বঞ্চিত।।
অজৰ-অমৰ মই কৈলাসপতি
কালকূট পান কৰি ৰক্ষিছো দেৱশক্তি।
সযতনে সঞ্চিত এই অমৃত ভাণ্ডৰ
জন-মানসৰ ৰক্ত সমুদ্ৰ আকাৰ।।
আৰু যদি কোনোবাই আহে অমৃত খিয়াই।
আচম্বিতেই হ'ব সিহঁতৰ মুণ্ড ছেদন
ৰাহু-কেতু আছে তাৰ জ্বলন্ত নিদৰ্শন।।

মহাদেৱ : টলমল সঞ্চাৰে উদ্ভিন্ন যৌৱনা
কাৰ নন্দিনী তুমি অপৰূপা অঙ্গনা?

পদ্মা : ছিঃ, এনে কথা তোমাৰ মুখত নাপায় শোভা
তোমাৰে জীয়ৰী মই নাগ-নেত্ৰী পদ্মা।

মহাদেৱ : জীয়ৰী? কোন কাৰ জীয়ৰী,
মনত নপৰে মোৰ কোনো কাহিনী
পদ্মা নামে নাই মোৰ কোনো জীয়ৰী।

পদ্মা : উত্তেজনাৰ বশবৰ্ত্তী নহ'বা পিতা
পূৰ্বপদ স্খলনৰ সাক্ষী মই তোমাৰেই দুহিতা
কৰিব খুজিছা মোক চিৰলাঞ্ছিতা
সত্যক গোপন কৰাৰ সেয়ে অপচেষ্টা।।

মহাদেৱ : হওঁ যদি মই তোমাৰ পিতৃ মান্যবৰ
আছে জানো তোমাৰ মাতৃ পৰিচয়?

পদ্মা : মাতৃ পৰিচয় তুমি কৰিছা নিৰ্মূল
প্ৰকাশিব বুলি তোমাৰ চৰিত্ৰৰ মূল।
পদদলিত কোনো জাতিৰ
কোনো সুন্দৰী গাভৰুক

ছলনাৰে বশ কৰি
অনিচ্ছাৰে জন্ম দিছিলা এই পদ্মাক।

মহাদেৱ ঃ সংযত কৰ তোৰ চপল-জিহ্বা
দেৱদিদেৱ মহাদেৱক তোৰ ইমান স্পৰ্দ্ধা।

পদ্মা ঃ মুখ মোৰ কেতিয়াও নহ'ব বন্ধ
অপ্রিয় হ'লেও ই সত্য অনিৰুদ্ধ।

মহাদেৱ ঃ সাৱধান, দন্দুৰী নাগনেত্ৰী কন্যা
সন্মুখত কোন এয়া জাননে নেজান?

পদ্মা ঃ নকৰিবা প্ৰকাশ উচ্চ শ্ৰেণীৰ অহমিকা
দমন কৰিবলৈ মোক নকৰিবা চেষ্টা।
আছে শক্তি মোৰো এই জগতত
নাগবোৰে আছে বৈ যুযুৎসু ৰূপত।।

মহাদেৱ ঃ শান্ত হোৱা নাগনেত্ৰী, কি লাগে কোৱা

পদ্মা ঃ কৰা তুমি মোৰ পিতৃত্ব স্বীকাৰ
লাগে মোক প্ৰতিষ্ঠা নায্য অধিকাৰ।
ধাত্ৰী মোৰ অৱহেলিত নাগকুল
সংগঠিত কৰিছোঁ মই শক্তি বিপুল
সবাৰে প্ৰাপ্য সদায় সম-অধিকাৰ
নিদিলে পথ আছে অনেক অপাৰ।।

মহাদেৱ ঃ নিৰস্ত্ৰ নাগৰ তই নাগনেত্ৰী
ত্ৰিশূলধাৰী মই মহাৰুদ্ৰ পশুপতি।
সংহাৰ কৰিব পাৰোঁ ভুলোক-দুলোক।
ত্ৰিভুৱনে জানোঁ মাথোঁ তই নীচ লোক।।

পদ্মা ঃ নিৰস্ত্ৰ নহওঁ হীনবীৰ্য্য
দাবী পূৰণ নহ'লে যুদ্ধ অনিবাৰ্য।

মহাদেৱ ঃ বন্ধ কৰা, বন্ধ কৰা এই যুদ্ধ
নহ'বা তুমি অতি ক্ষুব্ধ
জানিলো মই পিতৃ তোমাৰ
পাবা তুমি প্ৰতিষ্ঠা আৰু পূৰ্ণ অধিকাৰ।

পদ্মা ঃ মই জানো, শক্তি বিনে নাই কাৰো মুকুতি



সেয়েহে আজি নেতাৰ এই গতি।
প্ৰহসন কৰি দিয়া ধৰ্মৰ দোহাই
অষ্টবক্ৰৰ অভিশাপে নেতাক যাতন ভোগাই।।

মহাদেৱ ঃ ব'লা পদ্মা, ব'লা যাওঁ আমি কৈলাসধাম
তাতেই নিৰ্ণয় হ'ব তোমাৰ সকলো কাম।

ওজাপালি ঃ পদ্মাই বোলে শুনা পিতা আমাৰ উত্তৰ।
কি কৰ্ম কৰিম যাই পিতা কহ সত্বৰ।।
শিৱে বোলে শুনা পদ্মা আমাৰ বচন।
ত্ৰিদশ কোটি দেৱতাই তোমাক কৰিব পূজন।
শিৱৰ কুমাৰী তুমি জয় বিষহৰি।
তোমাক পূজিলে হ'ব ধন অধিকাৰী।।
দুখীয়াক ভাত দিবা, পিয়াহত পানী।
নাঙঠক বস্ত্ৰ দিবা নিজ মনে জানি।।

ওজাপালি ঃ জৰুৎকাৰু নামে মুনি মহা তপোধন।
ৰূপে-গুণে, কুলে-শীলে জিনে ত্ৰিভূৱন।।
বুদ্ধি বৃহস্পতি দেহ দ্বিতীয় মদন।
কহিতে নাপাৰি তাৰ গুণৰ কথন।।
ভাবনা নাহি তাৰ নাহি অন্য জ্ঞান।
ব্ৰহ্মা বিনে প্ৰভু সিটো নাহি চিন্তে আন।।
মুনিৰ বচনে বোলে দেৱ ত্ৰিলোচনে।
পদ্মাৱতী নামে কন্যা আছে মোৰ স্থানে।।
তোমাতে বিবাহ দিব শুনা মুনিবৰ।
তোমাৰে যোগ্যৰ কন্যা আছে মোৰ ঘৰ।।
শুনিয়া বুলিলা জৰৎকাৰু মহামুনি।
বিয়াৰ সঙ্কট আছে শুনা শূলপানি
সুখ-ভঙ্গ নকৰিব আমাৰ শিৰ জানা।
অযোনিসম্ভৱা যদি নানা গুণে বামা।।
সুখ-ভঙ্গ যেহি ক্ষণে কৰিব আমাক।
সেহিক্ষণে পৰি হৰি বৰ্জিব তাহাক।।

*(গঙ্গা নদীত পদ্মাই স্নান কৰি থাকোতে, উগ্ৰতপাৰ প্ৰবেশ, পদ্মাৰ ৰূপ-লাৱণ্য দেখি উগ্ৰতপা মুগ্ধ হৈ কাম-মোহিত হয়)*

উগ্ৰতপা ঃ কন্যা তুমি কাৰ মোক দিয়া পৰিচয়
মিলন মাধুৰী দি কৰা মোৰ হৃদয় শীতল ।

পদ্মা : ছিঃ জগতপূজ্য মহামুনি নামে উগ্রতপা
সুলভ বাক্য তোমাৰ মুখত নাপায় শোভা
পতিব্ৰতা নাৰী মই পদ্মা মোৰ নাম
স্বামী মোৰ জৰুৎকাৰু তপস্যা যাৰ কাম।
লোকে জানে মুনিৰ ধৰ্ম আচৰণ
আপোনাৰ ধৰ্ম নহয় পৰস্ত্ৰী-গমন।

উগ্ৰতপা : বাক্যৰ বিলাস তুমি কৰা বৰ্জন
অবিলম্বে দিয়া মোক নিবিড় আলিঙ্গন
আৰু যদি নকৰা পূৰণ মোৰ দুৰন্ত হেঁপাহ
ব্ৰহ্মশাপ দি কৰিম তোমাৰ সৰ্বনাশ।।

পদ্মা : উদ্ধাউল নইবা মহামুনি বৰ।
সখীসৰক সুধি দিম সঠিক উত্তৰ।।

উগ্ৰতপা : উত্তম! অবিলম্বে আহা তোমাৰ সখীসৰক সুধি
ইয়াতেই ৰলো, মই তোমাকে অপেক্ষি।

নেতা : তোমাৰ সাজেৰে সজাম অন্য এগৰাকী
তাইকে দি দিম উগ্ৰতপাক সপি।

পদ্মা : বাইদেউ! তোমাত বিনে নাই কেউ বিশ্বাসী সখী
তুমিয়েই যোৱা আজি পদ্মা সাজি।

নেতা : সেয়ে হ'ব ভগ্নী মোৰ ৰাখিম অনুৰোধ
মই হ'ম পদ্মা য'ত নাথাকিব অৱৰোধ।

ওজাপালি : আপোনাৰ অলঙ্কাৰ খসায়া তেখনে।
নেতাক সজায়া পদ্মা সেহি আভৰনে।।
নেতাক আগে কৰি পদ্মা দাসীৰূপে হৈয়া।
হৰষিত হৈল মুনি তাইক দেখিয়া।।
এহিমতে নেতা সঙ্গে বঞ্চে মুনিবৰ।
নেতাক থৈয়া পদ্মা চলিল সত্বৰ।।
মুনিৰ সঙ্গ যে তাৰ গৰ্ভ যে হইল।
কামবানে অনুক্ৰমে পুত্ৰ প্ৰসবিল।।
অতিশয় সুলক্ষণ কুমাৰ অনুপম।
মুনি থৈলন্ত তাৰ ধনঞ্জয় নাম।।



এহিৰূপে নেতা সঙ্গে বঞ্চে তপোধন
দৈৱৰ নিৰ্ব্বন্ধ কৰ্ম নাযায় খণ্ডন।।
আৰু দিনা সখীগণ কৰিয়া সঙ্গতি।
গঙ্গাত নামিয়া স্নান কৰে পদ্মাৱতী।।
হেন সময়ে মুনি দেখিয়া পদ্মাৰে।
ধনে ধন্য কৰিতে প্ৰশংসে মুনিবৰে।।
শৰতৰে চন্দ্ৰ যেন দেখিল আকাশে।
পদ্মাক দেখিয়া মুনি নেতাক জিজ্ঞাসে।।

উগ্ৰতপা : *(গঙ্গাৰ পাৰত)* পদ্মাৰ সদৃশ বাৰু
কোন সেই নাৰী।
উগ্ৰতপাৰ সতে কৰে ছলনা-চাতুৰী
*(ঘৰ আহি নেতাক)* পদ্মাৰ সদৃশ বাৰু কোন
তুমি নাৰী।
মোৰ সতে কৰা ছলনা চাতুৰী।।

নেতা : নাম মোৰ নেতা, পদ্মা মোৰ ভগ্নী
ক্ষমা কৰা এই দোষ তুমি মহামুনি।

উগ্ৰতপা : ছল-চাতুৰী কৰিলি দুই ভগ্নী মিলি
অক্ষমনীয় তহঁতৰ এই কাৰ্য্যাৱলী।।
অভিশাপ উগ্ৰতপাৰ নাযায় খণ্ডন
স্বামীৰ সতে পদ্মাৰ নহ'ব মিলন।।
ধনঞ্জয়ক দিম মই পৰিচয় পিতৃ প্ৰখ্যাত।
কিন্তু তোৰ সতে, আৰু মোৰ নহ'ব সাক্ষাত।।

ওজাপালি : এক কৰ্মে চন্দ্ৰকলা গৰ্ভ নৱ মাস ভৈলা।
মাহেন্দ্ৰক্ষণে চন্দ্ৰকলাৰ পুত্ৰ উপজিলা।।
অতি বৰ সুলক্ষণ দেখিতে অনুপম।
ব্ৰাহ্মনে থৈলা তাৰ চন্দ্ৰধৰ নাম।
দিনে দিনে বাঢ়ে সাধু দ্বাদশ বৎসৰ।
পুত্ৰ বিহাইতে মন কৈলা কোটৰেৰ সুৰ।।
শঙ্খপতি নামে সাধু মাণিক্য পাতনে।
সনেকা তাহাৰ কন্যা নানা ৰূপে-গুণে।।

চৰ পঠাইয়া ঠাট আনিল সত্বৰে।
চান্দৰে লৈয়া চলে বিবাহ কৰাইবাৰে।।
নানাবিধ মহোৎসৱ কৰিয়া তেখনে।
চান্দৰে মঙ্গল কৰ্ম কৰায় বিবাহ দিনে।।

এহিমতে ৰাজ্যকৰে সাধু একমনে।
কোটৰ সুৰ ৰাজা মৰিলা কতোদিনে।।
পিতৃশোকে ৰাজাৰ থিৰ নোহে মতি।
অষ্টপক্ষে ভাবে চান্দো শঙ্কৰ-পাৰ্বতী।।

স্তোত্ৰ : যা দেৱী সৰ্বভূতেষু শক্তিৰূপেন সংস্থিতাঃ
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।

পাৰ্বতী : বাচা মোৰ চন্দ্ৰধৰ চকু মেলি চা,
সন্মুখত উপস্থিত তোৰ ভৱানী মা।
সাধনাত তোৰ মই হ'লো অপাৰ সন্তুষ্ট,
ধন-মান, পুত্ৰ পৰিবাৰ হক বিস্তৃত।
সহস্ৰ প্ৰজাই তোক কৰিব আদৰ,
বিপদৰ সঙ্গী মই যুগ-যুগান্তৰ।

চন্দ্ৰ : আই মোৰ পাৰ্বতী তোমাৰ মহিমা অপাৰ।
চিৰদিন চিৰপূজ্য তুমি এই অভাগাৰ।।

পাৰ্বতী : তথাস্তু! কিন্তু শুন চন্দ্ৰধৰ--
পদ্মা নামে আছে এক কন্যা সদাশিৱৰ।
দিনে দিনে বাঢ়িছে তাইৰ প্ৰভাৱ বিস্তাৰ।।
সহস্ৰ প্ৰজাৰ শক্তিৰে তাই হৈছে শক্তিমান।
তাৰে প্ৰভাৱত মোক কৰিব যুজিছে শক্তিমান।।
হৱ যদি তই উপযুক্ত শিষ্য মোৰ
যুজিব লাগিব কাণী পদ্মাৰ সতে দুৰ্ঘোৰ।।

চন্দ্ৰ : ই জানো সহজসাধ্য মানুহৰ হাতে
কি মতে যুজিম মই দেৱ কণ্যাৰ সতে।।
নাই অস্ত্ৰ, নাই শক্তি এই চন্দ্ৰধৰৰ
দিয়া মোক কিবা উপায় তোমাকে তৰিবৰ।।



পাৰ্বতী : কোনো চিন্তা নাই বাচা চন্দ্ৰধৰ,
মোৰ শক্তি দি তোক কৰিম শক্তিধৰ।
এই শক্তি থাকে মানে নহ'ব কোনো অপায়-অমঙ্গল,
ব্যৰ্থ হ'ব সৰ্প দংশন, ধুমুহা গৰ্জন, উৰ্মিমালা সমুদ্ৰৰ।
কেৱল ৰোধিব লাগিব কাণী পদ্মাৰ অভিযান
পূজিব লাগিব তই মোক চিৰদিন চিৰকাল।
ল এই হেমতাল
শক্তি অপাৰ।।

চন্দ্ৰ : জয় আই পাৰ্বতী।
ক'ত আছে কানী পদ্মা আহ ওলাই।
সমূলঞ্চে কৰিম তোৰ বিপত্তি বিলাই।।

সনেকা : স্বামী মোৰ, বহু বছৰ তোমাৰ বাবে অপেক্ষা
কৰি আছো, আৰু সিফালে প্ৰজাগণে তোমাক
দৰ্শন কৰিবলৈ বৈ আছে। আনহাতে তোমাৰ
ছয়পুত্ৰ চন্দ্ৰকলা বঢ়া দি বাঢ়ি আহিছে।
সিহঁতৰ শ্ৰীমুখ দৰ্শন কৰাৰ তোমাৰ জানো হেঁপাহ নহয়?

চন্দ্ৰ : সনেকা, তুমি মোৰ জীৱন অৰ্দ্ধাঙ্গিনী। মোৰ বাবে
তুমি পাইছা অলেখ যাতনা। কোন পিতৃৰ
নাই বাৰু ইচ্ছা পুত্ৰৰ শ্ৰীমুখ দৰ্শন কৰাৰ?

সনেকা : আমাৰ ৰাজ্যৰ প্ৰজাবোৰে সুখ সন্তোষেৰে
দিন নিয়াইছে আৰু সিহঁতৰ সমৃদ্ধি প্ৰসাৰিত
হৈছে। এই সকলোবোৰ আই পদ্মাৰ কৃপাত।

চন্দ্ৰ : কি? পদ্মা? সাৱধান! পদ্মাৰ নকৰিবা নাম
উচ্চাৰণ। লগ পালেই তাইক কৰিম নিপাত।

সনেকা : তেনে কথা নক'বা!

চন্দ্ৰ : মনে মনে থাকা। আৰু শুনা প্ৰজাগণ,
মোৰ ৰাজ্যত নহ'ব মাৰি-মৰক, নহ'ব দুৰ্যোগ
অনাটন, সদায় থাকিবা সুখত। মাথোঁ---
পূজিবা নিতৌ আই চণ্ডীক।
কিন্তু সাৱধান,--যদিহে শুনো, কোনোবাই

করিছে পূজা কাণী পদ্মাৰ, সমূলঞ্চে নিৰ্মূল
কৰিম বংশচৈধ্য তাৰ।

সনেকা : কিন্তু স্বামী..............................

চন্দ্ৰ : কোনো কিন্তু নাই। জয় হওক পাৰ্বতীৰ,
জয় হওক মা চণ্ডীৰ। নিপাত হওক শক্তি
কাণী বেংখাইতী পদ্মাৱতীৰ।

*(লুইতৰ পাৰ, চম্পক নগৰৰ উত্তৰভাগ, পথ নিৰ্জন।
দুজন যুবক বাটত ৰৈ, পদ্মা আৰু নেতা আহি থকা দেখে)
ওজাপালিয়ে জনতাৰ মাজত পদ্মাৰ প্ৰভাৱ কেনেকৈ বিস্তাৰিত হয় বৰ্ণাব—*

**ওজাপালি (ধনশ্ৰী ৰাগ)**

পদ্মা বোলে শুন নেতা বুদ্ধি দেহ মোৰে।
ৰূপে খাইবো পূজা চম্পক নগৰে।।
পদ্মাৰ বচনে বোলে পাত্ৰ যে নেতাই।
তাৰ বিৱৰণ কথা শুন মোৰ ঠাই।।

১ম যুৱক : বন্ধু, চোৱা সেই দুজনী সুন্দৰী গাভৰু এইফালে আহিব ধৰিছে।

২য় যুৱক : ক'তহে ক'ত? আমাৰ কপালত গাভৰু,?
নাই নাই হ'ব নোৱাৰে।

১য় যুৱক : সৌৱা চোৱা, আহিয়েই আছে।

২য় যুৱক : বাপ্‌ৰে। লুকোৱা, লুকোৱা।
(পদ্মা আৰু নেতাৰ প্ৰৱেশ)

পদ্মা : কিনো পালো এই ঠাই কোৱা নেতা বাই।
মানুহৰ লেখ-দেখ ক'তো একো নাই।।

নেতা : অধৈৰ্য্য নহ'বা ৰাণী পাবা তুমি জীৱপ্ৰাণী।
ওলাবহি অলেখ যুৱক-যুৱতী।।

১ম যুৱক : কোনফালে যোৱা বাৰু সুন্দৰী গাভৰু।
দেখিলেই আমাৰ হিয়া কৰে দুৰু দুৰু।।

পদ্মা : হেই বাট এৰি দে!

১ম যুৱক : বাট এৰিবলৈ বাট ভেটা দিয়া নাই নহয়।

নেতা : নিলাজ ক'ৰবাৰ।



২য় যুৱক : হেই, মুখ চম্ভালি কথা ক'বি।

নেতা : অচিনাকি নাৰীক কেনে ব্যৱহাৰ কৰিব লাগে, শিকা নাই?

২য় যুৱক : নিশ্চয় শিকিছোঁ। সহায়হীনা নাৰীক কেনে ব্যৱহাৰ কৰিব লাগে আমি ভালদৰে জানো। বন্ধু আহা আগুৱাই।
*(দুয়ো দুজনীৰ হাতত ধৰে)*

নেতা : *(পদ্মাক)* পৰাজয় নেমানিবা, দেখুওৱা শক্তি।
আয়ত্ত কৰাৰ এনে সুযোগ যুৱ-শক্তি।।

পদ্মা : উত্তম তোমাৰ বুদ্ধি , প্ৰয়োগিম মোৰ শক্তি।
আহিব হাতৰ মুঠিত, এই যুৱ-শক্তি।।

২য় যুৱক : আঃ কি সুমধুৰ মাত, আৰু এই মসৃণ হাত।
তোমাৰ পৰশেৰে মোৰ দেহা কৰা শাঁত।।

পদ্মা : শান্ত হ বাচা ধন, থিয় কৰ মন
মই পদ্মা, এওঁ নেতা দুয়োৰো সন্মুখত।

দুয়ো : আমাক ৰক্ষা কৰা দেৱী।
নাজানি নুশুনি কৰিলো অপমান
ৰক্ষা কৰা তুমি দেৱী শক্তিমান।

নেতা : ঠিক আছে তহঁতক নকৰো সংহাৰ
এওঁক পূজিলে পাবি ধন সোণ অপাৰ।

১ম যুৱক : তুমিয়ে আমাৰ আৰাধ্যা দেৱী।
শতসহস্ৰ যুৱক-যুৱতীৰ।।

২য় যুৱক : আমি মাথোঁ তোমাকে পূজিম
দিনৰ পিছত দিন, মাহৰ পিছত মাহ ধৰি।

নেতা : বছৰৰ পিছত বছৰ, যুগ-যুগান্তৰ।

পদ্মা : এতিয়া যা।
সমস্ত জনশক্তিক কৰিবি একত্ৰিত।
মোৰ মতে চলিবলৈ কৰিবি বুদ্ধি,
তেতিয়াহে হ'ব তহঁতৰ হেপাঁহ সিদ্ধি।।

নেতা : আৰু নুপূজিবা দেৱী পাৰ্বতীক (প্ৰস্থান)

দুয়ো : বাপ্‌ৰে বাপ! কালৰো কাল বিপৰীত কাল, হৰিণাই চেলেকে বাঘৰ গাল।
*(ভয় ভীত হৈ দৌৰি পলায়)*

পদ্মা আৰু নেতা নদীৰ পাৰত। দূৰত নাৱৰীয়াৰ নাও খেলৰ গীতৰ সুৰত ভাটিয়ালী সুৰ।।

নেতা : ভনী পদ্মা!
স্বামী বিচ্ছেদ প্ৰতিষ্ঠাহীনতাৰ কৰিব লাগিব পূৰণ।
বিপুল জনশক্তিৰ সমৰ্থন কৰিব লাগিব আহৰণ।।

পদ্মা : চিৰদিন তুমিয়েই মোৰ বুদ্ধিদাত্ৰী
তোমাৰ বিনে নাই কোনো উপযুক্ত পাত্ৰী।।
*(নাৱৰীয়াক দেখা পাই পদ্মাই মাতে)*

পদ্মা : হেৰা নাৱৰীয়া শুনাচোন শুনা
যি ধন বিচৰা তাকে পাবা
মাথোঁ আমাক দুয়োকে পাৰ কৰি দিয়া।

জালো : আমাৰ টুলুঙা নাও অতি দুৰ্বল
দুজনীক একেলগে পাৰ কৰা নহ'ব সম্ভৱ।

পদ্মা : আমি দুয়ো বাই-ভনী, প্ৰাণৰ লগৰী
একেলগে নেথাকিলে হ'ব বিঘিনী।
*(হাতত বঠা লৈ দুয়ো সোমাই আহে)*

জালো : চা ভাই মালো। দুজনীক একেলগে পাৰ
কৰা উচিত নহ'ব। যদি নাও বুৰে নিস্তাৰ নাপাবি।

মালো : *(কাণত)* যদি অধিক পৰিমাণে ধন দিব খোজে
চেষ্টা কৰি চোৱাত আপত্তি কি হা।

জালো : অ'তো। ৰ চোন ৰ, গাই বাই-চাওঁ।
*(পদ্মাক)* চোৱা আই, আমি দুখীয়া মানুহ
এহালিচা মাটিত খেতি কৰো, আৰু এইখনেই
আমাৰ টুলুঙা নাও। ইয়েই আমাৰ জীৱিকাৰ সম্বল।

মালো : আৰু যদি নাও বুৰিব লাগে তোমালোকৰ লগতে
আমাৰ পৰিয়ালো উচন যাব।

নেতা : শুনা, *(পদ্মাক)* এয়ে সোণালী সুযোগ
কৃষক শ্ৰমিকক হাত কৰাৰ।

পদ্মা : শুনা তেন্তে নাওৰীয়া।
নাই কোনো ভয় নাও বুৰাৰ



আছে আমাৰ শক্তি অপাৰ।।
নাঙঠক বস্ত্ৰ দিও নিজ মনে মানি।।
এওঁ নেতা, মই পদ্মা শক্তিধাত্ৰী।
দুয়োকে কৰিলে পাৰ হ'বা ধন অধিকাৰী।।

দুয়ো : আহা পদ্মা, আহা নেতা দুয়ো আগবাঢ়ি
টুলুঙা নাওৰেই দিও দুয়োকে পাৰ কৰি।।
*(আকৌ গীত আৰম্ভ হয়, আটাইৰে প্ৰস্থান)*

*ওজাপালি :*

এহিমতে পূজে পদ্মা শত নৰ-নাৰী।
একে একে পূজে সৱে চম্পক নগৰী।।
প্ৰজাগণে পূজে পদ্মাক সকল সংসাৰে।
আনন্দ আছয় পুৰী পদ্মাৱতীৰ বৰে।।
চম্পক নগৰে পূজে মনত উল্লাসে।
ত্ৰিভুবনে পূজে পদ্মাক আনন্দিত মতি।
পাৰ্বতী শুনিয়া মান চিন্তা হৈল অতি।।
চান্দো বোলে শুন মাৱ আমাৰ সংবাদ
তোমাৰ কাৰণে হৈল পদ্মা সমে বাদ।।
তেমনে কৰিলো বাস তোমাৰ ভাৰসে।
কি ৰূপে জীয়ে মৰা কহতো বিশেষ।।
আগবাঢ়ি চণ্ডী কহে শিৱ বৰাবৰ।
মহাজ্ঞান চাণ্ডোক দিয়া দিগম্বৰ।।
*(চন্দ্ৰধৰৰ ঘৰ, তাৰ সন্মুখত পাৰ্বতীৰ আবিৰ্ভাৱ)*

চন্দ্ৰধৰ : পৰম পূজ্যা আই মোৰ দেৱী পাৰ্বতী।

পাৰ্বতী : সহ্যৰ সীমা মোৰ নাই চন্দ্ৰধৰ।
পদ্মাই লম্ভিছে আহি চম্পক নগৰ।।
কিমতে আছ তই সহি মনে মনে।
হেমতালৰ শক্তি তই পেলালি অথলে।।

চন্দ্ৰধৰ : জীয়াই থাকো মানে মোৰ এয়েই পন।
যিয়ে পূজিব পদ্মাক শাস্তি দিম নিৰ্মম।।

নাগ পালে তাইক সন্মুখত মোৰ।
দিম তাইকো শাস্তি দুৰ্ঘোৰ।।
কিন্তু আই!
যদিহে ছলনাৰে তাই কৰে প্ৰজাৰ দুৰ্গতি।
কিমতে ৰাখিম মই প্ৰজাৰ সংহতি।।

পাৰ্বতী : দিছোঁ তোক শিৱদত্ত সঞ্জীৱনী মহাজ্ঞান।
ইয়াৰে জীয়াব পাৰিবি প্ৰজাৰ প্ৰাণ।।

চন্দ্ৰধৰ : আই পাৰ্বতী!
এয়ে মোৰ শেষ সংকল্প,

চন্দ্ৰধৰ : কানী পদ্মাক কৰিম ধ্বংস।
জয় আই পাৰ্বতীৰ
জয় আই চণ্ডীৰ।। (প্ৰস্থান)

টেকেলা : শুনা শুনা শুনা
বাসিন্দা চম্পকপুৰৰ
ৰজাৰ অমোঘ আদেশ
চম্পক নগৰত নচলিব মনসা পূজা।
নচলিব পদ্মাৰ নাম উচ্চাৰণ।
পূজিলে পদ্মাক শাস্তি পাব নাচঁচা শুলত
নাম ললে পদ্মাৰ জিভা কটা যাব বাঁহৰ চোঁচত।

নেতা : শুনিছানে পদ্মা চম্পক নগৰত তোমাৰ অপপ্ৰচাৰ।
এই কাৰ্য হ'ব নিশ্চয় চন্দ্ৰৰ টেকেলাৰ।

পদ্মা : *(স্বগত)* সতিনী আইক পূজা কৰে, শক্তি লভে চন্দ্ৰধৰে,
তাৰেই অতপালিত মোৰ অপপ্ৰচাৰ কৰে।
নাথাকিব চন্দ্ৰধৰ, নাথাকিব চম্পক নগৰ
যদিহে নকৰে পূজা মোক লোক-নিৰন্তৰ।।

নেতা : পৰিহাৰ কৰা পদ্মা এই উত্তেজনা
নহ'লে বিপৰ্যয়ৰ আছে সম্ভাৱনা।
মহাশক্তি হেমতাল আছে চন্দ্ৰৰ হাতত
তোমাকে ৰোধিব মাত্ৰ তাৰেই বলত।।

পদ্মা : আছে জানো কিবা উপায় তাক বশ কৰাৰ



নহ'লে বিফল হ'ব পণ আমাৰ প্ৰতিষ্ঠা লভাৰ।

নেতা : কৰিব লাগিব ধ্বংস প্ৰজাৰ শস্যৰ পথাৰ
ভাঙিব লাগিব সহস্ৰ প্ৰজাৰ ঘৰ-দুৱাৰ।
দংশিব লাগিব প্ৰজাক কালসৰ্প লৈ
তেতিয়াহে আহিব চন্দ্ৰ তোমাত সৈমান হৈ।।

পদ্মা : ইয়াৰে নহ'ব কোনো সমস্যা সমাধান।
লভিছে চন্দ্ৰই শংকৰৰ পৰা মহাজ্ঞান।।

নেতা : কনকাৰ বেশে গৈ, মহাজ্ঞান আনা লৈ।
বিনাশ হ'ব চন্দ্ৰৰ ছয়পুত্ৰৰ প্ৰাণ
আৰু এইবাৰ হ'ব চন্দ্ৰ তোমাত সৈমান।।

পদ্মা : তথাপি নহ'ম সফল, আছে ধনন্তৰী ওজা চন্দ্ৰৰ বল।।

নেতা : আছে উপায়, নহ'বা নিৰুপায়,
ধনন্তৰী ওজাক কৰিম ক্ষয়।
দিবা নাগ উদয় কাল
শেষ কৰিম ওজাৰ পাল।। *(প্ৰস্থান)*

ওজাপালি : এইমতে নেতা পদ্মা কৰিল যুগুতি।
ধনন্তৰী বধিবাৰে নেতা চলে খৰ গতি।।
পদ্মাই আনিল উদয় কাল বাপৰ সন্মতি।
নাগ লৈয়া নেতা চলে ওজাৰ ঘাটি
ছল কৰি বধিল ওজা ধনন্তৰী।।
নেতাৰ চলনাই ওজা গৈল যমপুৰী
কনকাৰ বেশ ধৰি পদ্মা গৈল অন্তেষপুৰে।
কনকাক দেখি হৰ্ষ কৰে সদাগৰে।।
ছল কৰি পদ্মা হৰিলা মহাজ্ঞান।
ছয়পুত্ৰ চন্দ্ৰধৰৰ বিনাশিলা প্ৰাণ।।
(চন্দ্ৰধৰৰ ঘৰ।) পদ্মা কনকাৰ বেশত,

চন্দ্ৰ : *(চন্দ্ৰই বিছনাত হেলান দি আছে। এনেতে কনকাৰূপী পদ্মাৰ প্ৰৱেশ, নূপুৰ বাজে)*
এয়া কনকা নহয় জানো? কিয়বা আহিলা?

কনকা : অ' ময়েই।

চন্দ্ৰ ঃ আহা আহা বহা।

কনকা ঃ নেলাগে ভিনিহীদেউ, তুমি হেনো আই পাৰ্বতীৰ
পৰা কিবা মহাজ্ঞান পাইছা। তাকেই জানিবলৈ
আহিলোঁ। কোৱাচোন, ই কেনেকুৱা বস্তু?

চন্দ্ৰ ঃ *(হাঁহি)* ক'ম। কিন্তু বহুদিন তোমাৰ নাচ দেখা নাই। আগতে নাচা, তাৰ পিচত 'মহাজ্ঞান' দেখুৱাম।

কনকা ঃ আগতে তুমি দেখুৱাব লাগিব। তাৰ পাছতহে নাচিম।

চন্দ্ৰ ঃ আগেয়ে নাচা। পাছত মহাজ্ঞান চাবা।
*(নাচ আৰম্ভ হয়। চন্দ্ৰই সঁফুৰাৰ (মনা)* পৰা
মহাজ্ঞান উলিয়াই) (সৰ্পনৃত্য)

পদ্মা ঃ *(বিকট হাঁহি)* হাঃ হাঃ হাঃ চন্দ্ৰধৰ।
সযতনে ৰাখি থোৱা তোৰ মহাজ্ঞান
পদ্মাই কাঢ়িলে নাই পৰিত্ৰাণ।

চন্দ্ৰ ঃ কি? কনকাৰ বেশে তই পদ্মা?
এতিয়াও আছে মোৰ এই হেমতাল
চন্দ্ৰৰ শক্তিৰ হোৱা নাই আকাল
*(পদ্মাৰ কঁকালত কোব মাৰে)*
বেংখাইতী, কাণী, মহাজ্ঞান নিলি
মূৰ পাতি ল'ম যত বাধা-বিঘিনী
তথাপি প্ৰশ্ৰয় নাপাবি চেংখাইতী, কাণী,
চিৰদিন পূজিম মোৰ আই ভবানী।
*(সনেকাৰ কান্দি কান্দি প্ৰৱেশ)*

সনেকা ঃ সকলো শেষ স্বামী সকলো শেষ। পদ্মাৰ সৰ্পই দংশন কৰিলে আমাৰ ছয়োটি পুত্ৰক। কেনেকৈ চাওঁ বাৰু পুত্ৰৰ মৃতদেহ। তোমাৰ দম্ভত হ'ল পুত্ৰৰ সৰ্বনাশ। তুমি নিষ্ঠুৰ। নিৰ্মম।

চন্দ্ৰ ঃ বাউলী নহ'বা সনেকা। মানুহৰ জীৱনৰ সদায় বাধা-বিপৰ্য্যয় আছে। আছে মৃত্যুভয়। কিন্তু সংকল্পৰ পৰা বিৰত নোহোৱাটো বীৰৰ কৰ্ত্তব্য। মাতৃ-হৃদয় দৃঢ় কৰা। *(ভাৱ পৰিবৰ্ত্তন)* পদ্মাই চলনা কৰি মহাজ্ঞান কাঢ়ি নিলে। এতিয়াও উপায় আছে। ধনন্তৰীক মাতা।

সনেকা ঃ সেই আশাও নাই। নেতাৰ চাতুৰীত উদয়কাল নাগে ধনন্তৰীক ব্ৰহ্মতালুত দংশন কৰি প্ৰাণে মাৰিছে।



চন্দ্ৰ ঃ *(চিঞৰি)* পদ্মা!
ছল কৰি হৰি নিলি ছয় পুত্ৰ মোৰ।
নেতাৰ কুবুদ্ধিত ধনন্তৰীও গ'ল।
লাগে তোক পূজা ভূ-ভাৰস্তৰ
সবংশে ধংস কৰিম সৰ্পকুলৰ।

*।।ওজাপালি।।*

এহি বুলি চান্দো ৰাজ্যে দিয়াছে ঘোষণা।
সৰ্প মাৰিলে দিব এক তোলা সোণা।।
ব্যক্ত হৈয়া যাইতে নোৱাৰে চান্দোৰ কাৰণ।
গুঞ্জৰীৰ কুলত ৰহিলা নাগগণ।।

*(লোকগীত)*

ছয়পুত্ৰ মৰে একদিনে কতনো সহিব পাৰানে
সংসাৰে কাহাৰ এত শোক।।
নাম থৈল সুন্দৰ শ্ৰীধৰ শ্ৰীকৰ
গুণাকৰ আৰু মধুকৰ।।
শশধৰ দুৰ্গাবৰ এহি ছয়পুত্ৰ মোৰ
একদিনে গ'ল যমঘৰ।
নিদাৰুণ বিষহৰি সেহি যে হৈল বৈৰী

হইলা কালোনি যম সব্ব কৈল নিপাতন
বাগান কাটিয়া কৈল সুধা।
চান্দোৰ চৰণে ধৰি কান্দে সোনাই সুন্দৰী
শুনৰে নিৰ্বোধ সদাগৰ।
ফলমুঠি হাতে লওঁ তবে জীয়ে পুত্ৰ ছয়
সানন্দে মনসা যাক ঘৰ।।

*(খৰ গতিত)*

শুনিয়া পদ্মাৰ নাম চান্দ বোলে ৰাম নাম
যাক পুত্ৰ আমাৰ নিছনি
পঞ্চ শব্দ বাদ্য আনি বাজায় মঙ্গলধ্বনি
শুনিয়া যে পুৰিয়া মৰে কাণী।।

*ওজাপালি*

চান্দ বোলে শুন প্ৰিয়া আমাৰ বচন।
আমাৰ শপত যদি কৰহ ক্ৰন্দন।।
দৈবৰ নিৰ্ব্বন্ধে তোৰ ছয়পুত্ৰ মৰে।
আমি কুশলে থাকিলে পুত্ৰ হৈব তোৰে।।
বচনে তুষিয়া সাধু সনেকাৰ মন।
শীঘ্ৰে কৰি গৈয়া সাধু বসিলা দেৱান।।
ঢোল দগৰ ধ্বনি শঙ্খ শিঙা বাজে বেনী
নৃত্য গীত নানা জয় কৰি।।
যত নগৰ বৈসে চান্দোৰা আদেশে আসে
আসিয়া মিলিল শীঘ্ৰ কৰি।।
চান্দো বোলে সূত্ৰধাৰে শুন বাক্য আমাৰ
তেৰ তাল কালিদহৰ মূল।।
ডিঙা দিবা চৌধ তাল তেবেসে হৈব ভাল
পদ্মাৰ বাদে যেন নহে তল।।
ষোল শত সূত্ৰধাৰে লাগে ডিঙা বান্ধিবাৰে
ৰাত্ৰি দিবা নাহি পৰিচয়।।
নৃত্য-গীত কৌতুহলে ডিঙা নমাইলা মলে
পাত্ৰ পজা আনন্দিত হয়।।

*(সাগৰতীৰত নেতা আৰু পদ্মা)*

পদ্মা ঃ লংকাত বণিজ বেহাই
উভতিল চন্দ্ৰ সদাগৰ
সাত মানিকৰে ধন
চৈধ্য ডিঙা উপচাই।
মাজ সমূদ্ৰত তাৰ
কৰিম দুৰ্ঘোৰ বিলাই।

নেতা ঃ চন্দ্ৰৰ চৈধ্য ডিঙা দিয়া বুৰাই
শত সহচৰ আৰু কাণ্ডাৰী দুলাই
মাজ সমূদ্ৰত শেষ হ'বা তাৰ বণিজৰ ধন
দেখিম কিমান আছে পদ্মাক নুপূজাৰ মন।



পদ্মা ঃ *(আদেশ)* মোৰ অনুগত শক্তিসমূহ, তোমালোক একত্ৰিত হোৱা
মূহূৰ্ততে চন্দ্ৰৰ চৈধ্যডিঙা সমূদ্ৰত বুৰাই দিয়া।

পদ্মা ঃ আৰু দিয়া উদ্ধত চন্দ্ৰধৰক অশেষ যাতনা।
পূৰণ হক মোৰ দুৰ্বাৰ কামনা।

নেতা ঃ চোৱা পদ্মা চোৱা চন্দ্ৰৰ বিলাই।
সমূদ্ৰত উটি গ'ল কাণ্ডাৰী দুলাই।।
শত সহচৰ গিলিলে জলচৰ।
চৈধ্য ডিঙা বুৰি ক্ষতি হ'ল বিস্তৰ।।
পানী খাই কক্‌বক্ কৰে চন্দ্ৰধৰ
শেষ হ'ব এইবাৰ তাৰ গৰ্ব- অহঙ্কাৰ
আঃ বাচা চন্দ্ৰধৰ! (শেষ)

পদ্মা ঃ (চিঞৰি) হেৰৌ চন্দ্ৰধৰ পালিনে মজা।
এতিয়াও কৈছো দে মোক পূজা।।
মোক পূজিলে ঘূৰাই পাবি ধনজন।
পাৰ্বতীক এৰি কৰ মোৰেই পূজন।।

চন্দ্ৰধৰ ঃ তই কাণী পদ্মাৱতী গৰ্ব তোৰ এৰ।
মই বীৰ চন্দ্ৰধৰ কথাৰ নাই হেৰফেৰ।।
পাৰ্বতীৰ ভক্ত মই, বীৰ চন্দ্ৰধৰ।
তেওঁকে পূজিম মই যুগ-যুগান্তৰ।।

নেতা ঃ দেখিলানে পদ্মা তোমাক তিৰস্কাৰ।
নতুন পৰিকল্পনা কৰো আৱিষ্কাৰ।

পদ্মা ঃ বহু পৰিকল্পনা বাইদেউ হ'ল ব্যৰ্থ।
এনে কি আছে আৰু যি হ'ব অব্যৰ্থ।।

নেতা ঃ ইন্দ্ৰক বুজনি দি কথা কৰা গাঢ় কৰি।
উষা অনিৰুদ্ধক আনা চল কৰি।।

ওজাপালি ঃ এহিক্ষণে শুনা পদ্মা আমাৰ বচন।
ইন্দ্ৰপুৰীলৈ তুমি সত্বৰে কৰা গমন।।

*ওজাপালি ঃ*

পদ্মা বোলে দেৱৰাজ আছে চন্দ্ৰধৰ ৰাজ
মোৰ পূজা নাই তাৰ ঘৰে।

বোলে আস্তিকৰ মাই আসিলো তোমাৰ ঠাই
অনিৰুদ্ধ ঊষা দেহ মোৰে
ইন্দ্ৰ বোলে অনিৰুদ্ধ ঊষা চিৰকাল স্বৰ্গবাস
দেৱলোক পাইলা পুণ্য তেজে।
স্বৰ্গত অনেক যুগ কৰিবেক পুণ্য ভোগ
মৰ্ত্ত্যক যাইব কোন লাজে।।
শুনা দেৱ পুৰন্দৰ ঘতেক দুৰ্গতি মোৰ
যেমন আইলো পায়া তাপ।
যদি ঊষা নাছে ভাল কপটে ভাঙিবো তাল
সেহি সময়ে তুমি দেহ শাপ।।

ইন্দ্ৰ সভা : ঊষাৰ পক্ষীসঞ্চাৰ নৃত্য : *(বাদ্য বাদন)*
(নাচৰ মাজতে পদ্মাই ৰাক্ষসৰ মুখা পিন্ধি ইন্দ্ৰৰ পাছপাফে থিয় দিয়ে, অনিৰুদ্ধৰ দৃষ্টি আকৰ্ষণ কৰাই, তেতিয়াই তাৰ তাল ভঙ্গ হয় আৰু ঊষাৰ নৃত্যত খেলি মেলি হয়।।)

ইন্দ্ৰ : ঊষা-অনিৰুদ্ধ। তোমালোক সৰগৰ শ্ৰেষ্ঠ বিদ্যাধৰ
কি কাৰণে পতন হ'ল মনোহৰ নৃত্য ছন্দৰ।
কদাপি নেযায় কৰা সহ্য এই অপৰাধ
মৰতলৈ যোৱা দুয়ো দিলো অভিশাপ।।

অনিৰুদ্ধ : অপৰাধ? কিনো হ'ল আমাৰ অপৰাাধ।
যাৰ বাবে পালো আমি এই অভিশাপ।।

ইন্দ্ৰ : ভুল তোমাৰেই অনিৰুদ্ধ
দেৱৰাজক প্ৰশ্ন কৰা নিষিদ্ধ।

ঊষা : দৈত্যৰাজ বান মোৰ পিতা
শোণিতপুৰত ঘৰ।
তোমালোকে কৰিলা আমাক
সৰগৰ বিদ্যাধৰ।।
লোভ দেখুৱাই স্বৰ্গবাসৰ
ৰাখিছা পুতলা কৰি চিৰ আমোদৰ
নিতে নৱ ভাওনা তোমালোকে পাতিছা।
কৰিলে প্ৰতিবাদ অন্যায়ৰ
তোমালোকে কোৱা এয়া হেনো খেলা অদৃষ্টৰ।।

পদ্মা : ঊষা, বিনাই একো লাভ নাই ইন্দ্ৰৰ আগত
মৰতলৈ ব'লা দুয়ো মোৰ লগত।

ঊযা : শক্তি আছে তোমালোকৰ
আমাৰ জীৱনলৈ খেলা কৰাৰ।



অধিকাৰ আমাৰ মাথোঁ শব্দৰ অলঙ্কাৰ।।
যাম মৰতলৈ দেৱী পদ্মা
মাথোঁ এটি চৰ্তত—

পদ্মা : কোৱা, কি চৰ্ত?

ঊষা : হেৰুৱালেও পাম। মৰিলেও জীয়াম
বিপদত পৰিলে তোমাক কাষতে পাম।

পদ্মা : সেয়ে হ'ব—
ব'লা তেন্তে মোৰ লগত *(ইন্দ্ৰৰ অধোঃবদন* । দুয়ো নিৰ্বাক। চাৱনি, খোজ-কাটল ধীৰ হয়। বিদায়পৰত সখীসৱৰ গীত ।

ওজাপালি : নেতা বোলে শুনা পদ্মা আমাৰ বচন।
চম্পক নগৰে কৰহো সত্বৰে গমন।।
নেতাৰ বচন পদ্মা শুনিয়া তেখনে।
আত্মা লৈয়া চলিলেক চান্দোৰ ভুবনে।।
নিশাভাগে ৰাত্ৰিকালে সপোনে মনসা বোলে
উঠ উঠ সুন্দৰী সোণাই।
তুষ্ট হৈয়া দিলো বৰ পুত্ৰ হৈব তোৰ ঘৰ
নাম শেষে থৈবা লখাই।
সেহি বেলা ঊষা লৈয়া উজনিত গৈল ধায়া
সুমিত্ৰাৰ গৰ্ভে স্থিতি কৈলা।
সাহে ৰজাৰ ঘৰে সুমিত্ৰাৰ উদৰে
ঊষা ভৈলা সুন্দৰী বেউলা।

## দ্বিতীয় অংক

ওজাপালি : উজনী নগৰে ঘৰ মাহে বণিক সদাগৰ
তাহাৰ ঘৰে বেউলা সুন্দৰী।
হৰাইলে বস্তু পাই মৰিলে মৰা জীয়াই
ৰূপে-গুনে বিদ্যাধাৰী।।
শুনা শুনা চম্পকৰ নাথ লোহাৰ কৰাইৰ কৰে ভাত
সতী কন্যা যে ৰান্ধিতে পাৰে।
পৰম আনন্দ হৈয়া লখাইক কৰাইব বিয়া
সে কন্যা হয় বৰাই আমাৰে।
*(নদীৰ পাৰত চন্দ্ৰধৰ। বেউলাৰ স'তে সখীসৱৰ গীত-মাত)*

বিহুগীত ঃ

*(নৃত্যৰ শেষত হাই-উৰুমিৰে ঘাটলৈ পানী আনিব যায়। চন্দ্ৰই ঘাটৰ বাটত বহে।)*

চন্দ্ৰধৰ ঃ এনেহেন পৰম ঠাই ক'তো দেখা নাই
পিয়াহত দিয়া পানী, নহ'লে প্ৰাণ যায়।
(স্বগত) চাৰিকন্যা আগেবাঢ়ি থৰ লাগি চায়
পঞ্চকন্যা আহি মোৰ প্ৰাণ জুৰায়।

(বেউলাক) ঃ কোন বাৰু কন্যা তুমি কাৰ লখিমী?
কোন গোঁসায়ে সৰজিলে অপৰূপা কৰি?

বেউলা ঃ বেউলা মোৰ নাম, সাহেৰ জীয়ৰী,
উজনী নগৰে ঘৰ, সুমিত্ৰাৰ লখিমী।

চন্দ্ৰধৰ ঃ এৱেঁ হ'ব ভাগ্যৱতী লখিন্দৰৰ জোৰ
আৰু হ'ব আদৰৰ পুত্ৰবধু মোৰ।
(সাহেৰ আগচোতালত চন্দ্ৰধৰৰ প্ৰৱেশ, গলখেকাৰি মাৰে,বেউলা ওলাই আহি আকৌ সোমাই যায়। চন্দ্ৰধৰক বহিবলৈ বৰপিৰা দিয়ে। সাহে-সুমিত্ৰাৰ প্ৰৱেশ)

সাহে ঃ পৰম সৌভাগ্য আজি উজনী নগৰৰ
কেনেকৈ আদৰো মহাভক্ত চন্দ্ৰধৰ।

চন্দ্ৰধৰ ঃ নেলাগে বেছি একো সাহে বন্ধুবৰ
বিবাহৰ উপযুক্ত হ'ল মোৰ পুত্ৰ লখিন্দৰ।।

সুমিত্ৰা ঃ সেয়েহে আহিলে হ'বলা আমাৰ ঘৰ?

চন্দ্ৰধৰ ঃ গমটো পালাই উমানতে বন্ধুপত্নী।
শুনিছো গুণৱতী-ৰূপৱতী তোমাৰ নন্দিনী।।

সুমিত্ৰা ঃ আহচোন আই বেউলা, তামোল চালি লৈ।
চম্পক পতিয়ে খুজিছে তোৰ হাত নিজ পুত্ৰলৈ।।
(বেউলাই তামোলচালিলৈ সোমায়। চন্দ্ৰধৰক সেৱা কৰে। চন্দ্ৰধৰে আশীৰ্বাদ দিয়ে।)

চন্দ্ৰধৰ ঃ চুলিৰ সমান আয়ুস হ'ক মোৰ আই!

সাহে ঃ বেউলা হ'ব পুত্ৰবধু চম্পক ৰাজৰ
আমাৰ বাবে এই সম্বন্ধ অতি গৌৰৱৰ।

চন্দ্ৰধৰ ঃ পদ্মিনী কণ্যা বেউলা সৰ্বসুলক্ষণা
লখিন্দৰৰ স'তে হ'ব জীৱন ৰচনা।
(সাহে সুমিত্ৰাৰ আৰু চন্দ্ৰধৰৰ প্ৰতি নমস্কাৰ)
(প্ৰস্থান)

ওজাপালি ঃ প্ৰাতস বিহানে উঠি ৰাজা চন্দ্ৰধৰ।
কাৰ্য্যভাগ কহে কথা সাহেৰ গোচৰ।।



পঞ্চমী বৈশাখ মাসে কৰিলা জোৰনি।
দশ ৰোজৰ অন্তৰে দুইৰো বিহা তপনি।।
বৃহস্পতিবাৰ শুদ্ধ একাদশী তিথি।
সেইদিনা বিবাহৰ লগ্ন কৈলা থিতি।।
এহিবুলি দেশক চলিলা সদাগৰ।
আহিবৰ কাল ব্যৱহাৰ পাইলা বিস্তৰ।।
শীঘ্ৰে গমনে যাই আপোনাৰ পুৰী।
ত্বৰিতে পাইলেক যাই চম্পক নগৰী।।
লোক আনি সাধু বুলিলা সত্বৰ।
আয়োজন কৰা ত্বৰিতে বিবাহৰ।।
এতজানি চন্দ্ৰধৰ হৰষিত হৈয়া।
কেশায়েক মেৰ কৰিতে আনিলা ডাকিয়া।।
চান্দো বোলে শুনা কেশা আমাৰ উত্তৰ।
একখানি লোহাৰ মেৰ কৰহ তৈয়াৰ।।
*(মেৰঘৰ নিৰ্মাণ। কৰ্মীৰ সমাৰেশ। চন্দ্ৰৰ প্ৰৱেশ)*

চন্দ্ৰধৰ ঃ *(কেশাক)* শুনা কেশা, মোৰ একমাত্ৰ জীৱিত পুত্ৰ লখিন্দৰৰ বিয়া অহা একাদশী তিথিত। পদ্মাই মোক ভীতি প্ৰদৰ্শন কৰি কৈছে—তাই হেনো ফুলশয্যাৰ ৰাতি লখিন্দৰৰ সৰ্পদংশনত মৃত্যু ঘটাব। সেয়ে তুমি মোক এনে এক দুৰ্ভেদ্য মেৰ-ঘৰ সাজি দিয়া য'ত চুলিৰ সমান সাপ এডালো প্ৰৱেশ কৰিব নোৱাৰিব। তুমি সুনিপুণ কাৰিকৰ আৰু তোমাৰ ওপৰত মোৰ অগাধ বিশ্বাস আছে। তুমি অতি সোনকালে মেৰঘৰ সাজি দিয়া। তুমি সকলো সামগ্ৰী থিতাতে পাবা। দৰা-কইনাক মেৰঘৰত ৰাখি কাণী পদ্মাৰ ষড়যন্ত্ৰ ব্যৰ্থ কৰাত মোক সহায় কৰা।

কেশা ঃ হ'ব বাৰু। *(চন্দ্ৰৰ প্ৰস্থান)*
কৰ্মীসকল, সকলোৱে মনপুতি কাম কৰা।
কোনোবাই কামত কোনোধৰণৰ ফাকি দিলে
কঠোৰ শাস্তি দিম।
*(কেশাৰ সন্মুখত পদ্মাৰ আৱিৰ্ভাৱ)*

পদ্মা ঃ শুনা কেশা, মোৰ আদেশ- মেৰঘৰৰ ঈশান কোণত এটি সূক্ষ্ম ছিদ্ৰ ৰাখিবা।

কেশা ঃ কোন তুমি?

পদ্মা ঃ মই পদ্মা, মোৰ আদেশ শিলৰ ৰেখা।

কেশা ঃ কেতিয়াও মই মোৰ প্ৰতিশ্ৰুতি ভঙ্গ নকৰো।
মই মাথোঁ চন্দ্ৰ সদাগৰৰহে আদেশ মানিম।

পদ্মা ঃ শুন তেন্তে নিৰ্বোধ কাৰিকৰ, মোৰ শক্তি তই চিনা নাই। যদিহে মোৰ আদেশ উলংঘন কৰ, তেন্তে কালসৰ্পৰ হতুৱাই তোক সবংশে নাশ কৰিম।

কেশা ঃ *(ভয় খাই)* নাম দেৱী। মোক ক্ষমা কৰা।

মই তোমাৰ আদেশ মানিম, মাথোঁ মোক ৰক্ষা কৰা। মেৰঘৰৰ ঈশান কোণত চুলিৰ সমান ছিদ্ৰ ৰাখি তাত ৰঙা সেন্দূৰেৰে ফোট দি ৰাখিম।

পদ্মা : ঠিক আছে। যদিহে এইমতে কাম কৰ, তেন্তে তোক প্ৰচুৰ ধন-সোণ দিম। (প্ৰস্থান)

কেশা : সেয়ে হ'ব দেৱী। কৰ্মীসকল-মনপুতি কাম কৰা ক'তো সুৰুঙা নাৰাখিবা

*(সমস্বৰে নাগাৰা নাম গায়। কৰ্মোদ্যম অব্যাহত থাকে)*

নাগাৰা নাম

*(বিয়াগীত ক্ৰমে প্ৰকট হৈ আহে। দোলাত বাদ্যবাদক সমন্বিতে শৰ, মালাৰ তলত সনেকাই পুত্ৰবধূ আদৰে)*

উৰুলী, গীত, বাদ্যত গোটেই পৰিবেশ মুখৰিত হয়।।

*(বিয়াৰ বাদ্য বাজি থাকে। গোটেই সমাবেশ মঞ্চৰ মাজেৰে অতিক্ৰম কৰি ওলাই যায়)*

চন্দ্ৰধৰ : *(উলাহত নাচি, হাতত হেমতাল লৈ)* হাঃ হাঃ হাঃ কাণী বেঙখাইতী, পদ্মাৱতী- আজি লখিন্দৰক থম দুৰ্ভেদ্য মেৰঘৰত। তোৰ লাখ লাখ নাগেও মোৰ পুত্ৰক একো কৰিব নোৱাৰিব। টেকেলাহঁত হ'ত ডগৰ বজাই নগৰে নগৰে ঘোষণা কৰি দে-- নাগ দেখি যিয়ে এৰি দিব সমূখতে।

নাক-কাণ কটা শাস্তি মিলিব তাৰ কপালতে।।
নাগ দেখি যিয়ে আনিব মাৰি।
সিয়ে পাব ততালিকে সোণৰ গাগৰি।।

আৰু প্ৰহৰীহঁত শুনা--

পোহনীয়া নেউল থোৱা মেৰঘৰৰ চৌপাশে
সৰ্পশত্ৰু ময়ূৰে পহৰা দিয়ক তাৰ আশে-পাশে।
নিদ্ৰা ত্যেজি পহৰা দিয়া প্ৰতিক্ষণে
কাকো আহিব নিদিবা কোনোজনে।

(চন্দ্ৰই মেৰঘৰৰ চৌপাশে চোৱা-চিতা কৰে-- বেউলাক আয়তীসকলে লখিন্দৰৰ স'তে মেৰঘৰৰ ভিতৰত থৈ যায়। বিচনাত দুয়োকে বহুৱাই দুনীত আঙঠি খেলা কৰে। গীতৰ, উলহ মালহ। পাছত আটাইৰে প্ৰস্থান। মাত্ৰ বেউলা-লখীন্দৰ।)

ওজাপালি : দিহাঃ শুন শুন সুবদনী সাহেৰ নন্দিনী
শ্ৰমিয়ে ত্যেজ দূৰ ৰজনীৰে।
যদি জাগা আজি ৰাত্ৰিৰ ভিতৰ যদি জীয়ে লখিন্দৰ
কোনো কালে মৃত্যু নাহি তাৰে।।

পদ : চান্দো বোলে ৰখিয়া ভাই প্ৰাণপুত্ৰ লখাই
যদি আজি বৰ্ত্তিবাৰে পাৰে।
সোণা-ৰূপা চাৰি-ভাৰ গঢ়ায়া সোণাৰ হাৰ
গায়ে গায়ে দিম তোমাৰে।।



ওজাপালি :

নেতা বোলে শুনা পদ্মা আমাৰ বচন।
নিশ্চিন্তি বসিয়া তুমি আছা কি কাৰণ।।
লোহাৰ ঘৰ সাজি আছে চান্দো সদাগৰ।
পুত্ৰবধূ ৰাখিলেক তাহাৰ ভিতৰ।।
আজি নামাৰিলে তুমি সুন্দৰ লাখাই
ইহলোক প্ৰাণ ৰৈল তাহাৰ মৃত্যু নাই।।
আজি ৰাত্ৰিমধ্যে জয় পৰাজয়।
ৰাত্ৰি পুহাইলে আৰু কিছু কাজ নাই।।

*(বিয়াৰ গীত, আঙঠি লুকুৱাৰ খেলা। কইনাই দৰাৰ ভৰি ধুৱাই নিজৰ চুলিৰে মচি দিয়ে। সেৱা কৰে। কটাৰীৰে তামোল কাটি খায়)*

লখিন্দৰ : বেউলা!

বেউলা : হুঁ!

লখিন্দৰ : বেউলা, তোমাক জীৱনসঙ্গিনীৰূপে পাই মই সঁচাকৈ সুখী হৈছো।

বেউলা : মই- ও।

লখিন্দৰ : জীৱনত সুখে-দুখে তুমিয়েই মোৰ লগৰী। আনন্দৰ ভাগো দুয়ো ভগাই লম আৰু দুখৰো। কৰ্মক্ষেত্ৰত তুমি সদায় মোৰ প্ৰেৰণাৰ উৎস হৈ থাকিবা। ভুল হ'লে শুধৰাই দিবা। তোমাক সুখী কৰিবলৈ মই সদায় চেষ্টা কৰিম।

বেউলা : মোহ লগা পৃথিবীত তোমাক স্বামীৰূপে পাইছোঁ- ইয়াতকৈ আৰু কি সুখ লাগিছে? জনমে জনমে তোমাক যেন স্বামীৰূপে পাওঁ। কেতিয়াবা তোমাৰ কৰ্মক্ষেত্ৰত তোমাৰ কিবা ভুল হ'লে ময়ো তাৰ সমভাগী হ'ম।

লখিন্দৰ : আহা শোৱাহি।

*(ময়ূৰ আৰু নেউল নৃত্য, প্ৰহৰীয়ে পহৰা দি থাকে)*

নিচুকনী গীত

*(মেৰঘৰৰ ভিতৰত কালিনাগে প্ৰৱেশ কৰে)*

লোকগীত

সাপৰ দংশনৰ পাছত তীব্ৰ গতিত প্ৰস্থান। লখিন্দৰৰ বিষক্ৰিয়া বিয়পাৰ কাৰ্য্য।।
বাঁহীত বেউলা জাগৰে বেউলাৰ বিলাপ।।

*(কৰুণ ৰস)*

*(কান্দি কান্দি বেউলাই লখাইৰ মূৰটো কোলাত তুলি অগ্নিসমদৃষ্টি লৈ সংকল্প কৰে)*

বেউলা : যদি বেউলা হওঁ, সতী সাহসেৰে জীয়াম পতি
ন্যায়েৰে জিনিম মনসা।
হৰুৱাম বিষহৰি আনিম আপোন স্বামী তৰি
এই সংকল্প কৰিলো ঘোষণা।।

প্ৰহৰীহঁত, শহুৰ-শাহু আইক জনাই দিয়া
তেওঁলোকৰ মৰমৰ পুত্ৰ আৰু নাই।

ওজাপালি : বেউলা বোলে শুনা মালী, কহো তোমাৰ ঠাই।
ভেল বান্ধিয়া দেহ প্ৰভু লখাইক লৈয়া যাই।।
কৰ হস্ত যোৰ কৰি বিদায় মাগে সুন্দৰী
শ্বশুৰ শ্বাশুৰীৰ ঠাই।
নকৰিবা ভয়-লাজ বনিক সমাজ মাজ
দেৱ পুৰে যাওঁ আগুৱাই।।
যাইব দেৱগণৰ সমাজ বুলিব যে পদ্মাৰ আগ
নিবেদন কৰি আপোনাৰ।
তেবে যদি নিজীয়ে পতি গলে দিম ঘাৰ কাটি
এহি সত্য জানিবাহা সাৰ।।
বিদায় মাগো চৰণে শ্বশুৰ শ্বশুৰীৰ স্থানে
আজ্ঞা দেহ যাও দেৱপুৰী
জীয়াইব নিজ পতি গাইব সব যত নীতি
আহিম পাছে চম্পক নগৰী।।
দণ্ডৱতে প্ৰণাম কৰি বিদায় মাগে সুন্দৰী
দেখি লোক হৈল সকৰুণ।
সজল নয়নে চন্দ্ৰধৰ আপুনে
লেঙ্গাৰে বুলিল তেখন।।
বিদায় পৰত সনেকাক সেৱা কৰে।।

চন্দ্ৰ : কাণী পদ্মা, বেংখাইতী
মোৰ পুত্ৰৰ প্ৰাণ বধিলি
প্ৰথম ৰাতিতে কৰিলি বেউলাক বিধৱা
আজি পুত্ৰহাৰা হ'লো মই অভাগা।

সনেকা : আই বেউলা, বাচা মোৰ
কি বুলি দিওঁ সান্ত্বনা তোক।
একে দিনাই ছয়পুত্ৰ মৰিছিল আজি লখাইও
গ'ল। তথাপি তোমাৰ কথা নেৰিলা। ?

## তৃতীয় অংক

দিছিলা ঢোল, পেঁপা আৰু য'ত বাদ্য, আজিও বজোৱা, আকাশ-বতাহ ৰজনজনাই যাওক, জগতৰ সকলোৱে আনন্দ পাওক যে তোমাৰ শেষপুত্ৰ লখাইও নাই। এতিয়া ফুলকুমলীয়া বেউলাৰ বৈধব্য আঁকোৱালি লোৱা।



চন্দ্ৰধৰ : আই!
বেউলা, (সংকল্প) "যিদিনালৈ এই বন্তি থাকিব জ্বলি।
সিদিনালৈ জানিবা মই প্ৰাণে আছো বুলি।।
যিদিনা হেৰাব সুবাস এই ভূমিচম্পা ফুলে।
সিদিনা জানিব মোৰ সংকল্প গ'ল অথলে।।
পথাৰত যিদিনা থোৱা মেলিব মূলাধানে।
সিদিনা জানিব পুত্ৰ জীয়ালো প্ৰাণে।।
যিদিনা বিনা জুয়ে মেৰত ভাত ভাহে।
সিদিনা জানিব বেউলা ঘৰে আহে।।

লোকগীত :

বেউলা ভাসিলো ৰে
পতি দেহ লৈয়া বেউলা ভাসিলো ৰে--
লুইতৰ সোঁতে বেউলা--.

ওজাপালি :

দিহা : ঐ অনে মাৰে দৈবে বিৰম্বিলা। কালনাগে দংশিলা।।

পদ : মোৰ প্ৰভু উঠ উঠ বালা লখিন্দৰ।
আৰু নাযাইব প্ৰভু চম্পক নগৰ।।
সমস্ত শৰীৰ লখাইৰ খসিয়া পৰিলা।
জলত পখালিয়া বেউলা টুপালি বান্ধিলা।।
মনুষ্যৰ গন্ধে ৰাঘৰ বৰালি আইল ধাইয়া।
গিলিলেক ঘিলা গোটে নিকাটে পাইয়া।।
উজান পাকে নেতা কাপোৰ ধোৱে-শিলা পাৰি।।
ভাঠি পাকে বহি আছে বেউলা সুন্দৰী।।
*(বেউলাই কাপোৰ অচাৰি থকাৰ শব্দ শুনে। শব্দ অনুসৰণ কৰি চোৰাত দেখে। নেতাই কাপোৰ ধুই আছে আৰু পুতেক ধনঞ্জয়ে আমনি দি আছে--নেতাই ধনঞ্জয়ক সম্মোহন কৰি মাৰি পেলায় আৰু পাছত জীয়াই তোলে।)*

বেউলা : কি আচৰিত! মৰাক জীয়াব পাৰে! এওঁৱে নিশ্চয় দিব পাৰিব মোক উপযুক্ত উপায়। *(নেতাক)* বাইদেউ!

নেতা : বাইদেউ! ক'ৰ ছোৱালীহে- মৰাশ এটা লগত লৈ সামান্য এখনি ভেলত উঠি যোৱা ক'লৈ?

বেউলা : সাহেৰ জীয়ৰী, চন্দ্ৰধৰৰ বোৱাৰী মই বেউলা। মোৰ জীবনলৈ নামি আহিছে ঘোৰ অন্ধকাৰ। ফুলশয্যাৰ ৰাতি কালসৰ্পই দংশন কৰি মাৰিলে মোৰ স্বামীক। অকালতে সাবটি ললো এই নিদাৰুণ বৈধব্য যন্ত্ৰণা। তুমি মোক কিবা উপায় দিয়া।

নেতা : মই কেনেকৈ উপায় দিম? দেবাঙ্গনা যদিও মই স্বৰ্গভ্ৰষ্টা দেৱী, কাপোৰ ধুই জীৱন নিয়াও দেবতাৰ সেৱী। স্বামী-পৰিত্যক্তা নাৰী মই একেটি মাত্ৰ পুত্ৰ ধনঞ্জয়।

বেউলা : চিনিছোঁ তোমাৰ স্বৰূপ সত্য পৰিচয়।
নকৰিবা প্ৰকাশ আচৰণ নিৰ্দয়।।
দিয়া মোক স্বামীৰ পুণৰ্জীৱন।
বন্দিলো মই তোমাৰ চৰণ।।

নেতা : ই যে মোৰ সাধ্যাতীত!
তথাপি তুমি হ'লা সতী নাৰী।
তোমাক নিম মই কৈলাশপুৰী।।

*(দুয়ো যায়। বেউলাৰ হাতত টোপোলা, নেতাৰ হাতত কাপোৰ) (প্ৰস্থান)*

নেতা : প্ৰণাম পিতা!

মহাদেৱ : অ' নেতা! বিলম্ব কৰিলি কিয়?

নেতা : ঘাটত লগ পালোঁ মই বেউলা সতী।
চন্দ্ৰৰ বোৱাৰী তাই হেৰুৱাইছে পতি।।
শিৰৰ সেন্দূৰ পদ্মাই নিছে কাঢ়ি।
সেয়েহে আহিছে বেউলা কৈলাসপুৰী।।

বেউলা : প্ৰণাম প্ৰভু দিগম্বৰ
হেৰুৱাইছো মোৰ স্বামী লখিন্দৰ।
পদ্মা-পাৰ্বতীৰ লাগে দুৰ্ঘোৰ আঁৰিয়া অৰি
সাধাৰণ মানুহে দিব লাগে তেওঁলোকক প্ৰতিষ্ঠা কৰি।
পদ্মাই খেলিলে ক'ত ছল-চাতুৰী
চন্দ্ৰধৰৰ সাতোপুত্ৰ অকালতে নিলে মাৰি।
হেৰুৱালোঁ শিৰৰ সেন্দূৰ ফুলশৰ্য্যাৰ ৰাতি।
স্বামীৰ জীৱন দিয়া তুমি প্ৰভু কৈলাসপতি।।

মহাদেৱ : লখিন্দৰৰ জীৱন আছে পদ্মাৰ হাতত।
দিলে দিব পাৰে তাই আমাৰ অনুৰোধত।।
ঊষাবিনে ইন্দ্ৰসভা হৈছে বৰ ম্লান।
নাচি নাচি জুৰাব লাগিব তুমি দেৱতাৰ প্ৰাণ।।
হয় যদি সন্তুষ্ট সমস্ত দেৱগন।
পদ্মাই দিব পাৰে লখিন্দৰৰ জীৱন।।

বেউলা : সেয়ে হ'ব প্ৰভু দিগম্বৰ।
নাচিম মই এক নৃত্য ভয়ঙ্কৰ-মনোহৰ।।
*(সংগীত, ইন্দ্ৰসভা, দেওধনী নৃত্য)*

দেৱগন : সুন্দৰ, সুন্দৰ, অতি সুন্দৰ

ইন্দ্ৰ : উঠা বেউলা, কি লাগে কোৱা?



তোমাৰ নৃত্যত আমি সকলো সন্তুষ্ট।
কি বৰ দি তোমাক কৰো তুষ্ট?

বেউলা : হে সৰগৰ অমৰ দেৱতাগণ।
ধন-সোণ নেলাগে মোক দিয়া মাথোঁ স্বামীৰ জীৱন।।

ইন্দ্ৰ : *(আশ্চৰ্য্য)* লখিন্দৰৰ প্ৰাণ!
কিন্তু সি যে আমাৰ হাতত নাই।
দিব পাৰে প্ৰাণ কেৱল পদ্মাই।।
*(পদ্মা সকলোৰে সন্মুখত ওলায়)*

ইন্দ্ৰ : আহা পদ্মা, আহা আগবাঢ়ি
দিয়া প্ৰাণ লখিন্দৰৰ, কৰিছো মিনতি।

পদ্মা : বেউলাৰ নাচ দেখি গা উঠিল দেৱগণ।
এয়ে তোমালোকৰ চৰিত্ৰ সৰ্বক্ষণ।।
(পাৰ্বতীক)
ৰাতিৰ ভিতৰতে বান্ধিলে নৰকাসুৰে মন্দিৰ আৰু শিলৰ খটখটী
ৰাখিলানে, প্ৰতিশ্ৰুতি, নৰকাসুৰক বৰণ কৰাৰ আই পাৰ্বতী?

ইন্দ্ৰ : চল কৰি ৰাৱণক বধিলে ৰামচন্দ্ৰই
নৰৰূপী ভগৱান (ব্যঙ্গ)
মন্দোদৰীৰ চকুপানীৰ দিলানে মূল্য?
দিলানে ৰাৱনৰ জীৱন?

পাৰ্বতী : কুৰুৰাজ শান্তনুৰ হোৱা নাছিলানে তুমি সাময়িক শয্যাশঙ্গীনি
তাৰ যাবে পালা জানো কিবা শাস্তি তুমি, গিৰিৰাজ-নন্দিনী?

ইন্দ্ৰ : মনত নপৰেনে দেৱৰাজ অহল্যাৰ সতীত্ব হৰণ কৰাৰ
বৰণ কৰিলে তেওঁ স্বামীৰ অভিশাপ পাষাণ হোৱাৰ ই জানো নহয় নিৰ্লজ্জ নীতি,
কোৱা দেৱৰাজ।
বভ্ৰুবাহন বীৰ পূৰ্বদেশৰ
মাৰি জীয়াই প্ৰাণ পিতৃ অৰ্জুনৰ।
কিয় বঞ্চিত হ'ল বভ্ৰুবাহন
সিংহাসন হস্তিনাপুৰৰ।।
সৃষ্টিৰ অধিকাৰী দেৱগন যত দুনীৰ্তিৰ
বলি হয় মাথোঁ মনষ্য জাতিৰ।।
শুনা বেউলা
ময়ো মনুষ্য মাতৃৰে সন্তান
সাধাৰণ মানুহে দিছে মোক নৱজ্ঞান।
মানুহৰ স'তে মোৰ সম্পৰ্ক অবিচ্ছেদ্য
স্বৰ্গবাস নহয় মোৰ কেতিয়াও কাম্য।

কাম্য মাথোঁ মোৰ প্ৰতিষ্ঠা আৰু নায্য অধিকাৰ
দিব পাৰোঁ প্ৰাণ তোমাৰ স্বামী লখিন্দৰৰ।
যদিহে দিয়াব পাৰা পূজা মোক দাম্ভিক চন্দ্ৰধৰৰ।।

বেউলা : দেৱী পদ্মা।
তোমাক শত শত প্ৰণাম জনাই
অঙ্গীকাৰ কৰিলোঁ মই।
যদিহে দিয়া ঘূৰাই জীৱন
মোৰ স্বামী লখিন্দৰৰ।
দিয়াম পূজা তোমাক
শহুৰ চন্দ্ৰধৰৰ।।
আৰু দিয়াম পূজা সহস্ৰজনৰ।
ঘূৰাই দিয়া মাথো মোৰ স্বামী লখীন্দৰ।।

পদ্মা : বেউলা অতুলনীয় তোমাৰ সংকল্প শক্তি
ঘূৰাই দিম হেৰোৱা ধন-জন আৰু দেহান্ত পতি।
(সংকল্প)
মোৰ সকলো শক্তি ঘনীভূত হোৱা--
লখিন্দৰ তুমি জীৱন্ত হোৱা--
জীৱন্ত হোৱা--
শ্ৰীধৰ, শ্ৰীকৰ, গুণাকৰ, মধুকৰ
শশধৰ আৰু দুৰ্গাবৰ ছয়পুত্ৰ চন্দ্ৰধৰৰ।
উঠি আহা চৈধ্য ডিঙা ধন-ৰত্নসহ
উঠি আহা দুলাই কাণ্ডাৰী আৰু যত সহচৰ।
বেউলাৰ স'তে সকলো যোৱাগৈ চম্পক নগৰ।। *(প্ৰস্থান)*

ওজাপালি :

দিহা : অচিৰসে আইস দৈত্যগণ ডিঙা তুলিবাৰে
জালো মালো দুই ভাই সঙ্গে পাত্ৰ নেতা
বাব ক্ষেত্ৰক মাৰিলা হুঙ্কাৰে।।

পদ : কৌতুকত হাঁহে পদ্মা নেতাৰ সংহতি।
তোল তোল কৰি ডাকে জয় পদ্মাৱতী।।
যক্ষগণে পাইলন্ত পদ্মাৱতীৰ বল।
একে একে তুলি দিলা ডিঙা চৈধ্যখান।।
নেতাই বোলে শুনা পদ্মা আমাৰ উত্তৰ।
অমৃত কুণ্ডৰ জল আনা মৰা জীয়াইবাৰ।।
চৌধ নাওঁত লোক আছে সত্তৰ হাজাৰ।



জীয়াইলো প্ৰাণ ছয়পুত্ৰ আৰু লখাইৰ।।
বেউলা বোলে শুন মাৱ জয় বিষহৰি।
জীয়াই দিয়া কাণ্ডাৰী দুলাই ওজা ধনন্তৰী।।
*(চম্পক নগৰ আনন্দমুখৰ পৰিবেশ। পদুলিত গণ-সমাবেশ)*

চন্দ্ৰধৰ : *(সনেকাক)* চোৱা--
মেৰঘৰত বিনা জুয়ে সিজিছে ভাত,
ভূমিচম্পা ফুলৰ হেৰোৱা নাই সুবাস,
পথাৰত থোৰ মেলিছে মূলাধানে।
মেৰঘৰত আজি বন্তি জ্বলি আছে।
*(বেউলা সোমাই আহে। চন্দ্ৰ অবাক। বাহিৰত আনন্দ)* আকৌ চাৰিওফালে চায়
*আৰু শেষত বেউলাক-*
আই বেউলা, মোৰ লুইত কন্যা।
কি অসাধ্য সাধন কৰি হৈছা ধন্যা।

বেউলা : প্ৰণাম পিতা!
জীয়ালো ছয়পুত্ৰ আৰু লখিন্দৰ।
চৈধ্য ডিঙা ধন-জন আৰু কাণ্ডাৰী দুলাই।।
সেয়েহে আজি এই মধুপৰত।
দিয়া পিতা এটি বেলপাত পদ্মাৰ নামত।।

চন্দ্ৰ : কাক? পদ্মাক?
নুপূজো পদ্মাক দৃঢ়মত মোৰ।
হ'ব জানো তাই পাৰ্বতীৰ যোৰ।।

বেউলা : অঙ্গীকাৰ কৰক মাথোঁ এটি বেলপাত দিয়াৰ।
নহ'লে শেষ হ'ব ছয়পুত্ৰ আৰু লখিন্দৰ।।

চন্দ্ৰ : যি হাতে অতদিনে পূজিছো পাৰ্বতীক।
কি মতে পূজো মই পদ্মাৱতীক।।

সনেকা : দুই ম'হৰ যুঁজ লাগে মাজতে বিৰিণা মৰে।
মহাভক্ত সদাগৰ মাতি আনা পাৰ্বতীক
জীয়াওক মোৰ আচলৰ নিধি নয়নমণিক।
সাতোপুত্ৰ মৰি গ'ল, চৈধ্য ডিঙা বুৰি গ'ল।
তথাপি কিয় পাৰ্বতী নিৰবে ৰ'ল।
পদ্মাই দিলে সাতোপুত্ৰ, চৈধ্য ডিঙা
দুলাই কাণ্ডাৰী, ধন-জন আৰু শত সহচৰ।
দিয়া মাথোঁ এটি বেলপাত পদ্মাৰ নামত।
সমগ্ৰ দেশ থাকক সুখ-সন্তোষত।

চন্দ্ৰ : সোঁহাতেৰে চিৰদিন পূজিম আই পাৰ্বতীক
বাঁওহাতেৰে দিব পাৰো বেলপাত পদ্মাৰতীক।

বেউলা : সেয়ে হ'ব পিতা
তাতেই সন্তুষ্ট হ'ব আই পদ্মা।
*(নেতা আৰু পদ্মা সোমাই আহে)*

পদ্মা : শুনা বেউলা, শুনা লখিন্দৰ
তোমালোক আছিলা সৰগৰ উষা-অনিৰুদ্ধ।
সঙ্গীত-নৃত্য বিশাৰদ। এতিয়া আৰু এই পৃথিবীত
তোমালোকৰ কাম শেষ আৰু মোৰ শেষ কৰ্ত্তব্য তোমালোকক লৈ যোৱাৰ।
যাবানে ইন্দ্ৰলোকলৈ?

বেউলা,লখিন্দৰঃ আমি দুয়ো ইয়াতে, এই লুইতৰ পাৰতে থাকিম। শস্য শ্যামলা এই দেশত। সহজ-সৰল জনতাৰ মাজত। ইয়াত থাকি আমি পাইছো অপাৰ আনন্দ। দেৱৰাজ ইন্দ্ৰক আমাৰ শত-সহস্ৰ প্ৰণাম্ জনাবা।
সৰগৰ দেৱগণে মাথোঁ আনন্দ উপভোগৰ সামগ্ৰীৰূপে আমাক ব্যৱহাৰ কৰে। আমাৰ জীৱনৰ প্ৰতি তেওঁলোকৰ কোনো অনুকম্পা নাই, কিন্তু এই পৃথিবীত আমাৰ সুখৰ বাবে শত-সহস্ৰ নৰ-নাৰীয়ে আমাৰ বাবে সকলো কষ্ট স্বীকাৰ কৰিছে। সেই সহানুভূতিশীল জনমানসক নেওচি আমি আৰু সৰগলৈ নাযাওঁ। মাটিৰ পৃথিৱীতে থাকি দিন নিয়াম।
*(ছোৱালী-বোৱাৰী, পালি-প্ৰহৰীৰে সামূহিক নৃত্য-ছন্দত উলহ-মালহ)* নাৰবীয়াৰ গীতৰ সুৰ, ময়ূৰ আৰু নেউল-নৃত্যৰ গীতৰ সুৰ, নাগাৰাৰ সুৰ আৰু বিহু নৃত্য।

সমাপ্ত



# শ্ৰীনিবাৰণ ভট্টাচাৰ্য

অৰুণ শৰ্মা



## চৰিত্ৰাৱলী

নিবাৰণ. নন্দিনী . ৰমেশ . দুৰ্গে. সুৰেণ. উপেন. ধীৰেণ. ৰবীন. গাৰোৱান. তিনিগৰাকী কলেজৰ ছোৱালী

## প্ৰস্তাৱনা

*( নিবাৰণ ভট্টাচাৰ্যৰ ঘৰৰ সন্মুখ ভাগ। তিনিখন দুৱাৰ দেখা যায়। প্ৰথম দুৱাৰখন খোলা আৰু ই ঘৰৰ মূল অংশৰ লগত সংলগ্ন। দ্বিতীয় আৰু তৃতীয় দুৱাৰ এটা বিশেষ কোঠাৰ লগত সংলগ্ন। এই কোঠাটো আৰু ঘৰৰ মূল অংশৰ মাজত মঞ্চৰ ভিতৰলৈ এটা সৰু কৰিডৰ আছে। কোঠাটোৰ দুয়োখন দুৱাৰ বন্ধ অৱস্থাত আছে। দ্বিতীয় দুৱাৰৰ ওপৰ পিনে ভঙা আয়নাৰ এখন ভেন্টিলেটৰ আছে। দুৱাৰখনৰ কাষতে এখন হেলেক পেলেক ধৰণৰ পুৰণা কাঠৰ চকী। তৃতীয় দুৱাৰখনত এটা প্ৰকাণ্ড পুৰণা মামৰে ধৰা তলা লগাই থোৱা আছে। তৃতীয় দুৱাৰৰ অলপ আগলৈ যাঠী ডিগ্ৰী অৱস্থানত এটা খালি হৈ পৰি থকা পুৰণা আল্‌কতৰাৰ ড্ৰাম। ড্ৰামটো যি পিনে আছে সেইপিনে, মঞ্চৰ বাহিৰত, আলিবাট।*

*আঁৰকাপোৰ উঠাৰ লগে লগে দেখা যায় ঃ নন্দিনীয়ে হাতত কেইখনমান ইংৰাজী সাহিত্যৰ ডাঙৰ কিতাপ আৰু কান্ধত এটা মোনা আঁৰি লৈ সোমাই আহে। তেওঁ কলেজৰ ক্লাছ শেষ কৰি ঘৰলৈ ঘূৰিছে। মঞ্চত সোমোৱাৰ লগে লগে চকুৰ পৰা চান-গ্লাছযোৰ খোলে, দ্বিতীয় দুৱাৰৰ কাষত ৰয়হি আৰু ওপৰৰ ভঙা ভেন্টিলেটৰখনলৈ এবাৰ চাই দুৱাৰখনত টুকুৰিয়াবলৈ হাতটো আগবঢ়াই ৰৈ যায়। তাৰ পিছত কিবা ভাবি আঁতৰাই গৈ খোলা প্ৰথম দুৱাৰেদি ভিতৰ সোমাবলৈ ধৰোঁতেই হাতত কেইখনমান ডাঙৰ ডাঙৰ চিনেমাৰ পোষ্টাৰ লৈ উপেনে বাহিৰলৈ ওলাই আহে।)*

উপেন ঃ নন্দিনী আহিলি?

নন্দিনী ঃ অ' তুমি যোৱাই নাই উপেন দাদা?

উপেন ঃ নাই যোৱা, দেৰিয়ে হৈছে, তোলৈকে ৰৈ আছোঁ।

নন্দিনী ঃ কিয়?

উপেন ঃ মই আজি একেবাৰে নাইট শ্ব' শেষ কৰি আহিম। ফাৰ্ষ্ট শ্ব' আৰম্ভ কৰি নতুন ছবিখনৰ পোষ্টাৰ মাৰিবলৈ যাব লাগিব। ভাত ঢাকি থৈ দিবি।

নন্দিনী ঃ তোমাৰ সদায় এটা নহয় এটা লেঠা থাকেই।

উপেন ঃ কি কৰিবি । মালিকৰ যি হুকুম। বাৰু মই যাওঁ। অ' চাওঁ, তোৰ গগলচযোৰ দেচোন।

নন্দিনী ঃ লেডীজ গগল্‌চ কেলৈ তোমাক?

উপেন ঃ বাদ দে লেডীজ গগল্‌চ মোৰ চকুত হ'লেই হ'ল।

নন্দিনী ঃ সন্ধ্যাই হ'ব অলপ পিচত।

উপেন ঃ দে দে, এতিয়াও ৰ'দ আছে, অলপ ইস্তাইল কৰোঁ।

*(নন্দিনীয়ে চচ্‌মাযোৰ দিয়ে -- উপেনে পিন্ধি যাব খোজে, নন্দিনীয়ে পিচ পিনৰ পৰা মাত দিয়ে)*

নন্দিনী ঃ অ' উপেন দাদা, শুনাচোন আচল কথাটোকে পাহৰিছিলোঁ।

উপেন ঃ কি' হ'ল!

নন্দিনী ঃ কাইলৈ তোমালোকৰ হলৰ মৰ্ণিং শ্ব'ত কিবা ভাল ছবি আছে নহয়?

উপেন ঃ ওঁ, যাবি নেকি ?

নন্দিনী ঃ যাম, মানে আমাৰ কলেজৰ প্ৰিন্সিপেল বাইদেউ আৰু মোৰ লগৰ প্ৰফেছৰ দুগৰাকীও যাব।



উপেন ঃ মই তহঁতৰ সকলোৰে কাৰণে টিকট কৰিব নোৱাৰোঁ দেই। আৰু তহঁত গ'লে মোৰ বহুত লোকচান হয়। তামোল, ভজা বাদাম, চানাচুৰ যোগান ধৰোঁতে মোৰ এক আধ্যা পৰে।

নন্দিনী ঃ যোৱা, বাহাদুৰি নামাৰিবা।

উপেন ঃ বাহাদুৰি মানে, তহঁতৰ প্ৰফেছাৰবোৰকতো দিব লাগেই, আকৌ তহঁতৰ কলেজৰ ছোৱালীবোৰকো দিব লাগে।

নন্দিনী ঃ ইস্ তুমি যেন বেয়াহে পোৱা।

উপেন ঃ যা যা যা -- ইমান সাহস সিহঁতৰ। *(যাব খোজে )*

নন্দিনী ঃ উপেন দাদা--চিট চাৰিটা কৈ থলোঁ কিন্তু---

উপেন ঃ হ'ব যা, মই আজি-কালি স্পেচিয়েল ক্লাছৰ গেটতে থাকোঁ।

*(বাহিৰলৈ খোজ লয়)*

নন্দিনী ঃ তোমাৰ প্ৰমোচন হ'লনেকি উপেন দাদা ?

উপেন ঃ ঐ ঠাট্টা নকৰিবি দেই ।

*( উপেনে কৈ কৈ বাহিৰলৈ ওলাই যায়। নন্দিনীয়ে এবাৰ মাজৰ বন্ধ দুৱাৰখনৰ ওচৰলৈ আহি কিবা কাণ পাতি শুনাৰ দৰে কৰি, ক্ষন্তেক থিয় হৈ, আকৌ প্ৰথম খোলা দুৱাৰেদি ভিতৰ সোমাই যায়। দুৰ্গে বাহিৰৰ পৰা আহে, হাতত এটা গিৰমিট আৰু এখন ৰাণ্ডা। দিনটো কাঠৰ কাম কৰি থকাৰ বাবে তেওঁৰ সাজ-পোছাক কিছু অপৰিচ্ছন্ন আৰু মুখত ক্লান্তিৰ ছাপ। এটা হাতৰ আঙুলি ফটা কানিৰে বন্ধা। সোমাই আহোঁতে দ্বিতীয় দুৱাৰখনৰ পিনে আৰু ওপৰৰ ভঙা ভেন্টিলেটৰৰ পিনে চাই চাই আহে। প্ৰথম দুৱাৰখনৰওচৰপাই নন্দা, নন্দা' বুলি মাতি ভিতৰলৈ সোমাই যায়। অলপ পিছতে গিৰমিট-ৰাণ্ডা ভিতৰত থৈ এটা মুঢ়া উলিয়াই আনি বাহিৰত বহে আৰু বান্ধি থোৱা আঙুলিটোৰ ফটাকানি খুলি খুলি নন্দিনীক মাতে। )*

দুৰ্গে ঃ নন্দা, লৈ আহ। *(নজে নিজে কয়)* বিহু বাজ হৈ গৈছে ঝাপ্লেকে।

*(নন্দিনীয়ে হাতত বেণ্ডেজৰ কাপোৰ আৰু আয়োডিনৰ বটল লৈ ওলাই আহে )*

নন্দিনী ঃ কেনেকৈ কাটিলে?

দুৰ্গে ঃ কটা নাই অ'। জোৰে হাতুৰী মাৰিছিলোঁ কাঠত --পিচত এবাৰ গজালত নামাৰি হাতত কোব বহুৱাই দিলোঁ। থেঁতালি ছিঙি পেলালে।

*(লগে লগে ফটাকানিৰ বান্ধ খোলাত থেটেলা খাই যোৱা আঙুলিটো ওলাই পৰে।)*

নন্দিনী ঃ ইস্! দুখ পোৱা নাই?

দুৰ্গে ঃ হাতুৰীৰ কোব এটাতে দুখ পালে কাঠ মিস্ত্ৰি কৰিবি কেনেকৈ? চাওঁ দে দে, আয়োডিন ঢাল।

*(নন্দিনীয়ে আয়োডিন ঢালি আঙুলিটো ভালকৈ বান্ধি দিয়ে )*

নন্দিনী ঃ অ' ভাল কথা এটা মনত পৰিছে।

দুৰ্গে ঃ কি?

নন্দিনী ঃ আমাৰ ষ্টেজটোৰ ওপৰৰ ছাটখন দেখিছানে অলপতে?

দুৰ্গে ঃ নাই দেখা--মোৰ তাত উঠাই মনত নপৰে।

নন্দিনী ঃ কাঠবোৰ পচি একেবাৰে ভাঙো ভাঙো হৈ আছে।

দুৰ্গে ঃ এ, হয় নেকি?

নন্দিনী ঃ অ, পচা কাঠবোৰ যেতিয়া পাৰা সলাই দিব লাগিব।

দুৰ্গে : ওপৰৰ পচা কাঠ ওপৰত থাকিব, আকৌ সলাব লাগিছে কেলৈ? সেই মান্ধাতাৰ আমোলৰহাউলী ঘৰ। আমাৰ ককাই ভাল অট্টালিকা সাজিছিল দে সেইটো। দেউতায়ো এতিয়া ভাল কামত লগাইছে। এতিয়া আৰু সেইবোৰ পচা কাঠ সলাব নোৱাৰি দেই।

নন্দিনী : কিহে তুমি — সলাই নথলে, কেতিয়াবা ওপৰৰ ভগা কাঠ আহি মূৰত পৰিব!

দুৰ্গে : অ' এৰাটো,মোৰ মূৰত আকৌ কথাবোৰ সহজে নোসোমাই নহয়। এনেয়েনো বিশ বছৰ ৰাঙা আৰু হাতুৰী মাৰিও গজালত নামাৰি নিজৰ আঙুলিতে কোব দিওঁনে? কিবা এটা কৰিব লাগিব দে।

নন্দিনী : সোনকালেই কৰি পেলোৱা।

দুৰ্গে : সোনকালেই মানে, ৰ আকৌ, মই ঘৰ এটাৰ কাম হাতত লৈ আছো--সেইটো শেষ নকৰাকৈ

নন্দিনী : নহয়, দেউতাৰ নতুন নাটকখন লিখা আজি শেষ হৈছে। আৰু অহা সপ্তাহমানৰ পৰা কিজানি ৰিহাৰ্চেল আৰম্ভই কৰিব।

দুৰ্গে : হয়নে, আকৌ দুদিনমানৰ কাৰণে আমাৰ বিহু বাজ হ'ব তেন্তে।

*(দুৰ্গেই কৈ কৈ ভিতৰলৈ প্ৰথম দুৱাৰেদি সোমাই গৈ এখন পুৰণা টাৱেল আৰু চাবোন আৰু এটা বাল্টি লৈ ওলাই আহে আৰু কৰিডৰেদি ভিতৰলৈ সোমাই যায়। অলপ পিচতে নন্দিনীয়ে একাপ চাহ হাতত লৈ ওলাই আহে আৰু ২ নং বন্ধ দুৱাৰখনৰ ওচৰত বৈ লাহেকৈ এটা টোকৰ মাৰে, অলপ সময় বৈ আৰু এবাৰ টোকৰ মাৰিবলৈ হাতটো তুলি আকৌ নমাই দিয়ে , আৰু চাহ কাপেৰে সৈতে ঘূৰি ১ম দুৱাৰৰ পিনে আহে, আৰু দুৰ্গেক কৰিডৰৰ ভিতৰৰ পিনে চাই মাতে।)*

নন্দিনী : দুৰ্গে দাদা, মুখ ধোৱা হ'লনে?

দুৰ্গে : *(কৰিডৰৰ পৰা)* হৈছে, গৈছো।

নন্দিনী : আহা, চাহ খোৱাহি ।

*(নন্দিনীয়ে চাহ কাপ লৈ ভিতৰ সোমাব খোজোতেই বাহিৰৰ পৰা সুৰেণ সোমাই আহে। সুৰেণৰ হাতত আৰু গাত চাইকেলৰ তেল-চিকিটি। ৰেনস্ বা তেনে ধৰণৰ চাইকেলৰ সঁজুলি তেওঁ হাতত লৈ আহে। নন্দিনীয়ে সুৰেণক দেখিয়েই কয়। )*

নন্দিনী : সুৰেণ দাদা, আহিলাই যে, দোকান বন্ধ কৰিলাই নেকি আজি?

সুৰেণ : এ' বন্ধ কৰিলোঁ দে। আজি সন্ধ্যা কেবাখনো চাইকেল ভাল কৰি থোৱাৰ কথা। এখনো ভাল কৰিব নোৱাৰিলোঁ। মানুহবোৰে নিবলৈ আহিব আৰু নাপাই মোক গালি শুনাব। সদায় মানুহৰ কিমান গালি শুনিবি? আজি সেই কাৰণেই দোকানকে বন্ধ কৰি থৈ আহিছোঁ বাপেকে।

নন্দিনী : আজিহে সাৰিলা, কাইলৈ আকৌ নাপাব মানুহবোৰে? আৰু তেতিয়া দুগুণে গালি পাৰিব।

সুৰেণ : *(হঠাৎ যেন কথাটো বোধগম্য হ'ল)* অ' এৰাটো, কাইলৈতো আকৌ পাব। কাইলৈতো সুদাই নেৰে। এই দোকানকে একেবাৰে বন্ধ কৰি দিম বাপেকে। নতুন বিজনেচ কৰিম।

নন্দিনী : চাইকেল দোকান, তোমাৰ কেই নম্বৰ বিজনেচ সুৰেণ দাদা?

সুৰেণ : সাত নম্বৰ। চাওঁ চাহ দে, চাহ দে।

নন্দিনী : এই কাপ দুৰ্গে দাদাৰ। তুমি হাত-মুখ ধুই আহা, যোৱা।

*(নন্দিনী আৰু সুৰেণ সোমাই যায়। ক্ষন্তেক পিচতে সুৰেণে হাতৰ বস্তুবোৰ ভিতৰত থৈ গাৰ চাৰ্টটো খুলি গেঞ্জীটো পিন্ধি ওলাই আহে আৰু কৰিডৰেদি ভিতৰ ফালে যাব খোজে আৰু সেই পিনৰ পৰা দুৰ্গেই মুখ-হাত ধুই টাৱেল-চাবোন আৰু বাল্টি লৈ সোমাই আহে। সুৰেণে দুৰ্গেৰ পৰা বাল্টি, টাৱেল, চাবোন খুজি*



*কৰিডৰেদি সোমাই যায়। দুৰ্গেই ১ নং দুৱাৰেদি ভিতৰ সোমায়।*
*কিছু সময় মঞ্চ শূন্য আৰু নীৰৱ হৈ থাকে। হঠাৎ বিশেষ কোঠাটোৰ ভিতৰৰ পৰা এটা টিং আৰু কাঠৰ বাকচ পৰা — এনে দুই-এটা শব্দ হয়। ক্ষন্তেক আকৌ নীৰৱ। এইবাৰ দ্বিতীয় দুৱাৰখনৰ ওপৰৰ পিনে ভিতৰৰ পৰা এটা খিলি খোলাৰ শব্দ হয় লাহে লাহে দুৱাৰখন মেল খায়। দেখা যায় দুৱাৰ মুখখনৰ প্ৰায় আধাতকৈও অলপ ওপৰলৈ কিছুমান টিং বাকচ, থিয়েটাৰৰ আঁৰ কাপোৰৰ পৰ্দা। কিছুমান পুৰণা সাজ-পোছাক ইত্যাদিৰে বস্তুবোৰ এটা দ'ম হৈ আছে। আৰু সেই দ'মটোৰ ওপৰেদি ভিতৰ ফালৰ পৰা এখন মুখ দেখা গ'ল। মুখখন নিবাৰণ ভট্টাচাৰ্যৰ। তেওঁ দ'মটোৰ ওপৰেদি বগাই জঁপ মাৰি বাহিৰলৈ আহে। তাৰ পিচত আকৌ বাহিৰৰ পৰা দুৱাৰখন জপাই কাষৰ চকীখন ওচৰলৈ নি তাৰ ওপৰত উঠি ভেণ্টিলেটৰৰ ভগা আয়নাৰ মাজেৰে হাতখন ভিতৰলৈ সুমাই ভিতৰৰ পৰা দুৱাৰৰ খিলিটো লগাই দিয়ে আৰু চকীৰ পৰা নামি আহি ১ম দুৱাৰৰ ওচৰলৈ গৈ ভিতৰলৈ এবাৰ চায়। তাৰ পিচত ঘূৰি আলিবাটৰ পিনে আহি পুৰণা আল্‌ক তৰাৰ ঢোলটোৰ ওপৰতে বহে আৰু বাহিৰ লৈ আলিবাটৰ পিনে চাই থাকে। তেওঁৰ হাতত এখন ফুলস্কেপ কাগজৰ মোটা বহী। হঠাৎ তেওঁ এবাৰ থিয় দিয়ে। বাহিৰত (নেপথ্যত) বাটেদি বন্ধুসহ আহি থকা ৰমেশক চিঞৰি মাতে ]*

নিবাৰণ : হেৰা ৰমেশ, ঘূৰি গ'লা দেখোন, হেৰা, হেৰা ৰমেশ!

*( মাতি মাতি বাহিৰলৈ ওলাই যায়, ৰমেশ আৰু তেওঁৰ বন্ধুক হাতত ধৰি লৈ আহে, কথা কৈ কৈ সোমাই আহে।)*

নিবাৰণ : হেৰা, তোমালোকে বাৰু মোক দেখাৰ পিচতে হঠাৎ ঘূৰি যাবলৈ ওলাইছিলা কিয়?

ৰমেশ : নহয় মানে, ককাইদেউ, আমি কিবা এটা পাহৰি আহিছিলোঁ। সেই কাৰণেহে উভতি যাব খুজিছিলোঁ। আপোনাক মনেই কৰা নাছিলো ককাইদেউ।

নিবাৰণ : কথাটো এই জাগি শোৱা মানুহক জগোৱাৰ নিচিনা কথা, তুমি আৰু মন কৰিবা কেনেকৈ-

ৰমেশ : নহয়, মানে —

নিবাৰণ : মানে বাটৰ কাষত পৰিত্যক্ত আল্‌কতৰাৰ এই ভগা ঢোলটোত উপবিস্ত নিবাৰণ ভট্টাচাৰ্যক ঢোলটোৰ সৈতে অবিচ্ছেদ্য এক অংশ-স্বৰূপ বুলি ভবাটো একান্ত স্বাভাৱিক কথা, বিশেষকৈ আল্‌কতৰাৰ সৈতে মোৰ গাৰ ৰং যেতিয়া অভিন্ন। কিন্তু তথাপিও এটা জীৱন্ত মানুহ দিয়াচোন। ইমান অৱজ্ঞা কেনেকৈ কৰিব পাৰা বাৰু তোমালোকে?

ৰমেশ : *(ক্ষুণ্নভাৱে)* নিবাৰণ ককাইদেউ—আপুনি মোক তেনেকৈ ক'লে!

নিবাৰণ : *(কিবা এটা সত্য উদ্‌ঘাটনৰ কৃত্ৰিম আনন্দত)* তেন্তে মই ক'ব পৰা হৈছো ৰমেশ। এয়া তোমাক মই ক'ব পাৰিলোঁ? মই আজিকালি মানুহক ক'ব পৰা হৈছোঁ, বুজিছা। আৰু ইয়ে সূচনা।

ৰমেশ : কিহৰ সূচনা ককাইদেউ?

নিবাৰণ : আশা, উন্নতি তথা কৃতকাৰ্যতা। বাৰু বাদ দিয়া এইবোৰ। আহা, অলপ বহা যাওক। অ', তুমিতো ৰমেশ ইয়ালৈ কিমান দিন আহিছা, মোৰ থকা কোঠাটো দেখা নাই। আহা, আজি তোমাক মোৰ কোঠাত বহুৱাম।

ৰমেশ : *(বিনয় ভাবত)* আজি নবহো ককাইদেউ।

নিবাৰণ : আহা, তহল মাৰিব নালাগে । কাইলৈৰ পৰা মই অসম্ভৱ ব্যস্ত হৈ পৰিম ,মোৰ পিছৰ নাটকখনৰ কাৰণে। আজি অলপ নিষ্কাম হৈ আছোঁ। অলপ কথা পাতো আহা---মোৰ কোঠাতে। মোৰ নতুন নাটকখন --

ৰমেশ : নহয়, মানে ককাইদেউ আমাৰ এটা এন্‌গেজমেন্ট আছিল।

নিবাৰণ : বাদ দিয়া--এন্‌গেজমেন্ট প্ৰেছ কন্‌ফাৰেন্স?

ৰমেশ : নহয়।

নিবাৰণ : চিনেমা?

ৰমেশ : নাই, চিনেমাও নহয়।

নিবাৰণ : তেন্তে?

ৰমেশ : এই, মানে তেওঁৰ কাম এটা ---

নিবাৰণ : (*যেন ইমান পৰে দেখাই নাছিল -- হঠাত এতিয়াহে দেখিলে* ] অ', এওঁ কোন ?

ৰমেশ : ৰবীন দুৱৰা। আমাৰ কাগজৰে ছিলং অফিছৰ নতুন ৰিপোৰ্টাৰ, আৰু মোৰ বন্ধু। আৰু ৰবীন, (*ৰবীনক উদ্দেশ্য কৰি*) এখেত হৈছে ----

নিবাৰণ : শ্ৰীনিবাৰণ ভট্টাচাৰ্য। ইয়াতকৈ আৰু বেছি পৰিচয় বৰ্তমানে তোমালোকলৈ মোৰ নাই। মই এজন অকালজন্ম মানুহ, অৰ্থাৎ অন্ততঃ পঞ্চাশ বছৰৰ পিচত মোৰ জন্ম হ'ব লাগিছিল -- তেতিয়াহ'লে মোৰ প্ৰকৃত পৰিচয় কি তোমালোকক কোৱাত বা তোমালোকৰো বুজাত সহজ হ'লহেঁতেন। বাৰু, তোমাক লগ পাই ভাল পালোঁ। আহা ৰমেশ--আহা ৰমেন ।

ৰমেশ : ৰমেন নহয়--ৰবীন, ৰবীন দুৱৰা।

নিবাৰণ : অ' ৰবীন, ৰবীন ওঁ। আহা অলপ ৰহিবা -- আহা ৰমেশ।

ৰমেশ : বলক।

(*নিবাৰণ দ্বিতীয় দুৱাৰখনৰ ওচৰলৈ যায়। পাছে পাছে ৰমেশ যাব খোজে। ৰবীনে ৰমেশৰ চোতালত পাচফালৰ পৰা টান মাৰি কিবা এটা ইঙ্গিত দিয়ে। ৰমেশে ৰবীনক চকুৰে উপায়হীন অৱস্থা এটাৰ ভাব প্ৰকাশ কৰে।*)

নিবাৰণ : (*দুৱাৰখনৰ ওচৰত থিয় দি* ) এইটোৱেই মোৰ কোঠা, মোৰ ষ্টাডি, মোৰ লেবৰেটৰী, মোৰ শোৱা কোঠা, মোৰ বহা কোঠা, মোৰ স্বৰ্গ, মোৰ নৰক। ৰ'বা এতিয়া ইয়াৰ এই দুৱাৰখন খোলাৰ আকৌ টা কায়দা আছে। মোৰ সকলো কথাই অলপ ব্যতিক্ৰম জানাই। দুৱাৰখনৰ ভিতৰৰ পৰা হুক লগোৱা আছে।

ৰবীন : ভিতৰলৈ কেনেকৈ সোমাব তেন্তে? আৰু অন্যফালে দুৱাৰ নাই জানোঁ?

(*ৰবীনে ১ নং দুৱাৰখনৰ পিনে চাই*)

নিবাৰণ : সেইপিনে (*১ নং দুৱাৰৰ পিনে দেখুৱাই* ) সেইটো কোঠাইদি ঘৰৰ ভিতৰলৈ যাব পাৰি, য'ত নন্দিনীহঁত থাকে। সেই পিনৰ সৈতে মোৰ এই কোঠাৰ কোনো সম্বন্ধ নাই। মোৰ এই কোঠাটোৰ আনখন দুৱাৰ হৈছে সেইখন (*৩ নং দুৱাৰখন দেখুৱাই* )। তাত সেইটো প্ৰকাণ্ড তলা লগোৱা আছে। এসময়ত সেইখনেই আছিল কোঠাটোৰ আচল দুৱাৰ। কিন্তু এদিন তলাটোৰ ছাবিপাত মামৰে ধৰি ধৰি ভাগি থাকিল। আৰু মই সেইপিনে সোমোৱা বাদেই দিলোঁ। এতিয়া এইপিনে, এই ভঙা চকীখনত উঠি সৌ ওপৰৰ ভেন্টিলেটৰৰ ভঙা আয়নাখনেদি হাত সোমোৱাই দুৱাৰৰ খিলিটো খোলো আৰু ভিতৰ সোমাওঁ। হেঃ হেঃ হেঃ--চাবাহঁক। মই এতিয়া প্ৰেক্‌টিকেল ডেমনষ্ট্ৰেচন দিম।

(*নিবাৰণে চকীখনত উঠিবলৈ যায়।*)

ৰমেশ : এ এ--চাব, ভঙা চকী, পৰিব কেনেবাকৈ । (*চকীখন ধৰিব খোজে* )



নিবাৰণ : নাই, নাই, তুমি ধৰিব নেলাগে। মই এয়া চোৱা--জাপ মাৰি উঠিলোঁ। (*জাপ মাৰি উঠে* ) চকীখন যদিও দেখাত হেলেক-পেলেক তথাপিও ইয়াৰ কেইটামান বিশেষ অংগত কেইটামান গজাল আছে যি চকীখনৰ খুটাকেটা নিকপ্‌কপীয়াকৈ ধৰি আছে।

(*ভেন্টিলেটৰৰ ভঙা আয়নাৰ মাজেৰে ভিতৰলৈ হাত সোমোৱাই খিলি খুলিব খোজে।* )

ৰমেশ : চাব, আয়নাই হাত কাটিব।

নিবাৰণ : নাকাটে। অতদিন হ'ল এইদৰেই দুৱাৰ খুলিছোঁ।

(*ভিতৰৰ খিলিটো খুলি, চকীৰ পৰা নামি দুৱাৰখন খোলে* )

এয়া চোৱা, দুৱাৰ খোলা হৈ গ'ল। হু, এতিয়া ৰবা--চোৱা এই পৰ্বতটো পাৰ হব লাগিব। প্ৰথমে মই গৈ লওঁ। তাৰ পিচত --

ৰমেশ : ককাইদেউ --.এইপিনে কেনেকৈ সোমাব, দুৱাৰদলিত দেখোন মস্ত পাহাৰ। টিং বাকচ, ত্ৰিপাল, চট কাপোৰ, কাঠৰ টুকুৰা, দুৱাৰৰ মুখখন দেখোন গোটেই বন্ধ। এইবোৰ পাৰ হৈ ভিতৰলৈ কেনেকৈ যায়।

নিবাৰণ : দিনটোত অন্তত ঃ দহবাৰ মই এইপিনে বগাই অহা-যোৱা কৰোঁ। এইবোৰ মোৰ থিয়েটাৰৰ চেটিংচৰ বস্তু প্ৰপচ্‌। এয়া চোৱা মই উঠিলোঁ, মই পাৰ হৈ যাওঁ--তাৰ পিচত তোমালোক আহিবা।

(*নিবাৰণ দুৱাৰমুখৰ দ'মটোৰ ওপৰেদি পাৰ হৈ ভিতৰলৈ সোমায় আৰু নেদেখা হয়।*)

ৰমেশ : (*ৰবীনক* ) বুঢ়া, ঘপ্‌ ঘপ্‌কৈ উঠি সিফাল পালেগৈ, কি কৰা যায় এতিয়া!

ৰবীন : কেনে ধৰণৰ মানুহহে এইজন?

ৰমেশ : এনে ধৰণৰ। আমাৰ প্ৰেছত এদিন চিনাকি হৈছিল। থিয়েটাৰ কৰা মানুহ। এতিয়া তেওঁ দুঘন্টা নাটক পঢ়ি শুনাব।

ৰবীন : সৰ্বনাশ হ'ল, কুন্তলা যে আহিবৰ সময় হৈ গ'ল।

ৰমেশ : তুমিও আৰু এনে বুৰ্বক, বাটতনো ছোৱালী লগ ধৰি প্ৰেম কৰাৰ দিন আছেনে আজিকালি? ইমানবোৰ ৰেষ্টোৰা , কফি হাউচ, হোটেল থাকোঁতে ----

ৰবীন : মহা মস্কিল, এই চলতে পলাওঁ ব'লা।

নিবাৰণ : (*কোঠাৰ ভিতৰৰ পৰা*) ৰমেশ, আহা, মোৰ দৰে বগাই পাৰ হৈ আহা।

ৰমেশ : সেয়া এতিয়া কেনেকৈ গুচি যোৱা? বেয়া পাব মানুহটোৱে।

ৰবীন : মই নাযাওঁ, তুমি যোৱা।

নিবাৰণ : (*ভিতৰৰ পৰা*) হে'ৰা ৰমেশ-আহা, তোমাৰ বন্ধুকো আহিবলৈ কোৱা।

ৰবীন : মই যাওঁগৈ দিয়া। কুন্তলাক লগ নাপাম নহ'লে।

ৰমেশ : মই নগ'লে তুমি নিজেই যদি কুন্তলাক কথাখিনি ক'ব পাৰা, যোৱা।

ৰবীন : এৰাটো, সেইটোৱো হয়।

নিবাৰণ : (*ভিতৰৰ পৰা* ) হে'ৰা ৰমেশ -- তোমালোক গ'লাগৈ নেকিহে?

ৰমেশ : (*ডাঙৰকৈ*) নাই ককাইদেউ, নাই যোৱা--এয়া উঠিবলৈ ধৰিছোঁ। [ *কণ্ঠস্বৰ নমাই।* ] ৰবীন, আহা, এতিয়া কিবা এটা কৰি সোনকালে ওলাই আহিম।

*(ৰমেশ দুৱাৰ মুখৰ দ'মটোত উঠে। পাচে পাচে হাতৰ ঘড়ী আৰু আলিবাটৰ পিনে ঘূৰি চাই চাই ৰবীনো দ'মটোত উঠে। দুয়ো অতি কষ্টেৰে দ'মটো পাৰ হৈ কোঠাটোৰ ভিতৰ সোমায়। ভিতৰ পিনে টিং বাকচ বাগৰি পৰাৰ শব্দ শুনা যায়। নিবাৰণে হাঁহি হাঁহি কোৱা শুনা যায়। )*

নিবাৰণ : হেঃ হেঃ--ধীৰে ধীৰে, চাবা। তোমালোক পৰা, মোৰ বস্তুবোৰ নাভাঙিবা।

*(লগে লগে ধীৰেণ বাহিৰৰ পৰা সোমাই আহে। তেওঁৰ ডিঙিত এডাল গজ ফিতা মেৰিওৱা। কাষলতিৰ তলত কটা কাপোৰৰ এটা টোপোলা আৰু হাতত এখন ডাঙৰ কেঁচি। সোমায়ে কাষৰ ২য় দুৱাৰখনৰ খোলা অৱস্থাটো লক্ষ্য কৰে। এনেতে সুৰেণে হাতত টাৰেল চাবোন আৰু বাল্টি লৈ কৰিডৰেদি ওলাই আহে। ২ নং খোলা দুৱাৰখন দেখি ভিতৰত কাৰোবাৰ মাত শুনি সুৰেণে ধীৰেণক সোধে । )*

সুৰেণ : কাৰোবাক সুমালেনেকি আজি আকৌ?

ধীৰেণ : মই গেটৰ মুখৰ পৰা দেখিলোঁ দুজন মানুহ উঠি গৈছে। এজন ৰমেশ বৰুৱা যেন লাগিল, আন জন চিনি নাপালোঁ।

*(দুৰ্গে ১নং দুৱাৰেদি ওলাই আহি সুৰেণহঁতৰ লগ লয়।)*

দুৰ্গে : *(ওলাই অহাৰ লগে লগে )* কি হ'ল সুৰেণ?

সুৰেণ : দুৱাৰ খোলা --- ভিতৰত কথা।

ধীৰেণ : কথা নহয় বক্তৃতা, দেউতাৰ বক্তৃতা।

সুৰেণ : বধিলে বাপ্পেকে।

দুৰ্গে : বিহু বাজ হ'ল তেন্তে আজি। কোনোবা নতুন মক্কেল হ'ব নিশ্চয়। কাক বা পালে!

ধীৰেণ : ৰমেশ বৰুৱা আৰু কোনোবা এজন যেন লাগিল।

দুৰ্গে : ৰমেশ বৰুৱা? বিহু বাজ হ'ল তেন্তে। আজি আকৌ বোলে দেউতাৰ নতুন নাটকখন লিখা
শেষ হৈছে।

ধীৰেণ : হয়নে, কমেও দুঘন্টা তেনে।

সুৰেণ : ফূৰ্তি এটা তেন্তে আজি আকৌ হ'ব বাপ্পেকে।

দুৰ্গে : মজাটো চাওঁ দে। বাগৰি পৰাটো চাই বৰ ভাল লাগে।

*(তিনিওটাই ৰমেশহঁত ২নং দুৱাৰৰ দ'মটোৰ ওপৰেদি ওলাই আহোতে বাগৰি পৰা দৃশ্যটো উপভোগ কৰিবলৈ সাজু হয়। নন্দিনী সোমাই আহে।)*

নন্দিনী : দুৰ্গে দাদা--কি হৈছে তোমালোকৰ?

দুৰ্গে : *(২নং খোলা দুৱাৰেদি কোঠালিটোলৈ নিৰ্দেশ কৰি )*
বিহু বাজ হৈছে নন্দিনী, ৰমেশ বৰুৱাক বধিলে।

নন্দিনী : কি?

দুৰ্গে : দুৱাৰ খোলা--ভিতৰত বক্তৃতা।

নন্দিনী : কোন ভিতৰত?

দুৰ্গে : ৰমেশ বৰুৱা বোলে ----

নন্দিনী : ৰমেশ বৰুৱা ! --

সুৰেণ : মজাটো চাবলৈ ৰৈ আছো।

নন্দিনী : *(গভীৰ আৰু খং ভাবেৰে)* দুৰ্গে দাদা--তোমালোক ইয়াৰ পাৰ যাবানে?



দুৰ্গে : এঁ যাবগৈ লাগে।

নন্দিনী : মই কৈছোঁ তোমালোক ভিতৰলৈ যোৱা। ইয়াত কোনো নাথাকিবা।
*(দুৰ্গেহঁতে ইটোৱে সিটোৰ মুখলৈ চাই )*
তোমালোকৰ বেয়া নালাগে এনেবোৰ ফূৰ্তি কৰিবলৈ?

দুৰ্গে. : অঁ এৰাটো--- *(যেন ভুলটো বুজি পালে। )*

সুৰেণ : এৰাটো !

নন্দিনী : *(২নং দুৱাৰমুখলৈ চাই )* আৰু দেউতাৰ যে কি কাণ্ড! মই সদায় কওঁ মানুহক কোঠাটোলৈ সুমাই দিগ্‌দাৰ নিদিবলৈ। বৰুৱাই কি ভাবিব বাৰু!

দুৰ্গে : হয় দে নন্দিনী! দেউতাৰ এইটো ভাৰী অন্যায়।

নন্দিনী : ব'লা ভিতৰলৈ । ধীৰেণ দাদা তুমি আহিলা? যোৱা, মুখ ধুই আহাগৈ। চাহ একেলগে খাকিছোঁ।
*(আটাইকেইটা ভিতৰলৈ যাবলৈ ধৰে। )*

দুৰ্গে : *(যাবলৈ ধৰাৰ লগে লগে কয় )* আজি এটা কাম কৰিম ৰ।

নন্দিনী : কি কৰিবা?

দুৰ্গে : এতিয়া নকওঁ ব'ল। মুঠতে আজি বিহু বাজ হ'ব।

*(দুৰ্গেহঁ ৩নং দুৱাৰখনৰ পিনে আৰু ডাঙৰ তলাটোৰ পিনে তীব্ৰ দৃষ্টি এটা দি ভিতৰ সোমায়। ধীৰেণে বাল্টি টাৰেল লৈ কৰিডৰেদি ভিতৰলৈ যায়গৈ আৰু নন্দিনী সুৰেণ ১ নং দুৱাৰেদি সোমায়। মঞ্চ শূন্য । ২ নং*
*কোঠাৰ* *পৰা নিবাৰণৰ মাত শুনা যায়। নিবাৰণে কোৱা শুনা যায়। )*

তোমালোকৰ আৰু বহিবলৈকে সময় নাই। ব'লা -- ব'লা তোমালোকক আগবঢ়াই থৈ আহো। আহা, আহা।

*(লগে লগে ২ নং খোলা দুৱাৰৰ দ'মটোৰ ওপৰেদি নিবাৰণ অতি সহজেই ওলাই আহে। তেওঁৰ হাতত*
*এখন* *হাতে লিখা নাটকৰ ডাঙৰ বহী। তেওঁৰ পাছে পাছে ৰমেশ আৰু ৰবীন দ'মটোৰ ওপৰেদি এজন এজনকৈ বাগৰি হামখুৰি খাই মঞ্চত পৰেহি। প্ৰথমে ৰমেশ অহাৰ লাগে লাগে --)*

নিবাৰণ : হেঃ হেঃ চাবা --- পৰিবা।
*(ৰমেশ বাগৰি পৰে, উঠি গাৰ ধূলি জোকাৰে। তাৰ পিছত ৰবীন আহি আৰু বেয়াকৈ পৰে ।)*

নিবাৰণ : হেঃ হেঃ ধীৰে ধীৰে, ৰবীন তোমালোক পৰা, মোৰ সম্পত্তিবোৰ নাভাঙিবা।
*(ৰবীনে পৰাৰ লগে লগে গা মূৰ খজুৱাবলৈ ধৰে )*
হুঁ, কি হ'লহে তোমাৰ?

ৰবীন : ইয়াত ক'ৰবাত বিছা আছে নেকি? গাটো খজুৱা যেন লাগিছে।

নিবাৰণ : বিছা ! হেঃ হেঃ হেঃ -- মই থাকোতে আৰু ইয়াত বিছা ক'ত থাকিব পাৰেহে? ওঁ, অৱশ্যে মকৰা জালবোৰ আছে অপৰ্যাপ্ত। পোহনীয়া মকৰা, কোনো ভয় নাই । মকৰা জালবোৰ, সিহঁতৰ প্ৰত্যেকৰে একোখন সৰু সৰু অৰণ্য , তাত সিহঁতে চিকাৰ কৰি, জীৱহত্যা কৰি, জীৱন নিৰ্বাহ কৰে, বংশ বৃদ্ধি কৰে। সিহঁতৰ সমাজত জন্ম নিয়ন্ত্ৰণৰ কোনো আইন অদ্যাপি মই বলবৎ কৰা নাই। সিহঁতৰ এই মুক্ত-জঙ্গম জীৱন, মোৰ বৰ ভাল লাগে। মই যেন এটা অতি প্ৰাচীন, এটা অতি আদিম অকৃত্ৰিম যুগলৈ একোবাৰ উভতি যাওঁ, আৰু তাৰ পৰা চাই পঠিৱাওঁ বৰ্ত্তমানৰ সুউচ্চ পৰ্বত পাহাৰবোৰৰ ওপৰেদি দেখা অনন্দ ভবিষ্যতলৈ--সৌ অসীম আকাশখনলৈ-
*(হঠাৎ ৰবীনক কিছু দূৰত আলকতৰাৰ ঢোলটোৰ ওচৰৰ পৰা বাহিৰলৈ চাই থকা দেখি।)*

হে'ৰা, তুমি দেখোঁন, কি আছিল তোমাৰ নামটো, ৰবীন, হু --- ৰবীন, তুমি দেখোন একেবাৰে বাটৰ ওচৰত ৰৈ আছাগৈ।

ৰবীন ঃ নাই, এইখিনিতে মানে অলপ ঠাণ্ডা বতাহ মাৰি আছে।

নিবাৰণ ঃ অ', ঠাণ্ডা বতাহ। বাৰু বাৰু । তাৰ পিচত আচল কথাটো হৈছে মোৰ নতুন নাটকখনতো নুশুনিলাই? শেষ দৃশ্যটো ---

ৰমেশ ঃ ককাইদেউ আজিলৈ ----

নিবাৰণ ঃ নহয় নহয়, মই পঢ়ি শুনাব খোজা নাই। তোমালোকে অভিনয়ত নিজে দেখিবাই । মই মাত্র ক'ব খুজিছোঁ মোৰ আগৰ কেইখন নাটকৰ দৰে মোৰ ক'বলগীয়া আচল কথাখিনি এইবাৰ থৈ নিদিওঁ! কাৰণ প্রত্যেকবাৰেই শেষ দৃশ্য পোৱাৰ আগেয়েই নাট সামৰিব লগা হৈছে। মানুহ এটাও নাথাকে শেষলৈ। যোৱাবাৰৰ খনলৈ তুমি গৈছিলা নহয়, সেই যে ব্রহ্মপুত্রৰ পানীত পাতিছিলোঁ?

ৰমেশ ঃ ওঁ, গৈছিলোঁ, গৈছিলোঁ।

ৰবীন ঃ (*হঠাৎ আগ্রহান্বিতভাৱে নিবাৰণৰ ফালে কিছু ওচৰ চাপি আহি* ) ব্রহ্মপুত্রৰ পানীত?

(*নিবাৰণৰ সুদীৰ্ঘ সংলাপৰ শেষ ভাগলৈ ৰবীনৰ আগ্ৰহ নোহোৱা হয়, আৰু আকৌ আগৰ ঠাইলৈ গৈ ধৈৰ্য্যহীন ভাৱে মাজে মাজে বাহিৰলৈ , চাই থাকে। ৰমেশে নিবাৰণৰ কথা তন্ময় হৈ শুনে* ]

নিবাৰণ ঃ (*ৰবীনৰ আগ্রহত উৎসাহিত হৈ* ) ওঁ -- ব্রহ্মপুত্রৰ পানীত---ব্রহ্মপুত্রৰ পানীত। মানে মঞ্চ আছিল পানীৰ মাজত, আৰু দৰ্শক পাৰৰ বালিত। মঞ্চখন ঠিক পাৰঘাটৰ দৰে সজা হৈছিল। চাৰিওফালে, অৰ্থাৎ তিনিওটা কাষ আৰু ওপৰ ফালে খোলা, চাৰিওপিনে পানী আৰু আকাশ। কৃষ্ণা দ্বিতীয়াৰ জোন ঠিক পানীৰ মাজৰ পৰা ওলাই আহিছে। সঁচা সঁচি জোন । অভিনয় আৰম্ভ কৰিবলৈ সেই মুহূৰ্তলৈকে ৰৈ থকা হৈছিল। পানীত দূৰৰ পৰা এখন নাও প্রথমে .কাষ চাপি আহি থকা শুনা গ'ল। পিচত দেখা গ'ল নাওখন আহি পাৰঘাটত লাগিলহি। এজন যাত্রী অকলে নাও বাই আহিছে। যাত্রীজনৰ গাত চিকাৰীৰ বেশ, এখন কান্ধত ধনু-কাঁড়, এহাতে বন্দুক, পিঠিত বৰশীৰ সঁজুলি আৰু কিট্‌চ বেগ। পিন্ধনত চামৰাৰ জেকেট আৰু এটা পুৰণা কলা ব্রিচেচ্‌। তেওঁ পাৰঘাটলৈ উঠি আহিল। কাষৰ পাত নোহোৱা গছজোপাৰ গুৰিত থিয় হৈ পানীৰ মাজত জোনটোলৈ চালে, দূৰলৈ --পানীলৈ, আকাশলৈ চাই পঠিয়ালে। কিছু সময় গ'ল । লাহে লাহে এবাৰ তেওঁ দৃষ্টি ঘূৰাই আনি কাষৰ গছজোপাৰ ওপৰলৈ নিক্ষেপ কৰিলে। দেখা গ'ল -- এজাক চৰাই উৰি আহি তাত পৰিছেহি। তেওঁ বন্দুকটো হাতত তুলি ল'লে, ওপৰলৈ গুলী কৰিলে, এটা চৰাই সৰি পৰিল। লাহে লাহে মানুহজন দৰ্শকৰ পিনে আগুৱাই আহিল। দৰ্শকক উদ্দেশ্য কৰি তেওঁ ক'বলৈ ধৰিলে ঃ সমবেত সুধীবৃন্দ, মোৰ নাম শ্ৰীনিবাৰণ ভট্টাচাৰ্য, আজিৰ এই অনুষ্ঠানৰ নাট্যকাৰ আৰু পৰিচালক। আকাশত আইডিয়াৰ অন্তত চৰাই উৰি যায়। সিহঁতক ধৰিব নোৱাৰি। বন্দী কৰিব নোৱাৰি, কিন্তু সিহঁতক হত্যা কৰিব পাৰি এটি আইডিয়াৰ চৰাইক মই ধৰিবলৈ চেষ্টা কৰিছিলোঁ। ভাবিছিলোঁ ধৰি আনি তাৰ কণ্ঠত মই অমিয়া সুৰৰ ঢৌ তুলিম, সুৰৰ অপূৰ্ব মূৰ্চ্ছনা তুলিম, ভাবিছিলোঁ তাৰ মাতত মই ৰূপকথাৰ সন্মোহনী সৃষ্টি কৰিম। কিন্তু সেই চৰাইক হয়তো মাটিলৈ নমাই আনিব নোৱাৰিলোঁ. চৰাইৰ কণ্ঠত অমিয়া সুৰৰ, ৰূপকথাৰ সন্মোহনীৰ সৃষ্টি



নহ'ল। মই হয়তো সেই চৰাইক হত্যাহে কৰিছোঁ। এয়া মোৰ্ সেই নিহত বিহঙ্গ। এইবুলি কোৱাৰ লগে লগে নদীৰ মাজৰ পৰা অতি ক্ষীণকৈ বাঁহীৰ এটি কোমল কৰুণ সুৰ ভাঁহি আহিল। চিকাৰীজনে কাষত পৰি থকা চৰাইটো হাতত তুলি ল'লে, হন হনকৈ পানীত থকা নাৱলৈ নামি গৈ নদীৰ মাজলৈ নাও এৰি দিলে। তেওঁ ক্রমে নেদেখা হ'ল। বাঁহীৰ সুৰ ক্রমে ওচৰ চাপি আহিল। যেন কোনোবা নাৱত বাঁহী বজাই পাৰঘাটৰ পিনে আহি আছে, ক্রমে ওচৰলৈ, ওচৰলৈ ---

ৰবীন ঃ (*হঠাৎ উত্তেজিত হৈ*) হেই, ৰমেশ গ'ল।

ৰমেশ ঃ (*তন্ময়তা ভাঙি* ) হুম্‌।

নিবাৰণ ঃ হুম্‌--গ'ল--কি. গ'ল--কোন গ'ল---কেনি গ'ল? (*দৃষ্টি বাটৰ পিনে তৎক্ষণাত ঘূৰাই* )

ৰবীন ঃ (*হঠাৎ কথাৰ সুৰ সলাই ঘৰৰ বেৰৰ পিনে চাই* ) নাই-- নাই --- মস্ত মকৰা এজনী এইপিনে পাৰ হৈ গ'ল।

নিবাৰণ ঃ অ', মকৰা। হেঃ হেঃ হেঃ--ভয় নাই , মোৰ ঘৰৰ মকৰা কেইজনীয়ে মানুহ নধৰে। তাৰ পিচত বুজিছা--ৰমেশ---

ৰমেশ ঃ (*অধৈৰ্য* ) মই থিয়েটাৰ চাবলৈ গৈছিলোঁ নহয়।

নিবাৰণ ঃ কিন্তু শেষলৈকে আছিলা জানো?

ৰমেশ ঃ মানে, অৱশ্যে শেষলৈকে থাকিবলৈ নহ'ল।

নিবাৰণ ঃ সেয়া, তাকেইতো কৈছোঁ, শেষলৈ কোনো নাথাকিল। এতিয়ালৈকে মই বাৰখন নাটকৰ অভিনয় কৰিলোঁ। প্রত্যেকখনতেই মানুহ নাহেই । যি কেইটা আহে অভিনয়ৰ আধাতেই গুছি যায়। কিন্তু এইবাৰ---

ৰমেশ ঃ আপোনাৰ নতুন নাটকৰ অভিনয় কেতিয়া হ'ব?

নিবাৰণ ঃ আৰু ঠিক এমাহৰ পিছতে। সেইদিনা হ'ব মোৰ যাঠী বছৰীয়া জন্মদিন। মই আজিৰ পৰা ৰিহাৰ্চেল আৰম্ভ কৰিম।

ৰমেশ ঃ তেন্তে এইখনৰ অভিনয় আপোনাৰ জন্মদিন উপলক্ষে?

নিবাৰণ ঃ ওঁ, জন্মদিন উপলক্ষে। মোৰ যাঠী বছৰীয়া জন্মদিন উপলক্ষে।

ৰমেশ ঃ এইবাৰ অভিনয় কোনে কোনে কৰিব?

ৰবীন ঃ (*দূৰৰ পৰা* )ৰমেশ !

নিবাৰণ ঃ (*ৰবীনে মতালৈ কাণ নিদি* )মোৰ থিয়েটাৰত আন আৰু কোন আহিব! মোৰ ল'ৰা চাৰিটা আৰু ছোৱালীজনী---সিহঁতেই থাকিব।

ৰবীন ঃ আপোনাৰ ল'ৰা-ছোৱালী !

নিবাৰণ ঃ ৰমেশ--তোমাৰ বন্ধুৱে মোক কি বুলি ভাবেহে। ঘৰ-সংসাৰ,ল'ৰা-ছোৱালী সকলো বাদ দি মই এটা মস্ত আৰ্টিষ্ট হোঁ। কিন্তু মই একো বাদ দিয়া নাই, একমাত্র পত্নীৰ বাহিৰে। পত্নীকো মই বাদ দিয়া নাই। তেওঁহে আঁতৰি গৈছে মোৰ জীৱনৰ পৰা, তেওঁৰ আসন শূন্য কৰি, আৰু সেই শূন্যতাৰে মোৰ হৃদয় পূৰ্ণ কৰি।

(*২নং দুৱাৰেদি দুগেই বাহিৰলৈ ভুমুকি মাৰি নিবাৰণহঁতক চোৱা দেখা যায়। পিচলৈও এইদৰে মাজে মাজে ভুমুকি মাৰি থকা দেখা যায়। )*

ৰবীন ঃ কিন্তু আপোনাৰ ল'ৰা-ছোৱালীহঁত থাকে ক'ত?

নিবাৰণ : আগেয়ে আলিৰ সিপাৰৰ সৌ উৰলি যোৱা বাপতি সাহোন দালানটোতে আমি এটাইবিলাক আছিলোঁ। এতিয়া সেইটো মোৰ ৰঙ্গ-মঞ্চ পাতি ইয়ালৈ আহিছোঁ। সিহঁতো ইয়াতে থাকে, সেই সিফালে। সিহঁতক লৈ মোৰ কোনো চিন্তা নাই। প্ৰত্যেককে উপাৰ্জনক্ষম কৰি তুলিছোঁ। ল'ৰা কেইটাৰ এটা দৰ্জি, এটা কাঠ মিস্ত্ৰি, এটা চাইকেল মিস্ত্ৰি, এটা চিনেমাৰগেট কিপাৰ, আৰু ছোৱালীজনীয়ে যোৱাবাৰ ইংৰাজী সাহিত্যত প্ৰথম শ্ৰেণী লৈ এম. এ. পাছ কৰি প্ৰফেছাৰী কৰিছে। সিহঁতৰ প্ৰত্যেকেই উপাৰ্জনক্ষম। সিহঁতক কৈ দিছো এমাহৰ দৰ্মহা মোৰ থিয়েটাৰত দি দিব লাগিব। ৰ'বা, মোৰ ছোৱালীজনীৰ সৈতে চিনাকি কৰি দিওঁ--নন্দিনী, অ নন্দিনী

( ভিতৰলৈ মাতে)

ৰবীন : আজি যাওঁ।

নিবাৰণ : ৰ'বাহে এক মিনিট। নন্দিনী--(*নন্দিনী ওলাই আহে* )

নিবাৰণ : নন্দিনী,এওঁলোক, এওঁ ৰমেশটো আমাৰ ঘৰৰে ল'ৰা, আৰু তেওঁ, সৌ তেওঁ বাটৰ দাঁতিত

বতাহ লৈ আছে--তেওঁ---তেওঁ--- (*ৰমেশৰ চকুলৈ চাই)*

ৰমেশ : ৰবীন।

নিবাৰণ : ৰবীন ভূ এগ্ৰা।

ৰমেশ : ৰবীন দুৰৰা।

নিবাৰণ : ৰবীন দুৰৰা --

নন্দিনী : বৰুৱা--বাহিৰতে ৰ'ল যে ---

ৰবীন : ৰমেশ।

ৰমেশ : আজি নবহো, জৰুৰী কাম এটা আছে, অন্য এদিন আহিম। (*নিবাৰণলৈ*) ককাইদেউ আজিলৈ যাওঁ।

নিবাৰণ : ৰ'বা, আচল কথাটো কোৱাই নহ'ল।

ৰবীন : আকৌ ---

ৰমেশ : আচল কথা !

নিবাৰণ : এইবাৰ মোৰ থিয়েটাৰ সকলোৱে ভাল পাব লাগিব। ভাল পাওক, নাপাওক, এইবাৰ মোৰ ক'বলগীয়া কথাখিনি অভিনয়ৰ আৰম্ভণিতে কৈ ল'ম। প্ৰথম আধাঘন্টা বা এঘন্টা মই এটা দীঘলীয়া প্ৰস্তাৱনা দিম। ই হ'ব প্ৰকৃততে মোৰ নিজৰ কথা, মোৰ সুদীৰ্ঘ আত্মজীৱনী। মানুহক সমাজৰ ব্যক্তিসকলক, সমালোচক, কবি, সাহিত্যিক আদি ইন্‌টেলেকচুৱেল ব্যক্তিসকলক এইবাৰ মোৰ কথা ক'ম। তেওঁলোকক মোৰ কথা শুনাম। তেওঁলোকে মোৰ কথা,মোৰ বক্তব্য শুনিব লাগিব। তেওঁলোকে ---

ৰমেশ : ককাইদেউ আমি যাওঁ ।

নিবাৰণ : আৰু এটা কথা ভাবিছোঁ ৰমেশ। এইবাৰ মোৰ থিয়েটাৰত গোটেইবিলাক নিমন্ত্ৰিত মানুহ থাকিব। দুশ বা তিনিশ মানুহক মই নিজে ঘৰলৈ গৈ , প্ৰত্যেককে লগ ধৰি নিমন্ত্ৰণ কৰি আহিম---আমাৰ অভিনয় চাবলৈ। এইবাৰ চাবা তোমালোকে, অন্ততঃ সেইখিনি মানুহ আমাৰ অভিনয়ৰ দৰ্শক নিশ্চিত।



ৰমেশ : আমি যাওঁ।

নিবাৰণ : ওঁ- বাৰু ! শুনা --. তোমালোকে কিন্তু আহিব লাগিব। আৰু ৰমেশ তুমি মোক সহায় কৰিব লাগিব। বিশেষকৈ প্ৰচাৰ কাৰ্যত তুমি থাকিব লাগিব, তুমি প্ৰেছৰ মানুহ যেতিয়া--

ৰমেশ : বাৰু হ'ব ককাইদেউ। (*দুগেঁই ২ নং দুৱাৰেদি ভুমুকি মাৰি চাই আকৌ মুখ লুকায়* )

নিবাৰণ : তোমাক মই আকৌ লগ ধৰিম। (*হঠাৎ আলিবাটত কিবা দেখা পায়*) ৰবীন, এই যে অলপ আগতে - তুমি মোৰ বেৰৰ মকৰা এজনী গ'ল বুলি কৈ জাপ মাৰি উঠিছিলা--ঠিক সেই সময়তে তোমাৰ জীৱনৰ আচল মকৰাজনী বাটেদি পাৰ হৈ গৈছিল। ঘটনাটো মোৰ দৃষ্টিৰ পৰা সাৰি নগ'ল। তোমাৰ বিশেষ সময়খিনি নষ্ট কৰাৰ বাবে মোক ক্ষমা কৰিবা। এতিয়া সেয়া আকৌ মকৰাজনী বাটেদি ঘূৰি গ'ল। আগবাঢ়া ৰবীন। কুইক মাৰ্চ-কুইক মাৰ্চ--কুইক মাৰ্চ--ৰান টু নন্দিনী (*খঙেৰে* )দেউতা তুমি মনে মনে থাকিবানে?

ৰবীন : (*হাঁহি হাঁহি* ) ৰমেশ, মই আহিলোঁ---আৰু ৰ'ব নোৱাৰোঁ।

(*ৰবীন ওলাই যায়, দুগেঁই আকৌ দুৱাৰমুখৰ পৰা ভুমুকি মাৰে* )

ৰমেশ : বাৰু ককাইদেউ--আমি আহিছোঁ। (*ওলাই যায়* )

নিবাৰণ : হেঃ হেঃ হেঃ। ওঁ যোৱা, থিয়েটাৰৰ বিষয়ে তোমাক আকৌ লগ পাম।

নন্দিনী : দেউতা, তোমাৰ লগত মোৰ কথা আছে। ৰবা, মই তোমাৰ চাহ কাপ লৈ আহো।

(*নন্দিনীৰ প্ৰস্থান, নিবাৰণে অলপ ৰৈ হাতৰ বহীখন চাই চাই ১ নং দুৱাৰৰ পিনে দুখোজ আহে। হঠাৎ আকৌ কিবা এটা মনত পৰাৰ দৰে ঘূৰি ৰমেশক মাতি মাতি বাহিৰলৈ ওলাই যায়।*)

নিবাৰণ : অ' ৰমেশ--ৰমেশ--ৰ'বাচোন ৰ'বা--ৰ'বা--ৰ'বা--ৰ'বা হেৰা ৰমেশ।

(*বাহিৰলৈ ওলাই যায়* )

ৰমেশ : (বাহিৰৰ দূৰৰ পৰা চিঞৰি) আজি বাৰু থাওক ককাইদেউ ।

নিবাৰণ : (বাহিৰত) ৰ'বাচোন ৰমেশ---ৰমেশ--আচল কথাটো---

(*তিনি চেকেণ্ড মঞ্চ শূন্য। নিবাৰণ আঁতৰি যোৱাৰ সুবিধা লৈ দুগেঁই হাতত এটা ডাঙৰ হাতুৰী আৰু এচটা কাঠ লৈ ওলাই আহে, পাচে পাচে সুৰেণ আৰু ধীৰেণো আহে, আটাই কেইটাই ব্যস্ত ভাৱে।*)

দুৰ্গে : আজি বিহু বাজ কৰিম।

সুৰেণ : হয় দে বাপ্পেকে।

(*দুগেঁই ২ নং দুৱাৰখন জোৰে সশব্দে বন্ধ কৰি -দুৱাৰৰ মাজ ভাগত হাতৰ কাঠ ছলা পথলিকৈ লগাই লয়।*)

দুৰ্গে : ওঁ, হৈ যাব এই ছটাৰে । ইয়াতে গজাল মাৰি বন্ধ কৰি দিম। চাওঁ ধৰ ---

(*হাতৰ কাঠ ছলা আৰু গজাল কেইটামান সুৰেণৰ হাতত দিয়ে, সুৰেণে ধীৰেণৰ হাতলৈ পাৰ কৰি দিয়ে*)

আৰু এইটো তলা।

(*৩ নং দুৱাৰৰ মামৰে ধৰা ডাঙৰ তলাটোৰ পিনে আগুৱাই যায় আৰু হাতুৰীৰে তলাটো ভাঙিবলৈ উদ্যত হয়।*)

দুৰ্গে : বিহু বাজ !

সুৰেণ : দে ভাঙ বাপ্পেকে। (*দুগেঁই তলাত হাতুৰীৰে এটা কোব দিয়ে। এনেতে নন্দিনীয়ে হাতত চাহ একাপ লৈ ওলাই আহে।*)

নন্দিনী : দাদা কি কৰিছা?

দুৰ্গে : তলাটো ভাঙি দুৱাৰখন খুলি দিম। আৰু সেইখন দুৱাৰ কাঠ লগাই বন্ধ কৰি দিম।
*(কৈয়েই আকৌ তলাত কোব দিয়ে)*

নন্দিনী : দাদা তলাটো নাভাঙিবা। শুনিছানে নাই –
*(দুৰ্গে আকৌ ৰৈ যায়। লগে লগে দূৰৰ পৰা নিবাৰণ চিঞৰি চিঞৰি সোমাই আহে ।)*

নিবাৰণ : ঐ, ঐ কোন, সেই কেইটা--কি কৰিছ? তহঁতে কি কৰ--কি কৰ---ঐ গৰুহঁত!

দুৰ্গে : দেউতা আজি আৰু আপোনাৰ কথা নুশুনো ।আমি তলাটোভাঙি এইখন দুৱাৰ খুলি দিম। আপুনি এই পিনে অহা-যোৱা কৰিব।

নিবাৰণ : গৰুহঁত! ইমান সাহস তহঁতৰ ! নগলিনে ইয়াৰ পৰা অলগদ্ধহঁত! মোক সেইখন দুৱাৰেদি সোমাবলৈ কয়—স্পৰ্দ্ধা! দেখা নাই সেইখন দুৱাৰত মামৰে ধৰিছে। সেইখন দুৱাৰ বন্ধ। সেইটো মামৰে ধৰা তলা। সদায় একেটা কথাত লাগি থাকহি। পিঠি ডৰা-ডৰ কৰি দিম কোবাই কোবাই, জুনা নাই ।

নন্দিনী : *(গম্ভীৰ আৰু শাসনৰ সুৰত )*দেউতা -- তুমি দাদাহঁতক কিয় বকিছা?

নিবাৰণ : সিহঁতৰ দুষ্কৰ্মৰ বাবে। সিহঁতে মামৰে ধৰা দুৱাৰখনত কিয় হাত দিছে।

নন্দিনী : দাদাহঁতে নুবুজে। তেওঁলোকেদেখি আছে তুমি এইখন দুৱাৰেদি ইমান অসুবিধাৰে অহা-যোৱা কৰিব লগা হয় সদায়। *(২ নং দুৱাৰ দেখুৱাই )*

নিবাৰণ : মোৰ একো অসুবিধা হোৱা নাই। মোৰ কাৰণে সহজ আৰু সুবিধাৰ দুৱাৰ এইখনেই -- *(২ নং দুৱাৰ দেখুৱাই)*

নন্দিনী : তোমাৰ কাৰণে সুবিধাৰ, তোমাৰ কাৰণে সহজ হ'ব পাৰে।কিন্তু আনৰ কাৰণেতো নহয়। আৰু তোমাক কেবাদিনো কৈছো তুমি আন মানুহক জোৰ কৰি এই দুৱাৰেদি তোমাৰ কোঠালৈ নিবলৈ চেষ্টা কৰা কিয়, মানুহক অপদস্থ কৰা কিয়?

নিবাৰণ : *(২ নং দুৱাৰখন দেখুৱাই )* নন্দিনী, এইখন দুৱাৰেদিয়েই মানুহ যাব--যি যাব জানে সি যাব পাৰে। দে চাহ কাপ দে।

নন্দিনী : এই কাপ ঠাণ্ডা হৈছে। গৰম একাপ আনোগৈ।

নিবাৰণ : হ'ব দে সেই কাপেই । *(চাহ কাপ লৈ ড্ৰামটোত বহেগৈ )* নন্দিনী, আমি আটাইকেইটা এতিয়া ষ্টেজলৈ যাম! তাতেই মোৰ নাটকখন পঢ়িম গৈ । ঐ গৰুহঁত, ব'ল ষ্টেজলৈ। গৰুহঁত! ক'লৈ গ'লি তহঁত, দুৰ্গে , সুৰেণ, ধীৰেণ ! ব'ল, ষ্টেজলৈ ব'ল।

**প্ৰস্তাৱনাৰ অন্ত**

## প্ৰথম দৃশ্য

*( নিবাৰণ ভট্টাচাৰ্যৰ নিজস্ব ৰঙ্গমঞ্চ ভাগ। মঞ্চৰ এদাঁতিয়েদি ওপৰৰ ছাটলৈ উঠিবৰ বাবে পুৰণা কাঠৰ এটা চিৰি (ষ্টেয়াৰ-কেছ) দেখা যায়। এফালেদি প্ৰেক্ষাগৃহৰ পৰা আহিব পৰা প্ৰৱেশ পথ। আনফালেদি গ্ৰীণৰুমলৈ যোৱা বাট। আঁৰকাপোৰ উঠাৰ লগে লগে দেখা যায় নন্দিনীয়ে এটা বাকচৰ ওপৰত উঠি আসন্ন অভিনয়ৰ বাবে নাটকৰ সংলাপ এচোৱাৰ আখৰা কৰি থাকে। এদাঁতিৰ এখন টুলত বহি ৰমেশে নাটকৰ বহীখন হাতত লৈ সংলাপ অংশ চাই যায়, আৰু মাজে মাজে প্ৰম্পট্ কৰে। )*



নন্দিনী : ............আহা অনিৰুদ্ধ! মোৰ পিচে পিচে আহি থাকা । মই তোমাক লৈ যাম সৌ সমুখৰ ধুনীয়া পৰ্বতৰ শিখৰলৈ। দেখিছা অনিৰুদ্ধ, সৌ দূৰৰ পৰ্বতটো? এটা নিমজ নীলা ওখ পৰ্বত, আৰু তাৰ শিখৰত যেন ভৰি আছে কিছুমান কৃষ্ণচূড়া গছ, নাইবা সদায়ে ফুলি থকা কিছুমান ৰঙা ফুলৰ গছ। সেই ৰঙা ফুলৰ মাজৰ পৰা আকাশলৈ ওলাই থকা এটা সুউচ্চ অট্টালিকাৰ ৰঙীন আয়নাৰে সজা চূড়াটো ইয়াৰ পৰাই দেখা পাবা। গোটেই শিখৰটো উপচি পৰা ৰঙা ফুলৰ মাজত এটা ৰঙীণ কাচৰ অট্টালিকা। মানুহে কয় -- সেই কাচৰ অট্টালিকাত থাকে এগৰাকী নাৰী, যি নাৰী আজিও অদৃশ্যা, অনাৱিষ্কৃতা। সেই অদৃশ্যা মায়াবিনী নাৰীৰ সন্ধানত পৰ্বতৰ ওপৰলৈ বহু পুৰুষ যোৱাৰ কাহিনী আজি ইতিহাসত পৰিণত হৈছে। কত প্ৰফেছৰ, শিল্পী, সাহিত্যিক, দাৰ্শনিক, ৰাজনীতিজ্ঞ, নৃতত্ব-গৱেষক আৰু সৰু- বৰ ব্যক্তি সেই জনান্তিকা নাৰীৰ আকৰ্ষণত পৰ্বতলৈ গৈছে। কিন্তু কোনো আজিলৈকে সেই নাৰীৰ সৈতে পৰিচিত হ'বগৈ পৰা নাই। অনিৰুদ্ধ! আজি তুমি যাব লাগিব--সেই পৰ্বতৰ শিখৰলৈ। কিয়নো তুমিয়েই মাত্ৰ দেখিবলৈ পাবা, পৰ্বতৰ নামনিৰ মানুহে ভবাৰ দৰে, সেইবোৰ ৰঙা কৃষ্ণচূড়াৰ ফুল নহয়--সেয়া পৰ্বতৰ শিখৰৰ চৌদিশ আগুৰি থকা একুৰা বিৰাট জুই-দাবাগ্নি।সেই জুইৰ মাজত, ৰঙীন কাচৰ কাৰেং নহয়, সেয়া এখন নিৰ্মম বন্দীশাল। আৰু তাৰ মাজত অপৰূপ সুন্দৰী আধুনিকা যুৱতী ৰাজকন্যা নহয়, তাত আছে এজনী সাধাৰণ সহজ সৰল আদিম নাৰী। অনিৰুদ্ধ ! জ্যোতিষ্মান অনিৰুদ্ধ!! তোমাৰ জ্যোতিৰ শিখাৰে পথ উলিয়াই ---
*(এনেতে হঠাৎ বাহিৰত নিবাৰণে কোৱা শুনা যায় -- 'ৰুক্কে ৰুক্কে '। নন্দিনী আৰু ৰমেশে আখৰা বন্ধ কৰি মূৰ দাঙি সেইপিনে চায়। নন্দিনী আগুৱাই যায়। )*

নন্দিনী : দেউতা আহিছে।

ৰমেশ : *(বাহিৰৰ পিনে চাই )* ঘোঁৰাত উঠি আহিছে। ক'ৰবাত ঘোঁৰা এটা পালে আজি!

নন্দিনী : দেউতাৰ খেয়ালৰ কি অন্ত আছে! ঘোঁৰা দেখিলেই ৰ'ব নোৱাৰে।
*(বাহিৰত নিবাৰণে কয়, 'ৰুক্কে ৰুক্কে - বৰ তেজী ঘোঁৰা এইটো' )*

নিবাৰণ : *(সোমাই আহে )* নন্দিনী--নন্দিনী-- অ' *(ৰমেশক দেখি )* ৰমেশ তুমিও আহিছা--বেছ ভাল কথা। তোমাৰ লগত কেইটামান দৰকাৰী কথা আছে।

নন্দিনী : দেউতা-- তুমি আকৌ কিয় ঘোঁৰাত উঠি আহিছা -- ক'ৰ ঘোঁৰা পালা।

নিবাৰণ : বৰ তেজী ঘোঁৰা এটা পালোঁ। দুৰ্গেহঁতে গাড়ী কেখনমানত চকী বোজাই কৰি আছে, মই এটা গাড়োৱানৰ পৰা গাড়ী বোজাই হয় মানে অলপ সময়ৰ কাৰণে ঘোঁৰা এটা লৈ আহিছোঁ। কি কৰিছ নন্দিনী?

নন্দিনী : দ্বিতীয় দৃশ্যত থকা মোৰ দীঘলীয়া সংলাপ এডোখৰ বৰুৱাক মাতি শুনাইছো। দেউতা, চকীবোৰ আজিয়ে নানিলে নহ'লহেঁতেন!

নিবাৰণ : নহয়। আৰু এসপ্তাহ আছে থিয়েটাৰলৈ । সকলো কাম শেষ দিনলৈ থৈ দিয়া উচিত নহয়। আৰু এটা কথা নন্দিনী ---

নন্দিনী : কি?

নিবাৰণ : চকী আৰু দুশখন বেছিকৈ আনিবলৈ দিছোঁ মই। মানুহ মুঠতে পাঁচশ জন হ'ব।

নন্দিনী : কিয়, তিনিশৰহে কথা কৈছিলা, আৰু দুশ কেনেকৈ বাঢ়িল?

নিবাৰণ : প্ৰথমেই শিল্পী, অভিনেতা, নাট্যকাৰ, কবি, সাহিত্যিক, সাংবাদিক আৰু প্ৰফেছাৰক মাতিছিলোঁ। কিন্তু কালি আৰু পৰহি কিছুমান ব্যৱসায়ী আৰু ৰাজনৈতিক ব্যক্তিকো মাতি আহিছোঁ। এইখিনিৰে তালিকাত মুঠ পাঁচশজন মানুহ হৈছে। প্ৰত্যেকৰে ওচৰলৈ গড়ে অন্ততঃ মই দুবাৰকৈ গৈছো। প্ৰত্যেকেই আহিম বুলি কথা দিছে। এতিয়া বুজিছ নন্দিনী, তই যে কৈছিলি ইমান ডাঙৰ হলটোত মাত্ৰ দুই তিনিশ মানুহ হ'লে বৰ বেয়া হ'ব দেখিবলৈ, এতিয়া পাঁচশজন দৰ্শক হ'ব। হল ঘৰটো শুৱাই পৰিব। বুদ্ধিদীপ্ত, শল্প কলাৰ প্ৰকৃত সমাদৰ বুজা দৰ্শক মণ্ডলীৰ এক সন্মানিত গাম্ভীৰ্যপূৰ্ণ পৰিৱেশ। প্ৰতি দৰ্শকৰ চকুত আগ্ৰহৰ এক উজ্জল দৃষ্টি। নাটকৰ এটা শব্দও যাতে নুশুনাকৈ নাথাকে তাৰ প্ৰতি সচেষ্ট, সচেতন, কাঁহ-পৰি-জীন-যোৱা নীৰৱতা। এবাৰ যথা সময়ত শঙ্খ-ঘন্টা বাজি উঠিব, আঁৰকাপোৰ একাষৰীয়া হৈ পৰিব, মাইক্ৰফোনৰ কাষত থিয় দি মই লিখি লোৱা নাটকৰ দীঘলীয়া প্ৰস্তাৱনা পঢ়িবলৈ আৰম্ভ কৰিম, এটুকুৰা এটুকুৰা বৰফৰ দৰে মোৰ কথাবোৰ মোৰ কণ্ঠৰ পৰা সৰি সৰি পৰিব।

নন্দিনী : দেউতা, তোমাৰ ভাষণৰ খচৰাটো আজিয়েই মোক দিবা, মই ভাল আখৰেৰে লিখি দিম।

নিবাৰণ : অ' ঠিক মনত পেলাই দিলি। মই জেপতে লৈ আহিছোঁ। এয়া — এয়াৰ — মই এবাৰ আৰম্ভটো পঢ়োঁ, শুনচোন। (*জেপৰ পৰা কেইখনমান কাগজ উলিয়াই পঢ়িবলৈ ধৰে*) শ্ৰদ্ধাস্পদেষু মোৰ নিমন্ত্ৰিত অতিথিবৃন্দ, আজিৰ পৰা ঊনাষাঠী বছৰ পূৰ্বে এদিন এই পৃথিৱীত এটি শিশুৰ জন্ম হৈছিল। আৰু তাৰ জন্ম ঊনাষাঠী বছৰ পিচত আজি এটি শিশুৰ সৃষ্টি হ'ল। যিটো শিশুৰ সেইদিনা জন্ম হৈছিল আজি সি সৃষ্টি হ'ল। তাৰ নাম শ্ৰীনিবাৰণ ভট্টাচাৰ্য্য। আৰু সেই শ্ৰীনিবাৰণ ভট্টাচাৰ্য্যই আপোনালোকৰ সন্মুখত থিয় দি এয়া আপোনালোকক বিনম্ৰচিত্তে প্ৰণিপাত জনাইছে। মোৰ জন্মৰ পৰা মই সৃষ্টি হোৱালৈকে এই ঊনাষাঠী বছৰৰ সুদীৰ্ঘ এটি কাহিনীৰ এটি পাণ্ডুলিপি আজি মই আপোনালোকৰ আগত দাঙি ধৰিছো —

নন্দিনী : দেউতা, বাকীখিনি এতিয়া থাওক।

নিবাৰণ : ওঁ — থাওক বাৰু -- এটা কথা ভাবিছোঁ নন্দিনী।

নন্দিনী : কি?

নিবাৰণ : মোৰ প্ৰস্তাৱনাটো ছপাই থিয়েটাৰৰ আগেয়ে দৰ্শকৰ মাজত প্ৰগ্ৰেমৰ সৈতে বিলাই দিম।

ৰমেশ : হয়, সেইটো কৰিব পাৰি ককাইদেউ।

নিবাৰণ : অ' ৰমেশ ইয়াতে আছা—পাহৰিছিলোঁৱেই, তুমিও ক'ত পাচ ফালে বহি আছা! বাৰু কোৱাচোন ৰমেশ, মোৰ আইদিয়াটো কেনে হ'ব। প্ৰস্তাৱনাটো ছপাই পেলাওঁ যদি।

ৰমেশ : নিশ্চয় ভাল হ'ব, ময়ে ছপাই আনিব পাৰিম, আমাৰ প্ৰেছতে। খৰছ কমতে পাৰিম।

নিবাৰণ : খৰচৰ কথা নাই। যি খৰছ লাগে মই বহন কৰিম। সুন্দৰকৈ, ভাল দামী কাগজত- বাৰু কাগজৰ কি ৰং হ'ব? (*ৰমেশ নন্দিনী আটাই কেইজনে ভাবে*)

নিবাৰণ : ভাবাচোন, প্ৰস্তাৱনাৰ কথাখিনিৰ দৰে কাগজৰ ৰঙটোৰো এক বিশেষ ভাবব্যঞ্জক হ'ব লাগিব।

ৰমেশ : পাতল নীলা ।

নন্দিনী : পাতল গোলাপী।

নিবাৰণ : (*ভাবে*) ওঁ, পাতল নীলা--ওঁ পাতল গোলাপী--ওঁ (ভাবে) বাৰু--বাৰু এইটো কেনে হ'ব । - উজ্জ্বল বাসন্তী ৰঙৰ কাগজ আৰু তাত কথাখিনি গাঢ় ৰঙা ৰঙৰ-- কেনে হ'ব?

ৰমেশ : নন্দিনী। ভাল হ'ব।

নিবাৰণ : ভাল হ'ব, ভাল হ'ব নহয়? নাইবা যদি কাগজৰ ৰং তিনি চাৰিটা আৰু কথাখিনিৰ ৰঙো তেনেকৈ সামঞ্জস্য ৰাখি তিনি চাৰিটা হয়। যেনে ধৰা—বগা, হালধীয়া গোলাপী, ৰঙা, বেঙুনীয়া আৰু কলা -- এই ছয় ৰঙৰ কাগজ আৰু তেনেদৰে ছয় ৰঙৰ চিয়াহী।

ৰমেশ : তেনেকৈ ---(*সন্দেহ জনিত*)

নন্দিনী : ভাল হ'ব, এইদৰেই ভাল। কেবাটাও ৰঙৰ কাগজ আৰু কেবা ৰঙৰ ছপা —

নিবাৰণ : যি কোনো কেবাটাও নহয়, মই কোৱা ছটা ৰঙহে। কাৰণ এই কেইটা ৰঙেৰে আৰু ঠিক এই ভাৱে--মানে ক'লা, বেঙুনীয়া, ৰঙা, গোলাপী, হালধীয়া আৰু বগা ভাবে মই গতিৰ কথা কব খুজিছোঁ। গতিৰ সাৱলীলতা ধৰ্মৰ কথা ক'ব খুজিছোঁ। আৰু সেই ৰং বৈচিত্ৰৰ মাজত মোৰ প্ৰস্তাৱনাটো যেন সন্ধ্যাৰ আকাশেদি দূৰৰ পাহাৰলৈ উৰি যোৱা এজাক চৰাইৰ দৰে ওপঙি ফুৰিব। কেনে হ'ব? কোৱা।

ৰমেশ : বৰ সুন্দৰ হ'ব।

নিবাৰণ : সুন্দৰ হ'ব নহয়? (*আকৌ ভাবে*) ওঁহো-- নহ'ল --নহ'ল। মই ভাবিছোঁ -- পিংক ৰঙৰ কাগজ হওক। গোলাপী আৰু তেজ ৰঙৰ ঠিক মাজৰ ৰঙটো। আখৰবোৰ হ'ব সেউজীয়া ৰঙৰ। কেনে হ'ব?

নন্দিনী : ভাল হ'ব দেউতা?

ৰমেশ : হয়, এইটোও ভাল হ'ব?

নিবাৰণ : ভাল হ'ব, নহয়? ঠিক আছে তেন্তে। সেইটো কাম তোমাৰ থাকিল। পাঁচশ কপিৰ আৰু অলপ বেছিকৈ ছপাবা। যি খৰচ লাগে নন্দিনীৰ পৰা লৈ যাবা। নন্দিনীৰ ওচৰত তুমি একো দ্বিধাবোধ নকৰিবা, নন্দিনী মোৰ বৰ ভাল ছোৱালী-নন্দিনী মোৰ মাজনী--
(*নন্দিনীৰ বাহুত ধৰি আদৰ কৰে*)

নন্দিনী : (*বাহিৰলৈ দৃষ্টি দি*) দেউতা, সৌৱা দুৰ্গে দাদা আহিছে। চকীবোৰ আহি পাইছেহি। এতিয়া সেইবোৰ গ্ৰীণ ৰুমৰ পাচ ফালে বাৰাণ্ডাতে দ'মকৈ থৈ দিয়া যাওক। হলটো চাফা কৰি পিচত তাত পৰা যাব।

নিবাৰণ : ঠিক কৈছে, ঠিক কৈছে। হলটো চাফা কৰি চকীবোৰ পাৰিব লাগিব। হলটো সুন্দৰকৈ সজাব লাগিব। ধূপ ধুনা আদিৰে সুগন্ধি কৰি ৰাখিব লাগিব। অতবোৰ মানুহ আহিব। আৰু গোটেইবোৰ মানুহ মোৰ নিমন্ত্ৰিত অতিথি। ঠিক কৈছ। ঐ দুৰ্গে, সুৰেণ, চকীবোৰ এইপিনে লৈ আহ। (*অলপ বৈ বাহিৰলৈ যায়*) ঐ দুৰ্গে গৰুহঁত। সেইপিনে নিছ কেলৈ গাড়ীকেইখন? গৰুহঁত--চকীবোৰ এইপিনে আন, এই গ্ৰীণ ৰুমৰ বাৰাণ্ডালৈ --

ৰমেশ : (*নন্দিনীলৈ চাই*) মই যাওঁ।

নন্দিনী : বহকচোন আৰু অলপ সময়।

নিবাৰণ : নহয়, নন্দিনী, এতিয়া আৰু বহি কথা পতাৰ সময় নহয়। ৰমেশ, কাইলৈৰ পৰাই নগৰৰ আটাই কেইখন কাগজতে আগতীয়াকৈ মোৰ অভিনয়ৰ বিতং খবৰ প্ৰকাশ কৰাই দিবা, মনত ৰাখিবা--পাবলিচিটিৰ দায়িত্ব তোমাৰ। (*এইখিনিতে আৰু ইয়াৰ পিচতো দুৰ্গেইঁতে মাজে মাজে গাবোৱান*

*দুটামানৰ সৈতে চকী কঢ়িয়াই আনি ভিতৰলৈ নিবা )* পাবলিচিটিৰ প্ৰয়োজন মোৰ এই কাৰণেই যে মোৰ নিমন্ত্ৰিত প্ৰতিজন দৰ্শকে যেন এই কেইদিনৰ প্ৰতিদিনে পুৰা কাগজ মেলিয়েই এবাৰ মনত পেলাব পাৰে শ্ৰীনিবাৰণ ভট্টাচাৰ্যই তেওঁৰ ষাঠী বছৰীয়া জন্মদিনত এখন অতি অপূৰ নাট্যাভিনয়ৰ আয়োজন কৰিছে আৰু তালৈ তেওঁক নিমন্ত্ৰণ কৰা হৈছে।

ৰমেশ ঃ কাগজত মই ভাল প্ৰচাৰ দিম বাৰু, কিন্তু আপুনিতো সকলোকে খবৰ দিছেই। নিজেই গৈছে সকলোৰে ওচৰলৈ!

নিবাৰণ ঃ গৈছো মানে, অন্ততঃ গড়ে দুবাৰকৈ মই নিমন্ত্ৰণ জনাই আহিছোঁ। নিমন্ত্ৰিত সকলো অতিথিয়ে আহিব বুলি মোক একেবাৰে নিশ্চিত ভাবে কৈছে। এইবাৰ সুকুমাৰ কলাৰ এটি অতি অভূতপূৰ্ব নিদৰ্শন মই নিবেদন কৰিব খুজিচো। নিমন্ত্ৰিত অতিথি সকলোবোৰেই অতি আগ্ৰহেৰে বৈ আছে আৰু এসপ্তাহৰ পিচৰ আবেলি ছয় বজাৰ সময় খিনিলৈ, মোৰ এই অপূৰ্ব প্ৰস্তাৱনা শুনিবলৈ। মোৰ এই গধুৰ দায়িত্ব বহনত তোমালোক সকলোৱে সহায় কৰিব লাগিব।

ৰমেশ ঃ ক'ব মই আৰু কি কৰিব লাগিব।

নিবাৰণ ঃ নন্দিনী, এওঁক থিয়েটাৰৰ দিনা কি কাম দিয়া যায় বাৰু?

নন্দিনী ঃ বৰুৱা হলত থাকিব মানুহ বহুৱা-মেলাত।

নিবাৰণ ঃ ওঁ ঠিক কৈছ। তাত এজন দায়িত্বশীল মানুহ থাকিব লাগিব। এওঁৱেই থাকিব। ৰমেশ, তুমি মানুহ খিনিক বহুৱা মেলত থাকিবা। হলৰ সাজ-সজ্জা, অতিথিসকলৰ সা-সুবিধা এই সকলোবোৰ তোমাৰ দায়িত্বত এৰিলোঁ। আৰু বাকী প্ৰচাৰৰ কামখিনি আৰু প্ৰস্তাৱনা ছপোৱা - এই কেইটা কাম।

ৰমেশ ঃ হ'ব বাৰু ককাইদেউ সেইখিনিহে --

নিবাৰণ ঃ সেইখিনি মানে? আটাইকেইটা দায়িত্বপূৰ্ণ কাম! মোৰ পাঁচশজন অতিথি, প্ৰকাণ্ড হলটোলৈ তেওঁলোকক সন্মানেৰে আদৰি অনা আৰু বহুৱা অতি গুৰুত্বপূৰ্ণ কাম। আস্ তোমাক এইটো ভাৰ দি মই অতি সকাহ পাইছোঁ। তুমি এতিয়া যোৱা। নন্দিনী-এওঁ এতিয়া যাব পাৰে নহয়?

নন্দিনী ঃ জানো! *(ৰমেশলৈ চায়)*

নিবাৰণ ঃ জানো মানে? যোৱা, যোৱা, এতিয়াই যোৱা ৰমেশ। সন্ধ্যা এবাৰ আহিবা নেকি? আমাৰ এইকেইদিন নাটকৰ ৰিহাৰ্চেল অতি জোৰে চলিছে।

ৰমেশ ঃ বাৰু চেষ্টা কৰিম। এতিয়া যাওঁ বাৰু। *(প্ৰস্থান, যোৱাৰ আগতে এবাৰ নন্দিনীলৈ চাই যায়। দুগেইঁতে গাৰোৱান কেইটাৰ সৈতে চকী কঢ়িয়াই আনি থাকে।)*

নিবাৰণ ঃ *(মঞ্চৰ এদাঁতিলৈ গৈ )* নন্দিনী, চাচোন এইখিনিৰ পৰা থিয় হৈ মাইক্ৰ'ফোনটো ঠিক এইখিনিতে ল'ম। যাতে মোৰ কাষতে উইনচৰ ওচৰত শৰাইখনত মোৰ অয়েল পেইণ্টিং ফুলৰ মালাৰে ধুনীয়াকৈ সজোৱা থাকে। মোৰ ছবিখন সজোৱাৰ দায়িত্ব তোৰ নন্দিনী । ইয়াৰ পৰা মাইক্ৰফোনটোৰ কাষত থিয় হৈ মই সন্মুখলৈ চাই পঠিয়াম। পাঁচশখন পৰিপূৰ্ণ আসন। পাঁচশখন আগ্ৰহ আৰু উৎকণ্ঠাৰে ভৰা উজ্জ্বল মুখ। এই বিৰাট হল ঘৰটোত--এটা গাম্ভীৰ্যপূৰ্ণ পৰিৱেশ। জনতাৰ অবিৰাম গুণগুণনি!

*(হঠাৎ দুগেইঁ এখন চকী আনি থাকোতেই হাতৰ পৰা চকীখনৰ নালদাল সুলকি সশব্দে পৰি যায়। নিবাৰণৰ সেইপিনে দৃষ্টি পৰে ।)*



নিবাৰণ ঃ এই গৰু ! ভগা চকীবোৰ ক'লৈ আনিছ। সেইবোৰ চকীত মানুহ বহুৱাবি? ভাল চকী নাপালি? এটা কাম যদি ইহঁতৰ হতুৱাই নিয়াৰিকৈ কৰাব পাৰিলোহেঁতেন। কাঠ মিষ্ট্ৰী--চাইকেল মিষ্ট্ৰি কাম কৰি তহঁতৰ মগজুবোৰ কাঠ আৰু লোহা হৈ গৈছে। যা, ঘূৰাই দেগৈ সেই ভগা চকীবোৰ। নন্দিনী, তই নিজে এবাৰ চাবিচোন চকীবোৰ, আটাইবিলাক ভালনে বেয়া।

নন্দিনী ঃ হ'ব দিয়াচোন দেউতা। তুমিনো সকলো চিন্তা কৰিব লাগিছে কেলৈ?

নিবাৰণ ঃ মই সকলো চিন্তা নকৰিলে নহয় নহয়। *(উপেন সোমাই আহে )*

উপেন ঃ নন্দিনী। লাইটৰ ফিটিঙৰ কাৰণে আমাৰ চিনেমা হলৰ ইলেক্ট্ৰিচিয়ানটোক যে আনিম বুলি কৈছিলোঁ। --পিছে সি আহিব নোৱাৰে। কি কৰিম এতিয়া?

নিবাৰণ ঃ তোৰ মুণ্ডটো কৰিবি! নিজৰ বুদ্ধিৰে যদি কিবা এটা ইহঁতে কৰিব পাৰিলেহেঁতেন!

নন্দিনী ঃ ৰ'বাচোন দেউতা। হ'ব বাৰু দাদা -- কিবা এটা কৰিব লাগিব।

নিবাৰণ ঃ কিবা এটা মানে! গোটেই হলটোত নতুনকৈ লাইট ফিটিং কৰোৱাৰ কথা। সময় আছে হাতত এসপ্তাহ। সকলো কাম হব বুলি পিচলৈ কেনেকৈ পেলাই থৱ?

নন্দিনী ঃ মই বাৰু কাইলৈ কলেজৰ পৰা আহোতে এটা বন্দৱস্ত কৰি থৈ আহিম।

নিবাৰণ ঃ কৰি থৈ নহয়, বন্দৱস্ত কৰি লৈ আহিবি। হলটোৰ লাইট বিলাক ভালদৰে সজাব লাগিব। ইমানবোৰ মানুহ--নগৰৰ গণ্য মান্য, উচ্চ ৰুচিবোধৰ প্ৰায় গোটেই সমাজখন। the cream .....the elite of the society আহি বহিবহি হলটোত। তেওঁলোকৰ ৰুচি, তেওঁলোকৰ ৰস আৰু সৌন্দৰ্যবোধৰ অনুকূলে হলটোৰ পৰিৱেশ বা বাতাবৰণ হ'ব লাগিব। সেই কাৰণেই লাইটৰ পৰা প্ৰতিখন চকীলৈকে সকলোতে মই ইমান গুৰুত্ব দিছোঁ। *(সুৰেণ সোমাই আহে)*

সুৰেণ ঃ নন্দিনী -- কাৰ্পেট তাত নাই-নিদিয়ে ।

নিবাৰণ ঃ নাই! উস্ এটা কাম যদি হ'লহেঁতেন ইহঁতৰ দ্বাৰাই ।

নন্দিনী ঃ কাৰ্পেট কিয় দেউতা।

নিবাৰণ ঃ পদূলিৰ পৰা হলৰ দুৱাৰ মুখলৈকে কাৰ্পেট পাৰি দিম বুলি ভাবিছোঁ। যাতে সুন্দৰ কাৰ্পেটিৰ ওপৰেদি খোজ কাঢ়ি আহি দৰ্শকবৃন্দ হলত বহিবহি পাৰে। মেধিৰ ঘৰত এখন দীঘল কাৰ্পেট আছে, মই জানো। এই গৰুটোক খবৰ লবলৈ পঠিয়াইছিলোঁ। আহি কৈছে নাই নিদিয়ে। অথচ নিদিয়াৰ কোনো কাৰণ নাই। মেধিক মই থিয়েটাৰলৈ মাতি আহিছোঁ। তেওঁ সানন্দে মোৰ নিমন্ত্ৰণ গ্ৰহণ কৰিছে। আহিম বুলি কৈছে। তেওঁক মই বস্তু এটা খুজিলে কিয় নিদিব? মই বিশ্বাস কৰিম? এই গৰুটোৱেনো কি ক'লেগৈ--তেওঁ বা বুজিলে কি!

সুৰেণ ঃ দেউতা, মই ঠিকেই কৈছোঁ।

নিবাৰণ ঃ চুপ চুপ--ঠিকেই কৈছে! ঠিকেই ক'লে নিদিয়াকৈ থাকিব বুলি মই বিশ্বাস কৰিম জানো নহয়। মোক বুঢ়াটোক তলৌ তলৌ ঘূৰাই ফুৰিলেহে ইহঁতৰ শান্তি ! এইবোৰ আটাইবোৰ গৰু-গৰু। *(খঙেৰে যাবলৈ উদ্যত হয় )*

নন্দিনী ঃ দেউতা, ক'লৈ যোৱা তুমি?

নিবাৰণ ঃ মই নিজে যাম। কাৰ্পেট, লাইটৰ মানুহ, সকলো নিজে খবৰ কৰি আনিম।

নন্দিনী ঃ ৰ'বা, তুমি যাব নালাগে।

নিবাৰণ : কিয়?

নন্দিনী : মই আছোঁ নহয়। লাইটৰ মানুহ মই আনিম বুলি কৈছোঁ। কাৰ্পেটৰ মই ব্যৱস্থা কৰিম। তুমি যাব নালাগে। মই কৈছোঁ—

নিবাৰণ : (*খং কমে, কোমল আৰু কিছু ভাবপ্ৰৱণতাৰে*) তোৰ ওপৰতেই মোৰ সকলো ভৰষা নন্দিনী। তই নহ'লে যে মোৰ কি অৱস্থা হ'লহেঁতেন! বাৰু নন্দিনী, মই ঘৰলৈকে যাওঁ। প্ৰস্তাৱনাটো আৰু এবাৰ হাত ফুৰাই চাওঁগে, প্ৰেছলৈ পঠোৱাৰ আগেয়ে। তই চকীবোৰ আৰু হলটো আজিয়েই এবাৰ ভালকৈ পৰিষ্কাৰ কৰাই পেলোৱাবি। থিয়েটাৰৰ দিনা যাতে ওপৰে ওপৰে চাফা কৰিয়ে পাৰিব পাৰি। আৰু এই গৰুহঁতক ক'বি আজি সন্ধ্যাৰ পৰা এই কেদিন নাটকৰ পূৰা ৰিহাৰ্চেল হ'ব। সিহঁতৰ চিনেমা হল, চাইকেল দোকান, দৰ্জিখানা আজিৰ পৰা বন্ধ। মই যাওঁ। (*নিবাৰণৰ প্ৰস্থান*)

নন্দিনী : সুৰেণ দাদা—তোমালোকেনো দেউতাৰ আগতে ইটো নহ'ল সিটো নহ'ল বুলি কিয় কোৱাহি —মোৰ আগতে দেউতাই ইমান বকে তোমালোকক, মোৰ বেয়া নেলাগেনেকি?

সুৰেণ : এহ, এইজনী ওলাল আকৌ আজি, আমাক দেউতাই বকা দেখি বেয়া লগা!

দুৰ্গে : (*কঢ়িয়াই আনি থকা চকীখন কাষতে লৈ তাতে বহি*) বুজিছ নন্দিনী, দেউতাৰ বকনিবোৰ যদি আমি জমা কৰি টেমাত ভৰাই থৈ দিব পাৰিলোহেঁতেন তেন্তে এটা বস্তুৰ খৰছ আমাৰ কমি গ'লহেঁতেন।

নন্দিনী : কি বস্তু?

দুৰ্গে : বস্তুটোৰ কিবা টেক্স্ লাগি দাম আৰু বাঢ়িছে এতিয়া। কিলোত ছটকা হৈছে।

নন্দিনী : কি বস্তুনো দুৰ্গে দাদা।

দুৰ্গে : চেনি। (*আটাইকেইটাই হাঁহে*) দেউতাৰ বকনিটো পানীত গুলিব পৰা হ'লে চেনিৰ খৰছটো আমাৰ কমি গ'লহেঁতেন।

উপেন : মানে বকনিবোৰ ৱেষ্ট হৈছে।

নন্দিনী : কি ক'লা দাদা?

উপেন : এনেয়ে ৱেষ্ট হৈছে।

দুগে : হেঃ হেঃ—ই আজিকালি ফৰফৰ ইংৰাজী চলায়। খুব ইংৰাজী চিনেমা হয়তো ইহঁতৰ চিনেমা হলত, তাতে আকৌ আজি কালি ই স্পেচিয়েল ক্লাছৰ গেট-কিপাৰ।

গাৰোৱান : (উত্তেজিতভাৱে *কৈ কৈ সোমাই আহে*) বাইদেউ, বুঢ়া বাবুৱে মোৰ ঘোঁৰাটো বহুত জোৰে দৌৰাইছে। বাইদেউ! সেয়া বুঢ়া বাবু পৰি যাব এতিয়া। বহুত জোৰে বাইদেউ—বুঢ়া পৰি যাব-পৰি যাব—বাইদেউ—বুঢ়াবাবু ঘোঁৰাৰ পৰা পৰি গ'ল—পৰি গ'ল।

নন্দিনী : দুৰ্গে দাদা—সুৰেণ দাদা—দৌৰা দৌৰা—দেউতা ঘোঁৰাৰ পৰা পৰিল।

(*বাহিৰলৈ দৌৰে। আটাইকেইটা দৌৰি ওলায় যায় আৰু অলপ পিচত কঁকাল আৰু হাত এখনত অতি বেছি ৰকমে দুখ পোৱা অৱস্থাত নিবাৰণক আটাইয়ে ধৰি আনে আৰু মঞ্চৰ মাজত দুৰ্গেই এৰি থৈ যোৱা চকীখনতে বহুৱাই দিয়ে। নিবাৰণে কেঁকাই থাকে*)

নিবাৰণ : আহ্ — আহ্!

নন্দিনী : ক'ত দুখ পাইছা দেউতা?



নিবাৰণ : আহ্ এই কঁকালত আৰু উস্ এই হাত এখন—অহ্ কঁকালটো শেল মৰাদি মাৰিছে অ'। উস্ উস্। ঘোঁৰাটোৱে দুখ পাইছেনেকি চাচোন চা।

দুৰ্গে : ঘোৰাটো সৌ গাৰোৱানে ধৰি আনিছে।

নন্দিনী : দুৰ্গে দাদা—দেউতাক হস্পাতললৈ লৈ যাওঁ, এখন ৰিক্সা মাতা। টেক্সী আনিবলৈ গ'লে পলম হ'ব।

দুৰ্গে : ঐ ৰিক্সা! [*দুৰ্গেই মাতি মাতি ওলায় যায়।*]

নিবাৰণ : হস্পিতেলত নালাগে, মোক ইয়াতে থাকিবলৈ দে নন্দিনী।

নন্দিনী : তুমি মনে মনে থাকা দেউতা — মই যি কৰিম কৰিম।

নিবাৰণ : নহয়, নহয় নালাগে, ডাক্তৰকে ইয়ালৈ মাত। হস্পিতেলে পালেগৈ যদি তাৰ পৰা ডাক্তৰে মোক এৰি নিদিয়ে! মোৰ থিয়েটাৰ কি হ'ব? এসপ্তাহ আছে মাত্ৰ। অতবোৰ মানুহক অভিনয় চাবলৈ মাতিছোঁ। অভিনয় পিছুৱাব নোৱাৰি — মই নাযাওঁ, মই ইয়াতে থাকিম। ইয়াতে থাকিম — ইয়াতে —

দুৰ্গে : (*সোমাই আহি*] নন্দিনী, ৰিক্সা আহিছে।

নন্দিনী : দাদা এটা কাম কৰা। বেগাই এজন ডাক্তৰকে ইয়ালৈ মাতি অনা। দেউতা ইয়াতে থাওক। চাওঁ দুগে দাদা, দেউতাক গ্ৰীণৰুমৰ আৰামী চকীখনলৈ লৈ যাওঁ।

নিবাৰণ : মই পৰি থাকিব লাগিলে বৰ সাংঘাতিক কথা হ'ব কিন্তু। মই পৰি নাথাকো — থিয়েটাৰলৈ ভাল হ'মেই। আৰু এসপ্তাহ আছে। অতবোৰ মানুহ আহিব থিয়েটাৰলৈ —মই ভাল হ'ম মই ভাল হ'ম।

(*আটাইকেইজনে গ্ৰীণৰুমৰ পিনে প্ৰস্থান। সেইপিনেই দুটা মানুহে এখনৰ পিচত এখনকৈ দুখনমান চকী কঢ়িয়াই লৈ যায়।*)

**দৃশ্যান্ত**

## দ্বিতীয় দৃশ্য

(*দৃশ্যপট — আগৰ দৃশ্যৰ সামান্য পৰিৱৰ্তন মাত্ৰ। বুজাব লাগিব এটা মঞ্চৰ আঁৰ কাপোৰৰ পাচ ফালৰ অংশ। আঁৰকাপোৰৰ সিপিনে দৰ্শকৰ প্ৰেক্ষাগৃহ আছে। মঞ্চৰ এদাঁতিয়েদি ওপৰৰ ছাটলৈ উঠি যোৱা পুৰণা কাঠৰ চিৰি আৰু আন এদাঁতিত এখন সজ্জিত সৰু প্লেটফৰ্মৰ কাষত মাইক্ৰফোন। পট উঠাৰ লগে লগে দেখা যায় পূৰ্বৰ দৃশ্যৰ শেষৰ মানুহটোৱে চকী এখন গ্ৰীণৰুমৰ পৰা কঢ়িয়াই বাহিৰলৈ লৈ যায় আৰু সেইপিনে থৈ আহি আকৌ দ্বিতীয় চকীখন আনে। দুগেই হাতত এটা হাতুৰী আৰু গঁজাল লৈ বেগাই গ্ৰীণৰুমৰ পৰা মঞ্চলৈ সোমাই আহে।*)

দুৰ্গে : বেগাই বেগাই নে। দেউতাই হলত চিঞৰি আছে। বিহু বাজ হ'ব। ঐ আৰু কেইখন আছে?

মানুহ : *চকী কঢ়িয়াই নিয়া অৱস্থাত*] আৰু তিনুখো বাবু—

দুৰ্গে : যা যা বেগাই নে। [*ৰমেশে হাতত এদম ৰঙীন কাগজৰ ছপা লিফলেট লৈ সোমাই আহে আৰু কয়।*]

ৰমেশ : মই কুৰিখন চকী বেলেগে থবলৈ কৈছিলোঁ, থৈছেনে বাৰু?

দুৰ্গে : জানো, সেইবোৰ মই একো কৰা নাই। ৰাতিপুৱাই সকলো উলিয়াই দিছো আৰু এফালৰ পৰা পৰাই থৈছোঁ। দুখনমান ইয়াত বেয়াহৈ আছিল। মই এতিয়া গজাল মাৰি ঠিক-ঠাক কৰি পঠাই

দিছোঁ। আপুনি সেইবোৰ চাই-চিতি চমজি লওকগৈ। দেউতা আৰু নন্দিনী হলতে আছে।

ৰমেশ : ককাইদেউ আহিলেই নেকি ?

দুৰ্গে : আহিলেই মানে। ৰাতিপুৱা আহি আৰু যোৱাই নাই। থিয় হ'বই নোৱাৰে, ভগা কঁকালেৰেই কেঁকাই-গেঁথাই অথনিৰে পৰা হল সজাই আছে আৰু আমাৰ বিহু বাজ কৰি আছে।

ৰমেশ : ওঁ, বাৰু মই হলৰ পৰা আহোঁগৈ। চাওঁ এইখিনি ধৰকচোন, থৈ দিয়ক।

দুৰ্গে : এ , মই সেইবোৰ এতিয়া ধৰাধৰি কৰিব নোৱাৰোঁ। মোৰ কাম আছে। ওপৰৰ ছাটখন এবাৰ চাব লাগে।একো কৰিব নোৱাৰিলেও গজালকে দুটামান মাৰি থৈ আহো।

*( দুৰ্গে চিৰিৰ পিনে যাবলৈ উদ্যত হয়। নিবাৰণে নন্দিনীৰ গাত ধৰি অতি কষ্টেৰে কেঁকাই গেঁথাই সোমাই আহে। তেওঁৰ এখন হাত বন্ধা অৱস্থাত ডিঙিত ওলোমাই ৰখা আছে। )*

নিবাৰণ : নন্দিনী, কিমান বাজিল ?

নন্দিনী : পাঁচ বাজি গৈছে।

নিবাৰণ : এঘণ্টাও নাই আৰু ! [ *দুৰ্গেক দেখি* ] ঐ গৰু তোৰ হাতুৰী এবিবৰ হোৱাই নাই। ( *দুৰ্গেক দেখি* ) মেকআপ নগৰৰগৈ কিয় ? এঘণ্টাও সময় নাই। [ *দুৰ্গে উভতি গ্ৰীণৰুমৰ পিনে* ] আৰু বাকী কেইটা ক'ত ? ( *ৰমেশক দেখি* ) অ' ৰমেশ তুমি আহিলা, মই চিন্তিত হৈ আছিলোঁ --- ইমান পলম কৰিছা। অ' প্ৰস্তাৱনাটো আনিছা। চাওঁ আ হা হা--বেছ--বেছ হৈছে।

*( নিবাৰণ আৰু নন্দিনীয়ে অতি আগ্ৰহেৰে প্ৰস্তাৱনাটো চায় নিবাৰণৰ চকুত আগ্ৰহ আৰু এক আনন্দৰ ভাব স্পষ্ট হৈ উঠে। সুৰেণ আৰু উপেনে হাতত একোটা চুটকেচ বা এয়াৰ বেগ লৈ আহি বেগাই বেগাই সোমাই আহে। নিবাৰণে তেওঁলোকক দেখা পায়। )*

নিবাৰণ : এইকেটা গৰু এতিয়া আহিছ আৰু এঘণ্টাও সময় নাই। যা গৰুহঁত, মেকআপ আৰম্ভ কৰগৈ।

*( উপেনহঁত সোমাই যায় )*

ৰমেশ : ককাইদেউ আপুনি ৰাতিপুৱাই আহি আছেহি বোলে।

নিবাৰণ : পুৱা আহি আৰু নগলোঁৱেই। পাঁচশ'কৈ নিমন্ত্ৰিত মানুহ, ইমানবোৰ মানুহক সুচাৰুৰূপে বহুৱা, হলৰ ব্যৱস্থা, মঞ্চৰ ব্যৱস্থা সকলোবোৰ সম্পূৰ্ণ হৈ উঠিছেনে নাই--সেইবোৰ শেষবাৰৰ কাৰণে ঠিক কৰা, অতবোৰ কাম বহি বহি তদাৰক কৰোঁতেই আবেলি হ'ল। এতিয়া আমি সকলো প্ৰায় প্ৰস্তুত। অ' তুমি ইয়াত থাকিব নালাগে। নন্দিনীৰ চাৰিজনী ছাত্ৰী আহি হলতে বহি আছে, সিহঁতো তোমাৰ লগত থাকিব, কিন্তু থিয়েটাৰ আৰম্ভ হোৱাৰ লগে লগে ছোৱালী কেইজনী এৰি দিবা, ছয় বজাতে হোষ্টেললৈ ঘূৰি যাব লাগিব। এই কাগজবিলাক লৈ যোৱা। অ' প্ৰস্তাৱনাটো ধুনীয়া হৈছে ছপাত। কাগজৰ ৰঙটো আৰু ছপা প্ৰস্তাৱনাৰ কথাখিনিৰ সৈতে ৰজিতা খাইছে, নহয় ৰমেশ ?

ৰমেশ : হয়, মই ভালেই দেখিছোঁ।

নিবাৰণ : অকল তুমি ভাল দেখিলেই নহ'ব নহয়। মোৰ দৰ্শক মহলে ভাল পাব লাগিব, তেওঁলোকে দেখি, পঢ়ি ভাল পাব লাগিব। জানা, এই প্ৰস্তাৱনাটোতে মোৰ আজিৰ অনুষ্ঠানৰ গোটেই খিনি সাৰ্থকতা নিৰ্ভৰ কৰিছে।

নন্দিনী : পাব, দেউতা , সকলোৱেই ভাল পাব।

নিবাৰণ : ভাল পাব, নহয় ? ওঁ তুমি যোৱা হললৈ। মই পিচত এবাৰ আকৌ যাম। মানুহ অহাৰ আগে আগে।



নন্দিনী : দেউতা তুমি আৰু বাহিৰলৈ যাব নোৱাৰা। ইয়াতে সৌ চকী খনতে বহি থাকা।

নিবাৰণ : বহি থাকোঁ কেনেকৈ নন্দিনী। ছয় বজাৰ লগে লগে কাঁটাই কাঁটাই অভিনয় আৰম্ভ কৰিব লাগিব। প্ৰথম দৃশ্যৰ ছেটিংচটো চাব লাগিছিল। ৰমেশ তুমি ইয়াতে ৰ'লা যে -- যোৱা, মানুহ আহি হলত কাকো নাপালে বেয়া হ'ব। কোনোবা কোনোবা ছয় বজাৰ আগতেই আহি যাব পাৰে। পাঁচশজন মানুহ। তেওঁলোকক আমাৰ সম্ভাষণ জনোৱাৰ সকলো দায়িত্ব তোমাৰ। আঁৰকাপোৰ উঠাৰ লগে লগে মই যেতিয়া মাইক্ৰ'ফোনৰ কাষত থিয় দিম তেতিয়া মাত্ৰ দেখিব লাগিব মোৰ সন্মুখত নিমন্ত্ৰিত অতিথিসকল অতি আনন্দমনে আৰু সাগ্ৰহে মোৰ পিনে চাই আছে। যোৱা ---

ৰমেশ : ( *লিফলেট এখন নিবাৰ লৈ আগবঢ়াই দি* ) ইয়াৰ এটা কপি আপুনি ৰাখক।

নিবাৰণ : নালাগে, মোৰ লগত হাতে লিখা কপি এটা আছে। ৰাতি কঁকাল আৰু ভঙা হাতৰ বিষত টোপনি অহা নাছিল। প্ৰস্তাৱনাটো কালি নিশা আকৌ ঘূৰাই নতুনকৈ লিখি লৈছো। অতি কষ্টেৰে যিমান পাৰো আখৰ সুন্দৰকৈ লিখি আনিছোঁ, এয়া চোৱা। ছপাটোৰ সৈতে ইয়াৰ সামান্য সাল-সলনি হৈছে। গতিকে এইটোকে পঢ়িম। তুমি যোৱা হললৈ। ( *ৰমেশ লিফলেট লৈ প্ৰস্থান* ) নন্দিনী ছেটিংচটো --

নন্দিনী : ঠিক আছে, আনি বহুৱাই দিলেই হ'ল।

নিবাৰণ : তেন্তে বহুৱাই দে সোনকালে। ছয় বাজিবলৈ বেছি সময় নাই, তোৰ নিজৰ মেকআপ আছেই। অ' নন্দিনী, মোৰ সাজটো সলায়ে লওঁনেকি ? কোনোবা মানুহ যদি এতিয়া আহি মোক লগ ধৰিবলৈ গ্ৰীণৰুমলৈ আহে ---

নন্দিনী : অ' বলা তুমি কাপোৰজোৰ সলাই লোৱা।

*( নন্দিনীয়ে নিবাৰণক ধৰি ভিতৰলৈ লৈ আহে। দুৰ্গে উপেনহঁতে আধা মেকআপ কৰাতে নন্দিনীৰ নিৰ্দেশত যি কোনো এটা দৃশ্যসজ্জা মঞ্চত সজাবলৈ ধৰে। দৃশ্য সজ্জাটো সাধাৰণ আৰু কিবা এটা প্ৰতীক-ধৰ্মী হোৱা উচিত। হয়তো এনে হ'ব পাৰে --এটা চক্ৰ বা চকা আৰু তিনিটা তিনি ৰঙৰ চেপেটা ধৰণৰ বাকচ। বাকচ কেইটা দুৰ্গেহঁতে এটা এটাকৈ মঞ্চলৈ আনে আৰু নন্দিনীৰ নিৰ্দেশমতে বিশেষ বিশেষ ঠাইত থয় ।)*

দুৰ্গে : ( *বাকচ থোৱাৰ লগে লগে* ) থিয়েটাৰ আৰম্ভ হোৱাৰ আগেয়েই বিহু বাজ হ'লেই।

সুৰেণ : থিয়েটাৰটো কি হ'ব বুজিছোঁৱেই। মানুহ আহিলেহে --

উপেন : মানুহ -- চাবিচোন এইবাৰো কি হয়।

নন্দিনী : তোমালোক বাৰু এতিয়াই হতাশ হৈছা কিয় ?

সুৰেণ : হতাশ ! আমাৰ আকৌ হতাশ কিহৰ। (বাকচ থেলা মাৰি )দে বাপেকে ধীৰেণ, সেইটো সেইপিনে দে।

লগাই

নন্দিনী : ৰ'বা, ৰ'বা। ইমান সিফালে নিনিবা। এইখিনিতে--ওঁ-এইখিনিতে দিয়া। প্ৰস্তাৱনাৰ ঠাইখিনিত ওখ প্লেটফৰ্মখন দিব লাগিব। দেউতাই তাত উঠি প্ৰস্তাৱনাটো পঢ়িব। মাইকটো তাতে দিব লাগিব।

দুৰ্গে : (চক্ৰটো লৈ ) নন্দা, এই চক্ৰটো ? সুদৰ্শন নে ৰথচক্ৰ --- এইটো ?.

নন্দিনী :- সেইটো এই দাঁতিৰ ফালে থোৱা। ৰ'বা ---ওঁ ---। সেই খিনিতে --- আৰু অলপ সিফালে -- ওঁ হ'ব --- হ'ব --- তাতে হ'ব।

(দুৰ্গে আৰু কোনোবা এজনে নন্দিনীৰ নিৰ্দেশমতে চক্ৰটো থয়। ছোৱালী চাৰিজনী বাহিৰৰ পৰা সোমাই আহে। দুৰ্গেহঁতে কিছু অপ্ৰস্তুত হয় )

নন্দিনী ঃ দীপালী কি হ'ল, তোমালোক আহিলা যে?

প্ৰথম ছোৱালীঃ বাইদেউ, হলত বহি বহি আমনি লাগিল। এবাৰ এইপিনে চাবলৈ আহিলোঁ।

নন্দিনী ঃ মানুহ অহা নাই নহয়?

দ্বিতীয় ছোৱালীঃ নাই বাইদেউ, এজনো অহা নাই।

প্ৰথম ছোৱালী ঃ বাইদেউ , আমি যাওঁ গৈয়েইনেকি?

নন্দিনী ঃ ৰ'বা, এতিয়াই ক'লে যোৱা ?

প্ৰথম ছোৱালীঃ বহি বহি আমনিয়েই লাগিছে ----

নন্দিনী ঃ বাৰু যোৱাচোন, অলপ বহাগৈ। ছয় বজাতহে হোষ্টেল পাবগৈ লাগে। আৰু পোন্ধৰ মিনিট মানৰ পাচতে যাবাগৈ বাৰু।

( ছোৱালী চাৰি গৰাকী অহা বাটেদি ওলাই যায়। ৰমেশ সোমাই আহে )

নন্দিনী ঃ বৰুৱা কি হ'ল?

ৰমেশ ঃ কোনো উমঘামেই নাই দেখোন।

নন্দিনী ঃ সময় আছে নহয়?

ৰমেশ ঃ কিমান বাজিল বাৰু ?

নন্দিনী ঃ *(ঘড়ী চাই )* চাৰে পাঁচ বাজি গৈছে।

ৰমেশ ঃ তেন্তে ---

নন্দিনী ঃ এৰাটো---বাৰু যাওকচোন আপুনি হললৈ। আৰু দীপালীহঁতক অলপ পিচতে যাবলৈ দিব।

*(ধীৰেণৰ গাত ধৰি নিবাৰণ সোমাই আহে। তেওঁৰ গাত পাটৰ পাঞ্জাবী, পাট ৰ ধুতি আৰু এখন পাট ৰ চাদৰ। আহিয়ে ৰমেশক দেখা পায় ।)*

নিবাৰণ ঃ ৰমেশ তুমি ইয়াত কিয়? মানুহ আহিবলৈ আৰম্ভ কৰিছেনে?

ৰমেশ ঃ মানুহ ! *(হেনাঙ্চা ভাৱে )*

নন্দিনী ঃ *(ৰমেশলৈ চকুৰে কিবা এটা ইঙ্গিত দি )* দেউতা, মানুহ আহিছে, মানুহ আহিবলৈ আৰম্ভ কৰিছে।

নিবাৰণ ঃ আহিবতো। আহিবতো-- মই সকলোকে কৈ দিছোঁ ছয় বজাৰ লগে লগে কাঁটাই কাঁটাই অভিনয় আৰম্ভ কৰিম। ৰমেশ তুমি ইয়াত কি কৰিছা? যোৱা, মানুহ বহুৱাগৈ। লিফলেটবিলাক বিলাই দিব *(খন্তেক ৰৈ)* সেয়া সেইখন মটৰ আহি ৰলহি, কোনোবা আহিছে। যোৱা ৰমেশ বেগাই ( *ৰমেশৰ প্ৰস্থান* )ঐ গৰুহঁ ত !তহঁত নাযাৰ কিয়? মেকআপ সম্পূৰ্ণ কৰগৈ। ছেটিংচ হ'ব, যি হৈছে। মোক এইবোৰ একো নালাগে। মোৰ প্ৰস্তাৱনাটোহে এইবাৰ মূল কথা। *(দুৰ্গেহঁত ভিতৰলৈ যায় )* নন্দিনী, মই এবাৰ বাহিৰৰ পৰা মানুহখিনি চাই আহোঁ।

নন্দিনী ঃ নোৱাৰা দেউতা। তুমি আৰু বাহিৰলৈ যাবৰ প্ৰয়োজন নাই। মই যি কৈছোঁ তাকে শুনিবা। চাওঁ তুমি ইয়াতে বহি থাকা। প্ৰস্তাৱনাৰ সময়ত মাইক্ৰফোনৰ ওচৰলৈ লৈ যাম। মোৰ মেক-আপটো কৰি আহোঁগৈ। তুমি বহি থাকা।

নিবাৰণ ঃ ওঁ বাৰু মই বহিছোঁ। তোৰ মেকআপ হোৱাই নাই? যা যা, পলম নকৰ, প্ৰতিটো মুহূৰ্তই আগুৱাই গৈছে ছয় বজালৈ। ছয় বজাৰ পৰম সময়খিনিলৈ। পাঁচশকৈ দৰ্শক, শ্ৰোতা, মোৰ নিমন্ত্ৰিত



অতিথি আহিবলৈ ধৰিছে। মোৰ জীৱন- নাট্যৰ অভিনয় চাবলৈ। মোৰ জীৱন-বুৰঞ্জী শুনিবলৈ। আমাৰ যেন কোনো ত্ৰুটি নহয়। যা। অ' চচ্‌মাজোৰ উলিয়াই দি যাচোন জেপৰ পৰা। মই মোৰ লিখা খিনি পঢ়ি থাকোঁ। *(নন্দিনীয়ে চচ্‌মাজোৰ উলিয়াই, খুলি নিবাৰণক পিন্ধাত সহায় কৰি দিয়ে)* ওঁ তই যা।

*(নন্দিনী ভিতৰলৈ যায়। নিবাৰণে এখন দীঘলীয়া হাতে লিখা বহী মেলি গুণগুণাই পঢ়ি থাকে। আৰু মাজে মাজে মূৰ দাঙি আঁৰ কাপোৰৰ পিনে অৰ্থাৎ হলৰ পিনে চাই এক আনন্দ ভাবেৰে পুনৰ পঢ়িবলৈ ধৰে। ক্ষন্তেক পিচতে লিফলেটৰ দ'ম লৈ ৰমেশ সোমাই আহে। নিবাৰণক দেখিয়েই বিব্ৰত হৈ ঘূৰি যাব ধৰোঁতেই নিবাৰণে দেখা পায় ।)*

নিবাৰণ ঃ ৰমেশ, তুমি আকৌ আহিলা দেখোন ! কিবা চকী-টকীৰ অসুবিধা হৈছে নেকি? কিয় আহিছা?

ৰমেশ ঃ নাই , নাই , সকলো ঠিক আছে।

নিবাৰণ ঃ মানুহ আহিছে নহয় বহুত?

ৰমেশ ঃ মানুহ ! আ বহুত মানুহ আহিছে ককাইদেউ।

নিবাৰণ ঃ তেন্তে তুমি আকৌ গুচি আহিছা কিয়? কাৰোবাৰ কিবা প্ৰয়োজন হ'ব পাৰে, কাৰোবাৰ বহা চকীৰ অসুবিধা হ'ব পাৰে। যোৱা, যোৱা হললৈ।

*(ৰমেশৰ প্ৰস্থান। নিবাৰণে পুনৰ পঢ়াত মন দিয়ে, উদ্বিগ্ন ভাৱে। নন্দিনী মেকআপ কৰি সোমাই আহে ।)*

নন্দিনী ঃ দেউতা !

নিবাৰণ ঃ অ' নন্দিনী, ওঁ চাওঁ *( নন্দিনীৰ মেকআপ চাই )* বেছ, বেছ হৈছে। ইহঁত কেইটাৰ হ'লনে, এই গৰু কেটাৰ? চাওঁ কি কৰিছে ইহঁতে। *(মাতে )* দুৰ্গে, উপেন, চাওঁ, এইপিনে আহ। নন্দিনী কিমান বাজিল?

নন্দিনী ঃ ছয় বজালৈ ১৫ মিনিট আছে।

নিবাৰণ ঃ অস্ সময় হৈ গ'ল। ঐ দুৰ্গে !

*( দুৰ্গে, উপেনহঁত মেকআপ কৰি এটা এটাকৈ সোমাই আহে)* ওঁ, চাওঁ *( দুৰ্গেক)* টাইডাল ডবল নট কৰিলৈছনে? ওঁ ঠিক আছে যা--*(উপেনক)* ঠিক আছে। *( সুৰেণক )* চাও চুলি খিনি কপালত পেলাই ল। আৰু মনত আছে নহয়, জাপটো ঠিক সময়ত মাৰিবি। চাওঁ ৰবি, লুঙীখন আৰু অলপ উঠাই ল। *(ধীৰেণক )* ওঁ ঠিক আছে। তই পিচৰ দৃশ্যৰ পোছাকটো সাজু ৰাখিবি। সকলো সাজু হ। নিজ নিজ কথাবোৰ আকৌ এবাৰ চাই ল। *( হঠাৎ হলৰ পিনে মূৰ দাঙি )* নন্দিনী, সেয়া মটৰ ৰৈছে, মানুহ আহিছে।

নন্দিনী ঃ ওঁ, আহিছে দেউতা !

নিবাৰণ ঃ মই সকলোকে কৈ দিছোঁ কাঁটাই কাঁটাই ছয় বজাত। *( ৰমেশ সোমাই আহে। ৰমেশক দেখি )* আকৌ ৰমেশ তুমি, হাতত লিফলেটবোৰ লৈয়ে আছা। সেইখিনি এতিয়াও বিলাই দিয়া নাই কিয়? কি কৰিছা তুমি?

ৰমেশ ঃ মই যাওঁ। এই এখেতক এবাৰ *(নন্দিনীক উদ্দেশ্য কৰি )*

নিবাৰণ ঃ এখেতক কিয়? তুমি হললৈ যোৱা, লিফলেটবোৰ বিলাই দিয়াগৈ।

ৰমেশ ঃ হয়, যাওঁ, যাওঁ। *( ৰমেশ ওলাই যাবলৈ ধৰে। নন্দিনী ৰমেশৰ পিনে আগুৱাই যায় )*

নন্দিনী ঃ বৰুৱা ৰব'চোন। *( নন্দিনী ৰমেশৰ লগে লগে ওলাই গৈ উইঙচৰ বাহিৰত দৰ্শকে দেখা নেদেখা ভাৱত*

*দুটামান কথা পাতি আকৌ সোমাই আহে। )*

নন্দিনী : দেউতা ! *(কোমল সুৰত )*

নিবাৰণ : হোঁ কি হ'ল নন্দিনী? আৰম্ভ কৰিবৰ হৈ গ'ল?

নন্দিনী : নহয়। আৰু পাঁচ মিনিটমান আছে।

নিবাৰণ : পাঁচ মিনিট ! সাজু নহৰ কিয় তহঁত? মোক মাইকটো ঠিক কৰি দে।

নন্দিনী : এটা কথা, অভিনয় ছয় বজাৰ অলপ পাচতহে আৰম্ভ কৰিমনেকি?

নিবাৰণ : কিয়?

নন্দিনী : মানে—মানে মোৰ দ্বিতীয় দৃশ্যৰ সাজযোৰ ঠিক হোৱা নাই।

নিবাৰণ : হ'বই নোৱাৰে। ছয় বজা মানে ছয় বজা। বাহিৰত অতবোৰ মানুহ। মাত্ৰ পাঁচ মিনিট সময় আছে। তহঁতে কি ভাবিছ? তহঁত নাহ কিয়?

*(নন্দিনী আকৌ প্ৰেক্ষাগৃহৰ পৰা অহা প্ৰৱেশপথৰ পিনে আগুৱাই যায়, কাৰোবাক যেন সেইপিনৰ পৰা অহা দেখিছে এনে ভাবত ।)*

নিবাৰণ : নন্দিনী, তই আকৌ সেইপিনে ক'লৈ গৈছ? গ্ৰীণৰুমলৈ নাযাৱ কিয়? মেকআপ নকৰ কিয়?

নন্দিনী : এক মিনিট দেউতা। এই এওঁলোক—*( দীপালীহঁত বাহিৰৰ প্ৰেক্ষাগৃহৰ পৰা আহে ।)*

নিবাৰণ : *(দীপালীহঁতক দেখি)* এওঁলোক? এওঁলোক আটাই কেইগৰাকী ইয়ালৈ গুছি আহিছে কিয়? হলত মানুহৰ ভিৰ হৈছে চাগৈ !

দীপালী : মানুহ !

নিবাৰণ : মানুহ মোৰ নিমন্ত্ৰিত অতিথিসকল -- [নন্দিনীয়ে দীপালীহঁতক কিবা এটা ইঙ্গিত দি অহা বাটেদি ঘূৰাই লৈ যায় ।]

নন্দিনী : বলাচোন ব'লা, তোমালোক ইয়াৰ পৰা ব'লা।

দীপালী : *(উইংচৰ ওচৰত সৰু কৰি)* বাইদেউ আমি যাওঁগৈ, বহি থাকি আৰু একো লাভ নাই।

নন্দিনী : যোৱা, যোৱা, তোমালোক যোৱাগৈ। হোষ্টেললৈ যোৱাগৈ।

*(দীপালীহঁত ওলাই যায়। নন্দিনী উভতি আহি গ্ৰীণৰুমৰ পিনে যাব খোজে। নিবাৰণে প্ৰস্তাৱনা পঢ়ি থকাৰ পৰা মূৰ দাঙি আকৌ হঠাৎ দেখা পায় ৰমেশ সোমাই আহিছে। তেওঁৰ হাতত এইবাৰ লিফলেটখিনি নাই ।)*

নিবাৰণ : আকৌ ৰমেশ, তুমি বাৰে বাৰে কিয় আহি আছা? তুমি মোক ডুবাবা। শেষ সময়ত মানুহ ভিৰ বেছি হয়। *( বাহিৰৰ পিনে কাণ দি )* সেয়া আকৌ মটৰ ব'লহি। মানুহ আহিছে। ৰমেশ !

ৰমেশ : মই গৈছোঁ ককাইদেউ ।

*( ৰমেশে নন্দিনীক ইঙ্গিতেৰে উইংচৰ কাষলৈ মাতে। উইংচৰ কাষত আগবদবে দুয়ো কথা পাতে। )*

ৰমেশ : কোনো আশা নাই।

নন্দিনী : কি কৰিম এতিয়া? মোৰ যে মূৰ ঘূৰি গৈছে। দেউতাই ছয় বজাত আৰম্ভ কৰিবই। কি কৰোঁ বাৰু এতিয়া? কি কৰো মই !!

নিবাৰণ : *(চিঞৰি )* নন্দিনী — নন্দিনী !

নন্দিনী : সেয়া অধৈৰ্য হৈ পৰিছে। কি কৰো এতিয়া বৰুৱা?

*(ৰমেশৰ হাত দুখনত অসহায়ৰ দৰে খামুচি ধৰে ।)*



ৰমেশ : মই গৈ কওঁগৈ নেকি?

নন্দিনী : নালাগে, কিবা অঘটন ঘটিব।

নিবাৰণ : *(উত্তেজিতভাৱে )* দুৰ্গেশ্বৰ, উপেন্দ্ৰ, ধীৰেণ, নন্দিনী —

নন্দিনী : সেয়া দেউতাই চিঞৰিবলৈ আৰম্ভ কৰিছে। মই আহিছোঁ।

*(নন্দিনী নিবাৰণৰ ওচৰলৈ আহে )*

নিবাৰণ : নন্দিনী, তহঁতে কি কৰি আছ? আৰু কেইমিনিট আছে?

নন্দিনী : মানে—এ—মানে এই —

নিবাৰণ : কি হৈছে তোৰ? অস্থিৰ হৈছ? কিমান সময় আছে?

নন্দিনী : দুই মিনিট আছে দেউতা।

নিবাৰণ : দুই মিনিট ! মোক এতিয়াও ইহঁতে ইয়াত বহুৱাই থৈছ কিয়? দুৰ্গে, উপেন গৰুহঁত কি কৰিছ - তহঁতে মোক মাইক্ৰ'ফোনৰ ওচৰলৈ লৈ নাযাৱ কিয়? মই , মই নিজে যাম।

*(বহাৰ পৰা উঠিবলৈ চেষ্টা কৰে )*

দুৰ্গে / উপেন : দেউতা !

নন্দিনী : দেউতা তুমি নিজে নুঠিবা, মোৰ গাত ধৰা।

নিবাৰণ : সেয়া বাহিৰত কিজানি আৰু এখন মটৰ ৰ'লহি। বোধকৰো শেষ অতিথিজন আহিল। বাহিৰত ইমানবোৰ মানুহ !

দুৰ্গে : বাহিৰত মানুহ !

নিবাৰণ : কথা নকবি গৰু । নন্দিনী , ওঁ তই কিয় ৰৈ আছ? মোক মাইকৰ ওচৰলৈ লৈ ব'ল। গৰুহঁত কি চাই আছ, নিজৰ নিজৰ ঠাইলৈ নাযাৱ কিয়? স্ক্ৰীন লাইট -- লাইট, ৰেডী, নন্দিনী — সময়!!

নন্দিনী : দেউতা!

নিবাৰণ : কি হৈছে তহঁতৰ? কেইটা বাজিল?

নন্দিনী : ছয় বাজিল।

নিবাৰণ : কি চাই আছ? মোক মালাডাল পিন্ধাই দে। দুৰ্গে, উপেন, শঙ্খ,ঘণ্টা, কাঁহ , নবজাৱ কিয়? আঁৰ কাপোৰ নোতোল কিয়? বাহিৰত মানুহে চিঞৰিব এতিয়া । পাঁচশকৈ মানুহে চিঞৰিব এতিয়া!

*(দুৰ্গে, উপেনহঁতে উইংচৰ কাষত শঙ্খ, ঘণ্টা, কাঁহ লৈ, ৰেডী হয় ।)*

নন্দিনী : দেউতা !!

*( নিবাৰণক মালাডাল পিন্ধাই দিয়ে )*

নিবাৰণ : ওঁ বেছ। *(মাইক্ৰ'ফোনৰ পিনে আগুৱাই যায়, প্লেটফৰ্মত উঠি লয়।)* মাইকটো দে। ওঁ, এতিয়া স্ক্ৰীন, লাইট ৰেডী? বজা শঙ্খ, ঘণ্টা বজা। তোল, আঁৰ কাপোৰ তোল—শঙ্খ ঘণ্টা বজা। নন্দিনী !! আঁৰ কাপোৰ!! *( তীব্ৰ ধ্বনিত শঙ্খ, ঘণ্টা কাঁহ বাজি উঠে। লগে লগে আঁৰ কপোৰ দুকাষলৈ আঁতৰি যায়। শঙ্খ ঘণ্টাৰ ধ্বনি কিছু সময় চলি থাকে, ক্ৰমে ক্ষীণ হৈ নোহোৱা হৈ পৰে। দৰ্শকে দেখা পায়, আঁৰ কাপোৰ আঁতৰি যোৱাত সন্মুখত এটা প্ৰকাণ্ড জনশূন্য প্ৰেক্ষাগৃহত শাৰী শাৰী কিছুমান শূন্য চকী। চকীবোৰৰ প্ৰত্যেকখনতে গোলাপী ৰঙৰ একোখন ছপা কাগজ অৰ্থাৎ নিবাৰণৰ ছপা প্ৰস্তাৱনাৰ একোটা কপি। আৰু সেইফালে চাই চাই নিবাৰণ নিথৰ হৈ থিয় দি ৰ'ল। এনে অৱস্থাত দৰ্শকে নিবাৰণৰ পিঠি ফালটো আৰু মুখৰ এফাল দেখা পায়। কিছু সময় এক মৰ্মস্পৰ্শী গম্ভীৰ নিৰৱতা, এবাৰ লাহেলাহে নিবাৰণে সন্মুখলৈ ঘূৰি চায়। নন্দিনীয়ে বুকু চেপি, যেন*

*অন্তৰ-ভাগি আহিব খোজা কান্দোনখিনি বন্ধ কৰি নিবাৰণৰ চকুলৈ চাই মাতে ।)*

নন্দিনী ঃ দেউতা !!

*(নিবাৰণে সুদীৰ্ঘ সময় ধৰি সমুখলৈ চাই থাকে ।)*

নিবাৰণ ঃ নন্দিনী--মোৰ সন্মুখৰ চকীবোৰত এজনো মানুহ নাই কিয়, মোৰ নিমন্ত্ৰিত ইমানবোৰ অতিথিৰ দেখোন এজনো নাই। এই বিৰাট প্ৰেক্ষাগৃহটোৰ প্ৰত্যেকখন চকী শূন্য হৈ আছে। একোটা মূৰ্তিমান শূন্যতা। ইমানবিলাক মানুহক নিমন্ত্ৰণ কৰিলোঁ, ইমানবোৰ আয়োজন কৰিলোঁ, মোৰ এই অসুস্থ দেহাৰে, অথচ ইমান উদ্দীপনাৰে, আশাৰে, আয়োজন কৰিলোঁ, কিন্তু কিয় নাহিল বাৰু মানুহবিলাক? মইতো তেওঁলোকক কষ্ট দিবলৈ মতা নাছিলোঁ। তেওঁলোকে গাঁঠৰ ধনো ভাঙিব নালাগিলহেঁতেন। তেওঁলোকক মই ভালদৰে আদৰ সাদৰ কৰি এই চকীবোৰতে বহুৱাবলৈ ব্যৱস্থা কৰিছিলো। কিন্তু কোনো নবহিলহি এই চকীবোৰত। পাঁচশকৈ মানুহ, শিল্পী, নাট্যকাৰ, অভিনেতা, কবি, সাহিত্যিক, সাংবাদিকক মাতিলোঁ, এজনো নাহিল, এজনো নাহিল ! মোৰ আগৰ অভিনয়বোৰতো মানুহ সদায় কম। অভিনয়ৰ শেষলৈ মানুহ নাথাকেই। আৰু আজি,আজি যে এজনো মানুহ নাহিল ! কিয় নাহে এজনো নাহিল বাৰু? মইনো কি দোষ কৰিছোঁ? *(নন্দিনীয়ে উচুপি উঠে, নিবাৰণে নন্দিনীৰ উচুপনিলৈ লক্ষ্য নকৰি নিজকে নিজে কোৰাৰ দৰে কৈ যায়)* মইতো একো দোষ কৰা নাই। মই মাত্ৰ তেওঁলোকক নিমন্ত্ৰণ কৰিছিলোঁ। আশা কৰিছিলো তেওঁলোক আহিব, মোৰ অভিনয় চাবহি। মোৰ ভাষণ শুনিবহি। মোৰ কথাবোৰ, ইমান ভালকৈ, ইমান সুন্দৰকৈ লিখা কথাবোৰ, মোৰ অভিনৱ কল্পনাবোৰ, নতুন নতুন আইদিয়াবোৰ, চিৰাচৰিত আৰু নিত্যনৈমিত্তিকৰ পৰা উত্তীৰ্ণ হৈ যুগক, সময়ক দ্ৰুত গতিৰে আগুৱাই নিয়া মোৰ অগ্ৰণী চিন্তাবোৰ, এটি মহৎ কলাৰ অভিনৱ সৃষ্টিক প্ৰস্তাৱিত কৰিবলৈ ভাষাৰ বুকুৰ পৰা বুটলি অনা এই বচা বচা শব্দবোৰ, কথাবোৰ, ইমান সুন্দৰ সুন্দৰ কথাবোৰ ! নন্দিনী, মোক চচ্মাযোৰ দে মই পঢ়িম।

নন্দিনী ঃ দেউতা ! *(চেপা কান্দোনেৰে চচ্মাযোৰ পিন্ধাই দিয়ে )*

নিবাৰণ ঃ মই পঢ়িম নন্দিনী। মই ক'ম , মই ক'ম মোৰ কথা। ......হে মোৰ নিমন্ত্ৰিত শ্ৰদ্ধাস্পদেষু অতিথিবৃন্দ, আজিৰ পৰা ঊন্‌ষাঠী বছৰ পূৰ্বে এদিন এখন পৃথিৱীত এটি শিশুৰ জন্ম হৈছিল, আৰু তাৰ জন্মৰ ঊনাষাঠী বছৰৰ পিচত আজি এটা শিশুৰ সৃষ্টি হ'ল। তাৰ নাম নিবাৰণ ভট্টাচাৰ্য্য আৰু সেই শ্ৰীনিবাৰণ ভট্টাচাৰ্যই আপোনালোকৰ সন্মুখত থিয় দি আপোনালোকক এয়া বিনম্ৰ চিত্তে প্ৰণিপাত জনাইছে। মোৰ জন্মৰ পৰা মই সৃষ্টি হোৱালৈকে এই ঊন্‌ষাঠী বছৰৰ সুদীৰ্ঘ এটা কাহিনীৰ এটি পাণ্ডুলিপি আজি মই ....... *(ইয়াৰ পাচৰ পৰা দৃশ্যন্তলৈকে নিবাৰণে তেওঁৰ সুদীৰ্ঘ সংলাপ ক'তো নোৰোৱাকৈ একে লেথাৰিয়ে কৈ যায়। মাজে মাজে নন্দিনী আৰু অন্যান্যৰ সংলাপ নিবাৰণৰ সংলাপ ওপৰত চুপাৰ ইম্পজড্ হৈ যাব )* নন্দিনী।

*(বুকুভঙা কান্দোনেৰে নিবাৰণৰ সংলাপৰ ওপৰতে কৈ যায় ।)* দেউতা তুমি কিয় চিঞৰিবকি আছা? তোমাৰ সন্মুখত এটাও মানুহ নাই আমাৰ অভিনয় চাবলৈ এজনো মানুহ নহিল।... আপোনালোকৰ আগত দাঙি ধৰিম। আৰু সেই পাণ্ডুলিপি শুনি...........

*(ইয়াৰে পাচৰ সংলাপখিনি কোৰাৰ লগে লগে নিবাৰণে লাহে লাহে দৰ্শকৰ পিনে মুখ ঘূৰাই কিছু আগলৈ আহি থাকে।)*

আপোনালোকে বুজিব, আপোনালোকৰ বোধগম্য হ'ব, এটি মহৎ সৃষ্টিৰ বাবে, এটি অভিনৱ কলা



সৃষ্টিৰ বাবে মানুহে কিমানখিনি ত্যাগ, কষ্ট, বঞ্চনা আৰু বিপৰ্যয়ৰ সৈতে যুঁজ দিব লাগে। ময়ো সেই যুঁজ দিছিলোঁ, আৰু হাঁহি হাঁহি সেই যুঁজত হাৰিছোঁ--আৰু জয়লাভ কৰিছোঁ। মোৰ জীৱনৰ ঊন্‌ষাঠী বছৰক মাহ, সপ্তাহ, দিন, ঘণ্টা, মিনিট আৰু ছেকেণ্ডলৈ পৰিৱৰ্তন কৰিলে দেখা পাব কিমান কোটি ছেকেণ্ডৰ ক্ষয়ৰ পিচত জীৱনৰ আজিটোত, এই মুহূৰ্তত উপনীত হৈছোঁ। আপোনালোকে দেখিব প্ৰায় আঢ়ৈশ কোটি ছেকেণ্ড মোৰ জীৱনৰ পৰা ইতিমধ্যে ক্ষয় হৈছে। আৰু এই আঢ়ৈশ কোটি ছেকেণ্ডৰ ক্ষয়ৰ মাজেৰে সৃষ্টি হ'ল এটি নিবাৰণ ভট্টাচাৰ্য, আৰু তাৰ আশাৰ এটি বিৰাট সূৰ্য, তাৰ কল্পনাৰ এখনি নিঃসীম আকাশ। এই আকাশ আৰু সূৰ্যৰ সৃষ্টিৰ আনন্দত .......

{ৰমেশ। *(নন্দিনীৰ ওচৰলৈ আহি)* আপোনালোকে সোনকালে ককাইদেউক ঘৰলৈ লৈ যাওক ।

নন্দিনী। *(ধীৰ স্থিৰ ভাৱে )* নহয় বৰুৱা, দেউতাক ক'বলৈ দিয়ক , অন্তৰৰ সকলো কথা কৈ শেষ কৰিবলৈ দিয়ক।}

.... আজি মই আত্মহাৰা। হে মোৰ সুহৃদ অতিথি বৃন্দ। এইযে মোৰ মন- ব্ৰহ্মাণ্ডত সৃষ্টি হ'ল এটা বিৰাট সূৰ্য, এখন অসীম আকাশ, তাৰ মোহনীয়া, বিনন্দীয়া হাজাৰ প্ৰতিচ্ছবিৰ শ্লাইড, সময়-সমুদ্ৰৰ অটল গভীৰ বুকুত, সমুদ্ৰৰ সুশান্ত আয়নাৰ স্বচ্ছতাত, উজ্জ্বলতাতা ভাঁহি উঠিবলৈ মই এৰি দিছোঁ,এখন এখনকৈ সেই হাজাৰ প্ৰতিচ্ছবিৰ শ্লাইড। *(নিবাৰণে কৈ কৈ আগুৱাই গৈ কাষৰ চিৰিয়েদি ওপৰলৈ উঠি যায় )* মোৰ এই এৰি দিয়াৰ, মোৰ এই দি দিয়াৰ বিৰাম নাই, ক্লান্তি নাই স্তব্ধতা নাই। *( চিৰিয়েদি ওপৰলৈ উঠি গৈ থাকে ।* হাজাৰ ফল্গুৰ দৰে, হাজাৰ যুগৰ বুকুলৈ বৈ যাবৰ কাৰণে মোৰ আজি প্ৰস্তুতি পূৰ্ণ হৈছে। মই কেৱল ...

{সুৰেণ। নন্দা তই কেনি আছ? দেউতাক কিয় এৰি দিছ?

নন্দিনী । যাবলৈ দিয়া সুৰেণ দাদা। তেওঁক যিমান ইচ্ছা ক'বলৈ দিয়া -- ক'বলৈ দিয়া । }

......বৈ যাম, মই কেৱল দি যাম। [চিৰিৰ পৰা ] হে মোৰ দৰদীপ্ৰাণ অতিথিবৃন্দ, মোৰ মন-ব্ৰহ্মাণ্ডৰ সূৰ্যৰ পোহৰ আৰু আকাশৰ ৰং এয়া মই ছটিয়াই দিছোঁ। এইদৰে মই পোহৰ আৰু ৰং ছটিয়াই যাম-- মানৱতাৰ মাটিত, সময়ৰ সমুদ্ৰত, কেৱল পোহৰ আৰু ৰং ছটিয়াই যাম, ছটিয়াই যাম। হে কলামোদী সকল, হে কলাপ্ৰেমীসকল, হে ৰসগ্ৰাসী মানৱ-সমাজ--এয়া আপোনালোকক মই মোৰ মন ব্ৰহ্মাণ্ডৰ সূৰ্যৰ পোহৰ দিছোঁ, তাপ দিছোঁ, জীৱন দিছোঁ, যৌৱন দিছোঁ আৰু মোৰ মন-ব্ৰহ্মাণ্ডৰ আকাশৰ ৰং দিছোঁ, ডাৱৰ দিছো, বৰষুণ দিছো, প্ৰাণ দিছো--প্ৰেম দিছোঁ.....*( নিবাৰণ চিৰিৰ ওপৰত নেদেখা হৈ যায়)*

{দুৰ্গে । *( ভিতৰৰ পৰা চিঞৰি কয় )* নন্দিনী--নন্দা--দেউতাক ওপৰলৈ কিয় যাবলৈ দিছ, ছাটখন ভগা।

নন্দিনী । *(এটা ইস্ উচ্চাৰণ কৰি কিংকৰ্তব্যবিমূঢ় হৈ ওপৰৰ চিৰিলৈ চাই পঠিয়াই)*

ৰমেশ । কি!!

দুৰ্গে। *( উত্ৰাৱল হৈ চিঞৰি কৈ আছে )* ওপৰৰ ছাটখন ভগা। বিহু বাজ হ'ব এতিয়া !!

সুৰেণ -- দৌৰ, দেউতাক ধৰ !

নন্দিনী । *( চিঞৰি )* দেউতা সেইপিনে নাযাবা।

ৰমেশ । *( চিঞৰি )* ককাইদেউ !! নন্দিনী ।

নন্দিনী । দেউতা !!!

*( দুৰ্গে, সুৰেণ, উপেন চিৰিয়েদি ওপৰলৈ যায় আৰু চিঞৰে )*

দেউতা !!!!

*( নন্দিনীয়ে আ -- বুলি এটা বিকট্ চিঞৰ মাৰি থৰ হৈ ৰৈ যায়। দুগেইঁতে প্ৰত্যেকেই চিৰিয়েদি হাত মেলি ওপৰলৈ চাই ৰৈ যায়। ৰমেশে চিৰি এটাৰ ওপৰৰ খলপৰ তললৈ নন্দিনীলৈ ঘূৰি চাই ৰৈ যায়। নন্দিনীয়ে নিথৰ হৈ দৰ্শকলৈ তধা লাগি চাই ৰয় ।)}*

-- হে বিশ্বজন, এই সূৰ্যৰ পোহৰত প্ৰতিভাত হোৱা, এই আকাশৰ ৰঙেৰে ৰঞ্জিত হোৱা, উদ্দীপ্ত হোৱা, হে মহা বিশ্বজন, হে বিশ্বব্ৰহ্মাণ্ড--হে--হে--হে--হে--!!!!!

*( নিবাৰণৰ এটা বিকট্ চিঞৰ যেন মঞ্চৰ ওপৰৰ পৰা শূন্যত মিলি বিলীন হৈ যায়। আৰু সেই চিঞৰৰ সৈতে ঠিক একেলগে দুগেইঁতৰ -- "দেউতা", ৰমেশৰ "ককাইদেউ" আৰু নন্দিনীৰ "আ" বিকট চিঞৰটো মিলি যায় ।)*

**সমাপ্ত**



# শ্ৰীকৃষ্ণ অৰ্জুন আৰু গাণ্ডীৱ

## ড° জগদীশ পাটগিৰী



### চৰিত্ৰাৱলী

নায়ক . জয়ন্ত . মন্ত্ৰী. অনুপ. বিক্ৰম. ইছমাইল. জেৰিণা. বছিৰ. কাঞ্চন . নবীন. মনোৰঞ্জন চৌধুৰী.

(আঁৰ কাপোৰ আঁতৰি যোৱাৰ লগে লগে দেখা যাব মঞ্চত হালধীয়া পোহৰৰ তলত নায়কে ধীৰ-স্থিৰভাৱে অৱস্থান লৈছে। গুৰু-গম্ভীৰ পৰিৱেশ সৃষ্টিৰ বাবে শঙ্খ, ঘণ্টা, মৃদঙ্গ বজাব পাৰিব। কেইটামান মুহূৰ্ত পাৰ হৈ যোৱাৰ পিচত নায়কে আৰম্ভ কৰিব।)

নায়ক : সময় ! সময়ে গৰকি যোৱা মানুহৰ পৃথিৱীত হেজাৰ হেজাৰ বছৰ পূৰ্বে মানুহে মানুহে যুঁজিছিল। মানুহেই মানুহৰ সন্মুখত ৰজঃস্বলা সম্ভ্ৰান্ত নাৰীক বিবস্ত্ৰা কৰিছিল। ভাতৃয়ে ভাতৃয়ে কলিজাৰ কেঁচা তেজ পান কৰি আদিম বাসনা পূৰ্ণ কৰিছিল। সাম্ৰাজ্যৰ উৎকট লালসাত উটি ভাঁহি যোৱা মানৱ সন্তানে কুটুমে কুটুমৰ ৰক্তৰ প্লাৱন বোৱাই কুৰুক্ষেত্ৰৰ সৃষ্টি কৰিছিল। সময় সময়! সময়ে গৰকি যোৱা মানুহৰ পৃথিৱীত আজিও কুৰুক্ষেত্ৰৰ যুঁজ অহোৰাত্ৰি চলিছে। আজিও সাম্ৰাজ্যবাদীৰ বলীয়া তেজৰ নিচান। তাহানিতে আৰম্ভ হোৱা ধৃতৰাষ্ট্ৰৰ অন্ধ যুগ আজিও হোৱা নাই শেষ। আজিও সাম্ৰাজ্যবাদৰ যুগ। আজিও অন্ধ যুগ। আজিও দপ্‌দপাই জ্বলিছে মহাভাৰতৰ জুই।

[নায়কৰ অৱস্থান অঞ্চলত পোহৰ নাইকিয়া হয়। লগে লগে মঞ্চৰ আন এটা দিশত পোহৰ পৰা দেখা যায়। মন্ত্ৰীয়ে গহীন-গম্ভীৰ গতিৰে ওলাই আহিছে। মন্ত্ৰীৰ গোপন কোঠা। দৃশ্য সজ্জাৰ প্ৰয়োজন নাই। মন্ত্ৰীয়ে কিবা কিবি পঢ়ি থকাৰ ভঙ্গিমা। মাজে মাজে তেওঁ উত্তেজিত হৈ উঠা দেখা যায়। অলপ পিচত মন্ত্ৰী পুত্ৰ জয়ন্ত সোমাই আহে। ]

জয়ন্ত : ‘যব ভী কই লড়কী দেখা মেৰা দিল দিৱানা ৰ'লে অ'লে অ'লে অ'লে .........'(গুণগুণাই)

মন্ত্ৰী : জয়ন্ত, সংযত হৈ চলিবলৈ শিকা। বৰ্তমান তোমাৰ বয়স হৈছে।

জয়ন্ত : দেউতা, ৰাজনীতিৰ বিষাক্ত বতাহে তোমাৰ মানৱীয় অনুভূতি পঙ্গু কৰি পেলাইছে।

মন্ত্ৰী : জয়ন্ত !

জয়ন্ত : তুমি আকৌ কেতিয়াৰ পৰা ধমক দিবলৈ শিকিলা?

মন্ত্ৰী : আঃ ৰবানা জয়ন্ত। মই আছোঁ দেশত শান্তি প্ৰতিষ্ঠাৰ চিন্তাত। তোমাৰ এই কথাটো বিদিত যে ৰাইজে আমাক অৰ্থাৎ আমাৰ চৰকাৰখনক সহজভাৱে লব পৰা নাই।

জয়ন্ত : সেইবোৰ মই একো নুবুজোঁ । তুমি মোক এটা বস্তু দিব লাগিব। কোৱা দেউতা দিবানে?

মন্ত্ৰী : কোৱা কিনো বস্তু ?

জয়ন্ত : বৰ দৰকাৰী বস্তু । কোৱা তুমি দিবা?

মন্ত্ৰী : কিনো ইমান দৰকাৰী বস্তুটো। এখন ৰাজ্যৰ মই এজন মুৰব্বী। তদুপৰি তুমি মোৰ অতি স্নেহৰ পুত্ৰ। এটা কিয়? দৰকাৰ হলে হাজাৰটা দৰকাৰী বস্তু তোমাক দিব পাৰোঁ।

জয়ন্ত : তাৰ মানে তুমি প্ৰমিজ কৰিছা দেউতা?

মন্ত্ৰী : O.K. Promise.

জয়ন্ত : Promise, thank you দেউতা, thank you তুমি ইমান ..............

মন্ত্ৰী : পিছে তোমাৰ বস্তুটোনো কি?

জয়ন্ত : দেউতা, এখন সৰু aeroplane



মন্ত্ৰী : Aeroplane ! aeroplane !

জয়ন্ত : হয় দেউতা--- এখন আকাশীৰথ। মেঘনাদৰ দৰে আকাশে আকাশে ঘূৰি ফুৰিম। এৰা দেউতা, মোক এখন আকাশীৰথৰ বৰ প্ৰয়োজন। তদুপৰি দেউতা এইখন ৰাজ্যত শান্তি স্থাপনৰ বাবে তোমাৰে, I mean তোমাৰ চৰকাৰখনৰ বাবেও বহুত প্ৰয়োজন আছে।

মন্ত্ৰী : তু .......... তুমি এইবোৰ কি কৈছা? এইবোৰ কি ধেমালি কৰিছা। (অনুপ সোমাই আহে)

অনুপ : ছাৰ, এতিয়া ধেমালি কৰাৰে সময়।

মন্ত্ৰী : মানে মা ......নে এওঁ জয়ন্তই .........

অনুপ : আপোনাৰো স্ফুৰ্তি কৰাৰে সময় ছাৰ। জ্বালামুখী আগ্নেয়গিৰিৰ মুখৰ ওপৰেদি খোজ কাঢ়ি কাঢ়ি এতিয়া মছন্দৰ দুৱাৰ দলিত।

মন্ত্ৰী : এৰা, উগ্ৰবাদীসকলৰ কঁকাল ভাঙি দি কিছু শান্তিৰ নিশ্বাস লব পৰা হৈছোঁ যদিও আমাৰ চৰকাৰ খনৰ সংকট পদে পদে আছে।

অনুপ : সংকট আঁতৰাব লাগিব।

মন্ত্ৰী : দেশত চলি থকা এই হে চৈ বোৰ বন্ধ নহলে শান্তি স্থাপন সম্ভৱ নহয়।

অনুপ : ছাৰ, ৰাইজৰ আস্থাভাজন হোৱাৰ বাবে কিছুমান হ্ৰস্বম্যাদী আৰু কিছুমান দীৰ্ঘম্যাদী ব্যৱস্থা লব পাৰিলে ..............

জয়ন্ত : লোৱা যাওক। তুমি মাথোন বাট দেখুৱাই দিয়া মামা।

অনুপ : মইতো তোমালোকৰ ছত্ৰছায়াতে আছোঁ। দিহা পৰামৰ্শ, কূট-কৌশল সাধ্যনুসাৰে দি যাম।

জয়ন্ত : মামা, তুমি আমাক এনেকুৱা বুদ্ধি-কৌশল দিয়া, যাৰ জৰিয়তে দেউতাৰ শাসনৰ বাঘজৰীডাল কটকটীয়া হয়।

মন্ত্ৰী : অনুপ, জয়ন্তই গুৰতেই ধৰিছে। মই শাসনৰ দায়িত্ব পাইছোঁ। ৰাজ্যৰ মুখ্য শাসনকৰ্তাৰ আসনত আজি মই। কিন্তু মোৰ ভয় হৈছে। মোৰ অন্তৰাত্মাত অজানিতে কিহবাৰ মৃদু অথচ ভয়ঙ্কৰ যেন এটা আৱাজ।

জয়ন্ত : দেউতা, তোমাৰ দুৰ্বল শৰীৰৰ সেয়া এটা ক্ৰিয়াহে মাথোন। দেশৰ শাসনভাৰ লোৱাৰ লগে লগেই ৰাজ্যৰ সকলো সমস্যা আহি তোমাৰ কাষত থুপ খাই পৰিল। তুমি কত বুদ্ধিৰে সকলো সমস্যাৰ সমাধান কৰি দেশত শান্তি প্ৰতিষ্ঠা কৰিলা।

মন্ত্ৰী : নহয় জয়ন্ত , এয়া মোৰ উপলব্ধি। আমি যেন ভাগি গৈ আছোঁ। আমি যেন ছিগি ছিগি টুকুৰা টুকুৰ হৈ গৈছোঁ। মই যেন হেজাৰ হেজাৰ বছৰ আগৰ সেই মোহগ্ৰস্ত ৰজাজন। মই যেন লাহে লাহে একোকে নেদেখা হৈ আহিছোঁ। এক বৰ্ণনাতীত বিভীষিকাই মোৰ দেহৰ প্ৰতিটো অনু-পৰমাণুক যেন বিকলাঙ্গ কৰি আনিছে। মোৰ অন্তৰ্জগতত অশান্ত হস্তিনাপুৰত দুৰ্যোধন, দুঃশাসন আৰু শত কৌৰৱৰ অশান্ত আত্মাৰ কিল্‌বিলনি। সিহঁতৰ ছায়া,প্ৰচ্ছায়াই মোক যেন ঘেৰি ধৰিছে। মই যেন পুত্ৰ স্নেহত বন্দী ইতিহাস কলঙ্কিত কৰা সেই অন্ধ নৃপতিজন।

অনুপ : ছাৰ, আপুনি চিন্তা নকৰিব। এই ভয়, এই শংকা সকলো আঁতৰ হ'ব। ৰাজ্যখনৰ বচা বচা শিল্পী, সাহিত্যিক, বুদ্ধিজীৱী, চিন্তা নায়ক, শিক্ষক, ৰাজনীতিজ্ঞই, সাংবাদিক, সুনাগৰিক, কিছু সংখ্যক ছাত্ৰ তদুপৰি মাফিয়া চৰ্দাৰ কেইজনমানক আমি চৰকাৰী মূল্যত কিনাৰ ব্যৱস্থা কৰোহক।

মন্ত্ৰী : ( মন্ত্ৰীৰ অভিব্যক্তি)

জয়ন্ত : কিন্তু মামা, এই পাবত গজা শিল্পী, সাহিত্যিক, বুদ্ধিজীবি জাকে জানো আমাৰ লগত সহযোগ কৰিব?

অনুপ : সিহঁত বোৰোতো তেজ-মঙহৰ মানুহ। সুনাম, যশ, খ্যাতি, পুৰস্কাৰ, উপঢৌকন, গাড়ী, ঘৰ, মাটি তেওঁলোকৰো প্ৰয়োজন।

জয়ন্ত : তথাপিও ......................................

অনুপ : চিন্তাৰ কাৰণ নাই জয়ন্ত। লোভ আৰু মোহ নাই কাৰ? লোভ আৰু মোহেৰে অন্ধ কৰিব লাগিব আজিৰ এই স্বনামধন্য পণ্ডিত মণ্ডলীক।

মন্ত্ৰী : অনুপ, তোমাৰ বুদ্ধিৰ প্ৰশংসা কৰিবলৈ মই বাধ্য। মানৱীয় অনুভূতিৰে মানুহক কিনা মানে জয় কৰাৰ কৌশল।

অনুপ : ছাৰ, ভাৰতীয় ৰাজনীতিৰ এয়াইতো মূলমন্ত্ৰ। আমি মাথোন নতুন ৰূপত প্ৰয়োগ হে কৰিব খুজিছোঁ।

মন্ত্ৰী : এৰা, আমাৰ সমাজত শিল্পী, সাহিত্যিক, বুদ্ধিজীৱী সকলোৰে কিমান আহুকাল আৰু অনাটনৰ মাজেৰে জীৱন কটাবলগীয়া হৈছে। তেওঁলোকৰ অৱস্থা টনকিয়াল হ'ব লাগে।

অনুপ : অ' তেতিয়াহে আমাৰো অৱস্থা টনকিয়াল হ'ব।

মন্ত্ৰী : তেতিয়াহে আমি উশাহ লব পাৰিম।

জয়ন্ত : তেতিয়াহে মই আকাশীযানেৰে উজ্জ্বল তৰাবিলাক চাব পাৰিম। তেতিয়া - তেতিয়াহে মই মাটিৰ পৃথিৱীৰ মানুহৰ দুখ-দুৰ্দশাবোৰ চাব পাৰিম। হাঃ হাঃ ......

মন্ত্ৰী : হাঃ হাঃ .....

অনুপ

[একেলগে দুয়োজনে অট্টহাস্য কৰে। লাহে লাহে তেওঁলোকৰ অংশত পোহৰ নাইকিয়া হয়। মঞ্চৰ অন্য এটা অংশত পোহৰ পৰে। বিক্ৰম সিং, পাইচাৰি কৰি আছে। বিক্ৰম সিঙৰ অফিচ কোঠা। দৰ্শকে বিক্ৰম সিঙৰ গাত পোহৰ পৰাৰ লগে লগেই ভয়ঙ্কৰ আৰু বীভৎস পৰিৱেশ এটাৰ মুখামুখি হ'ব। শিয়াল, কুকুৰৰ ৰাউচি শুনিবলৈ পাব। কিছু সময় বিক্ৰম সিঙে পাইচাৰি কৰাৰ পিছত ঢলং পলংকৈ জয়ন্ত সোমাই আহে ]

জয়ন্ত : দোস্ত্, মাফ কৰিবা।

বিক্ৰম : দোস্ত্ বহুত দেৰি কৰিলা।

জয়ন্ত : ব্যস্ততা, দেশ চলোৱাৰ দায়িত্ব, দেশ। য'ত সকলোৱেই ক্ষমতা আৰু প্ৰতিপত্তি লাভ কৰি ডাঙৰ মানুহ হোৱাৰ ধান্দা কৰে। ধৰা, এই যে কবি ---- ধুনীয়া ধুনীয়া শব্দৰ ছন্দ মিলাই কথা বিলাক প্ৰকাশ কৰে। জানা দোস্ত -- এজন কবি আহি সকলোবিলাক খেলি মেলি কৰি দিলে।

বিক্ৰম : কবিৰ সব জাতেই পগলা। সিহঁত ruskell . ৰাজপথত শাৰী শাৰীকৈ এই কবিবোৰক থিয় কৰাই কুকুৰ-মেকুৰীৰ দৰে গুলিয়াই মাৰিব লাগে।

জয়ন্ত : Hundred percent correct কথা কৈছা দোস্ত্। Plato ৰ নাম শুনিছা? Plato ডাঙৰ পণ্ডিত, great philosopher. " The poets should be benished from the Ideal State "--- কবিক আদৰ্শ ৰাষ্ট্ৰৰ পৰা বাহিৰ কৰি দিব লাগে। এয়া great philosopher ৰ কথা। অ' আচল কথা এৰি গ্ৰীচ দেশ পালোঁগৈ।

বিক্ৰম : ঠিক আছে, আমাৰ native land ৰ কবিৰ কথাকে কোৱা।



জয়ন্ত : শঙ্কৰদেৱ বঁটা। পুৰস্কাৰ লাগে।

বিক্ৰম : পলম হোৱাৰ কথা এতিয়াহে বুজি পালোঁ।

জয়ন্ত : বুজি পালা?

বিক্ৰম : পালোঁ। কবিৰ দৌৰ কিমান এতিয়াহে বুজি পালোঁ।
(দুয়ো মদ্যপান কৰাৰ ভংগিমা প্ৰদৰ্শন কৰে)

জয়ন্ত : দোস্ত্, দেউতাৰ বহুত টকাৰ দৰকাৰ হৈছে।

বিক্ৰম : মোক কিয় কোৱা নাই?

জয়ন্ত : এয়া কলো দেখোন।

বিক্ৰম : Oh, বাৰু কিমান লাগিব?

জয়ন্ত : বৰ্তমান অলপ হলেই হ'ব।

বিক্ৰম : তথাপি পাঁচ লাখ - দহ লাখ ?

জয়ন্ত : দেউতাইটো ৫০ লাখ মান হ'লেই হ'ব বুলি কৈছে।

বিক্ৰম : ( অলপ nervous হোৱাৰ দৰে) এতিয়াই লাগিবনে?

জয়ন্ত : দেউতাই তাকেই কৈছে।

বিক্ৰম : ঠিক আছে। (বিক্ৰমে অলপ সময়ৰ কাৰণে ভিতৰলৈ সোমাই যায় আৰু জয়ন্তই পাইচাৰি কৰি থাকে। অলপ সময়ৰ পিছত বিক্ৰম সোমাই আহে আৰু ২০ লাখ টকাৰ চেক্ এখন জয়ন্তৰ হাতত তুলি দিয়ে) দোস্ত্ এয়া লোৱা।

জয়ন্ত : Thank you দোস্ত্। (চেক্খন নিৰীক্ষণ কৰি) তুমিহে আচল মানুহ। মানে আমাৰ দেউতাৰ চৰকাৰৰ খাচ মানুহ। তোমালোকৰ দৰে উদাৰ চিতীয়া দানীব্যক্তি নাথাকিলে আমাৰ চৰকাৰ কেনেকৈ বাচি থাকিব ! হাঃ হাঃ হাঃ .............

বিক্ৰম : দোস্ত্, বৰ্তমান আমাৰ business বৰ down চলিছে। কয়লাৰ business ৰে চন্তালা টান হৈ পৰিছে। সেইবাবে মই এটা নতুন plane কৰিছোঁ।

জয়ন্ত : Business plane ত তোমালোক ওস্তাদ মানুহ, নহলেনো সেই সুদূৰৰ পৰা আহি ইয়াত business কৰিব পাৰিলাহেঁতেন জানো? বাৰু তথাপিও কোৱাছোঁন তোমাৰ নতুন plane টো কি?

বিক্ৰম : Drugs & cement ডেভেলপমেণ্ট plant .

জয়ন্ত : কোনো কথা নাই। মই দেউতাৰ লগত আলোচনা কৰি সকলো ব্যৱস্থা কৰি দিম।

বিক্ৰম : Thank you দোস্ত্। তোমালোকৰ চৰকাৰ কামৰ চৰকাৰ।

জয়ন্ত : দোস্ত্

বিক্ৰম : কোৱা দোস্ত্।

জয়ন্ত : তোমাৰ ড্ৰাগচ্‌ৰ প্লেনটো বাৰু বুজিলোঁ। কিন্তু চিমেণ্ট ডেভেলেপ্‌মেণ্ট প্লেনটোহে বুজি পোৱাত অসুবিধা পাইছোঁ।

বিক্ৰম : তুমিতো জানাই দোস্ত্, চেৰা, বিক্ৰম, ত্ৰিশূল আদি চিণ্টেৰ আমি N.E. Region ৰ মুখ্য dealer. এই চব চিমেণ্টৰ quality high আমি এই চিমেণ্টবোৰ factory ৰ পৰা direct আনি আমি আমাৰ goodown ত unload কৰি .........বুজিলানে দোস্ত?

জয়ন্ত : .................excellent দোস্ত্, excellent .
বিক্রম : Government construction ত এই চিমেন্টবোৰ ব্যৱহাৰ হ'লে ঘৰবোৰ সোনকালে ভাগি যাব ........
জয়ন্ত : তেতিয়া হ'লে দোস্ত্ ব্যৱসায়ত বদনাম ওলাব আৰু তেতিয়াই সেইবোৰ চিমেণ্ট নিষিদ্ধ কৰিব লাগিব ?
বিক্রম : অ — আৰু তেতিয়াই আমি deal কৰা অইনবোৰ চিমেণ্ট একে method ৰে goverment constrution ৰ বাবে supply ৰ permit পালে আমাৰ ব্যৱসায়ৰ profit বাঢ়িহে যাব।
জয়ন্ত : কিন্তু ঘৰ, দলংবোৰৰ ফাটি যোৱাটো বাঢ়িহে যাব ?
বিক্রম : Repairing আৰু construction - ৰ কামো বাঢ়ি যাব — আমাৰ business আগবাঢ়ি যাব -- হেঃ হেঃ দোস্ত্।
জয়ন্ত : আৰু আমাৰ চৰকাৰৰ প্ৰাপ্য কমিচন বাঢ়ি যাব, হাঃ হাঃ দোস্ত্। তুমি really চৰ্দাৰ, মাফিয়াৰ চৰ্দাৰ। তোমাৰ বুদ্ধিক তাৰিফ কৰিব লাগিব দোস্ত্ । (অলপ বৈ) বাৰু মই আছোঁ দেউতাই হয়তো মোৰ বাবে বৈ আছে। Thank you দোস্ত্ ...................বাই .......................
[ দুয়ো ইজনে সিজনক হেণ্ডচেক কৰি জয়ন্তই বিদায় লয়, এনেতে ইছমাইলৰ প্ৰবেশ ]
ইছমাইল : ছাৰ .............
বিক্রম : অ' ইছমাইল .....................তই তৰাক আনিলি ?
ইছমাই : ছাৰ —
বিক্রম : তই কামৰ মানুহ ইছমাইল --- ভনীয়েৰাৰ বিয়াৰ চিন্তা নাই -- তই একো চিন্তা নকৰিবি । মাত্র দহ দিনতে তোৰ ভগা ঘৰ ভাঙি নতুন ঘৰ বন্ধোৱা হ'ব।
ইছমাইল : ছাৰ, মই মই ---
বিক্রম : এটা চৰকাৰ মোৰ দয়াৰ ওপৰত চলে। মোৰ টকাৰে বিৰাট বিৰাট সভা, মেলা, পূজা, বিহু উৎসৱ উদ্‌যাপন হয়। দেশৰ নিৰ্বাচনৰ ৰথৰ চকৰী ঘূৰে মোৰ টকাৰে। পুলিচ, প্ৰশাসন সকলো মোৰ হাতৰ পুতলা। মোৰ টকা নহলে কোনো জাকতজিলিকা কামেই নহয় .........
ইছমাইল : ছাৰ .....ছাৰ মোক .......
বিক্রম : তোৰ ভনীয়েৰাৰ সমগ্ৰ বিয়াৰ খৰচ মই দিম। তৰা ক'ত? শুনামতে তাই হেনো গাঁওখনৰ ভিতৰতেই নহয় সমগ্ৰ অঞ্চলটোৰ ভিতৰতেই এজনী ধুনীয়া ছোৱালী। শুনামতে তাই হেনো হাজাৰৰ মাজত এজনী ..............
ইছমাইল : ছাৰ -- ছাৰ মোক বিদায় দিয়ক।
বিক্রম : ইছমাইল —
ইছমাইল : ছাৰ --- মই, মই এই কাম কৰিব নোৱাৰিম ছাৰ।
বিক্রম : তাৰ মানে তই তৰাক অনা নাই।
ইছমাইল : মাফ কৰিব ছাৰ, মই এই কাম কৰিব নোৱাৰিম।
বিক্রম : তই পাৰিব লাগিব।
ইছমাইল : মই নোৱাৰিম ছাৰ, মোক একো নালাগে ছাৰ।



বিক্রম : তই পাৰিব লাগিব । তোৰ সাতপুৰুষে পাৰিব। তই জান --তই কাৰ আগত কথা কৈছ?
ইছমাইল : এয়া, এয়া অসম্ভৱ ছাৰ —
[ বিক্রমে ইছমাইলৰ গালত এটা পূৰ্ণহতীয়া চৰ সোধায় ]
বিক্রম : ক্ষুধাৰ্ত সিংহই মেকুৰীৰ ভয়ত তাৰ লাখটকীয়া চিকাৰ এৰি নিদিয়ে।
ইছমাইল : ছাৰ ছাৰ আল্লাৰ শপত মোক বিদায় দিয়ক।
বিক্রম : তই মোৰ বহুতো ভিতৰুৱা খবৰ জান।
ইছমাইল : জানো ছাৰ।
বিক্রম : তোক মই বহুত বিশ্বাস কৰিছিলোঁ আৰু তই বহুত গোপন কথাই জান।
ইছমাইল : মই কোনো গোপন কথাই ফাদিল নকৰোঁ ছাৰ।
বিক্রম : তই শিয়ালৰ পোৱালি, তোক মই বিদায় দিম । বিদায় দিম ইছমাইল ! তোক মই বিদায় দিম।
[ বিক্রমে এখোজ দুখোজকৈ ইছমাইলৰ ফালে আগবাঢ়ি গৈ থাকে। ইছমাইলে লাহে লাহে পিছুৱাই গৈ থাকে আৰু অলপ পিচত এটা ভয়ঙ্কৰ চিঞৰ শুনা যায়। লগে লগে মঞ্চখন সম্পূৰ্ণ অন্ধকাৰ হয় আৰু " আল্লাহু আকবৰ" আজান শুনা যায় । পোহৰত আউলি-বাউলি জেৰিণাই কান্দি কান্দি বছিৰক কয় ]
জেৰিণা : তইয়ে ক বছিৰ, মই কাৰ পানী খোৱা পুখুৰীত বিহ দিছিলোঁ।
বছিৰ : এনেকুৱা দুৰ্দিনত আল্লাইহে একমাত্র ভৰষা অ' জেৰিণা।
জেৰিণা : মই কি কৰিম। ল'ৰাটো যি গ'ল সি আৰু ঘূৰি নাহিল। তাক আহিব নিদিলে। চাৰি বছৰ বয়সতে দেউতাকেও তাক এৰি থৈ গুচি গ'ল। আনৰ কাম কৰি কৰি মই বুঢ়ী হলোঁ। দুয়োকে কত কষ্ট কৰি ডাঙৰ কৰিলোঁ।
বছিৰ : আল্লাৰ ৰহমত তোৰ সুখৰ দিন আহিব ধৰিছিল।
জেৰিণা : কিন্তু চয়তানে আমাৰ লগ নেৰিলে অ' বছিৰ। আল্লাৰ দুনীয়াত বেইমানৰ ৰাজত্ব চলিছে।
বছিৰ : তই ধৈৰ্য ধৰিব লাগিব জেৰিণা।
জেৰিণা : নিজৰ গাঁওৰেই এই পুত্ৰতুল্য ৰহিম আৰু হিমন্ত। সিহঁত দুইটাই ইছমাইলক তিনিমাহ আগতেই লৈ গৈছিল। সিহঁতে মোক কৈছিল ইছমাইলে বিক্রম সিঙৰ কম্পেনীত কাম পাইছিল আৰু কৰি আছে বুলিও কৈছিল। সিহঁতেই আমাৰ দুখৰ দিন শেষ হোৱা বুলিও কৈছিল.......
বছিৰ : ৰহিম আৰু হিমন্তই তাৰ কাল হ'ল।
জেৰিণা : জান বছিৰ, ইছমাইলে সি তাৰ একমাত্ৰ ভনীয়েকৰ বিয়া পাতিব খুজিছিল। তাইৰ বিয়া সিয়েই বন্দৱস্ত কৰিছিল। সি তাৰ চাকৰিৰ টকাৰে ভনীয়েকৰ বিয়াৰ বস্তু কিনি আনিম বুলি গৈ সি আৰু ঘূৰি নাহিল বছিৰ (কান্দি উঠে)।
বছিৰ : সি ঘূৰি আহিব জেৰিণা। তই, তই ধৈৰ্য ধৰ...তই ধৈৰ্য ধৰ।
জেৰিণা : আহিব আহিব বুলিয়েই ধৈৰ্য ধৰি আছিলো। ভাবিছিলোঁ নতুন চাকৰি, হয়তো সময়কে উলিয়াব পৰা নাই।
বছিৰ : আল্লাৰ অপাৰ মহিমা জেৰিণা...
জেৰিণা : বছিৰ, মোৰ --মোৰ ভয় হৈছে..সিহঁত মানুহৰ বেশত পশু, সিহঁতে-সিহঁতে হয়তো মোৰ ইছমাইলক .........নাই নাই মই ভাবিব নোৱাৰো.....মই মই তাৰ অমঙ্গল চিন্তা কৰিব নোৱাৰোঁ। বছিৰ, বছিৰ তাক আল্লাই সেই বেইমানবোৰৰ হাতৰ পৰা মুক্তি দিব পাৰিব..........

বছিৰ ঃ জেৰিণা, এনে সময়ত অধৈর্য হ'লে কেনেকৈ হ'ব? ধৈর্য ধৰিব লাগিব। ৰাইজ আছে, মানুহ কম্পেনীলৈ গৈছে, খবৰ আহিব নহয়।

জেৰিণা ঃ আজি তিনি দিন হ'ল। একমাত্ৰ ককায়েকক বিচাৰি যাওঁতে ভনীয়েক তৰাকে জেল হাজোতত ভৰাই থলে। মই একোকে বুজিব পৰা নাই। তায়ো জেলত। জান বছিৰ, এই পুলিচ, আইন, আদালত সকলোবোৰ সিহঁতৰ জেপৰ ভিতৰত।

বছিৰ ঃ ৰক্ষক সকলেই এতিয়া ভক্ষক। ন্যায় বিচাৰক পক্ষপাতী। আমাৰ দৰে বাচি থকা সৰু সৰু মানুহবোৰৰ বাবে কোনো বিচাৰ নাই, আইন নাই, আদালত নাই। আমাক যেন এই বেইমান পৃথিৱীত আল্লাই বাচি থকাৰ কোনো অধিকাৰেই নাই।

জেৰিণা ঃ শুনিছোঁ তৰাক সিহঁতে ...নাই নাই যদি ইছমাইল ...........মোৰ বুকুৰ জীউ ইছমাইল! সি হয়তো সময়কে উলিয়াব পৰা নাই। বাচা-মোৰ বাচা ইছমাইল--সি -সি হয়তো শোৱাৰো সময় পোৱা নাই। তই শুই পৰ বাচা ..... অ' তই টোপনি যা--যা বাচা তই টোপনি যা, তই টোপনি যা অ' বাচা ইছমাইল--

( লাহে লাহে তলৰ গানৰ সুৰ বাজে আমাৰে মইনাই শুব এ বাৰীতে বগৰী ৰুব এ বাৰীৰে বগৰী পকিসৰি যাব। )

ইছমাইল --ইছমাইল--হায় আল্লা এইখন তুমি মোক কি নচিব দিলা। ( জেৰিণাই লাহে লাহে কান্দি কান্দি চিঞৰি উঠে। কিছু সময় মৌনতাৰ পিছত হাঁহি হাঁহি উন্মাদিনীৰ দৰে হাঁহি থাকে। বছিৰ অসহায় হৈ পৰে।)

বছিৰ ঃ জেৰিণা, জেৰিণা--তুমিয়েই এই অভাগিনীৰ শেষ আশ্ৰয়স্থল। তাইক শক্তি দিয়া--

(এনেতে তলৰ গীতটো বাজি উঠিব)

" জীৱৰ সাৰথি নাম অ' আল্লা

জীৱৰ সাৰথি.......... ।।"

(গীত শেষ হোৱাৰ লগে লগে মঞ্চত আন্ধাৰ হয়। পুনঃ প্ৰথম নাট্যমুহূৰ্তৰ দৰে নায়কক দেখা যায়)

নায়ক ঃ সময় ! সময় সলনি হ'ল। সমাজ, সভ্যতা, সংস্কৃতিৰ ৰূপান্তৰে আদিম মানৰ সত্তাক গচকি গচকি পেলালে সঁচা। তথাপি বৰ্বৰ আপোনপেটীয়া স্বাৰ্থপৰ ক্ষমতালিপ্সু নিৰ্দয় মানৱ মনটোৰ বিশেষ সাল-সলনি নহ'ল। সময় দুৰন্ত গতিৰে আগবাঢ়িল। ৰজা, ৰাজ্য, ৰাজতন্ত্ৰৰ ধ্যান-ধাৰণাৰো সলনি হ'ল। কিন্তু কৌশল কুটনীতি আৰু ক্ষমতালিপ্সা একেই থাকিল। সহজ সৰল ৰাইজ অত্যাচাৰ উৎপীড়নৰ নিৰ্মম বলি হৈয়ে থাকিল। শাসক শোষকৰ পগলা ঘোঁৰাৰ ৰথৰ চকৰীয়ে চেপি পেলালে যুগ যুগ ধৰি বুকুৰ তেজ ঢালি মানৱ সংস্কৃতিৰ সুউচ্চ তাজমহল নিৰ্মাতা আলিজান হঁতক। জীৱন জোৰা ত্যাগ আৰু সংগ্ৰামেৰে মানৱতাৰ মন্ত্ৰ উচ্চাৰণ কৰা যীশুখ্ৰীষ্ট, হজৰত মহম্মদ, বুদ্ধ, শংকৰদেৱ, গান্ধীক বাৰ বাৰ ক্ৰুচবিদ্ধ কৰা হ'ল--হেজাৰ হেজাৰবাৰ লঠিয়াই -চৰিয়াই বন্দুকৰ কুন্দাৰে খুন্দি খুন্দি হত্যা কৰা হ'ল। বাৰ বাৰ প্ৰতাৰিত হ'ল, বাৰ বাৰ অৱহেলিত হ'ল, বাৰ বাৰ ঘৃণিত হ'ল জনগণ.............

( লাহে লাহে নায়কৰ অংশত পোহৰ নাইকিয়া হয়। আগৰ অংশত পোহৰ পৰা দেখা যায়। নবীন মোহগ্ৰস্ত হতাশাত ভাঙি পৰা এজন যুৱক। দীঘল দাড়ি চুলিৰে নবীনৰ ধুনীয়া চেহেৰা ম্লান



কৰিলেও ব্যক্তিত্বৰ এক অনন্য গাম্ভীৰ্য প্ৰকাশ পাব। লাহে লাহে গোটেই অংশ পোহৰ হৈ পৰে। এটা কোণত মনোৰঞ্জন চৌধুৰী কিতাপ পঢ়ি বহি থাকে। হাতত এখন পুৰণা কাগজ। লাহে লাহে কাঞ্চন মঞ্চৰ মাজলৈ সোমাই আহে, সাংবাদিক হাতত এখন ডায়েৰী , কান্ধত বেগ।)

কাঞ্চন ঃ নবীন দা, তুমি দিনে দিনে ইমান ভাবুক হৈ পৰিছা, মোৰ সঁচায় ভয় লাগি যায়। কিবা এটা বুজাব নোৱাৰা অনিশ্চয়তাই মোৰ অন্তৰাত্মাত হাহাঁকাৰ কৰে। [নবীন নিৰুত্তৰ ] এই নবীন দা, কি ভাবিছা, কিবা এটা কোৱানা।

নবীন ঃ কোৱাৰ শেষ হৈ আহিছে। [ মৌনতা ]

কাঞ্চন ঃ কিয় শেষ হ'ব? কিয় শেষ হব নবীন দা? য'ত শেষ হয় তাতেই আৰম্ভ কৰিম আমাৰ নতুন যাত্ৰা। যাত্ৰাৰ শেষ নাই, যাত্ৰা অবিৰত................

নবীন ঃ কিন্তু মোৰ যাত্ৰাত বিৰাম আহিছে। ক্লান্তিয়ে মোক আগুৰি ধৰিছে।

কাঞ্চন ঃ তুমিটো আজিৰ শতাব্দীৰ নতুন পুৰুষ। কিয় তুমি ভাগি পৰিছা? তুমিয়েইতো মোক কৈছিলা সংগ্ৰামৰ শেষ নাই? আমি যুঁজি যুঁজি মৰিম। তুমিয়েইটো মোক অভয় দিছিলা। আঁঠুকাঢ়ি জীয়াই থকাতকৈ মৃত্যুয়েই শ্ৰেয়।

নবীন ঃ এৰা কৈছিলোঁ, কৈছিলোঁ। তেতিয়া মোৰ দেহৰ তেজ উতলি উঠিছিল। সেই সময়ত মই সশস্ত্ৰ সংগ্ৰামী আছিলোঁ আৰু মনে-প্ৰাণে বিশ্বাস কৰিছিলোঁ সশস্ত্ৰ সংগ্ৰামক।

কাঞ্চন ঃ কিন্তু আজি তুমি ভাগি পৰিছা। তুমি অচল হ'ব ধৰিছা।

নবীন ঃ কাৰণ মই সঁচা অৰ্থত বিপ্লৱী নহয়। কাঞ্চন-তোমাৰ সেই দুৰ্ঘটনাটোৰ কথা নিশ্চয় মনত আছে। যেতিয়া দেশৰ কুখ্যাত চোৰাং কাৰবাৰী, জাতিদ্ৰোহী, গণশত্ৰু সেই প্ৰতাপ চৌধুৰীক হত্যা কৰাৰ অপৰাধত ভাৰতৰ প্ৰখ্যাত সেনাবাহিনী, পুলিচ আৰু চি, আৰ, পিয়ে আমাক বিচাৰি নাপাই মোৰ পিতৃ-মাতৃহীন গাভৰু ভনীজনীক সাত বছৰীয়া ভাইটোৰ সন্মুখত ইটোৰ পিচত সিটো জোৱানে উপৰ্যুপৰি ধৰ্ষণ কৰি কুকুৰ মেকুৰীৰ দৰে হত্যা কৰিছিল।

কাঞ্চন ঃ আছে নবীন দা আছে, মোৰ সকলো মনত আছে। জীৱন যৌৱন আৰু সম্পত্তিৰ নিৰাপত্তাৰ দায়িত্বত থকা স্বাধীন ভাৰতবৰ্ষৰ এইয়া যে দায়িত্বশীল বিষয়াৰ স্বাধীনতাৰ নিদৰ্শন।

নবীন ঃ আমাৰ উত্থান আৰু পতনৰ ইতিহাস সকলোৱে জানে। সকলোৱে জানে আমি কিদৰে গণভিত্তি তৈয়াৰ কৰিছিলোঁ আৰু নিয়ন্ত্ৰণ হেৰুৱাই ৰাষ্ট্ৰযন্ত্ৰৰেই হাতিয়াৰ স্বৰূপ হৈ ধন-সোণ আৰু নাৰী লুণ্ঠনত প্ৰবৃত্ত হৈছোঁ।

কাঞ্চন ঃ ডেকা শক্তিৰ এই গণ প্ৰতাড়না পৃথিৱীৰ ইতিহাসত বিৰল ঘটনা।

নবীন ঃ যাক আমি জাতিৰ শত্ৰু বুলি চিহ্নিত কৰি চিৰবিদায় দিয়াৰ সংকল্প লৈছিলোঁ, তেওঁলোকেই আমাক মহান ক্ষমাদানেৰে আত্ম-সমৰ্পণ কৰাই তেওঁলোকৰ কৰি ললে। আমি ধণ-সম্পত্তিৰ লালসাত দুৰ্গম সংগ্ৰামী দিনৰ ডায়েৰী পুৰি পেলাই জন বিৰোধী অৱস্থান ললোঁ। মাছৰ বজাৰ, কয়লাৰ খনি, মদৰ দোকানৰ লাইচেন্স, সকলো হস্তগত কৰি আমি ভোগ বিলাসত উন্মত্ত হৈ পৰিলোঁ। কাঞ্চন মোৰ লাজ লাগিছে। মোৰ একালৰ সংগ্ৰামী দিনৰ সতীৰ্থসকলৰ এই ভূমিকাত মই নিজেই আজি নিজকে শেষ কৰি দিবৰ মন গৈছে।

কাঞ্চন ঃ যুৱ ইতিহাসৰ নিৰ্লজ পৰিহাস। ভাবীকালৰ পৃথিৱী নিৰ্মাতা হে যুৱ সমাজ। আমি ক'ত আছো, ক'লৈ যাম, কি কৰিম?

(কেই মুহূৰ্তমান নিৰৱতা, অনিশ্চয়তা, শংকাৰ পৰিৱেশ যন্ত্ৰ-সংগীতে ঘনীভূত কৰি তুলিব )

নবীন : সেয়ে মই সশস্ত্ৰৰ সংগ্ৰামতো নাই, সমৰ্পণতো নাই, মই ক'তো নাই। মই মোৰ মাজতো নাই।

কাঞ্চন : তেতিয়াহলে তুমি ক'ত? মাটিৰ পৃথিবীত স্বৰ্গ ৰচনা কৰিব খোজা পৰিকল্পনাৰ কি হ'ল? ক'ত তোমাৰ চিন্তা-চেতনা? ক'ত তোমাৰ সেই তীব্ৰ বিশ্লেষণী মেধা শক্তি? তোমাৰ অকাট্যযুক্তি আৰু সৃজনে শ শ ডেকা-গাভৰু উতলা কৰি তুলিছিল। ক'ত ক'ত তোমাৰ সেই অনুপম শক্তি?

নবীন : সেই শক্তি মই হেৰুৱাই পেলাইছোঁ কাঞ্চন। আজি তুমি যি অদম্য সাহস, মনোবল আৰু কষ্টেৰে তোমাৰ সাংবাদিক জীৱন গঢ়িছা এই পৃথিৱী তাৰ দাম নাই। সঁচা কথাৰ কোনো মূল্য নাই। সত্য ঘটনাৰ পম খেদি খেদি সাংবাদিকতা কৰি তোমাৰ এই অনন্যা যৌৱন সম্ভাৰ পূৰ্ণ জীৱনলৈ দুৰ্যোগ দুৰ্দশাৰ..............

কাঞ্চন : বন্ধ কৰা নবীন দা, তুমি মুখ বন্ধ কৰা। সংবাদ সঁচা ঘটনাৰ বিবৃত্তি। চকুৰে দেখা, কাণেৰে শুনা, মনে বুজা কথাবোৰ সংবাদ মাধ্যমেৰে মই লিখি যাম । যদি বিপদ আহে আহিব।

নবীন : মই মোৰেই মাজত নাই। তথাপিও বিচাৰিছোঁ পৃথিৱীৰ সকলোৰে সুখ আৰু কিঞ্চিত শান্তি। মোৰ বাবে বিচাৰিছোঁ মাত্ৰ অলপ নিসংগতা আৰু নিৰ্জনতা।

(বিপৰীত ফালে ওলাই যায়। কাঞ্চনে ইফালে সিফালে ঘূৰা-ফিৰা কৰে। কিবা চিন্তাত ব্যস্ত যেন দেখা যায় আৰু শব্দ কৰি পঢ়িব ধৰে ]

" বন্দুকৰ গুলীৰে ৰাতি নুপুৱায়।
ৰাতি পুৱাই চৰাইৰ সুললিত সুৰেৰে।।"

( কবিতা শেষ হোৱাৰ পিচত কাঞ্চনে ডায়েৰীখনৰ পুনৰ পৃষ্ঠা ঘুৰাই থাকে। এনেতে প্ৰায় পঞ্চাশ বছৰীয়া অৰ্ধ উন্মাদ মনোৰঞ্জন চৌধুৰী )

মনোৰঞ্জন : হাঃ হাঃ হাঃ ...... .......... (হাঁহিত উন্মত্ততা প্ৰকাশ পাব) আমি অমৃতৰ সন্তান, অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ দ্ৰষ্টা। মানুহ দাৰ্শনিক। Spectator of all time and existence. মানুহ scientist বৰ্তমানেৰে নহয় ভাবীকালৰো পৃথিৱী নিৰ্মাতা। তুমি পৃথিৱীখন নতুনকৈ গঢ়িবা। তুমি পৃথিৱীৰ মানুহৰ বাবে মহত্বৰো মহত্তম চিন্তাৰ ফচলবোৰ বিলাই দিবা - তুমি জীৱন জুৰি সংগ্ৰাম কৰি কৰি দুৰ্যোগ দুৰ্দিনৰ ধুমুহা অতিক্ৰমী ৰিক্ত হৃদয়েৰে শূন্য মনেৰে এদিন বিদায় লবা .......তোমাৰ তেজত ফুলা ফুলবোৰ সিহঁতে উপহাৰ দিব সিহঁতৰ মমতাজ হতক। হাঃ হাঃ হাঃ .......... (কাঞ্চনে তধা লাগি চাই থাকে)

মোক চিনি পোৱা নাই বোধহয়। সঁচা কথা কোৱা মানুহ। মূল্যবোধকেন্দ্ৰিক সাংবাদিকতা কৰি মালিকৰ দ্বাৰা খেদা খোৱা মানুহ। খেদা খালে কি হ'ব? জেদ এৰিলো জানো? পত্নী ল'ৰা-ছোৱালীক কুকুৰ-মেকুৰীৰ দৰে হত্যা কৰিলে-- জীৱনৰ অন্তিম report অথবা সাংবাদিকতাৰ নহ'ল সত্যৰ বিকৃতি এই মনোৰঞ্জন চৌধুৰীৰ কলমত।

কাঞ্চন : মনোৰঞ্জন চৌধুৰী মূল্যবোধ কেন্দ্ৰীক সাংবাদিকতাৰ শেষ প্ৰতিনিধি মনোৰঞ্জন চৌধুৰী আপুনি?

মনোৰঞ্জন : বৰ্তমান সাংবাদিকতাৰ ভগ্নস্তূপত থিয় দি মনোৰঞ্জন চৌধুৰীক আৱিষ্কাৰ কৰাৰ প্ৰয়োজন থাকিলেও যুগৰ বতাহ বিপৰীতমুখী।

কাঞ্চন : মনোৰঞ্জন চৌধুৰীৰ আদৰ্শ মৃত্যুহীন। মনোৰঞ্জন চৌধুৰী আকৌ উদ্‌গীৰণ হব পাৰে।

মনোৰঞ্জন : তোমাক মই ঠিকেই চিনি পাইছোঁ। তুমি, তুমি বিংশ শতিকাৰ শেষ দশকৰ এটা নতুন বিবেক হাঃ হাঃ হাঃ .............. তোমাৰ হাতৰ ডায়েৰীখন মোহনীয়া। তাত আছে, এৰা নিশ্চয় আছে এই যুগৰ গুৰুত্বপূৰ্ণ বহুতো খবৰ আৰু মেটমৰা তথ্য। অলপ পঢ়িব দিবা? চাওঁ দিবা?



(কাঞ্চনে ডায়েৰীখন আগবঢ়াই দিয়ে, চৌধুৰীয়ে আবেগেৰে প্ৰায় অনাৰ দৰে আনি পঢ়ি যায়) "উগ্ৰপন্থীৰ সমস্যা সমাধান; মুখ্যমন্ত্ৰী শিবানন্দৰ পুত্ৰ জয়ন্তৰ কোটি টকাৰ aeroplane কিনাৰ যো-যা, ৰাজ্যখনৰ বচা বচা শিল্পী, সাহিত্যিক, সাংবাদিক, বুদ্ধিজীৱী আৰু জ্যেষ্ঠ নাগৰিকৰ সৈতে ৰাজ্য চৰকাৰৰ শিক্ষা-সংস্কাৰ আয়োগ গঠন কৰাৰ কথা ঘোষণা ; নিবনুৱা সমস্যা সমাধানৰ বাবে কিছুমান বিশেষ ব্যৱস্থা; সৰ্ব স্তৰৰ পৰা দুৰ্নীতি নিবাৰণ কৰাৰ বাবে ৰাজ্য চৰকাৰৰ সিদ্ধান্ত ; তৃণমূল পৰ্যায়লৈকে সকলো প্ৰকাৰৰ সামাজিক বৈষম্য আঁতৰ কৰাৰ বাবে ৰাজ্য চৰকাৰৰ দৃঢ় ঘোষণা ; থলুৱা জনগোষ্ঠীসমূহলৈ স্বায়ত্ত শাসন দিয়াৰ প্ৰতিশ্ৰুতি; শাসনাধিস্থ দলত নেতৃত্বৰ বাবে খোৱা-কামোৰা, অৱশেষত বিভাজন; এল, অ, চি কেলেঙ্কাৰীৰ তদন্তৰ দায়িত্ব চি, বি, আইক অৰ্পণ; বিৰোধী দলৰ সদন কমিটি গঠনৰ দাবী; গুৱাহাটীৰ মাজ -মজিয়াত মাতৃ শিশু কন্যা আৰু বিতৰ্কিত সাংবাদিকক গুলিয়াই হত্যা। (পঢ়া শেষ হয়। উত্তেজিত হৈ পৰে। ডায়েৰীখন ঘূৰাই দি, আকৌ নৰৰক্তৰ বলীয়া বান। পৃথিৱী কঁপি উঠে। বাৰ বাৰ মাতৃ ধৰ্ষিতা হয়। কোলাৰ কেঁচুৱা আফাল খাই পৰে। তেজেৰে লুতুৰি-পুতুৰি মাক আৰু কেঁচুৱা। মই নিৰ্বাক নিৰুত্তৰ এটি প্ৰাণহীন, চেতনা বিহীন, ছাল শুকাই যোৱা হাড় ভাগি যোৱা, মূল্যবোধৰ কথা (দুৰন্ত গতিৰে ওলাই যায়। কাঞ্চনে চিন্তাক্লিষ্ট হৈ চৌধুৰী যোৱাৰ ফালে চাই থাকে। এনেতে হিন্দী গীত এটি গুণগুণাই জয়ন্ত সোমাই আহে )

জয়ন্ত : Sorry, sorry to disturb you.(কাঞ্চনে উচপ্ খাই উঠে) তোমাক , তোমাক চিনাকি যেন--

কাঞ্চন : (খঙত) আপোনাক।

জয়ন্ত : Sorry, extremely sorry. আপোনাক চিনাকি যেন--

কাঞ্চন : চিনি পাব পাৰে।

জয়ন্ত : পিচে নামটো..........

কাঞ্চন : কাঞ্চন, কাঞ্চন বৰুৱা।

জয়ন্ত : চিনি ঠিকেই পাইছো। মানে আপুনি সাংবাদিক কাঞ্চন বৰুৱা।

কাঞ্চন : তাৰ মানে আপুনি মোক আগৰ পৰাই জানে ?

জয়ন্ত : জানো মানে? মই তোমাক বহুত দিনৰ পৰাই লগ পাবলৈ বিচাৰি আছোঁ কাঞ্চন। অৰ্থাৎ সোণ, তুমি কামিনী, তুমি কাঞ্চন, তুমি কেঁচা সোণ।

কাঞ্চন : আপুনি এতিয়া নিজৰ ৰাস্তাৰে গৈ থাকিব পাৰে।

জয়ন্ত : কিয় নাযাম? যাম, পিচে তোমাৰ লগত মোৰ কথা আছে।

কাঞ্চন : মোৰ এতিয়া কোনো কথা নাই।

জয়ন্ত : কিন্তু মোৰ আছে।

কাঞ্চন : মই কৈছোঁ, আপোনাৰ লগত মোৰ কোনো কথা নাই।

জয়ন্ত : আস্তে, আস্তে মিছ কাঞ্চন বৰুৱা।

কাঞ্চন : আপোনাৰ লাজ নাই? চৰম নাই?

জয়ন্ত : তুমি সাংবাদিক হাঃ তুমি সাংবাদিক। ঠিকেই মনত পৰিছে। মন্ত্ৰী পুত্ৰৰ দৌৰাত্মত বিষয়াৰ হাৰাশাস্তি। মন্ত্ৰী পুত্ৰৰ হাতত উপাযুক্ত লাঞ্চিত। শিক্ষক নিযুক্তিৰ ক্ষেত্ৰত মন্ত্ৰী পুত্ৰই ৫০ হেজাৰকৈ টকা উৎকোচ লৈছে। এইবোৰ তোমাৰেই আৱিষ্কাৰ?

কাঞ্চন : সঁচা ঘটনা প্ৰকাশ কৰাতো আমাৰ কৰ্তব্য।

জয়ন্ত : সঁচা ঘটনা প্ৰকাশ কৰাতো তোমালোকৰ কৰ্তব্য। কিন্তু এইবোৰৰ কিবা প্ৰমাণ দিব পাৰিবা?

কাঞ্চন : যথেষ্ট তথ্যৰ ওপৰত নিৰ্ভৰ কৰিহে আমি সঁচা কথাবিলাক প্ৰকাশ কৰোঁ।

জয়ন্ত : তোমাক কি লাগিব কোৱা? টকা, গাড়ী, মদৰ দোকান খোলাৰ লাইচেন্স-- কোৱা কোৱা।
(কাঞ্চন চৰম ঘৃণাত জ্বলি উঠে ]

কাঞ্চন : আমাৰ ৰাজ্যত বহুত খ্যাতিসম্পন্ন ৰাষ্ট্ৰীয়, আন্তঃৰাষ্ট্ৰীয় সাহিত্যিক, বুদ্ধিজীৱী, সাংবাদিক আছে। তেখেতসকলক কিনিব পাৰিব।

জয়ন্ত : বাঃ বাঃ তোমাৰ দাম ছাগৈ বহুত বেছি, নহয়
( কাঞ্চনে নবীন যোৱাৰ ফালে যাব খোজে। জয়ন্তৰ কথাত ৰৈ যায় )
ৰ'বা ক'লৈ পলাইছা? তোমাৰ লগত এতিয়াও মোৰ final সিদ্ধান্ত হোৱা নাই।

কাঞ্চন : আপোনাৰ ভয়ত পলোৱা নাই। কি কৰিব, কি কৰিব আপুনি মোক? পুলিচ চি.আৰ.পি লগাব?
(কাঞ্চনে জয়ন্তৰ ওচৰলৈ ক্ৰোধেৰে আগবাঢ়ি আহে। সন্মুখত থিয় হৈ জয়ন্তই খঙেৰে চাই থাকে আৰু কান্ধৰ বেগটো টানি আনিব খোজে। টনা-আজোৰা চলি থাকে। এনেতে হাতৰ পৰা ডায়েৰীখন ছিটিকি পৰে। সেই সুযোগতে জয়ন্তই বেগটো টানি লয় আৰু চেইনডাল খুলি বেগটো ওলোটাই দিয়ে। কেইখনমান কিতাপ পৰি যায়। বেগৰ ভিতৰত থকা গোলাপ ফুলটো হাতলৈ আনি এপাহি এপাহি মোহৰি পেলায় তাৰ পিচত ভৰিৰে গচকি নিজৰ বীৰত্ব প্ৰকাশ কৰি উত্তেজিত হৈ পৰে। কাঞ্চনে ভয়তে পেপুৱা লাগি থিয় হৈ থাকে। জয়ন্তই কামাতুৰ দৃষ্টিৰে লাহে লাহে কাঞ্চনৰ ফালে আগবাঢ়ি যায়। জয়ন্ত থমকি ৰয় আৰু কাঞ্চনে এক ভয়ঙ্কৰ আৰ্তনাদত মঞ্চ কঁপাই দিয়ে। লগে লগে সেই অংশ আন্ধাৰ হয় আৰু নায়কৰ অংশত পোহৰ পৰে )

জয়ন্ত : মানুহৰ পৃথিৱীৰ পৰা সকলো মহৎ সম্ভাৱনাৰ শেষ হৈ আহিছে। মানুহে পাবলৈ বিচাৰিছে সকলো। মানুহৰ পোৱা আৰু নোপোৱাৰ শেষ নাই -- বিৰাম নাই,---ক্লান্তি- নাই অৱসাদ নাই। বিনিময়ত মানুহে হেৰুৱাইছে সকলো মহৎ প্ৰমূল্য। মানুহ আগবাঢ়ি গৈছে ক্ৰমে ক্ৰমে মহাশূন্যতাৰ ফালে। মানুহৰ ভৱিষ্যত মাথোঁ এটা শূন্য-শূন্য।
( এতিয়া মঞ্চখন সম্পূৰ্ণৰূপে পোহৰ হৈ পৰাত দেখা গ'ল নবীন লাজ, অপমান গ্লানিত তলমূৰ কৰি আছে। আনহাতে মন্ত্ৰী ,জয়ন্ত আৰু অনুপে মঞ্চৰ আন এটা দিশত গুৰুত্ব পূৰ্ণ কথা ব্যস্ততাৰে আলোচনা কৰি আছে। আলোচনাৰ বিষয় হ'ল আগৰ মুহূৰ্তত জয়ন্তই কাঞ্চনক ধৰ্ষণ কৰি টেটু চেপি হত্যা কৰা ঘটনাটোৰ অন্যৰূপ দি কেনেদৰে প্ৰকাশ কৰিব লাগে-লাহে লাহে মুকাভিনয়ৰ দ্বাৰা উত্তেজিত হৈ পৰা দেখা যায়। আৰু অৱশেষত এটা মীমাংসাত উপনীত হয়। কাঞ্চন ধৰ্ষণ কৰা ঠাইত দৌৰাৰ ভঙ্গীমাৰে আউল-বাউল চুলিৰে অৱস্থান লৈ থাকিব। কিছু সময় মুকাভিনয়ৰ পিছত)

মন্ত্ৰী : তেতিয়াহলে কাঞ্চনৰ আকস্মিক দুৰ্ঘটনাজনিত মৃত্যুৰে আমাক গভীৰ শোক দিয়া বুলি প্ৰচাৰকৰ দ্বাৰা প্ৰচাৰ কৰাৰ ব্যৱস্থা কৰা যাওক।
(তাৰ পিছত তিনিজনে মুকাভিনয় কৰি থাকিব। আলোচনাৰ বিষয় ভৱিষ্যত কৰ্ম পদ্ধতি মানে এটা চক্ৰবেহু ৰচনা কৰাৰ কৌশল )

নায়ক : হে নবীন আৰু কিমান দিন এই বেশ লৈ থাকিবা? কেতিয়া হ'ব তোমাৰ মোহভঙ্গ? দেখিও নেদেখা, শুনিও নুশুনা তোমাৰ এই ৰূপে মানৱ জাতি আৰু সভ্যতাৰ বিৰোধী তুমি আজি মোহগ্ৰস্ত। মায়াৰ কুঁৱলীত তুমি বন্দী। নিৰ্লজ নিষ্ঠুৰভাৱে তোমাৰ সন্মুখতে দ্ৰৌপদী আজি



লাঞ্ছিতা। দুৰ্নীতিৰ চক্ৰবেহুত আজি হেজাৰ অভিমন্যুৰ জীৱন্ত সমাধি। হাজাৰ হাজাৰ বছৰ জুৰি সহস্ৰ জনগণে অন্ন বস্ত্ৰ আৰু আশ্ৰয়ৰ বাবে আজিও কৰে বাৰে বাৰে হাঁহাকাৰ। ক'তক'ত তোমাৰ তীক্ষ্ম মেধা শক্তি? ক'ত তোমাৰ শ্ৰেণী বিশ্লেষণ কৰাৰ কৌশল? তুমিয়েইতো মহাভাৰতৰ ভাস্বৰ ইন্দ্ৰ নন্দন । ধৰ্ম ৰক্ষাৰ বাবে, পৃথিৱীত শান্তি স্থাপনৰ বাবে, শত্ৰু নিপাত কৰিবৰ বাবে ইষ্ট-কুটুম, বন্ধু-বান্ধৱ, ভাতৃ, গুৰু, জ্যেষ্ঠ জনক কুৰুক্ষেত্ৰ মহাৰণত তুমিয়েইতো ক্ষত-বিক্ষত কৰিছিলা। ক'ত ,ক'ত তোমাৰ সেই শৌৰ্য বীৰ্য? যুগে যুগে তুমিয়েই অৰ্জুন। হে নবীন, বীৰ শ্ৰেষ্ঠ তুমি। শ্ৰেষ্ঠ ক্ষত্ৰিয় তুমি।
(লাহে লাহে নবীনে নতুন শক্তি লাভ কৰে। বিশ্বৰ ছন্দে ছন্দে :......... বিষ্ণুৰাভা সংগীতৰ সুৰ মেন্দোলীনত বাজি উঠিব)
মানুহৰ ঘৰে ঘৰে শলিতা জ্বলোৱা। হে মহাশিল্পী, মানৱতাৰ পূজাৰী জাগা, জাগা জগাই তোলা তোমাৰ ৰুদ্ৰবীণা, ডম্বৰু বজোৱা তাণ্ডৱৰূপী শিৱ, তোমাৰ জটাৰ পৰা জৰি জৰি নিগৰি নিগৰি বৰলৈ দিয়া পূত প্ৰেমৰ পৱিত্ৰ গঙ্গা। হে মোহগ্ৰস্ত আজিৰ নবীন তুমিয়েইতো অৰ্জুন মহাভাৰতৰ সংস্কৃতি ৰক্ষাৰ সেই গাণ্ডীৱ, তোমাৰ সেই গাণ্ডীৱ আজি ক'ত ?
(আনন্দ আৰু বিষাদ মিশ্ৰিত যন্ত্ৰ সংগীতত জ্যোতিপ্ৰসাদৰ "জয় আলোকময়......" গীতটো লাহে লাহে সুৰ হৈ মেণ্ডোলীনত বাজি উঠিব )

নবীন : হে মহাসত্য, মহানায়ক, মহাজাগতিক আলোকবৰ্ষৰ উজ্জ্বল নক্ষত্ৰ --মই বুজিলোঁ অন্ধৰাজ ধৃতৰাষ্ট্ৰৰ অন্ধ ৰাজত্ব। এই অন্ধ ৰাজত্বত আবেগ-অনুভূতি সকলো শেষ হৈ আহিছে।

নায়ক : উঠা, জাগা, সহস্ৰ হস্তীৰ শক্তি আজি তোমাৰ দেহত।

নবীন : হে মহাবিবেক, মোৰ দেহত তুমি দিলা নতুন শক্তি আৰু নতুন উপলব্ধি।

নায়ক : মহাভাৰতৰ ঐতিহ্য যুগমীয়া কৰিবলৈ তুমি সংহাৰ মূৰ্তি ধাৰণ কৰা। জয় তোমাৰেই জয়, জয় তোমাৰেই জয়।

নবীন : হে মহাশক্তিধাৰী, তোমাৰ আদেশ শিৰোধাৰ্য কৰি পৰিহাৰ কৰিলোঁ মই পৃথিৱীৰ বক্ষ ক্ষত-বিক্ষত কৰা কাল সংহাৰী গাণ্ডীৱ। তোমাৰ নিৰ্দেশ মানি মানুহৰ হৃত মৰ্যাদা ঘূৰাই আনিবলৈ তুলি ললোঁ মই যুগধৰ্মৰে বিৱৰ্তিত ত্যাগ, অহিংসা, শান্তি আৰু গণ ভিত্তিৰে নিৰ্মিত সেউজীয়া আজিৰ এই মহাগাণ্ডীৱ।
( কাঞ্চন মূৰ্তিৰ দৰেই থাকিব। নায়কে স্থিৰ হৈ ৰ'ব। জয়ন্ত, মন্ত্ৰী আৰু অনুপ-নবীন অথবা গণশক্তিৰ ওচৰত নতজানু কৰি দুই হাত অৰ্ধউন্মুক্ত কৰি বুকু আগবঢ়াই মুক অভিনয় কৰি নিৰ্দেশিত অৱস্থান লব। নবীনে কুৰুক্ষেত্ৰ মহাৰণত মহাভাৰতৰ অৰ্জুনে গাণ্ডীৱ তুলি লোৱাৰ দৰে অৱস্থান লব। নবীনৰ সংলাপ শেষ হোৱাৰ লগে লগে বৈপ্লৱিক পৰিৱৰ্তন সূচক নাগাৰা আৰু ঢোৰ তালৰ প্ৰচণ্ড শব্দৰে নাটকৰ যৱনিকা আহি পৰিব )

**সমাপ্ত**

